**Saru Saru Manuhar Saru Saru Katha** an autobiography comprising the **HISTORY OF DIGBOI** written and published by Shri Dwijesh Chanda Deb Sarmah ..........1999.

*প্ৰথম প্ৰকাশ ঃ* ২৭ মে’ ২০০০ চন

*প্ৰচ্ছদ পট ঃ* লিখকৰ জন্ম স্থান বজালীৰ মুগুৰীয়া গাওঁৰ ‘বিবাহিত বিৰিখ দম্পতী’ৰ ফটো

*লিখক ঃ* শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা
ডিগবৈ

মূল্য ঃ ৪০০ টকা

মুদ্ৰক ঃ

প্ৰিণ্ট এণ্ড বুক চেণ্টাৰ
গোপীনাথ বৰদলৈ পথ,
তিনিচুকীয়া - ৭৮৬ ১২৫
ফোন ঃ ৩৪০২২৯/৩৩৩৫০৩/৩৪০২৩০

# সূচীপত্ৰ

—ধৰ্মানুষ্ঠান—



—শিক্ষানুষ্ঠান—

## —অন্যান্য অনুষ্ঠান—



## —অসম অইল কোম্পানীৰ মজদুৰ সংগঠন—

—ইউনিয়নৰ পুনৰগঠন—



—বিশ্বযুদ্ধ—



—গঠনমূলক কাম—

## —সমষ্টিৰ অন্যান্য উন্নয়নমূলক কাম—



## —চীনৰ আক্ৰমণ আৰু ডিগবৈ—



## —মোৰ দুৰ্নীতি—



## —পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সম্পৰ্ক ত্যাগ আৰু পৰিণতি—



## —অবাঞ্চিত অনুৰোধ—



## —সত্যৰ প্ৰধান শত্ৰু ব্যক্তি স্বাৰ্থ—

## —ডিগবৈত সমবায় আন্দোলন—



## —পূবেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ গুৰি কথা—



## —অসম অইল কোম্পানীৰ ৰাষ্ট্ৰীয়কৰণ—

## —মাদক দ্ৰব্য নিবাৰণ—



## —এৰা বোটলা—



## —পৰিশিষ্ট—

—0000—

# উছৰ্গা

সৰ্ব্বজন হিত কামনা কৰি
সৰ্ব্বদ্ৰষ্টা, সৰ্ব্বস্ৰষ্টা, সৰ্ব্বনিয়ন্তা
পৰমেশ্বৰৰ নামত
তেওঁৰেই কৃপাধনা
মোৰ এই
'সক সক মানুহৰ সক সক কথা'ৰ
নৈবেদ্যখনি আগবঢ়াই
কৰপুতে প্ৰাৰ্থনা জনাইছোঁ
আৰু খাটিছোঁ
হে প্ৰভু! তোমাৰ ইচ্ছা পূৰ্ণ কৰা

**শ্ৰীদ্বিজেশ**

# বাণী



"Arise! Awake! And stop not til the Goall is reached."

"They alone live, who live for others, the rest are more dead than alive "

"It is better, far better, to die on the field of duty, preaching the truth, than die like a worldly worm, Advance!"

**—Swami Vivekananda**

# বাণী



"যিজন ব্যক্তি জন্মৰেপৰা লোকতন্ত্ৰত বিশ্বাসী তেওঁ জন্মৰেপৰা অনুশাসনতো বিশ্বাসী। লোকতন্ত্ৰত বিশ্বাসী এনেসকল লোকেই—যিসকলে স্বাভাৱিকতে, স্বেচ্ছাই মানবীয় তথা ঐশ্বৰিক নীতি-নিয়ম আৰু অনুশাসন মানি চলে। মই নিজকে মোৰ সহজ জ্ঞান আৰু নিজে লাভ কৰা প্ৰশিক্ষণ, উভয়ৰে ফালৰপৰা লোকতান্ত্ৰিক বুলি দাবী কৰোঁ। যিসকলে লোকতন্ত্ৰৰ সেৱা কৰিব খোজে, তেওঁলোকে প্ৰথমেই লোকতন্ত্ৰৰ এই কঠোৰ পৰীক্ষাত উত্তীৰ্ণ হৈ, নিজকে সক্ষম কৰি তোলক। ইয়াৰ উপৰিও লোকতন্ত্ৰত বিশ্বাসী ব্যক্তি সম্পূৰ্ণ নিঃস্বাৰ্থপৰায়ণ হ'ব লাগিব। তেওঁ কেতিয়াও নিজৰ অথবা নিজৰ দলৰ কথা নাভাবি, কেৱল মাথো লোকতন্ত্ৰৰ কথাহে ভাবিব লাগিব।

মই ব্যক্তি স্বাধীনতাত বিশ্বাস কৰোঁ। কিন্তু পাহৰিব নালাগিব যে, মানুহ মূলতে এক সামাজিক প্ৰাণী। নিজৰ ব্যক্তিবাদী মনোভাবৰ প্ৰয়োজনীয়তা আৰু সামাজিক প্ৰগতিৰ লগত বৰ্জিতা খুৱাবলৈ শিকাৰ বাবেই, মানুহে বৰ্তমানৰ মৰ্য্যাদা পাইছে। অবাধ ব্যক্তিবাদী মনোভাব বনৰ জন্তুৰ আচৰণৰ নিচিনা। ব্যক্তিবাদী মনোভাব আৰু সামাজিক সংযমৰ মাজত আমি গঢ়-মিল ৰাখিবলৈ শিকিছোঁ। গোটেই সমাজৰ সুস্থতাৰ কাৰণে সামাজিক সংযমৰ প্ৰতি দেখুৱা, ইচ্ছাকৃত আনুগত্যই ব্যক্তি আৰু সমাজ উভয়ৰে সমৃদ্ধি বঢ়াব।

—মহাত্মা গান্ধী

(ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৬৩ তম (অসম) অধিৱেশনৰ স্মৃতিগ্ৰন্থৰপৰা)

## বাণী



"এক শক্তিশালী অনুষ্ঠানেহে জনপ্ৰিয় চৰকাৰ এটাক শক্তিৰ যোগান ধৰিব পাৰে। এই সংশ্ৰৱত মোৰ মনলৈ আহে—গঠনমূলক কামৰ কথা। যোৱা সাতোটা বছৰত আমি আচলতে এই বিষয়টোৰ প্ৰতি অৱহেলা কৰি আহিছোঁ। প্ৰত্যেক বিপ্লৱৰে অস্ত্ৰ আছে আৰু সেইদৰে অহিংস বিপ্লৱৰো অস্ত্ৰ আছে—এবিধ কৰ্ম্মমূলক—আনবিধ উদ্দেশ্যমূলক। কৰ্ম্মমূলক দিশটোত আমি সেৱা আৰু ত্যাগৰদ্বাৰা আভ্যন্তৰীণ শক্তি গঢ়ি তুলিব লাগিব। উদ্দেশ্যমূলক দিশত—গঠনমূলক কাৰ্য্য-কলাপৰ মাজেদি জনতাৰ লগত নিজক অভিন্ন কৰি তুলি, আমি গঢ়িব খোজা সামাজিক ব্যৱস্থাৰ প্ৰতি জনসাধাৰণৰ সমৰ্থন লাভ কৰিব লাগিব।"

—ইউ. এন. ধেবৰ

(ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৬৩ তম (অসম) অধিবেশনৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ আৱাদী অধিবেশনৰ সভাপতিৰ ভাষণৰপৰা)

# নিবেদন

মোৰ বিপদৰ বন্ধু শ্ৰীমান প্ৰফুল্ল কলিতাই বিগত কালৰ কিছুমান পুৰণি কথা সোঁৱৰাই দি আঁকোৰগোজ হৈ লাগিছিল—মই মোৰ আত্ম-জীৱনী লিখিব লাগে। আত্মজীৱনী! মোৰ আত্মজীৱনী!! কি কামত আহিব, কোনে পঢ়িব? কলিতাৰ নিস্বাৰ্থ ভাল পোৱাই মোক আত্মজীৱনী লিখিবলগীয়া ডাঙৰ মানুহ পাতিছিল কিন্তু আত্মজীৱনী লিখি মই যে হাঁহিয়াতৰ পাত্ৰ হ'ম সেই কথা তেওঁৰ জ্ঞান-বুদ্ধিয়ে ঢুকি পোৱা নাছিল। এৰাব নোৱাৰি সদায় কৈছিলোঁ, "চাম বাৰু, কিবা এটা কৰিম"। অধ্যাপক মোহিনী কুমাৰ বৰদলৈয়ে লগ পালেই মোৰ জীৱনৰ ঘটনা প্ৰবাহ তথা ডিগবৈ সমাজ জীৱনৰ সত্য ঘটনা প্ৰবাহৰ বিৱৰণ লিখাৰ কাৰণে পৰামৰ্শ দিছিল। এনে পৰামৰ্শ মোৰ তাহানিৰ ডেকা কালৰ লগৰী কিছুমানেও কাণত পেলাইছিল। মই সঁহাৰি দিয়া নাছিলোঁ। ভাবিবলৈ আহৰিও পোৱা নাছিলোঁ। আজি কেইবছৰমান আগতে ভ্ৰাম্যমান নাট্য জগতৰ সৰ্বজন বিদিত প্ৰযোজক, শিল্পী, সাহিত্যিক শ্ৰীমান ৰতন লহকৰেও মোৰ জীৱন কাহিনী লিপিবদ্ধ কৰিবলৈ জোৰেৰে উপদেশ দিছিল। এই সকলোবোৰ মই নীৰৱে শুনিছিলোঁ কিন্তু কাৰো ক'তো কামত নলগা, সমাজৰ কোনো কামত নহা, শাক-পাত খোৱা কথাত মনোনিবেশ কৰি সময় অপব্যয় কৰাৰ ইচ্ছা নহ'ল। শেষত ভাৰতীয় তেল নিগমৰ অসম তেল সংমণ্ডলৰ স্বাস্থ্য বিভাগৰ মুৰব্বী ডাঃ মহেন্দ্ৰ নাথ গগৈ আৰু তেখেতৰ সহধৰ্মিনী, ডিগবৈ মহিলা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষা তথা ডিগবৈ মহাবিদ্যালয়ৰ অধ্যক্ষা শ্ৰীমতী স্বৰ্ণলতা গগৈয়ে চাকৰিৰপৰা অৱসৰ পাই, ডিগবৈ এৰাৰ সময়ত মাত লগাবলৈ আহি, আন কথা বাদ দি, হঠাতে শ্ৰীমতী গগৈয়ে হুকুমৰ সুৰত কৈছিল "আপুনি আপোনাৰ আত্ম জীৱনী এখন লিখিব লাগে। তাকে নকৰিলে ডিগবৈৰ সমাজ জীৱনৰ বহু বুৰঞ্জী, বহু কথা বিস্মৃতিৰ অতল গৰ্ভত লীন হৈ যাব। আপুনি আজি আমাক কথা দিব লাগিব। কওক, লিখিম বুলি কওক।" ডাঃ গগৈয়েও তেখেতৰ গৃহিনীৰ সুৰতে সুৰ মিলাই সমানে উজান দিছিল।

মোৰ কি দুৰ্ব্বলতাৰ কাৰণে ক'ব নোৱাৰোঁ, এই সহজ-সৰল, ধেমেলীয়া স্বভাৱৰ অথচ ব্যক্তিত্ব সম্পন্না বিদুষী মহিলা গৰাকীয়ে যেতিয়াই কোনো কথাত মোৰ ওপৰত একান্ত আস্থা স্থাপন কৰি, অনুৰোধৰ ভাও দি, হুকুম কৰিছিল, তেতিয়াই মই নিবোকা ল'ৰাটিৰ দৰে হৈ, হুকুম পালন কৰিছিলোঁ। আৰু এদিনৰ কথা—ডিগবৈ মহিলা মহাবিদ্যালয় স্থাপনৰ কাৰণে আহূত প্ৰতিনিধিমূলক ৰাজহুৱা সভাত, প্ৰথম পৰিচালনা সমিতি গঠনৰ সময়ত, সম্পাদকৰ কাৰণে তেখেতেই মোৰ নামটো প্ৰস্তাৱ কৰিছিল আৰু সভাসদে হাত চাপৰি দি সমৰ্থন জনাইছিল। এই গুৰু দায়িত্ব ল'বলৈ মই অসমৰ্থতা প্ৰকাশ কৰাত সিদিনাখনো কাৰো মতামতলৈ অপেক্ষা নকৰি, সভা বিদ্যমানে, পোন চাটেই তেখেতে হুকুম জাৰি কৰিছিল—'যদি সঁচাকৈয়ে মহিলা কলেজ পাতিব খুজিছে, আপুনি সম্পাদকৰ দায়িত্ব ল'ব লাগিব। যদি নলয়, মহিলা কলেজ নহয় বুলি আজিয়েই কৈ দিয়ক। মই আৰু মূৰ তুলি, মুখ খুলিব নোৱাৰিলোঁ। বোধহয় তেখেতসকলৰ অকৃত্ৰিম ভাল পোৱা আৰু মোৰ ওপৰত থকা অপাৰ বিশ্বাসৰেই ই ফলশ্ৰুতি আছিল। এইবাৰো উপায় নাপাই সিদিনাৰ কাৰণে হাত সাৰিবলৈ কলোঁ—'লিখিম বাৰু'। তাতে সৈমান নহৈ আকৌ ক'লে, "আশাকৰোঁ প্ৰতিশ্ৰুতি ৰাখিব।" বুলি দুনাই হুকুম জাৰি কৰি, বিদায় লৈছিল।

চিন্তাত পৰিলোঁ—প্ৰতিশ্ৰুতি কেনেকৈ ৰক্ষা কৰোঁ। এনে এটা দুৰ্ব্বহ হুকুমৰ প্ৰতি সঁহাৰি জনাই কি ডাঙৰ ভুল কৰিলোঁ। মোৰ আত্মজীৱনী বুলিবলৈ আছে কি? মানুহবোৰেই বা কি কামত আহিব? কথা দি কথা ৰাখিব নোৱাৰাৰ চিন্তাত দিন-ৰাতি লোহাৰা হ'ল। এইবোৰ চিন্তা কৰি থাকোঁতেই, এদিন হঠাতে যেন মোৰ অন্তৰাত্মাই সকীয়াই দিলে "তই জানো নাজান যে, সকলো মানুহৰে একোটা জীৱন আছে—জীৱনী আছে—জীৱন জুৰি ঘাট-প্ৰতিঘাটৰ ঘটনা প্ৰবাহ আছে? টোকোৰা চৰাইয়ে তাৰ অকণমানি চৰাইৰ জীৱনটোৱে ঘাঁহ-বনেৰে সাজি উলিওৱা তাৰ আটোম-টোকাৰি বাঁহটো গছৰ আগৰ ডাল পাতত আঁৰি প্ৰদৰ্শন কৰি, তুলনামূলক ভাৱে অভিজ্ঞ ইঞ্জিনিয়াৰে বিবিধ যন্ত্ৰ-পাতিৰ সহায়ত ইঞ্জিনিয়াৰিং কলা-কৌশল প্ৰয়োগ কৰি, অজস্ৰ ধন-দৌলতৰ বিনিময়ত সাজি উলিওৱা অট্টালিকাবোৰৰ লগত তুলনা কৰি, সন্তুষ্টি লাভ কৰিব নোৱাৰে জানো? তোৰ জানো মনত নপৰে, আঠ অনা দিন হাজিৰাত ঠিকাদাৰৰ মজদুৰ কাম কৰা কেশৰ গোৱালাই মেলাই, তাৰ বুকুৰ আগ মঙহ সদৃশ, সম্পত্তি বুলিবলৈ মাত্ৰ দুকঠা মাটিৰ, একঠা সম্পূৰ্ণ নিস্বাৰ্থভাৱে, সমাজৰ হিতৰ কাৰণে, দান কৰাৰ কথা? সমাজৰ তেনেই এজাগী, অতি সৰু মানুহ, কেশৰৰ এই দানৰ লগত কোনোবা

অতুল সম্পত্তিশালী কৌটিপতিৰ দানৰ আৰু মনৰ জানো তুলনা আছে? তোৰেই প্ৰিয় বন্ধু, তেনেই সাধাৰণ ব্যক্তি, কনক গৌৰবৰ নৈতিক চৰিত্ৰৰ লগত আজি কেইজন আত্মাভিমানী দেশ নেতাই ফেৰ মাৰিব পাৰে? কেশৰ-কনকৰ দৰে সৰু মানুহবোৰে দেখুৱা ত্যাগ আৰু নৈতিকতাৰ সৎ নিদৰ্শনবোৰ আমাৰ সমাজৰ আগত ডাঙি ধৰা তোৰ জানো কৰ্তব্য নহয়?"

"তই জানো ডিগবৈত চাকৰি আছিল বুলি জানিছিলি? অসম উপত্যকাৰ স্কুলসমূহৰ পৰিদৰ্শক যশস্বী শিক্ষাবিদ, সাহিত্যিক, মহামতি শৰৎ চন্দ্ৰ গোস্বামীয়ে নিজে তোক খবৰ দিয়াই, ডিগবৈত চাকৰি দিয়া নাছিল জানো? পাচত তই চৰকাৰী চাকৰিৰ কথা কওঁতে তোক জানো তেখেতে কোৱা নাছিল—'তুমি ডিগবৈ নেৰিবা, ডিগবৈত তোমাৰ কাম আছে।' আজি ৬০ বছৰৰো আগতে গোসাঁইৰ মুখ নিসৃত ভৱিষ্যৎ বাণী ভগবানৰেই বাণী নাছিল জানো? তোৰ জীৱন এই বাণীৰেই প্ৰতিফলন নহয় জানো? এতিয়াও গেগে দম্পতীক ভগবানৰ দূত বুলি ধৰি ল। কিয়, সমাজেই তোৰ জীৱন নহয় জানো? ডিগবৈৰ সমাজ জীৱনৰ বুৰঞ্জী লিখ। সৰ্ব্ব সাধাৰণ মানুহে খোৰতে পোৱাকৈ আমেৰিকাৰ পেনচিলভেনিয়াৰ টিটাচ ভিলাৰ পাচতে আবিষ্কৃত, পৃথিৱীৰ দ্বিতীয় তেল ক্ষেত্ৰ আৰু তৈল নগৰী ডিগবৈৰ, তথা এশ বছৰীয়া অসম তেল কোম্পানীৰ, তথ্যপূৰ্ণ ইতিবৃত্ত লিখ। ডিগবৈৰ আৰ্থিক, সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক দিশবোৰ জানো মানুহে জানিব নালাগে? তোৰ সমাজখনৰ ঘটনা প্ৰবাহেই তোৰ আত্মজীৱনী হ'ব। তই লিখি নগ'লে, তই নিজে জড়িত ডিগবৈ কংগ্ৰেছ, এ.ও.চি লেবাৰ ইউনিয়ন, ১৯৩৯ চনৰ তেল শ্ৰমিকৰ ঐতিহাসিক, সৰ্ব্বাত্মক ধৰ্ম্মঘট, অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন আৰু মজদুৰৰ মঙ্গল দায়ক, সম্পাদিত চুক্তিসমূহ, শিক্ষা প্ৰচাৰ সমিতি, বিভিন্ন ধৰ্ম্মানুষ্ঠান, শিক্ষানুষ্ঠান, ডিগবৈ কলেজ আৰু ডিগবৈ মহিলা মহাবিদ্যালয়ৰ জন্মৰ আঁতিগুৰি, মাৰ্ঘেৰিটা উন্নয়ন ব্লক আৰু ৰাজহ চক্ৰ প্ৰতিষ্ঠাৰ কাহিনী, ডিগবৈৰ সমবায় আন্দোলন, জুৱা নিবাৰণ—কানি নিবাৰণ আন্দোলনকে ধৰি গঠন মূলক আৰু সংস্কাৰ মূলক কামবোৰৰ বিৱৰণ লিপিবদ্ধ কৰি নগ'লে, আমাৰ ভৱিষ্যৎ বংশধৰ সকলে তথা বুৰঞ্জী লিখকে, চিন চাব উলিয়াবলৈ সহজ সাধ্য নহ'ব। এদিন হয়তো তথ্য ভিত্তিক কথাবোৰ লিখিবলৈ বুৰঞ্জী পিপাসু সকল হাবাথুৰি খাব লাগিব। কোনে পঢ়ে, কোনে নপঢ়ে, সেই চিন্তা তোৰ নহয়। কেতিয়াও, কোনো দিন, তোৰ ব্যক্তিগত লাভালাভৰ কথা চিন্তা নকৰি, অনাসক্ত ভাবে জীৱন জুৰি কৰা সমাজ সেৱাৰ দৰে, এতিয়াও ফলপ্ৰাপ্তি আশা নকৰি তোৰ কৰ্তব্য তই কৰি যা—'তস্মাদশক্তঃ সততং কাৰ্য্যং কৰ্ম্ম সমাচৰ'। তোৰ এই কামটো, সমাজৰ কাৰণে কৰা, তোৰ জীৱনৰ হয়তো শেহতীয়া প্ৰধান কাম হিচাপে পৰিগণিত হ'ব।"

"ডিগবৈৰ তেলৰ বিষয়ে ইংৰাজীত ডুখৰীয়া বিৱৰণী থাকিলেও সকলো দিশ সামৰি, ডিগবৈৰ তথ্য ভিত্তিক ইতিহাস এখন আজিলৈকে কোনোৱে লিখা নাই। তেলৰ লগতে ভাৰতৰ প্ৰথম তৈল নগৰী ডিগবৈৰ আৰ্থিক, সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক—সকলো দিশ সামৰি লিখা, অসমীয়াত হ'লেও, এইখনেই হ'ব পৃথিৱীৰ দ্বিতীয় আৰু ভাৰতৰ প্ৰথম তৈল ক্ষেত্ৰ, তথা তৈল নগৰী ডিগবৈৰ, প্ৰথম লিখিত বুৰঞ্জী। ভৱিষ্যতে হয়তো এই পুথিৰ আঁত ধৰি অনুসন্ধিৎসু সকলে অসম তেল উদ্যোগৰ, তথা ডিগবৈৰ ওপৰত অধিক ৰেখাপাত কৰিবলৈ সুবিধা পাব। ডিগবৈৰ সমাজ জীৱনক সামৰি লিখা বুৰঞ্জীখনেই হ'ব তোৰ জীৱন-প্ৰবাহৰ ৰূপ ৰেখা, পৰোক্ষ আত্মজীৱনী। আৰু এটা অপ্ৰিয় সত্য কথা তোক সোঁৱৰাই দিওঁ যে, সমগ্ৰ ভাৰতৰে গৌৰৱ, ঐতিহ্যপূৰ্ণ 'অসম অইল'ৰ বুৰঞ্জী, সৰহ ভাগ অসমবাসীয়ে নাজানে। আনহে নালাগে, ডিগবৈৰ তেলৰ বুৰঞ্জী ডিগবৈবাসীৰ কেইজনে জানে, সিও আজি বিচাৰ্য্যৰ বিষয় হৈ পৰিছে। ইয়াৰ কাৰণ, তথ্য ভিত্তিক লিখিত বুৰঞ্জীৰ অভাৱ। তোৰ, অসমীয়াত লিখা এই বুৰঞ্জীখনে, এই অভাৱ দূৰ কৰিব।"

অন্তৰাত্মাৰ এই বাণীৰ সাৰ্থকতা অনুভৱ কৰিছিলোঁ তেতিয়া, যেতিয়া লিখিবলৈ বহি, নিজে কৰা বা জড়িত থকা কাম বা ঘটনা ৰাজিৰ বহু কথা, বহু লগৰীয়াৰ নাম, ধাম পাহৰি, সেইবোৰ বিচাৰি, তথ্য বুটলি ফুৰিবলগীয়া হৈছিল, বহু মানুহৰ ওচৰলৈ, বহু অফিচলৈ যাবলগীয়া হৈছিল। মই বৰ্ত্তমান থাকোঁতে মোৰেই যেতিয়া এই অৱস্থা ভৱিষ্যতৰ অৱস্থা, সহজে অনুমেয়।

কোৱা বাহুল্য যে, প্ৰকৃতাৰ্থত মোৰ এই প্ৰয়াস, ভাৰতৰ প্ৰথম তৈল নগৰী ডিগবৈৰ, সকলো দিশ সামৰি, তথ্য ভিত্তিক, এশ বছৰীয়া বুৰঞ্জীৰ চমু আভাস দিয়া আৰু লগতে মোৰে সৈতে সম্পৰ্কিত বিশেষ বিশেষ ঘটনা প্ৰবাহ, অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সম-সাময়িক সমাজ আৰু ব্যক্তি জীৱনৰ ৰূপ-ৰেখা অঙ্কনহে—আত্ম জীৱনী লিখাৰ নহয়।

জাবৰে-জোঁথৰে কিবা এখন লিখি উলিয়ালোঁ। লিখোঁতে অসম বিধান সভাৰ পুথিভঁৰাল, গুৱাহাটী

বিশ্ববিদ্যালয়ৰ পুথিভঁৰাল, ডিগবৈ বাতৰি, ড়া০ এচ. এন বিশ্বনাথনৰ 'Hundred Years of Oil', History of Industrial Development of North Eastern India, Journal of Society of Arts 16 Jan. 1894, Times of India, The Assam Tribune, উত্তৰণ, সময় প্ৰবাহ, সাপ্তাহিক নীলাচল আদিৰ সহায় লোৱা হৈছে। সেই সকলোৰে মই আন্তৰিক শলাগ লৈছোঁ। অসম বিধান সভাৰ পুথিভঁৰালৰ সহকাৰী শ্ৰীপ্ৰমোদ চন্দ্ৰ গোস্বামীৰ বন্ধু সুলভ সহযোগিতা, টাইপিষ্ট শ্ৰীবীৰেন মজুমদাৰৰ অমায়িক ব্যৱহাৰ আৰু পৰিচাৰিকা শ্ৰীমতী গোলাপী দেৱী আইটীয়ে দেখুৱা মৰম সনা সহানুভূতিয়ে মোক অভিভূত কৰিছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী চাইন্সৰ মূৰব্বী, অধ্যাপক ড০ নৰেন্দ্ৰ নাথ শৰ্ম্মাই বহু চেষ্টা কৰি 'হিগিঞ্চ তদন্ত আয়োগ'ৰ প্ৰতিবেদনৰ প্ৰতিলিপি এটা সংগ্ৰহ কৰি নিদিয়াহেঁতেন মোৰ লিখা আধৰুৱা হৈ থাকিলহেঁতেন। তেখেতৰ এই সহায়ৰ কাৰণে ধন্যবাদ জনোৱাৰ উপযুক্ত ভাষা মোৰ নাই।

গুৱাহাটী কলেজৰ বুৰঞ্জী বিভাগৰ প্ৰবক্তা, বোৱাৰী ড০ মামনি বৰঠাকুৰে 'মুখাৰ্জী ৰিপোৰ্ট'ৰ প্ৰাপ্তি স্থানৰ সন্ধেদ দি, আৰু হাতে লিখা অবস্থাতে কিতাপখনত চকু ফুৰাই, 'মন্তব্য' দি, উপকৃত কৰিছে। তেওঁলৈ মোৰ স্নেহাশীষ থাকিল।

শেহতীয়াকৈ ইংলণ্ডৰ বাৰ্মা কেষ্ট্ৰোল ট্ৰেডিং লিমিটেডৰ গ্ৰুপ আৰ্কিভিষ্ট শ্ৰীমতী বান্না স্কেলীয়ে (Ms. Vanna Skelly) অসম অইল কোম্পানীৰ শুদ্ধ বুৰঞ্জী লিখাত, প্ৰকৃত বন্ধু সুলভ সহায়ৰ হাত আগবঢ়োৱাৰ কাৰণে মই চিৰ কৃতজ্ঞ। আনকি ১৯৪৭ চনৰ ডিগবৈত উদ্‌যাপিত প্ৰথম স্বাধীনতা দিবসৰ আৰু ডিগবৈৰ গান্ধীজীৰ চিতা ভস্ম সংৰক্ষিত কৰাৰ ছবি সমূহো, বাৰ্মা কেষ্ট্ৰোলৰ হৈ লণ্ডনৰপৰা যোগান ধৰি, কিতাপখনৰ সৌষ্ঠৱ বঢ়োৱাত আশাতীত সহায় কৰিছে। মোৰ নিচিনা এজন অপৰিচিত, সাধাৰণ ব্যক্তিৰ, সাধাৰণ চিঠি এখন পাইয়েই যথেষ্ট আগ্ৰহ সহকাৰে পঠোৱা মূল্যবান তথ্য পাতিৰে পঠোৱা দলিল সমূহৰ উপৰিও মই আজীৱন সুঁৱৰিম, তেওঁ লিখা চিঠিবোৰত "and if we can help in any further way, please do not hesitate to ask", "I look forward to hear from you", "I apologise for the delay", "I am grateful for your letter....." আদি প্ৰেৰণাদায়ক বাক্যবোৰ। এনে এটা ভাব হয় যেন, শ্ৰীমতী স্কেলী মোৰ এগৰাকী অতি ঘনিষ্ঠ পুৰাতন বান্ধৱী। শ্ৰীমতী স্কেলী তথা বাৰ্মা কেষ্ট্ৰোল ট্ৰেডিং লিমিটেডক মই মোৰ সশ্ৰদ্ধ অভিনন্দন জনাইছোঁ।

পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ ডিগবৈ শাখাৰ তাহানিৰ সহকাৰী সম্পাদক, শ্ৰীমান বিপিন বড়াই অতি সাৱধানেৰে পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন আৰু অসম অইল কোম্পানীৰ মাজত হোৱা চুক্তি সমূহৰ প্ৰতিলিপি আৰু কিছুমান মূল্যবান নথি পত্ৰ সযতনে সংৰক্ষণ কৰি ৰাখি, মোক নিদিয়াহেঁতেন আজি হয়তো মানুহৰ চকুত চুক্তি কৰিও নকৰা হলোঁহেঁতেন। সেয়ে চুক্তি সমূহ পাঠকৰ হাতত তুলি দিব পৰাৰ গৌৰৱৰ অধিকাৰী মোৰ তাহানিৰ সেই অকণমান ছাত্ৰটি শ্ৰীমান বিপিন বড়া। তেওঁক মোৰ আন্তৰিক মৰম যাচিছোঁ।

ডিগবৈ মণ্ডল কংগ্ৰেছৰ সভাপতি (১৯৯৫-৯৬) শ্ৰীমান অজিত বড়াৰ অনুমতিক্ৰমে, সম্পাদক শ্ৰীমান মনোৰঞ্জন ভৌমিকে মোৰ লগত থাকি, ডিগবৈ কংগ্ৰেছৰ পুৰণি ফাইল চাবলৈ সুবিধা কৰি দিয়াৰ কাৰণে, তেওঁলোক উভয়ৰে প্ৰতি মই কৃতজ্ঞ।

ভাৰতীয় তেল নিগমৰ অসম তেল সংমণ্ডলৰ জনসম্পৰ্কী বিভাগৰ শ্ৰীমান প্ৰবীণ বড়াই যথেষ্ট আগ্ৰহ সহকাৰে 'ডিগবৈ বাতৰি'ৰ আৱশ্যকীয় সংখ্যাবোৰ যুগুতাই দি সহায় কৰাৰ কাৰণে তেওঁক মই মোৰ আন্তৰিক স্নেহাশীষ যাচিছোঁ। পুৰণি দুই এখন ফটো দি কিতাপৰ সৌষ্ঠৱ বঢ়োৱাত সহায় কৰাৰ কাৰণে শ্ৰীপদুম গোঁহাই মোৰ শলাগৰ পাত্ৰ। জনসম্পৰ্কৰক্ষী বিষয়া শ্ৰীমতী চন্দ্ৰিমা শৰ্ম্মাৰ আৰু প্ৰবীণ বড়াৰ স্থলাভিষিক্ত, সাহিত্যিক জয় কান্ত গন্ধীয়াৰ সহৃদয়তা প্ৰণিধানযোগ্য। এ.ও.চি. লেবাৰ ইউনিয়নৰ সভাপতি শ্ৰীমান মোহন ভেকাই ইউনিয়নৰ পুৰণি ফটো কেইখনমান আৰু শ্বহীদ সত্যেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তীৰ বিধবা পত্নী শ্ৰীযুতা সৰযূ দেৱীৰ ফটোখন দি, সহায় কৰাৰ কাৰণে তেওঁ মোৰ স্মৰ্তব্য হৈ থাকিব। মোৰ একনিষ্ঠ বন্ধু শ্ৰীবিজেন্দ গুপ্তই পুৰণি দুই এটা কথা সোঁৱৰাই দি আৰু গান্ধীজীৰ চিতা ভস্ম সংৰক্ষণৰ দুই-এখন ফটোৰ যোগান ধৰি, মোক উৎসাহিত কৰাৰ নিদৰ্শন কেতিয়াও নাপাহৰোঁ।

মোৰ ভাগিন, প্ৰবক্তা শ্ৰীমান নিপি কান্ত শৰ্ম্মা আৰু মোৰ পাৰ্বৈয়ে অগ্ৰজ মুগুৰীয়া যুৱক সঙ্ঘৰ এজন আশাগুধীয়া প্ৰতিষ্ঠাপক কৰ্মী ৺হৰেন্দ্ৰ নাথ শৰ্ম্মাৰ পুত্ৰ, মৰমৰ শ্ৰীমান কন্দৰ্প শৰ্ম্মাই 'বিৰিখ সম্পতী'ৰ ৰঙীণ ফটো দুখন পঠাই, মোৰ আশা পূৰণ কৰিছে। স্নেহাস্পদ শ্ৰীমান তাৰক চন্দ্ৰ শৰ্ম্মাই মই পাহৰা দুজনমানলোকৰ

নাম সৌৰৱাহ দি অশেষ উপকাৰ সাধিছে। শুভাশীষৰ বাহিৰে তেওঁলোকক দিবলৈ মোৰ আন একো নাই।

তদুপৰিও বিভিন্ন তথ্য পাতি সংগ্ৰহত সহায় কৰি মোৰ উদ্দেশ্যক সফল কৰি তোলাৰ কাৰণে শ্ৰীঈশ্বৰ প্ৰসাদ বৰুৱা (কেমিষ্ট), ডা০ সুব্ৰত চক্ৰবৰ্ত্তী, শ্ৰীনন্দন শইকীয়া আৰু তেওঁৰ পৰিবাৰ শ্ৰীমতী প্ৰণতি (নিকি) শইকীয়া, সময় প্ৰবাহৰ সংবাদদাতা তথা 'উত্তৰণ'ৰ সম্পাদক শ্ৰীৰতন বৰুৱা, বিশিষ্ট ক্ৰীড়াবিদ শ্ৰীদীপক বানাৰ্জ্জী, শ্ৰীপুষ্প শৰ্ম্মা, শ্ৰীমাধব দত্ত, শ্ৰীমতী চিত্ৰলেখা বড়া, শ্ৰীবিষ্ণু ভক্ত উপাধ্যায়, শ্ৰীপ্ৰফুল্ল কলিতা, শ্ৰীভাস্কৰ বৰপূজাৰী, শ্ৰীদ্ৰোণ কান্ত ফুকন, ডা০ গিৰিজা ৰঞ্জন দেব, শ্ৰীভূপেশ্বৰ নিন্দো, শ্ৰীসুনীল চৰকাৰ, শ্ৰীফণী গোহাঁই, শ্ৰীতুলসী প্ৰসাদ মৰাণ, শ্ৰীসুধীধৰ দহোটীয়া, শ্ৰীগোপেন বড়া শ্ৰীৰুদ্ৰ শঙ্কৰ নাথ, শ্ৰীঅনীল শইকীয়া, শ্ৰীতপন হাজৰিকা, শ্ৰীশিৱ শইকীয়া, শ্ৰীথানেশ্বৰ বৰুৱা, ৰেভাঃ শ্ৰীসুৰেন্দ্ৰ নাথ ফোলিয়া, শ্ৰীসূৰ্য্য বৰপূজাৰী, শ্ৰী শ্ৰীধৰ বৰঠাকুৰ, শ্ৰীঅভিজিত ৰায়, শ্ৰীচম্পক দত্ত, শ্ৰীতুষাৰ কান্তি ভট্টাচাৰ্য্য, শ্ৰীৰমেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী, শ্ৰীদিবাকৰ ভট্টাচাৰ্য্য, শ্ৰীকৃষ্ণ কান্ত হাজৰিকা, শ্ৰীসোণাৰাম গগৈ, শ্ৰীনগেন কুমাৰ হাজৰিকা, শ্ৰীৰঞ্জিত দাস, শ্ৰীৰঞ্জিত বড়া, শ্ৰীতপন দত্ত আদিক মই অশেষ ধন্যবাদ জনাইছোঁ।

ডিগবৈ মহিলা মহাবিদ্যালয়ৰ আৱশ্যকীয় নথি-পত্ৰবোৰ জুকিয়াই লওঁতে সহায়ৰ হাত আগবঢ়োৱাৰ কাৰণে শ্ৰীমতী মীৰা বেগম আৰু শ্ৰীমতী তনুজা দেৱী মোৰ অপত্যসুলভ স্নেহৰ পাত্ৰী হৈ থাকিব।

বানান আদিত চকু ফুৰাই দিয়াৰ কাৰণে মোৰ বৰ বোৱাৰী, শ্ৰীমতী ৰুমী শৰ্ম্মাকো ধন্যবাদ নজনাই নোৱাৰোঁ।

লিখোঁতে ডাঙৰ ত্ৰুটী এটা হৈছে। বিষয়ৰ ক্ৰম ৰাখিবলৈ গৈ সময়ৰ ধাৰাবাহিকতা ৰাখিব পৰা নাই। সময়ৰ ক্ৰম ৰখাহেঁতেন বিষয়ৰ ক্ৰম নাথাকিলহেঁতেন।

ঘটনাৰাজিৰ বিৱৰণীত বা বুৰঞ্জীত, যথা সম্ভৱ সঙ্গীসকলৰ নাম লিপিবদ্ধ কৰি, তেওঁলোকক স্বীকৃতি দিয়াত, পাঠকে বাহুল্যতা দোষত দোষী নকৰে যেন। কৰ্ম্মীসকলৰ নাম-ধাম নাথাকিলে বুৰঞ্জী সম্পূৰ্ণ নহয় বুলি মোৰ মনে কয়।

অধ্যক্ষ শ্ৰীহিতেন্দ্ৰ নাথ শৰ্ম্মা, অধ্যাপক শ্ৰীমোহিনী কুমাৰ বৰদলৈ আৰু কবি-সাহিত্যিক শ্ৰীমতী ইনু মহন্তই দিয়া প্ৰেৰণাৰ কাৰণে কৃতজ্ঞতাৰে তেওঁলোকক সুঁৱৰিছোঁ। অধ্যাপক শ্ৰীউৎপল শৰ্ম্মা, অধ্যাপক ড০ প্ৰভাত শৰ্ম্মা আৰু অধ্যাপক শ্ৰীজুভিয়েল কলিতাই দিয়া উদগণি প্ৰণিধানযোগ্য।

কিতাপখন লিখিবলৈ পৰিকল্পনা কৰাৰপৰাই ভাৰতীয় তেল নিগমৰ (অসম তেল সংমেগুল) কাৰ্য্যবাহী সঞ্চালক শ্ৰীঅমৰেন্দ্ৰ নাথ দাসৰপৰা পাই অহা উদগনি আৰু আন্তৰিক সহায় সহযোগিতাৰ লগতে, প্ৰশাসনীয় জ্যেষ্ঠ প্ৰবন্ধক শ্ৰীতৰুণ শৰ্ম্মাৰ সংবেদনশীল সাহচৰ্য্যৰ কথা জীৱন জুৰি অবিস্মৰণীয় হৈ থাকিব। ভাৰতীয় তেল নিগমৰ (অসম তেল সংমেগুল) আৰু ডিগবৈ ক্লাবৰ উদাৰ, আৰ্থিক সহায় অবিহনে এই কিতাপ ছপা কৰাৰ ক্ষমতা হয়তো মোৰ নহ'লহেঁতেন, কিতাপ লিখা ভাগেই পৰি থাকিলহেঁতেন। সেয়ে 'সৰু সৰু মানুহৰ সৰু সৰু কথা' পাঠকৰ হাতত দিব পৰাৰ কৃতিত্ব অসম তেল সংমেগুলৰ। ইয়াৰ কাৰণে অসম তেল সংমেগুলক, বিশেষতঃ কাৰ্য্যবাহী সঞ্চালক শ্ৰীঅমৰেন্দ্ৰ নাথ দাস আৰু ডিগবৈ ক্লাবৰ কমিটিৰ ওচৰত মই ঋণী। কাৰ্য্যবাহী সঞ্চালকৰ চেক্ৰেটৰী, স্নেহাস্পদ শ্ৰীমান ক্ষীৰেন্দ্ৰ লাল বৰগোহাঁইয়ে সময়ে-অসময়ে মই দিয়া আমনিত অলপো আমনিবোধ নকৰি, হাঁহি মুখে আগ বঢ়োৱা সহযোগিতা আৰু ব্যৱহাৰত মই মুগ্ধ—কৃতজ্ঞ।

সত্যৰ খাতিৰত হয়তো কিছুমান অপ্ৰিয় কথা লিখিবলগীয়া হৈছে। সত্যক বাদ দি প্ৰকৃত বুৰঞ্জী কেতিয়াও হ'ব নোৱাৰে। সেয়ে এই ত্ৰুটী বা গুণ মোৰ ইচ্ছাকৃত নহয়—একান্ত মানিবলগীয়া বাধ্যবাধকতাহে। তাকে চাই কোনোবা কৰবাত অসন্তুষ্ট হ'লেও সত্যক মৰ্য্যাদা দি মোক ক্ষমা কৰাৰ সাহসকণ দেখুৱাব বুলি মই নিশ্চিন্ত।

ডুমডুমা কলেজৰ প্ৰাক্তন অধ্যক্ষ, অসমৰ এজন সুপ্ৰতিষ্ঠিত ঔপন্যাসিক, সাহিত্যিক শ্ৰীৰবীন চৌধুৰী, ডিগবৈ কলেজৰ অসমীয়া বিভাগৰ প্ৰাক্তন অধ্যাপক শ্ৰীমোহিনী কুমাৰ বৰদলৈ, অসম তেল সংমেগুলৰ কাৰ্য্যবাহী সঞ্চালক শ্ৰীঅমৰেন্দ্ৰ নাথ দাসে কিতাপখন পঢ়ি মতামত দিবলৈ কৰা অনুৰোধ ক্ৰমে জ্যেষ্ঠ প্ৰবন্ধক (Personal) শ্ৰীপ্ৰফুল্ল চন্দ্ৰ সোণোৱাল, মাৰ্ঘেৰিটা কলেজৰ অধ্যক্ষ সুপ্ৰতিষ্ঠিত কবি, সাহিত্যিক শ্ৰীহিতেন্দ্ৰ নাথ শৰ্ম্মা আৰু সাংবাদিক সাহিত্যিক শ্ৰীবিজয় ভট্টাচাৰ্য্যই হাতে লিখা অৱস্থাতে অশেষ কষ্টেৰে কিতাপখন পঢ়ি নিজ নিজ মতামত প্ৰকাশ কৰি, একেটাকৈ সুচিন্তিত টোকা লিখি তথা মন্তব্য দি অশেষ উপকাৰ সাধিছে। এই উপকাৰৰ প্ৰতি উপকাৰ কৰাৰ মোৰ কোনো সম্বল নাই। আনকি মই গোৱা আনন্দকণ প্ৰকাশ কৰাৰ

কাৰণেও উপযুক্ত ভাষা মোৰ নাই। মই নিশ্চিত যে উপকাৰৰ প্ৰতিদান আশা কৰি মোৰ প্ৰতি থকা তেওঁলোকৰ মৰমকণক লঘু কৰাৰ প্ৰত্যাশা তেওঁলোকে নকৰে। ভগবানৰ ওচৰত সকলোটিবে সৰ্ব্বাঙ্গীন মঙ্গল কামনা কৰিছোঁ।

"Busy for nothing" হৈ ফুৰাৰ জন্মগত পাগলামীৰ কাৰণে এই কামটোৰ বেলিকাও একাধাৰে একাণপতীয়া হৈ লাগিব নোৱাৰাৰ দোষতো, ভাষা আৰু প্ৰকাশ ভঙ্গীত হয়তো বিচ্যুতি ঘটিছে। এই দোষ মোৰ ইচ্ছাকৃত নহয়—লেকামহীন মনৰ চঞ্চলতাহে। তাৰ কাৰণে দোষী লিখা পঢ়াত থাকিবলগীয়া ধৈৰ্য্য আৰু একাগ্ৰতাৰ অভাৱ। এই অভাৱে আৰু লগ নেৰে। মৰিলেও লগতে যাব। মই নিৰুপায়।

সুখৰ কথা যে, 'সৰু সৰু মানুহৰ সৰু সৰু কথা' লিখিবলৈ মনস্থ কৰা দিন ধৰি, পো-বোৱাৰী, জী-জোঁৱাই, সাবালক নাতি-নাতিনী সকলৰ খোচত, লিখা-পঢ়াৰ ক্ষেত্ৰত আজন্ম লগৰী হেলাই, সম্পূৰ্ণ পীড়িব নোৱাৰিলে। কেতিয়াবা কাণ-মূৰ পেলালেও তেওঁলোকৰ খোচত উঠি বহিছিলোঁ। সেয়ে, এই যুদ্ধ জয়ৰ কৃতিত্বৰ দাবী তেওঁলোকেও কৰিব পাৰে।

বয়সৰ চাপত মগজুৱে হয়তো বহু সহযোগীৰ নাম-ধাম ধৰি ৰাখিব নোৱাৰিলে। পাহৰণিৰ বুকুত জাহ গ'ল। এই অনিচ্ছাকৃত ক্ৰুটিৰ কাৰণে এনে সহযোগীসকলক বা তেওঁলোকৰ পৰিয়ালবৰ্গক ক্ষমা খুজিছোঁ।

তিনিচুকীয়াৰ 'PRINT AND BOOK CENTRE'এ তুলনামূলক ভাৱে কম সময়ৰ ভিতৰতে কিতাপখন ছপা কৰি উলিয়াই দিয়াত যথেষ্ট উপকৃত হৈছোঁ। তাৰ কাৰণে প্ৰেছৰ শ্ৰীমান মৃদুল গগৈয়ে দেখুৱা তৎপৰতা আৰু অতি আপোনজনৰ দৰে, খোলা মনেৰে কৰা, বন্ধু সুলভ ব্যৱহাৰৰ ভূয়সী প্ৰশংসা কৰিছোঁ। ভগবানে তেওঁৰ মঙ্গল কৰক।

ডিগবৈৰ শিশু নিকেতনৰ অধ্যক্ষ, সাহিত্যিক শ্ৰীডম্বৰুধৰ শৰ্ম্মাই কিতাপখনৰ প্ৰুফ চোৱাত স্বেচ্ছাই সহায়ৰ হাত আগ বঢ়াই, তেখেতৰ সেৱাপৰায়ণ, উদাৰ মনৰ পৰিচয় দিছে আৰু মোক কৃতজ্ঞতা পাশত আবদ্ধ কৰিছে।

যি কি নহওক, অৱশেষত মোৰ অতি সীমিত শিক্ষা, অধ্যয়ন আৰু জ্ঞান বুদ্ধিৰে লিখা, 'সৰু সৰু মানুহৰ সৰু সৰু কথা' ছপা কৰি, ৰাইজৰ হাতত দিব পাৰি, ভগবানৰ কৃপাত পঙ্গু হৈ পৰ্ব্বত লঙ্ঘাৰ আনন্দ পাইছোঁ। পৰমেশ্বৰক পুনৰায় প্ৰাৰ্থনা জনাইছোঁ যেন সদায়, সৰ্ব্বতিকালে, সকলো পৰিস্থিতিতে, মোৰ মনত থাকে—

*'মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্।।*
*যৎকৃপা ত্বামহং বন্দে পৰমানন্দ মাধৱম্।।।।''*

ভালে-বেয়াই ডিগবৈৰ কিবা এটা স্থায়ী কাম কৰি উঠাৰ এই আনন্দকণ উপভোগ কৰাৰ সময়তো, মোৰ কৰ্ম্ম জীৱনৰ কিছুমান সঙ্গীৰ অভাৱ অনুভৱ কৰি, মাজে মাজে মোৰ মনটো উদাস হৈ পৰে। আজিৰ এই মুহূৰ্ত্তত মোৰ সেই বন্ধুসকল, বিশেষকৈ পৰম শুভাকাঙ্খী ৺সুখময় ৰায় আৰু তাহানিৰ অকণমান নাবালক ছাত্ৰটি, পাচত কৰ্ম্মময় জীৱনৰ বিশ্বাসী সহযোগী, ৺উপেন্দ্ৰ নাথ দত্ত, মহাত্তম প্ৰসাদ তেৱাৰী আৰু ৰাম সুমিৰণ গোস্বামী মোৰ কাষত থকাহেতেন সোণত সুৱগা চৰিলহেতেন। সেয়ে নহ'ল। ভগবানে তেওঁলোকক আগতে লৈ গৈ, তেওঁৰ ইচ্ছা পূৰণ কৰিলে। কিতাপখনৰ প্ৰুফ চাই থকা অৱস্থাতেই সাপ্তাহিক নীলাচলৰ প্ৰতিষ্ঠাপক সম্পাদক, মোৰ সোদৰোপম মৰমৰ 'মুনীন'ৰো মৃত্যুৱে বাতৰিয়ে মোক ব্যথিত কৰিছিল। 'সৰু সৰু মানুহৰ সৰু সৰু কথা' ছপা কৰি তেওঁৰ হাতত দিব নাৱাৰিলোঁ। বিদেহী সঙ্গীবোৰৰ আত্মাবোৰে চিৰ শান্তি লাভ কৰক—এয়ে পৰমেশ্বৰৰ ওচৰত একান্ত প্ৰাৰ্থনা।

কথা ৰাখি, মোৰ কাম কৰিলোঁ। এতিয়া পঢ়ুৱৈসকলে মোৰ দোষ ত্ৰুটি মৰিষণ কৰি, তেওঁলোকৰেই শুভেচ্ছা আৰু আশীৰ্ব্বাদৰ ফল স্বৰূপে সজোৱা, এই শৰাইখন আদৰি ল'লে মই পৰম কৃতাৰ্থ হ'ম, পৰিশ্ৰম সাৰ্থক হ'ব—জীৱন ধন্য মানিম।

শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা

# PREFACE

The Book "**Saru Saru Manuhar Saru Saru Katha**" written by Shri Dwijesh Chandra Deb Sarmah is more than an autobiography of one who is an educationist, a trade unionist, a social activist and basically a humanist. In fact, it is no less than a socioeconomic history of the oil town—Digboi as well as history of the Digboi Refinery.

Shri Deb Sarmah has made an honest attempt to make a comprehensive account of the history of Digboi Refinery as well as Trade Union Movement in the erstwhile Assam Oil Company including the land mark strike in 1939 supported with authentic documents collected meticulously and with tenacious efforts from different sources including abroad. He suplemented the documents with his personal memoirs which has added value to the book.

He has captured every details of every incidence which came on his way in the vicissitudes of this "Saru Manuh" in a flaw-less and lucid manner like a garland of flowers.

Shri Deb Sharmah has a place in the annals of the history of Digboi. He exhibited a rare feat of moral courage when he had asked his opponents to probe the allegations against him before a fact finding enquiry without taking any defence from his side.

Those who are interested in the trade union movement in India will find in this book invaluable data. Every one inquisitive about the history of Petroleum Industry in India as well as the process of industrialisation in the remotest corner of India should read this book.

To make this book more interesting to general readers, certain references like the lists of names of donors, members, list of petty expenses, etc. may be relegated to the back in the form of annexures.

(P.C. SONOWAL)
SENIOR MANAGER (PERS. & MS)

Dated at—
Digboi : 06.02.99

# অৱতৰণিকা

*'সৰু সৰু মানুহৰ সৰু সৰু কথা'* শ্ৰদ্ধেয় শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাদেৱে বহু কষ্ট কৰি লিখা এখন সুন্দৰ পুথি।

লিখনীৰ সংজ্ঞাৰ পৰিধি আজিকালি সলনি হৈ আহিছে। শৈলীৰো পৰিৱৰ্তন হৈছে, আৰু পৰিৱৰ্তন হৈছে চিন্তনৰো। মনত এটি প্ৰশ্ন উদয় হয়,—শ্ৰীযুত শৰ্ম্মাদেৱৰ 'সৰু সৰু মানুহৰ সৰু সৰু কথা' কোন শ্ৰেণীৰ সাহিত্য হ'ব পাৰে বাৰু?

শ্ৰীযুত শৰ্ম্মাদেৱৰ জন্ম ১৯১৪ চনত পুৰণি কামৰূপৰ বজালী মুণ্ডৰীয়া গাৱঁত। স্কুলীয়া শিক্ষা-দীক্ষাৰ অন্তত যোৰহাটত শৰৎ গোস্বামী, হৰিনাৰায়ণ দত্তবৰুৱা আদি গুৰুৰ প্ৰখ্যাতি সাহচৰ্যত যোৰহাটৰ নৰ্মাল স্কুলত শিক্ষা সমাপ্ত, পিচত ডিগবৈত শিক্ষকতা, সমাজ-জীৱন, ১৯৫৭ চনত অসম বিধান সভাৰ বিধায়ক, কালক্ৰমত সক্ৰীয় ৰাজনীতিৰ আঁতৰত থাকি সামাজিক ব্যস্ততাৰে আছে নৱৈৰ দশকতো। লাহেকৈ কুৰিশতিকাই যৱনিকা পেলাব। আহিব নতুন শতিকা। নতুনৰ ৰঙেৰে বোলাব পৃথিৱীৰ ভিন ভিন ৰূপ। তেতিয়াও সমাজত থাকিব বৰ বৰ মানুহ, সৰু সৰু মানুহ। তেতিয়াও সৃষ্টি হ'ব বৰ বৰ মানুহৰ বৰ বৰ কথা, আৰু হ'ব সৰু সৰু মানুহৰ সৰু সৰু কথা। এষাৰ কথা থিক, সমাজক ৰঙাই তোলে—অথবা সোণত সুৱগা চৰায় সৰু সৰু মানুহৰ সৰু সৰু কথাই। কৃষ্ণৰ কাহিনীত সুৱগা চৰাইছে সুদামা, ধোবা, মালিনী, তাহানিৰ শৈশব বন্ধু দুখীয়া ব্ৰাহ্মণ সংসৰ্গই। কৃষ্ণ-চৰিত্ৰ কেৱল কংস, অৰ্জুন, দুৰ্যোধন, বলোৰাম, অথবা 'ভিলেইন' ৰাক্ষস আদি চৰিত্ৰৰ স্পৰ্শতেই প্ৰখ্যাত হোৱা নাই। তেনেকৈ ৰাম কাহিনীও।

শ্ৰীযুত দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাৰ 'সৰু সৰু মানুহৰ সৰু সৰু কথা'ত বৰ বৰ মানুহৰ যে কথা নাই, তেনে নহয়,—সমাজত সৰু সৰু মানুহৰ যে সংখ্যাধিক্য তাৰ পৰিচয় লৈ যে এই মূল্যায়ণ হৈছে,—তাকে পোৱা গৈছে যেন এই বৰ্ণনাত। সৰু সৰু মানুহৰ সৰু সৰু কথা—নামাকৰণ সেয়েহে থিকেই হৈছে।

এই 'সৰু সৰু মানুহৰ সৰু সৰু কথা'তে সমাজ চিত্ৰ এখন ওলাই পৰিছে। মনলৈ ভাব আহে, সৰু সৰু মানুহৰ এইবোৰ আংশিক জীৱন কথাৰ জীৱনী নেকি বাৰু? নে নিজৰ কথা কোৱা আত্ম জীৱনী? নে কুৰিশতিকাৰ দুই দশকৰ পৰা নৱৈৰ দশকৰ জীৱন-বৃত্তৰ উপলব্ধিৰ স্মৃতি কথা?

আগতে উল্লেখ কৰা হৈছে—সাহিত্যৰ সংজ্ঞা, স্বৰূপ, আঙ্গিক আদিৰ বহু সলনি হৈছে যুগ-মানসিকতা সলনিৰ লগে লগে।

অসমীয়া সাহিত্যৰ ইতিহাসত এনেধৰণৰ জীৱন কথাৰ সুন্দৰ স্বাক্ষৰ আছে পুৰণি অসমীয়া সাহিত্যত। বৈষ্ণৱ যুগৰ সম্প্ৰসাৰণত সৃষ্টি হোৱা গুৰু চৰিতসমূহ তেনে স্বাক্ষৰ। 'কথা-গুৰুচৰিত' মাহাত্ম্যৰতো কোনো কথাই নাই—যেন 'New-testament' হে। অধ্যাপক উপেন লেখাৰু চাৰে কৈছিল,—কীৰ্তন নামঘোষাদলৰে কথা গুৰুচৰিত থাপনাত থৈ অৰ্চনা কৰিব পাৰে।

বৈষ্ণৱ যুগৰ পিচৰ সম্প্ৰসাৰণ, পিচৰ অসম বিপৰ্যয় কাল, ইয়াণ্ডাবু সন্ধিৰ পিচত যে পাশ্চাত্য-প্ৰভাৱী নতুন সাহিত্যই গঢ় লৈ উঠিল, তেতিয়াও বিকশিত হ'ল জীৱনী সাহিত্য। গুণাভিৰাম বৰুৱাই (১৮৩৭-৯৪) লিখা আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনী (১৮২৯-৫৯) আজিও অমূল্যবান অৰিহণা। আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনীয়েই কেৱল নহয়—তাত আছে সুন্দৰ সমাজ চিত্ৰৰ বৰ্ণনা।

এইখন জীৱনীৰ দৰে পিচৰ সাৰ্থক জীৱনী সূৰ্য্যকুমাৰ ভূঞা ১৮৯৪- বিৰচিত আনন্দৰাম বৰুৱাৰ (১৮৫০-১৮৮৯) জীৱনী। সাৰ্থক ৰূপ ইয়াতো আছে। ইয়াৰ পিচত অসমীয়া সাহিত্যত বহুতো জীৱনী সাহিত্য বিৰচিত হৈছে।

জীৱনী সাহিত্যৰ পৰম্পৰা ভাৰত-সভ্যতা-সংস্কৃতিত প্ৰথম শতিকাৰ প্ৰৱিতযশা সাহিত্যিক অশ্বঘোষৰ

'বুদ্ধ-চৰিত'ও সুন্দৰভাবে জিলিকি আছে। অসমৰ বৈষ্ণৱযুগৰ চৰিতমালাৰ কথা আগতে কোৱা হৈছে। বঙ্গদেশৰ অথবা আন আন প্ৰাদেশিক ৰূপতো পোৱা হয়। এই বিলাক শিল্প-নৈপুন্যত Biography (জীৱনী)ৰ পৰা Hagiography (গুৰুবন্দনা) হোৱা বুলি অভিহিত।

বিশ্বৰ সাহিত্যত পৰবৰ্তী কালত গুৰুবন্দনাৰ সলনি জীৱনী সাহিত্যৰ সাৰ্থক ৰূপ পোৱা হ'ল। যেনে Lewes (লুইচ)ৰ Life of Gothe, Boswell (বছৱেল)ৰ Life of Johnson, ভাগিনী নিবেদিতাৰ The Master as I saw Him, Rama Rolland (ৰমা ৰোঁলাৰ) Ramkrishna, Vivekanand আদি প্ৰখ্যাত।

কুৰি শতিকাৰ প্ৰথমভাগত ইংৰাজী সাহিত্যৰ জীৱন-চৰিত শাখাত Lytton Strachey (লিটন ষ্ট্ৰেচি) য়ে প্ৰখ্যাতিৰে এক যেন যুগান্তৰ আনিলে। জীৱনীত যি অত্যাবশ্যক তাক গ্ৰহণ কৰি আৰু যি অপ্ৰোয়জনীয় তাক নিষ্ঠুৰভাবে বৰ্জন কৰি নিৰাসক্ত মোহমুক্ত পক্ষপাতবিহীন দৃষ্টিৰে জীৱনী ৰচনাৰ সূচনা কৰিছিল। 'লিটন'ৰ মতে জীৱনী লেখক যে শ্ৰদ্ধ হ'ব লাগিব তেনে কোনো কথা নাই। লিখকে যেনে ধৰণে বুজিছে তেনেকৈ চিত্ৰন কৰিছে। লিটনৰ Eminent Victarians এনে আলোকেৰে বিৰচিত!

শ্ৰীযুত শৰ্ম্মাদেৱৰ 'সৰু সৰু মানুহৰ সৰু সৰু কথা' পঢ়াৰ সময়ত লিটন ষ্ট্ৰেচিৰ এই মতাদৰ্শ শৈলীৰ কথা ভাবিছিলোঁ। উইনষ্টন চাৰ্চিলে লিখা 'Great Contemporaries' পঢ়া মোৰ মনত আছে। সমসাময়িক প্ৰখ্যাতসকলক নিজাববীয়া চিন্তনেৰে বৰ্ণনা কৰিছে। আমাৰ শ্ৰীযুত শৰ্ম্মাদেৱে 'সৰু সৰু মানুহৰ সৰু সৰু কথা' নিজাববীয়া চিন্তনেৰে প্ৰকাশ কৰিছে। তেখেতৰ ঠাই ডিগবৈ-মাৰ্ঘেৰিটাৰ বিগত দিনৰ তেল-কয়লাৰ বিকাশ-বিবৰ্তনৰ কথাও লিখিছে। বহুতৰ কাৰণে সেয়া পৰম দৰকাৰী। পৰিৱেশ-পৰিবৰ্তন চানেকি সাহিত্যতো দৰকাৰী।

শ্ৰীযুত শৰ্ম্মাদেৱৰ 'সৰু সৰু মানুহৰ সৰু সৰু কথা' কেৱল জীৱনী অথবা জীৱন-চৰিত শাখাতে পেলাব নোৱাৰি। আত্ম-চৰিত শাখাতহে পেলাব লাগিব। কাৰণ নিজক কেন্দ্ৰ কৰি নিজৰ উপলব্ধিৰ সময়ৰ সমাজৰ কথা বিবৃত কৰিছে পুথিখনিত। প্ৰখ্যাত জীৱনী 'লাইফ অব ডাঃ জনছন'ৰ লিখক 'বছৱেলে' কয়—'প্ৰত্যেকৰ জীৱনচৰিত আত্মকৃত হোৱাই বাঞ্ছনীয়।' কিন্তু বহুসময়ত আত্মচৰিত লিখকে লিখনীত দাম্ভিকতা, অসামন্য বেয়া লগা বৰ্ণনা-ক্লান্তিৰ যেন ভীৰ কৰে। তেনে স্থলত পাঠকৰ ভক্তি, শ্ৰদ্ধা আৰু বিশ্বাস নথকা হয়গৈ। এনে স্থলত লিখনী নিচেই সাধাৰণ হৈ পৰে। কোৱা হয়, আত্মচৰিতত লিখকৰ অতিমাত্ৰা নম্ৰতা অথবা অতিমাত্ৰা আত্ম সচেতনতা—উভয়েই ক্ষতিকৰ।

আত্মচৰিত শাখাৰ বিশাল সফল পৰিধি পৰ্যবেক্ষণ কালত পোৱা হয় ইংৰাজী সাহিত্যৰ St. Augustine'ৰ Confessions, Rousseau ৰ Confessions, Gibbon ৰ Autobiogrphy, Davies ৰ Autobiogrphy of Super-Tramp আৰু মহাত্মা গান্ধীৰ My Experiments With Truth (মোৰ সত্য অন্বেষণৰ কাহিনী) আদি।

আত্মচৰিত অথবা আত্মজীৱনী শাখাৰ লিখকে কেতিয়াবা সু-সংবদ্ধ আত্মচৰিত নিলিখি দিনপঞ্জী আৰু স্মৃতি কথাৰ ৰচনা কৰে। এনে ক্ষেত্ৰত নিজা কোনো শিল্পগত পৰিণাম সঙ্কেত নাথাকে। আত্ম-চৰিত অথবা আত্ম-জীৱনীত লিখকৰ ব্যক্তি চৰিত্ৰ আৰু আত্ম সন্ধান প্ৰধান। আৰু স্মৃতিকথাত তেওঁৰ ব্যক্তি-চৰিত্ৰতকৈ ঘটনা-প্ৰবাহ প্ৰধান।

শ্ৰীযুত শৰ্ম্মাদেৱৰ পুথিখনি পঢ়ি ভাবিছিলোঁ—আত্মচৰিতৰ কথা নে স্মৃতি চৰিতৰ কথা? নিজৰ জীৱন তৰজ সমাজ-পৰিৱেশ তৰজ, সময়-চিন্তা তৰজ অন্তৰ্হিত সমলৰে ই কেৱল স্মৃতি কথাই হৈ থকা নাই—এয়া যেন আত্ম-কথাৰ পৰিসীমাৰো উৰ্দ্ধত। এই কাৰণেই ডিগবৈৰ তেল ইতিহাস, মাৰ্ঘেৰিটা লিডুৰ ইতিহাস আদি জীৱন-সময়ৰ কথাত অন্তৰ্হিত হৈ পৰিছে। কাৰণ এইবোৰো জীৱন-নদীৰ পাৰত দেখা চিনাকি চিত্ৰাৱলী।

আধুনিক অসমীয়া সাহিত্যত আত্ম-জীৱনী শাখাত বৰ উল্লেখযোগ্য অৱদান আছে। তাৰে ভিতৰত সাহিত্যৰথী বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' প্ৰখ্যাত। ১৯৬৮ চনত বেজবৰুৱা শত-বাৰ্ষিকী পালনৰ সময়ৰ অনুষ্ঠানত ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায় আৰু অন্নদা শঙ্কৰ ৰায়ৰদৰে পণ্ডিতে অংশ গ্ৰহণ কৰিছিল। প্ৰখ্যাতি-

প্ৰখ্যাত পণ্ডিত-মন্তব্য হ'ল—এই বেজবৰুবাৰ আত্ম-জীৱনী বিশ্ব-সাহিত্যতে উল্লেখযোগ্য হোৱাৰ সমকক্ষ। বেজবৰুৱাৰ দৰে অসমীয়া সাহিত্যৰ কাণ্ডাৰী, প্ৰথম সাহিত্য সভাৰ সভাপতি পদ্মনাথ গোহাঞিবৰুৱাই নিজৰ জীৱন কথা লিপিবদ্ধ কৰি গৈছে। অসমীয়া সাহিত্যৰ এইবোৰ অমূল্য সম্পদ। লিখকৰ কাল মন জিলিকি আছে তাত। আৰু জিলিকি আছে তেতিয়াৰ সমাজ।

সময়-কালৰ আৰু দুখন সাম্প্ৰতিক সাৰ্থক আত্মকথাৰ পুথি হ'ল পণ্ডিত ৬০ মহেশ্বৰ নেওগদেৱৰ 'জীৱনৰ দীঘ আৰু বাণী' আৰু সুকবি ৬০ মহেন্দ্ৰ বড়াৰ 'ওপলা নদীৰ দৰে'। দুয়োখনতে সম-সাময়িক সমাজ যেন জিলিকি আছে আৰু আছে পাণ্ডিত্যৰ পৰিধিৰ চিনাকি তথা যেন কাব্যালোকৰ স্পন্দন। আগতে আলোচ কৰি অহা আত্মজীৱনীত থাকিব নলগা পাণ্ডিত্যাভিমান সঁচাকৈ বৰ্জিত। স্বাধীনতা যুদ্ধৰ অক্লান্ত কৰ্মী, প্ৰয়াত দেৱেশ্বৰ শৰ্মাই এখন বৃহৎ আত্ম-জীৱনী --'তেজাই যোৱা দিনবোৰ' লিখিছে। সু সাহিত্যিক বেণুধৰ শৰ্মাৰ 'মজিয়াৰপৰা মেজলৈ' 'কংগ্ৰেছৰ কাচিয়লী ৰ'দত—তেনে সাৰ্থক ৰচনা। শ্ৰীযুত দ্বিজেন্দ্ৰ চন্দ্ৰ দেব শৰ্মাৰ 'সৰু সৰু মানুহৰ সৰু সৰু কথা'ও সাৰ্থক ৰচনা। আত্মাভিমান শৰ্মাদেৱৰ জীৱনতে নাই। শিক্ষকতাতে বোলক, শৈশৱ-কৈশোৰৰ পাৰ্বৰ অথবা যোৰহাট অথবা যৌবনৰ অতিবাহিত কৰি বিয়লিৰ কৰ্মময় ডিব্ৰুগড়-মাৰ্ঘেৰিটাৰ, অথবা পূৰ্বাঞ্চলৰ, অথবা পূব অসমৰ পৰিবেশতে বোলক, ক'তো দেখা নাই আত্মাভিমান ৰাজনীতিৰ ক্ষেত্ৰৰ কথাত তেখেতে কৈছে—'ৰাজনীতিয়ে মোক নুসুজিলে'। তেখেত ৰাজনীতি-সাৰ্থক লোক নহয়। তেখেত সামাজিক লোক—বিনম্ৰ-বিনয়ী-গান্ধীবাদী।

আৰু সেই কাৰণেই তেখেতৰ জীৱন বৃত্তৰ পৰিৱেশৰ সমলেৰে বিৰচিত আত্ম-কথা— 'সৰু সৰু মানুহৰ সৰু সৰু কথা' সুন্দৰ-সুপ্ৰকাশ হৈছে। সুন্দৰৰ আৰাধনা যাৰ জীৱনৰ লক্ষ্য, পক্ষপাত চিন্তাই য'ত জীৱনৰ মুখ্য ভূমিকা নলয়, গান্ধীৰ কৰ্ম-প্ৰেৰণা যাৰ জীৱন-যুগ কৰ্ম আদৰ্শ, যাৰ জীৱন ক্লান্তিহীন সংগ্ৰামৰ অংশ,—তেনে এজন সৎ, গুণী লোক শ্ৰীযুত শৰ্ম্মাদেৱৰ লিখনিৰে এই পুথি ৰচিত হোৱাত আনন্দবোধ কৰিছোঁ।

প্ৰাণৰো প্ৰাণৰ সশ্ৰদ্ধ অভিনন্দন জনাইছোঁ শ্ৰীযুত শৰ্ম্মাদেৱক। এই অভিনন্দন তেখেতৰ লিখক-জীৱনৰ বাবে। সাহিত্য জাতিৰ দাপোন বুলি কোৱা হয়। শৰ্ম্মাদেৱৰ সৃষ্টি দাপোনত সময়-প্ৰবাহৰ সুন্দৰ আংশিক ছবি কিছুমান দেখাৰ সৌভাগ্য হ'ল।

**শ্ৰীৰবীন চৌধুৰী**

# দৃষ্টিপাত

"সৰু সৰু মানুহৰ সৰু সৰু কথা" শ্ৰীযুত দ্বিজেশ চন্দ্ৰ দেব শৰ্মাৰ পৰিণত বয়সৰ সৃষ্টি। এই গ্ৰন্থ লিখকৰ সম্ভবতঃ "হংস-গাথা"। গ্ৰন্থখনিত আছে তেখেতৰ পূৰ্ণতা প্ৰাপ্ত জীৱনটোৰ স্তূপীকৃত অভিজ্ঞতাৰ আৰু সেই অভিজ্ঞতাৰ সৈতে সম্পৰ্কিত স্থান-কাল-পাত্ৰৰ আলোক সঞ্চাৰী, বস্তু-নিষ্ঠ বিৱৰণী। এই বিৱৰণীত ধৰা দিছে তেওঁৰ মনন আৰু ছয়াশী বছৰ জোৰা সুদীৰ্ঘ জীৱন-যাত্ৰাৰ ফসল ৰাশি। অগণিত ঘাত-প্ৰতিঘাতৰ হাতুৰীৰ আঘাতত গঢ় লৈ উঠা লৌহ-কঠিন তেখেতৰ জীৱন যাত্ৰা। কিন্তু কঠিন শিলাস্তৰৰ বুকুৰপৰা নিগৰি ওলোৱা স্ফটিক-স্বচ্ছ জল-ধাৰাৰ দৰে তেখেতৰ হৃদয়ৰপৰাও নিজৰি ওলাইছে স্নেহ আৰু কৰুণা, মানুহৰ প্ৰতি প্ৰেম। কৃতজ্ঞ চিত্তে স্মৰণ কৰিছে কৰুণাৰ, মৰমৰ মৰ্ম-স্পৰ্শী মুহূৰ্ত্ত সমূহ। বুদৰু টুপৰ বিধবা, নিচলা বুঢ়ী গৰাকীয়ে তেওঁক ছাত্ৰ-বৃত্তি পৰীক্ষা দিয়াৰ সময়ত দিয়া মৰম সনা আশ্ৰয়ৰ কথা তেওঁ ওৰেটো জীৱন সঞ্চয় কৰি ৰাখিছে কৃতজ্ঞতাৰে তেওঁৰ হৃদয়ৰ মণিকোঠত। পাহৰিব পৰা নাই তেওঁ তেনেকুৱা অসংখ্য কথা, অসংখ্য ঘটনা। গ্ৰন্থখনি প্ৰায় ছয়বছৰ জোৰা তেখেতৰ অক্লান্ত পৰিশ্ৰম, গৱেষণা মূলক বীক্ষণ আৰু সংগ্ৰহ, আৰু সত্যৰ আধাৰত স্মৃতিৰ সংযমী সংশ্লেষণৰ ফলশ্ৰুতি।

পশ্চিমীয়া শিক্ষাৰে উচ্চ শিক্ষিত নহৈও শ্ৰীযুত শৰ্মাই আয়ত্ব কৰিছে সেই শিক্ষাৰ শ্ৰদ্ধেয় গুণাৱলী। ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ মূল উপাদান সমূহৰ সৈতে, মৌলিক প্ৰমূল্যসমূহৰ সৈতে সেই গুণাৱলীৰ তেওঁ এক অপূৰ্ব্ব সংমিশ্ৰণ ঘটাইছে। যোৰহাট নৰ্মাল স্কুলত শিক্ষাৰত কালত প্ৰেকটিচিং স্কুলৰ শিক্ষক অনুসূচীত সম্প্ৰদায়ৰ জয় ৰাম দাসৰ অস্পৃশ্য মৃত দেহটো স্বেচ্ছাই আগবাঢ়ি গৈ সৎকাৰ কৰিবলৈ কান্ধত তুলি নিয়া ঘটনাটো আৰু তাৰ পৰৱৰ্ত্তী প্ৰতিক্ৰিয়া স্বৰূপে তেওঁৰ ওপৰত আৰোপিত প্ৰতিকাৰ "প্ৰায়শ্চিত্ত" হ'বলৈ অস্বীকাৰ কৰি বহুদিনলৈ নিকাৰ ভোগ কৰা ঘটনাটোৱে ছাত্ৰাৱস্থাতে (১৯৩৩ খৃঃত) তেওঁৰ মনত গভীৰ ভাৱে শিপোৱা মানবীয় আস্থাৰ এক উজ্জ্বল পটন্তৰ। শ্ৰীযুত শৰ্মাই তেখেতৰ মননক গঢ় দিছে যুক্তি আৰু তথ্যনিৰ্ভৰ সাঁচত আৰু ব্যক্তিত্বক বিকশাই তুলিছে বৌদ্ধিক কছৰতৰ নিৰ্ম্মোহ দৃঢ়তাৰে। জুলীয়া আবেগে তেখেতৰ ভাবানুভূতিক কেতিয়াও বিচলিত কৰা নাই। কৃত-সংকল্প শ্ৰীযুত শৰ্ম্মা সময়ত ব্যৰ্থতাৰ সন্মুখীন হৈও কোনো দিনে ব্যৰ্থতাৰ ওচৰত আত্ম সৰ্ম্পণ কৰা নাই। গণতান্ত্ৰিক আদৰ্শই তেওঁৰ জীৱন ধাৰাক উজ্জীৱিত কৰি ৰাখিছে আৰম্ভণিৰে পৰাই। তেওঁৰ জীৱনৰ গোটেই সংগ্ৰামটোৱে আমাৰ বাবে ইতিবাচক, আমাৰ বাবে বিশেষভাৱে অৰ্থবহ।

গ্ৰন্থখনিয়ে আত্মজীৱনী হৈও ইতিহাসৰ বিস্তৃতি আৰু গভীৰতা লাভ কৰিছে। আৰম্ভ হৈছে শৈশৱৰ পটভূমিৰ ক্ষেত্ৰ তেখেতৰ পৰিয়াল, গাওঁ আৰু সেই অঞ্চলৰ নিৰ্ব্বাচিত অনুষ্ঠান প্ৰতিষ্ঠান, ব্যক্তি আৰু ঘটনাৰ সজীৱ বৰ্ণনাৰে। শ্ৰীযুত শৰ্ম্মাদেৱৰ কঠোৰ জীৱন যাত্ৰাৰ বিভিন্ন পৰ্য্যায়ত প্ৰতিভাত হৈছে সত্যৰ অন্বেষা আৰু দৃঢ় আত্ম-প্ৰত্যয়। সত্য অন্বেষণৰ প্ৰতি উছৰ্গিত হোৱা হেতুকেই শ্ৰীযুত শৰ্ম্মাই তাহানি শাসক দলৰ বিধায়ক হৈ থকা অৱস্থাত তেখেতৰ বিৰুদ্ধে কেতবোৰ মহলে উদ্দেশ্য-প্ৰণোদিত ভাৱে অনা দুৰ্নীতিৰ অভিযোগৰ সত্যাসত্য নিৰূপণৰ বাবে তেখেতে নিজেই ১৯৬৬ চনৰ ২৫ আক্টোবৰ তাৰিখে ডিগবৈত সৰ্ব্বদলীয় ৰাজহুৱা সভা আহ্বান কৰি সেই সভাৰ সিদ্ধান্ত বিনা প্ৰতিবাদে গ্ৰহণ কৰিব বুলি প্ৰতিশ্ৰুতিবদ্ধ হৈছিল। সভাই পিছে তেখেতৰ প্ৰতি অটল বিশ্বাস হে থাপিলে। নিজৰ দুৰ্নীতিৰ প্ৰমাণৰ বাবে নিজে সভা আহ্বান কৰা শ্ৰীযুত শৰ্ম্মা বোধহয় একমাত্ৰ বিধায়ক। এই ঘটনাৰ আঁৰত তেখেতৰ আত্মপ্ৰত্যয় বিস্ময়কৰ। এই দুটা বিশেষ গুণে সমৃদ্ধি লাভ কৰিছে তেখেতৰ স্বভাৱ-সুলভ বিনয়ৰ আধাৰত। সত্যৰ অন্বেষণে তেখেতক ঘটনা সমূহৰ আবেগ-অনুভূতিৰ ধূঁৱলী বৃত্তৰ পৰা এক সম্যকদৰ্শী দূৰত্বত ৰাখিছে। তাৰ ফলতে তুচ্ছতাৰ মাজত বিলীন হ'বলগীয়া তেখেতৰ জীৱন-প্ৰক্ৰিয়াই লাভ কৰিছে অক্ষয় হীৰক-দ্যুতি।

শ্ৰীযুত শৰ্ম্মাদেৱৰ মূল কৰ্ম্মক্ষেত্ৰ ডিগবৈ ভাৰত তথা এচিয়াৰ প্ৰথম আৰু বিশ্বৰ দ্বিতীয় তৈল শিল্প ক্ষেত্ৰ। তেল শিল্পক কেন্দ্ৰ কৰিয়ে ডিগবৈ নগৰৰ উৎপত্তি। তথাপি ডিগবৈৰ পূৰ্ণ পৰ্য্যায়ৰ তথ্য সম্বলিত ইতিহাস

এখন অধুনা পৰ্য্যন্ত ছপা হৈ নোলোৱাটো গভীৰ পৰিতাপৰ বিষয়। শ্ৰীযুত শৰ্মাই এই গ্ৰন্থৰ জৰিয়তে সেই অতি প্ৰয়োজনীয় অভাৱটো পূৰ্ণ কৰিছে। এই গ্ৰন্থখনিৰ এক বিপুল অংশ আগুৰি আছে ডিগবৈৰ তেল শিল্পৰ অতীত ইতিহাস আৰু তাৰ বিবৰ্ত্তনৰ ৰেহ্-ৰূপে। আৰু আছে সমগ্ৰ বৃটিশ ভাৰতকে কঁপাই তোলা ১৯৩৯ খৃঃৰ বিখ্যাত শ্ৰমিক ধৰ্ম্মঘটৰ প্ৰমাণ-সিদ্ধ আৰু পূৰ্ণাঙ্গ খতিয়ান। এই খতিয়ান বহু আপুৰুগীয়া আৰু হাতে ঢুকি নোপোৱা মৌলিক তথ্যৰ আঁকৰ। উদাহৰণ স্বৰূপে "অসম অইল কোম্পানী" গঠনৰ "পঞ্জীভূক্ত চুক্তি পত্ৰ", "অসম অইল কোম্পানীৰ প্ৰথম "Prospectus" আৰু সেই "Prospectus নবীকৰণ", এ.ও.চি. লেবাৰ ইউনিয়নে চলোৱা ধৰ্ম্মঘটৰ দাবী চনদ, "হিগিন্স্ তদন্ত আয়োগৰ প্ৰতিবেদন", ধৰ্ম্মঘট সম্পৰ্কে তদানীন্তন অসমৰ প্ৰধান মন্ত্ৰীৰ বিবৃতি, "মুখাৰ্জী তদন্ত কমিটিৰ" ৰায়, G.D Walkerৰ মন্তব্য ইত্যাদি বিভিন্ন দুষ্প্ৰাপ্য নথি সমূহৰ প্ৰতিলিপিৰ সংযোজনৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। এই ছোৱা ইতিহাসৰ বাবে শ্ৰীযুত শৰ্ম্মা অসমৰ শিল্প আৰু অৰ্থনীতিৰ গৱেষক সকলৰ বাবে অপৰিহাৰ্য্য অবলম্বন হৈ থাকিব। কিন্তু তেখেত অকল শিল্প ইতিহাসতে আবদ্ধ হৈ থকা নাই। তেখেতে ডিগবৈ আৰু পৰিপাৰ্শ্ব অঞ্চলৰ সামাজিক, সাংস্কৃতিক জীৱনৰো বিস্তৰ তথ্যৰ যোগান ধৰিছে।

ঐতিহাসিক চৰিত্ৰ বিশিষ্ট হোৱাত গ্ৰন্থখন এক সামূহিক সম্পদত পৰিণত হৈছে। ক'বলৈ মন যায়, শ্ৰীযুত শৰ্ম্মা স্থিতধী ব্যাসদেৱ আৰু তেখেতৰ গ্ৰন্থখনি **"ডিগবৈৰ মহাভাৰত"**। আনন্দ-বেদনা-ঘন এই গ্ৰন্থত আছে মহাকাব্যিক সত্য ভাষণৰ বলিষ্ঠতা আৰু নিৰ্মোহ বিচাৰ ধাৰাৰ শান্ত নিৰ্লিপ্তি। পোনপটীয়া আৰু স্বচ্ছ বচন-ভংগি তেখেতৰ পৰিণত চিন্তনৰ সাৰ্থক বাহক।

"সৰু সৰু মানুহৰ সৰু সৰু কথা" শিৰোনামা লিখকৰ বিনম্ৰ ব্যক্তিত্বৰ অভিব্যক্তি। বিপুল কাল আৰু স্থানৰ পৰিপ্ৰেক্ষিতত আমি সকলো বিলাক মানুহেই ক্ষুদ্ৰাদপি ক্ষুদ্ৰ আৰু আমাৰ সকলো বিলাক কামেই তদনুৰূপ। তথাপি সেই ক্ষুদ্ৰতাৰ মাজেৰেই ধ্বনিত হ'ব লাগিছে বিৰাটৰ নিশ্বাস, গঢ়ি উঠিছে কালাতিক্ৰমা সভ্যতাৰ সৌধ। গ্ৰন্থখনি সেই বিৰাট সৌধৰে ক্ষুদ্ৰ অথচ অপৰিহাৰ্য্য এচপৰা ইটা।

পৰিশেষত এনে হেন এখন মহৎ গ্ৰন্থ পাণ্ডুলিপি অৱস্থাত এই অভাজনক চাবলৈ দি শ্ৰীযুত শৰ্ম্মাদেৱে যি অনুগ্ৰহ দেখুৱালে তাৰ বাবে মই তেখেতৰ ওচৰত কৃতাঞ্জলি কৰিলোঁ।

(হিতেন্দ্ৰ নাথ শৰ্মা)

# সমীক্ষা

*'সৰু সৰু মানুহৰ সৰু সৰু কথা'—গ্ৰন্থখনৰ এটি সমীক্ষা*

মিল্টনে কৈছিল, ''এখন ভাল কিতাপত কোনো মনীষীৰ জীৱনৰ বহুমূলীয়া অভিজ্ঞতা থুপ খাই থাকে আৰু পিছৰ যুগলৈকে সি আদৰ্শৰ চিনৰূপে সংৰক্ষিত হয়।'' শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্মা ছাৰৰ 'সৰু সৰু মানুহৰ সৰু সৰু কথা'ত ছাৰৰ বহু আকাঙ্খা, বহু শ্ৰম, বহু কষ্ট, বহু আত্মদান, সাধনা আৰু বহু তিতা-মিঠা অভিজ্ঞতা থুপ খাই আছে। সচেতন চিন্তা আৰু যুক্তি পূৰ্ণ বিচাৰৰ ওপৰত প্ৰতিষ্ঠিত এক গভীৰ জীৱনবোধে ছাৰৰ সমগ্ৰ সত্তাক আবৰি আছে আৰু তাৰ প্ৰতিফলন হৈছে তেখেতৰ কৰ্মজীৱন আৰু ৰাজনৈতিক জীৱনত। তেখেতৰ কৰ্মজীৱন আৰু ৰাজনৈতিক জীৱনৰ এই প্ৰতিফলন মিল্টনে কোৱাৰ দৰে নিশ্চয় পিচৰ যুগলৈ আদৰ্শৰ চিনস্বৰূপে সংৰক্ষিত হ'ব।

গ্ৰন্থখনত সন্নিবিষ্ট হৈ থকা বৰ্ণনাসমূহ আৱশ্যক অনুযায়ী যুক্তি, নথি-পত্ৰ আৰু ছবিৰ যোগেদি বৰ্ণনা কৰিছে। অতিৰঞ্জিত ঘটনাৰে বা বিশ্লেষণেৰে কোনো ঘটনাকেই অযথা মহৎ কৰি দেখুৱা নাই। গ্ৰন্থখনৰ কিছুমান কাহিনী আৰু কাৰ্য্য বিশ্লেষণত এনেকুৱা উপায় অবলম্বণ কৰিছে যে, কেতিয়াবা খন্তেকৰ কাৰণে হ'লেও গল্প বা উপন্যাস পঢ়াৰ নিচিনা লাগে—এইবোৰ কিন্তু ছাৰৰ কল্পনা জগতৰ নহয়, মনোজগতৰ বাস্তৱ কাহিনীহে। গ্ৰন্থখন পঢ়ি যাওঁতে কেতিয়াবা হিচাব পৰীক্ষকৰ টোকা পঢ়াৰ নিচিনা লাগে। ছাৰৰ বহুমুখী ব্যক্তিত্বৰ প্ৰকাশো এই গ্ৰন্থখনত দেখিবলৈ পাইছোঁ—শিক্ষক, সমাজ সংস্কাৰক আৰু ব্যৱসায়ী। ব্যৱসায়ী গুণটো অৱশ্যে কলিতেই মৰহি গৈছে। আনহাতে, নাট্যকাৰ, গীতিকাৰ আৰু ভাৱবীয়াৰ সমাহাৰ ঘটিছে। মানুহৰ বিপদত মানুহক মানুহ হিচাবে গণ্য কৰি সমাজৰ উচ্চ-নীচ ভেদ নীতিক ভৰিৰে গচকি পেলাওঁতে ছাত্ৰ অৱস্থাতে ছাৰ সমাজ চ্যুত হ'ব লগা হৈছে। অজ্ঞতা আৰু কু-সংস্কাৰৰ বিপক্ষে তেখেতৰ বাস্তৱ জীৱনত ঘটা কইবাটাও ঘটনা এই গ্ৰন্থত উল্লেখ কৰিছে। আচলতে, যি ধৰ্মৰ মৰ্ম কথা বুজে তেনে ব্যক্তি অতি-মানবীয় গুণেৰে বিভূষিত হোৱাটো আচৰিত কথা নহয়। অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীৰ দৰে ছাৰেও যেন বুজি পাইছিল, ''যি দেহত পৰোপকাৰ আৰু সদাচাৰ জ্ঞানৰ বিকাশ নহয়, সেই দেহ ধাৰণ কৰা নিষ্ফল।''

১৯শ শতিকাৰ মাজ ভাগত ৰাজা ৰামমোহন ৰায় আৰু ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰে বঙ্গদেশৰ সাধাৰণ লোকৰ শিক্ষাৰ উন্নতিৰ কাৰণে যি প্ৰচেষ্টা চলাইছিল, ছাৰে কুৰি শতিকাৰ মাজভাগত তেখেতৰ কৰ্মক্ষেত্ৰৰপৰা যিমান দূৰলৈকে পাৰে সিমান দূৰলৈকে তেনে প্ৰচেষ্টা চলাইছিল। আমাৰ দেশত চৰকাৰে বৰ্তমান যি স্বাক্ষৰতা অভিযান চলাইছে সেই অভিযান ছাৰে ৬০ বছৰৰ আগতেই ডিগবৈ আৰু ইয়াৰ আশে-পাশে চলাইছিল। এই অভিযানক তেখেতে এটা আন্দোলন হিছাবে গঢ়ি তুলিছিল আৰু তাৰ কাৰণে নিজৰ গাথিৰ ধন ভাঙিবলৈ আৰু মুষ্টি ভিক্ষা কৰিবলৈও কুণ্ঠা বোধ কৰা নাছিল। ছাৰৰ এইবিলাক কামে ফৰাচী বিপ্লৱৰ আদৰ্শলৈ মনত পেলাই দিয়ে—"All men are equal and free and brothers There is only one class, the class of men; only one nation, the nation of man of which all are citizens" স্বদেশ প্ৰেমৰ চিৰ অনিৰ্বাপিত একুৰা জুইয়ে ছাৰৰ অন্তৰ দহি আছিল—ইয়াৰ প্ৰতিফলন 'শিক্ষা প্ৰচাৰ সমিতি'।' 'শিক্ষা প্ৰচাৰ সমিতি'ৰ তৃতীয় অধিবেশনত ৰামকৃষ্ণ মিছনৰ প্ৰখ্যাত আৰু শ্ৰদ্ধেয় সন্ন্যাসী স্বামী ৰঙ্গনাথানন্দই বিশিষ্ট অতিথিৰূপে ভাষণ দি কৈছিল, "...... They are traitors who themselves being educated do not try to educate their illiterate brothers. It is a pleasure to record that while the country is full of such traitors the organisers and workers of the Shiksha Prachar Samittee are doing true service to the humanity" ১৯৪৫ চনতে শিক্ষা প্ৰচাৰ সমিতি' অনুষ্ঠান গঢ়ি তুলি বিভিন্ন উদ্দেশ্য যেনে—

(১) ডিগবৈক কেন্দ্ৰ কৰি ইয়াৰ চাৰিওফালৰ গাওঁবোৰত প্ৰতিখনতে একোখন প্ৰাইমাৰী স্কুল হ'ব

লাগিব।

(২) বয়সস্থ সকলকো অক্ষৰ জ্ঞান দিবলৈ নৈশ স্কুল খুলিব লাগিব।

(৩) গাওঁৰ মহিলাসকলক বোৱা-কটা শিকাই শিপিনী কৰি তুলিব লাগিব।

ছাৰে ভাৱিছিল, অসমৰ বিভিন্ন পিচপৰা সমাজত শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ লগে লগে লক্ষ লক্ষ অশিক্ষিত দৰিদ্ৰ দেশবাসীক ব্যৱসায়িক দৃষ্টিৰে কুটীৰ শিল্পত পটু আৰু একান্ত উপাসক কৰি তুলিব পাৰিলেহে দেশ স্বাৱলম্বী হোৱাত সহায় হ'ব আৰু দৰিদ্ৰতাৰপৰা মুক্তি পাব। এই আঁচনি সমূহক ৰূপায়িত কৰাত চৰকাৰৰ সহায়ৰপৰা বহুক্ষেত্ৰত নিৰাশ হোৱাত বৰ দুখ কৰি কৈছিল, "সৰু সৰু মানুহৰ সৰু সৰু কথাই বৰ বৰ মানুহক পৰশিব নোৱাৰে—বিবেচনাৰ যোগ্য নহয়।" Leonard De Vinci এ কৈছিল, "Every good artist has two subjects Man and the hopes of his soul." ছাৰৰো লক্ষ আছিল মানুহৰ চিন্তাৰ মুক্তি সাধন কৰা আৰু সমাজৰ উদ্দেশ্য পূৰণ কৰা।

ডিগবৈৰ প্ৰতিটো শিক্ষানুষ্ঠানৰ লগত ছাৰ প্ৰত্যক্ষ নাইবা পৰোক্ষ ভাবে জড়িত হৈ আছে। যোৱা ৩২ আষাঢ় ১৪০৫ বঙ্গাব্দৰ "সময় প্ৰবাহ" কাকতৰ 'জনমত'ত ডিগবৈৰ বিশিষ্ট নাগৰিক শ্ৰীদ্বিজেশ চন্দ্ৰ গুপ্তদেৱে লিখিছে, "শিক্ষাব্রতী রূপে ডিগবয়ে শ্রীদেব শর্ম্মার অবদান অসামান্য। ডিগবয়ের চারপাশের গ্রামগুলিতে যখন শিক্ষালাভের কোনো ব্যবস্থাই ছিল না, তখন তিনি 'শিক্ষা প্রচার সমিতি' নামে একটি সংগঠন স্থাপন করেন। কিছু ব্যক্তির সহযোগিতায় বিভিন্ন গ্রামে, বস্তিতে অনেকগুলি প্রাথমিক বিদ্যালয় স্থাপন করে তিনি শিক্ষার প্রসারে ব্রতী হন।"

"প্রাইমারি স্কুলের শিক্ষকরূপে যাঁর কর্মজীবনের প্রারম্ভ, তারই চেষ্টা ও অনুপ্রেরণায় ২০।২২ টি স্কুল স্থাপিত হয় এবং পরবর্তীকালে বিশেষভাবে তরই চেষ্টায় এবং কিছু সহকর্মীর সহযোগিতায় একটি মহিলা কলেজ সহ দুটি ডিগ্রি কলেজ ডিগবয়ে স্থাপিত হয়। এহেন উদাহরণ অসমে কতজনের ক্ষেত্রে প্রযোজ্য তা আমার অজানা।"

ছাৰ প্ৰথমবাৰ বিধায়ক হৈয়ে ৰাজ্যিক বুনিয়াদী শিক্ষাৰ উপদেষ্টাবোৰ্ডৰ সদস্য মনোনীত হৈছিল আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আৰম্ভণীতে বিশ্ববিদ্যালয় কোৰ্টৰো সদস্য আছিল।

ডিগবৈ, বিভিন্ন সংস্কৃতিৰ পাৰম্পৰিক সম্পৰ্কৰ মিলন ভূমি—ইয়াত আছে পাৰম্পৰিক মৰ্যাদা দান আৰু প্ৰতিশ্ৰুতি আছে শান্তিৰ। জাতি-বৰ্ণ নিৰ্বিশেষে ইয়াত বিভিন্ন মঠ-মন্দিৰ, আছে। ছাৰে এই সকলোবোৰৰে প্ৰতিষ্ঠাৰেপৰা বৰ্তমানলৈকে বুৰঞ্জী দিয়াৰ চেষ্টা কৰিছে আৰু কিছুমানৰ লগত প্ৰত্যক্ষ ভাবে যে জড়িত হৈ আছিল সেই কথাও উল্লেখ কৰিছে।

এ,ও,চি, লেবাৰ ইউনিয়ন বিষয়টোৱে ছাৰৰ গ্ৰন্থখনৰ বিশেষ এক অংশ অধিকাৰ কৰি আছে। ১৯৩৬ চনলৈকে ছাৰৰ মতে 'অসম অইল কোম্পানী'ত কোনো মজদুৰ সংঘ নাছিল। 'Political History of Assam'ৰ উদ্ধৃতি দি ছাৰে লিখিছে ১৯২৯ চনৰ আগভাগত সুভাষ চন্দ্ৰ বোসে (নেতাজী) জামছেদপুৰৰ মজদুৰ নেতা টৌখা সিঙক অসম অইল কোম্পানীত মজদুৰ সংগঠন কৰিবলৈ তিনিচুকীয়ালৈ পাঠাইছিল। কিন্তু চাহাবৰ ভয়ত আৰু চাকৰিৰ নিৰাপত্তাৰ খাতিৰত মজদুৰসকল ইউনিয়ন গঠন কৰিবলৈ আগবাঢ়ি নাহিল।

১৯৩৭ চনত অসমত কংগ্ৰেছ মন্ত্ৰীসভা গঠনৰ বুজ ল'বলৈ ভাৰতৰ জাতীয় কংগ্ৰেছৰ সভাপতি সুভাষ চন্দ্ৰ বোস আৰু পণ্ডিত জৱাহৰলাল নেহৰু অগাপিচাকৈ অসমলৈ অহাৰ কথা গ্ৰন্থখনত উল্লেখ কৰিছে। জৱাহৰলাল নেহৰু সেইসময়তে ডিগবৈলৈ আহিছিল আৰু তেখেতৰ ভাষণ প্ৰসঙ্গত অসম অইল কোম্পানীত শ্ৰমিক সকলৰ কোনো সংগঠন নথকাত আশ্চৰ্য্য প্ৰকাশ কৰিছিল আৰু ভয়ভীত এৰি অনতিপলমে ডিগবৈৰ শ্ৰমিকসকলক 'শ্ৰমিক সংগঠন' গঢ়ি তুলিবলৈ আহ্বান জনাইছিল। জুবিলি ফিল্ডত ৩৫০ জন স্বেচ্ছাসেৱকে পীযুষ কান্তি দেৱৰ নেতৃত্বত বগা খদ্দৰৰ 'ইউনিফৰ্ম আৰু মূৰত গান্ধী টুপী পিন্ধি মিলিটেৰী কায়দাৰে 'গাৰ্ড অব অনাৰ' দিয়াৰ দৃশ্য অতি মনোৰম হৈছিল বুলি উল্লেখ কৰিছে আৰু নিজেও স্বেচ্ছাসেৱকৰ দায়িত্ব গ্ৰহণ

পাৰিছিল।

লেখক হোৱাৰ পিচত কেইগৰাকীমান উদ্যোগী কৰ্মীয়ে (নাম সমূহ গ্ৰন্থখনত উল্লেখ কৰিছে) গোপনে আলোচনা কৰি 'অসম অইল কোম্পানী লেবাৰ ইউনিয়ন' নামকৰণেৰে মজদুৰ ইউনিয়ন গঠন কৰাৰ সিদ্ধান্ত কৰি এখন অস্থায়ী কমিটি গঠন কৰিছিল। অস্থায়ী কমিটিৰ সকলো সদস্যৰে নাম ২২-২-৩৮ তাৰিখে ৰাজহুৱা সভাত গ্ৰহণ কৰিছিল। ১৯২৯ চনৰ ট্ৰেড ইউনিয়ন এক্ট অনুসৰি ৭-৮-৩৮ তাৰিখে পঞ্জীয়নৰ প্ৰমাণ পত্ৰ পাইছিল আৰু ১২টা দাবী সম্বলিত দাবীনামা এখন কোম্পানীৰ ওচৰত পেচ কৰি ১৪ দিনৰ ভিতৰত দাবী পূৰণ নকৰিলে কঠোৰ ব্যৱস্থা লোৱা হ'ব বুলিও পেচ কৰিছিল।

শ্ৰমিক সকলে কৰা আন্দোলনক বৃটিছসকলে শ্ৰমিক আন্দোলন বুলি নাভাবি তেওঁলোকৰ বিৰুদ্ধে গঢ়িতোলা এটা কৌশলগত সংগঠন বুলিহে ভাবিছিল। ইয়াৰ ফলত ১৯৩৯ চনৰ ৩ এপ্ৰিলত আৰম্ভ হোৱা ধৰ্মঘটত ১৮ এপ্ৰিল তাৰিখে পুলিচৰ গুলীত সত্যেন চক্ৰৱৰ্ত্তী, প্ৰাণেশ্বৰ চৌধুৰীৰ মৃত্যু ছাৰৰ চকুৰ আগতে হোৱা ঘটনা আছিল বুলি গ্ৰন্থখনত উল্লেখ কৰিছে। ৰিফাইনেৰীৰ ভিতৰৰপৰা অহা গুলীত চণ্ডী অহিৰৰ মৃত্যু হৈছিল। এই তিনিজন মানুহক কোনে, কিহেৰে গুলীবিদ্ধ কৰিলে তাৰ সম্পূৰ্ণ বিৱৰণ গ্ৰন্থখনত আছে। ধৰ্মঘটক বে-আইনী ঘোষণা কৰি কেইবাজনো শ্ৰমিক নেতা, ব্যৱসায়ী, হোমিঅ'পেঠিক ডাক্তৰক অসমৰপৰা নিৰ্বাসন দিয়াৰ হৃদয় বিদাৰক কাহিনীৰ বৰ্ণনাও ইয়াত আছে। বিষয়া পৰ্য্যায়ৰো কেইবাজনো চুক্তিবদ্ধ কৰ্মচাৰীয়ে পুঁজিবাদৰ শোষণ আৰু অন্যায়ৰ প্ৰতিবাদ কৰি স্ব-ইচ্ছাই আন্দোলনত যোগ দি, শেষত কাম এৰি গুছি গৈছিল— এইসকলৰ নাম ছাৰে গ্ৰন্থখনত উল্লেখ কৰিছে।

''সৰু সৰু মানুহৰ, সৰু সৰু কথা' গ্ৰন্থত অসম অইল কোম্পানীৰ মজদুৰ সংগঠনৰ সম্পূৰ্ণ ইতিহাস লিপিবদ্ধ হৈ আছে। ছাৰে এই প্ৰসঙ্গত এটা কথা উল্লেখ কৰিছে যে, ''শ্ৰমিক আৰু উদ্যোগ পৰস্পৰৰ বিৰোধী নহয়—একান্ত সহযোগীহে। মজদুৰ অবিহনে উদ্যোগ নচলে আৰু উদ্যোগ নাথাকিলে শ্ৰমিকৰ কাম নাথাকে—দেশৰ প্ৰগতি নহয়।'' এই উদ্দেশ্য আগত ৰাখিয়ে ছাৰে যে ইউনিয়নৰ কাম সমূহ কৰিছিল—এই গ্ৰন্থত থকা চুক্তিবোৰেই তাৰ প্ৰমাণ। ছাৰে অকল নিষ্ঠা সহকাৰে আগবঢ়োৱা যুক্তিৰ মাধ্যমত এই চুক্তিবোৰ সম্পাদিত হৈছিল। এই চুক্তিবোৰৰ সম্পূৰ্ণ বৰ্ণনা ইয়াত আছে আৰু চুক্তিবোৰৰ লগত ছাৰৰ ভূমিকাও অত্যন্ত গুৰুত্বপূৰ্ণ।

এই ঠাইখনৰ নাম 'ডিগবৈ' নে 'ডিগবয়'—এই বিষয়ে ছাৰে যুক্তি সহকাৰে 'ডিগবৈ' হ'ব লাগে বুলি কৈছে। তদুপৰি ইটাভাটা, কালীবাৰী, চাৰিআলি, টেঙেল বস্তি, টোপলা বস্তি, দুৰ্গাবাৰী, বাপাপুং, গিৰমিট লাইন, তথা এগ্ৰিমেণ্ট লাইন, গোলাই—এই নাম সমূহৰ উৎপত্তি সম্পৰ্কেও বিতং বিৱৰণ এই গ্ৰন্থত দিছে।

১৯০৪ চনত 'কো-অপাৰেটিভ ক্ৰেডিট চোচাইটিজ এক্ট' হোৱাৰপৰা ভাৰতত সমবায় সমিতিৰ প্ৰচাৰ হ'বলৈ ধৰে। সভ্যজগতত বেঙ্কিং আৰু জীৱনবীমাই উচ্চস্থান অধিকাৰ কৰাৰ দৰে সমবায় সমিতিবোৰেও বিশেষ আসন লাভ কৰিছে। 'এ.ও.চি, ইণ্ডিয়ান ষ্টাফ কো-অপাৰটিভ চচাইটি লিমিটেড, ডিগবৈ' অসমৰ ভিতৰতেই প্ৰথম সমবায় সমিতি, ইয়াৰ পঞ্জীয়ন নং ১, ১৯৩৪/৩৫ চন। এই সমবায় সমিতিখনৰ পিচত ডিগবৈ আৰু মাৰ্ঘেৰিটাত গঢ়ি উঠা সমবায় সমিতিৰ সম্পূৰ্ণবিৱৰণ এই গ্ৰন্থত আছে।

ডঃ ঘনশ্যাম দাসৰ অনুৰোধক্ৰমে ছাৰে অবিভক্ত ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাৰ 'ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ'ৰ অবৈতনিক সংগঠকৰ দায়িত্ব গ্ৰহণ কৰিছিল। কানি নিবাৰণৰ ক্ষেত্ৰত প্ৰথমে কোনো সভা-সমিতি নাপাতি নিজে গাওঁবিলাকত ঘূৰি, বেপাৰী বিলাকক লগ ধৰিছিল। ছাৰৰ এই উদ্যমত চেঁচাপানী ঢালিছিল চৰকাৰৰ দুমুখীয়া নীতিয়ে। ছাৰে উল্লেখ কৰিছে, **"একালে মাদক দ্ৰব্য নিবাৰণৰ নামত 'মাদক দ্ৰব্য নিবাৰণী পৰিষদ' গঠন কৰি লাখ লাখ টকা খৰছ কৰে আৰু আনহাতে আকৌ চৰকাৰী মদৰ বিক্ৰী বঢ়াবৰ কাৰণে নানা কৌশল প্ৰয়োগ কৰে।"**

১৯৪৪ চনৰ শেষৰ ফালে ছাৰৰ একান্ত প্ৰচেষ্টাতেই ডিগবৈত কংগ্ৰেছ কমিটি গঠন হৈছিল আৰু

১৯৫৮ চনত সেইসময়ৰ প্ৰদেশ কংগ্ৰেছৰ সভাপতি মহেন্দ্ৰ মোহন চৌধুৰীদেৱে আধাৰশিলা স্থাপন কৰা কংগ্ৰেছ ভৱনটি ১৯৬১ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি নীলম সঞ্জীৱ ৰেড্ডী (পিচত ৰাষ্ট্ৰপতি)য়ে আনুষ্ঠানিক ভাবে মুকলি কৰিছিল।

ছাৰে গ্ৰন্থখনত দ্বিতীয় মহাসমৰৰ বৰ্ণনা দি পাংচু পাচেৰে অহা ভগনীয়া সকলৰ ভিতৰত দুজন মানুহৰ নাম উল্লেখ কৰিছে—তাৰে এজন হ'ল উপেন্দ্ৰনাথ চক্ৰবৰ্ত্তী আৰু আন জন হ'ল Mr. W.P.G. Mechlachlon. উপেন্দ্ৰ নাথ চক্ৰবৰ্ত্তীয়ে বাটত আহোঁতে নিজ পৰিবাৰক ভেকৰাই ল'ৰা-ছোৱালী দুটাক ধৰ কষ্টেৰে আনি ডিগবৈ পোৱাহিৰ কথা উল্লেখ কৰিছে। চক্ৰৱৰ্ত্তী ডিগবৈৰ জন সাধাৰণৰ মাজত চেপ্তা ঠাকুৰ নামেৰে জনাজাত আছিল। তেখেতেই ডিগবৈত প্ৰথমতে বিয়াই সবাহে বাচন-বৰ্ত্তন দিয়াৰ ব্যবসায় আৰম্ভ কৰিছিল। Mr W.P G Mechlachlon এও বহুত জীযাতু ভুগি ডিগবৈ পাইছিলহি। এখেত Burma Riflesৰ মানুহ আছিল: পিচত অসম অইল কোম্পানীৰ জেনেৰেল মেনেজাৰ হৈ অইল ইণ্ডিয়াৰ চেয়াৰমেন হৈছিল।

'১৯৬০ চনৰ ভাষা আন্দোলন'ৰ সময়ত ডিগবৈৰপৰা লিডুলৈকে ভ্ৰমণ কৰি অসমীয়া আৰু বঙালী সম্প্ৰদায়ৰ মাজত ছাৰে ঐক্যতাৰ সৃষ্টি কৰি ৰাখিছিল। আগতে উল্লেখ কৰা শ্ৰীদ্বিজেশ চন্দ্ৰ গুপ্তই লিখিছিল, "ভাষা আন্দোলনের সময় ডিগবয়ে শান্তি ও সমপ্ৰীতি ৰক্ষার উদ্দেশ্যে 'গুড উইল কমিটি' নাম দিয়ে একটি সমিতি গঠিত হয়েছিল।........এই কমিটিৰ সেক্ৰেটাৰিৰ দায়িত্ব আমাৰ উপৰই ন্যস্ত হয়েছিল। শান্তি ও সম্প্ৰীতি অক্ষুন্ন ছিল এবং তা সক্ষম করে তুলতে দ্বিজেশ চন্দ্ৰ দেবশৰ্মাৰ অক্লান্ত চেষ্টা, সহযোগিতা ও নিৰ্দেশনার অবদান ছিল অপৰিসীম।" ছাৰে মহীতোষ পুৰকায়স্থৰ বিষোদ্‌গাৰৰ কথাও ইয়াত উল্লেখ কৰিছে।

১৯৬২ চনত চীনৰ অক্ৰমণৰ সময়ত ডিগবৈৰ জনসাধাৰণে দেশক শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিবলৈ কাৰণে টকা-পইছা দিয়াৰ উপৰিও মহিলা সকলে হাতৰ, কাণৰ, ডিঙিৰ অলঙ্কাৰ মুক্ত মনেৰে সোলোকাই প্ৰতিৰক্ষা পুঁজিলৈ দান দিছিল। কিন্তু সেই বিপদৰ সময়ত প্ৰতিৰক্ষা সমিতিৰ সদস্য আৰু কোম্পানীৰ কিছুমান বিষয়াই সাধাৰণ মানুহৰ কথা চিন্তা নকৰি, নিজৰ পৰিয়ালৰ সৈতে ৰাতি ৰাতি পলাই গৈছিল। পিছত ইন্দিৰা গান্ধীয়ে পৰিস্থিতিৰ বুজ ল'বলৈ আহি সেইসময়ৰ জেনেৰেল মেনেজাৰক ভদ্ৰ আৰু মৃদু ভাষাত তিৰস্কাৰ কৰাৰ কথা ছাৰে গ্ৰন্থখনত উল্লেখ কৰিছে।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰা ৰাতিৰ কথা সুন্দৰকৈ গ্ৰন্থখনত বৰ্ণনা দিছে। ৰাতি বাৰ বজাৰ চাইৰেণ বজাৰ লগে লগে এহেজাৰ জোৰলৈ জুবিলি ফিল্ডৰপৰা ডিগবৈৰ প্ৰধান পথসমূহ পৰিভ্ৰমণ কৰা, পিচদিনা পুৱা ৯ বজাত জুবিলি ফিল্ডত সেইসময়ৰ জেনেৰেল মেনেজাৰ Mr F J. Valentine ৰ দ্বাৰা ভাৰতৰ জাতীয় পতাকা উত্তোলন, ৺বদন চন্দ্ৰ হাজৰিকাদেৱৰ অনুৰোধক্ৰমে মুগাৰ ধুতি, চোলা, অসমীয়া পাট কাপোৰৰ পাগুৰি মাৰি অসমীয়া ৰাইজৰ হৈ ছাৰ, বঙালী ৰাইজৰহৈ সত্যজীৱন পাল আৰু হিন্দী ভাষী ৰাইজৰ হৈ মহাত্ম প্ৰসাদ তেৱাৰীয়ে ভাষণ দিয়াৰ কথা গ্ৰন্থখনত উল্লেখ কৰিছে। ছাৰে Mr. Valentineৰ ভাষণ সম্পৰ্কে লিখিছে "............১৪ তাৰিখলৈ সম্পূৰ্ণ শাসকৰ ভেমেৰে থাকি ৰাতিটোৰ ভিতৰতে সকলো বাহ্যিক ব্যৱহাৰত ভাৰতীয় হৈ পৰাত তেওঁলোকৰ প্ৰতি থকা আমাৰ বিদ্বেষ ভাব নোহোৱা হৈছিল। তেওঁলোকৰ সময়ৰ সোঁতক মানি ল'ব পৰা গুণৰ প্ৰতি আমি শ্ৰদ্ধাশীল হৈছিলোঁ।"

ডিগবৈলৈ বিভিন্ন সময়ত ভাৰতৰ ৰাষ্ট্ৰীয় নেতা ড০ ৰাজেন্দ্ৰ প্ৰসাদ, নীলম সঞ্জীৱ ৰেড্ডী, পণ্ডিত নেহৰু, ধেবৰ ভাই, ইন্দিৰা গান্ধী, জয়ৰাম দাস দৌলতৰাম আদিৰ আগমনৰ কথা গ্ৰন্থখনত উল্লেখ আছে।

'কৰ্ত্তব্যবোধ ৰহিত দেশাত্মবোধ নিৰৰ্থক—ক্ষতিকাৰক' শিতানত জাগীৰোডৰ স্পান চিহ্ন মিলৰ কামৰ কাৰণে অহা এজন জাপানী ইঞ্জিনীয়াৰে আমাৰ কাৰ্য্যালয়ৰ বিষয়াসকলৰ কৰ্ত্তব্যবোধ দেখি ছাৰৰ আগতে কৈছিল, "You know the Nation but you do not know where the actual interest of a Nation lies."

ডিগবৈ চৰকাৰী হস্পিটেল, পশু চিকিৎসা কেন্দ্ৰ স্থাপিত হোৱাৰ আৰু ডিগবৈ টাউন কমিটিৰ জন্মলগ্নৰ বৰ্ণনা গ্ৰন্থখনত আছে।

'Digboi Club Educational Trust'ৰ ৎ'ৰ আৰু ৺প্ৰিয়দাস তালুকদাৰ ছাৰ একোজন সদস্য আছিল। এই Trust ৰ সহায়ত অসম তেল সংমণ্ডলে ডিগবৈৰ আশে-পাশে থকা ভিতৰুৱা অঞ্চলত স্কুলঘৰ আদি সজাই দিছিল। বিধায়ক হৈ থাকোতেও ছাৰে লিডু, টিৰাপ, ২ নং কুঁহিয়াৰবাৰী, বিচা গাওঁ, নিংগাম, কোৰাংকো, লংটং, উদয়পুৰ, কেনিয়া গাওঁ, ফানেংগাওঁ ইত্যাদি ঠাইবোৰ ঘূৰি ফুৰিছিল। ১২ কিলোমিটাৰ পাহাৰ বগাই হল্লুং, ওৱাৰা নগা গাৱঁলৈও গৈছিল। তদুপৰি পানীমুখ, মিৰিকামাজুলী, মোলং, কেইয়া, কুমচাই, হাচাক, ফুলবাৰী, খৰাংকো আদি ঠাইবোৰলৈ গৈ, বিভিন্ন ব্যক্তিক লগধৰি, অভাৱ-অনাটনৰ বুজ লৈছিল। এই ঠাইবোৰ ঘূৰি ছাৰে সেই সময়ৰ মুখ্যমন্ত্ৰী চলিহাদেৱক লগধৰি চাৰিটা কথাৰ ওপৰত বিশেষ ভাৱে জোৰ দিছিল। সেইকেইটা আছিল—(১) যাতায়তৰ পথ (২) স্বাস্থ্য আৰু পানীৰ যোগান (৩) শিক্ষা (৪) মাৰ্ঘেৰিটাত এটা উন্নয়ন ব্লক আৰু এটা ৰাজহ চক্ৰ স্থাপন। ছাৰে এই প্ৰসঙ্গত লিখিছে, "মই বিধায়ক থকা কালছোৱাত মোৰ সমষ্টিৰ কি নগৰ, কি গাৱঁৰ কোনো মানুহ চিলং, ডিব্ৰুগড়লৈ গৈ মন্ত্ৰী বিষয়াক লগ ধৰিব লগা হোৱা নাছিল। কাৰণ নিৰ্বাচিত প্ৰতিনিধি মই ক'লৈই ৰাইজে কোৱা হয় বুলি কাম কৰিছিলোঁ, কামো দেখোন হৈছিল"।

ইন্দিৰা গান্ধীয়ে জৰুৰী আইন প্ৰৱৰ্তন কৰি আৱশ্যক অনুসৰি আইনৰ ধাৰা সলনি কৰি হ'লেও আইনক নিজৰ অনুকূলে ব্যৱহাৰ কৰিবলৈ লোৱাত কংগ্ৰেছৰ প্ৰতি ছাৰৰ মোহভঙ্গ হৈছিল আৰু ১৯৭৭ চনত অতি দুখেৰে সৈতে কংগ্ৰেছ ত্যাগ কৰি বহুল প্ৰচাৰিত জনতা দলত যোগ দিছিল। পিচত 'আত্মসন্মান বিসৰ্জন দি বিধায়ক হোৱাৰ কোনো সাৰ্থকতা নাই' বুলি ঠিৰাং কৰি জনতা পাৰ্টিৰ সদস্যপদ ত্যাগ কৰিছিল।

এটা কথা আচৰিত লাগে যে, কোম্পানীত চাকৰি কৰি আৰু ১০ বছৰ বিধায়ক হোৱাৰ পিচতো ডিগবৈত ঘৰ সাজিবৰ কাৰণে এটুকুৰা মাটি আৰু টকা ছাৰৰ নাছিল। এই ক্ষেত্ৰত ছাৰে পৰোক্ষভাৱে অপমানিত হ'ব লগাৰ নিচিনাও হৈছিল। এই অৱস্থা দেখি শ্ৰীএচ, চি, দত্তৰায়, শ্ৰীপ্ৰফুল্ল কলিতা শ্ৰীদুৰ্গানন্দ ভট্টাচাৰ্য্য আৰু এজনে (যাৰ নাম প্ৰকাশত বাধা) ছাৰক কেনেকৈ সহায় কৰিছিল তাৰ বৰ্ণনাও গ্ৰন্থখনত আছে। ছাৰ বিধায়ক হোৱাৰ আগতে সেইসময়ৰ কোম্পানীৰ উচ্চ বিষয়া শ্ৰীকে, বি, কানুগো, ৺এন, ডি, মহান্ত (প্ৰথম ভাৰতীয় প্ৰডাকচন চুপাৰিণ্টেণ্ডেণ্ট) আৰু যতীন দত্ত চৌধুৰীৰ কাহিনীও বৰ আশ্চৰ্যজনক। গ্ৰন্থখনত ছাৰে সৰ্বানন্দ দাস, বুদৰু টুপৰ মাতৃ, কেশৱ গোৱালা, কনক কোৱঁৰ আৰু মন্ত্ৰী গিৰীণ গগৈক বৰ শ্ৰদ্ধাৰে সুঁৱৰিছে।

ছাৰে লিখিছে "অসম অইল কোম্পানী' ৰাষ্ট্ৰীয়কৰণ হোৱাৰ পিচত কেন্দ্ৰীয় চৰকাৰে 'অসম অইল'ৰ সুকীয়া অস্তিত্ব নাৰাখি ভাৰতীয় তেল নিগমৰ লগত এক কৰি দিয়াৰ পৰিকল্পনা কৰিছিল। স্থানীয় স্বাৰ্থ আৰু পেট্ৰোলিয়াম উদ্যোগৰ মানচিত্ৰত চিহ্নিত 'ডিগবৈ অইল'ৰ গৌৰৱময় ঐতিহ্যৰ বিলুপ্তি হোৱালৈ লক্ষ্য কৰি এই কাম উত্তৰ পূৰ্বাঞ্চলৰ কাৰণে বিশেষকৈ অসমৰ কাৰণে অতি ক্ষতি কাৰক হ'ব বুলি বিবেচনা কৰিছিলোঁ" সেয়ে ১৯৮১ চনৰ ৯ ডিচেম্বৰৰ দিনা ৰাজ্যপাল প্ৰকাশ মালহোট্ৰাই ডিগবৈ পৰিদৰ্শন কৰিব বুলি জানি ছাৰে আৰু তিনিজনলোকক লগত লৈ পিচাদিনা জেনেৰেল মেনেজাৰৰ বঙলা (১ নং বঙলা)ত ৰাজ্যপালৰ হাতত এখন স্মাৰক পত্ৰ দিছিল। ইয়াৰ ফল স্বৰূপে Assam Oilক Indian Oil Corporationৰ এটা Division (Assam Oil Division) হিচাবে ৰখাৰ সিদ্ধান্ত চৰকাৰে লৈছিল। Indian Oil Corporationৰ লগত থাকিলেও Assam Oilক independent এটা Division হিচাবে ৰখাৰ ক্ষেত্ৰত সেই সময়ৰ জেনেৰেল মেনেজাৰ শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত আৰু শ্ৰীৰঞ্জিত কুমাৰ দত্তৰ প্ৰতি শলাগ লৈছে।

'তেল উদ্যোগত ডিগবৈৰ স্থান তথা গৌৰৱ'ৰ শিতানত ছাৰে লিখিছে, "ডিগবৈ ভাৰতৰ অকল সৰ্বপ্ৰথম তেল নগৰীয়েই নহয় অইল ইণ্ডিয়া'ৰো জন্মদাত্ৰী আৰু 'তেল আৰু প্ৰাকৃতিক গেচ আয়োগ'ৰ জন্মসূত্ৰ।........নাহৰকটীয়া আৰু মৰাণত তেল পোৱাৰ পিচত ১৯৫৮ চনৰ ১৪ জানুৱাৰী তাৰিখে ভাৰত চৰকাৰ আৰু বাৰ্মা অইল কোম্পানী তথা অসম অইল কোম্পানীৰ মাজত হোৱা চুক্তি অনুসৰি বেলেগে 'অইল ইণ্ডিয়া'ক জন্ম দি তেল উদঘাটনৰ সম্পূৰ্ণ দায়িত্ব দিয়া হৈছিল।" নাহৰকটীয়া আৰু মৰাণৰ ভূ-গৰ্ভস্থ তেলৰ আঁকৰ আৱিষ্কাৰ কৰাৰ ক্ষেত্ৰত ডিগবৈৰ ওৱামন বাপুজী মিত্ৰে, অমিয় ভূষণ দাশগুপ্ত, য়েদাটোৰ নাগাপ্পা, ৰামভদ্ৰাচাৰী চক্ৰৱৰ্ত্তী জগন্নাথন, ৰবীন্দ্ৰ নাথ মিত্ৰ, সুৰজিত চলিহা, চূড়ামণি বৰুৱা, ক্ষীৰোদ চন্দ্ৰ ৰয়, অজিত

কুমাৰ শৰ্মা, ক্ষিতীশ চন্দ্ৰ দাস, ৰাসায়নিক বিজ্ঞানী নাৰায়ণ চন্দ্ৰ সেনগুপ্ত, কেৱলচান্দ বুলচান্দ কানুগা, প্ৰশাসনীয় অভিজ্ঞতাপূৰ্ণ দক্ষতাৰ কাৰণে বিশেষ ভাবে প্ৰশংসাৰ পাত্ৰ বুলি ছাৰে গ্ৰন্থখনত উল্লেখ কৰিছে। পাৰ্চি ইভানৰ নাম বিশেষ ভাৱে উল্লেখ কৰি লিখিছে যে, 'ইভান চাহাবে ১৯১৫ চনত ভূ-বিজ্ঞানী হিচাবে যোগদান কৰি ৫৫ বছৰ তেখেতৰ সেৱা আগবঢ়াইছিল। তেখেতে বিভিন্ন পদবী অলংকৃত কৰি অসমৰ তেল উদ্যোগৰ প্ৰভূত উন্নতি সাধন কৰিছিল। তেখেত ভাৰতৰ শ্ৰেষ্ঠ ভূ-বিজ্ঞানী আৰু লণ্ডনৰ মুখ্য ভূ-বিজ্ঞানী পদলৈ উন্নিত হৈছিল। তেখেতক অসমৰ ভূ-বিজ্ঞানৰ পিতৃ বুলি কোৱা হয়।"

ছাৰৰ গ্ৰন্থখনত ডিগবৈৰ বজাৰ, চিনেমা হল, প্ৰধান ঠিকাদাৰ আৰু ব্যৱসায়ী সকলৰ নাম আৰু কামৰো বৰ্ণনা দিছে।

ছাৰৰ কিন্তু শত্ৰু নথকা নহয়। তেখেতে গ্ৰন্থখনত লিখিছে, "মোৰ দুই এজন ঘনিষ্ঠ সহকৰ্মীয়ে বোধহয় তেওঁলোকৰ জীৱনৰ ভৱিষ্যৎ ৰঙীন সপোন দেখি বাটৰ কাঁইট গুচাবৰ বাবে মোৰ চৰিত্ৰ হননত লাগিছিল। .........মোৰ নীৰৱতাৰ সুবিধা লৈ তেওঁলোকে যেতিয়া দিনে নিশা মোৰ বিৰুদ্ধে বিবেক বিহীন প্ৰচাৰ কৰি থকা বুলি নিশ্চিত হৈছিলোঁ, আনকি এ.ও.চি. লেবাৰ ইউনিয়নৰ সাধাৰণ সভাত মোৰ দুৰ্নীতিৰ বিষয়ে ঘোষণা কৰি কেন্দ্ৰীয় চোৰাং চোৱাৰ ওচৰ পাইছিল, তেতিয়াও মই ক'তো একো প্ৰতিবাদ নকৰি, মই নিজৰপৰাই ৰাইজৰ বিচাৰ প্ৰাৰ্থী হৈ, হঠাতে এদিন তলত দিয়া চিঠিখনেৰে ডিগবৈৰ প্ৰতিনিধিমূলক ৰাজহুৱা সভা এখন আহ্বান কৰিছিলোঁ। ....... নিমন্ত্ৰিত ৯৭ জনৰ ভিতৰত ৯২ জন উপস্থিত আছিল।" উপস্থিত থকা প্ৰতিনিধিসকলৰ চহীৰ প্ৰতিলিপি ইয়াত দিছে। এই সভাত উপস্থিত থকা সদস্যসকলৰ বহুতেই ছাৰৰ বিপক্ষে অপপ্ৰচাৰ কৰাৰ কথা শুনি আচৰিত হৈছিল আৰু আচৰিত লাগে ৰাজনৈতিক দল হিচাবে বিৰোধী দলৰ সদস্যসকলেও ছাৰক এইবোৰ কথাত কৰ্ণপাত নকৰি এম, এল, এ, হিচাবে নিজৰ কাম কৰি যাবলৈহে উদ্গনি দিছিল। এনেদৰে ৰাইজৰ বিচাৰৰ প্ৰাৰ্থী হ'বলৈ নিজেই সভা আহ্বান কৰাৰ উদাহৰণ কেইজন ৰাজনৈতিক নেতাই কৰিছিল আৰু কৰিব, সেইটো বিচাৰ্যৰ বিষয়। ছাৰে লিখিছে, 'সত্যৰ প্ৰধান শত্ৰু ব্যক্তিস্বাৰ্থ।'

গ্ৰন্থখনত শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈয়ে শ্ৰীপ্ৰফুল্ল কলিতালৈ দিয়া 'এখন চিঠি' (গ্ৰন্থখনত দিয়া নামাকৰণ)ত চাৰক 'খনিকৰ' বুলি মন্তব্য দিয়াৰ কথা মন কৰিবলগীয়া।

'মানৱতাবোধ তথা মানবীয় অনুভূতি'ত চাৰৰ সুযোগ্যা পত্নীৰ বিশেষ এটা কামত আচৰিত হৈ কৈছে, **"লিখা-পঢ়াৰ মান দণ্ডেৰে জন্মগত স্বভাৱ সুলভ জ্ঞানক জুখিব নোৱাৰি।"**

অলপতে অসম অইল কোম্পানীৰ লেবাৰ ইউনিয়নে, ইউনিয়নৰ প্ৰতি কৰা কামৰ কৃতজ্ঞতা প্ৰকাশ কৰি ছাৰক 'শ্ৰমিক মহীয়ান' উপাধি প্ৰদান কৰিছে।

ছাৰে গ্ৰন্থখনৰ 'নিবেদন'ত লিখিছে অসম উপত্যকাৰ স্কুল সমূহৰ পৰিদৰ্শক ৺শৰৎ চন্দ্ৰ গোস্বামীয়ে কৈছিল, "তুমি ডিগবৈ নেৰিবা,—ডিগবৈত তোমাৰ কাম আছে।" চাৰে গোস্বামীদেৱৰ মুখ নিসৃত এই বাণীক 'ভগবানৰেই বাণী' বুলি উল্লেখ কৰিছে। গ্ৰন্থখনক তেখেতে আত্মজীৱনী বুলি ক'ব নুখুজি লিখিছে,—

**"কোৱা বাহুল্য যে, প্ৰকৃতাৰ্থত মোৰ এই প্ৰয়াস ভাৰতৰ প্ৰথম তৈল নগৰী ডিগবৈৰ সকলো দিশ সামৰি তথ্য ভিত্তিক এখন বহুৰীয়া বুৰঞ্জীৰ চমু আভাস দিয়া আৰু লগতে মোৰে সৈতে সম্পৰ্কিত ঘটনা প্ৰবাহ, অনুষ্ঠান, প্ৰতিষ্ঠান আৰু সমসাময়িক সমাজ আৰু ব্যক্তি জীৱনৰ ৰূপ ৰেখা অঙ্কনৰ হে, আত্মজীৱনী লিখাৰ নহয়।"**

**'আত্মজীৱনী'—জীৱন সোঁৱৰণ আৰু স্মৃতি কথা এই দুয়োবিধৰে ৰাসায়নিক সংমিশ্ৰণ। অৰ্থাৎ গ্ৰন্থকাৰৰ ৰাজহুৱা আৰু ব্যক্তিগত জীৱন ইয়াত একে দৃষ্টিৰেই চোৱা হয়; আৰু নিজৰ জীৱনৰ তাৎপৰ্য্য বিচাৰৰ বাবে বা আত্ম চিত্ৰনৰ বাবে ইয়াত ৰাজহুৱা জীৱনৰ আৰু ব্যক্তিগত জীৱনৰ অভিজ্ঞতাৱলীৰ কোনো পাৰ্থক্য নোহোৱাকৈ বিচাৰ কৰা হয়। আত্মজীৱনীৰ উদ্দেশ্য হৈছে আত্ম সমালোচনা আৰু মুকলিভাৱে সকলো ঘটনা প্ৰকাশ কৰাৰ মাজেদি ব্যক্তিত্বৰ পৰিচয় দিয়া। এই ফালৰপৰা চালে 'সঁচ সঁচ মানুহৰ, সঁচ সঁচ কথা'ক আত্মজীৱনী বুলি ক'ব পাৰি।**

ছাৰৰ 'সৰু সৰু মানুহৰ, সৰু সৰু কথা'ক এখন গৱেষণা গ্ৰন্থ হিচাবেও বিচাৰ কৰিব পাৰি। কিয়নো, এখন গৱেষণা গ্ৰন্থ লিখিবলৈ অনুসন্ধান (findings) বিন্যাস (arrangement) আৰু অভিব্যক্তি (expression)—এই তিনিটা প্ৰধান স্তৰৰ আৱশ্যক। ছাৰৰ গ্ৰন্থত এই তিনিওটা স্তৰকে পোৱা যায়। Ralph Berry এ তেখেতৰ, 'How to write a Research Paper' নামৰ গ্ৰন্থত লিখিছে, "Accuracy is a part of the morallity of the researcher "—ছাৰে কিন্তু গৱেষকৰ দৰেই এই গ্ৰন্থত accuracy বজাই ৰাখিছে।

U Pope Hennesyএ ছাৰ বাল্টাৰ স্কটৰ সাহিত্য ৰাজী (বিশেষকৈ উপন্যাস সমূহ)ৰ বিষয়ে কৈছিল, "In Scott the past was re-born, re-animated, re-realised. ... ." ছাৰৰ গ্ৰন্থখনৰ বিষয় বস্তুৰ লগত এই উক্তিৰ উল্লেখ কৰিব পাৰি। কিয়নো, ডিগবৈৰ লুপ্ত হৈ যাব খোজা বহু অতীত কাহিনী গ্ৰন্থখনত সঞ্জীৱিত হৈ উঠিছে। এইটো কথা ঠিক যে, ডিগবৈ সম্পৰ্কে গৱেষণা কৰিবলৈ গৱেষক সকলে এই গ্ৰন্থখনক প্ৰধান সমল হিচাবে গ্ৰহণ কৰিব পাৰিব।

ছাৰৰ প্ৰতিভা যেনেকৈ আছে তেনেকৈ অন্তৰৰ উদাৰতা আৰু ব্যক্তিত্বৰ নিৰ্মলতাও আছে। আনুষ্ঠানিক শিক্ষাৰ বা বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নোহোৱাকৈয়ে নিজৰ আত্মবিশ্বাস আৰু ত্যাগৰ বলত একো একোজন লোক মহীয়ান হোৱাৰ দৰে ছাৰো মহীয়ান হৈ থাকিব।

কৰ্ম্মময় জীৱনে মানুহক ভাগৰ বা জিৰণিৰ কথা পাহৰাই ৰাখে। ৮৬ বছৰীয়া ছাৰৰ কিন্তু এতিয়াও ভাগৰ বা জিৰণি নাই—ইয়াৰ ব্যতিক্ৰম হোৱা হ'লে এই বয়সত এনেকুৱা এখন মূল্যবান গ্ৰন্থ লিখিব নোৱাৰিলেহেঁতেন।

শেষত, ছাৰৰ দীৰ্ঘায়ু কামনা কৰিছোঁ।

—মোহিনী কুমাৰ বৰদলৈ

ইটাভাটা, ডিগবৈ
১৭-৭-৯৯ চন

# মন্তব্য

"..................এইখন এখন আত্মজীবনী মূলক গ্ৰন্থ বুলি নকৈ, গৱেষণা মূলক গ্ৰন্থ বুলি ক'লেহে বেছি উপযুক্ত হ'ব...................।"

*মামনি বৰঠাকুৰ*
অধ্যাপিকা, বুৰঞ্জী বিভাগ
গুৱাহাটী কলেজ

সৰু সৰু কথা আৰু ঘটনাই এজন ব্যক্তিৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ পৰিচয় বহন কৰে। "সৰু সৰু মানুহৰ সৰু সৰু কথা" কিতাপখনৰ পাণ্ডুলিপি পঢ়িবলৈ সুযোগ পাইছিলোঁ। দেখাত সঁচাকৈ "সৰু" এজন মানুহ।

তেওঁৰ জীৱনত উষাকালৰপৰা প্ৰায় গধূলিবেলিলৈকে ঘটি যোৱা অনেক ঘটনা জনাৰ পাচত অনুভৱ কৰিলোঁ যে, লিখকজন অকল সমাজ সচেতন, ভৱিষ্যতলৈ দৃষ্টি থকা, দৃঢ়মনা এজন কৰ্মীয়েই নহয়, তেওঁ যেন ডিগবৈ অঞ্চলত এটি অনুষ্ঠানত পৰিণত হৈ পৰিছে?

*বিজয় ভট্টাচাৰ্য্য*
কালীবাৰী ৰ'ড, ডিগবৈ

# —মধুৰ স্মৃতি—

# জীৱনৰ পৃষ্ঠভূমি মুগুৰীয়া যুৱক সঙ্ঘ



যিমান সম্ভৱ, প্ৰথমমান শ্ৰেণীত পঢ়িছিলোঁ। এদিন গধূলি আমাৰ বংশৰে পূজনীয় ৺সোণেশ্বৰ জেঠাই নাম পাতিছিল। গাৱঁৰ বুঢ়া, ডেকা, ল'ৰা সকলোৱে উপস্থিত আছিল। সেই নামত শ্ৰদ্ধেয় নৰনাৰায়ণ গোস্বামী দেৱো উপস্থিত আছিল। তেখেত তেতিয়া কলেজৰ ছাত্ৰ। আমাৰ জ্ঞান হোৱাৰ পৰাই দেখি আহিছিলোঁ যে, গাৱঁৰ প্ৰতিঘৰ মানুহে গাৱঁৰ একমাত্ৰ গোসাঁই, পৰম পূজ্যপাদ আত্মা ৰাম দেৱ গোস্বামী স্বৰ্গী হোৱাৰ পাচত, তেখেতৰ পুত্ৰ সকলকো যথাসাধ্যে গোসাঁইৰ সন্মান দি আহিছিল। এই ক্ষেত্ৰত শিষ্য-অনাশিষ্যৰ কোনো প্ৰভেদ নাছিল। গাৱঁৰ প্ৰতি ঘৰৰ, প্ৰতি সকামতেই তেখেতসকলৰ কাৰণে আছুতীয়া আসন আছিল। গাৱঁৰ প্ৰতিটো ঘৰুৱা সকামতেই গোসাঁইঘৰৰ পৰিয়ালটোৱে এসাজ খাবৰ জোখাৰে সিধা দিয়াৰ নিয়ম আছিল। বোধহয় এতিয়াও সেই পৰম্পৰা চলি আছে। ৺সোণেশ্বৰ জেঠা ৺আত্মাৰাম গোসাঁই প্ৰভুৰ প্ৰত্যক্ষ শিষ্য আছিল।

নামৰ শেষত নৰনাৰায়ণ গোস্বামী দেৱে (গাৱঁৰ বয়সস্থ সকলৰ তেখেত আছিল বাপু) ৰাইজৰ আগত এটি প্ৰস্তাব ডাঙি ধৰিছিল। তেখেতে গাৱঁৰ ল'ৰাবোৰৰ ভৱিষ্যৎ সৰ্ব্বাঙ্গীন উন্নয়নৰ কাৰণে, ডেকা আৰু ল'ৰাবোৰক সংগঠিত কৰি, তেওঁলোকক নৈতিক, মানসিক আৰু দৈহিক শক্তিত শক্তিমন্ত কৰি তুলিবলৈ আৰু কলা-কৃষ্টিৰ প্ৰতি তেওঁলোকৰ অনুৰাগ বঢ়াই চিন্তাশীল, অধ্যয়ন-প্ৰয়াসী আৰু কৰ্ম্মঠ কৰি তোলাৰ প্ৰত্যাশাৰে যুৱক সঙ্ঘ এখন গঠনৰ কাৰণে অভিভাৱক সকলৰ অনুমতি বিচাৰিছিল। 'বাপু'ৰ ওপৰত তেতিয়া গাৱঁৰ বয়সস্থ সকলৰ অতল বিশ্বাস। সেয়ে সকলো ৰাইজে গোস্বামী দেৱৰ প্ৰস্তাৱত এক বাক্যে সন্মতি জনাইছিল।

তাৰ পাচৰ এটা ৰবিবাৰত গাৱঁৰ ৰাজহুৱা কালী গোসানীৰ মন্দিৰত গাৱঁৰ সকলো ডেকা ল'ৰাৰ, বিশেষকৈ সৰুৰেপৰা ডাঙৰলৈকে সকলো স্কুলীয়া ছাত্ৰৰ, সন্মিলন বহিছিল আৰু সিদিনাখনেই 'মুগুৰীয়া যুৱক সঙ্ঘ' গঠিত হৈছিল। গোস্বামীদেৱেই সম্পাদকৰ ভাৰ লৈ পৰিচালনাৰ দায়িত্ব লৈছিল। যুৱক সঙ্ঘত প্ৰথমমান শ্ৰেণীৰ ছাত্ৰৰপৰা হাইস্কুলৰ ছাত্ৰলৈকে সকলো আছিল। গোস্বামী দেৱৰ বাহিৰে গাৱঁত আন কোনো কলেজত পঢ়া ছাত্ৰ নাছিল। পূজনীয় সোণাপতি দেৱ শৰ্ম্মা তাৰ আগতে উকীল হৈ বৰপেটাত বসতি কৰিছিল। সভাত স্থিৰ হৈছিল যে, প্ৰতি ৰবিবাৰে আবেলি সময়ত অধিবেশন বহিব। সেই অধিবেশনত শিক্ষাৰ মান অনুপাতে ৩/৪ পৰ্য্যায়ত ৰচনা পাঠ আৰু বক্তৃতা দিয়াৰ নিয়ম কৰিছিল। প্ৰতিখন অধিবেশনতেই তাৰ

পৰৱৰ্ত্তী অধিবেশনৰ কাৰণে ৰচনা আৰু বক্তৃতাৰ বিষয় স্থিৰ কৰি, লিখক আৰু বক্তা বাচি দিয়া হৈছিল। পৰৱৰ্ত্তী অধিবেশনত সেই নিৰ্দ্দিষ্ট লিখকে ৰচনা পাঠ কৰিছিল আৰু বক্তাই বক্তৃতা দিছিল। ইয়াৰ পাচৰ অধিবেশনৰ সম্পাদকীয় প্ৰতিবেদনত বিগত অধিবেশনৰ ৰচনাৰ আৰু বক্তৃতাৰ গঠনমূলক সমালোচনা কৰি, লিখা আৰু কোৱাৰ প্ৰতি সকলোৰে অনুৰাগ বঢ়াই তুলিছিল। এই ব্যৱস্থাৰে অধ্যয়নৰ প্ৰতি ল'ৰাৰ ধাউতি বঢ়োৱা হৈছিল। এই মুগুৰীয়া যুৱক সঙঘই বৰ্ত্তমান ভাতৃ সঙঘলৈ নামান্তৰিত হৈছে। ইয়াৰ প্ৰতিষ্ঠাতা আৰু গঢ় দিওঁতা আছিল ৺লক্ষ্মীনাৰায়ণ গোস্বামীদেৱ।

যুৱক সঙঘৰ সাপ্তাহিক অধিবেশনৰ কাম নিয়মিত ভাবে আৰু সুচাৰুৰূপে চলিছিল। প্ৰথম অধিবেশনত সৰু চামৰ কাৰণে অৰ্থাৎ প্ৰাইমাৰী স্কুলৰ ছাত্ৰৰ কাৰণে, বিষয় দিয়া হৈছিল 'বিদ্যা'। এই 'বিদ্যা' বিষয়ৰ ওপৰত বক্তৃতা দিয়াৰ ভাৰ পৰিছিল মোৰ ওপৰত। এনে ধৰণে পহিলা দিনাই বক্তা নিৰ্ব্বাচিত হোৱাত মই অতিশয় গৌৰৱ অনুভৱ কৰিছিলোঁ। পাঠ্য পুথিত থকা (সম্ভৱ ৺বলদেৱ মহন্তৰ) 'বিদ্যা' পদ্যটো মুখস্থ আছিল। তাকেই সাৰোগত কৰি বক্তৃতা দিবলৈ সাজু হৈছিলোঁ। সকলো কথা মনত নাই। কিন্তু এটা কথা আজিলৈকে পাহৰা নাই। মই কৈছিলোঁ— 'বিদ্যা থকিলে ডাঙৰ মানুহ হ'ব পাৰি। যেনে—আমাৰ সোণাপতি খুৰা'। কিতাপতো আছে 'অহে মোৰ প্ৰিয় ল'ৰা উপদেশ ধৰা, কায়মনে বাক্যে তুমি বিদ্যা শিক্ষা কৰা' ইত্যাদি গোটেই কবিতাটো মুখস্থ মাতি মোৰ বক্তৃতাৰ সামৰণি মাৰিছিলোঁ। সিদিনাখনৰ বক্তৃতা দিয়াৰ ছেওটো মনত পৰিলে আজিও হাঁহি উঠে, আনন্দ পাওঁ, লাজো লাগে যে 'যেনে আমাৰ সোণাপতি খুৰা' বুলি কওঁতে বাওঁ ভৰিত ভৰ কৰি এপাক ঘূৰি, সোঁ ভৰিৰে মাটিত গেৰোহা মাৰি, বীৰদৰ্পে কথাষাৰ কৈছিলোঁ। সঁচাকৈয়ে এই কথাষাৰ কওঁতে বুকু ফুলি উঠিছিল। কাৰণ তেতিয়া উকীল বুলিলে বৰ ডাঙৰ মানুহ আছিল। তাতে আকৌ বজালী অঞ্চলৰে প্ৰথম উকীল আছিল। 'সোণাপতি খুৰা' সাহিত্যিক সোণাপতি দেৱ শৰ্ম্মা। বজালীত হাইস্কুল বুলিবলৈ নাছিল। অসমত একমাত্ৰ কলেজ আছিল কটন কলেজ। তেখেতৰ জন্ম হৈছিল মুগুৰীয়া গাৱঁৰ 'ন ভিঠা' চুবুৰিত। এই 'ন ভিঠা' তেতিয়া মুগুৰীয়া গাৱঁৰ বাৰিষা কালৰ কলীয়াপানী আছিল। এটা নিঃকিন দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰি, সকলো পাৰিবাৰিক, পাৰিপাৰ্শ্বিক অৱস্থাক নেওচি, 'ন ভিঠাৰ' ল'ৰা এটাই সেই দিনত বৰপেটা, গুৱাহাটীত পঢ়ি উকীল হ'ব পৰাটো দুঃসাধ্য সাধন আছিল বুলি আমাৰ ধাৰণা আছিল।

পিচৰ সপ্তাহত গোসাঁইদেৱে বিগত সপ্তাহৰ বিস্তৃত কাৰ্য্য-বিৱৰণী পঢ়িছিল। কাৰ্য্য-বিৱৰণীত লিখক আৰু বক্তা সকলক নাম ধৰি প্ৰশংসা কৰিছিল—বিশেষকৈ সৰুবোৰক। আৰু কেনেকৈ অধিক ভাল কৰিব পাৰি তাৰো সঙ্কেত দিছিল। ইয়াৰদ্বাৰা আমাৰ পঢ়িবলৈ, লিখিবলৈ, জানিবলৈ আৰু বক্তৃতা দিবলৈ আগ্ৰহ বাঢ়িছিল।

সাপ্তাহিক অধিবেশনৰ উপৰিও যুৱক সঙঘই প্ৰতি বছৰে কালী পূজাত থিয়েটাৰ কৰাৰ প্ৰস্তাৱ লৈছিল। মুগুৰীয়াত হেনো এই কালী পূজা আমাৰ ককা-আজোককাৰ দিনৰ পৰাই চলি আহিছিল। কেতিয়াৰপৰা চলিছিল দেউতাইঁতেও সঠিক নাজানিছিল।

প্ৰথম বছৰত 'জয়মতী' নাটকখন মঞ্চস্থ কৰাৰ সিদ্ধান্ত লৈছিল। গদাপাণিৰ ভাও পৰিছিল সুঠাম সুন্দৰ শ্ৰীমন্ত পুৰুষ ৺গৌৰীদা'ৰ (গৌৰী কান্ত শৰ্ম্মা) ওপৰত। মই আৰু মোৰ জেঠাৰ ল'ৰা গৌৰীয়ে যথাক্ৰমে লাই আৰু লেচাইৰ ভাও দিছিলোঁ। ল'ৰা ৰজা আছিল 'নৰেন্দ্ৰ

দা' (নৰেন্দ্ৰ নাথ শৰ্ম্মা)। বাকীবোৰ মনত নাই। কিন্তু এইটো মনত আছে যে, ইয়াতো প্ৰধান গুৰিয়াল আছিল ৺নৰনাৰায়ণ গোস্বামীদেৱ। ইয়াৰ বাহিৰেও 'হৰেন্দ্ৰ দা', 'বিশ্ব খুৰা' (অধ্যাপক বিশ্বেশ্বৰ শৰ্ম্মা ব্যাকৰণ, স্মৃতি তীৰ্থ), 'প্ৰাণেশ্বৰ দা', 'প্ৰবীণ দা', 'মাধব খুৰা', 'কৃষ্ণ খুৰা' (ডঃ কৃষ্ণ কান্ত শৰ্ম্মা), 'উমা খুৰা' আদি আছিল থিয়েটাৰৰ প্ৰধান পাণ্ডা। পাচলৈ আহি যোগ দিছিল ধমাপাৰা চুবুৰিৰ খুহতীয়া ভাৱৰীয়া 'ৰামেশ্বৰ কা' (ৰামেশ্বৰ কলিতা)।

এই থিয়েটাৰ কৰোঁতে এটা বৰ অথন্তৰ ঘটিছিল। গাৱঁৰ দুই এজন বয়সস্থ মানুহে এনেদৰে যুবক সঙ্ঘ কৰি থিয়েটাৰ কৰা কামক ল'ৰাবোৰৰ অধঃপতনৰ নিৰ্দ্দেশক বুলি ভাবিছিল। সেয়ে তেওঁলোকে তেওঁলোকৰ ল'ৰাবোৰক সঙ্ঘত যোগ দিবলৈ দিয়া নাছিল। 'সুৰেনদা'ৰ (পিচত সুৰেন্দ্ৰ নাথ শৰ্ম্মা এম, এ; বি, টি,) দেউতাক পূজনীয় ৺দেবেন্দ্ৰ খুৰাও তেনে বিধৰে এজন আছিল। গতিকে তেখেতে কোনো পধ্যেই পুতেকক থিয়েটাৰ কৰিবলৈ সন্মতি দিয়া নাছিল। নানা কল-কৌশল কৰি আখৰা কৰা হৈছিল। থিয়েটাৰৰ আগে আগে পুতেকে থিয়েটাৰত যোগ দিয়া বুলি গম পাই, খুৰাই টাঙোন লৈ বহিল। কোনো ৰকমে এনে বেয়া কামত ল'ৰাক নামিব নিদিয়ে। 'সুৰেনদা'ই কিন্তু যি কোনো প্ৰকাৰে থিয়েটাৰ কৰিব বুলি আশ্বাস দিছিল। থিয়েটাৰৰ দিনাখন গধূলিৰেপৰা বাকীবোৰে সাজ পোচাক লৈ সাজু হৈ আছে, কিন্তু ৰাতি দহ বজালৈকে জয়মতীৰ দেখাদেখি নাই। খুৰাই নিজে পুতেকক পহৰা দি আছে। 'সুৰেনদা' টোপনিত লাল কাল। খুৰাৰ কাণত পৰাকৈ প্ৰচাৰ কৰি দিয়া হ'ল— থিয়েটাৰ নহয়। ৰাতি বেছি হ'লত থিয়েটাৰ নহ'ব বুলি শুনি, ইপিনে ল'ৰাও টোপনি যোৱাত, খুৰা শুবলৈ গ'ল। 'সুৰেনদা' হাতত সাৰে ভৰিত সাৰে ওলাই আহিল। থিয়েটাৰ হ'ল। জয়মতীয়ে সকলো দৰ্শকক কন্দুৱালে। মুখে মুখে জয়মতীৰ কথা। দৰ্শকে পাহৰি গ'ল যে এজন ল'ৰাই জয়মতীৰ ভাও দিছে। মানুহৰ চকুত সাক্ষাৎ জয়মতী ভাহি উঠিছিল। পুৱতী নিশা 'খুৰাই' কালী পূজালৈ আহি জয়মতীৰ ভাও দেখিলে আৰু চকুপানী টুকিলে। তেখেতে হেনো তেখেতৰ ল'ৰাই জয়মতী বুলি ধৰিব পৰা নাছিল। থিয়েটাৰ ভঙাৰ পিচতহে গম পাইছিল। তেতিয়া কিন্তু দৰ্শকৰ মুখে মুখে জয়মতীৰ গুণ-গান শুনি তেখেত গৌৰৱান্বিত হৈছিল। যুবক সঙ্ঘৰ লগত সন্ধি হ'ল— পুতেকৰ প্ৰতি মৰম বাঢ়িল।

দ্বিতীয় বছৰতো 'লব-কুশ' নাটকখন অভিনীত হৈছিল। যোৱা বছৰৰ গদাপাণি এইবাৰ ৰাম, জয়মতী সীতা, নৰনাৰায়ণ গোস্বামী লক্ষ্মণ, 'প্ৰাণেশ্বৰ দা' উৰ্ম্মিলা, লব 'নৰেন্দ্ৰ দা' আৰু মই কুশৰ ভাও দিছিলোঁ। 'বিশ্ব খুৰা' বাল্মীকি হৈছিল। এনেদৰে তেতিয়াৰপৰাই প্ৰতি বছৰে কালী পূজাত থিয়েটাৰ হৈ আহিছে। মই মুগুৰীয়াত থকালৈকে প্ৰতি বছৰে কিবা নহয় কিবা এটা ভাও লৈ থিয়েটাৰ কৰিছিলোঁ। দুই এবাৰ ডিগবৈৰেপৰা গৈও থিয়েটাৰ কৰিছিলোঁ।

১৯৩২ চনত ঘৰৰপৰা আঁতৰি প্ৰথম তিনি বছৰ যোৰহাটত আৰু পাচত ডিগবৈত থাকিব লগীয়া হোৱাত একেৰাহে কেইবা বছৰো মুগুৰীয়াত থিয়েটাৰ কৰিব পৰা নাছিলোঁ। এবাৰ কিবা বিপাকত সৌভাগ্যক্ৰমে কালী পূজাত আছিলোঁ আৰু থিয়েটাৰতো অংশ গ্ৰহণ কৰিছিলোঁ। ইতিমধ্যে জয়মতীৰ 'লাঙি গদাপাণি', লব-কুশৰ 'ৰামচন্দ্ৰ' ৰাজহংস পুৰুষ 'গৌৰী দা' আৰু জয়মতীৰ 'ল'ৰা ৰজা', লব-কুশৰ 'লব' ডেকা শিল্পী নৰেন্দ্ৰ নাথ শৰ্ম্মাক ভগবানে চিৰদিনৰ কাৰণে লৈ গৈছিল। এই দুজনৰ অভাৱ মই বৰ অনুভব কৰিছিলোঁ। উল্লেখনীয় যে উক্ত ৺গৌৰী কান্ত শৰ্ম্মা মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে পাঠশালা থিয়েটাৰৰো এজন সৰ্ব প্ৰধান শিল্পী

আছিল।

এইবাৰৰ নাটক আছিল 'টিপু চুলতান' — বঙালী নাটকৰ অনুবাদ। টিপু চুলতানৰ সফল ৰূপায়ণত অকল মুগুৰীয়াবাসীয়েই নহয় বজালীৰ সমূহ নাট্যমোদী ৰাইজ প্ৰশংসাবাদেৰে পঞ্চমুখ হৈ পৰিছিল। টিপুৰ ভাওত ধৰণী ধৰ গোস্বামী, টিপুৰ অতি বিশ্বাসী ফৰাচী সেনাপতি মঁচিয়ে লালীৰ ভাওত গৌৰী (সৰু) কান্ত শৰ্ম্মা, টিপুৰ পুত্ৰদ্বয়ৰ ভাওত শ্ৰীমান অজিত শৰ্ম্মা আৰু সন্ত কাকতি আৰু টিপুৰ বিশ্বাসঘাটক ভায়েকৰ ভূমিকাত লিখক নিজে আছিল। মই টিপু চুলতান বহু ঠাইত চাইছোঁ। নামী বঙালী থিয়েটাৰো চাইছোঁ, বৰ্ত্তমান দূৰদৰ্শনতো চাইছোঁ। কিন্তু ধৰণী গোস্বামীক ফেৰ মাৰিবপৰা 'টিপু চুলতান' মই দেখা নাই। গৌৰীয়ে লালীৰ ভাওত দেখুওৱা নিপুণতা আৰু অজিত সন্তৰ ভাওত ফুটি উঠা ৰাজপুত্ৰ সুলভ পাৰদৰ্শিতাত দৰ্শক মুগ্ধ হৈছিল। মই দৰ্শকৰপৰা অলপো প্ৰশংসা বা সহানুভূতি পোৱা নাছিলোঁ। কিন্তু ঘৃণাৰ বহিঃ প্ৰকাশে মোক আত্ম তৃপ্তি দিছিল।

মুগুৰীয়াৰ থিয়েটাৰৰ কাৰণে চিন, উইংচ, পোচাক আদি অনা হৈছিল বাঘমাৰাৰপৰা ভাড়াত। অৰ্কেষ্ট্ৰা পাৰ্টিও বাঘমাৰাৰেই আছিল। বাঘমাৰা মাইনৰ স্কুলৰ হেডমাষ্টাৰ (নামটো পাহৰিলোঁ) অতি পটু বেহেলা বাদক আছিল। এইবোৰ বন্দবস্ত কৰি মঞ্চ সজ্জাত নেতৃত্ব দিছিল হৰেন্দ্ৰ নাথ শৰ্মাই। 'হৰেন্দ্ৰ দা' নহ'লে মঞ্চৰ কাম হোৱাই টান আছিল।

## বিহুৰে ৰিঙিয়ায়

১৯৩৬ চনতে গাওঁ এৰিলোঁ। এই সুদীৰ্ঘ কালছোৱাৰ দেখা শুনা বহুতো কথা, বহুতো ঘটনা চিৰদিনৰ কাৰণে বিস্মৃতিত লুকাই পৰিল। কিন্তু মোৰ সৰু কালৰ কিছুমান সৰু সৰু কথা, বিশেষকৈ বিহুৰ কথা, কিয় জানো, আজিও পাহৰিব পৰা নাই। আজিও বিহু আহিলে মনটো উৰা মাৰে মোৰ জনমথলী সেই মুগুৰীয়া গাওঁখনিলৈ। মনত পৰে, মাঘ বিহুৰ ভেলাঘৰ (মেজি)ৰ কথা, গাওঁ এৰাৰ পৰা ভেলাঘৰ সাজিবলৈ লগৰীয়া সকলৰ লগত লগ লাগি ৰংধেমালি কৰি গধূলি গধূলি পথাৰৰ নৰা কটাৰ কথা, বিহুৰ আগদিনাখন ভোজ-ভাত খাই গোটেই ৰাতিটো হাঁহি-খিকিন্দালিৰে কটাই দিয়াৰ কথা, মেজিৰ জুইত মেজিত লগোৱা কেঁচা বাঁহবোৰ ফাটি বন্দুকৰ নিচিনা ওলোৱা অজস্ৰ ধুপ-ধাপ শব্দৰ কথা আৰু সেই শব্দবোৰ গণাৰ প্ৰয়াসৰ আনন্দৰ কথা, গা-পা ধুই ডাঙৰ সকলক সেৱা জনাই ৰ'দালিত বহি 'মেজিৰ আধাপোৰা, কেঁচা বাঁহৰ চুঙাত লৈ ভজা, 'মাহ-কাৰে' চোবোৱাৰ তৃপ্তি।

বহাগ বিহুত মনটো উৰা মাৰে পহুমাৰা নদীলৈ। প্ৰথম বিহুৰ দিনা (গৰুবিহু) বেঙেনা লাও চকলিয়াই মালা গাঁঠি, গৰুটোৱে প্ৰতি একোডালকৈ ডিঙিত আঁৰি দি, দীঘলতিৰ ডাল পাতেৰে 'দীঘলতি দীঘল পাত গৰু কোবাওঁ জাত জাত মাৰ সৰু বাপেৰ সৰু তই হবি বৰগৰু' গাই গাই, গৰুবোৰ খেদি নি, পহুমৰা নদীত জুবুৰিয়াই গা ধুওৱাৰ কথা আৰু মনত পৰে, বিহুৰ সেই বিশেষ খেল-ধেমালিৰ কথা। আজিও মনত পৰে ঢোপ খেল আৰু হাউ খেলত সত্য খুৰা (ডাঙৰ সত্য) আৰু নৰেন্দ্ৰদাৰ প্ৰতিদ্বন্দিতাৰ কথা। কোনো কাৰণত নৰেন্দ্ৰদা উপস্থিত নাথাকিলে তেওঁৰে দাদাক প্ৰাণেশ্বৰদা আগবাঢ়ি আহিছিল সত্যখুৰাৰ প্ৰতিদ্বন্দী হ'বলৈ। এওঁলোক দুজনহে সত্যখুৰাৰ একমাত্ৰ যোগ্য প্ৰতিদ্বন্দী আছিল। কিন্তু এই সকলোকে চেৰাই দৰ্শকক বেছি আনন্দ

দিছিল দীঘল জাপৰ (Long Jump) প্ৰতিদ্বন্দিতাই। আমাৰ বৰ ফূৰ্ত্তি লাগিছিল যেতিয়া বুঢ়াসকলেও জাপ মাৰিবলৈ আগবাঢ়ি আহিছিল। এই সকলৰ ভিতৰত ঘাইকৈ আছিল অনাদাৰ জেঠা (লক্ষ্মী পতি শৰ্ম্মা), বৰা পেহা (নৰেশ্বৰ শৰ্ম্মা), বাণেশ্বৰ জেঠা আৰু হৰেশ্বৰ শৰ্ম্মা (পিতৃ)। এই প্ৰতিযোগিতাত অনাদাৰ জেঠাই ৬ ফুট মান জাপ মাৰি প্ৰথম হৈছিল। তাৰ পাচত ক্ৰমে বাণেশ্বৰ জেঠাই ৫ ফুট আৰু হৰেশ্বৰ শৰ্ম্মাই ৪ ফুট মানলৈ গৈ নিজৰ নিজৰ গৌৰৱপূৰ্ণ যোগ্যতা প্ৰতিপন্ন কৰিছিল। শেষৰ প্ৰতিযোগীজন আছিল বৰা পেহা। প্ৰতিযোগীসকলৰ ভিতৰত তেখেতেই আছিল সকলোতকৈ বয়োবৃদ্ধ। ল'ৰাবোৰে তেখেতৰ আচল নামটো নাজানিছিল। 'বৰা পেহা', 'বৰাজেঠা', 'বৰাআতা' আদিয়েই তেখেতৰ চিনাকি আছিল। তেখেতৰ বপুটো থুলন্তৰ—ছালবোৰো সোতোৰা সোতোৰ হৈছিল। এই থুলন্তৰ বপুটো লৈ থোলোক-থোপোককৈ দৌৰি গৈ জাপ মাৰি এক ফুট গৈ যেতিয়া বাগৰি পৰিছিল তেতিয়া দৰ্শকৰ মাজত চাপৰি আৰু হাঁহিৰ ৰোল উঠিছিল। পেহাই নিজেও হাঁহিছিল। সমজুৱাই হাত চাপৰি দি তেখেতকেই প্ৰথম বুলি ঘোষণা কৰিছিল। প্ৰথম পুৰস্কাৰ বিজেতা বৰা পেহাক আমি সকুবোৰে সেৱা জনাই পুৰস্কৃত কৰিছিলোঁ। তেখেতৰ প্ৰতিদ্বন্দী সকলেও তেখেতক সাবটি ধৰি অভিনন্দন জনাইছিল।

আজি কালি বজাৰৰপৰা আনি বাচকবনীয়া ফুলাম গামোচাখন বিহুৱান হিচাপে দিলেও দেখোন তাহানিখন আইয়ে নিজে বৈ দিয়া বিহুৱানৰ গামোচাখন লোৱাৰ তৃপ্তি অনুভব নকৰোঁ। সকলো যেন গতানুগতিক—আন্তৰিকতা নাই।

কাতি বিহুৰ দিনাখন ঘৰে ঘৰে তুলসী পুলি ৰুই, গধূলি আইসকলে প্ৰতি ঘৰতে 'তুলসীৰ তলে তলে মৃগ পহু চৰে' নামঘাৰ গাই, মঙ্গল কামনা কৰাৰ ব্যৱস্থাটো যে কি শান্তিদায়ক আছিল!

## এখন মহাৰণ জিকিছিলোঁ

যুৱক সঙঘই প্ৰতি বছৰে মহাপুৰুষ শ্ৰীশ্ৰী দামোদৰদেৱৰ তিথিত কালী মন্দিৰ প্ৰাঙ্গণত ৰাজহুৱা সভা পাতি ৰচনা লিখি, গীত গাই, বক্তৃতা শুনি মহাপুৰুষৰ জীৱনাদৰ্শ আলোচনা কৰিবলৈ সিদ্ধান্ত লৈছিল। চাৰি পাঁচ বছৰমান ভালে ভালে সভা হৈ গ'ল। বজালী অঞ্চলৰ বহুতো প্ৰতিভাশালী মানুহে এই সভাত যোগদান কৰি আলোচনাৰ সৌষ্ঠৱ বঢ়াইছিল। সভাখনে ক্ৰমান্বয়ে জনপ্ৰিয়তা অৰ্জ্জন কৰিছিল। মোৰো আলোচনাবোৰ শুনি কিবা এটা জনাৰ আগ্ৰহ জন্মিছিল। ইয়াৰদ্বাৰা অনুপ্ৰাণিত হৈয়েই মই তেতিয়াই বিচাৰি বিচাৰি দামোদৰদেৱ, শঙ্কৰদেৱ আৰু মাধৱদেৱৰ জীৱনী যি পাইছিলোঁ, পঢ়িছিলোঁ। সকলো কথা বুজি নাপালেও সুধি-পুচি বুজিবলৈ চেষ্টা কৰিছিলোঁ।

এবাৰ কোনো কাৰণত ডেকাসকলৰ একাংশই আন্তৰিকতাৰে সহযোগ নকৰাত উদ্যোক্তাসকলে ৰোহ পাতি পিচৰ বছৰত সভাখন নপতাৰ সিদ্ধান্ত লৈছিল। মই তেতিয়া পঞ্চম মানৰ ছাত্ৰ। এই সিদ্ধান্তই মোক বিচলিত কৰিছিল। ইয়াৰদ্বাৰা গাৰঁৰ মৰ্য্যাদা হানি হ'ব বুলি মোৰ দৃঢ় বিশ্বাস হৈছিল। সেয়ে ডাঙৰ সকলে নাপাতিলেও সভা পাতি গাৱঁৰ সন্মান ৰক্ষা কৰিবৰ কাৰণে দৃঢ়তাৰে মনে মনে সাজু হ'লোঁ। কিন্তু তাকে কৰিবলৈ লগ লাগে। মই গৌৰীক কথাটো কৈ, বুজালোঁ। সি তেতিয়া ছাত্ৰবৃত্তি স্কুলৰ পঞ্চম মান শ্ৰেণীৰ ছাত্ৰ। চিঠিত চহী কৰিবলৈ সন্মত

হ'ল। দুয়োৰে যুটীয়া চহীত বহু নিমন্ত্ৰণী পত্ৰ লিখি, গাৱঁৰ বাহিৰত বিলাই দিলোঁ। বিভিন্ন স্কুলৰ শিক্ষক সকলক, পৰম পূজ্যপাদ অধ্যাপক সৰ্ব্বানন্দ বেদান্ত বাগীশক সভাপতিৰ কাৰণে নিমন্ত্ৰণ জনালোঁ। তাৰ বাহিৰেও সেই সময়ৰ বজালীৰ সৰ্ব্বজন গণ্য-মান্য লোক ৺সন্ত ৰাম চৌধুৰী, ৺নাৰেশ্বৰ শৰ্ম্মা, ৺মুকুন্দ পাটগিৰি, ৺পূৰ্ণ চৌধুৰী (মৌজাদাৰ) আদিক নিমন্ত্ৰণ কৰা হ'ল। তেখেতসকলৰ ওচৰত থকা স্কুলৰ সহপাঠী সকলৰ জৰিয়তে চিঠিবোৰ পঠোৱা হৈছিল।

আমাৰ এই কু-কাৰ্য্যৰ বিষয়ে তিনিদিন মানৰ আগলৈকে যুৱক সঙঘৰ কৰ্ম্ম-কৰ্ত্তা বা গাৱঁৰ কোনো ৰৰমূৰীয়াই গম পোৱা নাছিল। সেয়ে মনতে ভয় খাইছিলোঁ, কিজানিবা সভাৰ ব্যৱস্থা আদি কৰিব নোৱাৰিলে ওভোতাই মাৰ খাব লাগে! যিকি নহওক, সভাৰ তিনিদিন আগতে সঙঘৰ কৰ্ম্ম-কৰ্ত্তা সকলে বাহিৰত বিলি কৰি দিয়া নিমন্ত্ৰণী পত্ৰবোৰ দেখি, আমাৰ এই দুষ্কৰ্ম্মৰ উমান পালে। আমাৰ ওপৰত, বিশেষকৈ মোৰ ওপৰত, তেখেতসকল অতিশয় বিতুষ্ট হৈছিল যদিও সভাৰ কাম সুচাৰু ৰূপে নহ'লে গাৱঁৰ বদনামলৈ ভয় কৰি, মোক যথেষ্ট ধমকি দি হ'লেও সকলোৱে সভাৰ কামত লাগি গৈছিল। 'বিশ্ব খুৰা'ই সঙঘৰ সম্পাদক হিচাপে দেউতাৰ সম্মুখত মোক দিয়া ধমকি মই পাহৰা নাই। এটাই মাত্ৰ অভিযোগ, মই হেনো গাৱঁৰ নাক কটাবলৈ ওলাইছিলোঁ। দেউতাই কিন্তু মুখেৰে একো মতা নাছিল। সভাখন নপতাহেঁতেনহে গাৱঁৰ সম্মান নাথাকিলহেঁতেন বুলি পাচত মন্তব্য দিছিল। কিন্তু এইবাৰ লাভ হৈছিল যে, গাৱঁৰ সম্মান ৰক্ষাৰ কাৰণে ডেকা-বুঢ়া সকলোৱে কামত নিজৰ নিজৰ ভাগে লাগি গৈছিল। 'এই ল'ৰাবোৰে আমাৰ নাক কাণ কটাব' বুলি কৈ নাক কাণ ৰক্ষাৰ কাৰণে বুঢ়াসকল ব্যগ্ৰ হৈ পৰিছিল। ডেকাসকলেও গাৱঁৰ অৰ্জ্জিত গৌৰৱ হ্ৰাসৰ ভয়ত সক্ৰিয় হৈ পৰিছিল। ফলত অতি জাক-জমকেৰে সভাৰ কাম সম্পন্ন হৈছিল। সৰ্ব্বানন্দ বেদান্ত বাগিশে সভাপতিত্ব কৰিছিল। অৱশ্যে আমি কোনো পাত্তা পোৱা নাছিলোঁ যদিও পেটে পেটে এখন মহাৰণ জিকাৰ আনন্দ অনুভৱ কৰিছিলোঁ।

## বজালীৰ প্ৰথম গাৱঁলীয়া পুথি ভঁৰাল

শ্ৰীমান গৌৰীৰ দেউতাক আৰু মোৰ পূজনীয় জেঠা ৺উত্তম চন্দ্ৰ দেৱ শৰ্ম্মা সেই সময়ত এজন সুবিজ্ঞ কবিৰাজ আছিল। কিন্তু ভগবানৰ ইচ্ছাত তেখেতৰ অকাল মৃত্যু হোৱাত দৰবৰ আলমাৰিটোৰ কোনো কাম নোহোৱা হৈছিল।

মই তেতিয়া চৌখুটী মাইনৰ স্কুলৰ ৪ৰ্থমান শ্ৰেণীৰ ছাত্ৰ আৰু গৌৰী পাঠশালা ছাত্ৰবৃত্তি স্কুলৰ ৪ৰ্থমান শ্ৰেণীৰ ছাত্ৰ। মই মোৰ স্কুলৰ পুথিভঁৰালটোৰ প্ৰতি আকৃষ্ট হৈছিলোঁ পুথি পঢ়াৰ কাৰণে নহয়, নিজৰ গাৱঁতো তেনে এটা পুথিভঁৰাল স্থাপন কৰাৰ মানসেৰে, পুথিভঁৰাল পৰিচালনাৰ নিয়ম-নীতিবোৰ প্ৰত্যক্ষ কৰাৰ কাৰণে। শেষত গৌৰীৰ লগত আলোচনা কৰি, জেঠাৰ দৰবৰ আলমাৰিটোকে লৈ, 'দামোদৰ পুথিভঁৰাল' নাম দি এটা ডাঙৰ পুথিভঁৰাল কৰিবলৈ সিদ্ধান্ত কৰিছিলোঁ। লগে লগে আমাৰ দুয়োৰো মাজত formal মিটিং আৰম্ভ হ'ল। মই সম্পাদক আৰু গৌৰী পুথিভঁৰালী নিৰ্ব্বাচিত হ'ল। নিয়মাৱলীৰ খচৰাও তৈয়াৰ হ'ল। মই সম্পাদক হিচাপে পুথি সংগ্ৰহৰ কাম আৰম্ভ কৰি দিলোঁ। মোৰ চকুত পৰিলে কাৰো মেজত এখন

ফটা কেটেলগো নথকা হ'ল। যাৰে মেজত যি কিতাপ পাইছিলোঁ তাকেই মই আমাৰ পুথিভঁৰালত জমা দিছিলোঁ। যথাক্ৰমে পুথিভঁৰালীয়ে সংগৃহীত পুথিৰ তালিকা নিয়াৰিকৈ ৰাখিছিল। নিয়মিত সভ্য আৰু পাঠকো হৈছিলোঁ চেক্ৰেটৰী আৰু পুথিভঁৰালী। কিতাপ বিলিৰ বহীও কৰা হৈছিল। আমি দুজনেই পাঠক যদিও বিলিৰ বহীত পুথিভঁৰালীয়ে নিলিখাকৈ আৰু কিতাপ লওঁতাই চহী নকৰাকৈ কোনোৱে কিতাপ ল'ব নোৱাৰিছিল। নিয়মাৱলী মানিবই লাগিব। এনেদৰে এবছৰৰ অধিক কাল চলিল। জাবৰে-জোঁথৰে মিলি তিনিকুৰিমান কিতাপ হৈছিল। ইয়াৰ ভিতৰত প্ৰকৃত কিতাপো ৩০।৩৫ খনমান আছিল। এই কৃতকাৰ্যতাত মই অপাৰ আনন্দ লভিছিলোঁ। অৱশ্যে ভাল কাম সিদ্ধিৰ কাৰণে মই অসাধু কামো কৰিছিলোঁ। প্ৰায়ভাগ কিতাপেই প্ৰকাৰান্তৰে চুৰ কৰিছিলোঁ। কিন্তু সুবিধা পালেও নতুন কিতাপ বা পাঠ্য পুথি অনা নাছিলোঁ। সকলো কিতাপেই পুৰণা আছিল। সেইদেখিয়েই হ'বলা এই চুৰি কাৰ্য্য কাৰো চকুতপৰা নাছিল। কাৰপৰা কি কিতাপ আনিছিলোঁ তাৰ টোকা মই পুথিভঁৰালীক দিছিলোঁ আৰু পুথি ভঁৰালীয়েও দাতাৰ নাম, দাতাৰ অজ্ঞাতেই, পুথিৰ তালিকাত লিপিবদ্ধ কৰি ৰাখিছিল।

লাহে লাহে আমাৰ পুথিভঁৰালৰ কথা অহকাণে-পহকাণে গাৱঁত প্ৰচাৰ হ'ল। এই পুথিভঁৰালটোকেই যুৱক সঙ্ঘৰ পুথিভঁৰাল কৰিবলৈ সঙ্ঘৰ জ্যেষ্ঠ সদস্যসকলৰ মাজত ভিতৰি আলোচনা হ'ল। এদিন 'বিশ্ব খুৰা' আৰু 'হৰেন্দ্ৰদা' আহি আমাক ভালৰি লগাবলৈ প্ৰথমতে আমাৰ কাৰ্যৰি প্ৰশংসা কৰি, এই পুথিভঁৰালটোকেই যুৱক সঙ্ঘৰ পুথিভঁৰাল কৰিবলৈ প্ৰস্তাৱ দিলে। আমি অতি আনন্দেৰে এই প্ৰস্তাৱত সন্মতি দিলোঁ। সিদিনাখন আমাৰ আনন্দ চায় কোনে? আমি 'মুণ্ডৰীয়া যুৱক সঙ্ঘ'ৰ পুথিভঁৰালৰ প্ৰতিষ্ঠাতা। দুয়ো দুয়োকো অভিনন্দন জনালোঁ। অৱশ্যে আলমাৰিটো দিবলৈ জেঠীয়ে অনুমতি নিদিয়াত তাত থকা কিতাপবোৰকে লৈ গৈ, বেলেগ আলমাৰীত যুৱক সঙ্ঘৰ পুথিভঁৰাল কৰা হ'ল।

অলাগতিয়ালবোৰ পেলাই দি ভাল কিতাপ কেইখন লৈ গৈ, প্ৰথমতে 'হৰেন্দ্ৰদা'ৰ ঘৰতে যুৱক সঙ্ঘৰ পুথিভঁৰালটো স্থাপন কৰা হৈছিল। কোৱা বাহুল্য যে, এই ঘৰখন যুৱক সঙ্ঘৰ ল'ৰাবোৰৰ ক্লাব ঘৰৰ নিচিনা আছিল। 'হৰেন্দ্ৰদা'ৰ দেউতাক পূজনীয় অনাদাৰ জেঠা আৰু মাক জেঠীৰ, ল'ৰাবোৰ বৰ প্ৰিয় আছিল। আমি এটা কথাত বৰ আনন্দ পাইছিলোঁ। আমাৰ উৎপাত বেছি হ'লে জেঠাৰ পেটে পেটে খং উঠি মুখৰ ভিতৰতে গুৰ-গুৰাই থাকিছিল। কেতিয়াবা আকৌ বেছি অসহ্য হ'লে 'এই নিৰামহী' সকলৰ উত্তাওালিখন চা' বুলি গৰজি উঠিছিল। 'নিৰামহী' শব্দটো শেষত গাৱঁৰ ডেকা-বুঢ়া সকলোৰে মুখে মুখে হৈছিল। কোনোবাই কিবা কথাত দুষ্টালি কৰিলেই অন্যবোৰে তেওঁক 'নিৰামহী বুলি কৈ আনন্দ পাইছিল। কিন্তু 'নিৰামহী' শব্দটো কি অৰ্থত, কিয়, ক'ৰপৰা জেঠাই ব্যৱহাৰ কৰিছিল সেই বিষয়ে কোনোৱে একো প্ৰশ্ন কৰা নাছিল। কালী পূজাত বলি নিবাৰণ হোবাৰ পাচৰ পৰাই জেঠাই এই 'নিৰামহী' শব্দটো ব্যৱহাৰ কৰিছিল। আমাৰ উৎপাতত খং কৰিছিল সঁচা কিন্তু কোনোবা এদিন ল'ৰাবোৰ নগ'লেও জেঠা-জেঠী অতিষ্ঠ হৈ পৰিছিল। কি কাৰণে কোনো যোৱা নাই পুতেকক সুধি, তৎ নাইকীয়া কৰিছিল। আমিও আমাৰ প্ৰতি থকা তেখেতসকলৰ অপত্য স্নেহৰ কথা গম পাইছিলোঁ আৰু সেয়ে কেতিয়াবা কেতিয়াবা জেঠাই নিজ মুখেৰে 'নিৰামহী' বুলি দিয়া গালিষাৰ শুনিবলৈকে ইচ্ছাকৃত ভাবে উৎপাত কৰিছিলোঁ। এইখন ঘৰত আমি বহুতো নাৰিকলৰ লাৰু হজম কৰিছিলোঁ।

কিছুদিন পিচত যুৱক সঙ্ঘই পুথিভঁৰালটো সমূহীয়া স্থানলৈ স্থানান্তৰ কৰাৰ কথা চিন্তা

কৰি, কালী গোসাঁনী ঘৰৰ লগতেই কাঠৰ খুটাৰ ওপৰত খেৰ-বাঁহৰ চালি এখন সাজি লৈ তাতে অনাৰ পৰিকল্পনা লৈছিল। পৰিকল্পনা অনুযায়ী ডেকাসকলে নিজৰ ভিতৰতে পইচা উঠাই পাঠশালা বজাৰৰপৰা কাঠৰ খুটা কেইটা কিনি, সাঙি কৰি কঢ়িয়াই আনি, যথাস্থানত পেলাইছিল। গাৱঁত প্ৰতি ঘৰৰপৰা বাঁহ, খেৰ খুজি আনি সকলো ল'ৰা-ডেকা মিলি, পুথিভঁৰালৰ চালি আৰু বেৰ সাজি লৈছিল। এই কামত ওস্তাদ তথা নিৰ্দেশক আছিল 'সত্যদা' (সৰু সত্য), সহযোগী আছিল লিখককে ধৰি হৰেশ্বৰ (হৰো), ধৰম, তাৰক, বিপিন আদি গাৱঁৰ অন্যান্য সৰু ডাঙৰ লগৰীয়াসকল। এনেদৰেই কালী গোসাঁনী ঘৰত মুগুৰীয়া যুৱক সঙ্ঘৰ পুথিভঁৰাল স্থাপন হৈছিল। প্ৰথম নাম আছিল দামোদৰদেৱ পুথিভঁৰাল। পিচত নাম সলাই ক্ৰমে 'মুগুৰীয়া যুৱক সঙ্ঘ পুথিভঁৰাল', 'মুগুৰীয়া ভাতৃ সঙ্ঘ পুথিভঁৰাল' আৰু শেষত 'ভট্টদেৱ পুথিভঁৰাল' ৰখা হৈছিল। প্ৰথম অসমীয়া গদ্য লিখক, কথা ভাগৱতৰ লিখক ভট্টদেৱৰ জন্ম বজালীৰ বিচানকুচি গাৱঁত বুলি বজালীবাসীয়ে বিশ্বাস কৰে। সেয়ে পুথিভঁৰালটোৰ নাম 'ভট্টদেৱ পুথিভঁৰাল' ৰখা হৈছিল। আদৰ্শগত কাৰণ এটাও আছিল। গাৱঁত মাথো চাৰিঘৰ হৰিদেৱীৰ বাহিৰে বাকীবোৰ দামোদৰী আছিল। এই নামটো লৈ ভৱিষ্যতে যাতে কোনো বিভাজনৰ সৃষ্টি নহয়, তাৰ কাৰণে সৰ্ব্বসন্মত ভাবে সাহিত্যিক ভট্টদেৱৰ নাম ৰখা হৈছিল। আৰু এইটো চিন্তা কৰিছিল সংখ্যাধিক্য দামোদৰীসকলে ভৱিষ্যতে উক দিব পৰা সংখ্যালঘুৰ ভাবানুভূতিলৈ লক্ষ্য কৰি।

## মিছাৰ মহত্ত্ব

কোৱা বাহুল্য যে, গাৱঁৰ কালীমন্দিৰৰ সভা ঘৰটো আছিল নামঘৰ, সভাঘৰ, সমূহীয়া বিচাৰকে ধৰি সকলো ৰাজহুৱা কামৰ আশ্ৰয় স্থল। এবাৰ এই টিনৰ সভাঘৰটো ধুমুহাত সম্পূৰ্ণৰূপে ভাগি পৰাত বহুদিনলৈ ঘৰটো তেনেদৰেই পৰি আছিল। তাৰ প্ৰতি ৰাইজৰ কাণসাৰ নাছিল। সেই বছৰতেই প্ৰলয়ঙ্কৰী মৰক (কলেৰা) লাগি গাৱঁৰ বহুতো মানুহ মৰিছিল। দিনে এটা নহয় এটা মৰিছিলেই। কেতিয়াবা আকৌ একেদিনাই ৪।৫ জনকৈ মৰি বিভীষিকাৰ সৃষ্টি কৰিছিল। মৰক (নামনি অসমত মৰং) ভূতৰ ভয়ত সকলো মানুহ সন্ত্ৰস্ত হৈ পৰিছিল। গাৱঁৰ এফালে ৺গোপী নাথ শৰ্ম্মা, ৺কাশী নাথ শৰ্ম্মা, ৺বাণেশ্বৰ শৰ্ম্মা আৰু পিতৃ হৰেশ্বৰ শৰ্ম্মা, আনফালে ৺ৰঘু কাকতি, ৺হৰি চৰণ কাকতি, ৺ছায়াৰাম পাটগিৰি (গাওঁবুঢ়া) আদিৰ দল দুটাই অকল মৰাশ সৎকাৰ কৰিবলৈকে সদায় সাজু হৈ আছিল। তেওঁলোকৰ ভয়-ভীতি, এলাহ বুলিবলৈ একো নাছিল। সেইবাৰ গাৱঁত এমাহৰ ভিতৰতে চাৰিকুৰিমান মানুহ মৰিছিল বুলি কোৱা শুনিছিলোঁ।

কলেৰা শাম কটাৰ দুমাহ মানৰ পাচত এদিন ৺সোণেশ্বৰ জেঠায়ে (৺ৰজনী শৰ্ম্মাৰ দেউতাক) গাৱঁৰ মুখীয়াল সকলক মাতি, বৰ সন্ত্ৰস্ত ভাব দেখুৱাই, তেখেতে পুৱতি নিশা দেখা সপোন এটাৰ কথা ক'লে। তেখেতক হেনো সপোনতে এজন শুকুলা বস্ত্ৰ পৰিধানকাৰী বুঢ়া বামুণে কৈ গ'ল যে, আগত অমাবস্যাৰ দিনাই যদি কালীমন্দিৰৰ কাষত থকা ডাঙৰীয়া বাবাৰ বাসস্থান বিৰাটকায় বট গছডালত প্ৰতিঘৰ মানুহে গা-পা ধুই শুচি হৈ, লঘোণে থাকি, ভক্তিভাবে দুশৰীয়া একোডাল গোট জাতি বাঁহৰ আগত শুধ বগা নতুন কাপোৰ এটুকুৰা লগাই একোডালকৈ 'চাট' দি, মন্দিৰৰ কাৰণে নিজৰ নিজৰ শক্তি অনুসাৰে, অত্যধিক যিয়ে যিমান

পাৰে, কম পক্ষে এটকা, বৰঙনি দি, কালী গোসাঁনীক সেৱা নকৰে আৰু সেই বৰঙণিৰ টকাৰে এমাহৰ ভিতৰতে সভাঘৰটো নতুনকৈ সাজি নুলিয়ায়, তেনেহ'লে এই গাওঁখনত পুনৰ মৰক লাগি নিঃচিহ্ন হ'ব। গাৱঁৰ সকলো মানুহে যিয়ে যিভাগে পাৰে, এই কামত পৰিশ্ৰম আগবঢ়াব লাগিব, অন্যথাই অমঙ্গল হ'ব। সপোনৰ কথা শুনি মানুহ ভীত হৈ পৰিছিল আৰু পিচৰ অমাৱস্যাতেই প্ৰতিঘৰে একোডালকৈ 'চাট' নিৰ্দ্দিষ্ট বট গছত দি আৰু সাধ্যানুসৰি বৰঙণি আগবঢ়াই, কালী গোসাঁনীক সেৱা কৰি, মৰকৰ হাত সাৰিছিল। কথাটো ৰাষ্ট্ৰ হৈ পৰাত ওচৰ চুবুৰীয়া আন আন গাৱঁৰ মানুহেও স্বেচ্ছাই 'চাট' আৰু বৰঙণি আগবঢ়াই নিজকে সুৰক্ষিত কৰিছিল। এই বৰঙণিৰ টকা আৰু মানুহৰ কায়িক শ্ৰম দানেৰে, সঁচাসঁচিকৈ নিৰ্দ্দিষ্ট সময়ৰ ভিতৰতেই সভা ঘৰটো পুনৰ সাজি উলিওৱা হৈছিল। সভাঘৰৰ কাম সম্পূৰ্ণ হৈ যোৱাৰ পাচত হে জোলোঙাৰ মেকুৰী ওলাই পৰিছিল। ৺সোণেশ্বৰ জেঠাৰ সপোন কল্পিত আছিল। কেৱল এই ৰাজহুৱা সভাঘৰটো খৰখেদাকৈ পুনৰ সাজি উলিয়াবৰ কাৰণেই তেখেতে এইষাৰ মিছা কথাৰ আশ্ৰয় লৈছিল। সৎ উদ্দেশ্য সাধনৰ কাৰণে কেনে সুন্দৰ সাধু মিছা কথা!

## পূজাৰ সংস্কাৰ

গাৱঁৰ সাতাম পুৰুষীয়া কালী পূজাত এতিয়া কোনো বলি দিয়া নহয়। কিন্তু যুগ যুগ ধৰি এই কালী পূজাত বলি দিয়াৰ প্ৰথা চলি আহিছিল। গাৱঁৰপৰা ৰাজহুৱা ভাবে এটা পঠা, এজোৰ পাৰ আৰু এটা হাঁহ বলিৰ কাৰণে আগবঢ়োৱা হৈছিল। কিন্তু বাহিৰৰ গাৱঁৰ বহু দূৰ-দূৰণিৰ মানুহেও নিজাববীয়াকৈ হাঁহ, ছাগলী, পাৰ আদি নিবেদন কৰি অপায়-অমঙ্গলৰপৰা ৰক্ষা পাবলৈ দেবীক প্ৰাৰ্থনা জনাইছিল। এনেদৰে পূজাত ৬০।৭০ টালৈকে পঠা আৰু অসংখ্য হাঁহ, পাৰ বলি দিয়া হৈছিল। বলিৰ কালচোৱাত প্ৰাণীবোৰৰ মুণ্ডহীন দেহবোৰৰ চট্‌ফটনি আৰু জীয়া তেজৰ ফিচকাৰীয়ে পূজাৰ পবিত্ৰ আৰু আনন্দমুখৰ পৰিবেশটোকেই কিবা এটা অবাঞ্চিত বিভীষিকাত পৰিণত কৰিছিল। ধৰ্ম্মপ্ৰাণ ৰাইজে কিন্তু বলিৰ সকলো কাম নিৰ্ব্বিঘ্নে সম্পন্ন কৰি, পূজাভাগ ভালে ভালে সমাধা হোৱাটোকে গোসাঁনীৰ অসীম কৃপা বুলি ভাবিছিল আৰু নিজে নিজে পৰম তৃপ্তি লাভ কৰিছিল। এই দৃশ্যটোৱে তথা বলিৰ প্ৰথাটোৱে কিন্তু ডেকাসকলক মানসিক ভাবে অসন্তুষ্ট কৰি তুলিছিল। কালী গোসাঁনী জগতৰ অধিষ্ঠাত্ৰী, সকলো প্ৰাণীৰ মাতৃ, জগত জননী বুলি কোৱা হয়। মাতৃক সন্তুষ্ট কৰিবলৈ জানো সন্তানৰ তেজ দিব লাগে? সেয়ে ডেকাসকলে বলি দিয়াৰ প্ৰথাটোক আদিম যুগৰ প্ৰথা বুলি বিবেচনা কৰি, ইয়াক বন্ধ কৰিবলৈ উপায় চিন্তা কৰিছিল যদিও অভিভাৱক সকলৰ আগত প্ৰতিবাদ কৰাৰ সাহস কাৰো নাছিল। বলি বন্ধ কৰাৰ উপায় বিচাৰি ভিতৰি ভিতৰি সেই সময়ৰ কেইগৰাকীমান প্ৰভাৱশালী লোকৰ ওচৰ চপা হৈছিল। তেখেতসকল আছিল বজালীৰ অগ্ৰগণি নেতা— ৺সন্তৰাম চৌধুৰী, ৺মুকুণ্ড পাটগিৰি, ৺সৰ্ব্বানন্দ বেদান্ত বাগীশ, ৺নৰেশ্বৰ শৰ্ম্মা আৰু ৺পূৰ্ণ চৌধুৰী (মৌজাদাৰ) আদি। এইসকলৰ মুখিয়াল আছিল সন্তৰাম চৌধুৰী। তেখেতসকলে এবাৰ কালী পূজাৰ আগে আগে কালী মন্দিৰত ৰাজহুৱা সভা আহ্বান কৰি, বলি বন্ধৰ কথা ঘোষণা কৰিলে আৰু সকলো প্ৰকাৰে বলি দিয়াত বাধা প্ৰদান কৰা হ'ব বুলি সকীয়াই দিলে। গাৱঁৰ বয়সস্থ সকলে প্ৰমাদ গণিলে। বলি বন্ধ কৰিলে কালী গোসাঁনীৰ কোপত গাৱঁৰ ভবিষ্যৎ অমঙ্গল চিন্তা কৰি, পূৰ্ব্বৰ দৰে বলি দি, পূজা কৰিবলৈ বদ্ধ পৰিকৰ হ'ল। ইপিনে উক্ত নেতাসকলৰ নেতৃত্বত এচাম ৰাইজেও বলি বন্ধ কৰিবৰ কাৰণে উঠি-পৰি লাগিল। কিবা এটা সাম্ভাব্য সংঘাটৰ ভয় কৰি, সেইবাৰ পুলিচৰ

ৰক্ষণাবেক্ষণত পূজা কৰা হ'ল।

পূজাৰ পাচত বুঢ়াসকলে গম পালে যে, এই আন্দোলনৰ গুৰিত আছে তেওঁলোকৰ ল'ৰাবোৰ। সেইদেখি পিচৰ বছৰত কোনো জামেলালৈ নগৈ, পূজাকেই বন্ধ কৰি দিয়াৰ সিদ্ধান্ত ল'লে। সেই বছৰ পূজা নহ'ল। গাৱঁৰ সাতামপুৰুষীয়া পূজাভাগ বন্ধ কৰাৰ পক্ষপাতী ডেকাসকল নাছিল। বুঢ়াসকলেও পূজা নোহোৱাত কিবা এটা হেৰাল যেন অনুভৱ কৰিছিল। দুয়ো পক্ষৰ সন্ধি হ'ল। সিদ্ধান্ত হ'ল যে অতীজৰপৰা প্ৰচলিত কালী পূজা ভাগ বলি নোহোৱাকৈ আগৰদৰে প্ৰতি বছৰে কৰা হ'ব। বলিহীন পূজাৰ ব্যৱস্থা দিছিল ৺সৰ্ব্বানন্দ বেদান্ত বাগীশে। এনেদৰে বলিহীন পূজা প্ৰচলিত হ'ল। মুগুৰীয়াত বলিহীন কালী পূজাৰ এয়ে গুৰি কথা। উল্লেখনীয় যে এই আন্দোলনত ভিতৰুৱাকৈ ডেকাসকলৰ নেতৃত্ব বহন কৰিছিল ৺সুৰেনদা'ই।

উনুকিয়াই থওঁ যে, এই কালী মন্দিৰটোৰ অৱস্থিতি বুৰঞ্জী প্ৰসিদ্ধ পিঠাখাইটী পুখুৰীৰ পাৰত। এতিয়া পিঠাখাইটী মানুহৰ এলাগী হ'ল। মানুহে তাইৰ বুৰঞ্জী বা জন্ম কাহিনী পাহৰিলে। আত্মকেন্দ্ৰিক মানুঁহৰ কৃপাত তাই খীণাই-শুকাই, হাড়ে-চালে লাগি গ'লেও বুৰঞ্জীৰ সাক্ষী স্বৰূপে আজিও বৰ্ত্তি আছে। হয়তো কেতিয়াবা কোনোবা বুৰঞ্জী পিপাসুৱে তাইৰ ইতিহাস লিখি, শান্ত্বনা দিব বুলি আশা ৰাখিছোঁ।

## বিৰিখ দম্পতী



আগৰ দিনত বট গছৰ পুলি এটাক দৰা কৰি আহত গছৰ পুলি এটাক কইনা কৰি সম্পূৰ্ণ বৈদিক প্ৰথাৰে বিয়া পাতি, অতি সযতনে দুয়োটা পুলি একেলগে ৰুই, কোনো কোনোৱে পুণ্য অৰ্জ্জন কৰিছিল। আমাৰ গাৱঁৰ (মুগুৰীয়া) কালীমন্দিৰৰ ওচৰতে বৰ্ত্তমান সমাজ কল্যাণ কেন্দ্ৰৰ কাষত, একেলগে থকা বট আৰু আহত গছ দুজোপাও তেনেদৰে বিয়া হোৱা এহাল দম্পতী। গাৱঁৰে 'বোধো' আতাৰ কোনো ল'ৰা-ছোৱালী নাছিল। তেখেতৰ আচল নামটো আমি নাজানিছিলোঁ। সকলোৱে 'বোধো আতা', 'বোধো খুৰা', 'বোধো বুঢ়া' বুলিয়েই ভ্ৰাগে ভাগে মাতিছিল। তেখেত বিশ্ব খুৰাৰ অৰ্থাৎ সু-প্ৰসিদ্ধ সংস্কৃত পণ্ডিত বিশ্বেশ্বৰ স্মৃতি-ব্যাকৰণ তীৰ্থৰ সম্বন্ধীয় খুৰাক আছিল বুলি আমি শুনিছিলোঁ। 'বোধো আতা'ই এই বিয়া পাতি, নিজ ল'ৰা-ছোৱালীৰ বিয়া পতাৰ আনন্দ উপভোগ কৰাৰ লগতে পুণ্যও অৰ্জ্জন কৰিছিল। হোম যজ্ঞ কৰি, সম্পূৰ্ণ বৈদিক নিয়মানুসাৰে নৈষ্ঠিক হিন্দু পৰিবাৰৰ বিয়াৰ নিচিনাকৈয়ে, এই বিয়াখন সু-সম্পন্ন

কৰিছিল। ঢোল, পেঁপাৰ বাজনাৰে সৈতে আইসকলে বিয়ানাম গাই গাই পানী তুলি, মাহ-হালধি ঘঁহি, পুলি দুটাক গা ধুৱাই, দৰা-কইনা সজাই লৈছিল। সুৱাগুৰি জাবিবলৈকো বাদ দিয়া নাছিল। বিয়ালৈ গাৱঁৰ সকলো মানুহকে সপৰিয়ালে নিমন্ত্ৰণ কৰি, জা-জলপান খুৱাই, অভ্যৰ্থনা কৰিছিল। পুৰোহিত আৰু নিমন্ত্ৰিত বামুণসকলক নিয়মানুসাৰে দা-দক্ষিণা দিয়াৰো কোনো ক্ৰুটী কৰা নাছিল। 'বোধো আতা' থকা দিন কেইটা এই গছ পুলি দুটাক নিজ পো-বোৱাৰীৰ নিচিনা মৰম কৰি আপডাল কৰিছিল। বুঢ়াই নিতৌ পুৱা-গধূলি এবাৰ নহয় এবাৰ আহি গছপুলি দুটাৰ ওচৰত বহি, গুৰিত পানী দি, ডাল-পাতবোৰ চুই চুই মৰম কৰিছিল। **আধুনিকতাৰ গোন্ধ নোপোৱা তথাকথিত অশিক্ষিত গাৱঁলীয়া বৃদ্ধৰ বৃক্ষ সেৱাৰ এই নিদৰ্শনৰ প্ৰতি আজি বিজ্ঞানবাদী, শিক্ষাভিমানী, স্বাৰ্থান্বেষী মানুহৰ চকু দিয়াৰ বা মন কৰাৰ অৱকাশ ক'ত?**

## নিয়মানুবৰ্ত্তিতা, সাহস নে 'বেবকুফি'

চৌখুটী মাইনৰ স্কুলত ৫ম মান শ্ৰেণীত থাকোঁতে এদিন আমাৰ স্কুল আৰু ৰিহাবাৰী মাইনৰ স্কুলৰ মাজত হ'বলগীয়া ফুটবল খেলখন চাবৰ কাৰণে দলেবলে ৰিহাবাৰীলৈ গৈছিলোঁ। ৫।৬ মাইল দূৰ হ'ব। খেল চাই ঘূৰি আহি স্কুল পাওঁতে ৰাতি হ'ল। ইপিনে দবা পিতা বৰষুণ। চাৰিওফালে পানী। ঘৰলৈ ২ মাইল দূৰ। বাট চোৱাও (সেইসময়ত) এনেকুৱা দুৰ্য্যোগপূৰ্ণ বতৰত সৰু ল'ৰাৰ কথাই নাই, ডাঙৰৰ কাৰণেও বিপদজনক। সেইদেখি আমাৰ গাৱঁৰে সহপাঠী 'দ্বিজেনদা'ই (পিচত বজালী উচ্চতৰ মাধ্যমিক স্কুলৰ অধ্যক্ষ) ৰাতি ঘৰলৈ যোৱাটো বাদ দি স্কুলৰ ছাত্ৰাবাসতেই থাকিবলৈ স্থিৰ কৰিলে। মই তাৰ কথাত সম্মত হ'ব নোৱাৰিলোঁ। কিয়নো আই-দেউতাৰ বিনানুমতিত গৈছিলোঁ। ইয়াৰ আগেয়ে মই এনে গৰ্হিত কাম কেতিয়াও কৰা নাছিলোঁ। একেতো অভিভাৱকৰ বিনানুমতিত খেল চাবলৈ গৈছিলোঁ, তাতে আকৌ ৰাতিও ঘৰলৈ নোযোৱাটো বৰ দোষণীয় কাম হ'ব বুলি ভাবিছিলোঁ। আই-দেউতা চিন্তাত বিয়াকুল হ'ব বুলি মোৰ দৃঢ় ধাৰণা হৈছিল। সেয়ে মই কাৰো কথা নামানি চুপ-চাপ অকলে ঘৰলৈ বুলি খোজ ললোঁ। তেতিয়া ৰাতি নমান বাজিছে। সেই সময়ত গাৱঁত ৰাতি ৯টা বহুত ৰাতি। ৰাতিও আন্ধাৰ আছিল। তাতে আকৌ ধাৰাসাৰ বৰষুণ আৰু বিজুলী ঢেৰেকণিৰ কাৰণে আলিবাট জনশূণ্য হৈ পৰিছিল। চাৰিওফালে গভীৰ নিস্তব্ধতা বিৰাজ কৰিছিল।

স্কুলৰ কাষতে এটা বোৱতী জান আছিল; এতিয়াও আছে। এই জানৰ ওপৰত চৰকাৰী আলিবাটত এখন কাঠৰ দলং আছিল। এই জানটোৰ নাম 'বিচেন্নালা'। কিন্তু চৌখুটী মাইনৰ স্কুলৰ ওচৰত থকা অংশক মানুহে 'বলন' বুলি কৈছিল। উক্ত দলঙৰ কাষৰ 'বলন'ৰ দুয়োপাৰে শ্মশান আছিল। এই শ্মশানৰ ভূতৰ বিষয়ে নানা ৰকমৰ মুখৰোচক গল্প প্ৰচলিত আছিল। মানুহেও বিশ্বাস কৰিছিল। এন্ধাৰ, নিজম ৰাতিত হেনো ভূতবোৰে শ্মশানত বিচৰণ কৰে। 'দ্বিজেনদা'ৰ প্ৰথম ভয় আছিল এই ভূতৰ। দ্বিতীয়তে এনেয়ে ঘোৰ অন্ধকাৰ ৰাতি, জনপ্ৰাণী শূন্য দীৰ্ঘ পথ, বনৰীয়া বাঘ শিয়ালৰো ভয় নথকা নহয়। তাতে আকৌ ধাৰাসাৰ বৰষুণ। এনে অৱস্থাত বিপদৰ জুকি নলৈ ৰাতিটো ছাত্ৰাবাসত থাকিবলৈ সি মোক বুজাইছিল। তাৰ কথা মোৰ কাণত সোমোৱা নাছিল। অভিভাৱকৰ অজ্ঞাতে কৰা দোষে মোক সংজ্ঞাহীন কৰি পেলাইছিল। বিজুলীৰ পোহৰে পোহৰে, খুপি খুপি দুই মাইল বাট অতিক্ৰম কৰি, ঘৰ পালোঁহি। ঘৰ পাই

দেখিলোঁ সকলো টোপনিত নিটাল মাৰিছে। মই আই বুলি মাত দিয়াৰ লগে লগে আই গিৰিস কৰে উঠি আহি মোক অকলে দেখি আচৰিত হ'ল। দেউতাই সুধিলে, 'ইমান ৰাতি কেনেকৈ, কাৰ লগত আহিলি?" মই 'দ্বিজেনদা'ৰ লগত অহা বুলি কলোঁ। 'এই ভূত পলোৱা বতৰ, তলত পানী, ওপৰত বৰষুণ। তাতে আকৌ অলপ আগতে আমাৰ বাৰীৰ মূৰত বাঘে গুজৰিছে। বাঘে পালে কি কৰিলিহেতেন? এতিয়াৰপৰা এনে কাম নকৰিবি' বুলি কৈ মোক খুৱাই-বুৱাই শুৱলৈ দি, সকলো টোপনি গ'ল।

পিচদিনা ৰাতিপুৱা স্কুললৈ যাবৰ পৰত 'দ্বিজেনদা' স্কুললৈ বুলি ওলাই আহি, মোৰ খবৰ ল'বলৈকে আমাৰ ঘৰলৈ আহি, পদূলিৰ মুখতে দেউতাক পাই, মই ৰাতি ভালে ভালে আহি পালোঁনে বুলি সুধিলত গুমাৰ ফাক হ'ল—মোৰ ফাঁকি ওলাই পৰিল।

মিছলীয়া ল'ৰাৰ অতপালিত দেউতা অসন্তুষ্ট হ'ব বুলি বৰ ভয় খাইছিলোঁ। দেউতাই কিন্তু একো নক'লে, মাথো মুখ টিপি হাঁহিলে। আইয়ে ডিঙিত ধৰি কেইটামান চুমা খালে। 'দ্বিজেনদা'ই ক'লে 'বলন'ৰ ভূতলৈহে বেছি ভয় কৰিছিলোঁ।

স্কুল পালত হেডমাষ্টাৰ পূজ্যপাদ নবীন শৰ্ম্মাই মাতি নি তেখেতক নোকোৱাকৈ যোৱাত দোষ ধৰিছিল। মই ভয়ে ভয়ে কন্দনামুৱা হৈ মোৰ অৱস্থাৰ কথাটো কোৱাত তেখেতে কৈছিল—"মাৰা-দেউতাৰাৰ প্ৰতি থকা তোৰ আনুগত্য দেখি সন্তোষ পাইছোঁ। কিন্তু যোৱাৰ সময়ত মোক নোকোৱাকৈ গৈ নিয়মানুবৰ্ত্তিতা ভঙ্গ কৰাৰ কাৰণে বেয়াও পাইছিলোঁ। তই কালি বৰ সাহসৰ কাম কৰিলি। কিন্তু মনত ৰাখিবি, কালি তই কৰা কামটো তোৰ 'বেবকুফি'ৰ বাহিৰে একো নহয়"। হাতেৰে মোৰ পিঠিত থপৰিয়াই মৰম কৰি বিদায় দিছিল।

## মোৰ ওপৰত বজালী ছাত্ৰ সন্মিলনৰ প্ৰভাৱ

মই মাইনৰ স্কুলত পঢ়ি থাকোঁতেই বজালী ছাত্ৰ সন্মিলনৰ বৰ নাম। মোৰ যিমানদূৰ মনত পৰে, তেতিয়াৰ বজালী ছাত্ৰ সন্মিলনে সৰু বৰ সকলো ছাত্ৰকে কেনেকৈ বৌদ্ধিক দিশত আগবঢ়াই নিব পাৰি তাৰ কাৰণে, হাইস্কুলৰ উচ্চ শ্ৰেণী আৰু কলেজৰ ছাত্ৰসকলে ছাত্ৰ সন্মিলনৰ নীতি আৰু কাৰ্য্য প্ৰণালী নিৰ্দ্ধাৰিণ কৰিলেও, বছেৰেকীয়া অধিবেশনত নানা ধৰণৰ আবৃত্তি আদি প্ৰদৰ্শনৰ আৰু ৰচনা-বক্তৃতাৰ প্ৰতিযোগিতাৰ ব্যৱস্থা কৰি, তলৰ চামকো অকল ছাত্ৰ সন্মিলনৰ প্ৰতি আকৃষ্ট কৰাই নহয়, এই ফুকলীয়া শ্ৰেণীটোক কলা-কৃষ্টিৰ প্ৰতিও আকৰ্ষিত কৰি, অধ্যয়নৰ প্ৰতি ৰাপ বঢ়াই, কিবা এটা জানিবৰ কাৰণে মনবোৰক জিজ্ঞাসু কৰি তুলিছিল। ইয়াৰ দ্বাৰা মইও উপকৃত হৈছিলোঁ। বজালী ছাত্ৰ সন্মিলনৰ কোনোবা এখন অধিবেশনত বঙালী নাটকৰপৰা অনুদিত 'হানিফ আৰু হাতেম'ৰ দৃশ্যটোৰ চৰিত্ৰ দুটাত আমাৰ স্কুলৰে ৬ষ্ঠ মান শ্ৰেণীৰ ছাত্ৰ শ্ৰীৰাম দাসক আৰু ৪ৰ্থ মান শ্ৰেণীৰ ছাত্ৰ এই লিখকক, ক্ৰমে হানিফ আৰু হাতেমৰ ভাও লৈ, দৃশ্যটো ৰূপায়ণ কৰিবলৈ বাচনি কৰিছিল। দৃশ্যটো বৰ দুখদায়ক, চিত্তাকৰ্ষক, সত্যান্বেষী নীতি নিৰ্দ্ধাৰিক আৰু গৌৰবোজ্জ্বল ত্যাগৰ প্ৰতিচ্ছবি আছিল। হাতেম এটা সৰু ল'ৰা আৰু হানিফ ৰাজ বিষয়া আছিল। এটা অতি সাধাৰণ কথাতে নিৰ্দ্দোষী হাতেমক দোষী সাব্যস্ত কৰি, নবাবে তাৰ চকু দুটা কাঢ়ি পেলাবলৈ হুকুম দি হুকুম কাৰ্য্যকৰী কৰিবলৈ হানিফক আদেশ দিছিল। হানিফে হাতেমক নিৰ্দ্দোষী বুলি জানিছিল। কিন্তু উপায় নাছিল।

নবাবৰ হুকুম মানিবই লাগিব। হাতেমক বধ্যভূমিলৈ লৈ গৈ হানিফে তাৰ চকু দুটা কাঢ়ি আনিবলৈ সাজু হ'ল আৰু হাতেমক তাৰ শাস্তিৰ কথা কৈ, এই অন্যায় আৰু নিষ্ঠুৰ কাম কৰিবলগীয়া হোৱাত হাতেমক সাবতি ধৰি কান্দিব ধৰিলে। হাতেমে হানিফক ৰাজ আজ্ঞা পালন কৰাত গাফিলি কৰি ৰাজদ্ৰোহী নহ'বৰ কাৰণে দঢ়াই কৈ, নিজে শাস্তি ল'বৰ কাৰণে নিৰ্ভীক আৰু নিৰ্ব্বিকাৰ ভাবে থিয় হৈ, চকু দিবলৈ সাজু হ'ল। হানিফেও হাতেমক লৰচৰ নকৰাকৈ থিয় হ'বলৈ কৈ, 'আৰু পলম নকৰোঁ, এতিয়াই তোৰ চকু দুটা কাঢ়ি লৈ নবাবৰ চৰণত অৰ্পণ কৰিম' বুলি কৈ, হাতেমলৈ বুলি অনা চোকা অস্ত্ৰেৰে নিজৰ চকু দুটা উলিয়াই পেলালে। হাতেমে চিঞৰি উঠিল আৰু 'কি কৰিলা' কি কৰিলা, বুলি হানিফৰ ভৰিত ধৰি কান্দিবলৈ ধৰিলে। দৰ্শকে ইচ্ ইচ্ কৰি, দীঘল হুমুনিয়াহ পেলাই নীৰৱ, নিস্তব্ধ হৈ পৰিল। হানিফৰ প্ৰশংসাবাদেৰে সভা মণ্ডপ মুখৰিত হৈ পৰিল। ছাত্ৰ সন্মিলনৰ কৰ্ম্মকৰ্ত্তাসকলে আমাৰ দুয়োকো কৃতকাৰ্য্যতাৰে অভিনয় কৰা বুলি প্ৰশংসা কৰিলে।

## পিচৰ বছৰত মলক গুইন্ গুইন্

হাতেমৰ পুৰস্কাৰ স্বৰূপে পিচৰ বছৰৰ অধিবেশনত, আমাৰ অগ্ৰজ সকলৰ ইচ্ছানুযায়ী মই বেজবৰুৱাৰ মলক গুইন্ গুইন্‌ৰ ভাও দিবলৈ মঞ্চত উঠিছিলোঁ। দৰ্শকে মোৰ ভাওত সন্তুষ্ট হৈ হাঁহিছিল নে, সৰু ল'ৰা এটাই চোলাৰ তলত কাপোৰৰ টোপোলা সুমুৱাই বৰ পেট কৰি লৈ বেজবৰুৱাৰ মলক গুইন্ গুইন্‌ৰ কল্পিত সাজ পিন্ধি, দীঘল টিকণীৰে সৈতে ওলোৱাৰ কাৰণে হাঁহিছিল, মই নাজানিছিলোঁ। কিন্তু মই হ'লে কিবা এটা অসাধ্য সাধন কৰা বুলি ভাবিছিলোঁ। মোৰ যিমান দূৰ মনত পৰে, মুকলি সভাৰ সভাপতি আছিল গুৱাহাটীৰ যশস্বী উকীল কামাখ্যা বৰুৱাদেৱ আৰু ছাত্ৰ সন্মিলনৰ সম্পাদক আছিল বজালীৰ গৌৰৱৰ ছাত্ৰ ৺কেশৱ নাৰায়ণ দত্ত অথবা ৺থানেশ্বৰ সূত। সভাপতি আৰু সম্পাদক উভয়ে মোৰ পিঠিত চপৰিয়াই কৰা মৰমৰ সোৱাদ আজিও লাগি আছে।

কেইখনমান ৰচনা প্ৰতিযোগিতাতো যোগ দিছিলোঁ। কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁ যদিও ৰচনা লিখাৰ নামত সুধি পুচি লৈ, কিছুমান প্ৰবন্ধ পাতি আগ্ৰহেৰে পঢ়িছিলোঁ। ইয়াৰ দ্বাৰা মই যথেষ্ট লাভবান হৈছিলোঁ। তেতিয়া বজালী ছাত্ৰ সন্মিলনৰ গুৰুত্ব ভালকৈ উপলব্ধি কৰিব নোৱাৰিলেও আজি বুজিছোঁ, মোৰ অজ্ঞাতেই বজালী ছাত্ৰ সন্মিলনে মোৰ মনটোক গঢ় দিয়াত কেনে ধৰণে সহায় কৰিছিল। অৱশ্যে বজালী ছাত্ৰ সন্মিলনত ভুমুকি মাৰিবলৈ সাহস পাইছিলোঁ মুগুৰীয়া যুৱক সঙঘৰপৰা।

## ডালিম বাবু

'ডালিম বাবু'ৰ প্ৰকৃত নাম আছিল ডালিম দাস। তেখেত বৰপেটাৰ আছিল বুলি শুনিছিলোঁ। মাটি হাকিমৰ (উপ সমাহৰ্ত্তা) কাম ইস্তফা দি, অসহযোগ আন্দোলনত যোগ দি, ফাটেক খাটিছিল। ফাটেকৰপৰা ওলাই আহি তেখেত সমাজ সংস্কাৰত লাগিছিল। বামুণক তীব্ৰ ভাষাৰে সমালোচনা কৰি, কলিতা সকলক লগুণ পিন্ধাই, বামুণ কৰিবলৈ আন্দোলন কৰিছিল। কিছুদিনৰ কাৰণে এই আন্দোলনে গা কৰি উঠিছিল। লগুণ দিয়াত বামুণৰ কাম কৰিছিল ৺হৰি নাথ গোস্বামী নামৰ গোসাঁই এজনে। বহুতে লগুণ লৈছিল। লগুণ পিন্ধাসকল কিবা উপকৃত হৈছিল নে নাই নাজানো, কিন্তু হৰি নাথ প্ৰভুৰ হ'লে আৰ্জ্জনৰ পথ মুকলি হৈছিল।

এদিন চৌখুটী মাইনৰ স্কুলৰ সন্মুখতে থকা নামঘৰটোৰ আহল-বহল চোতালত কলিতাই বামুণ হ'ব পৰা-নোবাৰাৰ বিচাৰ সভা এখন বহিছিল। এফালে ডালিম বাবু আৰু তেখেতৰ সমৰ্থকসকল, আনফালে কেইগৰাকীমান বামুণ অধ্যাপক আৰু তেওঁলোকৰ অনুগত সকল। শ্ৰোতাৰে চোতালখন ভৰি পৰিছিল। সেইদিনা শনিবাৰ আছিল। স্কুল ছুটী হোৱাৰ পাচত অন্যান্য ছাত্ৰৰ লগতে মইও সভাৰ ৰেহৰূপ চাবলৈকে, বিশেষকৈ 'ডালিম বাবু'ক চাবলৈ সভাস্থলীলৈ গৈছিলোঁ। মই লাহে লাহে, মানুহৰ তলে তলে গৈ, 'ডালিম বাবু'ৰ ওচৰত থিয় হৈছিলোঁ। বহু দিনৰপৰাই তেখেতৰ নাম শুনি আছিলোঁ কিন্তু দেখা নাছিলোঁ। মানুহজনক হেপাহ পলুৱাই চাবৰ মন গৈছিল। চুটি চাপৰ আছিল যদিও মানুহজন সভা শুৱনী আছিল। পৰণত আঠুৰ ওপৰত থকা খদ্দৰৰ ধুতি আৰু গাত খদ্দৰৰ চাদৰ। মাতটো গলগলীয়া, মৰম লগা আৰু মানুহৰ মন আকৰ্ষক আছিল। তেখেতৰ সকলো কথা বুজি পোৱা নাছিলোঁ যদিও এইটো হ'লে বুজিছিলোঁ যে, বামুণক সমালোচনা কৰি, কলিতাক লগুণ পিন্ধাই বামুণ কৰাত জোৰ দিছিল। তেখেতৰ কথা শুনি মোৰ মনত এটা প্ৰশ্ন জাগিছিল। মই নিজে ক'ব নোৱাৰাকৈয়ে হঠাতে, স্বতঃ স্ফূৰ্ত্ত ভাবে, তেখেতক প্ৰশ্ন কৰিছিলোঁ—'বামুণ যদি বেয়াই, আপুনি আনক বামুণ কৰিব খুজিছে কিয়? সভাত হাঁহিৰ ৰোল উঠিছিল। কিছুমানে আকৌ 'এই পেন্দুকণা ল'ৰাটোৰ কথাখন চা' বুলি মোক বাহিৰলৈ নিব খুজিছিল। কিন্তু ডালিম বাবুৱে মোক টানি নি, তেখেতৰ ওচৰত বহুৱাই, নামটো সুধি, হাঁহি হাঁহি মৰম কৰি কৈছিল—"তুমি ভালকৈ পঢ়া-শুনা কৰি ডাঙৰ হোৱা, তেতিয়া আৰু ভাল প্ৰশ্ন কৰিব পাৰিবা। মই তোমাক আশীৰ্ব্বাদ কৰিছোঁ।" 'ডালিম বাবু'ৰ অন্তৰ মহান আছিল। তেখেতৰ চেহেৰাটো মোৰ চকুৰ আগত আজিও ভাহি আছে।

## চিন্তা আৰু প্ৰত্যুৎপন্ন হিত মত

(১) এদিন ৰাতিপুৱাই দেউতা ওলাই গ'ল। দিনৰ দিনটো হেনো লঘোনেই কটালে। গধূলি আহি ঘৰ পোৱাৰ লগে লগে জ্বৰত শয্যাশায়ী হ'ল। ৰাতিও একো খোৱা নহ'ল। পুৱতী নিশা একেৰাহে ২।৩ বাৰ তেজ হাগিলে। মানুহজন অৱস হৈ পৰিল। আইয়ে বৰ ভয় খালে। সেই দিনত ডাক্তৰ-কবিৰাজ পাবলৈ নাছিল। ঘৰৰপৰা এমাইল দূৰত পাঠশালা বজাৰত অমৃত কবিৰাজ নামৰ এজন বঙালী কবিৰাজ আছিল। তেতিয়া বজালীত তেওঁকেই মানুহে ধন্বন্তৰী বুলি জ্ঞান কৰিছিল। মই দোক-মোকালিতে গৈ তেখেতক লৈ আহিলোঁ। তেখেতে চাই চিতি ৩ টা বড়ি আইক দি ক'লে "এই তিনি পালি দৰৱ খুৱাওক। যদি কিবা গুণ দিয়ে, তেনেহলে মোক খবৰ দিব, অন্যথায় বেলেগ ব্যৱস্থা ল'ব। সকলো ভগবানৰ ইচ্ছা।" দেউতাৰ জ্ঞান আছিল। কবিৰাজ যোৱাৰ পাচত দেউতাই হাত বাউল দি আইক কাষলৈ মাতি, শেহাই শেহাই ক'লে, 'ই মোৰ বেমাৰ ধৰিবপৰা নাই। মই দৰৱ নাখাওঁ। এনেও মৰিম তেনেও মৰিম, কিবা এটা খাইয়েই মৰিম' বুলি কৈ ঘূৰৰে চিৰা, গৰুৰ গাখীৰৰ দৈ, আঠীয়া কল, মিছিৰি আৰু যৎ সামান্য লোণ মিলাই, খচি থপথপীয়া মণ্ড কৰি, কাঁহৰ মান-বাটিৰে পূৰা এবাটি দিবলৈ ক'লে। জ্বৰ থকাৰ কাৰণে আইয়ে দিবলৈ খেঁৱো-গেঁৱো কৰিছিল যদিও শেষত দিবলৈ বাধ্য হ'ল। খোৱাৰ পিছতে তেজ-শৌচ বন্ধ হ'ল আৰু লাহে লাহে জ্বৰ কমি দুপৰীয়ালৈ সম্পূৰ্ণ সুস্থ হৈ পৰিল। তেতিয়া দেউতাই কৈছিল, 'জ্বৰ মোৰ আচল বেমাৰ নাছিল। ই বেমাৰৰ এটা লক্ষণহে আছিল। মোৰ আচল বেমাৰটো হ'ল পিত্তচাৰ। গোটেই দিনটো লঘোনে থাকি জ্বৰ হোৱাৰ কাৰণে ৰাতিও একো নাখালোঁ। দিনটো বৰ গৰম হোৱাত, খালী পেটৰ কাৰণে পিত্তচাৰ হৈ, তেজ পেলাই দিছে।

এইটো ৰক্ত পিত্তৰ আৰম্ভণি। এতিয়া চিৰা, দৈ, মিছিৰি, কলৰ মণ্ডই পেটটো ঠাণ্ডা কৰি, পিত্ত দমন কৰিলত তেজ হাগনিও বন্ধ হ'ল, জ্বৰো নোহোৱা হ'ল।"

(২) এদিন নিশা আমি সকলোৱে খাই বই শুই আছোঁ। পুৱতী নিশা দেউতাই মোক জগাই দিলে। ৰাতি টোপনিতেই আইৰ গোটেই গাটোত বিষ হৈ হাত ভৰিবোৰ লৰচৰ কৰিব নোৱাৰা হ'ল, আন কি মুখখনো ভালকৈ মেলিব নোৱাৰা হ'ল। ভাত খচি পনীয়া কৰি, চামুচেৰে খুৱাবলগীয়া হ'ল। দেউতাই জুই ধৰি, নিমখৰ টোপোলা কৰি, গোটেই গাটো সেকিবলৈ মোক লগাই দিলে। কোনো ফল নহ'ল। গাৱঁত আইক ভূতে ধৰিলে বুলি প্ৰচাৰ হ'ল। গাৱঁৰ বুঢ়ীবোৰ আহি অভিযোগৰ সুৰত আইক নানা কথা শুনাবলৈ ধৰিলে। "সময় নাই, অসময় নাই, দুপৰীয়া নাই, গধূলি নাই এই বিয়াগোম বাৰীখনত ভয়-দৰ একো নোহোৱাকৈ কাম কৰি থাকিবি। তই নাজানিছিলিনেকি যে, আমাৰ এই বাৰীবোৰত বুঢ়া ডাঙৰীয়া বিচৰণ কৰি ফুৰে আৰু এজনী জুটুলী বুঢ়ীও মাজে-মধ্যে অ'ত ত'ত দেখা দিয়ে? তই এওঁলোকৰ কাৰোবাৰ ৰোষত পৰিছ। ভাল বেজ নহ'লে ভাল হোৱাটো টান আছে।"

এজনৰ পিচত এজনকৈ বচা বচা বেজ অনা হ'ল। যিয়ে আহে তেওঁয়েই মূৰ্ত্তিমান হৈ আহে। বৰ গৌৰৱেৰে তেওঁ ভূত খেদাৰ কাহিনীবোৰ কৈ উঠি আইক বিহলঙনীৰে কোবাই কোবাই জাৰিছিল। এনেদৰে কেইবাজনো বেজ আহি অকৃতকাৰ্য্য হৈ বিমৰিষ মনে উভতি গৈছিল। বেজৰ চিকিৎসা ১০।১২ দিনলৈ চলিল। এদিন ৰাতিপুৱা দেউতাই গুণা গথা কৰিছে, আকৌ কোন বেজ বিচাৰি যাব। এনেতে কিছু সময় চিন্তা কৰি হঠাতে কি মন কৰি মোক পি. এম. বাগচিৰ পঞ্জিকাখন উলিয়াই বাত বেমাৰৰ দৰৱ বিচাৰি কেটেলগবোৰ চাবলৈ ক'লে। মই পঞ্জিকা মেলি পাত লুটিয়াই যাওঁতে "অষ্টাবক্ৰ বাত তৈল" নামৰ দৰৱ এটাৰ ওপৰত চকু পৰিল। দৰৱৰ নাম আৰু বিৱৰণ দেউতাক পঢ়ি শুনালোঁ। দেউতাৰ মতে 'অষ্টাবক্ৰ' নামৰ মুনি এজন আছিল। তেওঁ বাত বেমাৰী আছিল। এই মুনিয়েই তেওঁৰ নিজৰ বাত বেমাৰ উপশমৰ কাৰণে এই তেল উলিয়াইছিল। এই তেলটো নিশ্চয় বাতৰ মহৌষধ হ'ব।" দুবটল মগাই দিবলৈ ক'লে। সাত দিনৰ ভিতৰত দৰৱৰ ভিঃপিঃ আহি গ'ল। খৰছ হ'ল দৰৱৰ দাম দুটকা আৰু ডাক খৰছ ন অনা। মুঠতে দুটকা ন অনা পইচা। লগে লগে নিয়মাৱলী অনুসৰি আইৰ গাত মালিচ কৰিবলৈ ধৰিলোঁ। আচৰিত কথা যে চাৰিদিনমানৰ ভিতৰতে ভূত পলাই পত্ৰং দিলে। আই উঠি বহিল। নিজে মুখেৰে খাব পৰা হ'ল। সাত দিন মানৰ ভিতৰত সম্পূৰ্ণ সুস্থ হ'ল যদিও আমি বটল দুটাৰ তেল শেষ নোহোৱালৈকে মালিচ কৰিবলৈ এৰা নাছিলোঁ। শেষ হ'বলৈ ১৫।১৬ দিনমান লাগিছিল। আইৰ জীৱনত আৰু কেতিয়াও এই বাতৰ বিষ হোৱা নাছিল। দেউতাৰ এই হিত মতত আমি তবধ মানিছিলোঁ।

## ভূত ক্ৰিয়া—ভূত আছে?

মই আৰু দুটা ভূত ক্ৰিয়াক নিৰীক্ষণ কৰাৰ সুযোগ পাইছিলোঁ। কিন্তু দৰাচলতে কিহৰ পৰা কি হৈছিল, মই আজিলৈকে ভাবি নাপালোঁ।

## ৰঙৰ মাক আৰু বাপেক

মোৰ জেঠাৰ ওয়া কন্যা প্ৰতিমা। সেই সময়ৰ প্ৰথা অনুসৰি তাইক কুমাৰী অৱস্থাতে

বিয়া দিছিল বিচানকুচি গাৱঁৰ প্ৰিয় নাথ শৰ্ম্মাই। যিমান দূৰ মনত পৰে আমি তেতিয়া প্ৰাইমাৰী স্কুলৰ ৩য় মান শ্ৰেণীৰ ছাত্ৰ। আমাৰ ঘৰৰ অলপ আঁতৰতে এজোপা বগৰী গছ আছিল। এদিন শনিবাৰে ভৰ দুপৰীয়া প্ৰতিমাই অকলে বগৰীৰ তলত সৰি পৰি থকা পকা বগৰী খাই আছিল। মোৰ আইয়ে ঘৰৰ বাহিৰত তাঁত বৈ আছিল। ঘৰৰ বাকী মানুহবোৰ দুপৰীয়া শুই পৰিছিল। এনেতে প্ৰতিমা আইৰ ওচৰলৈ আহি, বৰ উৎফুল্ল মনেৰে হাঁহি হাঁহি ক'লে—'খুৰী! মোৰ হাতৰ মুঠী দুপাত খুলি দেচোন।'' আইয়ে ধমক দি ক'লে ''পাগলী! এনে কথা ক'ব নাপায় নহয়, আৰু কেতিয়াও নকবি, যা''। (বিবাহিতা ছোৱালীয়ে এনে কৰিলে বিধবা হোৱাটোকে সূচায়)। প্ৰতিমাই আচৰিত হোৱাদি আইক ক'লে 'তই নাজাননেকি যে, প্ৰিয় (গিৰিয়েক) মৰিল'? কথাষাৰ কৈয়েই তাই হাঁহি হাঁহি মাটিত বাগৰি পৰিল আৰু কিবা কিবি বলকি, বলকি হাত ভৰি মাৰি বাগৰিবলৈ ধৰিলে। কথা বিষম দেখি আইয়ে চিঞৰ বাখৰ কৰি জেঠীক (প্ৰতিমাৰ মাক) আৰু ঘৰৰ অন্যান্য সকলক মাতি আনিলে। হাতৰ মুঠীজোৰ থাকিলে মুঠী মাৰি কপালখন ফুটাই দিয়াৰ সন্দেহ কৰি মুঠীজোৰ আইয়ে খুলি লৈছিল। তাৰে এপাত মুঠীৰ শলাডাল দাঁতেৰে কামুৰি টানি উলিয়াবলৈ ধৰোঁতে হাতখন মাৰি দিয়াত আইৰ দাঁত এটা ভাগি গৈছিল।

সকলোৱে আলোচনা কৰাৰ পাচত আমাৰ ঘৰৰপৰা প্ৰায় এমাইলমান আঁতৰত থকা জগৎ পাটগিৰি নামৰ বেজ এজনক অনা হ'ল। বেজ আহি পোৱাৰ আগতেই বেমাৰী সুস্থ হৈ পৰিল। বেজৰ সকলো কথাৰ অতি স্বাভাৱিক ভাবেই উত্তৰ দিছিল। কেৱল চকুৰ এটা অস্বাভাৱিক চাৱনিয়েহে কিবা এটা থকাৰ কথা সূচাইছিল। বেজে বোধহয় কথাটো বুজিছিল। তেওঁ জালুক দুটা হাতত লৈ কিবা মন্ত্ৰ মাতি বেমাৰীৰ কুম দুটাত টিপা মাৰি ধৰাত আকৌ আগৰ নিচিনা হ'ল। বেজে সুধিছিল 'তই কোন?' উত্তৰ 'মই ৰঙৰ মাক।'। প্ৰশ্ন—'তই যাবি নে নাযাৱ?' উত্তৰ—'যাম'। প্ৰশ্ন—'কেতিয়া যাবি?' উত্তৰ—'তই হাত দুখন মোৰ গাৰ পৰা আঁতৰাই নিলেই মই যাম।' বেজে হাত আঁতৰাই অনাৰ লগে লগে আকৌ আগৰ নিচিনা সুস্থ হৈ পৰিল। ইয়াৰ পাচত বেজক দুদিন ধৰি কেইবাবাৰো অনা নিয়া কৰা হৈছিল। আচৰিত কথা যে বেজ তেওঁৰ ঘৰৰপৰা ওলোৱাৰ লগে লগে বেমাৰী ভাল হৈ পৰে আৰু তেওঁ গৈ পুনৰ ঘৰ পোৱাৰ লগে লগে আকৌ আগৰ নিচিনা হয়। আমি অতি সংগোপনে বেজ অনা নিয়া কৰিও ভূতক ফাঁকি দিব নোৱাৰিলোঁ। শেষত আমাৰ ঘৰৰপৰা ৪।৫ মাইল দূৰত গিৰিয়েকৰ ঘৰত খবৰ দিবলৈ গৈ দেখা গ'ল যে, তেওঁলোকৰ ঘৰতো প্ৰতিমাৰ ডাঙৰ জাজনীৰ সেই একে অৱস্থা। দুয়োজনীকেই একে দিনাই, একে সময়তে ভূতে লম্ভিছিল। কথাটো শুনি শহুৰেক নিজে আমাৰ লগতে আহি, চাই, প্ৰতিমাকো তেওঁলোকৰ ঘৰলৈকে নিয়াৰ সিদ্ধান্ত কৰিলে। যাওঁতে লগত গৌৰী (প্ৰতিমাৰ ককায়েক) আৰু মই গৈছিলোঁ। বাটত যাওঁতে প্ৰতিমাই বৰ শান্ত ভাবে ঠিক বোৱাৰীৰ নিচিনাকৈয়ে গৈছিল। কিন্তু গৈ ঘৰৰ পদূলি পাওঁতেই কেনেকৈ জানিলে ক'ব নোৱাৰোঁ, জাক জনীয়ে ঘৰৰপৰা দৌৰি আহি 'ৰঙৰ মাক আহিলি' বুলি প্ৰতিমাক গৱা মাৰি ধৰি মাটিত বগৰা-বগৰি কৰি দুয়ো আনন্দত আত্মহাৰা হৈ পৰিল। কথা-কাৰখানা দুয়োৰে একে। কেৱল পাৰ্থক্য আছিল, প্ৰতিমাই চিনাকি দিছিল 'ৰঙৰ মাক' বুলি আৰু জাকে চিনাকি দিছিল 'ৰঙৰ বাপেক' বুলি। সিহঁতৰ খেলখনত বহুদিনৰ মূৰত প্ৰেমিকে প্ৰেমিকাক পোৱাৰ আনন্দ পৰিস্ফুট হৈ উঠিছিল।

এই ভূত খেদাত বজালী অঞ্চলৰ কোনো বেজেই কৃতকাৰ্য্য নহ'ল। শেষত অবিভক্ত গোৱালপাৰা জিলাৰ চাপৰৰ বেজ এজনে ভাল কৰিছিল। এইজনকো প্ৰথমতে বহুতো ফাঁকি

দিছিল যদিও সাৰিব নোৱাৰিলে। বেজক ফাঁকি দিবলৈ কৰা কৌশল দৰ্শকসকলৰ কাৰণে বৰ কৌতুকপ্ৰদ আছিল। শেষত ঘৰৰ পানীপোতা আৰু দুৱাৰ-ডলিৰ তলত গুজি থোৱা বহুত বনৌষধ সিহঁতে আঁতৰৰপৰা দেখুৱাই দি, সেইবোৰৰ কাৰণে যাব নোৱাৰে বুলি কৈছিল। দৰৱবোৰ উলিয়াই পুৰি পেলোৱা হৈছিল। তাৰ পাচৰেপৰা সিহঁত ভাল—সম্পূৰ্ণ ভাল। ভাল হোৱাৰ পাচত দেখা গ'ল যে, সিহঁতক ভূতে ধৰাৰপৰা ভাল হোৱালৈকে যোৱা দিনবোৰৰ কোনো কথা সিহঁতৰ মনত নাছিল। প্ৰতিমাই নিজকে গিৰিয়েকৰ ঘৰত দেখি বৰ লজ্জিত হৈছিল। বিগত সময় চোৱাৰ কথা তাইৰ মনত সাঁথৰ হৈ পৰিছিল।

বেজৰ মতে গাৱঁৰেই কোনোবাই হেনো 'ৰঙৰ মাক' আৰু 'ৰঙৰ বাপেক' নামৰ প্ৰেতাত্মা দুটাক দুয়োৰো গাত জাপি দিছিল। গিৰিহঁতে ইচ্ছা কৰিলে সেই ভূত লগোৱা মানুহজনক আনি তেওঁ শাস্তি দিব পাৰে। এই কথাত সকলো উৎসাহিত হ'লেও বুঢ়া শহুৰেকে কৈছিল 'বোপা! এই দুষ্কৃতিকাৰীক শাস্তি দিয়াতো মই নিবিচাৰোঁ। তাৰ বিচাৰ ভগবানে কৰিব। ভৱিষ্যতে যাতে আমাৰ ঘৰৰ প্ৰাণী কেইটাক আৰু কোনো অন্যায় কৰিব নোৱাৰে, তাৰ ব্যৱস্থা কৰি যোৱা। বুঢ়াৰ মহানুভৱতা আৰু ধৰ্ম্মপৰায়ণতাত সকলো মুগ্ধ হৈছিল।

প্ৰকৃততে এই ঘটনাৰ তত্ত্ব মই আজিও ঠাৱৰ কৰিব নোৱাৰিলোঁ। ভূত নামানিও ভূতৰ অস্তিত্বক অস্বীকাৰ কৰিব পৰা নাই। আগেয়ে বিভিন্ন মানুহৰ মুখে 'বিৰা', 'মূৰাকণ' (মূৰ নোহোৱা ভূত) আদি ভূতৰ কাহিনী বহুত শুনিছিলোঁ যদিও সেইবোৰ একো একোটা কাল্পনিক গল্প বুলিয়েই জ্ঞান কৰিছিলোঁ। কিন্তু এই ঘটনা সাক্ষ্য কৰাৰ পাচৰপৰা অবিশ্বাস কৰাৰ কোনো যুক্তি বিচাৰি পোৱা নাই।

## পৰীৰ কাহিনী

জুন নে জুলাই মাহ। গৰমৰ ছুটীত ডিগবৈৰপৰা মই ঘৰলৈ গৈছিলোঁ। সিদিনাখন আমাৰ ঘৰত সত্যনাৰায়ণ পূজাৰ আয়োজন। গধূলি বামুণ আহি পূজাত বহিছে। সত্যনাৰায়ণ পূজাৰ নামলৈ ভকতসকল আহিব ধৰিছে। মই আমাৰ ঘৰৰ পাচফালে থকা নাদৰ পাৰতে গা-ধুই আছিলোঁ। হঠাৎ জেঠীৰ চিঞৰ কাণত পৰিল। জীয়েক প্ৰতিমাৰ কিবা এটা হ'ল—মোক মাতিছে। প্ৰতিমা তেতিয়া সন্তানৰ মাক। ককায়েক গৌৰী সেই সময়ত গুৱাহাটীত আছে। জেঠীৰ চিঞৰৰ নমুনাত মই কিবা এটা অঘটন হোৱা বুলিয়েই ভাবিছিলোঁ। লৰ মাৰি গৈ দেখোঁ যে প্ৰতিমা অজ্ঞান হৈ পৰি আছে। তাই শাৰীৰিক ভাবে অলপ দুৰ্ব্বল আছিল। তাতে আকৌ সন্তান এটি হোৱাৰ ৩।৪ মাহ মানহে হৈছিল। সেই অৱস্থাত আহাৰ মহীয়া ৰ'দত চাৰি মাইল পথ খোজ কাঢ়ি মাকৰ ঘৰলৈ আহিছিল। জেঠীয়ে নিজে গৈ তাইক লৈ আহিছে। তাই এই দুৰ্ব্বল অৱস্থাৰে আহাৰ মহীয়া ৰ'দ আৰু গৰমত খোজ কাঢ়ি অহাৰেই ফল বুলি ভাবি, মজিয়াতে এখন বিচনা কৰি শুৱাই, বিচি থাকিবলৈ পৰামৰ্শ দি আৰু নিজে নিজে সাৰ নোপোৱালৈকে মাতিবলৈ মানা কৰি, অতি বিজ্ঞ লোকৰ ভাও দি, ওলাই আহিলোঁ। সত্য নাৰায়ণ পূজা শেষ হওঁ হওঁ। নামৰ ভকত সকলো উপস্থিত হৈছেহি। এনেতে আকৌ জেঠীৰ চিঞৰ। উধাতু খাই দৌৰি গলোঁ। ভকত সকলৰো বহুতো গ'ল। আমাৰ বংশৰে ডাঃ কৃষ্ণ কান্ত শৰ্ম্মা এজন সুবিজ্ঞ হোমিওপ্যাথিক ডাক্তৰ আছিল। তেখেতো আন আন ভকতৰ লগতে জেঠীৰ ঘৰ পালেগৈ। এইবাৰ কিন্তু প্ৰতিমাৰ ৰূপটো বেলেগ। তাই অইনে বুজি নোপোৱা কিবা ভাষাত, অলপো ছেদ নপৰাকৈ কিবা কিবি

বললকি, টিকা চোঁচৰাই বাহিৰলৈ যোৱাৰ চেষ্টা কৰি আছে। ডাঃ কৃষ্ণ খুৰাই অলপ চাই নাৰীজ্ঞান কৰি, তিনি পালি দৰব দি ওলাই আহি, কিবা এটা বেমাৰৰ নাম কৈ ক'লে যে, বেমাৰী বেছি সময় নাবাচিব। গতিকে নাম গুণ বাদ দি ততাতৈয়াকৈ পূজাৰ লেঠাটো মাৰিব লাগে। ভকতসকল ইয়াৰপৰা গৈ ৰাতিৰ ভিতৰতে হয়তো আকৌ আহিবলগীয়া হ'ব পাৰে। অতি খৰখেদাকৈ সকলো কাম শেষ কৰা হ'ল। প্ৰতিমা কিন্তু ওৰে ৰাতিটো একেদৰেই থাকিল। ৰাতিপুৱা ডাক্তৰ আহি চাই আচৰিত হ'ল। কালি গধূলিৰপৰা আজি ৰাতিপুৱালৈকে নাৰীৰ গতি একেই আছে। এই অৱস্থাত ইমান সময় অকল জীয়াই থকাই নহয়, টিকা চোঁচৰাই হলেও বাহিৰলৈ যাবলৈ চেষ্টা কৰি আছে—বিৰামহীন চেষ্টা। ডাক্তৰে আন ব্যৱস্থা ল'বলৈ ক'লে। সকলোৰে মনত ভূতৰ সন্দেহ হ'ল। এই বিষয়ত অভিজ্ঞ, গাৱঁৰে সন্মানিত ব্যক্তি ৰঘু মেম্বৰক (ৰঘু কাকতি) মাতি অনা হ'ল। তেওঁ কিবাকিবি কৰি কৃতাকাৰ্য্য নহ'ল। তেওঁৰেই পৰামৰ্শ ক্ৰমে সেইসময়ৰ বজালীৰ সাদেৰী গাৱঁৰ নিভাৰ্ষা বেজক আনিবলৈ মোকেই পঠালে। বেজক কথাটো কোৱাৰ লগে লগে তেওঁ জোলোঙাৰ পৰা পাঁচটা কড়ি উলিয়াই কিবা মন্ত্ৰ মাতি, মাৰি পঠিয়ালে। কড়ি কেইটা মাটিত সিচৰতি হৈ পৰিল। অলপ সময় তলকা মাৰি চাই ক'লে "এই আপীটোক পৰীয়ে পাইছে। মই পৰীৰ বেজ নহয়। পৰীৰ বেজ আমাৰ গাৱঁৰে গুজোহে। তুমি তেওঁক লৈ যোৱা ভাল হ'ব। পৰীয়ে নামাৰে কিন্তু খেলি থাকে।" তেখেতৰ কথা মতে মই গুজো বেজক লৈ ঘৰ পালোঁহি। বেজে মন্ত্ৰ মাতি জাৰিবলৈ ধৰিলে। প্ৰায় এঘন্টামান জৰাৰ পাচত বেমাৰী ক্ৰমান্বয়ে শান্ত হৈ, লাহে লাহে টোপনি গ'ল। বেজে ক'লে 'পৰীয়ে এৰা দিছে। এতিয়া তেওঁক সন্মান সহকাৰে আলিবাটলৈ আগবঢ়াই নি, বিদায় দিব লাগে। এই বুলি আমাক শঙ্খ-ঘণ্টা বজাবলৈ কৈ, বেজে নিজে এখন থালত ধূপ-ধূনা আৰু চাকি এগছ লৈ, পদূলি মুখলৈ গৈ, ধূপ-ধূনা চাকি আলিবাটত থৈ, সেৱা কৰি, কিবা কিবি মাতি উভতি আহিছিল। ইতিমধ্যে বেমাৰী টোপনি গ'ল। নিজে নিজে সাৰ নোপোৱালৈকে মাতিবলৈ মানা কৰি বেজে বিদায় ল'লে। পিচদিনাখন ৰাতিপুৱা ৭।৮ মান বজাতহে বেমাৰীয়ে সাৰ পাইছিল। সাৰ পাই উঠিয়েই তাই অভিযোগ কৰিছিল, পূজাত সেৱা কৰিবলৈ তাইক কিয় জগাই দিয়া নহ'ল। ইতিমধ্যে যে দুটা নিশা আৰু এটা দিন পাৰ হৈ গৈছে, তাই ক'বই নোৱাৰে।

ভূতৰ গল্প বহুত শুনিছিলোঁ, বিশ্বাস কৰা নাছিলোঁ। পৃথিৱীৰ প্ৰায় সকলো সম্প্ৰদায়ৰ সকলো ধৰ্ম্মৰ মানুহৰ মাজতেই ভূতৰ নানাবিধ মুখৰোচক কথা প্ৰচলিত আছে। পশ্চিমীয়া দেশবোৰো ইয়াৰ ব্যতিক্ৰম নহয়। তেনেহলে ভূত বা Spirit থকাটো সঁচানেকি? কিন্তু এই বিষয়টোৰ ওপৰত কিবা গৱেষণা হৈছে নে নাই, নাজানোঁ।

## ইচ্ছামৃত্যু

বহুতো বুঢ়া মানুহে পৰিয়ালৰ মানুহক নিজৰ মৃত্যুৰ আগ জাননী দিয়াৰ কথা শুনিছিলোঁ। আমাৰ গাৱঁৰে তেনে এজন মানুহ 'বাণেশ্বৰ জেঠা'ক হ'লে গাৱঁৰ ৰাইজে দেখিছিল। তেখেতক বয়সস্থ মানুহে সূত্ৰধাৰ বুলি মাতিছিল। দেউতাৰ মুখত শুনিছিলোঁ, তেখেত হেনো গায়ন বায়নৰ সূত্ৰধাৰ আছিল। তেখেতৰ পাচত তেনেকুৱা এজন সুনিপুণ সূত্ৰধাৰ আমাৰ অঞ্চলত হেনো ওলোৱাই নাছিল। উজনি অসমৰ ভাওনাৰ অন্যৰূপ আছিল নামনি অসমৰ গায়ন-বায়ন। ভাওনা সাধাৰণতে ৰাতি নামঘৰত কৰিছিল, এতিয়াও কৰে। গায়ন বায়নৰ ক্ষেত্ৰত কোনো

নিৰ্দ্দিষ্ট স্থান নাছিল। ডাঙৰ ডাঙৰ ৰাজহুৱা উৎসৱবোৰত গায়ন-বায়ন মতাৰ প্ৰথা আছিল। বজালীত প্ৰতিবছৰে নিৰ্দ্দিষ্ট মাহ-তিথিত তিনিখন বৰ ডাঙৰ 'সভা' বহিছিল। 'কায়থ বুঢ়াৰ সভা', 'ৰণাৰ সভা' আৰু 'মাঝিথেৰ সভা'। এই তিনিটা বংশৰ সতি-সন্ততিসকলে তেওঁলোকৰ পূৰ্ব্বপুৰুষ কেইজনাৰ বছেৰেকীয়া তিথি ধুমধামেৰে পালন কৰে। এই তিথি উপলক্ষে ৩ দিনৰ পৰা ৫ দিনলৈ বিৰাট মেলা বহে। নিজৰ নিজৰ মন্দিৰৰ আগত, মুকলি পথাৰত, কেইবা হাজাৰো মানুহ বহিব পৰাকৈ ৰভা সজা হয়। দিনৰ ভাগত ঢুলীয়া, ওজা পালি আৰু গায়ন-বায়ন আৰু ৰাতি যাত্ৰাভিনয়ৰ ব্যৱস্থা কৰা হয়। সভাবোৰ আগৰ নিচিনাকৈয়ে নিয়মিতৰূপে হৈ আছে। এতিয়া ব্যৱস্থাপনাৰ কিবা পৰিৱৰ্ত্তন হৈছে যদি মই নাজানোঁ।

ঢুলীয়া পাৰ্টি বুলিলে একো একোটা সৰু চাৰ্কাচ পাৰ্টি আছিল। এই পাৰ্টিবোৰক চাৰ্কাচৰ ক্ষুদ্ৰ সংস্কৰণ বুলি ক'লে অত্যুক্তি কৰা নহ'ব। চাৰ্কাচৰ জোকাৰৰ ঠাইত ঢুলীয়াৰ 'ভাৱৰীয়া' থাকে। ভদ্ৰ ভাবে, সাধাৰণ কথাৰ মাজেৰে দৰ্শকক হুইঁৰাই আমোদ দিব পৰা ক্ষমতা, চাৰ্কাচৰ জোকাৰতকৈ 'ভাৱৰীয়া'ৰ উচ্চ মানৰ আছিল। যাত্ৰাৰ প্ৰভাৱ বাঢ়ি যোৱাত গায়ন-বায়নৰ চলতি কমি গৈছিল। ঢুলীয়া আৰু গায়ন বায়ন এতিয়া কি অৱস্থাত আছে নাজানোঁ। ভাওনা আৰু গায়ন-বায়নৰ মূল কথাটো একেই, মাথো পৰিবেশনৰ প্ৰণালীৰহে পাৰ্থক্য।

মানুহৰ আগত, বিশেষকৈ ল'ৰা-ছোৱালীৰ আগত, পুৰাণ, মহাভাৰত আৰু ৰামায়ণৰ গল্প কৈ বাণেশ্বৰ জেঠাই বৰ ভাল পাইছিল। দেউতা ঘৰত থাকিলে আবেলি বা গধূলি জেঠা এবাৰ নহয় এবাৰ আমাৰ ঘৰলৈ আহিছিল। তেখেততকৈ বয়সত দেউতা সৰু কিন্তু দুয়ো আছিল বৰ অন্তৰঙ্গ। তেখেত আহিলেই আমি গল্প ক'বলৈ আবদাৰ কৰিছিলোঁ। বৰ আনন্দেৰে আবদাৰ ৰক্ষাও কৰিছিল। গল্প আৰম্ভ কৰি তেখেতে কোনো ৰজা, বীৰ বা মুনিৰ গোটেই পুৰুষনামাখন যেতিয়া গাই গৈছিল, আমি তেতিয়া ভেবা লাগি মুখলৈ চাই আছিলোঁ। আচৰিত লাগিছিল প্ৰতিজনৰ নাম আৰু বিৱৰণেৰে সৈতে ইমানবোৰ বংশাৱলী কেনেকৈ মনত ৰাখিছিল। তেখেতৰ গল্প কোৱাৰ সৰস ভঙ্গীত আমি পুলকিত হৈছিলোঁ। তেখেতে সংস্কৃতো জানিছিল। ৰুদ্ৰাক্ষৰ মালাধাৰ পিন্ধি পূজাত বহি, স্তোত্ৰ-মন্ত্ৰবোৰ গাবলৈ ধৰিলে সাক্ষাৎ কোনোবা ঋষিক দেখা দি দেখিছিলোঁ। কোৱা বাহুল্য, তেখেতৰ গল্পৰ দ্বাৰা অনুপ্ৰাণিত হৈয়েই, দেউতাক ধৰি, বঙালী কাশী ৰাম দাসৰ মহাভাৰত, কৃত্তিবাসী ৰামায়ণ আৰু ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ মগাই আনি পঢ়িছিলোঁ। প্ৰথমে দেউতাৰপৰাই পঢ়িবলৈ শিকিছিলোঁ।

দুৰ্ভাগ্যবশতঃ বাণেশ্বৰ জেঠাৰ কনিষ্ঠ পুত্ৰ উদ্যোগী, তেজাল, সুঠাম ডেকা 'নৰেন্দ্ৰ'ক এদিন চকুৰ পচাৰতে ভগৱানে তেখেতৰপৰা আঁতৰাই লৈ গৈছিল। অকল পৰিয়ালবৰ্গই নহয় নৰেন্দ্ৰৰ বিয়োগত গাৱঁৰ সকলোৱেই ম্ৰিয়মান হৈ পৰিছিল। জেঠাই কিন্তু খবৰ ল'বলৈ যোৱা মানুহক ওভোটাই প্ৰবোধ বাণী শুনাই কৈছিল—"সি আমাৰ নাছিল, ভগবানৰ বস্তু ভগবানে লৈ গ'ল। আমি দুখ কৰিবলগীয়া একো নাই।" মুখত অনাসক্ত, নিস্পৃহ হৈ দেখুৱালেও তেখেতৰ অন্তৰ কিন্তু শোকত ভাৰাক্ৰান্ত হৈ পৰিছিল। এই আঘাত তেখেতে সহ্য কৰিব পৰা নাছিল। তেতিয়াৰ পৰাই তেখেত ঘৰৰপৰা কলৈকো নোযোৱা হৈছিল। লাহে লাহে বিচনা ধৰিছিল। গাৱঁৰ ল'ৰাবোৰ তেখেতৰ গল্প শুনাৰপৰা বঞ্চিত হৈছিল।

তেখেতৰ প্ৰধান লগ আছিল দেউতা আৰু মোৰেই সৰু ভনী জনীৰ শহুৰেক, গাৱঁৰ আন এজন মুখিয়াল ব্যক্তি, ৺কাশী নাথ শৰ্ম্মা। এই তিনিওজনে লগ লাগি, গল্প গুজৱ কৰি, নিতৌ যিকোনো এজনৰ ঘৰত লগ লাগি, এচিলিম গাজা খোৱাটো নিয়মত পৰিণত হৈছিল। জেঠা

শয্যাগত হৈ পৰাত দুই বন্ধু বিচলিত হৈ পৰিছিল।

সিদিনাখন দুই বন্ধু লগ লাগি জেঠাৰ খবৰ ল'বলৈ গৈছিল। তেওঁলোকক দেখাৰ লগে লগে জেঠাই সন্তোষ প্ৰকাশ কৰি ক'লে— "তোমালোক আহি বৰ ভাল কৰিলা। এয়াই আমাৰ শেষ দেখা। কালিলৈ ব্ৰহ্ম মুহূৰ্ত্ততে মই যাব লাগিব। মোৰ দায়-দোষ সকলো মৰিষণ কৰিবা।" মাজু পুতেক প্ৰাণেশ্বৰক সাঁচি থোৱা গাজাৰ পুৰীয়াটো উলিয়াই আনি ৩ ভাগ কৰি, এভাগ তেতিয়াই দুই বন্ধুক দিবলৈ কৈ, তেখেতৰ আগতে খাবলৈ ক'লে। এভাগ শ্মশানত আৰু এভাগ শ্ৰাদ্ধৰ দিনাখন গাজা পানকাৰীসকলক দিবলৈ ক'লে। তেখেতৰ মৃত্যুত পৰিয়াল বৰ্গক কন্দা-কটা নকৰিবলৈ উপদেশ দি ক'লে, "তহঁতে সোনকালে খাই-বই শুই থাকগৈ। ৰাতি পৰ দিব নালাগে। হৰি প্ৰিয়া (বিধবা জীয়েক) থাকিলেই হ'ব। চোতালৰ তুলসী জোপাৰ ওচৰতে মোক থ'বি। তাৰ কাৰণে ঢাৰিখন আৰু ঢাকিবলৈ বগা কাপোৰখন ঠাইতে পোৱাকৈ, এতিয়াই থৈ দে। মই মাতিলে কিন্তু পলম নকৰি উঠি আহিবি, আৰু মই উহ বুলি ক'লেই মোক বাহিৰলৈ উলিয়াই নিবি। পলম কৰিলে ঘৰটো চুৱা যাব পাৰে। (ঘৰৰ ভিতৰতে মানুহ মৰিলে ঘৰটো পুৰি পেলাবলগীয়া সংস্কাৰ আছিল)।

পুবে পোহৰ হ'বলৈ এঘন্টামান থাকোঁতে ওচৰতে বহি থকা জীয়েকক কৈ, সকলোকে মতাই আনি, দুই-চাৰি আষাৰ প্ৰবোধ বাক্য শুনাই ক'লে, "তহঁতে আৰু মোক নামাতিবি। কোনো হাই-উৰুমিও নকৰিবি। চাই থাকিবি। মই ইঙ্গিত দিয়া মাত্ৰকতে মোক বাহিৰলৈ নিবলৈ সাজু হৈ থাকিবি। আচলতে অগ্ৰাৰ কোনো প্ৰয়োজন নাই। কিন্তু সমাজৰ সংস্কাৰ মানি তহঁতেও মোক অগ্ৰা দিবি বুলি মই জানিছোঁ। সেয়ে অগ্ৰাৰ গাখীৰ আৰু চামুচ আগতে সাজু কৰি থ, নহ'লে সময় নাপাবি। (মানুহ মৰাৰ আগ মুহূৰ্ত্তত বংশ পৰিয়ালৰ মানুহে চামুচেৰে অকণ অকণ গাখীৰ মুখত দিয়াকে অগ্ৰা বোলে)। এইবোৰ কৈয়েই তেওঁ নিজৰ লগুণত ধৰি, বুকুৰ ওপৰত হাতখন থৈ ধ্যানস্থ হ'ল। পুৱে ফেহুজালি দিয়াৰ আগে আগে তেওঁ হঠাতে কৈ উঠিল, "কি চাইছ? মোক লৈ ব'ল। আৰু সময় নাই।" এই বুলি ৩/৪ বাৰ ৰাম-ৰাম কৰি মুখতে আওৰালে। বাহিৰলৈ উলিয়াই 'অগ্ৰা' মুখত দিয়াৰ লগে লগে প্ৰাণ বায়ু নশ্বৰ দেহ এৰি উৰি গ'ল। একমাত্ৰ ভগৱানৰ প্ৰতি প্ৰগাঢ় বিশ্বাস, সৎ-চিন্তা আৰু সংযত জীৱন নিৰ্ব্বাহেই এই ইচ্ছা মৃত্যুৰ কাৰণ আছিল বুলি মোৰ ধাৰণা হৈছিল।

## যম, যমদুত আৰু মৃত্যু

অবিশ্বাস্য হ'লেও এটা সঁচা ঘটনা ঘটিছিল। আমাৰ গাৱঁত ৩ জন কাশী নামৰ মানুহ আছিল। দুজন বামুণ সম্প্ৰদায়ৰ, আনজন কলিতা সম্প্ৰদায়ৰ। প্ৰথম দুজন কাশীৰ ওপৰত উল্লেখ কৰি অহা আমাৰ মিতিৰ কাশী নাথ শৰ্ম্মা আৰু আনজন অপেক্ষাকৃতভাবে বেছি বয়সীয়া আমাৰ ভাগী 'এলা আতা'। কাশী নামটোৰ সলনি 'এলা বামুণ, এলা খুৰা, এলা জেঠা,' 'এলা আতা' আদিৰেই তেখেত প্ৰসিদ্ধ আছিল।

আমাৰ মিতিৰ কাশী নাথ শৰ্ম্মাই চ'ৰা ঘৰৰ কোঠালি এটাতে থাকিবলৈ লৈছিল। ওচৰতে ঘৰুৱা লগুৱা ল'ৰাটোৰ বিচনা আছিল। এদিন ৰাতি খাই বই সকলো টোপনিত লাল কাল। পুৱতি নিশা শৰ্ম্মা দেৱে টোপনিতে 'মই কেলেই যাম? মইহে কাশী আছোঁ নেকি? আৰু দুজন কাশী আছে। মই নাযাওঁ—তহঁত ভালে ভালে ওলাই যা" বুলি কৈ দপ্‌দপাই উঠাত লগুৱা

ল'ৰাটোৱে সাৰ পাই বৰ ভয় খালে। সি 'আতা আতা' বুলি চিঞৰি উঠিল। লগুৱাৰ চিঞৰত বুঢ়াই সাৰ পাই, ৰাম হৰি চিন্তি উঠি বহি, অধ্যাপক পুতেকক (অধ্যাপক হৰগোবিন্দ দেৱ শৰ্ম্মা স্মৃতি ব্যাকৰণ তীৰ্থ, ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ প্ৰাপ্ত) মাতিবলৈ ক'লে। পুতেক আহিলত সেই ক্ষণত সময়, তিথি আৰু নক্ষত্ৰৰ কথা সুধি ক'লে ''দেখাত অলপ বেলেগ প্ৰকাৰৰ চাৰিজন মানুহ আহি, যমদূত বুলি পৰিচয় দি, মোক নিব খুজিছিল। আমি ৩ জন কাশীৰ কোনজনক যমে নিবলৈ কৈছে আগেয়ে নিশ্চিত হৈহে সিহঁতক আহিবলৈ কৈ, মই নাযাওঁ বুলি, ধমক দি সিহঁতক বাহিৰ হৈ যাবলৈ কলোঁ। সিহঁতেও পৰস্পৰে মুখলৈ চোৱা-চুই কৰি, কিবা ভাবি, ঘৰৰ পৰা ওলাই গ'ল। পুতেকে কিবা-কিবি কৈ দেউতাকক শুবলৈ কৈ, নিজেও শুবলৈ গ'ল।

সপোন ফলিল। দোকমোকালিতে আমাৰ ভাগী কাশী নাথ শৰ্ম্মা তথা 'এলা আতা'ই ইহলীলা সম্বৰণ কৰিলে। তেখেত অৱশ্যে আগৰপৰাই শয্যাগত হৈ আছিল। কথাটো শুনি, যমদূতেও ভুল কৰে বুলি কৈ, আমি হাঁহিছিলোঁ। অৱশ্যে ইয়াৰ মনস্তাত্তিক দিশটো মই উলাই কৰা বিধৰ নহয় বুলি ভাবিছিলোঁ।

## নিৰক্ষৰা দেবীৰূপী আই মোৰ

আমাৰ পেটে ভাতে খাই থকা অৱস্থা আছিল। নিজৰ খেতিৰ মাটিৰ ধানেৰে কথমপি ৩/৪ মাহ গৈছিল। দেউতাই গোৱালপাৰা জিলাৰ কোনোবা এটা ভিতৰুৱা অঞ্চলত যাজনিক কৰিছিল। ২/৩ মাহৰ মূৰে মূৰে ঘৰলৈ আহি ধান, খৰিৰ ব্যৱস্থা কৰি গৈছিল। এইদৰে দেউতা ঘৰলৈ আহিলে আমি 'বাঙাল'ৰপৰা অহা বুলি কৈছিলোঁ। গ'লেও 'বাঙাল'লৈ যোৱা বুলি কৈছিলোঁ। দেউতাই 'বাঙাল'ৰপৰা আহোঁতে ল'ৰা-ছোৱালীৰ হাতত দিবলৈ 'বিলাতী চেনি' আনিছিল। আমিও দেউতা আহিলে 'বিলাতী চেনি' খাবলৈ পাম বুলি আশা পালি আছিলোঁ। সেই চেনিৰ সোৱাদেই বেলেগ আছিল। ডাঙৰ হ'লতহে বুজিছিলোঁ, সেই চেনি কোনো 'বিলাতী চেনি' নাছিল। পাঠশালা বজাৰৰপৰা কিনি অনা ৰঙচুৱা, মিহি বানাৰশী চেনি হে আছিল।

আই বৰ পৰিশ্ৰমী আছিল। কামত ওচৰ চুবুৰিয়াই আইক এজন মতা মানুহ বুলিয়েই বিবেচনা কৰিছিল। আত্মবিশ্বাস আৰু সাহস আছিল মানিবলগীয়া। গৰু ৰখাৰে পৰা ঢেকী দিয়া, খৰি ফলা, বোৱা-কটা কৰালৈকে ঘৰৰ সকলো কাম অকলে কৰিছিল। নিজৰ আৰু ল'ৰা-ছোৱালীকেইটাৰ কাৰণে আৱশ্যকীয় কাপোৰ আইয়ে বৈ দিছিল। আইয়ে বৈ দিয়া কাপোৰৰ চোলা মই বহুত ডাঙৰলৈকে পিন্ধিছিলোঁ। মাজে মাজে দেউতাৰ কাৰণে ধুতিও বৈ দিছিল। শ্ৰাদ্ধাদিত শ্ৰাদ্ধ-কৰ্ত্তাই ল'বলগীয়া উত্তৰীখনো আইয়ে বজাৰৰপৰা কিনিবলৈ দিয়া নাছিল। আইয়ে বোৱা 'উত্তৰী' মই আজিও ব্যৱহাৰ কৰি আছোঁ। গাৱঁত সকলো মহিলাই বোৱাকটা কৰা বাধ্যতামূলক আছিল। তথাপি চুবুৰিত কাৰোবাৰ তাঁত শালত কিবা আউল লাগিলে আউল ভাঙিছিল আইয়ে। মাটি-ফলিত ডাঙৰ ডাঙৰকৈ আখৰ লিখি দিলে তাকে চাই চাঁই ফুল বচাদি আখৰবোৰ বাচি দিব পাৰিছিল। সূতাৰ কাপোৰৰ বাহিৰেও ঘৰত এৰি পলু পুহি, এৰি সূতা কাটি, আমাক এৰি চাদৰ বৈ দিছিল। তেওঁ বৈ দিয়া এৰি কাপোৰৰ চোলাও মই পিন্ধিছিলোঁ। ৰাতি খুৱাই-বুৱাই ল'ৰা ছোৱালী কেইটাক শুৱাই থৈ, আইয়ে যঁতৰত লগুণৰ সূতা কাটিছিল আৰু মুখেৰে গুণ গুণাই নামৰ পদ আওৰাইছিল। লগুণৰ সূতা সকলোৱে কাটিব নোৱাৰিছিল। নডাল

সূতা মিলি এডাল যজ্ঞসূত্ৰ হয়। লগুণ অৰ্থাৎ 'ন গুণ'। এই সূতা অতি চিকুণ আৰু মিহি হ'ব লাগে। আইয়ে ঘৰৰ চাহিদা পূৰণ কৰিও আনকো লগুণ বেচিছিল। মইও আইৰপৰাই সূতা কাটিবলৈ অভ্যাস কৰিছিলোঁ। কিন্তু মিহি সূতা কাটিব নোৱাৰিলোঁ।

দেউতাৰ অবৰ্ত্তমানত কেতিয়াবা ধান শেষ হ'লে, আইয়ে নিজে গৈ, গাৱঁৰ কাৰোবাৰপৰা ৩/৪ মোণ ধান কিনি, অনা মানুহ নাপালে ধান পাচিত ভৰাই, মূৰত তুলি লৈ, ঘৰ পাইছিলহি। সেই সময়ত গাৱঁৰ বামুণৰ তিৰোতা এগৰাকীয়ে এনেদৰে ধানৰ পাচি কঢ়িয়াই অনাটো বিস্ময়কৰ আছিল। আইৰ এই স্বাধীনচিতীয়া, শ্ৰমৰ মৰ্য্যাদা-জ্ঞানৰ প্ৰদৰ্শনে মোৰ জীৱনক প্ৰভাৱিত কৰিছিল।

আই নিৰক্ষৰা আছিল, কিন্তু তেৱেঁই গাৱঁৰ প্ৰধান নামতী আছিল। দিহা নাম, যোৰা নাম, ৰামায়ণ, মহাভাৰত আৰু পুৰাণৰ পদ, পুৱাৰ গীত, দেহ বিচাৰৰ গীত, আই নাম, বিয়া নাম, কালী পূজা আৰু মনসা পূজাৰ গীত আদি কাণত মৌ-বৰষা কৈ গাব পাৰিছিল। অইন নামতী নাথাকিলে অন্ততঃ এটা নিশা, অকলে নাম দিয়াৰ সামৰ্থ্য তেওঁৰ আছিল। কেতিয়া, কোন সময়ত এইবোৰ মুখস্থ কৰিছিল মই নাজানোঁ। মোৰপৰাও কেই অধ্যায়মান পদ মুখস্থ কৰিছিল। গধূলি বা দুপৰীয়া যঁতৰত সূতা কাটোঁতে মোক লাহে লাহে তেওঁৰ নিৰ্ব্বাচিত কোনো এক পদৰ অধ্যায় পঢ়ি যাবলৈ কৈ, তেওঁ মুখে মুখে আওৰাই গৈছিল। এনেদৰে ৩/৪ বাৰ মোৰ মুখে মুখে আওৰোৱাৰ পাচত তেওঁ নিজে গাবলৈ আৰম্ভ কৰি, কৰবাত পাহৰিলে মোক সোঁৱৰাই দিবলৈ কৈছিল। বৰ বেছি পঞ্চম বাৰত, সম্পূৰ্ণ মুখস্থ হৈছিল। এবাৰ মুখস্থ হ'লে আৰু কেতিয়াও পাহৰা নাছিল। তেওঁ ৮৭ বছৰত ঢুকাইছে। মৃত্যুৰ এবছৰমান আগৰপৰা শয্যাগত হোৱাৰ আগলৈকে, তেওঁ জনা গীত-পদবোৰৰ এটা আখৰো পাহৰা নাছিল।

লক্ষ্মী পূজাৰ পাচত গাৱঁৰ কিছুমান মানুহ (ডেকা-বুঢ়া) লগ লাগি ১০/১২ জনীয়া একো একোটা দল হৈ, খঞ্জৰী বজাই, ঘৰে ঘৰে লোক গীত, দেহ বিচাৰৰ গীত আদি গাই শুনাই, গৃহস্থৰ বাৰীৰ নাৰিকল খাই, বৰ আমোদ পাইছিল। প্ৰতি বছৰে গীতবোৰ শুনি শুনি আইয়ে সুৰ, তাল মান সকলো আয়ত্ব কৰি লৈ, নিজে অতি শুদ্ধকৈ ঘৰতে গাইছিল। লক্ষ্মী পূজাৰ পাচত এনেদৰে গীত গাই, ঘৰে ঘৰে নাৰিকল খোৱাটো এটা প্ৰথাত পৰিণত হৈছিল। গিৰিহঁতেও বৰ আনন্দ পাইছিল। কেতিয়াবা কোনো দল নাহিলে, কাৰণ জানিবলৈ ব্যগ্ৰ হৈ পৰিছিল।

গাৱঁৰ বেমাৰীৰ খবৰ লোৱা, আৱশ্যক বুজি পৰ দিয়া, সকলো সকাম-নিকামত আগ ভাগ লৈ কাম কৰি সহায় কৰা, আইৰ কৰ্ত্তব্যৰ ভিতৰত আছিল। পৰিস্থিতিয়ে বাধ্য কৰাত আইক ডিগবৈলৈ লৈ অহাৰ পাচত গাৱঁৰ মানুহে, বিশেষকৈ মহিলা সকলে, বহু দিনলৈকে গাৱঁৰ কিবা এটা শূণ্যতা অনুভৱ কৰাৰ কথা, মুখে মুখে শুনিছিলোঁ। ৺ধৰণী গোস্বামীয়ে মোক প্ৰায়েই কৈছিল, "তোমাৰ মাৰা যোৱাৰপৰা গাৱঁত নামতী নোহোৱা হ'ল। ভনীয়েৰা জ্ঞানই মাকক অনুসৰণ কৰিছে, কিন্তু সমান হ'ব পৰা নাই।" আইয়েও ডিগবৈত পুতেক-বোৱাৰীয়েক, নাতি-নাতিনীৰে পৰিবেষ্টিত হৈ, ৰং-তামাচাৰ মাজত দিন কটালেও গাৱঁৰ কথা মনত পৰিলে বিমৰিষ হৈ পৰা লক্ষ্য কৰিছিলোঁ—মৰ্ম্ম বেদনা মই বুজি পাইছিলোঁ। কিন্তু উপশমৰ কোনো উপায় মোৰ হাতত নাছিল। আইৰ এই অন্তৰ-বেদনাই বহুসময়ত মোকো চিন্তাগ্ৰস্ত কৰিছিল, মাজে মাজে ভাবাবেগত ডুব গৈছিলোঁ।

আজি বুজি পাইছোঁ, মোৰ অজানিতে, মোৰ সেই নিৰক্ষৰা আই দেবীৰ কষ্ট সহিষ্ণুতা,

কৰ্ত্তব্য-নিষ্ঠা, সাংস্কৃতিক মন আৰু পৰ-সেবাৰ ধাৰণাই মোৰ স্বভাব আৰু মনক কেনেদৰে গঢ় দিছিল।



## আৰু দেউতা?

দেউতাও বেছি লিখা-পঢ়া জনা মানুহ নাছিল। তেখেতে নিজে কোৱা মতে, সেই সময়ৰ ৩য় মানলৈকে পঢ়িছিল। কিন্তু বঙালী ভাষাত পঢ়িছিল। কিয়নো সেই সময়ত অসমৰ স্কুলবোৰত অসমীয়া ভাষাৰ ঠাইত বাধ্যতামূলক ভাবে বঙালী ভাষাত শিক্ষা দিয়া হৈছিল। ঘৰত থকা অৱস্থাত মোক হ'লে ২য় মানলৈকে অঙ্ক শিকাইছিল। দেউতাই অঙ্ক বুজালে বৰ ভাল পাইছিলোঁ। জমা-খৰচ লিখাৰ নিয়ম প্ৰথম দেউতাৰপৰাই শিকিছিলোঁ। সংস্কৃতৰ ধাৰণাও আছিল। সূৰ্য্য সেৱা, চন্দ্ৰ সেৱা, শ্ৰীকৃষ্ণৰ শত নাম, শিব স্তোত্ৰ আৰু সৰস্বতী বন্দনা মুখে মুখে তেখেতেই শিকাইছিল। পঞ্চদেৱতাৰ পূজাৰ মন্ত্ৰবোৰো তেখেতৰপৰাই মুখে মুখে শিকিছিলোঁ। সাধাৰণতে লগা শ্ৰাদ্ধ, শান্তি, সত্যনাৰায়ণ পূজা, প্ৰায়শ্চিত্তৰ মন্ত্ৰ আদি তেখেতে নিয়াৰিকৈ জানিছিল। ভাল চণ্ডী পাঠক আছিল। কেইবছৰমান বিলাসীপাৰা জমিদাৰৰ দুৰ্গা পূজাত তেখেতে চণ্ডী পাঠ কৰিছিল। কৃষ্ণ, শিব, কালী, দুৰ্গাক লৈ কোনো গোৰামী নাছিল। এই সকলো এক ভগৱানৰেই বিভিন্ন প্ৰকাশ বুলি বিশ্বাস কৰিছিল। সেয়ে শ্ৰীকৃষ্ণৰ জন্মাষ্টমীত যেনেকৈ দিনে নিশাই লঘোনে থাকি, ৰাতি কৃষ্ণ পূজা কৰি, শ্ৰীকৃষ্ণৰ শতনাম গাইছিল, ঠিক তেনে ধৰণে সভক্তিৰে শিব পূজাও কৰিছিল। যি কোনো পূজা বা শ্ৰাদ্ধতেই নাম গোৱাৰ ব্যৱস্থা আছিল। কৃষ্ণৰ মূৰ্ত্তি এটা ৰাখি, দৈনন্দিন পূজা কিন্তু কৃষ্ণকেই কৰিছিল।

শিক্ষাগত অৰ্হতা নাথাকিলেও সংস্কৃতৰ উচ্চাৰণ শুদ্ধ আছিল যেন লাগিছিল। তেখেতে হেনো কোনোবা 'শিমলুগুৰীয়া' অধ্যাপকৰ তলত কিছুদিন সংস্কৃত পঢ়িছিল। এই অধ্যাপক জনক

মই দেখা নাই, কিন্তু শুনিছিলোঁ। সেই সময়ত হেনো ভাগৱত ব্যাখ্যা কৰা পণ্ডিত তেখেতৰ নিচিনা কোনো নাছিল। পণ্ডিত সমাজত তেখেত বৰ সম্মানিত ব্যক্তি আছিল।

যিমানেই মোৰ বয়স হৈ আহিছিল সিমানেই দেউতাই দেখুৱাই যোৱা মানসিকতাৰ প্ৰতি মই আকৃষ্ট হৈছিলোঁ আৰু দেউতাৰ চিন্তা শুদ্ধ বুলি ভাবিছিলোঁ। প্ৰথম কথা, তেওঁ দুখ কষ্টৰ মাজ:তো সদায় মানসিক শান্তি কামনা কৰিছিল। দ্বিতীয়তে, তেওঁ স্পষ্টবাদী আছিল। কাৰোবাৰ কিবা বেয়া দেখিলে, মুখৰ আগতে কৈ দিছিল। তেওঁৰ যুক্তি আছিল যে, খোলা-খুলিকৈ সমুখত সঁচা কথাটো কৈ দিলে মনটো খোলোচা হৈ যায়। কাৰোবাৰ কিবা দোষ দেখি, পাচত আনৰ আগত বদনাম ৰতি, গুৰ-গুৰাই থকাতকৈ মানুহজনৰ সমুখত কোৱাটো হৈছে নৈতিক সাহসৰ পৰিচয়। তাৰ পাচত আৰু কাৰো প্ৰতি বেয়া ভাব নাথাকে, আত্মপ্ৰত্যয় বাঢ়ে।

দেউতা শান্তি-প্ৰিয় আছিল। তেওঁৰ শান্তি-প্ৰৱণতাক বোধহয় ভগৱানে পৰীক্ষা কৰিছিল। দেউতাৰ অপুত্ৰক খুৰাক এজন আছিল। ৪ জনী ছোৱালী আছিল। বিয়া দিয়াৰ পাচত বুঢ়া অকলশৰীয়া হৈ পৰিছিল। এজনী জীয়েক আৰু জোঁৱায়েকক ঘৰ মাটি দিব বুলি চপাই লৈছিল। তেওঁলোকো নিঃসন্তান আছিল। বিয়া দিয়াৰ পাচত একে একে সকলোবোৰ ছোৱালী ঢুকাইছিল। দৈবক্ৰমে ঘৰত থকা ছোৱালীজনীৰো মৃত্যু হোৱাত জোঁৱায়েকে বুঢ়াক এৰি গুচি গ'ল আৰু দ্বিতীয় বিবাহ কৰালে। বুঢ়াক চাওঁতা কোনো নোহোৱা হ'ল। তেতিয়া বুঢ়াই দেউতাক মাতি নি, তেওঁক চাবলৈ ক'লে আৰু মুখিয়াল সকলক মাতি, তেওঁৰ সকলো ভূমি-সম্পত্তি দেউতাৰ নামত ৰেজিষ্টাৰ্ড উইল কৰি দিলে। দেউতাই খুৰাকৰ জীৱিত কালত ভৰণ-পোষণৰ আৰু মৃত্যুৰ পাচত আৱশ্যকীয় শ্ৰাদ্ধাদি কৰাৰ দায়িত্ব গ্ৰহণ কৰিছিল।

২/৩ বছৰৰ পাচত বুঢ়া ঢুকাল। দেউতাই পিতৃ-জ্ঞানেৰে বুঢ়াৰ সকলো ঔৰ্দ্ধদৈহিক কাৰ্য্য সম্পাদন কৰিলে। তেতিয়ালৈকে জোঁৱায়েকৰ কোনো খবৰ নাছিল। এমাহমানৰ পাচত, তামোলৰ বতৰত, হঠাতে এদিন ৪/৫ জন মানুহ লগত লৈ, বাৰীৰ তামোল পাৰি নিবলৈ আহিছিল। দেউতাই বাধা দি গাৱঁৰ মুখিয়াল সকলক মাতিলে। গাৱঁৰ মানুহে এই কথাটোক গাৱঁৰ সন্মান (Prestige) হিচাপে ল'লে আৰু জোঁৱায়েকক কোনো ৰকমৰ জোৰ-জুলুমৰপৰা বিৰত থাকিবলৈ পৰামৰ্শ দি, ভৱিষ্যতে এই মাটিৰ কোনো বস্তুত হাত দিবলৈ নাহিবৰ কাৰণে সাৱধান কৰি পঠাই দিলে।

ৰাইজ গ'ল। দেউতাই এই কাজিয়াখন ভাল পোৱা নাছিল। তেওঁ ধৰি লৈছিল যে, জোঁৱায়েকৰ হাতত কিবা অস্ত্ৰ নাথাকিলে আন গাৱঁৰপৰা আহি ইমান সাহস দেখুৱাব নোৱাৰে। সেইদেখি কিবা ভাবি, চুপ-চাপ পিচদিনাখনেই বৰপেটাত থকা সোণাপতি দেৱ শৰ্ম্মা (সোণাপতি খুৰা) উকীলৰ ওচৰ পালেগৈ। উকীলে যত্ন কৰি বুঢ়াই জোঁৱায়েকক লিখি দিয়া ৰেজিষ্টাৰ্ড দলিল এখন উলিয়াই দেখিলে যে, সেইখন এখন দান-পত্ৰ। দান কৰা বস্তুৰ ওপৰত দান কৰোঁতাৰো কোনো স্বত্ব নাথাকে। গতিকে সেই মাটি উইল কৰি দেউতাক দিয়াৰ ক্ষমতা খুৰাকৰ নাছিল। কিন্তু এই দান-পত্ৰখনত আইনগত কিছুমান দুৰ্ব্বলতা আছিল। যেনে—

১। দলিলখন বৰপেটাত লিখা হৈছিল। বুঢ়া নিৰক্ষৰ হোৱাৰ কাৰণে বুঢ়াৰ টিপচহী লোৱা হৈছিল। বুঢ়াক কিন্তু কোনো দিন বৰপেটালৈ নিয়া নাছিল। সাক্ষীৰ ঘৰত গাৱঁৰ বা বংশৰ কোনো মানুহ নাছিল। সকলোবোৰ জোঁৱায়েকৰ নিজৰ মানুহ আছিল।

২। দেউতাক দিয়া উইল পত্রৰ টিপচহী আৰু দান পত্রৰ টিপচহীৰ মিল নাছিল। দান পত্রৰ টিপচহী জাল কৰা বুলি সন্দেহ কৰা হৈছিল।

৩। মাটিডোখৰ এজমালী আছিল। এজমালী পট্টাৰ অন্যান্য অংশীদাৰৰ অজ্ঞাতে দান পত্র ৰেজিষ্টাৰ্ড কৰা হেনো বেআইনী আছিল।

৪। দান পত্রখনত হেনো বুঢ়াক ভৰণ-পোষণ দি, শেষ কালত জোঁৱায়েকে চাব বুলি লিখা আছিল। যিটো কাম জোঁৱায়েকে কৰা নাছিল।

৫। জীয়েক ঢুকাইছিল। কোনো সন্তানো নাছিল। তদুপৰি জোঁৱায়েকে দ্বিতীয় বিবাহ কৰিছিল। আনফালে দেউতাই ভৰণ পোষণ দি ৰখাৰ বাহিৰে শ্রাদ্ধাদিও কৰিছিল।

এই সকলো দিশ আলোচনা কৰি, মোকৰ্দ্দমাত নিশ্চিত জয় বুলি উকীলে ডাঠি কৈছিল, কিন্তু ৬/৭ বছৰ সময় লাগিব বুলি কৈছিল।

দেউতাই বৰপেটাৰপৰা ঘূৰি আহি মোকৰ্দ্দমাৰ পথ পৰিহাৰ কৰি, মাটি এৰি দিয়াটোকেই থিৰাং কৰি, গাৱঁৰ ৰাইজক মাতি জনাই দিলে। গাৱঁৰ মানুহে টকা-পইচা, সাক্ষী-বাদীৰে সকলো প্রকাৰে সহায় কৰাৰ প্রতিশ্রুতি দিয়াৰ পাচতো দেউতা তেওঁৰ সিদ্ধান্ততে অটল থাকিল। দেউতাৰ কথা হ'ল, মোকৰ্দ্দমাৰ খৰছেৰে মাটি এডোখৰ কিনি ল'লেই দেখোন শান্তিত থাকিব পৰা হ'ব। মোকৰ্দ্দমা লগাই লৈ, বৰপেটা গুৱাহাটীলৈ তাঁত বাতি কৰি, উকীলক পইচা দি, ৬/৭ বছৰ কাল চিন্তা আৰু অশান্তি চপাই লোৱাৰ কোনো অৰ্থ নাই। একো উপায় নেদেখি, গাৱঁৰ মানুহে বজালীৰ লব্ধপ্রতিষ্ঠ কেইজনমানৰ পঞ্চায়ত মাতিলে আৰু জোঁৱায়েককো উপস্থিত থাকিবলৈ খবৰ দিলে। পঞ্চায়তৰ সিদ্ধান্ত হ'ল— (১) জোঁৱায়েকে দেউতাক মাটি ডোখৰ বিক্রী সূত্রে দলিল কৰি দিব। (২) মাটিৰ দাম পঞ্চায়তে নিৰ্দ্ধাৰিণ কৰিব। (৩) এই দামৰপৰা পঞ্চায়তে নিৰ্দ্ধাৰণ কৰি দিয়া মতে ২/৩ বছৰ বুঢ়াক প্রতিপাল কৰি, শ্রাদ্ধাদি কাম সমাপন কৰাৰ খৰচ কাটি, মাটিৰ দাম দিয়া হ'ব। জোঁৱায়েক সন্মত হ'ল। পঞ্চায়তে মাটিৰ মূল্য ৭০০ (সাতশ) টকা কৰি, ২০০ (দুশ) টকা বাদ দি, ৫০০ (পাঁচশ) টকা জোঁৱায়েকক দিবলৈ ক'লে। দলিলৰ খৰচ, ৰেজিষ্টাৰ কৰাৰ খৰচ জোঁৱায়েকৰ। উল্লেখযোগ্য যে মাটি প্রায় ৯ বিঘা আছিল।

দেউতাৰ হাতত এটা টকাও নাছিল। গাৱঁৰে দুই কাশীনাথ শৰ্ম্মাই প্রত্যেকে ২০০ (দুশ) কৈ আৰু পুৰোহিত গোপী কান্ত শৰ্ম্মাই এশ টকা দিছিল। মাটি কিনা হ'ল। দেউতা শান্তিত থাকিল।

## ভাগ্য বিপৰ্য্যয় আৰু ভগৱানৰ কৰুণা

মাটি কিনাৰ পাচৰপৰাই আমি গ্রহৰ ৰোষত পৰিছিলোঁ। দেউতাৰ কিবা এটা পেটৰ বিষ হ'ল। বিশেষকৈ গধূলিৰপৰা আৰম্ভ কৰি গোটেই ৰাতিটো চিঞৰি থকা হ'ল। চিকিৎসকে পিত্তশূল বেমাৰ বুলি চিনাক্ত কৰিলে। প্রায় ৬/৭ বছৰ দেউতাই এই বেমাৰত ভুগিছিল। ফলত যাজনিক ব্যৱসায় নোহোৱা হ'ল, ঘৰতো কোনো কাম কৰিব নোৱাৰা হ'ল। আয়ৰ সকলো পথ বন্ধ হ'ল। ঘৰৰ দাম কুলোৱাই টান হৈ পৰিল। লাহে লাহে মাৰীৰ গছ-বাঁহ আদি বেচাৰ উপৰিও সামান্য খেতিৰ মাটি দৰাও বন্ধক দিব লগীয়া হ'ল। কি মন কৰি ক'ব নোৱাৰোঁ, এদিন

দেউতাই টকা ধাৰে দিয়া তিনিওজনক মতাই আনি হাতযোৰ কৰি ক'লে যে, তেওঁ আৰু ভাল নহ'ব। ধৰুৱা হৈয়েই মৰিব লাগিব। গতিকে তেখেত সকলে কিনি দিয়া মাটি ডোখৰকে ভগাই লৈ দেউতা মৰাৰ আগতে ঋণ-মুক্ত কৰিবলৈ অনুৰোধ কৰিলে। তেখেতসকল দেউতাৰ সাধুতাত মুগ্ধ হ'ল আৰু ক'লে "টকা আমিহে দিছিলোঁ, তুমি খোজা নাছিলা। আমাৰ ভাগ্যত থাকিলে আমি টকা পাম। এবাৰ সহায় কৰি, কিনি দিয়া মাটি আমি ঘূৰাই নলওঁ। তুমি ভাল হ'বা। নহ'লেও তোমাৰ ল'ৰা উপাৰ্জনক্ষম নোহোৱালৈকে আমি বাট চাম। আমি তোমাৰ ল'ৰাক যোগ্যবান হ'বলৈ আশীৰ্ব্বাদ কৰিছোঁ"। ভগবানৰ কৃপাত ৭/৮ বছৰৰ পাচত মই পণ্ডিত চাকৰি কৰি, লাহে লাহে সকলো ধাৰ মাৰিছিলোঁ। দুই কাশী নাথ শৰ্ম্মাই এটকাও সুদ লোৱা নাছিল। গোপী নাথ শৰ্ম্মাই ৪০ টকা সুদ লৈছিল, কাৰণ তেওঁ হেনোঁ আনৰপৰা ধাৰলৈ লৈ টকা দিছিল।

আই-দেউতা গ'ল। এই মানুহ কেইগৰাকীও আজি আৰু নাই। কিন্তু মই নমৰালৈকে তেখতসকলক ভক্তিপূৰ্ণ কৃতজ্ঞতাৰে সুৰঁৰিম। এই সকলোৰে গুৰিত আছিল আমাৰ জ্ঞাতি কাশী নাথ শৰ্ম্মা। দেউতাৰ আৰ্থিক অৱস্থালৈ লক্ষ্য কৰি আৰু দেউতাৰ লগত তেখেতৰ বন্ধুত্ব স্থায়ী কৰিবলৈ, মোৰ সৰু ভনীজনীক তেখেতৰ সৰু পুতেকলৈ বিয়া কৰাইছিল। এতিয়া এইবোৰ কথা মনত পৰিলে উপন্যাস উপন্যাস যেন লাগে।

ভগবানৰ কি ইচ্ছা ক'ব নোৱাৰোঁ। মই পঢ়ি উঠি চাকৰিত সোমোৱাৰ পাচৰ পৰাই দেউতা লাহে লাহে ভাল হ'ল। 'নাৰিকেল খণ্ড' আৰু 'হৰিতকী খণ্ড' নামৰ দৰৱ দুটা ৫/৬ মাহ একেৰাহে খাবলৈ কোনোবা বিজ্ঞ লোকে পৰামৰ্শ দিছিল। কলিকতাৰপৰা মগাই আনি, দৰব খাইয়েই দেউতা ভাল হৈছিল। দেউতা জীয়াই থকা কালত পিত্তশূল বেমাৰ আৰু হোৱা নাছিল।

## অনুপ্ৰাণিত হোৱা আন এটা দিশ

মোক অনুপ্ৰাণিত কৰা দ্বিতীয় কথাটো আছিল—অভাৱৰ মাজত থাকিও দেউতাই কেতিয়াও, কাৰো আগত অভাৱৰ কথা নকৈছিল। আৰু কোনোবাই টকা-পইচাৰ কথা কৈ থাকিলে বেয়া পাইছিল। দেহা ভালে থকা অৱস্থাত কঠোৰ পৰিশ্ৰম কৰি ৰাতিপুৱাৰপৰা গধূলিলৈকে কাম কৰিছিল। গধূলি কাম এৰি, গা-পা ধুই, গোসাঁই ঘৰৰপৰা আহি, চোতালত বহিলৈ, ল'ৰা-ছোৱালীৰ লগত গল্প-গুজব কৰি, হাঁহি-ধেমালিৰে ৰাতি ভাত খোৱা পৰলৈকে সময়টো কটাই দিছিল বা কোনোবা এখন ধৰ্ম্ম পুথি পঢ়িছিল আৰু আমাকো বুজাই দিছিল। গধূলি এই জিৰণি লোৱাৰ সময়ত কোনোবাই টকা পইচা বা অভাব-অভিযোগৰ কথা আলোচনা কৰিলে বা আনৰ সমালোচনাকৰ উক্তি কৰিলে, দেউতাই বৰ বেয়া পাইছিল। দেউতাই এইবোৰ আলোচনা নকৰাৰ সূত্ৰটো আছিল এনে ধৰণৰ—'হওক বুলিয়েই ৰাতিপুৱাৰেপৰা গধূলিলৈকে কাম কৰিছোঁ। এতিয়া অলপ জিৰণি লৈছোঁ। হাঁহি-ধেমালি কৰিছোঁ। আকৌ ৰাতিপুৱাই কামত ধৰিম—গোটেই দিনটো টকা-পইচাৰেই চিন্তা কৰিম। এই জিৰণিৰ সময়কণতো অভাৱৰ কথা কৈ থাকিলে আৰু আনৰ ধন-সম্পত্তি দেখি পুৰি মৰিলে, মোৰ টকা-পইচা হ'ব জানোঁ? নে অভাৱেই আঁতৰিব? এনে আলোচনাই মানুহক হীনমন্য কৰে, হিংসুক আৰু কুটিল কৰি তোলে। মোতকৈ ধনীজনলৈ চালে মই দুখীয়া, কিন্তু মোতকৈ দুখীয়াজনলৈ চালে মই ধনী নহয় জানো? আমি ওপৰলৈ চাই মনোকষ্ট পাওঁ, কিন্তু তললৈ চাই সন্তুষ্ট লভাৰ কথা চিন্তা নকৰোঁ। গোটেই দিনটো জুৰি কাম কৰিছোঁ; সুখৰ দুখৰ কথা চিন্তা কৰিছোঁ। অৱস্থা ভাল কৰাৰ উপায় চিন্তা কৰিছোঁ। এই জিৰণিৰ সময়কণতো সেইবোৰকেই পাগুলি থাকিলে কিবা লাভ হ'ব জানোঁ?"

গধূলি জিৰণিৰ পৰত তেওঁ এনে ধৰণৰ আলোচনা কিমান বেয়া পাইছিল তাক এদিনৰ ঘটনাৰপৰাই আমি বুজিছিলোঁ।

দেউতাৰ এজন ঘনিষ্ঠ বন্ধু গধূলি হ'লে মাজে মাজে প্ৰায়েই আমাৰ ঘৰলৈ আহি দেউতাৰ লগত নানা আলাপ-আলোচনা কৰিছিল। এই বন্ধু গৰাকীৰ কিন্তু আলোচ্য বিষয় ব্যক্তিগত টকা-পইচা, দেনা-পাওনাৰ বাহিৰে আন একো নাছিল। তেওঁৰ কথাবোৰৰ প্ৰতি দেউতাই অসহনীয় ভাব প্ৰকাশ কৰা আমি লক্ষ্য কৰিছিলোঁ আৰু কোনোবা দিনা কিবা প্ৰমাদ হ'ব বুলি আমি চিন্তিত হৈছিলোঁ। সঁচা সঁচিকৈ এদিন বন্ধুজনে টকা-পইচাৰ কথা আৰম্ভ কৰোঁতেই দেউতাই ভেকাহি মাৰি কৈ উঠিল—'এহ্ ভাই! টকাৰ কথানো কি কৈ থাকা। তোমাক যদি টকাই লাগে তেনেহ'লে ধুবুৰী টাউনলৈ যোৱা আৰু মাত্ৰ ২০ টা পায়খানা লোৱা। এবেলাৰ কাম। মাহে ডেৰশ-দুশ টকা আয়। এই আয় এটা হাকিমৰ আয়তকৈ বহুত বেছি। ৫।৬ বছৰ কাম কৰি গুচি আহি আৰামত সুখেৰে খাই থাকা।'' বন্ধু বৰ অপ্ৰস্তুত হৈ পৰিছিল আৰু সিদিনাৰপৰা কেতিয়াও দেউতাৰ আগত টকা আৰু অভাৱৰ কথা কোৱা শুনা নাছিলোঁ। আমি পেটে পেটে দেউতাৰ এই ব্যৱহাৰ ভাল পোৱা নাছিলোঁ। তাকে কোৱাত দেউতাই আকৌ ওভোতাই আমাকে কৈছিল—'ভগবানৰ নাম ল'ব নজনা, হাঁহি ধেমালি নকৰা আৰু কোনো সৎ কথা আলোচনা কৰিবলৈ ইচ্ছা নকৰা বা নজনা, আত্মকেন্দ্ৰিক মানুহবোৰে ভালকৈ ক'লে নুবুজে—এনেদৰে ক'লেহে বুজে।'' কোনোবাই ধন সম্পত্তিৰ বৰাই কৰিলে কৈছিল—''মই তোমাতকৈ দুখীয়া, কিন্তু তুমি নেদেখা ধনী মানুহ মই দেখিছোঁ। একো একোটা ধনী মানুহৰ ঘৰৰ খুটা এটাৰ মূল্য তোমাৰ যথা সম্পত্তি বেচিলেও নোলাব। ধনৰ বৰাই নকৰিবা, দুখীয়াক নাহাঁহিবা।

দেউতাৰ এই মানসিকতাৰ সাঁচ কিছু পৰিমাণে বোধহয় মোৰ জীৱনত পৰিছিল। উল্লেখনীয় যে, ধাৰ-ধুৰ মাৰি (পিচত পাব) মইয়েই পিতৃ সম্পত্তি নিষ্কণ্টক কৰিছিলোঁ যদিও, অকল শান্তি কামনা কৰিয়েই সেই সম্পত্তিৰ এচাঁহিও ভাগ মই লোৱা নাই। মোক আন্ধাৰত ৰাখি মাটি বেচা আৰু কিনাৰ সকলো বন্দবস্ত কৰি, আনকি ২০ হেজাৰ টকা বেচোতাক আগধন দি, লিখা-পঢ়া কৰাৰ পাচত, তেওঁৰ সততাৰ পৰিচয় দি, মোক ভালৰি বোলাবলৈ, কিনোতাই এখন সভক্তিৰে লিখা চিঠিৰে মোৰ অনুমতি বিচাৰিছিল। গতিকে তেওঁলোকৰ মতলব আৰু পৰিকল্পনা বুজিবলৈ মোৰ অলপো সময় লগা নাছিল। সেয়ে কিনোতালৈ উত্তৰত লিখিছিলোঁ—''তুমি মাটি কিনা। মই আপত্তি নকৰোঁ। অৱশ্যে মই বাধা দিলে মাটি বেচা আৰু কিনা ইমান সহজ নহ'ব। কিন্তু এই মাটিৰ কাৰণে মই মোৰ মৰা আইক আদালতলৈ আনিব নোখোজোঁ আৰু সম্পত্তিৰ কাৰণে আশান্তি চপাই ল'ব নিবিচাৰোঁ। মোৰ নিজৰ বুলিবলৈ ভেটিটোৰ কাৰণেও মাটি এটুকুৰা নাই যদিও, মই বৰ শান্তিত আছোঁ। ধনী বা সম্পতিবান নহ'লেও, মই দুবেলা দুসাঁজ নিমখ-ভাতে হ'লেও উদৰ পুৰি খাইছোঁ, ৰাতি টোপনি আহিছে, ৰ'দত শুকোৱা নাই, বৰষুণতো তিতা নাই। গতিকে এতিয়া সম্পত্তিৰ আশাত চিন্তা আৰু অশান্তি চপাই নলওঁ। তোমালোককো চিন্তাত নেপেলাওঁ। মোৰ ভনী দুজনী দুখীয়া। যদি মন যায়, বেচোতাক কৈ মাটিৰ মূল্যৰপৰা কিছু টকা সিহঁতক দিয়াৰ ব্যৱস্থা কৰিলে মই সুখী হ'ম। পিচত গম পাইছিলোঁ ভনী দুজনীয়ে মোৰ চিঠিৰ কোনো সম্ভেদ পোৱা নাছিল।

## ধৰ্ম্ম ৰক্ষা - প্ৰজাপতিৰ নিৰন্ধ

১৯২৯ চনত মই মাইনৰ পৰীক্ষা দি আহিছোঁহে। তেতিয়া মাইনৰ আৰু ছাত্ৰবৃত্তি স্কুলৰ

শেষ পৰীক্ষা প্ৰতি মহকুমাৰ সদৰত হৈছিল। আমাৰ পৰীক্ষা বৰপেটাত হৈছিল। পৰীক্ষাৰ খবৰ ওলাবলৈ তেতিয়াও বাকী। ইতিমধ্যে বাল্য-বিবাহ ৰোধ কৰিবৰ কাৰণে বিখ্যাত 'চৰ্দা আইন' পাচ হ'ল। এই আইন অনুসৰি ১৯২৯ চনৰ পহিলা এপ্ৰিলৰ পৰা ১৮ বছৰৰ তলৰ ছোৱালী আৰু ২২ বছৰৰ তলৰ ল'ৰাৰ বিয়া হ'ব নোৱাৰিব। অন্যথায় আইনমতে দণ্ডনীয় হ'ব। এই বিষয়টো লৈ মানুহৰ মাজত সৰৱ আলোচনা হ'বলৈ ধৰিলে—বিশেষকৈ বামুণ সমাজত। তেতিয়া বামুণৰ ছোৱালী পুষ্পিতা হোৱাৰ আগতে, অৰ্থাৎ কুমাৰী অৱস্থাতেই বিয়া দিয়াৰ নিয়ম আছিল। পুষ্পিতা হোৱাৰ পাচত বিয়া হোৱা মস্কিল আছিল।

আই আৰু দেউতাই আইনখন লাগু হোৱাৰ আগতেই, অৰ্থাৎ এপ্ৰিল মাহৰ আগতেই তেওঁলোকৰ সন্তানৰ বিয়াখন পাতি, ধৰ্ম্ম ৰক্ষা কৰি, নিশ্চিন্ত হ'ব বিচাৰিছিল। দেউতাৰ এটা বদ্ধমূল ধাৰণা হৈছিল যে, তেওঁৰ পিত্তশূল বেমাৰ আৰু ভাল নহ'ব। গতিকে আইনৰ হাত সাৰি তেওঁৰ জীৱিত কালতে পুতেকৰ বিয়াখন পাতি দিয়াটো নিতান্তই কৰ্ত্তব্য। ছোৱালী বিচাৰিব লগীয়া নহ'ল। গাৱঁৰে পূজনীয় কেশবানন্দ শৰ্ম্মাৰ ১০ বছৰীয়া ছোৱালী যোগমায়াৰ লগত মোৰ বিয়া সু-সম্পন্ন হ'ল। দুয়ো পক্ষৰে ধৰ্ম্ম আৰু জাত ৰক্ষা পৰিল। দৰা অৰ্থাৎ মোৰ বয়স তেতিয়া ১৫ বছৰ হওঁ হওঁ।

দৰা যাবলৈ সেই সময়ত দোলা বা গৰু গাড়ীৰ বাহিৰে আন যান-বাহনৰ ব্যৱস্থা নাছিল। দৰাই খোজ কাঢ়ি যোৱাৰ নিয়মো নাছিল। দোলা বা গৰু গাড়ীত গৈছিল। সাধাৰণতে ৪।৫ মাইললৈকে দোলাত গৈছিল। বৰযাত্ৰী খোজ কাঢ়ি গৈছিল।

মইও দোলাত গৈছিলোঁ। মূৰত পাগ মাৰি দি, ফুল তুলসীৰ মালা পিন্ধাই, জয় ধ্বনি দি, যেতিয়া দৰা যাত্ৰীয়ে মোক সুসজ্জিত দোলাত উঠাই দিছিল তেতিয়া মই কিবা ডাঙৰ মানুহ হোৱা যেন অনুভৱ কৰিছিলোঁ। কিন্তু দোলা ভাৰীয়ে দোলাখন কান্ধত উঠাই লোৱাৰ লগে লগে মই লাজত মুচকচ গৈছিলোঁ। দোলাভাৰী কেইজন যথেষ্ট বয়সস্থ আছিল। মই তেওঁলোকক ককাই, খুৰা আদি সম্বন্ধ ধৰি মাতিছিলোঁ। সেইদিনা তেওঁলোক মোৰ দোলাভাৰী হোৱাত মই লাজত তলমূৰ কৰি গৈছিলোঁ। সুখৰ কথা যে, ইয়াৰ কিছু দিনৰ পাচতেই ডেকাসকলৰ চেষ্টাত এই প্ৰথা উঠি গৈছিল। দৰাই দৰাযাত্ৰীৰে সৈতে একেলগে খোজ কাঢ়ি যোৱাৰ নিয়ম হৈছিল।

বিয়া হ'লেও 'পাচ বিয়া' নোহোৱালৈকে ল'ৰা-ছোৱালীৰ দেখাদেখি হোৱাত বাধা আছিল। ছোৱালী ঋতুমতী হোৱাৰ পাচত, দিন-ক্ষণ চাই, ছোৱালীক দৰাৰ ঘৰলৈ আনি, হোম যজ্ঞ কৰি, পুনৰ 'শান্তি-বিয়া' পাতিছিল। ইয়াকেই 'পাচ-বিয়া' বুলিছিল। সিদিনাৰপৰাহে ছোৱালীয় গিৰিয়েকৰ ঘৰত স্থায়ী ভাবে আছিল। মোৰ 'পাচ বিয়া' হৈছিল ১৯৩৫ চনত। আগতে হ'ব লাগিছিল, কিন্তু পঢ়া শেষ নোহোৱালৈকে বিয়া নকৰাবলৈ মই দৃঢ় হোৱাত, দেউতাইতে জোৰ নকৰিলে।

'পাচ বিয়াৰ' আগলৈকে ছোৱালী ল'ৰাৰ আগত মুকলি মুখ লৈ ওলাব নোৱাৰিছিল। কেতিয়াবা আকস্মিক ভাবে মুখা-মুখী হ'লে ছোৱালীয়ে দীঘল ওৰণি টানি, ভিৰাই লৰ মাৰি পলাইছিল। আনকি 'পাচ বিয়াৰ' পাচতো সন্মানীয় ব্যক্তিৰ আগত গিৰিয়েকে ঘৈণীয়েকে কথা পতা দেখিলে, ছোৱালীয়ে 'নিধক' আখ্যা পাইছিল। সন্তানৰ মাক হোৱাৰ আগলৈকে দিনৰ ভাগত, মোৰ পৰিবাৰৰ লগত মুখা-মুখী নহৈছিল। আৰু কেতিয়াবা হ'লেও, বিশেষকৈ বয়সস্থসকলৰ আগত, পৰিবাৰে ওৰণি লৈ আঁতৰি গৈছিল। এই সংস্কাৰ ইমান মজ্জাগত হৈ পৰিছিল যে, আনকি গিৰিয়েকেও ঘৈণীয়েকৰ সৈতে মানুহৰ আগত মুখা-মুখী হ'বলৈ লাজ কৰিছিল।

# —পথ বিচাৰি—

## ভৱিষ্যতৰ পথ-সন্ধানত

২য় বিভাগত মাইনৰ পাচ কৰি বজালী হাইস্কুলৰ ৭ম মান শ্ৰেণীত নাম লগাইছিলোঁ। মাচুল দিব নোৱাৰাত চাৰি মাহৰ পাচত নাম কটা গৈছিল। নিয়মমতে দুমাহৰ পাচতে নাম কটা যাব লাগিছিল। হেড মাষ্টাৰ, বিদ্ৰোহী কবি, প্ৰসন্নলাল চৌধুৰীদেৱৰ অনুগ্ৰহত মই চাৰি মাহ শেষ কৰিব পাৰিছিলোঁ।

কিবা এটা কৰিব লাগে। কি কৰিম কি নকৰিম চিন্তা কৰি একো দিক-বিদিক পোৱা নাছিলোঁ। চিন্তা কৰি থাকোঁতে মনক প্ৰবোধ দিবলৈ এদিন এফাঁকি 'কবিতা'কে লিখি পেলাইছিলোঁ।

*'ওখোৰা মোখোৰা বাট ঐ বন্ধু*
*ওখোৰা মোখোৰা বাট*
*ভাগৰি পৰিলে খোপনি এৰিলে*
*পিচলি পৰিবি তাত''*

কবিতাৰ শাৰীত পৰে নে নপৰে ক'ব নোৱাৰোঁ কিন্তু মোৰ সমগ্ৰ জীৱনত এই ফাঁকি কথাই ভগৱান প্ৰদত্ত বীজ মন্ত্ৰ হিচাপে কাম কৰি আহিছে।

ইতিমধ্যে আজি এপদ, কালি এপদকৈ বাচন বৰ্ত্তনত হাত দিবলগীয়া হ'ল। দেউতাই কিনা খেউলাপাৰাৰ মাটিডৰাও বিক্ৰী হ'ল। আমাৰ অৱস্থাৰ কাৰণে কিছুমানে যেনেকৈ সহানুভূতি প্ৰকাশ কৰিছিল কিছুমানে আকৌ আনৰ সহানুভূতিক আঘাত কৰি, কটাক্ষ কৰিবলৈকো এৰা নাছিল। অৱশ্যে দেউতাৰ বন্ধুসকলে আমাৰ এই পানীত হাঁহ নচৰা অৱস্থাৰ কাৰণে বেজাৰ কৰিছিল আৰু আন্তৰিকতাৰে দেউতাৰ আৰোগ্য কামনা কৰিছিল। মোৰ চাকৰি এটা হ'লেই ঘৰখন ৰক্ষা পৰাৰ কথা তেওঁলোকে চিন্তা কৰিছিল। চাকৰিৰ খবৰ তেওঁলোকে আনিছিলো। কোনোবা উকীলৰ প্ৰকাৰান্তৰে ব্যক্তিগত ৰান্ধনী তথা ঘৰুৱা লগুৱাৰ। ৰান্ধনী বা ঘৰুৱা চাকৰ বুলি নকৈ কৈছিল—'আমুক উকীলক এজন মহৰী লাগে। মানুহজন বৰ ভাল। ঘৰৰ ঝঞ্ঝাতো বেছি নাই। তোমাৰ ল'ৰাই কামো শিকিব আৰু উকীলক ভাত মুঠি সিজাই দি ঘৰখন চন্তালি ৰাখিব। ভৱিষ্যৎ ভাল হ'ব। মই সকলো নীৰৱে শুনিছিলোঁ আৰু মনতে ঠিৰাং কৰি লৈছিলোঁ যে, উকীলৰ ঘৰৰ এই মেনেজাৰী কামটো ঘৰুৱা চাকৰৰ বাহিৰে একো নহয়। উকীলৰ চাকৰক দিবলগীয়া দৰমহা কেইটা ৰাহি কৰিবৰ কাৰণে 'মহৰি'ৰ টোপ দিয়া হৈছে। মহৰি কাম শিকাৰ ফিজৰ বাবদ ৰান্ধনী তথা লগুৱাৰ কাম। দেউতাই কোনো অভিব্যক্তি প্ৰকাশ কৰা নাছিল। মই না কৰাও নাছিলোঁ হয়, কৰাও নাছিলোঁ।

কিছুদিন সংস্কৃত টোলত পঢ়ি, পূজা-পাতল শিকি লৈ, যাজনিক কৰাৰ পৰামৰ্শও পাইছিলোঁ। যাজনিকৰ প্ৰতি মই অকণো আকৃষ্ট নাছিলোঁ। সংস্কৃত পঢ়ি সন্মানিত অধ্যাপক হ'বলৈ আৱশ্যকীয় দীৰ্ঘ সময়, মোৰ কাৰণে সম্ভৱ নাছিল।

এনে পৰিস্থিতিত যিমানেই সৰু নহওক কিয়, এটা সন্মানীয় চাকৰিৰ কথা চিন্তা কৰি,

উপায় বিচাৰিছিলোঁ। শিক্ষাগত অৰ্হতা বঢ়াব নোৱাৰিলে তেনে এটা চাকৰি পোৱাৰ আশা দেখা নাছিলোঁ। কম খৰচত নিজ উপাৰ্জ্জনেৰে হ্ৰস্বম্যাদি পাঠ্যক্ৰম এটা লৈ, নিশ্চিত চাকৰি পোৱাৰ পথ চিন্তা কৰি, নৰ্ম্মাল পঢ়াটোকে সিদ্ধান্ত কৰিছিলোঁ।

কিন্তু নৰ্ম্মাল পঢ়াটো সহজ-সাধ্য নাছিল। তেতিয়া অসমত মাথো, দুখন নৰ্ম্মাল স্কুল আছিল। এখন যোৰাহাটত আৰু এখন শিলচৰত। আসনৰ সংখ্যা আছিল সীমিত। বাচনি পৰীক্ষাৰ বাচনিত উঠিলেহে ভৰ্ত্তি হ'ব পাৰিছিল। ছাত্ৰ-বাচনিৰ কাৰণে প্ৰতি বছৰে, প্ৰতি মহকুমাৰ সদৰতে, বাচনি পৰীক্ষা লোৱাৰ ব্যৱস্থা আছিল। নিম্নতম্ শিক্ষাগত অৰ্হতা মাইনৰ বা ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হোৱা জনেহে এই পৰীক্ষাত বহিব পাৰিছিল। প্ৰতি মহকুমাৰপৰা মহকুমাৰ জনসংখ্যা অনুসৰি এজনৰপৰা অত্যধিক চাৰিজন প্ৰাৰ্থীক বাচনি কৰি লোৱা হৈছিল। বাচনিত উঠাসকলে মাহে দহ টকাকৈ বৃত্তি পাইছিল।

নিয়মানুসৰি মাইনৰ পাচ কৰাজনে এবছৰ পঢ়িয়েই ছাত্ৰবৃত্তি পৰীক্ষা দিব পাৰিছিল। তেতিয়াও ছাত্ৰবৃত্তি স্কুলত নাম লিখাৰ সময়লৈ ছমাহ বাকী আছিল। মই মনতে থিৰাং কৰিছিলোঁ—ছমাহৰ পাচত ছাত্ৰবৃত্তি স্কুলত ভৰ্ত্তি হৈ, এবছৰ পঢ়ি ছাত্ৰবৃত্তি পাচ কৰি, বাচনি পৰীক্ষা দি, বৃত্তি লৈ, নৰ্ম্মাল পঢ়িম। তেতিয়ালৈ নৰ্ম্মালত পঢ়িবৰ কাৰণে আৱশ্যকীয় বয়সো হ'ব। আৱশ্যকীয় নিম্নতম বয়স লাগে ১৬ বছৰ।

মোৰ মনৰ কথা মনতে ৰাখি, কিবা এটা পাঙি, দেউতাৰ অনুমতি লৈ, চৌখুটীৰ সংস্কৃত টোলত অধ্যাপক সৰ্ব্বানন্দ বেদান্ত বাগীশৰ তলত সংস্কৃত পঢ়িবলৈ গৈ, ৰত্নমালা ব্যাকৰণ পঢ়িবলৈ লৈছিলোঁ। সংস্কৃত পঢ়ি ভাল লাগিছিল। কিন্তু সংস্কৃত পঢ়া মোৰ ধ্যেয় নাছিল। কিয়নো সংস্কৃতত ব্যুৎপত্তি লাভ কৰিবলৈ দীৰ্ঘ দিনৰ আৱশ্যক, যিটো মোৰ কাৰণে সম্ভৱ নাছিল।

সংস্কৃত টোলত ভৰ্ত্তি হোৱাৰ পাচতেই ছাত্ৰবৃত্তি স্কুলত পাঠ্য হিচাপে চলা যাদব পাটীগণিত এখন আৰু মাটিৰ ফলি পেঞ্চিল কিনি লৈ, ৰাতি মোৰ সহপাঠীসকল শুই যোৱাৰ পাচত, মই নিজে নিজে নিয়মবোৰ অনুশীলন কৰি অঙ্ক কৰিছিলোঁ। অঙ্কৰ কিতাপখন প্ৰায় শেষ কৰিছিলোঁ। ছয়মাহ পাচত টোল এৰি ছাত্ৰবৃত্তি স্কুলত নাম লগাই লৈছিলোঁ। বহুতে মই 'বাগৰি ফুৰা' হলোঁ বুলি ইতিকিঙো কৰিছিল। অকল দেউতাই মোক উৎসাহিত কৰিছিল। মোৰ ওপৰত থকা তেওঁৰ আস্থাই ইয়াৰ প্ৰধান কাৰণ আছিল।

## আত্ম-প্ৰত্যয়ৰ অজানিত পৰীক্ষা

ছাত্ৰবৃত্তি স্কুলত পঢ়োঁতে এবাৰ স্কুল সমূহৰ ডেপুটী ইন্সপেক্টৰ সৰ্ব্বানন্দ দাসে (অসম চৰকাৰৰ প্ৰয়াত মুখ্য সচিব ধৰ্ম্মানন্দ দাসৰ দেউতাক) স্কুল পৰিদৰ্শন কৰিবলৈ আহি আমাৰ শ্ৰেণীত সোমাই মেজৰ ওপৰতে থকা ছাত্ৰসকলৰ ভূগোলৰ বহীবোৰৰ মাজৰপৰা এখন বহী উলিয়াই, মেলি লৈ, ছাত্ৰবোৰক সুধিলে, "এই বহীখনত কিবা এটা ভুল আছে। আহাচোন কাৰ সাহস আছে, মোক ভুলটো আঙুলিয়াই দিয়া।" দেখুৱাব নোৱাৰিলে লাজ পোৱাৰ ভয়ত কোনো আগ নাবাঢ়িল। শ্ৰেণীৰ আৰু স্কুলৰ মৰ্য্যাদাৰ কথা ভাবি, যি হয় হ'ব বুলি, আগ বাঢ়ি গৈ, বহীটো চাইয়েই ভুলটো ধৰা পেলালোঁ। পৰিদৰ্শকে আৰু ২।৪ টা প্ৰশ্ন কৰি যথোচিত উত্তৰ পাই, মোক পিঠিত চপৰিয়াই মৰম কৰিছিল। প্ৰধান শিক্ষক নৰেশ্বৰ শৰ্ম্মা চাৰেও গৌৰব অনুভৱ কৰিছিল।

সিদিনাৰ এই সাহসেই পাচতো আত্মপ্ৰত্যয়েৰে বহু কামত আগবাঢ়ি যোৱাত মোক উদগনি দিছিল।

## এই সৰ্ব্বানন্দ দাসৰ মই কি আছিলোঁ!

ছাত্ৰবৃত্তি পৰীক্ষাৰ এমাহ মানৰ আগতে ডেপুটী ইন্সপেক্টৰ সৰ্ব্বানন্দ দাসদেৱ বজালী অঞ্চলৰ স্কুল পৰিদৰ্শনৰ কাৰণে আহি, পাঠশালাৰ ডাক বঙলাত বাহৰ পাতি আছিল। মোৰ অৱস্থাৰ কথা ভাবি আৰু পৰিয়ালটোৰ কথা চিন্তা কৰি, 'হেড পণ্ডিত' নৰেশ্বৰ শৰ্ম্মা চাৰে মোৰ কাৰণে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ চাকৰি এটা সংগ্ৰহৰ কথা চিন্তা কৰিছিল। সিদিনাখন মই স্কুললৈ অহাৰ লগে লগে তেখেতে মোক লৈ ডাক বঙলা পালেগৈ আৰু দাসদেৱক মোৰ কাৰণে পৰীক্ষাৰ পাচত যেনেতেনে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ কাম এটা দিবৰ কাৰণে অনুৰোধ কৰাত তেখেতে ক'লে "এতিয়া তাৰ চাকৰিৰ কথা চিন্তা নকৰিব। সি বাচনি পৰীক্ষা দিয়ক।" তেতিয়া হেডপণ্ডিতে ক'লে "চাৰ! বাচনি পৰীক্ষা দিব। কিন্তু বাচনি পৰীক্ষাত কৃতকাৰ্য্য নহ'লে আপুনি চাকৰি এটা যেনেতেনে দিবই লাগিব, নহ'লে গিৰিঘৰ মৰিব।" ডেপুটী ইন্সপেক্টৰ অগ্নিশৰ্ম্মা হৈ উঠিল। খঙেৰে ক'লে—'আপুনি তাৰ শিক্ষক নহয়নে? সি কৃতকাৰ্য্য নহ'বপাৰে বুলি অমঙ্গলীয়া কথাষাৰ আপুনি কেলেই কৈছে? এনে কথা আৰু নক'ব। তাক উৎসাহিত কৰক—আশীৰ্ব্বাদ কৰক'। তাৰ পাচতে মোলৈ চাই ক'লে "দ্বিজেশ! তুমি কাৰো কথা নুশুনিবা। বাচনি পৰীক্ষাৰ কাৰণে সাজু হোৱা। এতিয়াই চাকৰি পাগল নহ'বা। ভগবানৰ কৃপাত তুমি কৃতকাৰ্য্য হ'বা। চাকৰিৰ দৰ্কাৰ হ'লে দেখা যাব।" মনতে কৃতজ্ঞতা জনাই গুচি আহিলোঁ। মোক উপকাৰ কৰিবলৈ গৈ হেড পণ্ডিত চাৰে টান কথা শুনিব লগীয়া হোৱাত মই বৰ অপ্ৰস্তুত হৈ পৰিছিলোঁ। মই চাৰক কৃতজ্ঞতা জনাই ক্ষমা খুজিলোঁ। চাৰে ওভোতাই কৈছিল—"দ্বিজেশ! তুমি ভুল বুজিছা। তেখেতে মোক ধমকি দিয়া নাই। তোমাৰ মনোবল বঢ়াবৰ কাৰণেহে এই ভাওটো দিলে। এতিয়া তোমাৰ কৰ্ত্তব্য কৰি যোৱা। ইয়াত একো নহ'লে তুমি যে চাকৰি পাবা, মই আজি নিশ্চিত হ'লোঁ। মোৰ যাত্ৰা অথলে যোৱা নাই।" তেখেতক মই ভৰিত ধৰি সেৱা কৰিলোঁ।

## বুদৰু টুপৰ মাতৃ

অগা পিচাকৈ ছাত্ৰবৃত্তি আৰু বাচনি পৰীক্ষাৰ দিন চমু চাপি আহিছিল। দুয়োটা পৰীক্ষাৰ কাৰণে একেৰাহে ১৫ দিন বৰপেটাত থাকিবলগীয়া হৈছিল। মোৰ লগত ছাত্ৰবৃত্তি পৰীক্ষা দিয়া সকলে ৫।৬ দিনৰ কাৰণে বৰপেটাৰ হোটেল এখন ঠিক কৰি লৈছিল। মোৰ কাৰণে হোটেলত থকাটো কল্পনাতীত আছিল। শেষত আমাৰ চাৰ এজনে কিবা সূত্ৰ লগাই, বৰপেটা নগৰৰপৰা অলপ আঁতৰত, চাউলখোৱা নদীৰ সিপাৰত, বৰপেটা-বহৰি পথত, 'বুদৰু টুপ' নামৰ চুপাটোত এগৰাকী অকলশৰীয়া, বিধবা বুঢ়ীৰ ঘৰটোকে মোৰ কাৰণে ঠিক কৰি দিছিল। প্ৰথম দৰ্শনতে বুঢ়ীৰ মাতৃ সুলভ ব্যৱহাৰে মোৰ সকলো শংকা দূৰ কৰিছিল। বুঢ়ীয়ে নিজে থকা ঘৰটোতে বিচনা এখন দি, কাষত থকা সৰু জুপুৰী ঘৰ এটাত ৰন্ধা বঢ়াৰ ব্যৱস্থা কৰি দিছিল। পোন্ধৰ দিনৰ জোখাৰে চাউল, তেল, নিমখ আদি আইয়ে টোপোলা বান্ধি লগত দিছিল। বৰপেটা বজাৰত তিনিটা পাতি পইচাত সৰু খৰাহীৰে এখৰাহী কাৰৈ মাছ আৰু ৩।৪ দিনৰ মূৰে মূৰে ৪।৫ পইচাৰ তৰি-তৰকাৰী কিনি দিছিলোঁ। বুঢ়ীয়ে তৰি-তৰকাৰী কাটি, মাছ বাছি-কাটি ধুই-পখালি বান্ধিবৰ

কাৰণে সাজু কৰি দিছিল। মই কেৱল চাউলখোৱা নদীত গা-ধুবলৈ যাওঁতে তাৰ পাৰত থকা খাগৰিয়ণি ডৰাৰ মাজৰপৰা খৰিৰ কাৰণে শুকান খাগৰি কাটি আনিছিলোঁ। বুঢ়ীৰ বাধা নামানি এই কামটো কৰিছিলোঁ। কাৰণ বুঢ়ীৰ নিজৰ কাৰণেই খৰিৰ অভাৱ আছিল। মই সদায় আৱশ্যকতকৈ বেছি খৰি আনিছিলোঁ। বুঢ়ীয়ে পেটে পেটে ভাল পোৱা নাছিল।

ৰন্ধাৰ সময়ত বুঢ়ী ওচৰতে বহি, মোক ৰান্ধিবলৈ দেখুৱাই দিছিল। চিন্তা কৰিছিল—'এই সৰু চলিটুই বা কি ৰান্ধে!'' মই বুঢ়ীক তৰকাৰী বা মাছ দিব খুজিলে বুঢ়ীয়ে কৈছিল—''মোক বামুণৰ ধাৰ খাবা কৈছাহ? তেনে কাম নকৰু দে।''

ছাত্ৰবৃত্তি আৰু বাচনি পৰীক্ষা দি ১৫ দিনৰ মূৰত বুঢ়ীৰপৰা বিদায় লৈ, ঘৰলৈ আহিবলৈ ওলোৱাত বুঢ়ীয়ে চকুপানী টুকিছিল আৰু কৈছিল—''........যা বাচা যা। মই একো নাজনু। তেওঁ মোৰ মনে কৈছি—তই ভালকে পাচ কৰবি। বৃত্তিও পাবি।'' বুঢ়ীক এৰি আহিবলৈ মোৰ যেন সত যোৱা নাছিল। মই ভবা নাছিলোঁ যে, এই দেখাই শেষ দেখা হ'ব। এমাহমানৰ পাচত শুনিলোঁ—বুঢ়ী গ'ল। 'বাচা'ৰ পৰীক্ষাৰ খবৰ বুঢ়ীয়ে নাপালে। এম,এল,এ হোৱাৰ পাচত, মন্ত্ৰী মহেন্দ্ৰ চৌধুৰীদেৱক লগ পাবলৈ তেখেতৰ গাওঁ নগাওঁলৈ যাওঁতে বুদৰু টুপত খবৰ কৰিছিলোঁ বুঢ়ীৰ কিবা চিন-চাব পাওঁ বুলি। একো নাপালোঁ। এগৰাকী স্নেহ-বিগলিতা মাতৃৰ এনেদৰেই চিন-চাব নোহোৱা হ'ল।

## আত্ম-প্ৰত্যয় আৰু সৎ সাহস ভগবান প্ৰদত্ত প্ৰেৰণা

বৰপেটা চৰকাৰী উচ্চ ইংৰাজী স্কুলত ছাত্ৰবৃত্তি পৰীক্ষা শেষ হোৱাৰ পাচৰ সপ্তাহতে বৰপেটা ছাত্ৰবৃত্তি স্কুলত প্ৰাইমাৰী স্কুল সমূহৰ বৃত্তিৰ পৰীক্ষা আৰু নৰ্ম্মালিৰ কাৰণে বাচনি পৰীক্ষা একেলগে লোৱাৰ ব্যৱস্থা কৰিছিল। বাচনি পৰীক্ষাৰ পৰীক্ষাৰ্থী আছিল ২৪ জন। তাৰ ভিতৰত বৰপেটা ছাত্ৰবৃত্তি স্কুলৰপৰা পৰীক্ষা দিয়া চাৰিজনো আছিল। পৰীক্ষাৰ ব্যৱস্থাপনাত সেই স্কুলৰ হেড পণ্ডিতজনেই আছিল। পৰীক্ষা হলত দেখিছিলোঁ বৰপেটা ছাত্ৰবৃত্তি স্কুলৰপৰা অহা পৰীক্ষাৰ্থী চাৰিজনক অগা-পিচাকৈ একেলগে বহাৰ ব্যৱস্থা কৰি, আমাৰ বাকীবোৰক হলটোৰ ইমূৰৰপৰা সিমূৰলৈ য'ত-ত'ত মাজে মাজে বহিবলৈ দিয়া হৈছিল। এই ব্যৱস্থা দেখি বাকীবোৰৰ মনত সন্দেহ হৈছিল। যিকি নহওক, আই সৰস্বতীক চিন্তা কৰি পৰীক্ষাত বহিলোঁ।

প্ৰথম দিনাখনেই অঙ্কৰ পৰীক্ষা আছিল। অঙ্ক সহজ আছিল। তথাপি পৰীক্ষা যেতিয়া সহজ বুলি ভবা নাছিলোঁ। কিছু সময় যোৱাৰ পাচত লক্ষ্য কৰিছিলোঁ, বৰপেটা ছাত্ৰবৃত্তি স্কুলৰ হেড পণ্ডিতে মাজে মাজে হলত সোমাই, তেখেতৰ ছাত্ৰ চাৰিজনক কিবা কিবি কৈ যায়। মোৰ চকু থিয় হৈছিল। যদিও একো শুনা নাছিলোঁ অঙ্ক কৈ দিয়া বুলিয়েই মোৰ বদ্ধ ধাৰণা হৈছিল। তেখেত তিনিবাৰমান এনেদৰে অহা যোৱা কৰাৰ পাচত, মই আৰু সহ্য কৰিব নোৱাৰিলোঁ। কোনো পৰিণাম চিন্তা নকৰি ঘপহকৈ উঠি, ওচৰতে থকা পৰিদৰ্শক অনন্ত গোস্বামীদেৱক মাতি, সকলোৱে শুনাকৈ ৬নং অঙ্কটো কৰি দিবলৈ খোলা-খুলিকৈ অনুৰোধ জনালোঁ। তেখেতে বোধহয় মোক উচ্ছৃঙ্খল বা পগলা বুলিয়েই ভাবিছিল। আশ্চৰ্য্য হৈ মোৰ ওচৰলৈ আহি গাত হাত দি কৈছিল—'তুমি জানা নে নাজানা যে পৰীক্ষাত এনে কৰাটো বৰ ডাঙৰ দোষ? তুমি ইমান কম সময়ৰ ভিতৰতে যি পাঁচটা অঙ্ক কৰিলা ৬ নম্বৰটো সেইবোৰতকৈ সহজ। ভালকৈ চোৱা তুমি পাৰিবা।'' মই বিনীত ভাবে কলোঁ—'চাৰ! ক্ষমা কৰিব। বৰপেটা ছাত্ৰবৃত্তি স্কুলৰ হেড পণ্ডিতে তেখেতৰ ছাত্ৰসকলক মাজে মাজে আহি প্ৰশ্নৰ কাকতখন লৈ কিবা-কিবি কৈ যায়।

অনুমান কৰিছোঁ অঙ্কবোৰ শিকাই দিছে। মোক মাথো এটা অঙ্ক আপুনি কৈ দিয়ক। মইটো ছাত্ৰবৃত্তি স্কুল এখনৰ হেডপণ্ডিতৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰোঁ। গতিকে ন্যায়ৰ খাতিৰত মোক মাথো এটা অঙ্ক কৰি দিয়ক।" গোস্বামীদেব হতভম্ব হৈ পৰিছিল। তেখেতে পুনৰায় অঙ্ক কৰিবলৈ কৈ ওলাই গ'ল। অলপ সময়ৰ পাচত ঘূৰি আহি মোক ক'লে "তুমি একো চিন্তা নকৰি তোমাৰ ভাগে পৰীক্ষা দিয়া। হেড পণ্ডিত আৰু ইয়াত নোসোমায়।"

অঙ্ক কেইটা কৰি জ্যামিতিৰ প্ৰশ্নৰ উত্তৰ লিখিবলৈ গৈ দেখোঁ যে, এটা প্ৰশ্ন ছপাত ভুল হৈছে। প্ৰশ্নত থাকিবলগীয়া কখগ কোণৰ ঠাইত হ'ল কগখ। প্ৰশ্নটো ভুল হোৱাত তাত একো প্ৰমাণ কৰিবলগীয়া নাছিল। মই বহুবাৰ বহুধৰণে চালি জাৰি চাই, প্ৰশ্ন ভুল বুলি নিশ্চিত হৈ, আকৌ গোস্বামীদেৱক মাতি, প্ৰশ্নৰ ভুল দেখুৱাই, পৰামৰ্শ খুজিলোঁ। তেখেতে প্ৰশ্নটো পঢ়ি চাই আকৌ পৰীক্ষাৰ পৰিচালক সৰ্ব্বানন্দ দাসদেৱৰ ওচৰলৈ গৈ, আলোচনা কৰি আহি, মই বুজা ভাগে কৰিবলৈ ক'লে। মোৰ খোকোজা নমৰিল। আকৌ সুধিলোঁ—'চাৰ। মইটো কৰিম। কিন্তু পৰীক্ষকে ইমান চিন্তা নকৰি, যদি প্ৰশ্ন কাকতৰ লগত মিল নেদেখি, মোৰটো কাটি দিয়ে। মোক এটা কথা নিশ্চিত কৰি দিয়ক—প্ৰশ্ন কাকতৰ এই ভুলটো আঙুলিয়াই আপোনালোকে লিখিব নে নিলিখে?' তেখেতে ক'লে 'আমাৰ কাম আমি কৰিম, তোমাৰ কাম তুমি কৰা।'

মই সকলো প্ৰশ্নৰ উত্তৰ কৰি, পৰীক্ষা হলৰপৰা ওলাই আহিলোঁ। মই নিশ্চিত হৈছিলোঁ যে, মই অন্ততঃ অন্যান্য পৰীক্ষাৰ্থীতকৈ দহ নম্বৰ বেছি পাম। কাৰণ মোৰ সকলোবোৰ শুদ্ধ হৈছে আৰু বাকীবোৰৰ অন্ততঃ জ্যামিতিৰ প্ৰশ্ন এটা ভুল হৈছে, কিয়নো 'যথা দৃষ্টং তথা লিখিতং' কৰিছিল।

পৰীক্ষাৰ সময়ত পৰিচালক ডেপুটী ইন্সপেক্টৰ সৰ্ব্বানন্দ দাসদেৱক সহায় কৰিবৰ কাৰণে ছাত্ৰবৃত্তি স্কুলৰ আন এজন সহকাৰী শিক্ষক আমাৰ গাৱঁৰে মাধব চন্দ্ৰ শৰ্ম্মাক (মাধব খুৰা) তেখেতৰ কোঠাত বহুৱাই ৰাখিছিল। পৰীক্ষাৰ কাম শেষ হোৱাৰ পাচত তেখেতে মোক লগ ধৰি হাঁহি হাঁহি কৈছিল "তই কি পাগলামী কৰিছিলি অ"? মই ভয় খাই গৈছিলোঁ। তেখেতে আকৌ ক'লে—"তই কিবা-কিবি কৰিছিলি, নহয়? গোস্বামী চাৰক অঙ্ক কৰি দিবলৈ কৈছিলি? ডেপুটী ইনস্পেক্টৰক গোস্বামী চাৰে আহি তোৰ কথাবোৰ কোৱাত তেখেতে মুখ টিপি হাঁহি, 'সেই পগলাটোক বেছি জোকাই নল'ব' বুলি কৈ হেড পণ্ডিতক পৰীক্ষা হললৈ যাবলৈ মনা কৰি দিছিল। জ্যামিতিৰ প্ৰশ্নৰ ভুলৰ কথা তেখেতে নিজেই লিখিছে। তেখেতে গোস্বামী চাৰক কি কৈছিল জান? 'কোনো গণ্ডগোল নকৰি পৰীক্ষা দিবলৈ মই কোৱা বুলি ক'ব।" খুৰাই আৰু ক'লে "তোৰ প্ৰতি ডি. আই.ৰ এই আস্থা আৰু মৰম দেখি মই বৰ আনন্দ পাইছোঁ।" মই পৰীক্ষা হলৰপৰা ওলাই আহোঁতে আনজন পৰিদৰ্শক উত্তম চৌধুৰীদেৱে মোৰ পিঠিত থপৰিয়াই কৈছিল—"ঠিক আছে।"

পৰীক্ষাৰ খবৰ ওলাল। ভগবানৰ কৃপাত প্ৰথম বিভাগত ছাত্ৰবৃত্তি পাচ কৰিলোঁ। বাচনি পৰীক্ষাত বৰপেটা মহকুমাৰপৰা আমি দুজনে, এজন পৰৱৰ্ত্তী কালৰ কবি ৺মেঘ ৰাম পাঠক আৰু আনজন মই, বৃত্তিসহ বাচনিত উঠিলোঁ। যথা সময়ত নাম ভৰ্ত্তিৰ কাৰণে পৰণা আহিল।

## হৰ্ষ-বিষাদৰ দোমোজাত

বহুদিনৰ মূৰত বোধহয় সেই দিনটো মোৰ কাৰণে শুভ দিন আছিল। পেটৰ পিত্তশূলৰ বিষত ভুগি থকাৰ উপৰিও আজি প্ৰায় ৪।৫ দিন দেউতাই জ্বৰত ভুগি আছিল। সেইদিনা

ৰাতিপুৱাও জ্বৰ আছিল। তিনি দিনমানৰপৰা হেৰোৱা দমৰাটো বিচাৰি যাবলৈ দেউতাই মোক পৰামৰ্শ দিছিল। মই খাই-বই ১০।১১ মান বজাত দমৰা বিচাৰি ওলাই গলোঁ। বিচাৰি বিচাৰি আবেলি দমৰাটো পাই, তাক ঘৰমুখে খেদি আনি, আহি গাওঁ পোৱাত, দুজনমান লগৰীয়াই মই বৃত্তি পোৱা বুলি খবৰটো দি, ধেমালি কৰিলে। মোৰ মনলৈ বৰ ধিক্কাৰ আহিল। সিহঁতে মোক ঠাট্টা কৰা বুলি ভাবিছিলোঁ। ভাবিছিলোঁ "দুখীয়া হ'লে প্ৰতিযোগিতা কৰা দোষণীয় নেকি? নে মই কিবা পাপ কৰিছিলোঁ!" বৃত্তি জানিবা নাপালোঁৱেই তাৰ কাৰণে মই কিয় ঠাট্টাৰ পাত্ৰ হ'ব লাগে? মই একো নামাতি চুপ-চাপ ঘৰলৈ আহিলোঁ।

ঘৰ পাই দেখোঁ, আকৌ জ্বৰ উঠি দেউতা পৰি আছে। সেই সময়ত জ্বৰ জোখা যন্ত্ৰৰ কথা আমি নাজানিছিলোঁ। আইয়ে আকৌ এবাৰ গাত হাত দি ক'লে, "জ্বৰো জ্বৰ একেবাৰে আঁখে ফুটা জ্বৰ।' মোক দেখি দেউতাই জ্বৰৰ গাৰেই থৰক-বৰককৈ বিচনাতে বহি, গাৰুৰ তলৰ পৰা কাগজ এখন হাতত লৈ, আইৰ গাত ধৰি নামি আহি, জুহালৰ ওচৰত বহিল আৰু মোৰ ডিঙিত হাতখন থৈ, কাগজখন মোক দিলে। মই তেনে সঁচাকৈয়ে বৃত্তি পালোঁ! ক্ষন্তেকৰ কাৰণে হ'লেও মই পুলকিত হৈ পৰিলোঁ। আই-দেউাতাই ভুৰি ভুৰি ভগবানৰ শলাগ ল'লে। মোৰ প্ৰশংসাবাদেৰে যেন তেওঁলোক উৰুলীকৃত হ'ল। কিন্তু মোক আচৰিত কৰি অলপ পিচতে দেউতাই হুক-হুককৈ কান্দিবলৈ ধৰিলে। বৃত্তিৰ খবৰ অহা পত্ৰখন অনুসৰি ৰেলভাৰা সহ সদ্যহতে নগদ ২৫ টকামান হাতত নল'লে যোৰহাটলৈ যাবই নোৱাৰোঁ। তদুপৰি বিচনা-পাতি, কানি-কাপোৰৰ খৰছ আছেই। সেই সময়ত এই খৰছ দিবপৰা সামৰ্থ্য দেউতাৰ নাছিল। এনে অৱস্থাত দেউতাই কান্দি কান্দি, ভাগ্যত নাই বুলি, পঢ়াৰ কথাটো বাদ দিবলৈকে ক'লে। সিদিনাখন পুতেকে বৃত্তি পোৱা অপাৰ আনন্দই তেওঁক দুৰ্ব্বহ আঘাত দিছিল। তেওঁৰ অন্তৰৰ বেদনা মই উপলব্ধি কৰিছিলোঁ। আই আৰু মই চকুপানী টুকিছিলোঁ। মোক প্ৰথমতে খবৰ দিয়া লগৰীয়া কেইজনেও গধূলি ওলগ জনাবলৈ আমাৰ ঘৰলৈ আহিছিল। তেওঁলোকে দিয়া প্ৰথম খবৰত মোৰ মনত ওপজা হীনমন্যতাৰ কথা সদৰি কৰি, মই তেওঁলোকক ক্ষমা খুজিলোঁ।

## লক্ষ্য ভেদ

ৰাতিৰ ভিতৰতে মই মনটো ডাঠ কৰি পেলালোঁ। পিচদিনাখন দেউতাক শান্ত্বনা দি, বুকুত আশা লৈ, পুৱাৰ ভাগতে পাঠশালা বজাৰলৈ গলোঁ। মোৰ এই কৃতকাৰ্য্যতাত বজাৰৰ আঢ্যৱন্ত সকলে নিশ্চয় মোৰ প্ৰতি সহানুভূতি দেখুৱাব আৰু সহায়ৰ হাত আগবঢ়াই উৎসাহিত কৰিব বুলি মই নিশ্চিত আছিলোঁ। তেখেতসকলে ২।৪ টকাকৈ দিলে, মোৰ হৈ যাব। এই কথাটো কল্পনা কৰি স্বৰ্গ ঢুকি পাইছিলোঁ। মোৰ যেন টকা সংগ্ৰহ হৈয়েই গ'ল! পাঠশালালৈ গৈ মোক চিনিপোৱা বজাৰৰ ২।৩ গৰাকী মুখিয়ালৰ ওচৰ চাপিলোঁ। পাঠশালা এম.ই. স্কুলৰ হেড মাষ্টাৰ শ্ৰদ্ধেয় গৰ্গ শৰ্ম্মাই মোক দেখি উপযাচি পাঁচ টকা দি আশীৰ্ব্বাদ কৰিছিল। বাকীবোৰে প্ৰথমতে মোক দেখুৱাই কাঠ হাঁহি এটা মাৰি, পিচত বৰ চিন্তা কৰা দেখুৱাই ভাবি চাম বুলি কৈ ২।৩ দিনৰ পাচত খবৰ কৰিবলৈ কৈছিল। মোৰ হাতত আছে ৩ দিন। মই হতাশাত উদ্‌ভ্ৰান্ত হৈ, ভগবানক চিন্তা কৰিলোঁ। আৰু কাৰো ওচৰলৈ নগৈ, বজাৰৰ চ'কলৈ আহি, চিন্তামগ্ন হৈ থাকোঁতে পৰমেশ্বৰৰ কৃপাত আকস্মিক ভাবে বৰপেটা বিদ্যাপীঠৰ ১০ম মান শ্ৰেণীত পঢ়া, সম্বন্ধত ভাগিন, মোৰ শ্ৰদ্ধেয় শিক্ষা গুৰু নৰেশ্বৰ শৰ্ম্মাৰ পুত্ৰ, প্ৰমোদ শৰ্ম্মাক (পাচত মুক্তি যোদ্ধা) লগ পালোঁ। মোৰ বিপত্তিৰ কথা শুনি, তেওঁ মোক সেইদিনাই বৰপেটালৈ লৈ গ'ল। বৰপেটা পাই

মই এখন আৰ্জ্জি লিখি লৈ গৈ, মহকুমাধিপতিৰপৰা দুটকা আৰু স্কুল চাব ইন্‌স্পেক্টৰ উত্তম চৌধুৰীৰপৰা আঠ অনা পাইছিলোঁ। পিচদিনাখন মই সেই সময়ত বৰপেটাত থকা বঙালীৰ প্ৰথিতযশা উকীল দুজনমানৰ ওচৰ চপাত বৰ কটু আৰু অপমানজনক কথা শুনিব লগা হৈছিল। তেখেতসকলৰ সেই ব্যৱহাৰ আশীৰ্ব্বাদ বুলি গ্ৰহণ কৰি, মনতে ভগৱানক প্ৰাৰ্থনা কৰি কৈছিলোঁ "হে ভগৱান মোক মানুহ কৰা, মোক পথ দেখুৱাই দিয়া।" আমাৰ বংশৰে উকীল খুৰা, সাহিত্যিক সোণপতি দেৱ শৰ্ম্মাই দুটকা দিছিল। আবেলি প্ৰমোদ স্কুলৰপৰা আহি মোৰ মুখৰপৰা সকলো শুনি, গধূলি তেওঁৰ ডেকা ব্যৱসায়ী বন্ধু মথুৰা দাসৰ (পাচত মথুৰা হিতৈষী) ওচৰলৈ লৈ গৈ উদ্দেশ্যৰ কথা কৈ, সিদিনাখনেই আৱশ্যকীয় টকাখিনি উঠাই দিবলৈ অনুৰোধ কৰিছিল। কিয়নো পিচদিনাখন ৰাতিপুৱাই ঘৰলৈ আহি মই আবেলি যোৰহাটলৈ বুলি গাড়ীত উঠিবই লাগিব। মথুৰা দাসে তেতিয়াই মোক লগত লৈ দোকানবোৰৰপৰা দুটকা, এটকা আঠ অনাকৈ তুলি ২০ টকা সংগ্ৰহ কৰি দিলে। মুঠৰ ওপৰত বৰপেটাত চৌব্বিশ টকা আঠ অনা সংগ্ৰহ হৈছিল। পাঠশালাৰ পৰা পোৱা পাঁচ টকা ধৰি বৰপেটালৈ অহা যোৱা খৰচ বাদ দি সাতাইশ টকা আঠ অনা জেপত লৈ যোৰহাটলৈ যাত্ৰা কৰিলোঁ। সময় মতেই নৰ্ম্মালত ভৰ্ত্তি হলোঁ। প্ৰমোদ শৰ্ম্মা আৰু মথুৰা দাস মোৰ কাৰণে ভগৱানৰ দূত আছিল। তেওঁলোকৰ প্ৰতি আজীৱন কৃতজ্ঞ হৈ থাকিম।

# নতুন জীৱনৰ উন্মেষণ আৰু অভিজ্ঞতা

## নৰ্ম্মাল স্কুলৰ ছাত্ৰাবাসৰ নিয়ম

সেইসময়ৰ নিয়মানুসৰি নৰ্ম্মাল স্কুলৰ ছাত্ৰাবাসৰ ছাত্ৰই নিজে ৰান্ধি-বাঢ়ি খোৱা, নিজৰ থকা কোঠালি, পাকঘৰ, খোৱা বাচন-বৰ্ত্তন নিজে চাফ-চিকুণ কৰি ৰখা, আৱশ্যকীয় খৰি নিজে ফালি লোৱা, কাপোৰ কানি নিজে ধুই লোৱা, মুঠতে সকলো কাম নিজে কৰা বাধ্যতামূলক আছিল। খৰি ফালিবলৈ মানুহ লগোৱা, ধোবাক কাপোৰ দিয়া, ছাত্ৰাবাসৰ বিধি বহিৰ্ভূত আছিল। জাতি ভিত্তিক মেচ কৰি, পাল পাতি, ৰন্ধা বঢ়া কৰি, খোৱাৰ নিয়ম আছিল। মেচবোৰ আছিল যেনে—বামুণ মেচ, দৈৱজ্ঞ মেচ, কলিতা মেচ, কৈৱৰ্ত্ত মেচ, আহোম মেচ, ইত্যাদি। ছাত্ৰাবাসৰ নিয়ম ভঙ্গ কৰিলে বৃত্তি কটা যোৱাৰ ভয় আছিল। প্ৰচলিত নিয়মৰ আধাৰতেই মই বামুণ মেচৰ সভ্য হৈ পৰিছিলোঁ।

নৰ্ম্মালৰ সকলো নিয়ম-নীতি শিক্ষকজনৰ ভৱিষ্যৎ জীৱনৰ কথা চিন্তা কৰি কৰা হৈছিল। ভৱিষ্যত শিক্ষকজনে তেওঁৰ ব্যৱহাৰিক জীৱনত আত্ম-নিৰ্ভৰশীল হৈ, তেওঁৰ নিৰ্দ্দিষ্ট, কম, সীমিত আয়েৰে 'আয় চাই ব্যয় কৰি' জীৱন নিৰ্ব্বাহ কৰিবলৈ অভ্যস্ত কৰাই আছিল নৰ্ম্মাল ছাত্ৰাবাসৰ উক্ত নিয়মবোৰৰ উদ্দেশ্য।

## সোঁতৰ বিপৰীতে

নৰ্ম্মাল স্কুলত তিনিখন 'প্ৰেক্‌টিচিং' স্কুল আছিল। তাৰে ১নং প্ৰেক্‌টিচিং স্কুলৰ হেড পণ্ডিত আছিল জয় ৰাম দাস। তেখেত অবিবাহিত আছিল। জন্মস্থান কামৰূপৰ হাজোত আছিল

হেনোঁ। কিন্তু কোনো দিনে তেখেত ঘৰলৈ যোৱা বা ঘৰৰ কোনোবা মানুহ অহা, আমি দেখা নাছিলোঁ। তেখেত আছিল এজন সৈন্য বিভাগৰ প্ৰাক্তন কৰ্ম্মী। অৱসৰ লৈ, উক্ত শিক্ষক পদত নিযুক্ত হৈছিল। শিক্ষক হিচাপে আদৰ্শ শিক্ষক আছিল। সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আছিল।

হঠাতে তেখেত টান নৰিয়াত পৰিল। তেখেতৰ আপডালৰ ভাৰ নৰ্ম্মালিৰ ছাত্ৰসকলেই লৈছিল। শুশ্ৰূষাৰ অলপো ত্ৰুটী হোৱা নাছিল। কিন্তু তেখেত আৰু উঠি নবহিল। এদিন পুৱতী নিশা, ১৯৩৩ চনৰ ডিচেম্বৰ মাহৰ কোনোবা এটা দিনত, আমি চাই থাকোঁতেই, তেখেতে ইহলীলা সম্বৰণ কৰিলে। মই ছাত্ৰ সভাৰ (জ্ঞান-দায়িনী সভা) সম্পাদক হিচাপে, ৰাতিপুৱা পোহৰ হ'লত ওলাই গৈ, তেখেতৰ সংকাৰৰ কাৰণে শ্মশানত কৰিবলগীয়া সকলো ব্যৱস্থা কৰি, ৰাতিপুৱা ৮ মান বজাত মিঠা পুখুৰীৰ পাৰত থকা জয়ৰাম দাসৰ ভাড়া ঘৰলৈ ঘূৰি আহিছিলোঁ। নৰ্ম্মাল স্কুলৰ সকলো শিক্ষক-ছাত্ৰ জুম পাতি থকা দেখি ভাল লাগিছিল। মই আহি পোৱাৰ অলপ পাচতে মোৰ চাৰ, পৰম পূজনীয় হৰি নাৰায়ণ দত্ত বৰুৱাই অতিষ্ঠ হোৱাদি আহি মোক ক'লে, "দ্বিজেশ! শটো নিয়াৰ ব্যৱস্থা কৰিবা নে নকৰা? মই চাৰক কলোঁ—"চাৰ! সকলো বন্দোবস্ত কৰি আহিছোঁ। এতিয়া শটো লৈ গ'লেই হ'ল। মৰাশ নিয়াত বাধা কি?" ছাৰে ক'লে—"বুজিছা দ্বিজেশ! জয় ৰাম দাস 'দাস'। ধৰিলোৱা হৈছে, তেওঁ অনুসূচিত সম্প্ৰদায়ৰ মানুহ। গতিকে এই মৰাশ চুলে জাত যাব। সেয়ে মৰাশ চুবলৈ কোনো ইচ্ছুক নহয়।" মই কলোঁ—'আমাৰ ইয়াতো বহুতো অনুসূচিত জাতিৰ ছাত্ৰ আছে।' চাৰে পুনৰায় ক'লে, "থাকিলে কি হ'ব? জয়ৰাম নামনি অসমৰ বুলি জনাজাত। গতিকে তেওঁৰ আঁতি-গুৰি একো নজনাকৈ, আন ঠাইৰ অনুসূচিত জাতিৰ ছাত্ৰই মৰাশ চুলে পাপ হ'ব।" ইয়াৰ অৰ্থ এয়েই যে, জয় ৰাম দাস এতিয়া কাৰো নহয়, তেওঁ আমাৰ লগৰীয়া শিক্ষকো নহয়—কোনো সমাজৰ নহয়—অস্পৃশ্য। মই বৰ ভাব-প্ৰবণ হৈ পৰিছিলোঁ। অকণো চিন্তা নকৰাকৈয়ে কৈ পেলালোঁ—"চাৰ। কোনো চিন্তা নকৰিব। কোনোৱে নিনিলে মই অকলে ৰচি লগাই চোঁচোৰাই লৈ যাম। আমাৰ ছাত্ৰসকলে, তথা সমাজে, পৰম তৃপ্তি লাভ কৰিব।" এই বুলি কৈয়েই 'কোনে মৰাশ ল'বা আহাহঁক' বুলি কৈ মৰাশৰ গাত হাত দি ঢাকি থোৱা কাপোৰখন অলপ আঁতৰাই দিলোঁ। তেতিয়া আৰু তিনিজন ল'ৰা আগবাঢ়ি আহিল। এজন মঙ্গলদৈৰ (চিপাঝাৰ) ৰাউমল নাথ, এজন গুৱালকুচিৰ গৰ্গ ৰাম দাস (ধুবি) আৰু এজন গোৱালপাৰাৰ মাধৱ নাৰায়ণ দেব (ৰাজবংশী)। আমি চাৰিজনে নিৰ্ব্বিবাদে মৰাশ লৈ গৈছিলোঁ। অৱশ্যে শ্মশানলৈ ছাত্ৰ-শিক্ষক সকলো গৈছিল।

## বিচাৰৰ সন্মুখীন

দাহনৰ কাম অতি সুচাৰুৰূপে সমাপন কৰি, গা-পা ধুই, দিনৰ দুইমান বজাত মোৰ কোঠালিত সোমাইছোঁহে, মোৰ সহপাঠী পদ্ম শৰ্ম্মাই আহি মোক সভয়ে ক'লে, "আপোনাৰ ভাত মই আপোনাৰ কোঠাতে আনি দিওঁ, মেচলৈ আপুনি যাব নালাগে।" মই কিয় বুলি সোধাত তেওঁ ক'লে, "মৰাশ নিয়া কথাটো লৈ সমগ্ৰ যোৰহাট নগৰতেই তোলপাৰ লাগিছে। বামুণৰ ল'ৰা এটাই অনুসূচিত জাতিৰ মৰাশ পেলালে। বৰ অধৰ্ম্মী ল'ৰা। গতিকে পণ্ডিতৰ ব্যৱস্থা লৈ, প্ৰায়শ্চিত্ত কৰাই, শুচি কৰিব লাগিব।" মই সুধিলোঁ—'মেচৰ সদস্যসকলে মোক মেচলৈ যাবলৈ মানা কৰি, তোমাক ক'বলৈ পাঠাইছেনেকি?' 'নাই পঠোৱা' বুলি কোৱাত মই মেচত সোমাই ভাত খাই আহিলোঁ।

ৰাতি বামুণ মেচৰ খোৱাৰ বেল পৰিল। মই খাবলৈ গৈ দেখোঁ যে, ভাত বঢ়া আছে, কোনোৱে খাবলৈ যোৱা নাই। মোক যেতিয়া তেতিয়ালৈকে কোনোৱে একো কোৱা নাছিল, মই দিনৰ নিচিনাকৈয়ে খাই আহিব পাৰিলোঁহেতেন। মোৰ এজনৰ কাৰণে বাকীবোৰ লঘোনপৰাৰ চিন্তা কৰি, মই আকৌ আহি কমৰ ভিতৰত সোমাই থাকিলোঁ। কন্তেক পিচতে মেচৰ আনসকলে মোক মাতি নি, নানা ধৰণে বুজাই, পিচদিনাখন পণ্ডিতৰপৰা ব্যৱস্থা লৈ, প্ৰয়শ্চিত্ত হৈ হে মেচত সোমাবলৈ পৰামৰ্শ দিলে। মই প্ৰায়শ্চিত্ত হ'বলৈ অস্বীকাৰ কৰি ক'লোঁ—"আপোনালোকে জানে যে, মই এজন স্কাউট। আজি মই মোৰ কৰ্ত্তব্য পালন কৰিছোঁ। তদুপৰি মোৰ গুৰু, স্কাউট মাষ্টাৰ পূজনীয় কামিনী শৰ্ম্মা এতিয়া পাচমাৰিত আছে। তেখেত ঘূৰি অহাৰ পাচত, তেখেতক সুধিম। তেখেতেও যদি প্ৰায়শ্চিত্ত হ'ব লাগে বুলি কয়, তেতিয়া মই স্কাউট আৰু হিন্দু ধৰ্ম্মৰ বিষয়ে চিন্তা কৰিম। মই জনাত, হিন্দু ধৰ্ম্ম সম্পূৰ্ণ মানবীয় ধৰ্ম্ম। মোৰ বিশ্বাস, হিন্দু ধৰ্ম্ম ইমান সংকীৰ্ণ হোৱা হ'লে, হাজাৰ হাজাৰ বছৰ ধৰি অবৰ্ণনীয় ঘাট-প্ৰতিঘাটৰ মাজতো, ইমান দিনে হিন্দু ধৰ্ম্ম বৰ্ত্তি নাথাকিলহেতেন। আৰু, যদি সঁচাকৈয়ে সংকীৰ্ণ বুলি প্ৰতীয়মান হয়, তেতিয়াহ'লে মই চিন্তা কৰিম, প্ৰায়শ্চিত্ত হৈ আপোনালোকৰ লগ লাগিম নে, ধৰ্ম্মকেই বাদ দিম। মই জানোঁ যে, পাপৰ কাৰণেহে প্ৰায়শ্চিত্তৰ বিধান। আজি মই এই কামটো কৰি পুণ্যৰ কাম কৰিছোঁ। এতিয়া প্ৰায়শ্চিত্ত হৈ, মই পাপ নকৰোঁ।" এই বুলি কৈয়েই মই তাৰ পৰা ওলাই আহি, ৰাতিটো সুদা পেটে শুই থাকিলোঁ। পিচদিনাখন মেচৰ অন্যান্যসকলে পণ্ডিতৰ ব্যৱস্থা লৈ, ৰন্ধা ভাত-আঞ্জা পেলাই দি, চৰু-হাড়ী ধুই, শুচি হৈছিল। এক কথাত, মই সমাজচ্যুত হ'লোঁ। দুপৰীয়াৰ সাজ হোটেলত খালোঁ। মন কৰিবলগীয়া কথা আছিল যে, বামুণ মেচৰ কথাই নাই, অন্যান্য মেচৰ ছাত্ৰসকলেও, আনকি অনুসূচিত জাতিৰ ছাত্ৰসকলেও, এই কামৰ কোনো প্ৰতিবাদ কৰা নাছিল বা কোনো এজন ছাত্ৰ আহি, মোৰ প্ৰতি কোনো সহানুভূতি প্ৰকাশ কৰা নাছিল।

## শোক-সভা আৰু শিক্ষাগুৰু সকলৰ উদগনি আশীৰ্ব্বাদ

পিচদিনা দুপৰীয়া নৰ্ম্মাল স্কুলৰ সমূহ শিক্ষক-ছাত্ৰ মিলি কৰা শোক সভাত চুপাৰিণ্টেণ্ডেণ্ট পূজনীয় ঘণকান্ত বৰুৱাই জয়ৰাম দাসৰ গুণাৱলী কৈ, শোক প্ৰকাশ কৰাৰ লগতে মোক প্ৰশংসা কৰি, উৎসাহিত কৰিছিল। মোক উদ্দেশ্য কৰি কৈছিল, "দ্বিজেশ! মই তোমাক আশীৰ্ব্বাদ দিছোঁ। তুমি কালি নৰ্ম্মাল স্কুলৰ, তথা যোৰহাটৰ সমাজৰ নাক ৰাখিলা। নহ'লে বাহিৰৰ ৰাইজে আমাৰ ওপৰত থু পেলালেহেতেন। সমাজ সংস্কাৰৰ পথত তোমাৰ নিচিনা এজন সাধাৰণ ছাত্ৰই কালি দেখুৱা নৈতিক সাহসৰ কাৰণে আমি গৌৰৱান্বিত। তোমাৰ কৰ্ত্তব্য-বোধ, সৎ-সাহস আৰু অদমনীয় নীতিপৰায়ণতাৰ ওচৰত মই মূৰ দোৱাইছোঁ। আমি কাকো তোমাৰ লগত খাবলৈ বাধ্য কৰিব নোৱাৰোঁ। সেয়ে, ছাত্ৰাবাসৰ বেমাৰী ৰখা কোঠা দুটা (Sick Room) মই ধোৱাই, চূণ-তেল দিয়াই ঠিক কৰি দিছোঁ। আজিৰপৰা সেই ঘৰটো তোমাৰ। তাত তোমাৰ অসুবিধা নমৰালৈকে কোনো বেমাৰী ৰখা নহ'ব। মনত ৰাখিবা, তুমি শ্ৰেণীৰ প্ৰথম ল'ৰা—প্ৰথম হৈ থাকিব লাগিব।" পূজনীয় হৰি নাৰায়ণ দত্ত বৰুৱা চাৰে কৈছিল, "মোৰ ষ্টোভটো তোমাক দিম। তুমি নিজে ৰান্ধি খাবলগীয়া হৈ থকালৈকে ষ্টোভটো তোমাৰ বুলি ধৰি ল'বা। ডেপুটী চুপাৰিণ্টেণ্ডেণ্ট, তথা ছাত্ৰাবাসৰ চুপাৰিণ্টেণ্ডেণ্ট শিক্ষা গুৰু মুক্তা ৰাম কাঠ বৰুৱাই বৰ উৎসাহিত কৰি, মোক সাহস দি কৈছিল,—"এতিয়া সকলো কথা বাদ দি, পঢ়াত মন দিয়া। তুমি কিন্তু প্ৰথম স্থান ৰাখিব নোৱাৰিলে মই বৰ দুখ পাম।" পূজনীয় শিক্ষক আৰু

জ্ঞানদায়িনী সভাৰ (ছাত্ৰসভা) সভাপতি গোলাপ বৰুৱাই মোৰ মূৰত হাত দি ক'লে, ''তোমাৰ এই সৎ সাহস ভগৱানে সদায় অটুত ৰাখক।'' মই তেখেত সকলক ভৰি চুই সেৱা জনালোঁ।

## সম্বৰ্দ্ধনা—'গাৰ্ড অৱ অনাৰ'

সিদিনা আবেলি যোৰহাট চৰকাৰী হাইস্কুলৰ স্বনামধন্য প্ৰধান শিক্ষক আৰু তেতিয়াৰ শিৱসাগৰ জিলাৰ স্কাউট কমিচনাৰ, ৰাইজৰ পৰম শ্ৰদ্ধাভাজন 'জহিৰুল হেডমাষ্টাৰ' আমাৰ ছাত্ৰাবাসলৈ আহি, মোৰ আঁতি-গুৰি লৈ গ'ল। সিদিনাখন আবেলিৰপৰা চৰকাৰী হাইস্কুলৰ খেল পথাৰত আৰম্ভ হোৱা শিৱসাগৰ জিলাৰ 'স্কাউট ৰেলি'ৰ আৰম্ভণিতে সকলো স্কাউটে স্কাউটৰ কায়দাত মোক 'গাৰ্ড অৱ অনাৰ' দিছিল। তাত জহিৰুল হেডমাষ্টাৰ চাৰে আৰু এচিষ্টেণ্ট স্কাউট কমিচনাৰ শচী চন্দ্ৰ বৰবৰুৱা চাৰে মোক শলাগি কেইষাৰমান কৈছিল। অসম উপত্যকাৰ স্কুল সমূহৰ পৰিদৰ্শক আৰু অসমৰ স্কাউট কমিচনাৰ, মোৰ পিতৃ স্থানীয়, শৰৎ চন্দ্ৰ গোস্বামীয়ে বাহিৰৰপৰা আহি, যোৰহাট পোৱাৰ পাচত মোক মতাই নি, বহুতো সদুপদেশ দিছিল। মই কৰা কামটোৱে যে ইমান গুৰুত্ব লাভ কৰিব, মই সপোনতো ভবা নাছিলোঁ।

## অসম ছাত্ৰ সন্মিলনৰ শুভেচ্ছা জ্ঞাপন

কেইদিনমানৰ পাচতে ঢাকা বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুৰব্বী অধ্যাপক ড০ মইডুল ইচলাম বৰাৰ সভাপতিত্বত অসম ছাত্ৰ সন্মিলনৰ বছেৰেকীয়া অধিবেশন যোৰহাটত বহিছিল। তেতিয়া অসম ছাত্ৰ সন্মিলনৰ সম্পাদক আছিল সতীশ চন্দ্ৰ কাকতিদেৱ। এই সন্মিলনৰ মুকলি অধিবেশনতো মই প্ৰশংসিত হৈছিলোঁ। বাহিৰৰ কিছুমান ব্যক্তিৰপৰাও প্ৰশংসা-সূচক তাঁৰ বাৰ্ত্তা আৰু চিঠি পাইছিলোঁ। তাৰ ভিতৰত সু-সাহিত্যিক শিক্ষক, শ্ৰীৰাম চন্দ্ৰ দাসৰ চিঠিখন বৰ মৰ্ম্মস্পৰ্শী আছিল।

## অসম ছাত্ৰ সন্মিলনৰ যোৰহাট অধিবেশন

আইন কলেজৰ ছাত্ৰ কামাখ্যা বৰঠাকুৰ আৰু ঢাকা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ গোপাল শৰ্ম্মা বৰুৱাই যুটীয়াভাবে চন্দ্ৰ কান্ত সন্দিকৈ হলত যোৰহাটৰ সকলো স্কুলৰে ছাত্ৰ সভাবোৰৰ সম্পাদক সকলৰ সভা এখন আহ্বান কৰিছিল। উদ্দেশ্য আছিল, অসম ছাত্ৰ সন্মিলনৰ যোৰহাট অধিবেশনৰ কাৰণে এখন অভ্যৰ্থনা সমিতি গঠন কৰা। এই সভাত মইয়েই সভাপতিত্ব কৰিছিলোঁ। সেই সভাতেই কামাখ্যা বৰঠাকুৰক সভাপতি, গোপাল শৰ্ম্মা বৰুৱাক সম্পাদক, প্ৰভাত শ্ৰুতিকৰক খাদ্য সচিব, মোক সহকাৰী খাদ্য সচিব আৰু প্ৰতিনিধি শিবিৰৰ দায়িত্বত ৰাখি, অভ্যৰ্থনা সমিতি গঠন কৰা হৈছিল। গণেশ ফুকন হিচাপ পৰীক্ষক নিৰ্ব্বাচিত হৈছিল। বাকীবোৰ পাহৰিলোঁ। ঢাকা বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুৰব্বী ড০ মইডুল ইচলাম বৰাক মুকলি অধিবেশনৰ সভাপতি হিচাপে অনা হৈছিল। তেখেত আছিল শিৱসাগৰৰ মানুহ। সভাপতিৰ অভিভাষণখন বেচ তথ্য গধুৰ আৰু ছাত্ৰসকলৰ শৈক্ষিক দিশ বিকাশৰ সহায়ক আছিল। মুকলি সভাত সতীশ কাকতি, ডিগম্বৰ কলিতা, গণেশ ফুকন, কামাখ্যা বৰঠাকুৰ আৰু গোপাল শৰ্ম্মা বৰুৱাই প্ৰধান ভূমিকা লৈছিল। প্ৰভাত শ্ৰুতিকৰ, যোৰহাট চৰকাৰী হাইস্কুলৰ ছাত্ৰ জীৱন গোস্বামী আৰু মই মাজে মাজে উক মাৰিছিলোঁ।

## মোৰ প্ৰায়শ্চিত্ত

সেই বছৰৰে গৰমৰ বন্ধত আমি সকলো ঘৰলৈ বুলি যাত্ৰা কৰিলোঁ। ডিমাপুৰৰপৰা (মনিপুৰ ৰ'ড) ৰেলগাড়ী নোযোৱা হ'ল। নগাওঁ জিলাত নাভূত-নাশ্ৰুত বানপানী। গোটেই জিলাখনতে মাজে মাজে ৰেল লাইন উটুৱাই নিছে। টেলিগ্ৰাম-টেলিফোনৰ লাইনবোৰ তাৰ সহ বাগৰি পৰি, নাইকিয়া হৈছে। চাৰিঘণ্টামান ডিমাপুৰত থকাৰ পাচত আকৌ সেই গাড়ীৰেই সকলো যাত্ৰীকে তিনিচুকীয়া মুখে ওভোটাই পঠাই দিলে। আমি মৰিয়ণি ষ্টেচন মাষ্টাৰৰপৰা গম পালোঁ যে, ৰেল সোনকালে চলাৰ কোনো সম্ভাৱনা নাই, হয়তো এমাহো লাগিব পাৰে।

যোৰহাট পাই আমি সকলোবোৰে যুক্তি কৰি ককিলামুখৰপৰা পাণ্ডুলৈকে জাহাজেৰে যোৱাটোকে সিদ্ধান্ত কৰিলোঁ। কিন্তু জাহাজৰ টিকেট কিনিবলৈ কাৰো হাতত টকা নাছিল। ৰেলৰ ৰিটাৰ্ণ টিকেট কিনা পইচা ঘূৰাই পাবলৈকো সময় লাগিব বুলি ৰেল কৰ্তৃপক্ষই কৈছিল। হিচাপ কৰি চালোঁ, জাহাজেৰে যাবলগীয়া নগাওঁ, কামৰূপ আৰু গোৱালপাৰাৰ ল'ৰাবোৰৰ কাৰণে অহা যোৱা জাহাজ ভাড়া ৯১২ টকা লাগে। ক'ত পোৱা যায়? একো উপায় নেদেখি আৰু দুজনমানক লগত লৈ চুপাৰিণ্টেণ্ডেণ্ট বৰুৱা চাৰৰ ওচৰলৈ গৈ, আমাৰ বিপদৰ কথা কৈ, ধাৰ খুজিলোঁ, বন্ধৰ পাচত আমাৰ বৃত্তিৰ টকাৰপৰা কাটি ল'বলৈকো কলোঁ। চাৰে বৰ গহিনাই মোক সুধিলে 'কোকিলামুখৰ পৰা পাণ্ডুলৈ এটা ল'ৰাৰ অহা-যোৱা ভাড়া কিমান? মই ১৫ নে ১৬ টকা কিবা এটা কলোঁ। চাৰে কলে 'ঠিক আছে তোমাৰ জাহাজ ভাড়া আৰু পাণ্ডুৰপৰা সিপিনে আৱশ্যকীয় ৰেল ভাড়া আৰু বাট খৰচ সহ ২৫ টকা লৈ যোৱা, যেতিয়াই পাৱা তেতিয়াই দিবা। মই চাৰৰপৰা এনেধৰণৰ সমিধান আশা কৰা নাছিলোঁ। বৰ ভয়ে ভয়ে কলোঁ, 'চাৰ। বাকীবোৰে কি কৰিব?' চাৰ গৰজি উঠিল 'তুমি যে যোৱা ছয়মাহ ধৰি সমাজচ্যুত হৈ অকলে আছা, অকলে খাইছা, তাৰ খবৰ কেতিয়াবা কোনোবাজনে কৰিছিল নে? তোমাৰ ভাগে তুমি চলা, তেওঁলোকৰ ভাগে তেওঁলোক চলক।" বৰুৱা চাৰ বৰ কম কথা কোৱা, খুটি টান মানুহ আছিল। তেখেতৰ কথাৰ ওপৰত কথা কবলৈ মোৰ সাহসে কুলোৱা নাছিল। তথাপি আমন জিমনকৈ বৰ বিনীত ভাবে কলোঁ,—'চাৰ! যোৱা কথা পাহৰি আপুনি সকলোৰে কাৰণে অনুগ্ৰহ কৰি টকাখিনি দিয়ক, নহ'লে মই অকলে যাব নোৱাৰিম। তদুপৰি, আৰু এটা কথা চিন্তা কৰিবলৈ আপোনাক অনুৰোধ কৰোঁ। মোৰ বোধেৰে, ল'ৰাবোৰৰ কামৰ কাৰণে আমাৰ সমাজৰ প্ৰচলিত কুসংস্কাৰহে দায়ী। 'তুমি বৰ দৰদী হৈ পৰিলা। মোৰ ইহঁতৰ প্ৰতি কোনো অনুকম্পা নাই। মই টকা দিম—ইহঁতক নহয়, তোমাকহে দিম। কালিলৈ ৰাতিপুৱাই আহি তুমি টকা লৈ যাবা।" মুখত টান হ'লেও অন্তৰত যে তেখেতৰ সকলোৰে প্ৰতি মৰম আছিল, তাক বুজিছিলোঁ। চাৰৰ এই মত পৰিবৰ্ত্তনত পোৱা তৃপ্তি আজি মই ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ।

মোৰ লগত যোৱা ল'ৰা দুটাই ছাত্ৰাবাসত সকলো কথা ৰাষ্ট্ৰ কৰি দিলে। গধূলি বামুণ মেচৰ ২য় বাৰ্ষিকৰ ল'ৰা কেইজন আহি মোক ভাত ৰান্ধিবলৈ মানা কৰি মেচত তেওঁলোকৰ লগতে খাবলৈ অনুৰোধ কৰিলে। মই সুধিলোঁ— 'আলহি হিচাপে নে মেচৰ এজন সদস্য হিচাপে।' আজিৰপৰা আপুনি আমাৰ মেচৰ এজন জ্যেষ্ঠ সদস্য। আমাক ভুল নুবুজিব। আমি বাহিৰত বৰ লাজ পাইছোঁ। আমাৰ জ্যেষ্ঠ, গোৱা কেইজনমানৰ কাৰণে মনে মনে আছিলোঁ। এতিয়া আৰু তেওঁলোক নাই যেতিয়া কোনো মাতোতা নাই। উল্লেখযোগ্য যে, যোৱা বছৰ ৩য় বাৰ্ষিকত থকা সকলোবোৰ পৰীক্ষা দি গুচি গৈছিল।

মোৰ প্ৰায়শ্চিত্ত হ'ল—জাতত উঠিলোঁ।

## 'খং নামে চণ্ডাল'

৺জয়ৰাম দাসৰ মৃত্যুক লৈ মই পোৱা প্ৰশংসাবাদৰ ৩।৪ মাহ পাচতেই সম্পূৰ্ণ বিপৰীত কাম এটাও মই কৰিছিলোঁ। নৰ্ম্মাল স্কুলৰ ৪ নং প্ৰেক্টিচিং স্কুলৰ শিক্ষক এগৰাকীৰ আঢ়ৈ বছৰীয়া ল'ৰা এটাই গ্ৰহণী ৰোগত ভুগি আছিল। এদিন ৰাতি দহমান বজাত খবৰ আহিল যে, ল'ৰাটোৰ বৰ টান, যোৱা-থোৱা অৱস্থা। ৰাতি পৰ দিয়াৰ কাৰণে নৰ্ম্মালৰ ছাত্ৰাবাসৰ ল'ৰাকেইজনমানৰ আৱশ্যক হৈছে। খবৰটো পাইয়েই মই আৰু ৪জন সহপাঠীক লগত লৈ বেমাৰীৰ ঘৰ পালোঁ। বেমাৰীৰ অৱস্থা সঙ্কটজনক যেন দেখি, ওচৰৰে কবিৰাজ এজনক মাতি নি দেখুৱালোঁ। তেখেতে বেমাৰী চাই ক'লে "ইমান দিনে কোনো চিকিৎসা নকৰালে, এতিয়া শেষ মুহূৰ্ত্তত তোমালোকে মোক আনিছা। মই এতিয়া অসমৰ্থ—তোমালোকে আন ব্যৱস্থা কৰা' বুলি কৈ গুচি গ'ল। তেখেতৰ কথাৰ ভঙ্গীৰ পৰাই বুজিব পাৰিছিলোঁ যে, ল'ৰাটিৰ মৃত্যুলৈ আৰু বেছি সময় নাই। ৰাতি ১২ মান বজাত শেষ নিশ্বাস এৰাৰ আগ মুহূৰ্ত্তত মই থাপ মাৰি ল'ৰাটো লৈ চোতাল পালোঁগৈ। কাৰণ তেতিয়াৰ দিনত প্ৰচলিত নিয়ম অনুসৰি ঘৰৰ ভিতৰত মৃত্যু হ'লে সেই ঘৰটো চিৰদিনৰ কাৰণে অপবিত্ৰ হৈছিল। সেয়ে মৃত্যুৰ আগে আগে বাহিৰলৈ উলিয়াই নিয়াৰ নিয়ম আছিল। মইও নিয়ম ৰক্ষা কৰিছিলোঁ।

ল'ৰাটোৰ মৃত্যুত স্বাভাৱিক ভাবেই পৰিয়ালৰ সকলোটি শোকান্বিত হৈ পৰিছিল। ল'ৰাৰ দেউতাক শিক্ষক গৰাকীয়ে, পুত্ৰ শোকত কুঠাৰ এখন লৈ নিজৰ মূৰতে মাৰিবলৈ লৈছিল। তেখেতৰ ডাঙৰ ল'ৰা কলেজৰ 'আই. এ'ত পঢ়া ছাত্ৰজনেও হুৱাওৱাকৈ কান্দিছিল। বাকী মাক-বায়েক সকলৰ কথাই নাই। যি কি নহওক, বঢ়াই-বুজাই অলপ শান্ত কৰি, এটামান বজাত আমাৰ তিনিজনক এৰি, আমি দুজন শৱ সৎকাৰৰ কাৰণে আৰু কেইজনমান বিচাৰি ছাত্ৰাবাসলৈ আহিছিলোঁ। ১০।১২ জন সঙ্গী লৈ দুটামান বজাত ঘূৰি গৈ দেখোঁ যে, চোতালত মৰাশটো আগত লৈ মাকে কান্দি আছে আৰু আমাৰ ছাত্ৰ তিনিজন মাকৰ ওচৰত বহি আছে। বাকী ঘৰৰ সকলোটি শোকৰ খুন্দাত টোপনি গৈছে। সেই দৃশ্য দেখিয়েই খণ্ডত মোৰ মূৰৰ টিকনি থিয় হোৱা অৱস্থা হৈছিল। মই তেতিয়াই 'আই. এ.' পঢ়া ছাত্ৰজনক বৰ হুতা মাতেৰে উঠাই দিলোঁ আৰু শ্মশানলৈ যাবলৈ সাজু হ'বলৈ কলোঁ। তেওঁৰ গেৰো-গেঠো অৱস্থা লক্ষ্য কৰি আমাৰ এজনে মৰাশটো ল'বলৈ আগবাঢ়ি যোৱাত মই বাধা দি কলোঁ— "ঘৰৰ মানুহ থাকোঁতে আমি মৰাশ ল'বলৈ অহা নাই, নলওঁ।" কলেজীয়া ককায়েকক কলোঁ—"তুমি মৰাশ ল'লে লোৱা, নহ'লে আমি আৰু ইয়াত বেছি সময় নাথাকোঁ গুচি যাম। পাচত কি কৰা কৰিবা।" তেওঁ গৈ মৰাশ ল'লে আৰু আমি শ্মশান যাত্ৰা কৰি শৱ সৎকাৰ কৰিলোঁ। মোৰ এই অৱস্থান যুক্তিপূৰ্ণ আছিল কিন্তু তাকে কৰিবলৈ যাওঁতে মোৰ যে শালীনতা বোধৰ অভাৱ ঘটিছিল তাক নুই কৰিব নোৱাৰোঁ। হয়তো ভদ্ৰ ভাবে, ভদ্ৰ ভাষাৰেও সেই একে কামকেই কৰিব পৰা গ'লহেতেন। খং মাৰ যোৱাত মোৰ অনুভৱ হৈছিল যে, 'খং নামে চণ্ডাল' কথাষাৰ মোৰ গাতে ৰজিছিল। এই কামৰ কাৰণে ছাত্ৰাবাসৰ ছাত্ৰসকলৰ দ্বাৰা প্ৰশংসিত হৈছিলোঁ কিন্তু বিবেক দংশনৰপৰা মুক্তি পোৱা নাছিলোঁ।

## পূৰবী প্ৰকাশ

একে শ্ৰেণীৰে সহপাঠী বদন চন্দ্ৰ শৰ্ম্মাই কেইটামান গীত ৰচনা কৰি 'পূৰবী' নামৰ গীতৰ

পুথি এখন লিখি উলিয়াইছিল। তেওঁৰ কণ্ঠত এই গীতবোৰে অমিয়া বৰষিছিল। মনতে চিন্তা আহিল, কিতাপখন চপা কৰি লিখকক উৎসাহ দিব পৰা হ'লে—। 'আকাশ কুসুম' কল্পনা। টকা পাম ক'ত? শ্ৰেণীৰ দুই চাৰিজন বন্ধুৰ লগত আলোচনা কৰি নিৰুৎসাহ হলোঁ। মোৰ নিচিনা আৰু এজন আও দুখীয়া ছাত্ৰ আছিল মহৎ চন্দ্ৰ বড়া। মোৰ নিচিনা ক'লে ভুল হ'ব। মোৰ অন্ততঃ আই-দেউতা আছিল। তেওঁ কিন্তু সেইপিনৰ পৰাও নিঠৰুৱা। আমি দুয়ো বৰ বন্ধু আছিলোঁ, অৱস্থাৰ কাৰণে নহয়, একেধৰণৰ মানসিকতাৰ কাৰণে। শ্ৰেণীত সদায় মই প্ৰথম আৰু তেওঁ দ্বিতীয় হৈছিল। তাৰ কাৰণে মোৰ প্ৰতি তেওঁৰ কোনো দিনে ঈৰ্ষা ওপজা নাছিল। বৰং পৰীক্ষাৰ খবৰ ওলালে তেওঁৰেই প্ৰথমে আহি মোক অভিনন্দন জনাইছিল। তেওঁৰ সান্নিধ্যই মোক এক অনাবিল আনন্দ দিছিল। মই তেওঁৰ লগত আলোচনা কৰি, তেওঁৰ সন্মতি লৈ, তেতিয়াৰ যোৰহাটৰ 'এচিয়াটিক' প্ৰেছৰ স্বত্বাধিকাৰী বিপিন বৰুৱাদেৱৰ ওচৰলৈ গৈ, আমাৰ অভিপ্ৰায় বেকত কৰি, তেখেতৰ সহায় খুজিলোঁ। তেখেতে সকলো শুনি, পাতনিখন পঢ়ি, কিতাপখন ছপা কৰি দিয়াৰ প্ৰতিশ্ৰুতি দি ক'লে—"তোমালোকক মই কেনেদৰে ওলগ জনাম? তোমালোকৰ নিচিনা দুখীয়া ছাত্ৰই সহপাঠী এজনৰ কিতাপ এখন ছপা কৰি উলিয়াবলৈ কৰা সাহস আৰু মনৰ প্ৰশস্ততা দেখি মই নিজেই উৎসাহিত হৈছোঁ। এনেদৰে কোনো ছাত্ৰই সহপাঠীৰ কিতাপ ছপা কৰা, তাতে আকৌ তোমালোকৰ নিচিনা দুখীয়া ছাত্ৰই নিজৰ খোৰা খৰছ কমাই, সহপাঠীৰ কিতাপ ছপা কৰিবলৈ লোৱাৰ দৃষ্টান্ত আৰু নাই। কিতাপখন মই যিমান পাৰোঁ কম খৰছত ছপা কৰি দিবলৈ গাত ললোঁ। লাভ নলওঁ। পাৰিলে দহ টকা মান আগধন দিবা। বাকী টকা কিস্তি কৰি এবছৰমানৰ ভিতৰত দিবা। টকা কিমান পৰিব ছপা হোৱাৰ পাচত কম।"

এজন নামী সাহিত্যিকৰ হতুৱাই পাতনি লিখাবলৈ চিন্তা কৰি সাহিত্যিক ডিম্বেশ্বৰ নেওগদেৱৰ ওচৰলৈ দুদিনো গ'লোঁ। তেখেতে আমাক দেখাই নকৰিলে। তাৰ পাচত আমি সু-সাহিত্যিক আৰু লব্ধ প্ৰতিষ্ঠ গায়ক মুক্তি নাথ শৰ্ম্মা বৰদলৈৰ ওচৰ চাপিলোঁ। তেখেতে আমাৰ এই সাধু প্ৰচেষ্টাক উৎসাহিত কৰিলে আৰু পিচদিনাখনেই এখন অতি উচ্চ মানৰ পাতনি লিখি দিলে। বিপিন বৰুৱাই পাতনিখনক ভূয়সী প্ৰশংসা কৰিছিল।

এতিয়া প্ৰশ্ন আহিল টকা দহটাৰ। আমাৰ দুয়োৰো হাতত চাৰি টকা আছিল। বাকী ছয় টকা জোৰা মাৰিবলৈ চিন্তা লাগিল। প্ৰথম বাৰ্ষিকৰ ল'ৰা এটাই তেওঁৰ ঘৰৰপৰা অহা ১৫ টকা মোৰ হাতত জমা থৈছিল। মই ল'ৰাটোৰ অনুমতি লৈ তাৰ পৰা ছয় টকা দি, আমাৰ চাৰিটকাৰে সৈতে মুঠ দহ টকা প্ৰেছক আগধন দি, কিতাপখন ছপা কৰিবলৈ দিলোঁ। এই ছয় টকা ধাৰ আমি দুয়ো আমাৰ খৰছ কমাই তিনি মাহত মাৰিবলৈ সক্ষম হৈছিলোঁ।

পাঁচশ কিতাপ ছপা হৈ ওলাল। প্ৰতিখনৰ মূল্য চাৰি অনা। পইচা পোৱাৰ আশাত স্কুলৰ ল'ৰাবোৰৰ মাজত কিতাপখন বিলাই দিলোঁ। তাগাদা দি মুঠতে ২৩ টকা আদায় পাইছিলোঁ। বাকী কোনোৱে পইচা নিদিলে। পাচলৈ আৰু খুজিবলৈ লাজ লগা হ'ল।

এই ২৩ টকা লগে লগে নি প্ৰেছৰ মালিক বৰুৱাদেৱক দিলোঁ। আগৰ ১০ টকা লৈ মুঠতে ৩৩ টকা আদায় দিয়া হ'ল। বিপিন বৰুৱা বৰ খুচী হ'ল। তেখেতে ক'লে 'খৰছ কমাই মই মাত্ৰ ৪০ টকাৰ বিল কৰি থৈছোঁ। তোমালোকক কিস্তি কৰি এবছৰত টকা দিয়াৰ কথা মই কৈছিলোঁ। কিন্তু দুমাহৰ ভিতৰতে তোমালোকে মোক ৩৩ টকা আদায় দিয়াৰ কাৰণে বাকী ৭ টকা মই তোমালোকক ৰেহাই দিলোঁ। তোমালোকৰ সততাত মই মুগ্ধ হৈছোঁ। কেতিয়াবা আৰু কিবা দৰ্কাৰ হ'লে আহিবা।" আমি দুয়ো তেখেতক প্ৰণাম জনাই ওলাই আহিলোঁ।

## বিনা মেঘে বজ্ৰপাত

তাৰ পাচতেই নৰ্ম্মালৰ শেষ পৰীক্ষা দি আমি সকলো ঘৰাঘৰি গুচি আহিলোঁ। দুমাহৰ পাচত পৰীক্ষাৰ খবৰ ওলাল, মই প্ৰথম আৰু মহৎ বড়া দ্বিতীয়। কিন্তু কালে আৰু আমাৰ দুয়োকো দেখাদেখি হ'বলৈ নিদিলে। কেইমাহ মানৰ পাচতে খবৰ পালো, মহৎ আৰু নাই। মহতৰ মহৎ প্ৰাণ সকলোকে নেওচি অনন্ত ধামলৈ গতি কৰিলে। টপ্ টপ্‌কৈ চকুৰ লোটক সৰি পৰিল।

## নীতি, শালীনতা আৰু ধৃষ্টতা

নৰ্ম্মালি স্কুলৰ ছাত্ৰ সন্থা তথা জ্ঞানদায়িনী সভাৰ এবছৰৰ কাৰণে মই সম্পাদক নিৰ্ব্বাচিত হৈছিলোঁ। নৰ্ম্মাল স্কুলত প্ৰতি বছৰে মহাপুৰুষ শঙ্কৰদেৱ, দামোদৰদেৱ, মাধবদেৱ আৰু হৰিদেবৰ তিথি দিনত সভা পাতি আৰু ৰাতি নাম ধৰি পালন কৰাৰ নিয়ম আছিল। তাল, খোল, হাৰমণিয়ম, তবলা স্কুলৰেই আছিল। সেই বছৰো শঙ্কৰদেৱৰ তিথিত দিনত ধুম ধামেৰে সভা হৈ গ'ল। গধূলিলৈ নাম হ'ব। আবেলি ৮।৯ জনমান ছাত্ৰই গধূলি নামৰ সলনি সংকীৰ্ত্তন গাব বুলি ক'লে। মই ভালদৰে বুজাই কলোঁ যে সংকীৰ্ত্তন অন্য এদিন কৰা হ'ব কিন্তু আজি নহয়। কাৰণ শঙ্কৰদেৱৰ নাম, গীত থাকোঁতে তেৰাৰ তিথিত নাম নাগাই সংকীৰ্ত্তন কৰিলে মানুহে আমাক হাঁহিব। বিশেষকৈ নৰ্ম্মালৰ ছাত্ৰই এইটো বুজিব লাগে। মই সিদিনাখন নাম গাবলৈ অনুৰোধ কৰি তেওঁলোকক বিদায় দিছিলোঁ।

গধূলিলৈ নামৰ প্ৰসাদ-পাতিৰ ব্যৱস্থা কৰি, মই ৰুমত বহি, দিনৰ সভাৰ কাৰ্য্য বিৱৰণী লিখি আছিলোঁ। এনেতে খোলত চাপৰ মাৰি 'হৰিবোল' বুলি সংকীৰ্ত্তন আৰম্ভ কৰা কাণত পৰিল। মই কেতিয়া ৰুমৰপৰা ওলাই গৈ সেইখিনি পাইছিলোঁ ক'ব নোৱাৰোঁ। অন্ততঃ গুৰু কেইজনাৰ তিথিত, বিশেষকৈ শঙ্কৰদেৱৰ তিথিত সংকীৰ্ত্তন নাগাবলৈ পুনৰ অনুৰোধ কৰিছিলোঁ। তেওঁলোকে তাৰ পাচতো 'সংকীৰ্ত্তন গাবই' ভাব প্ৰকাশ কৰাত মই খোল বাদকৰ কোচৰপৰা খোলটো টান মাৰি আনি আঁতৰলৈ দলিয়াই দিলোঁ। তেওঁলোকে খং কৰি থিয় হৈ, নাম বৰ্জ্জন কৰাৰ কথা ঘোষণা কৰিলে। মইও তেওঁলোক থাকিলেহে নাম অপবিত্ৰ হ'ব বুলি কৈ যাবলৈ ক'লোঁ। তেওঁলোকে একো নামাতি সুৰ-সুৰকৈ ওলাই গৈছিল। বাকী সকলো ল'ৰাই মোক সমৰ্থন কৰিছিল আৰু বহু ৰাতিলৈকে নাম গাইছিল।

এইখিনিতে উল্লেখ কৰি থওঁ যে, মই সংকীৰ্ত্তন বিৰোধী নাছিলোঁ। বহুতো সংকীৰ্ত্তনত যোগ দি মই সংকীৰ্ত্তন গাইছিলোঁ। কিন্তু আমাৰ গুৰু কেইজনাৰ তিথিত, বিশেষকৈ শঙ্কৰদেৱৰ তিথিত, তেৰাৰ নাম, গীতক আওকাণ কৰি, অসমীয়া ছাত্ৰই, বিশেষকৈ নৰ্ম্মাল স্কুলৰ ছাত্ৰই সংকীৰ্ত্তন গোৱাটোক মই সহ্য কৰিব পৰা নাছিলোঁ।

পিচদিনাখন আমাৰ ছাত্ৰ সভাৰ (জ্ঞানদায়িনী সভাৰ) সভাপতি, শিক্ষাগুৰু গোলাপ বৰুৱাৰ ওচৰত মই অপমান কৰা বুলি অভিযোগ তুলি, বিচাৰ কামনা কৰিছিল। তেওঁলোকৰ কথা আছিল—সংকীৰ্ত্তন আৰু নাম একে ঈশ্বৰৰ নাম। গতিকে নামৰ সলনি কোনোবাই সংকীৰ্ত্তন গালে একো দোষ নহয়। বৰুৱা চাৰে মোৰ কাৰ্য্যক সমৰ্থন কৰি ওলোটা লাজ দি তেওঁলোকক বিদায় দিছিল।

নীতিৰ ফালৰপৰা মই হয়তো শুদ্ধ আছিলোঁ। কিন্তু জ্ঞানদায়িনী সভাৰ সম্পাদকৰ থাকিবলগীয়া শালীনতাবোধৰ ক্ৰুটী ঘটিছিল। মোৰ এই ধৃষ্টতাৰ কাৰণে দুঃখিত।

## বাণী সম্মিলন আৰু আনন্দ চন্দ্ৰ বৰুৱা

বাণী সম্মিলন আছিল যোৰহাটৰ এটি অতি জনপ্ৰিয় আৰু একমাত্ৰ সাংস্কৃতিক অনুষ্ঠান। মই জনাত বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা, কৰুণাধৰ বৰুৱা, গণেশ গগৈ, দৰ্প শৰ্ম্মা আদি আছিল ইয়াৰ গুৰি ধৰোঁতা। যোৰহাট থিয়েটৰ হলত মাজে সময়ে সাংস্কৃতিক সন্ধিয়া পাতি সমস্ত যোৰহাট সমাজক উজ্জীৱিত কৰি ৰখাৰ লগতে বহুতো ডেকা গাভৰুক গীত, পদ, নৃত্য আদি সুকুমাৰ কলাৰ প্ৰতি আকৰ্ষিত কৰিছিল। বাণী সম্মিলন বুলিলে কলামোদী ৰাইজ পাগল আছিল। কৰুণাধৰ বৰুৱা আছিল ইয়াৰ নীৰব প্ৰাণ কেন্দ্ৰ।

১৯৩৩ চনত উত্তৰ লক্ষীমপুৰত অসম সাহিত্য সভাৰ অধিবেশন বহিছিল। জ্ঞানদাভিৰাম বৰুৱা সভাপতি আছিল। সাহিত্য সভা শেষ কৰি, নিজ নিজ ঘৰলৈ যোৱাৰ পথত এনিশা যোৰহাটত কটাই, বাণী সম্মিলন উপভোগ কৰিবলৈ, সাহিত্যিক সকলক বাণী সম্মিলনে অনুৰোধ কৰিছিল। সময়ত সাহিত্যিক সকল আহি যোৰহাট পাইছিল।

গধূলি যোৰহাট থিয়েটাৰ হলত বাণী সম্মিলন আৰম্ভ হ'ল। সাহিত্যিক সকলে পূৰ্ব্ব নিৰ্দ্দিষ্ট নিজ নিজ আসন গ্ৰহণ কৰিলে। সমস্ত প্ৰেক্ষাগৃহ দৰ্শকেৰে ঠাহ খাই পৰিল। সম্মিলনৰ হৈ আনন্দ চন্দ্ৰ বৰুৱাই আদৰণি জনাবলৈ মঞ্চত থিয় হ'ল। উপস্থিত সাহিত্যিক সকলৰ এজন এজনকৈ প্ৰত্যেকৰে নাম ধৰি, তেখেতে ৰসাল ভাষাত আৰু স্বকীয় ভঙ্গীত, গুণানুকীৰ্ত্তন কৰি দিয়া বক্তৃতাত এটা অচিন্তনীয় আনন্দ-মুখৰ পৰিবেশ সৃষ্টি হৈছিল। প্ৰতিজন সাহিত্যিককে নিজ নিজ বিশেষ গুণ অনুসৰি, একোটাকৈ পুৰস্কাৰ দিয়া হৈছিল।

প্ৰথমতে জ্ঞানদাভিৰাম বৰুৱাক দিয়া হৈছিল জ্ঞানৰ মালা স্বৰূপ নানা ৰঙৰ ফুলৰ মালা এধাৰি, পদ্ম নাথ গোহাঞি বৰুৱাক অবাৰিত গতিত তেখেতৰ লিখনি চলাই থাকিবলৈ পুৰস্কাৰ দিয়া হৈছিল এটা চিয়াঁহীৰ দোৱাত আৰু এটা পাখিৰ কলম, বেণুধৰ শৰ্ম্মাক দিছিল তেখেতৰ প্ৰত্নতত্ত্বৰ টোকা টুকি ৰাখিবৰ কাৰণে এটা সৰু নোট বুকেৰে সৈতে এডাল কাঠ পেঞ্চিল। সদৌ শেষত মহাদেৱৰ গুণ গাই, ত্যাগ আৰু জ্ঞান বৰ্ণনা কৰি, মহাদেৱৰ অঙ্গৰ আভৰণৰ কাৰণে অতিপ্ৰিয় বস্তু ভস্ম স্বৰূপ কিছুমান ফুট ছাই সু-সাহিত্যিক মহাদেৱ শৰ্ম্মাৰ মূৰত ঘঁহি দিছিল। দৰ্শকসকলে গিৰ্জ্জনি মাৰি হাঁহিছিল। শৰ্ম্মা প্ৰথমতে কিছু অপ্ৰস্তুত হৈ পৰিছিল। কিন্তু পৰক্ষণতেই নিজক চম্ভালি, এই ফুট ছাইক মহাদেৱৰ ভস্ম মানি সভক্তিৰে গ্ৰহণ কৰিছিল আৰু তেখেতৰ মূৰত এই ভস্ম সানি দিয়াত নিজকে স্বয়ং মহাদেৱ যেন লাগিছিল বুলি কৈছিল। দৰ্শকে পুনৰ হাঁহিছিল।

এই কামটো মহাদেৱ শৰ্ম্মাৰ প্ৰতি থকা আনন্দ চন্দ্ৰ বৰুৱাৰ অসীম শ্ৰদ্ধাৰ ভাবোচ্ছ্বাস হ'লেও মই নিজে কিন্তু নিম্ন মানৰ ৰুচি বোধৰ পৰিচায়ক বুলি ভাবিছিলোঁ। ফুট ছাই মূৰত নঘঁহি হাতত বা এটা সৰু টেমাত মাননি হিচাপে দিব পাৰিলেহেতেন।

## সাহিত্য ৰত্ন চন্দ্ৰধৰ বৰুৱা

সাহিত্য ৰত্ন চন্দ্ৰধৰ বৰুৱা এগৰাকী আঢ্যৱন্ত, সম্মানিত চাহ খেতিয়ক আৰু অসমীয়া



সাহিত্যৰো সেৱক, বি.এ. জগন্নাথ বৰুৱাৰ জোঁৱায়েক। জগন্নাথ বৰুৱাৰ পুত্ৰ সন্তান নথকাত জীয়েকৰ বৰ নাতি মুৰলীধৰ বৰুৱাক তেওঁৰ উত্তৰাধিকাৰিত্ব অৰ্পণ কৰিছিল। জগন্নাথ বৰুৱাৰ মৃত্যুৰ পাচত তেখেতৰ যোৰহাটস্থ মাটি আৰু বাস গৃহ, যোৰহাটত কলেজ এখন কৰিবৰ কাৰণে মুৰলীধৰ বৰুৱাই দান দিছিল। এইখনেই জগন্নাথ বৰুৱাৰ নামত প্ৰতিষ্ঠিত যোৰহাটৰ প্ৰথম কলেজ 'জগন্নাথ বৰুৱা কলেজ'। তেতিয়াৰেপৰা যোৰহাটত চন্দ্ৰধৰ আৰু মুৰলীধৰ নাম দুটা মানুহৰ বৰ প্ৰিয় হৈ পৰিছিল। চন্দ্ৰধৰ বৰুৱাই সাহিত্য ৰত্ন উপাধি পোৱাৰ উপৰিও অসম সাহিত্য সভাৰ ১৯১৮ চনৰ গোৱালপাৰা অধিবেশনৰ সভাপতি আছিল।

নাম যেনেকৈ আছিল তেনেকৈ সৰ্ব্ব সাধাৰণৰ মাজত চন্দ্ৰধৰ বৰুৱাৰ বিষয়ে নানা ধৰণৰ মুখ ৰোচক গল্পও প্ৰচাৰ হৈছিল। যেনে—তেখেতে হেনো বৰ ভেমত থাকে, সৰ্ব্ব সাধাৰণ মানুহক দেখা নকৰে, তেখেতৰ বিনানুমতিত কোনোৱে পদুলি মুখৰ লোৰ বিৰাট জপনাখন খুলি হাউলীৰ ভিতৰত সোমাব নোৱাৰে। ঘৰৰ বাৰান্দাত ২।৩ টা বিলাতী কুকুৰ বন্ধা থাকে। বিনানুমতিত অচিনাকি লোক সোমালেই কুকুৰ লগাই দিয়ে, ইত্যাদি, ইত্যাদি।

এই কথাবোৰ শুনি পৰীক্ষা কৰি চাবৰ মন গ'ল। এজন সাহিত্যিক মানুহনো এনে হ'ব পাৰেনে? কবি মেঘ ৰাম পাঠক আছিল মোৰ এজন সহপাঠী আৰু অনুগত বন্ধু। তেওঁৰ লগত আলোচনা কৰি এদিন মৰসাহ কৰি, দুয়ো চন্দ্ৰধৰ বৰুৱাৰ বঙলালৈ যাবলৈ সিদ্ধান্ত কৰিলোঁ।

সেইদিনা শনিবাৰ আছিল। স্কুল ছুটী কৰি আবেলি পৰত, ভগবানৰ নাম লৈ, বৰুৱাৰ বঙলালৈ বুলি যাত্ৰা কৰিলোঁ। ঠিকনা নাই,—সাহিত্য ৰত্নকে পাওঁ নে পদুলি মুখৰপৰাই ভিৰাই লৰ মাৰিব লাগে। গৈ দেখিলোঁ, পদুলি মুখৰ তথাকথিত বিৰাট জপনাখন খোলা। ইফালে সিফালে চাই, চুচুক চামাক কৈ হাউলিৰ ভিতৰ সোমালোঁ। ভিতৰত কাকো নেদেখিলোঁ। কুকুৰো চকুত নপৰিল। দুমহলীয়া ঘৰটোৰ তলৰ মহলাৰ সমুখৰ বাৰান্দাত সাধাৰণ ধুতী চোলা পৰিহিত এজন ডেকা মানুহ বেঞ্চ এখনত বহি আছিল। আমি পোনে পোনে তেখেতৰ ওচৰ পালোঁ গৈ। আমাৰ পৰিচয় লৈ, কিয় আহিছোঁ, কি লাগে আদি প্ৰশ্নেৰে প্ৰাৰম্ভিক কথাখিনি জানি লৈ, আমাক চকি দুখনত বহিবলৈ দি, তেখেত ভিতৰলৈ সোমাই গ'ল। অলপ পিচতে ওলাই আহি ক'লে, "তেখেত শুই আছিল, মই মাতি দিছোঁ, অলপ বহা, তেখেত আহিব, মই যাওঁ" বুলি কৈয়েই তেখেত ক'ৰবালৈ গুচি গ'ল। আমি জনা নাছিলোঁ যে, এই জনেই আমি শুনা 'আত্মাভিমানী' মুৰলীধৰ বৰুৱা।

অলপ পিচতেই এজন কাৰ্ত্তিক হেন চেহেৰাৰ, লাহি গাৰ মানুহ ওলাই আহি 'তোমালোক বহু সময় বহিলা, নহয়? বয়স হৈছে—দুপৰীয়া অলপ শোওঁ। মুৰলীয়ে মাতি দি বৰ ভাল কাম কৰিলে। তোমালোক হেনো মোক চাবলৈ আহিছা। তোমালোক মোক অকল চোৱাতেই মই কিন্তু সন্তুষ্ট নহয়। মোক চোৱাৰ বেচ দিব লাগিব। তোমালোকৰ লগত কথা পাতিম, অলপ সময়

ল'ব, বেয়া নাপাবা।' আমি ঘৰিয়ালে শিল গিলি তল যোৱা যেন হ'লোঁ। কি শুনি, কি ভাবি, আহিছিলোঁ আৰু কি দেখিলোঁ।

আমি নৰ্ম্মালৰ ছাত্ৰ বুলি শুনি, বুঢ়াই ভিতৰলৈ গৈ ক খ মানৰ কাৰণে বুলি হাতে লিখা পুথি এখন মোলৈ আগবঢ়াই দি ভালকৈ চাবলৈ কৈ ক'লে, "এই কিতাপখনৰ উচিত সমালোচনা তোমালোকেহে কৰিব পাৰিবা। তোমালোকৰ মনৰ কথা অলপো নুলুকুৱাই নিৰ্ভয়ে ক'বা। পঢ়ি চাই কিবা চকুত পৰিলে বা কোনো শব্দৰ কিবা সলনি কৰিব লাগে বুলি তোমালোকৰ মনে ধৰিলে, বিনা দ্বিধাই মোক ক'বা।" আমি দুয়ো মনোযোগেৰে কিতাপখন পঢ়ি, দুটা বানান ভুল দেখুৱাই আৰু এটা শব্দৰ সলনি আন এটা শব্দ দিয়াৰ কথা ক'লোঁ। তেখেতে তেতিয়াই অভিধান আনি আমি কোৱা বানান শুদ্ধ পালে আৰু আমি দিয়া প্ৰতি শব্দটোও গ্ৰহণ কৰিলে। 'তোমালোক অহাত আজি মোৰ উপকাৰ হ'ল, তৃপ্তি পালোঁ,—বেপাৰত মোৰ লাভ হ'ল। মাজে সময়ে আহিবা।' তেখেতে ভিতৰলৈ উঠি গৈ তেখেতৰ 'মেঘনাদ বধ' কাব্য পুথি দুখন আনি আমাৰ হাতত দি ক'লে, "আজি তোমালোকক দিবলৈ একো নাই, এই কাব্য দুখনকে দিলোঁ—পঢ়িবা।" আমি প্ৰণাম জনাই বিদায় ল'লোঁ।

চন্দ্ৰধৰ বৰুৱাক পৰীক্ষা কৰিবলৈ গৈ তেখেতৰ অমায়িক ব্যৱহাৰ আৰু অকপট, সৰল, শালিন ব্যৱহাৰত আমি মুগ্ধ হৈছিলোঁ, বহুতো শিকিছিলোঁ—বেপাৰত আমাৰহে বেছি লাভ হৈছিল। ছাত্ৰাবাসলৈ আহি, তেখেতৰ গুণ বখানিছিলোঁ। আমি নোযোৱাহেতেন তেখেতৰ বিষয়ে কল্পিত উৰা বাতৰিবোৰে আমাৰ মনত ক্ৰিয়া কৰি থাকিলহেতেন।

## গদাধৰ ঠাকুৰীয়াৰ মিষ্টান্ন ভাণ্ডাৰ

সেই সময়ৰ যোৰহাটত সমগ্ৰ যোৰহাটবাসীৰ প্ৰিয়, প্ৰথমশ্ৰেণীৰ একমাত্ৰ মিঠাইৰ দোকান আছিল গদাধৰ ঠাকুৰীয়াৰ "যোৰহাট মিষ্টান্ন ভাণ্ডাৰ"।



গদা ঠাকুৰীয়া মানুহজন লিখা পঢ়া জনা মানুহ নাছিল। নলবাৰীৰ কোনোবা এখন গাৱঁৰপৰা পেটৰ ভাত বিচাৰি যোৰহাট পাইছিলহি আৰু যোৰহাটৰ কোনোবা এগৰাকী (হেমেন বৰুৱা বুলি শুনিছিলোঁ) চাহ খেতিয়কৰ ঘৰত বান্ধনি সোমাইছিল। গদা ঠাকুৰীয়াই নিজৰ কৰ্ত্তব্যনিষ্ঠা, সততা আৰু ব্যৱহাৰৰ গুণত বৰুৱা পৰিয়ালৰ পৰা ককাই-ভাইৰ মৰম পাইছিল বুলি শুনিছিলোঁ। ঠাকুৰীয়াক বৰুৱাৰ মাকে হেনো পুতেকৰ নিচিনা ব্যৱহাৰ কৰিছিল। কিছু বছৰ বান্ধনি চাকৰি কৰাৰ পাচত, ঠাকুৰীয়াই মালিকৰ, বিশেষকৈ ধৰ্ম্ম-মাতৃৰ আশীৰ্ব্বাদ লৈ, নিজাকৈ যোৰহাট নগৰৰ চ'ক বজাৰতে চাহ মিঠাইৰ দোকান এখন দিছিল। ঠাকুৰীয়াৰ এই কামত বৰুৱা পৰিয়াল হেনো বৰ আনন্দিত হৈছিল আৰু দোকানৰ কাৰণে আৱশ্যকীয় টকা-পইচাৰ যেগান ধৰি, উৎসাহ দিছিল। অলপ দিনৰ ভিতৰতে 'যোৰহাট মিষ্টান্ন ভাণ্ডাৰ'খন অকল যোৰহাট নগৰৰ সৰ্ব্ব-শ্ৰেষ্ঠ মিঠাইৰ দোকান হোৱাই নহয়, স্বভাৱতে মিষ্টভাষী গদা ঠাকুৰীয়া নিজেও নিজৰ সদালাপ, ভদ্ৰোচিত ব্যৱহাৰ আৰু নিজৰ বিশ্বাসযোগ্যতাৰ দ্বাৰা

যোৰহাট নগৰৰ এজন বিশিষ্ট ব্যক্তি হৈ পৰিছিল। বিবিধ ব্যৱসায়ৰ অধিকাৰী হৈ, এজন গণ্য-মান্য, আগশাৰীৰ ব্যৱসায়ীৰূপে পৰিগণিত হৈছিল। নিজৰ উপাৰ্জ্জনেৰেই যোৰহাট নগৰত মাটি-ঘৰ কৰি, গজ-গজীয়া হৈ পৰিছিল। গদা ঠাকুৰীয়া গুচি গদা মহাজন হৈছিল। তেওঁৰ বৰবোবাৰী মহেন্দ্ৰ চৌধুৰীৰ ছোৱালী আছিল। অৱস্থাৰ এই পৰিবৰ্ত্তনৰ পাচতো গদা ঠাকুৰীয়াই নিজৰ অতীতক কেতিয়াও পাহৰা নাছিল আৰু মানুহৰ আগত প্ৰকাশ কৰিবলৈকো অলপো সংকোচ বোধ কৰা নাছিল। ই তেওঁৰ সৰল আৰু বহল মনৰ পৰিচয় দিছিল।

নৰ্ম্মাল তৃতীয় বাৰ্ষিকৰ বহুতো ছাত্ৰই নানা কাৰণত বছৰৰ শেষৰ ফালে, মাজে সময়ে গদা মহাজনৰ মিষ্টান্ন ভাণ্ডাৰত চাহ খাইছিল। মইও খাইছিলোঁ। মিঠাইৰ লোভো নথকা নহয়। কেতিয়াবা নগদ দিছিলোঁ, কেতিয়াবা বাকী খাইছিলোঁ। পৰীক্ষা দি উঠি ঘৰলৈ যোৱাৰ সময়ত মোৰ বাকী হৈছিল সাত টকা চাৰি অনা। মই আগদিনাখন দোকানলৈ গৈ, গদা মহাজনক লগ ধৰি, বাকী আদায় দিব নোৱাৰাৰ কাৰণে দুখ প্ৰকাশ কৰি, পাচত ঘৰলৈ গৈ পথিয়াই দিম বুলি কলোঁ। মহাজনে মুখ টিপি হাঁহি ক'লে 'দিবা। নাপাহৰিবা।' তেওঁৰ কথা কোৱাৰ ভঙ্গীত বুজিছিলোঁ, এই টকা আৰু নাপাব বুলিয়েই ধৰি লৈছিল। মই ধাৰৰ কথা কেতিয়াও পাহৰা নাছিলোঁ যদিও কথা দিয়ামতে টকা পথাব নোৱাৰি, মনতে বৰ লাজ পাই আছিলোঁ। যি কি নহওক ডিগবৈত চাকৰি কৰাৰ ২/৩ বছৰৰ পাচত, কিবা এটা কথাত দত্তবৰুৱা চাৰক দেখা কৰিবলৈ যোৰহাটলৈ যাওঁতে গদা মহাজনক দোকানতে লগ ধৰি, পৰিচয় দি, তেওঁক মোৰ বাকীৰ কথা সোঁৱৰাই দি, সাত টকা চাৰি অনা পইচা ধাৰ সুজিছিলোঁ। মহাজনে মোক গবা মাৰি ধৰিছিল আৰু উৎকৃষ্ট মিঠাইৰে আলহী সুধিছিল। ইয়াৰ পাচত মনটো ফৰকাল হৈ পৰিছিল।

## আভিজাত্যৰ স্বৰূপ



হৰিনাৰায়ণ দত্ত বৰুৱা চাৰৰ জ্বৰ হৈছিল। ৩/৪ দিন বিচনাত পৰি থকাৰ পাচত চিকিৎসক কবিৰাজজনে কেঁচা আমলখি খাবলৈ ক'লে। মোৰ সহপাঠী কবি মেঘ ৰাম পাঠক আৰু মই আমলখি বিচাৰি গলোঁ। কোনোবাই কোৱা শুনিছিলোঁ, তৰাজানত পণ্ডিত বাচস্পতি ৰাধা নাথ ফুকন দেবৰ ঘৰৰ ওচৰতে, কে. কে. বৰুৱাৰ বাৰীত আমলখি লাগি আছে। কে. কে. বৰুৱাৰ নাম শুনি প্ৰথমতে যাবলৈ অলপ খেৰো গেৰো কৰিছিলোঁ। তেখেত এজন চাহ খেতিয়ক। শুনিছিলোঁ মানুহজন হেনো নৈষ্টিক আছিল। কিন্তু সৰ্ব্ব সাধাৰণ মানুহৰপৰা আঁতৰত, চাহাবী ধৰণে থাকি ভাল পাইছিল। আমি ব্যক্তিগতভাবে তেখেতৰ বিষয়ে একো নাজানিছিলোঁ। নিতৌ ৰাতিপুৱা ৯ বজাৰ সময়ত, বগা কোট পেন্ট পিন্ধি, ডিঙিত টাই লগাই, হাতত লাঠি এডাল লৈ, এজন চাহাবৰ চেহেৰাৰ ধুনীয়া বয়সস্থ মানুহ,

ডেকা মানুহৰ নিচিনাকৈ, নৰ্ম্মাল স্কুলৰ ছাত্ৰাবাসৰ গাতে লাগি থকা খেল পথাৰৰ কাষেৰে যোৱা, মিঠা পুখুৰী পাৰৰ ৰাস্তাটোৰে, ইফালে সিফালে নোচোৱাকৈ, একেটা গতিত খোজ কাঢ়ি যোৱা আমি সদায় দেখিছিলোঁ। সেই গৰাকীয়েই কে. কে. বৰুৱা বুলি শুনিছিলোঁ। তেখেত ইমান নিয়মীয়া আছিল যে, তেখেতক দেখিলেই আমি ঘড়ী নোচোৱাকৈ ৯ বাজিল বুলি ঠিৰাং কৰিছিলোঁ। তেখেতৰ লগত আমাৰ পৰিচয় ইমানেই আছিল।

আমলখি আনিবই লাগিব। গতিকে বৰ সাহসেৰে পাঠক আৰু মই বৰুৱাৰ ঘৰ বিচাৰি গলোঁ। গৈয়েই দেখিলোঁ তেখেতৰ বাৰীৰ সমুখৰ ঢাপতেই, ৰাজহুৱা আলিবাটৰ কাষতে, আমলখি এজোপা লাগি আছে। জপনা খুলি ভিতৰলৈ সোমাবলৈ সাহসে নুকুলালে। সেয়ে, দুয়ো ইফাল সিফাল চাই, আমলখি গছলৈ দলিয়াব ধৰিলোঁ। ৩/৪ টা মান আমলখি তলত পৰিল। বুটলিব খোজোঁতেই এজন মানুহ আহি আমাক ভিতৰলৈ মাতিছে বুলি ক'লে। চোৰ ধৰা পৰিলোঁ। ভয়ত 'বেঙে-মুতা গৰু' যেন হৈ পৰিছিলোঁ। কথাষাৰ বাহিৰত ওলালে মানুহক মুখ দেখুৱাম কেনেকৈ? তাতে আকৌ নৰ্ম্মাল স্কুলৰ ছাত্ৰ—আধা শিক্ষক। ভয়ে ভয়ে সোমাই গ'লোঁ। বঙলাটোৰ পোৰ্টিকটোৰ ওচৰ পোৱাৰ লগে লগে, এগৰাকী সুন্দৰী, তেজস্বী বুঢ়ী মানুহ কপালত পাটি পইচাটোৰ সমান ডাঙৰ সেন্দুৰৰ ফোট এটাৰে ওলাই আহি, আমাৰ পৰিচয় লৈ, বহিবলৈ ক'লে। 'তোমালোকে আমলখি খাব খুজিছা, ৰ'বা, মই তোমালোকক আমলখি দিম, তোমালোকে কষ্ট কৰিব নালাগে।'' আমি কলোঁ— ''আমি খাবৰ কাৰণে আমলখি নালাগে। আমাৰ দত্তবৰুৱা চাৰ আজি কেইবাদিনো জ্বৰত পৰি আছে। কবিৰাজে আমলখি খোৱাৰ কথা কৈছে।'' বুঢ়ীয়ে আমাৰ কথা শুনি ভিতৰলৈ গ'ল আৰু অলপ পাচতে এটোপোলা কেঁচা আমলখি আৰু ৪ টা দহ বছৰীয়া পুৰণি জাতি (গোল) নেমু আনি আমাৰ হাতত দি ক'লে 'এই নেমুবোৰ দহ বছৰীয়া পুৰণি। মই বহুত যতন কৰি ৰাখিছোঁ। এই নেমু জ্বৰ আৰু গ্ৰহণীৰ মহৌষধ। ইয়াত ক'তো নাপাবা। তোমালোক দুয়ো ইয়াৰে দুটা খাবা আৰু বাকী দুটা অলপ অলপকৈ চাৰক খাবলৈ দিবা—আৰাম পাব। যদি আৰু লাগে শঙ্কা নকৰাকৈ তোমালোক আহিবা। মই নাথাকিলেও ঘৰত ক'লে পাবা।''

আমি কৃতজ্ঞতা জনাই, নমস্কাৰ দি, বিদায় ললোঁ। **'আভিজাত্য' শব্দটো পঢ়িছিলোঁ কিন্তু বুজি পোৱা নাছিলোঁ। সিদিনাহে প্ৰকৃত 'আভিজাত্য' দৰ্শন কৰিছিলোঁ। বুজিছিলোঁ, অৰ্থ প্ৰাচুৰ্য্যৰ অহমিকা, বংশ গৌৰৱৰ প্ৰগলভতা, জ্ঞান গৰিমাৰ উচ্ছ্বাস আৰু এইবোৰৰ সহযোগত গঢ়ি উঠা ভেম, আভিজাত্যৰ চানেকি নহয়, সৰল, সাদৰ ব্যৱহাৰ, সংবেদনশীল মন আৰু আত্ম-জ্ঞানেৰে পৰ-সেৱাৰ অকপট প্ৰয়াসহে 'আভিজাত্য'ৰ প্ৰকৃত স্বৰূপ।**

## দুশ্চিন্তা

নৰ্ম্মালৰ শেষ পৰীক্ষা দি ঘৰলৈ গলোঁ। কিন্তু পৰীক্ষাৰ খবৰ নোলোৱালৈকে দুশ্চিন্তাত ভুগিছিলোঁ। শীৰ্ষ স্থান লাভ কৰা দূৰৰ কথা উত্তীৰ্ণ হোৱাতে সন্দেহ কৰিছিলোঁ।

নৰ্ম্মাল তৃতীয় বাৰ্ষিকৰ শেষ পৰীক্ষাৰ 'প্ৰেক্‌টিকেল' চাবলৈ সাধাৰণতে স্কুল পৰিদৰ্শক আৰু নৰ্ম্মালৰ চুপাৰিণ্টেণ্ডেণ্ট থকাৰ নিয়ম আছিল। দুয়োজনে বেলেগে বেলেগে নম্বৰ দি, গড় উলিয়াই, নম্বৰ যোগ কৰিছিল। কিন্তু দুৰ্ভাগ্য বশতঃ এইবাৰ চুপাৰিণ্টেণ্ডেণ্ট কিবা জৰুৰী কামত বাহিৰলৈ যোৱাত, তেখেতৰ ঠাইত সহকাৰী স্কুল পৰিদৰ্শক আহিল।

মোক একেলগে পঞ্চম মান শ্ৰেণীত বিজ্ঞান আৰু তৃতীয়মান শ্ৰেণীত অঙ্ক শিকাবলৈ দিয়া হৈছিল। এই তৃতীয়মান শ্ৰেণীত নিয়ম এটা বুজাই দি ল'ৰাক নিজে নিজে কৰিবলৈ অঙ্ক এটা

বোৰ্ডত লিখি দি, পঞ্চম মানক 'বায়ুৰ চাপ' বুজাবলৈ লওঁতেই সহকাৰী পৰিদৰ্শক শ্ৰেণীত সোমায়ই, মোক এক প্ৰকাৰ ধমকিৰ সুৰত কৈ উঠিল—''তুমি 'ক' আখৰটো পকোৱা আখৰত লিখি ল'ৰাৰ আগত বেয়া আদৰ্শ ডাঙি ধৰিছা।'' মই মনে মনে নাথাকি বিনীতভাবে কলোঁ, চাৰ! তৃতীয়মানৰ পাঠ্যক্ৰম অনুসৰি পকোৱা আখৰ পঢ়িব পাৰিব লাগে। তদুপৰি ল'ৰাবোৰে পঢ়িব পাৰিছে বুলি কৈছে।'' পৰিদৰ্শক অগ্নি শৰ্ম্মা হোৱাদি হৈ 'অ' তুমি মোৰ লগত তৰ্ক কৰিছা? তুমি পৰীক্ষক, নে মই?' বুলি কৈ আন কমলৈ গুচি গ'ল। মই বিশেষ কাণ নিদি পঞ্চম মানৰ ছাত্ৰক কেইটামান পৰীক্ষাৰ সহায়েৰে 'বায়ুৰ চাপ' বুজাই থাকোঁতেই পৰিদৰ্শকদেব শ্ৰেণীত সোমাই মোৰ বুজোৱা হ'লত বিষয়টোৰ ওপৰত ল'ৰাবোৰক নানা ধৰণে প্ৰশ্ন সুধিলত প্ৰতিজন ল'ৰাই শুদ্ধ উত্তৰ দিছিল। তৃতীয় মানৰ ল'ৰাবোৰে কৰা অঙ্ক চাইও শুদ্ধ পাইছিল। পৰিদৰ্শক সন্তুষ্ট হোৱা যেন অনুমান কৰিছিলোঁ। কিন্তু সহকাৰী পৰিদৰ্শকৰ তথা পৰীক্ষকৰ পিলাই কঁপি যোৱাকৈ দিয়া ধমকিৰ কথা সুঁৱৰি মই সদায় বিব্ৰত বোধ কৰিছিলোঁ।

## পাৰ হলোঁ কিন্তু দুখ থাকি গ'ল

পৰীক্ষাৰ খবৰ ওলাল। মই প্ৰথম হৈ পাচ কৰিলোঁ কিন্তু প্ৰথম বিভাগ নাপালোঁ। প্ৰথম বিভাগত কোনো নাছিল কাৰণে মইয়েই প্ৰথম আছিলোঁ যদিও মনে প্ৰবোধ মনা নাছিল।

চুপাৰিণ্টেণ্ডেণ্ট ঘন কান্ত বৰুৱা চাৰক দেখা কৰি প্ৰণাম জনাইছিলোঁ। তেখেতে মই প্ৰথম বিভাগ নোপোৱাত দুখ প্ৰকাশ কৰি কৈছিল—''মই সকলো শুনিছোঁ। তুমি দোষী নোহোৱা। সহকাৰী পৰিদৰ্শকহে তৃতীয় মানৰ পাঠ্য ক্ৰমৰ বিষয়ে অজ্ঞ আছিল। তুমি জানি সুখী হ'বা যে, লিখা পৰীক্ষাত শিক্ষা বিধিৰ প্ৰশ্নখনত তুমি সৰ্ব্বোচ্চ নম্বৰ পাই কেইবা বছৰৰো ৰেকৰ্ড ভঙ্গ কৰিছা। অঙ্ক আৰু পৰিমিতিত তুমি পূৰা নম্বৰ পাইছা। দুৰ্ভাগ্যবশতঃ 'প্ৰেক্‌টিকেল'ৰ নম্বৰেই তুমি প্ৰথম বিভাগ পোৱাত অন্তৰায়ৰ সৃষ্টি কৰিলে। তোমাৰ ভবিষ্যৎ কিবা মঙ্গলৰ কাৰণেই তুমি প্ৰথম বিভাগ পোৱাটো ভগৱানৰ ইচ্ছা নাছিল। নহ'লেনো আকস্মিক ভাবে মই বাহিৰলৈ যাব লগা হোৱাত সহকাৰী পৰিদৰ্শক আহিব লগা পৰিস্থিতি হ'ল কিয়? দুখ নকৰিবা। ভগৱানৰ ওপৰত বিশ্বাস ৰাখিবা। এতিয়ালৈ প্ৰদৰ্শন কৰা সৎ সাহস ভবিষ্যতলৈকো অটুট ৰাখিবা। ভগবানে তোমাৰ মঙ্গল কৰক।'' মই পুনৰায় প্ৰণাম জনাই বিদায় ল'লোঁ।

## লোক বন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ 'প্ৰেস্ক্ৰিপশ্যন'



নৰ্ম্মালত মোৰ কিবা-কিবি অসুখ হৈছিল। যোৰহাটৰ ডাক্তৰ-কবিৰাজক দেখুৱাই ভাল নাপালোঁ। বৰদিনৰ বন্ধত ঘৰলৈ যাওঁতে গুৱাহাটীত সোমাই লোক বন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাক দেখুৱালোঁ। তেখেতে সকলো সুধি ৩/৪ মিনিটমান আৱশ্যকীয় পৰীক্ষা কৰি লিভাৰৰ দোষ আছে বুলি কৈ দৰবৰ 'প্ৰেস্ক্ৰিপশ্যন' নিলিখি মুখেৰে ক'লে ''দিনে ৰাতিপুৱা খালী পেটতে এৰোটাকৈ সুমথিৰা এমাহ দুমাহ খাবা। তোমাৰ দৰৱ ইমানেই। মই নমস্কাৰ জনাই তেখেতৰ ভিজিত দুটকা আগ বঢ়াই

দিলোঁ। তেখেতে টকা দুটা লৈ পুনৰ মোক ঘূৰাই দি কৈছিল—"মই তোমাৰ ভিজিত গ্ৰহণ কৰিলোঁ। এতিয়া তুমি কমলা খাবৰ কাৰণে মই তোমাক টকা দুটা দিলোঁ। ইয়াৰে তুমি কমলা খাবা। খাবা কিন্তু;" তেখেতক ভৰিত ধৰি সেৱা জনাই বিদায় লৈছিলোঁ। কিয় কব নোৱাৰোঁ, সৰ সৰ কৈ মোৰ চকুৰ পানী ওলাইছিল। ইয়াৰ পাচতো তেখেতক মোৰ পৰম হিতাকাঙ্ক্ষী, পৰামৰ্শ দাতা হিচাপে পাইছিলোঁ। মোৰ ৰাজনৈতিক জীৱনৰ আৰম্ভণিত, কৰ্ত্তব্য পথৰ নিৰ্দ্দেশ তেখেতেই দিছিল।

# চাকৰি

## প্ৰথম্ চাকৰি

তেতিয়ালৈকে ৭ম মান শ্ৰেণীৰপৰা মাতৃ ভাষাৰ বাহিৰে আন সকলো বিষয় ইংৰাজী মাধ্যমত পঢ়াৰ নিয়ম আছিল। এই নিয়ম সলনি কৰি মাতৃ ভাষাৰ মাধ্যমত শিক্ষা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন কৰিবলৈ চৰকাৰে সিদ্ধান্ত লৈছিল। সেয়ে সেই সময়ত সকলো স্কুলতে চলা একমাত্ৰ অঙ্কৰ পুথি, যাদব পাটীগণিতখন অসমীয়ালৈ অনুবাদ কৰি উলিয়াবলৈ দত্তবৰুৱা চাৰে মনস্থ কৰিছিল। অৱশ্যে আগেয়ে বহু বছৰ ধৰি মাইনৰ আৰু ছাত্ৰবৃত্তি স্কুলবোৰত দত্তবৰুৱাৰ দ্বাৰা অনুদিত যাদব পাটীগণিতখনৰ সৰু সংস্কৰণ এটা অসমৰ স্কুলবোৰত চলি আছিল। আন কোনো অঙ্কৰ পুথি নাছিল। এতিয়া সম্পূৰ্ণ যাদব পাটীগণিতখন অনুবাদ কৰিবলৈ লৈছিল। মোৰ একো অসুবিধা নাথাকিলে চাকৰি নোপোৱালৈকে তেখেতৰ লগত থাকি, এই কামত তেখেতক সহায় কৰিবলৈ লিখিছিল। মই সৰগ ঢুকি পোৱাদি পাইছিলোঁ। কাৰণ এনে ভাল কাম এটাত লাগি থাকিলে অভাৱৰ নানা দুশ্চিন্তাৰপৰা আঁতৰি থাকিব পাৰিম আৰু বহুত শিকিবও পাৰিম। মই সম্মতি জনাই, যথা সময়ত তেখেতৰ ওচৰ পালোঁগৈ।

অনুবাদৰ কাম প্ৰায় শেষ হওঁ হওঁ। এনেতে চাকৰিৰ খবৰ আহিল। সৰুপেটা মাইনৰ স্কুলৰ হেড পণ্ডিতৰ (অসমীয়া শিক্ষকজনক হেড পণ্ডিত বুলিছিল) কাম, দৰমহা মাহে ১৪ টকা। দৰমহাৰ নিৰিখ দেখি মনটো অলপ কোচ খাইছিল। দত্তবৰুৱা চাৰে কিন্তু অভিজ্ঞতাৰ প্ৰমাণ পত্ৰখন পাবলৈকে আন চাকৰি নোহোৱালৈকে কাম কৰিবলৈ পৰামৰ্শ দিয়াত, 'নাই মোমাইতকৈ কণা মোমায়ে ভাল' বুলি মই যথা সময়ত কামত যোগ দিলোঁ। গৈয়েই স্কুলৰ চেক্ৰেটৰী ভগৱান চৌধুৰীৰ দোকানত উঠিছিলোঁ। তেখেত আৰু তেখেতৰ ককায়েকৰ আদৰ অভ্যৰ্থনাত মই বৰ আপ্যায়িত হৈছিলোঁ। তেখেত সকলৰ লগতে সাদিনমান থকাৰ পাচত, জীৱন বীমা নিগমৰ এজেণ্ট নীৰোদ বৰণ দাসে তেখেতৰ চ'ৰা ঘৰটোৰ এটা কোঠাত মোক বিনা ভাড়াত থাকিবলৈ অনুৰোধ কৰাত মই তালৈ গুচি আহিলোঁ। দাস দম্পতীৰ বন্ধু সুলভ ব্যৱহাৰ মই পাহৰা নাই।

মোৰ ঘৰৰপৰা সৰুপেটা লৈ ৭ মাইল দূৰ। প্ৰতি শনিবাৰে আবেলি ঘৰলৈ কোজ কাঢ়ি আহি, আকৌ সোমাবাৰে ৰাতিপুৱাই গৈ সপ্তাহটোৰ কাৰণে সৰুপেটাত আছিলোঁ। খোৱা-বোৱাকে লৈ সকলো খৰচৰ কাৰণে মাহেকত ৪ টকা ৰাখি ১০ টকা ঘৰত দিয়াটোৱেই আছিল মোৰ বাজেট।

প্ৰথম দৰমহা পাই টকা দহটা আনি আইৰ হাতত দিয়াত আই-দেউতাৰ মুখলৈ যেন পানী

আহিছিল। গোসাঁই ঘৰত চাকি জ্বলাই আইয়ে সেৱা জনাইছিল। স্মৰণীয় যে, ইতিমধ্যে দেউতাৰ চিকিৎসাকে লৈ ঘৰৰ যাবতীয় খৰচৰ কাৰণে বাৰীৰ বাঁহ-গছ বিক্ৰী কৰাৰ বাহিৰেও পুৰণি বস্তিৰ দেউতাৰ ভাগটো আৰু খেউলাপাৰাৰ ৰূপিত মাটিডৰা বিক্ৰী হৈ গৈছিল।

## অসম সংৰক্ষিণী সভা তথা অসম জাতীয় মহাসভা

অসমীয়া ভাষা-কৃষ্টিকে ধৰি অসমৰ সৰ্ব্বাঙ্গীন স্বাৰ্থ ৰক্ষাৰ হেতু, অসম কেশৰী আম্বিকাগিৰি ৰায় চৌধুৰীয়ে গঠন কৰা অসম সংৰক্ষিণী সভাৰ প্ৰতি মই আকৃষ্ট হৈ পৰিছিলোঁ। সোণাৰাম চৌধুৰী আৰু ভগৱান চৌধুৰীৰ সহযোগত মই সৰুপেটাত সংৰক্ষিণী সভাৰ শাখা এটা গঢ়ি তুলিছিলোঁ আৰু বিৰাট ৰাজহুৱা সভা এখন আহ্বান কৰি, অসম কেশৰী অম্বিকাগিৰি ৰায় চৌধুৰী আৰু বাগ্মীবৰ নীলমণি ফুকন দেৱক আমন্ত্ৰণ কৰি আনিছিলোঁ। হাজাৰ হাজাৰ পমুৱা, মুচলমান ধৰ্ম্মৰ মানুহে সভাত যোগদান কৰি, স্বতঃ স্ফুৰ্ত্তভাবে 'অসমৰ স্বাৰ্থই আমাৰ স্বাৰ্থ', 'আমি অসমীয়া', 'অসম আমাৰ দেশ' আদি ধ্বনি দি অসম কেশৰী আৰু বাগ্মীবৰক আদৰি, সভাস্থলী মুখৰিত কৰি তুলিছিল। এই সভাৰ পাচত অম্বিকাগিৰিৰ সুদৃষ্টি মোৰ ওপৰত পৰিছিল। তেখেতে দুই এখন শাখা কমিটিৰ সভাপতি/সম্পাদক আদিও মোক কৰি দিছিল।



ৰাইজৰ সহযোগত সৰুপেটাত শাখা কমিটি গঠন কৰি সক্ৰিয় কৰি তুলিবলৈ সক্ষম হৈছিলোঁ। পমুৱাসকলৰ বহুতো মাতব্বৰ আৰু ডেকা ল'ৰাই নিজ নিজ গাওঁ অঞ্চলত সংৰক্ষিণী সভাৰ কাম কৰিছিল। দিন যোৱাৰ লগে লগে সংৰক্ষিণী সভাৰ উদ্দেশ্যৰ লগত একমত হ'লেও কৰ্ম্ম বিহীন, অদূৰদৰ্শী, প্ৰচাৰমুখী কাৰ্য্যৰ কুফল মই কল্পনা কৰিছিলোঁ। ন মাহৰ পাছত সদস্য পদ ত্যাগ কৰাৰ সিদ্ধান্ত কৰি গুৱাহাটীলৈ গৈ, অম্বিকাগিৰিৰ হাতত মোৰ ত্যাগ পত্ৰ প্ৰদান কৰিছিলোঁ। তেখেতে কাৰণ সোধাত মই বিনীতভাবে কৈছিলোঁ— "আপুনি মোক ভুল নুবুজিব। আপুনি আমাক জাতীয় চেতনা এটা আনি দিবলৈ যত্ন কৰিছে। আপোনাৰ ত্যাগ, কষ্ট আৰু ধৈৰ্য্যক মই শ্ৰদ্ধা কৰোঁ আৰু কৰিম। কিন্তু আপোনাৰ লক্ষ্য সাধনৰ কোনো কৰ্ম্ম-আঁচনি নাই।"

**"অনা অসমীয়া সকলক অসমীয়া কৰিব লাগে। কিন্তু তাতোকৈ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য হৈছে অসমীয়া জাতীয় সত্তাৰ ভেটিটো সুদৃঢ় কৰা। কিন্তু ভেটি দৃঢ় কৰাৰ অন্তৰায় স্বৰূপ প্ৰকৃত কেৰোণ গুচাবলৈ কি কৰ্ম্ম আঁচনি লৈছে? মোৰ বোধেৰে, আমাৰ খিলঞ্জীয়া জনগোষ্ঠী সমূহক বাক্যে-ব্যৱহাৰে, সকামে-নিকামে, পূজাই-পাৰ্ব্বনে, সুখে-দুখে সকলো ক্ষেত্ৰতে আমাৰ সমভাগী কৰি লৈ, তথা সমভাগী হৈ, কথাৰে নহয় কামেৰে, নিজ খেলৰ স্বাৰ্থত নহয়, সকলো খেলৰ সমূহীয়া স্বাৰ্থত, একাত্মবোধৰ সৃষ্টি কৰি, অসমীয়া জাতি সত্তাৰ ভেটি সুদৃঢ় কৰিব লাগে। আমাৰ নিজৰ ভিতৰত ঐক্যবদ্ধ জাতীয়তাবাদ গঢ়ি উঠিলে, নিজৰ অন্ন-জল বিচাৰি অহা বহিৰাগতসকলে নিজৰ স্বাৰ্থৰ কাৰণেই এই জাতি সত্তাত মিলি যাব।"**

"বৰ্ত্তমান সংৰক্ষিণী সভাৰ সঙ্গতি বিহীন প্ৰচাৰ আৰু কাম, আপোনাৰ লক্ষ্য সাধনৰ মই

পৰিপন্থী বুলি ভাবোঁ। যেনে—নিজৰ ভিতৰত নিজ নিজ দোৱান কোৱা, বিভিন্ন অসমীয়া জনগোষ্ঠীবোৰৰ বহুতকে আপুনি অসমীয়া হ'বলৈ আহ্বান কৰিছে। অৰ্থাৎ আপুনিয়েই তেওঁলোকক অসমীয়া নহয় বুলি ক'লে। আমি 'অসমীয়া' সমাজে তেওঁলোকক আমাৰ লগত মিলি যোৱাটো বিচাৰোঁ। কিন্তু তেওঁলোকক আমাৰ কৰি ল'বলৈ বা অসমক তেওঁলোকৰ বুলি ভাবিবলৈ, আমাৰ কিবা কৰ্ত্তব্য আছে বুলি আমি কেতিয়াও ভবা নাই—একো কৰাও নাই। যিহেতু আমি অসমীয়াভাষী, অসম মুলুকৰ শ্ৰেষ্ঠ জীব, গতিকে আমাৰ হুকুমত অন্যান্য জনগোষ্ঠীবোৰ অসমীয়া হৈ থাকিব লাগিব। তদুপৰি, আমাৰ ব্যৱহাৰ আৰু কামবোৰৰ বিভিন্ন জনগোষ্ঠীক অকল প্ৰাপ্য সন্মান নিদিয়াই নহয়, বহু সময়ত আমি সভ্যতাৰ জয়ঢোল বজাই, তেওঁলোকৰ মানবীয় অনুভূতিক আঘাত কৰিছোঁ। আমি অসমীয়াভাষী সকলে যদি এতিয়াও এই জনগোষ্ঠী সমূহক আমাৰ উদাৰ, সমতা আৰু সহানুভূতিশীল ব্যৱহাৰেৰে সকলো ক্ষেত্ৰতে সমাজ জীৱনৰ সমভাগী কৰি লৈ, দূৰদৰ্শিতাৰ পৰিচয় দিব নোৱাৰোঁ, তেনেহ'লে অদূৰ ভৱিষ্যতে অসম টুকুৰা টুকুৰ হ'ব। বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ সেই অমৰ বাণী সকলো দেশৰ কাৰণে, সকলো জাতিৰ কাৰণে, সৰ্ব্বতি কালৰ কাৰণে চিৰন্তন সত্য—

*"যাদেরে করেছ অপমান*
*অপমানে হতে হবে*
*তাহাদের সবার সমান"*

হুকুমেৰে জাতি গঠন কৰিব নোৱাৰি। সহৃদয়তা, সমভাব, সমভাগী আৰু সেৱাইহে ঐক্যবদ্ধ জাতি গঠনৰ প্ৰধান আহিলা। চিটাগং বা মৈমনসিঙৰ কথিত ভাষা কলিকতাৰ বঙালীয়ে বুজি নাপায়, কিন্তু কোনো বঙালী নেতাই সেই মানুহবোৰক বঙালী হ'বলৈ কোৱা নাই। তেওঁলোকৰ কথিত ভাষাত কথা কৈও বঙালী হৈ আছে। আমি কিন্তু নগা অসমীয়া হৈ থাকোঁতেও তেওঁলোকক অসমীয়া হ'বলৈ চিঞৰি আছোঁ। আমি পাহৰি গ'লোঁ যে নগা পাহাৰৰ একমাত্ৰ হাইস্কুল কহিমা হাইস্কুল অসমীয়া মাধ্যমৰ আছিল। পাহৰি গ'লোঁ যে কহিমা হাইস্কুলৰ পৰাই অসমৰ স্বনামধন্য সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱাই এণ্ট্ৰেচ পাচ কৰিছিল—লম্বোদৰ বৰা এই স্কুলৰ প্ৰথম প্ৰধান শিক্ষক আছিল। আমি দেখিও নেদেখা হ'লোঁ যে, নগাই তেওঁলোকৰ বিভিন্ন খেলৰ মাজত অসমীয়াৰেহে কথা পাতে। আমাৰ কৰ্ম্মহীন, ত্যাগহীন, ফোপজহী অদূৰদৰ্শিতাৰ কাৰণেই ভৱিষ্যৎ অসম বিভাজনৰ পথ প্ৰকট হৈ পৰিছে বুলি মোৰ বিশ্বাস হৈছে।" কথাকেইষাৰ বৰ ভয়ে ভয়ে কৈছিলোঁ। তেখেতে হুৰ-হুৱাই উঠিব বুলি সন্দেহ কৰিছিলোঁ। কিন্তু মোৰ সন্দেহ মিছা হ'ল। তেখেতে ইমানকে কৈছিল—"দ্বিজেশ! তোমাক মই বেয়া পোৱা নাই। আমাৰ কোনোৱে অকণমানো ত্যাগ কৰিব নিবিচাৰে। আন ত্যাগৰ কথা বাদেই ২/৩ মাহৰ মূৰত কাৰ্য্য নিৰ্ব্বাহিক কমিটিৰ বৈঠক মাতিব লগীয়া হয়। মোৰ এই অৱস্থাৰেই যেনে তেনে থকা-খোৱাৰ বন্দবস্ত কৰাৰ উপৰিও তেখেতসকলৰ বহুতকে অহা-যোৱা ৰেলভাড়া ফেৰাও মই দিবলগীয়া হয়। জাতিটোৰ কাৰণে কোনোৱে অকণো ত্যাগ কৰিব নিবিচাৰে। তুমি যোৱা। পাৰা যদি কিবা কৰিবা। মই মৰালৈকে অকলে চিঞৰি যাম।" অসম কেশৰীৰ চকুত পানী দেখিলোঁ।

তেখেত থকা পৰিবেশেই চকুৰ আগত ডাঙি ধৰা তেখেতৰ নিঃকিন আৰ্থিক অৱস্থাৰ কথা সুঁৱৰি আৰু 'অকলেই চিঞৰি যাম' কথাষাৰ প্ৰতীয়মান কৰা তেখেতৰ দৃঢ়তাত মূৰ অৱনত

কৰি লাহে লাহে ওলাই আহিলোঁ। নিজকে নিজে প্ৰশ্ন কৰিলোঁ—'ত্যাগ, সেৱা আৰু কৰ্ম্ম সংস্কৃতি অসমীয়া সমাজৰ মাজত গঢ়ি উঠিবনে?"

## নতুন দিশৰ উন্মোচন

গুৱাহাটীৰপৰা ঘূৰি আহিয়েই পূজনীয় হৰিনাৰায়ণ দত্ত বৰুৱা চাৰে ডাক যোগে পঠোৱা চিঠি এখন পালোঁ। চাকৰিৰ খবৰ। ডিগবৈৰ তেল কোম্পানীৰ অধীনত শিক্ষকৰ পদ এটাৰ কাৰণে ভাল নৰ্ম্মাল পাচ শিক্ষক এজন দিবলৈ অসম তেল কোম্পানীয়ে অসম উপত্যকাৰ স্কুল পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামী দেৱক অনুৰোধ কৰিছিল। গোস্বামী দেৱে মোৰ কথাটো চিন্তা কৰি দত্তবৰুৱা চাৰক মোলৈ লিখিবলৈ কৈছিল। মই আগ্ৰহী হ'লে তৎক্ষণাৎ দৰ্খাস্ত এখন গোস্বামী দেৱলৈ অৰ্থাৎ স্কুল পৰিদৰ্শকলৈ পঠাবলৈ কৈছিল। হঠাৎ এনেকুৱা এখন চিঠি পাই, বিশেষকৈ পৰম শ্ৰদ্ধাভাৰ্জন শৰৎ চন্দ্ৰ গোস্বামী দেৱৰদৰে ব্যক্তি এগৰাকীয়ে অযাচিতভাবে মোৰ কথা চিন্তা কৰাত ভাল-বেয়া একো চিন্তা নকৰি, ই এক ভগবানৰ দান বুলি ধৰি লৈ, পিচদিনাখনেই দৰ্খাস্ত পঠাই দিলোঁ।

কেইদিনমানৰ পাচতে অসম তেল কোম্পানীৰ লেবাৰ চুপাৰিণ্টেণ্ডেণ্টৰপৰা চিঠি এখন পালোঁ। সুধি পঠাইছে, মই বঙালী ভাষা বুজি পাওঁনে নাপাওঁ। আৱশ্যক হ'লে বঙালী ভাষাত ল'ৰাক শিকাব পাৰিম নে নোৱাৰিম। মই চিন্তাত পৰিলোঁ। সাধাৰণ কথা বতৰা বঙালী ভাষাত ক'ব পাৰিছিলোঁ। সেই সময়ত বঙ্কিম চন্দ্ৰৰ উপন্যাস মোৰ বৰ প্ৰিয় আছিল। বিশেষকৈ 'দুৰ্গেশ নন্দিনী' বুজাই নুবুজাই বৰ মনযোগেৰে পঢ়িছিলোঁ। 'চণ্ডীদাসো' পঢ়িছিলোঁ। শব্দ বা বাক্যবোৰ ভালদৰে নুবুজিলেও চণ্ডীদাসৰ চৰিত্ৰ আৰু তেওঁৰ পদাৱলী মোৰ বৰ মনঃপূত আছিল। 'বসুমতী' নামৰ বঙালী ভাষাৰ বাতৰি কাকতখনো মাজে-মধ্যে পঢ়িছিলোঁ। আগতে উল্লেখ কৰিছোঁ যে, কাশী ৰাম দাসৰ বঙালী ভাষাৰ পদ্য-মহাভাৰত আৰু কৃত্তিবাসী বঙালী সপ্ত কাণ্ড ৰামায়ণ পঢ়াৰ অভ্যাস আছিল। চিঠিখন পাইয়েই মনৰ উৎসাহতে বঙালী জানোঁ বুলি উত্তৰ লিখি পেলালোঁ। ৰাতি চিন্তা আহিল,—বঙালী জানো বুলি লিখি দিম, জানোচা শ্ৰেণীত পাঠ দান কৰিব নোৱাৰিলে চাকৰিৰ চিলিম চিণ্ডি ঘৰৰ ল'ৰা ঘৰলৈ পঠাই দিয়ে? চিঠিখন ফালি পেলালোঁ। পিচদিনাখন চিন্তা কৰি আকৌ সাহস গোটালোঁ। কিয় নোৱাৰিম বুলি অন্তৰ গুমৰি উঠিল। বঙালী জানোঁ বুলি সগৰ্ব্বে চিঠি লিখি ডাকত দি দিলোঁ।

চাকৰি পালোঁ। প্ৰাইমাৰী স্কুলৰ সহকাৰী শিক্ষকৰ চাকৰি। দৰমহা মাহে ৩২ টকা। বছৰি দুটকাকৈ বাঢ়িব। পৰিয়ালসহ থাকিবলৈ কোম্পানীয়ে বিনা ভাড়াত ঘৰ দিব, বেমাৰ হ'লে বিনামূলীয়া চিকিৎসা পাম। চাকৰী স্থায়ী হ'লে 'প্ৰভিডেণ্ড ফাণ্ড'ৰো ব্যৱস্থা আছে। ডিগবৈলৈ যোৱাৰ ৰেলৰ ভাড়াও দিব। মই কোনদিনাখন ডিগবৈ পাম তাকো জনাবলৈ ক'লে।

১৯৩৬ চনৰ ১ জুন তাৰিখে আবেলি ডিগবৈ ৰেল ষ্টেচনত নমাৰ লগে লগে, মুলীয়াবাৰীৰ লাইন ইন্‌স্পেক্টৰ ('লাইন বাবু') 'আলি বাবু'ৱে মোক লগ ধৰি এখন পুৰণা ভেনেট গাড়ীৰে আনি, মুলীয়াবাৰীৰ ৩০০৯ নং ফেমিলি লাইনৰ 'F' কোৱাৰ্টাৰ' দেখুৱাই দি, সেইটোৱেই মোৰ কোৱাৰ্টাৰ বুলি কৈ, ঘৰৰ বাহিৰ, ভিতৰ, পানীকল আদি দেখুৱাই দিছিল। মই নিজাকে ৰজ্জা



বঢ়া কৰাৰ সুবিধা কৰিব নোৱাৰালৈকে ওচৰতে থকা 'টেকনিকেল বেৰেক' (Technical Berrack)ত থকা চাকৰিয়ালৰ মেচত খোৱা লোৱাৰ দিহা লগাই দি, তেখেতে মোৰপৰা বিদায় ল'লে। ২ জুন তাৰিখে এ. ও. চি. এম. ই স্কুলৰ হেড মাষ্টাৰ সত্য জীবন পাল দেৱে ৰিফাইনাৰী প্ৰাইমাৰী স্কুলৰ এটা শ্ৰেণীত অসমীয়া, বঙালী দুয়োটা ভাষাতে সাধাৰণ জ্ঞানৰ পাঠ এটা পঢ়াবলৈ দি, মোৰ পৰীক্ষা লৈছিল। পৰীক্ষাৰ শেষত মোক এটা কথাই সুধিছিল—মই বঙালী ক'ত শিকিছিলোঁ। কথাষাৰ সুধিয়েই পিচদিনাখন ৰাতিপুৱা 'লোকেল' ৭ বজাতেই 'লেবাৰ অফিচ'লৈ যাবলৈ কৈ তেখেত গুচি গ'ল।

৩ জুন তাৰিখে ৰাতিপুৱা এ.ও.চি. 'লেবাৰ অফিচ'ত প্ৰাথমিক কামবোৰ কৰি, মুলিযাবাৰী প্ৰাইমাৰী স্কুলৰ সহকাৰী শিক্ষকৰ পদত যোগ দিলোঁ। হেড মাষ্টাৰ আছিল গুণ কান্ত শৰ্ম্মা।

স্কুল ঘৰ আৰু স্কুলৰ ব্যৱস্থাপনা দেখি মোৰ প্ৰাইমাৰী স্কুলৰ ধাৰণা বদলি গ'ল। পকা ভেটি আৰু পকা বেৰৰ আহল বহল ওখ টিনৰ ঘৰ, শ্ৰেণীটোৱে প্ৰতি একোটা কোঠালি আৰু একোজন শিক্ষক। ঘড়ী, আলমাৰী, চকি মেজেৰে হেড মাষ্টাৰৰ কাৰণে বেলেগ অফিচ ৰুম, শিক্ষক সকল একেলগে বহিবৰ কাৰণে বেলেগ ৰুম, ছাত্ৰ-ছাত্ৰীৰ বেঞ্চ ডেস্ক আৰু চৌকিদাৰ, মালী আদিৰ ব্যৱস্থা আদিয়ে সৃষ্টি কৰা পৰিবেশটোৱে শিক্ষক আৰু ছাত্ৰৰ মানসিকতাৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল। শিক্ষাগত অৰ্হতা অনুযায়ী শিক্ষকৰ দৰমহাৰ নিৰিখ আছিল। য'তেই কাম নকৰক কিয়, শৈক্ষিক অৰ্হতা অনুসৰি দৰমহা একেই পাইছিল। হাইস্কুলৰ সহকাৰী গ্ৰেজুৱেট শিক্ষক আৰু প্ৰাইমাৰী স্কুলৰ হেড মাষ্টাৰৰ নিৰিখ একে আছিল। এই ব্যৱস্থাৰ কাৰণে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ মনলৈ হীনমন্যতাৰ ভাব নাহিছিল। ডিগবৈ এ. ও. চি. স্কুলৰ শিক্ষা ব্যৱস্থাত সত্য জীবন পালৰ অৰিহনা প্ৰশংসনীয়। এইটোও স্বীকাৰ্য্য যে, শিক্ষা ব্যৱস্থাপনাত চাহাব সকলৰ দৃষ্টি-ভঙ্গী আমাৰ দৃষ্টি-ভঙ্গীতকৈ উচ্চ মানৰ আছিল।

## চৰকাৰী চাকৰি আৰু ভৱিষ্যৎ জীৱনৰ পথ-নিৰ্দ্দেশ

যাদব পাটীগণিতৰ আধৰুৱা কামখিনিৰ লেঠা মাৰিবলৈ বন্ধত ডিগবৈৰপৰা যোৰহাটলৈ গৈছিলোঁ। দত্ত বৰুৱা চাৰ আৰু অসম উপত্যকাৰ স্কুল সমূহৰ ইন্‌স্পেক্টৰ শৰৎ চন্দ্ৰ গোস্বামী দেৱৰ ঘনিষ্ঠতা বৰ গাঢ় আছিল। প্ৰায় সদায় গধূলি দুয়ো লগ লাগিছিল। মই সেই সুবিধাটোকে লৈ দত্তবৰুৱা চাৰক এদিন খাটনি ধৰিছিলোঁ—তেখেতে গোসাঁইক কৈ মোক চৰকাৰী স্কুলত চাকৰি এটা দিয়াব পাৰেনেকি? তেখেতে বৰ আনন্দেৰে কৈছিল "ঠিক আছে, মই আজিয়েই



ক'ম, হ'ব—তোমাৰ চৰকাৰী চাকৰি হ'ব।" ৰাতি গোসাঁইৰ ঘৰৰপৰা ঘূৰি আহি মোক ক'লে "দ্বিজেশ, তুমি গোসাঁইক দেখা নকৰাৰ কাৰণে তেখেতে অসন্তোষ কৰিছে। তুমি কালিলৈ ৰাতিপুৱাই ৮ বজাত তেখেতক দেখা কৰিবা।" মই সুধিলোঁ "চাৰ, মোৰ চাকৰিৰ কথা কৈছিল নেকি?" তেখেতে বৰ উল্লাসেৰে ক'লে 'অঁ' কৈছোঁ। তোমাৰ চৰকাৰী চাকৰি হ'ব। তুমি কালিলৈ ৰাতিপুৱাই যাবা, ৯ বজাত তেখেত টুৰত বাহিৰলৈ যাব।" চাৰৰ কথা শুনি মই যেন চৰকাৰী চাকৰি পাইয়েই গৈছিলোঁ। পিচদিনাখন ৰাতিপুৱা ৮ বজাতেই চৰকাৰী চাকৰি পোৱাৰ আনন্দেৰে, গোসাঁই দেৱৰ বঙলাত হাজিৰ হ'লোঁ। তেখেতে বৰ মৰম কৰি মোক বহুৱাই ডিগবৈৰ দুই চাৰিটা কথা সুধি, মোক চাহ মিঠাই খাবলৈ দি, ঘড়ীটো চাই ক'লে "দ্বিজেশ, মোৰ যাবৰ সময় হ'ল। তুমি চাহ খাই লাহে ধীৰে যাবা। মই যাওঁ।" মোৰ মনৰ আনন্দ সেমেকি গ'ল। মইতো চাহ খাবলৈ অহা নাছিলোঁ। ক'তা, চাকৰিৰ কথা দেখোন একো নক'লে। মুৰটো খুজুৱাই মৰণত শৰণ দি লাহেকৈ সুধিলোঁ—"চাৰ, মোক চৰকাৰী চাকৰি এটা দিব পাৰিলেহেতেন নেকি? "চাৰ গৰজি উঠিল—"চৰকাৰী চাকৰি? চৰকাৰী চাকৰি লাগে? মই ইয়াত থাকোঁমানে কোনে তোমাক চৰকাৰী চাকৰি দিয়ে চাম।" মই শিল খাই ঘৰিয়াল তল যোৱাদি তল গলোঁ। দত্ত চাৰে কি কৈ পঠাইছিল আৰু ইয়াত আহি কি পালোঁ। অলপ পিচত গোসাঁইয়ে তেখেতৰ ক্ৰোধ মূৰ্ত্তি সম্বৰণ কৰি মৰমৰ সুৰত ক'লে—" দ্বিজেশ, ডিগবৈত চাকৰি আছিল বুলি তুমি জানিছিলা? তোমাক মই নিয়া নাই? মই দেখোন তেতিয়াই তোমাক চৰকাৰী চাকৰি দিব পাৰিলোঁহেতেন। তোমাক চৰকাৰী চাকৰি দিয়া মোৰ কাৰণে সহজ কথা। মই ইচ্ছা কৰিলে এই মুহূৰ্ত্তত তোমাক চৰকাৰী চাকৰি দিব পাৰোঁ। তুমি চাকৰি পালেও নাযাবা। তুমি ডিগবৈ নেৰিবা—ডিগবৈত তোমাৰ কাম আছে" বুলি কৈ তেখেত ওলাই গ'ল। আগদিনাখন দত্ত বৰুৱা চাৰে গোসাঁইক দেখা কৰিবলৈ দিয়া নিৰ্দ্দেশৰ তত্ত্ব বুজিবলৈ মোৰ সময় নালাগিল। যোৰহাটৰপৰা ঘূৰি আহি তেজপুৰৰ ডেপুটী ইন্‌স্পেক্টৰ প্ৰাণ নাথ বুজৰবৰুৱাৰপৰা চিঠি এখন পালোঁ—চতিয়া চৰকাৰী ছাত্ৰবৃত্তি স্কুলত সহকাৰী শিক্ষকৰ পদ এটা খালী আছে—মই দৰ্খাস্ত কৰিব লাগে। গোসাঁইৰ বাক্য পালন কৰি মই দৰ্খাস্ত নকৰিলোঁ। কৃতজ্ঞতা জনাই উত্তৰ দিলোঁ।

ডিগবৈত যিমানেই দিন গৈছে সিমানেই মোৰ বদ্ধমূল ধাৰণা হৈছে যে, ডিগবৈত মই একো কৰা নাই। যিমানেই যি নকৰোঁ কিয়, সকলো কোনোবাই কৰাইছে—মই উপলক্ষ মাত্ৰ। শৰৎ গোস্বামীৰ মুখ-নিশ্ৰিত বাণী আছিল—ভগবানৰ বাণী, ভগবানেই শৰৎ গোস্বামীৰ মুখেৰে মোক কৰ্ত্তব্যৰ নিৰ্দ্দেশ দিছিল। জীৱনত ঘটা এনে সৰু সৰু বহুতো ঘটনাই মোৰ বিশ্বাসক দৃঢ়তকৈও দৃঢ়তৰ কৰি তুলিছে। আনকি এই কিতাপখনো তেনেকুৱা এটা ঘটনাৰেই ফলশ্ৰুতি বুলি মই বিশ্বাস কৰোঁ।

# ডিগবৈ

## মোৰ কৰ্ম্মক্ষেত্ৰ ডিগবৈ

ডিগবৈ মূলতঃ এখন ক্ষুদ্ৰ তৈল নগৰী। আকাৰত ক্ষুদ্ৰ হ'লেও প্ৰকাৰত ই ভাৰতৰ গৌৰৱৰ থলী, প্ৰগতিৰ পথ নিৰ্দ্দেশক। ভাৰতৰ পেট্ৰোলিয়াম উদ্যোগৰ বুজনি চ'ৰাত প্ৰথম খোজ পেলাইছিল ডিগবৈয়ে।

আমেৰিকা যুক্ত ৰাজ্যৰ পেনচিলভানিয়াৰ (Pennsylvania) টিটাচভিলাত (Titusvilla) ১৮৫৯ খৃষ্টাব্দত প্ৰথম ভূগৰ্ভস্থ তৈল ক্ষেত্ৰ আবিস্কাৰ হোৱাৰ পাচতেই ১৮৮৯ খৃষ্টাব্দত ব্যৱসায়িক দৃষ্টিকোণৰপৰা কাৰ্য্যকৰী ভাবে আবিস্কৃত ডিগবৈ তৈল ক্ষেত্ৰ ভাৰতৰ প্ৰথম আৰু পৃথিবীৰ দ্বিতীয় তৈল ক্ষেত্ৰ।

Lieut R. Wilcox এ বুঢ়ীদিহিং নদীৰে উজাই নামচিকৰ ওপৰলৈকে চিংফৌ বসতিপূৰ্ণ স্থলভাগ জৰীপ কৰি দিয়া ৰিপোৰ্টত, প্ৰথম ১৮২৫ খৃষ্টাব্দত, এই অঞ্চলৰ থাকুৱা তেলৰ সন্ধান দিছিল। ১৮২৮ খৃষ্টাব্দত C. A. Bruce এ কয়লা বিচাৰোঁতে অসমত পেট্ৰোলিয়াম পোৱা কথাও উল্লেখ কৰিছিল। ইয়াৰ পাচত W. Griffith, Major A. White, Lt. W. Bigge, Capt. Francis Jankins, Capt. H. Vetch, Capt. P.S. Hannay আদিয়ে জয়পুৰৰপৰা নামচিকলৈ বাট-পথহীন অটব্য হাবি ভাঙি, হিংস্ৰ বনৰীয়া জন্তু, হাবিত সোমালেই গাত ওলমি পৰা জোকৰ থোপ, অবিৰল বৰষুণ আৰু কালান্তক ক'লা জ্বৰ, মেলেৰিয়াকো নেওচি, ১৮৩৭ চনৰপৰা ১৮৪৫ চনলৈকে তেলৰ অনুসন্ধান কৰি, দিয়া প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি, ১৮৬৫ চনত ভাৰতৰ ভূতত্ব বিভাগৰ (Geological Survey of India) H.B. Medlicott এ নিশ্চিত ভাবে তেলৰ আকৰ চিহ্নিত কৰি, জয়পুৰৰ পৰা মাকুমলৈ (মাৰ্ঘেৰিটাৰ সমীপত) তেলৰ কুৱা খানিবলৈ পৰামৰ্শ দিছিল। মেডলিকোটৰ এই প্ৰতিবেদনত উল্লসিত হৈ আৰু প্ৰাকৃতিক তেল উলিয়াই ভবিষ্যতে বিপুল ধন আৰু যশ লাভৰ আশাৰে, আৱশ্যকীয় চৰকাৰী অনুমতি লৈ, কলিকতাৰ ব্যৱসায়ী প্ৰতিষ্ঠান Mckillop, Stewart & Co. ৰ এজন সদস্য Mr. Goodanough এ ১৮৬৬ চনত প্ৰথমতে জয়পুৰৰ ওচৰৰ নাহৰপুঙত ৪ টা কূপ খানি অকৃতকাৰ্য্য হৈ, মাৰ্ঘেৰিটাৰ ওচৰৰ মাকুমত ১৯৫ ফুট দলৈকে প্ৰথম কূপটো খানিও অকৃতকাৰ্য্য হৈছিল। তাৰ পাচতে দ্বিতীয় কূপটো ১১৮ ফুট খানি মাত্ৰ ৩০০ গ্যালন তেল পাইছিল। এই কূপটো খানোতে যন্ত্ৰ ব্যৱহাৰ কৰিছিল।" "This second well at Makum was the first successful mechanically drilled well in Asia"—(A Hundred years of Oil-P.8.)। তেল পাই উৎসাহিত হৈছিল যদিও এই তৈল ক্ষেত্ৰ ক্ষন্তেকীয়া বুলি প্ৰমাণিত হোৱাত আৰু নানা প্ৰাকৃতিক বিপৰ্য্যয় আৰু বাট পথ নোহোৱাত, পৰিবহনৰ কোনো ব্যৱস্থা কৰিব নোৱাৰাৰ কাৰণে, শেষত গুদানাফে তেলৰ আশা এৰি, হাত ধুলে। গুদানাফ অকৃতকাৰ্য্য হ'লেও তেওঁৰ পৰাই প্ৰেৰণা লভি ভূতত্ত্ববিদ সকলে কিন্তু জয়পুৰ-মাকুম-নামদাং অঞ্চলত তেলৰ সন্ধানত নেৰানেপেৰাকৈ লাগি আছিল। এই অঞ্চলত বৃহৎ তেলৰ আকৰ আছে বুলি তেওঁলোক নিশ্চিত হৈছিল।

১৯৬৮ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে ডিগবৈত অনুষ্ঠিত সদৌ অসম অৰাজপত্ৰিত বনসেৱা সন্থাৰ সপ্তদশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণত উল্লেখ কৰা,

আজি এশ বছৰৰো আগতে জৰীপ কৰা, এই অঞ্চলৰ প্ৰথম জৰীপৰ দলটোৱে দিয়া বিবৃতিৰ উদ্ধৃতিৰপৰা, তেওঁলোকে কৰা কষ্টৰ উমান পোৱা যায়। ................."No one unaquainted with the province can form any just conception of the obstacles to be contended with in making the most transitory survey. Foot Paths are often obliterated by the insuperable jungle which in denseness can be matched by very few places in the world. Frequent rain storms, never the cold months add to the unpleasantness of camping. Floods are common and the jungles are full of game of all kinds which, however, is seldom seen. The members of the animal kingdom which makes its presence felt is the leach a scourge to man and beast." ইয়াৰ বাহিৰেও মেলেৰিয়া আৰু ক'লা জ্বৰৰ অবাধ ৰাজত্ব আছিল।

১৮৯৪ চনৰ ২৬ জানুৱাৰী তাৰিখৰ Journal of Society Of Arts (No. 2, 149, Vol. XLII) ত প্ৰকাশিত 'THE PETROLEUM FIELD OF INDIA THEIR PRESENT CONDITION AND THEIR PROBABLE FUTURE' শিতানত লিখা প্ৰবন্ধত Dr. R.D. Oldham A.R.S.M. এ লিখিছিল—"Leaving the West with its gloom and failures, we will now turn to the East, the region of success and promise for the future. In upper Assam, the off springs have now been known for a long time; they extend 100 miles from the Singpho hills, on the east, to the Sibsagar District, on the west, and throughout this district are both numerous and abundant. The earliest attempts at exploiting this field were in 1867, when Messrs Mackillop, Stewart and Co. of Calcutta obtained a concession, and sunk some wells at Makum. Altogether eight wells were put down, mostly successful, one of them being said to have yielded 82,000 gallons in the course of eight months. The borings seem all to have been shallow, and the only reason for the abandonment of these workings appears to have been the difficulties of transport and lack of means of dealing with the oil. Nothing appears to have been done towards the development of the oil fields for twenty years, when work was begun at Digboi by the Assam Railways and Trading Company and by the Assam Petroleum Syndicate. The former of these two associassions has also been working at Makum, where Messrs Machillop, Stwert and Co. were so successful but, what ever the cause, these more recent trials were for long unsuccessful. ......................The other locality where both the associations are working, having each a grant of four square miles is in the neighbourhood of the Digboi and Bapa Pung. Here some ten bore holes have been putdown in all, and judging from them and from information obtained from Mr. Townsend my own visit having been too brief to collect many details would seem that there are two district oil bearing horizons yielding oils which differ widely in the amount of solid paraffin they contain if in no other respect."

## অসমৰ চাহখেতি

১৮৩৪ খৃষ্টাব্দত ভাৰতৰ গৱৰ্ণৰ জেনেৰেলে ভাৰতৰ চাহখেতিৰ সম্ভাৱনীয়তা সম্পৰ্কে পৰামৰ্শ দিবৰ কাৰণে এখন কমিটি কৰি দিছিল। এই কমিটিয়ে সমগ্ৰ ভাৰতবৰ্ষ ঘূৰি-পকি

কোম্পানীৰ নিজা বজাৰ (New Market) এখন আৰু মুলিয়াবাৰীত 'মোহন সিঙৰ বজাৰ' নামৰ ব্যক্তিগত বজাৰ, চাহাবসকলৰ কাৰণে ইউৰোপীয়ান ক্লাব, ভাৰতীয় বিষয়াসকলৰ কাৰণে স্পোৰ্টচ ক্লাব (বৰ্ত্তমান কাৰ্মেল স্কুল) আৰু সকলো ভৰতীয়ৰ কাৰণে ইণ্ডিয়ান ক্লাব। চাহাবসকলে গল্‌ফ্‌ খেলিবৰ কাৰণে গল্‌ফ্‌ খেল পথাৰ (Gulf Course), দুটা নামঘৰ—চাৰিআলি আৰু কোম্পানীৰ অসমীয়া সকলে কৰি লোৱা 'ডিগবৈ নামঘৰ' (এতিয়াৰ চেণ্ট্ৰেল নামঘৰ) নামৰ এটি সৰু নামঘৰ, ইদগাহ্‌ আৰু মচজিদ, এটা গীৰ্জ্জাঘৰ, দুটা শিখ মন্দিৰ তথা গুৰুদ্বাৰ আৰু সদ্য আৰম্ভ হোৱা ৰামকৃষ্ণ সেৱাশ্ৰম দেখি, সন্তোষ পাইছিলোঁ। আনহাতে বগা-ক'লা, বাবু-কুলী, বগাচাহাব-ক'লাচাহাব আদি শ্ৰেণী বিভাগবোৰে মনত কিবা এক বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰাকৈ নাছিল। ইউৰোপীয়ান সকলে সদায় এটা নিৰ্দ্দিষ্ট ব্যৱধান ৰাখি চলিছিল। তেওঁলোকৰ আচাৰ ব্যৱহাৰত, নীতি-নিৰ্দ্দেশনাত সাম্ৰাজ্যবাদী শাসক-শোষকৰ স্বৰূপ প্ৰতিফলিত হৈছিল। মুলিয়াবাৰীত চাহাবসকলৰ কাৰণে চাং বঙলাবোৰ সজা হৈছিল। বঙলাৰ মাজেৰে যোৱা পথেৰে ভাৰতীয় সকল যাবলগীয়া হ'লে কিছুমান নিৰ্দ্দেশনা মানিবলগীয়া হৈছিল। ৪৩ নম্বৰ বঙলাৰপৰা ৫৭ নম্বৰ বঙলালৈ ঠাই ডোখৰক "LOVER'S LAND" বুলি কোৱা হৈছিল। এই বঙলাবোৰৰ মাজেৰে যোৱা পথ চোৱাত দুই মূৰে দুখন বোৰ্ডত লিখা আছিল—"OBSERVE STRICT SILENCE WHILE GOING THROUGH THIS AREA."

ভাৰতীয় বিষয়াসকলৰ কাৰণে প্ৰথম C.E. 36 টাইপ'ৰ ঘৰ সজা হৈছিল। এই ঘৰবোৰত বিজুলী চাকি বা পানীৰ কল নাছিল। প্ৰথম অৱস্থাত W.B. Mitraৰ নিচিনা উচ্চ শিক্ষিত ভূ-বিজ্ঞানীও এনে ঘৰতে আছিল। তাৰ পাচত Senior ভাৰতীয় বিষয়া সকলৰ কাৰণে C.E. 37 টাইপ'ৰ ঘৰ সাজিছিল। এইবোৰত লাইট আৰু পানীৰ ব্যৱস্থা আছিল। ১৯৪৭ চনৰ পাচত লাহে লাহে এই অসুবিধাবোৰ আঁতৰোৱা হৈছিল।

ভাৰতীয়সকল বিষয়া পদলৈ উন্নীত বা মকৰল হ'লে এখন তিনি বছৰীয়া চুক্তি চহী কৰি ২০১/২২৫/২৫০ টকা মাহিলী দৰমহা পাইছিল। তদুপৰি বিশেষ সুবিধা কিছুমান পাইছিল। প্ৰতি তিনি বছৰে এই চুক্তি নবীকৰণ কৰা হৈছিল। এনেদৰে বিষয়া হ'লেই তেওঁলোকক অন্যান্য মানুহে 'ক'লাচাহাব' আখ্যা দিছিল। এই আখ্যা দিয়াৰ কাৰণ আছিল, বিষয়া (Executive) হোৱাৰ লগে লগে বিভাগীয় ইউৰোপীয়ান সকলে কোনোবা ভাৰতীয় বিষয়াক মাতিবলৈ হ'লে, পিয়নজনক হুকুম দিছিল—'আমুক চাহাবকো চালাম দো'। মানুহে তেতিয়ালৈকে অকল বগা সকলকহে চাহাব বুলিছিল। ক'লা মানুহো যে চাহাব হয়, জনা নাছিল। ক'লা মানুহেও চাহাব আখ্যা পালত, মানুহে ইউৰোপীয়ান সকলক বগা চাহাব আৰু ভাৰতীয় Executive সকলক ক'লা চাহাব বুলিছিল। ক'লা চাহাবৰো আকৌ দুটা ভাগ আছিল, জুনিয়ৰ আৰু চিনিয়ৰ, অৰ্থাৎ 'চোটা কালা চাহাব' আৰু 'বৰা কালা চাহাব'। চিনিয়ৰ ক'লা চাহাবসকলে আকৌ জুনিয়ৰ সকলক হেয় জ্ঞান কৰাৰ আভাষ তেওঁলোকৰ চাল চলনত ফুটি উঠিছিল।

ভাৰতীয়সকলৰ ভিতৰতো ক'লা চাহাবসকল (Executives) ইউৰোপীয়ান আৰু অন্যান্য কৰ্ম্মচাৰী সকলৰ (Non Executive) মাজত, এটা বিশেষ শ্ৰেণী হৈ পৰিছিল। ভাৰতীয় বিষয়াসকলৰ ক্ষেত্ৰত কোম্পানীয়ে বান্ধি দিয়া চুক্তিয়ে তেখেতসকলক কিছুমান বাধা নিষেধ মানি চলিবলৈ বাধ্য কৰিছিল। একালে ভাৰতীয়সকলৰ কিছুমানে 'চাহাব' নাম লৈ নিজে সৃষ্টি কৰি লোৱা অসাৰ, ঠেক চিন্তা, এক অন্তঃসাৰ শূণ্য আভিজাত্যাভিমানেৰে দেখুৱা ভেম আৰু

আনফালে, সৰু-বৰ সকলো ভাৰতীয়ৰে চাহাবসকলৰ প্ৰতি সকলো সময়তে ভয় আৰু চাকৰিৰ নিৰপত্তাহীনতাৰ শঙ্কা প্ৰদৰ্শন, প্ৰত্যক্ষ কৰিছিলোঁ। বিশেষকৈ সেই সময়ৰ 'লেবাৰ চাহাব' (Labour Superintendent) টাউলাৰ চাহাবক ভয় নকৰা মানুহ নাছিল বুলি ক'লেও বেছি কোৱা নহয়। মানুহৰ মুখে মুখে প্ৰচলিত আছিল যে, টাউলাৰ চাহাবৰ হেনো নিজৰ চোৰাংচোৱাৰ মজবুত, বিস্তৃত জাল এখন আছিল। কোম্পানীৰ প্ৰতি বিভাগতে, সৰু-বৰ সকলো চাকৰিয়ালৰ মাজত, টাউলাৰৰ চোৰাংচোৱা আছিল। চোৰাংচোৱা বিভাগৰ প্ৰধান আছিল চৰ্দ্দাৰ হৰি সিং। 'চোৰাংচোৱা' বিভাগ বুলি দেখাত কোনো বিভাগ নাছিল। হৰি সিঙে লেবাৰ অফিচৰ মেডিকেল বিভাগত কাম কৰিছিল। বাহিৰৰ অতি সৰু সৰু কথাও টাউলাৰ চাহাবৰ কাণত পৰিছিল। সেয়ে সৰহভাগ মানুহে খোলা মনেৰে কোনো কথা নকৈছিল। মই দেখাত, অন্তৰত যিয়েই নাথাকক লাগে, বাহিৰৰ ব্যৱহাৰত কিন্তু সৰহভাগ ইউৰোপীয়ান ভদ্ৰ আছিল। আনকি বহু চৰ্চ্চিত টাউলাৰ চাহাবেও কোনো অভদ্ৰ আচৰণ কৰা শুনা নাছিলোঁ। অৱশ্যে ইয়াৰ ভিতৰতে আকৌ ২।৪ জনে তেওঁলোকৰ ভাৰতীয় বিদ্বেষী মনোভাবৰ প্ৰকট ৰূপটো নেদেখুৱাকৈ নাছিল। তেনে এজন আছিল গেলেম্পি চাহাব। সম্ভৱতঃ তেখেত ফিল্ড চুপাৰিণ্টেণ্ডেণ্ট আছিল। ভাৰতীয় কৰ্ম্মচাৰীসকলৰ প্ৰতি ৰূঢ় ব্যৱহাৰ কৰাই আছিল তেওঁৰ ধৰ্ম্ম। অৱশ্যে কিছুমান মানুহে বিশেষ জনা বুলি নিজকে দেখুৱাবলৈ গৈ, ক'লা-বগা, চাহাব-বাবু-মজদুৰৰ মাজত থকা পাৰ্থক্যক অতিৰঞ্জিতো কৰিছিল।

যি কি নহওক, নিয়মানুবৰ্ত্তিতা আৰু কৰ্ত্তব্যনিষ্ঠা কিন্তু চাহাবসকলৰপৰা শিকিবলগীয়া আছিল। ভাৰতীয় হ'লেও নিয়মানুবৰ্ত্তিতা, পটুতা আৰু ব্যক্তিত্বক চাহাবসকলে সন্মান কৰিছিল, পুৰস্কৃত কৰিছিল। তেওঁলোকৰ স্বাৰ্থ বা নীতিৰ কাৰণে বিৰোধিতা কৰিলেও সৎ, নীতি-পৰায়ণ আৰু কৰ্ত্তব্য-পৰায়ণ ব্যক্তিক চাহাবসকলে অন্তৰত শ্ৰদ্ধা কৰিছিল।

ভাৰতীয় চাকৰিয়াল সকলৰ মাজত প্ৰধানকৈ তিনিটা শ্ৰেণী আছিল। (১) বিষয়া (Executive) তথা ক'লা চাহাব (২) বাবু (৩) মজদুৰ। বিষয়াসকল চুক্তিবদ্ধ (Agreement Holder) আছিল। বাবুসকল মাহিলি হাৰত আৰু মজদুৰসকলে দিন হাজিৰা হাৰত দৰমহা পাইছিল। যোগালি, মজদুৰ, ফিটাৰ, টাৰ্ণাৰ, ওৱেল্ডাৰ, ড্ৰাইভাৰ আদি সকলো কাৰিকৰী মানুহ আছিল মজদুৰ। এওঁলোক Main Programme ৰ ভিতৰুৱা আছিল। কেৰাণী, অপাৰেটৰ, চুপাৰভাইজাৰ আদি কম সংখ্যক মানুহ আছিল মাহিলি হাৰত কাম কৰা। প্ৰচলিত ভাষাত তেওঁলোকেই আছিল 'বাবু'। 'বাবুসকলক' মজদুৰসকলতকৈ বেছি মৰ্য্যাদা দিয়া হৈছিল। আপেক্ষিক ভাবে কম দৰমহা পোৱা, নতুনকৈ ভৰ্ত্তি হোৱা বাবু এজনো পুৰণি, অভিজ্ঞ আৰু বেছি দৰমহা পোৱা ফিটাৰ বা মিস্ত্ৰি এজনতকৈ বেছি সন্মানিত আছিল। কোম্পানীয়ে দিয়া সা-সুবিধা যেনে ছুটী, ঘৰ, চিকিৎসা আদিৰ ক্ষেত্ৰতো 'বাবু' 'মজদুৰ'ৰ মাজত পাৰ্থক্য আছিল। সেয়ে এই সৰহসংখ্যক চাকৰিয়ালৰ মাজত একৰকম হীনমন্য ভাবৰ উদ্ৰেক হৈছিল। সুখৰ কথা যে, কোম্পানীৰ বাহিৰৰ অন্যান্য সামাজিক কামত এই বিভাজনৰ বিশেষ প্ৰভাব পৰা নাছিল। ক'ৰবাত পৰিলেও, মন কৰিবলগীয়া বিধৰ নাছিল। ইয়াৰ কাৰণ হিচাপে, ভাৰতীয় সমাজৰ কৃষ্টি, পাৰিবাৰিক গাঠনিৰ উপৰিও, বহুতো পৰিয়ালৰ একেটা ঘৰতে, একে ভাই ককাইৰ ভিতৰতে, কোনোবা চাহাব, কোনোবা বাবু আৰু কোনোবা মজদুৰ আছিল। গতিকে কোম্পানীয়ে কৰা ব্যৱধান ঘৰত বা সামাজিক কাজ-কৰ্ম্মত ৰখাটো সম্ভৱপৰ নাছিল।

সেই সময়ৰ এটা পৰিসংখ্যা অনুযায়ী, কোম্পানীৰ প্ৰায় আঠ হাজাৰ কৰ্ম্মচাৰী আছিল।

ইয়াৰ বাহিৰেও ঠিকাদাৰৰ মানুহো কেইবা হাজাৰো আছিল। চাহাব, অসমীয়া, বঙালী, নেপালী, টেলেগু, গোৰখপুৰী, পাঞ্জাবী আদি ভাৰতৰ বিভিন্ন ভাবাভাষী মানুহ আছিল। নেপালীসকলৰ সৰহ সংখ্যকেই নেপালৰ নাগৰিক আছিল। অসমীয়াৰ সংখ্যা সবাতোকৈ কম আছিল আৰু বঙালীৰ সংখ্যা সৰ্ব্বাধিক আছিল। নেপালী, তেলেগু আৰু তাৰ তলত গোৰখপুৰী, বিহাৰী, পাঞ্জাবী আছিল। মহাৰাষ্ট্ৰ, মধ্যপ্ৰদেশ, মাদ্ৰাজ, উৰিষ্যা, কাশ্মীৰ আদিৰ মানুহো আছিল। ঠিকাদাৰৰ সৰহভাগ মানুহেই আছিল ইউ. পি., আৰু বিহাৰৰ মানুহ। অসমীয়া মানুহে কোম্পানীত কাম পোৱা বা লোৱা বৰ সহজ নাছিল। কাম পালেও আকৌ কিছুদিন থাকি, অলপ কিবা আমনি পালেই চাকৰি এৰি গুচি গৈছিল। গুচি যোৱাৰ যুক্তিসঙ্গত, স্বাভাৱিক, কাৰণ কিছুমানো আছিল।

## ১৯৩৬ চনৰ ডিগবৈত অসমীয়া সমাজ তথা ডিগবৈ সমাজ

১৯৩৬ চনৰ ১ জুন তাৰিখে গধূলি 'আলি বাবুৱে' ঠিক কৰি দিয়া মেচলৈ খাবলৈ গৈছিলোঁ। মই যোৱাৰ লগে লগে ৩।৪ জনমান অসমীয়া ডেকা বৰ উৎফুল্ল হৈ মোক আদৰিলে। তাৰে এজন হীৰা নাথ বৰদলৈয়ে কৈ উঠিল, 'আজি খাৰ খোৱা এজন বাঢ়িল। আন এজনে ক'লে 'চিন্তা নকৰিবা। শনৈঃ পন্থা শনৈঃ পন্থা শনৈঃ পৰ্ব্বত লঙ্ঘনম্। জগত পৰিবৰ্ত্তনশীল সময়ৰ পৰিবৰ্ত্তন অব্যশ্যম্ভাবি।'' এনেদৰে চলা কথা বতৰাৰপৰা মই ধৰি লৈছিলোঁ (১) ডিগবৈত অসমীয়া মানুহৰ সংখ্যা কম (২) অসমীয়া মানুহে চাকৰি পোৱাও সহজ নহয় (৩) বিবিধ কাৰণত বহুতো অসমীয়া মানুহে চাকৰি এৰি গুচি গৈছে।

মই আহিয়েই পাইছিলোঁ অসমীয়া মানুহৰ নামঘৰ দুটা—চাৰিআলি নামঘৰ আৰু ডিগবৈ নামঘৰ। বৰবিল, ইটাভাটাত থকা অসমীয়াসকলে মিলি, চাৰিআলি নামঘৰ স্থাপন কৰিছিল। পূৰ্ণ চন্দ্ৰ বৰঠাকুৰ, ঠানু ৰাম শইকীয়া, কানু ৰাম দত্ত, বলো ৰাম বড়া আদি লোকসকল আছিল ইয়াৰ প্ৰতিষ্ঠাপক, পূৰ্ণ বৰঠাকুৰ প্ৰথম সভাপতি আছিল।

১৯৩২ চনত কোম্পানীৰ অসমীয়া চাকৰিয়ালসকলে 'ডিগবৈ নামঘৰ' নামৰ সৰু নামঘৰ এটা স্থাপন কৰিছিল। এই ডিগবৈ নামঘৰেই বৰ্ত্তমান কেন্দ্ৰীয় নামঘৰ। এটা কেঁচা ভেটিৰ অকণমান নামঘৰ। কিন্তু এই নামঘৰটোৱেই আছিল জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্ব্বিশেষে অসমীয়া মানুহৰ মিলন ভূমি। পানীন্দ্ৰ নাথ হাজৰিকা, টঙ্কেশ্বৰ বৰুৱা, ভোলা নাথ শইকীয়া, বদন চন্দ্ৰ হাজৰিকা, গৌৰী নাথ গোহাঁই, ভগৱতী প্ৰসাদ দাসকে প্ৰমুখ্য কৰি কেইজনমান অসমীয়া লোকৰ যত্নত আৰু কোম্পানীৰ সহযোগত, নামঘৰটো প্ৰতিষ্ঠা হৈছিল। কোম্পানীয়ে মাটি দিছিল।

অসমীয়া মানুহৰ ভিতৰত গোৱালপাৰা জিলাৰ, বিশেষকৈ বঙাই গাওঁ অঞ্চলৰ মানুহ বহুত আছিল। তেওঁলোকে কাৰো টান কথা সহ্য নকৰিছিল। মুলিয়াবাৰী ওপৰ লাইনবোৰত গোৱালপাৰাৰ মানুহবোৰৰ প্ৰায় সকলোবোৰেই একেলগে আছিল। সেই লাইনবোৰৰ নামেই হৈছিল 'গোৱালপৰীয়া লাইন'। তেওঁলোকৰ নামঘৰৰ লগত বৰ ঘনিষ্ঠতা নাছিল। কিন্তু মানুহবোৰ বৰ সঙ্গীতপ্ৰিয় আছিল। নিজৰ ভিতৰতে তাল, খোল, তবলা, হাৰমণিয়াম লৈ সঙ্গীতৰ দল এটা তৈয়াৰ কৰি লৈছিল। সদায় গধূলি হ'লে তেওঁলোকৰ কাৰোবাৰ নহয় কাৰোবাৰ ঘৰত সঙ্গীতৰ 'মজলিচ' বহিছিল। গোৱালপৰীয়া 'শ্যামা মাষ্টৰ' ডিগবৈৰ ভিতৰতে এজন নামী তাবলিষ্ট আৰু গায়ক আছিল।

ড্ৰিলিং বিভাগৰ 'ড্ৰিলিং গেং'বোৰৰ সৰহ ভাগেই গোৱালপৰীয়া আছিল। একোজন ড্ৰিলাৰৰ অধীনত ৮ জনকৈ মানুহৰ একোটা দলে একেৰাহে ৮ ঘন্টাকৈ কাম কৰিছিল। এই গোটবোৰক 'ড্ৰিলিং গেং' বুলিছিল। প্ৰথম অৱস্থাত প্ৰায় ড্ৰিলাৰেই চাহাব আছিল। অৱশ্যে মই আহি কিছু সংখ্যক ভাৰতীয় ড্ৰিলাৰো পাইছিলোঁ। পানীন্দ্ৰ নাথ হাজৰিকা, ভোলা নাথ শইকীয়া, ফুকন ৰয়, এম. হুচেইন, সদানন্দ দত্ত আৰু টঙ্কেশ্বৰ ৰাজখোৱা অসমীয়া ড্ৰিলাৰ আছিল। পিচলৈ কিউ. টি. ৰহমান, তপন লাল বৰুৱা (বুৰঞ্জীবিদ ৰায় বাহাদুৰ, কনক লাল বৰুৱাৰ পুত্ৰ), হৰি নাথ ভট্টাচাৰ্য আদিও ড্ৰিলাৰ হৈ আহিছিল। পানীন্দ্ৰ নাথ হাজৰিকা অসমীয়া সমাজৰ মুখ-পাত্ৰৰ নিচিনা আছিল। হৰিনাথ ভট্টাচাৰ্য্য ইঞ্জিনিয়াৰ আছিল আৰু ভাল সংস্কৃতজ্ঞ আছিল। সেয়ে বিদ্বৎ সমাজত তেখেতৰ আচুতীয়া আসন আছিল। তেখেত ভাৰতৰ এজন সু-প্ৰসিদ্ধ চিকিৎসাবিদ, অসম মেডিকেল কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ, প্ৰয়াত ডাঃ মথুৰা নাথ ভট্টাচাৰ্য্যৰ ককায়েক আছিল। আন এজন ড্ৰিলাৰ কিউ. টি. ৰহমান বৰ উৎসাহী আৰু সমাজ প্ৰিয় আছিল। অসমীয়াৰ প্ৰায় সকলো কামতে তেখেতে আন্তৰিকতাৰে আগভাগ লৈছিল।

ভাৰতীয় ড্ৰিলাৰ সকলৰ তিনিটা শ্ৰেণী আছিল। প্ৰথম শ্ৰেণী বা চুপাৰিণ্টেণ্ডিং ড্ৰিলাৰ, দ্বিতীয় শ্ৰেণী আৰু তৃতীয় শ্ৰেণীৰ ড্ৰিলাৰ। সদানন্দ দত্ত আৰু টঙ্কেশ্বৰ ৰাজখোৱা দুজন অসমীয়া আৰু ধনুকা উপাধিধাৰী আন এজন ভাৰতীয় ১৯২০ চনৰ পৰাই চুপাৰিণ্টেণ্ডিং ড্ৰিলাৰ আছিল। তেখেতসকলৰ মাহিলী দৰমহা আছিল ১৫০ টকা। দ্বিতীয়-তৃতীয় শ্ৰেণীৰ মাহে দৰমহা আছিল ক্ৰমে ৪০ টকা আৰু ২৫ টকা। পাচলৈ এই দৰমহাৰ গাঠনি যথেষ্ট বৃদ্ধি পাইছিল আৰু ড্ৰিলাৰ পদটো এটা সন্মানিত পদ হৈ পৰিছিল। মই অহাৰ আগতেই দত্ত আৰু ৰাজখোৱাই ডিগবৈ এৰিছিল। পানীন্দ্ৰ নাথ হাজৰিকা দ্বিতীয় শ্ৰেণীৰ ড্ৰিলাৰ হিচাপে প্ৰথম কামত সোমালেও মই আহি তেখেতক এজন সন্মানিত ড্ৰিলাৰ হিচাপেই পাইছিলোঁ।

সেই সময়ত প্ৰথম শ্ৰেণীৰ ইউৰোপীয়ান ড্ৰিলাৰৰ মূল দৰমহা আছিল মাহে সৰ্ব্বাধিক ৩০ পাউণ্ড। ১৮৯৪ চনৰ ২৪ মাৰ্চ্চ তাৰিখে কোম্পানীৰ জেনেৰেল মেনেজাৰে বোৰ্ডলৈ লিখিছিল—"I have to report having arranged with Mr. Gilroy to be in the services of Company at a salary of £30 monthly............. I offered him £30 which after consideration accepted."

ওপৰত উল্লেখ কৰা হৈছে যে, বিষয়া তথা চাহাব হ'বলৈ প্ৰথমে এখন চুক্তি পত্ৰত চহী কৰিবলগীয়া হৈছিল। সেয়ে বিষয়াসকলক সৰ্ব্ব সাধাৰণে 'Agreement Holder' বুলিও কৈছিল। বিষয়া হ'লেই দুশ টকাৰ ওপৰ দৰমহা পাইছিল। সেয়ে প্ৰথম শ্ৰেণীৰ ড্ৰিলাৰবোৰে বিষয়াৰ যোগ্যতা অৰ্জ্জন কৰা লৈকে, ১৫০ টকা দৰমহাত আৰম্ভ কৰি ২০০ টকা পাৰ হ'লেই চুক্তি পত্ৰত চহী কৰি 'চাহাব' হৈছিল। অৱশ্যে ১৯৩৬ চনলৈ অৰ্থাৎ মই আহি দেখালৈকে, দৰমহাৰ গাঠনি আৰু ড্ৰিলাৰৰ পদ মৰ্য্যদাৰ বহু সলনি হৈছিল। পাচলৈ কেইবাজনো ইঞ্জিনিয়াৰ ড্ৰিলাৰ হৈ আহিছিল। পানীন্দ্ৰ হাজৰিকাকো মই আহি 'চাহাব' হিচাপেই পাইছিলোঁ। তেখেত জ্যেষ্ঠ ড্ৰিলাৰলৈ উন্নীত হৈছিল।

তেলখাদ খানি থাকোঁতে তাৰপৰা ওলাই থকা মাটি, পানী, শিল, অহৰহ পৰীক্ষা কৰি থাকিবলৈ এটা বিভাগ আছিল। এই বিভাগটোক Mud Plant বুলিছিল। বৰ্ত্তমান ডিগবৈত থকা অইল ইণ্ডিয়াৰ কাৰ্য্যালয়ৰ স্থানতেই Mud Plant আছিল। ইয়াত কাম কৰা কেমিষ্ট সকলক

ফিল্ড কেমিষ্ট বুলি কৈছিল। ইয়াৰ চীফ কেমিষ্ট আছিল শৈলেন বিশ্বাস আৰু সহকাৰী আছিল গুণীন্দ্ৰ নাথ ফুকন। কেমিষ্ট আছিল নগেন্দ্ৰ নাথ গগৈ। তেখেত পাছত গৈ অইল ইণ্ডিয়াৰ Chief Field Chemist হিচাপে অৱসৰ লৈছিল। তেখেতে এটি নৱজাত হাতী পোৱালি পুহিছিল। নাম থৈছিল হীৰা। হীৰাক খুৱাবলৈ দিনে ১০ সেৰ গাখীৰ কিনিছিল আৰু বছৰি বন বিভাগক ১১০০ টকা ৰয়েল্টি দিছিল। নিজৰ ল'ৰা-ছোৱালীৰ নিচিনাকৈ হীৰাক আপডাল কৰিছিল। তাই অন্যান্য ল'ৰা-ছোৱালীৰ খেলাৰ লগৰী হৈ পৰিছিল। দুবছৰ মানৰ পাচত খৰচ কুলাব নোৱাৰি বিক্ৰী কৰি দিবলৈ বাধ্য হোৱাত, মনত দুখ পাইছিল। বিক্ৰী কৰাৰ পাচতো মাজে মধ্যে হীৰাক চাই আহিছিল। বিভাগীয় চাহাব, কৰ্ম্মচাৰী সকলেও হীৰাৰ মঙ্গল চিন্তা কৰিছিল। প্ৰতি ৰাতিপুৱা কামলৈ আহি চীফ কেমিষ্ট শৈলেন বিশ্বাসে নগেন গগৈক প্ৰথম প্ৰশ্ন কৰিছিল "হীৰা কেমন আছে?"

গোৱালপাৰাৰ মানুহবোৰ বিশেষ শিক্ষিত নহ'লেও বৰ স্বাধীনচিতীয়া আছিল। বিশেষকৈ বগা চাহাবৰ কোনো টান কথা সহ্য নকৰিছিল। কাম কৰোঁতে বগা ড্ৰিলাৰ চাহাবে তেওঁৰ তলৰ কোনো মানুহক কিবা বেয়া ব্যৱহাৰ কৰিলে, উত্তম-মধ্যম দিয়াটো এটা নিত্য-নৈমিত্তিক ঘটনা হৈ পৰিছিল। আনকি, চাহাবক ড্ৰিলিঙৰ ডেৰিকত বান্ধি থোৱা দৃষ্টান্তও নোহোৱা নহয়। চাহাবে কোনো সাক্ষী নাপাইছিল। প্ৰায় ক্ষেত্ৰতে চাহাবৰ ওপৰত ওলোটা অভিযোগ অনা হৈছিল। সেইদেখি, অলপ সুৰুঙা পালেই গোৱালপাৰাৰ মানুহক 'লাল চিঠি' দিছিল, অৰ্থাৎ বৰ্খাস্ত কৰিছিল। লাহে লাহে গোৱালপাৰাৰ মানুহ কমি গৈছিল। শেষত ১৯৩৯ চনৰ শ্ৰমিক ধৰ্ম্মঘটৰ চেলু লৈ, প্ৰায়বোৰ গোৱালপাৰাৰ মানুহকেই খেদি দিছিল। তাৰ পাচতো খগেন দত্ত (খগেন পণ্ডিত), ক্ষিতিশ ৰায়, শম্ভু ৰাজবংশী আদি কেইজনমান মানুহ থাকি গৈছিল। খগেন পণ্ডিতে মুলিয়াবাৰী 'টেঙেল বস্তি'ত আৰু শম্ভু ৰাজবংশীয়ে বাপাপুঙত নিজা ঘৰমাটি কৰি, বসতি কৰিছিল। পণ্ডিতৰ পুতেক ঁউপেন দত্ত এজন উৎসাহী, ডেকা সমাজ কৰ্ম্মী আছিল আৰু কোম্পানীৰ ইলেকট্ৰিক বিভাগত কাম কৰিছিল। শম্ভু ৰাজবংশীৰ পুতেকেও নিজা ঘৰত থাকিয়েই কোম্পানীৰ কাম কৰে।

বৰ্ত্তমান ষ্টেচনপাৰাৰ ৭৮৭ নং লাইনটো 'অসমীয়া বেৰেক' নামেৰে জনাজাত আছিল। সাধাৰণতে জ্যেষ্ঠ অসমীয়া ক্লাৰ্ক সকলক এই বেৰেকৰ কোৱাৰ্টাৰবোৰত থাকিবলৈ দিছিল। কেতিয়াবা কোনো এটা কোৱাৰ্টাৰ খালী হ'লেও আন এজন অসমীয়াকহে দিয়া হৈছিল। অসমীয়া বেৰেকত থকা মানিক বৰুৱা, মদন কাকতি, ধৰ্ম্মেশ্বৰ গোহাঁই (ফাৰুক গোহাঁই), প্ৰফুল্ল বড়া আদি লোকসকল বৰ ধেমেলীয়া আৰু উদ্যোগী আছিল। অসমীয়া সমাজৰ অভাৱ-অভিযোগৰ বহুত কথাৰেই প্ৰাৰম্ভিক আলোচনাৰ ঠাই আছিল 'অসমীয়া বেৰেক'। মই আৰু প্ৰিয় নাথ দাস তালুকদাৰ লগ হৈ, সপ্তাহত অন্ততঃ এদিন, 'অসমীয়া বেৰেক'লৈ নগ'লে ভাল নালাগিছিল। আমাক তেওঁলোকে মহাশয় বুলি মাতিছিল। আমি দুয়ো, বিশেষকৈ মানিক বৰুৱাৰ ঘৰত, সদায় তিল পিঠা আৰু নাৰিকলৰ লাৰুৰে চাহ একোকাপ খাই বিদায় লৈছিলোঁ। প্ৰিয় দাস তালুকদাৰ আৰু মই আবেলি পৰত সদায় একেলগে ফুৰিছিলোঁ আৰু প্ৰায় সকলো অসমীয়া মানুহৰ ঘৰলৈকে এদিন নহয় এদিন গৈছিলোঁ। পাচলৈ কোনো কোনোৱে আমাক 'যুগল মূৰ্ত্তি' বুলি ধেমালিও কৰিছিল। অসমীয়া বেৰেকৰ বাহিৰেও একাউন্টচ অফচিৰ হেড ক্লাৰ্ক সৰ্ব্বানন্দ খাউণ্ড, খগেন শৰ্ম্মা, ওৱৰ্কচপৰ হেডক্লাৰ্ক বদন হাজৰিকা, ট্ৰেন্সপোৰ্ট চুপাৰ ভাইজৰ গৌৰী গোহাঁই, ক্লাৰ্ক ডিম্বেশ্বৰ বৰুৱা (পাচলৈ চুপাৰ ভাইজাৰ), ভৱ শৰ্ম্মা, জেনেৰেল অফিচৰ হেড টাইপিষ্ট উপেন

ভূএগ, লেবাৰ অফিচৰ হেড ক্লাৰ্ক উমেশ দত্ত, ক্লাৰ্ক ভগবতী প্ৰসাদ দাস, তাৰিণী কাকতি, টাকু ৰাম দত্ত, ইলেক্ট্ৰিকৰ হেড ক্লাৰ্ক সীতা নাথ দাস, ইলেক্‌ট্ৰিচিয়ান পদ্মধৰ হাজৰিকা, কনষ্ট্ৰাকচনৰ হেড ক্লাৰ্ক আনন্দ ভূএগ, প্ৰডাক্সনৰ হেডক্লাৰ্ক সুখ ৰাম বেজ (শশী নাথে অৱসৰ লোৱাৰ পাচতহে এখেত হেডক্লাৰ্ক হৈছিল), ক্লাৰ্ক খগেন বৰুৱা, প্ৰভাত দাস, জিওলজিকেল অফিচৰ ক্লাৰ্ক প্ৰফুল্ল বৰা (পাচত হেডক্লাৰ্ক), দেবী ৰাম দাস, জগন্নাথ দাস, টেলিফোন অপাৰেটৰ নগেন দাস, ড্ৰিলিং বিভাগৰ ক্লাৰ্ক ধৰ্ম্মেশ্বৰ বৰুৱা, মহম্মদ ইচাক, প্ৰডাক্সন চুপাৰভাইজাৰ হীৰা নাথ বৰদলৈ, পূৰ্ণ কান্ত বৰুৱা, ৰিফাইনাৰীৰ অপাৰেটৰ মহেন্দ্ৰ নাথ বৰা, শশী চৌধুৰী, প্ৰসন্ন চৌধুৰী, আদি ৰাম ভঁড়ালী, ৰিফাইনাৰী কুপাৰেজৰ ক্লাৰ্ক পূৰ্ণ চন্দ্ৰ বড়া, মটৰ গেৰেজৰ মুক্তা নেওগ, মুকলেচুৰ ৰহমান, কোম্পানীৰ শিক্ষা বিভাগত গণেশ চন্দ্ৰ শইকীয়া, গুণ কান্ত শৰ্ম্মা, নৰেন্দ্ৰ নাথ দত্ত, প্ৰিয়নাথ দাস তালুকদাৰ, মেডিকেলত ডাঃ ৰত্ন ভূএগ আৰু ওপৰত কৈ অহা অসমীয়া বেৰেকৰ ব্যক্তিসকল আৰু ড্ৰিলাৰসকল, লগতে টঙ্কেশ্বৰ বৰুৱা আছিল মই আহি পোৱা অসমীয়া সমাজৰ লেখত লোৱা ব্যক্তিসকল। আন এজন পুৰণি মানুহ আছিল উমেশ দুৱৰা। তেখেতে 'মিচন পাৰা'ত ঘৰমাটি কৰি বসতি কৰিছিল। আন এজন পুৰণি মানুহ আছিল (ৰিফাইনাৰীৰ ক্লাৰ্ক) ঠানুৰাম শইকীয়া। বহুতৰে নাম পাহৰিলোঁ। সকলোৰে নাম দিয়াটোও সম্ভৱ নহয়। তাৰো আগতে প্ৰডাক্সন বিভাগত তোষেশ্বৰ শইকীয়া আৰু বিপিন বিহাৰী ভূএগ নামৰ দুজন অসমীয়া দায়িত্বশীল পদত আছিল বুলিও শুনিছিলোঁ।

এইসকলৰ বাহিৰেও পাইছিলোঁ একাউণ্টচৰ সুকুমাৰ দত্ত, সুকুমাৰ মুখাৰ্জ্জী, সুখময় ৰায়, শোক হৰণ বানাৰ্জ্জি, অতিকায় বন্ধু, নিত্য গোপাল ৰায়, সুখেশ চৌধুৰী, ৰমেশ ভট্টাচাৰ্য্য, মাধব মুখাৰ্জ্জী, জেনেৰেল অফিচৰ নলিনী গুপ্ত, লেবাৰ অফিচৰ অক্ষয় ভট্টাচাৰ্য্য, সুখদা বৰুৱা, শিশিৰ মিশ্ৰ, পি.চি. দাস, চৰ্দ্দাৰ হৰি সিং, গুৰ্ব্বক সিং, জিওলজিকেলৰ এচ. এন. বিশ্বাস, ভি. বি. ৰাও, এচ. চি. দাশগুপ্ত, জষ্টিন পাল, এ. বি. দাশগুপ্ত আৰু হেডক্লাৰ্ক দেবেন দত্ত, ইঞ্জিনিয়াৰিঙৰ এম. এন. দাস, কে.পি. চৰকাৰ, কে. চি. পাল, অনিল কৰ, মেডিকেলৰ ডাঃ শৈলেন্দ্ৰ নাথ নন্দী, ডাঃ ধীৰেন্দ্ৰ নাথ দত্ত, ডাঃ শ্ৰীধৰ ঘোষ, কম্পাউণ্ডাৰ শ্ৰীধৰ ঘোষ, সন্তোষ সেনগুপ্ত, ডাঃ কুমুদৰঞ্জন পাল, ৰিফাইনাৰীৰ মনীন্দ্ৰ চক্ৰৱৰ্ত্তী আৰু জে. চি. বিশ্বাস (কেমিষ্ট), পীযুষ কান্তি দেব, ষ্টোৰৰ ৰাজন আলি, সুৰেন্দ্ৰ মোহন গাঙ্গুলী, ৰমেশ ৰায়, আৰ. এম. পাতৰ, মটৰ গেৰেজৰ হেডক্লাৰ্ক পি. চি. হোৰ, ইলেকট্ৰিকৰ গোপাল খাচনবিশ, ট্ৰেন্সপোৰ্টৰ হৰনাম সিং জাজ আৰু সেই সময়ৰ এ.ও.চি. স্কুলৰ শিক্ষকবৃন্দ। মই অহাৰ পাচত ত্ৰিশৰ দশকতেই আহিছিল জিওলজিষ্ট ডব্লিউ ডব্লিউ মিত্ৰে, এচ. চি. দাশগুপ্ত, জেনেৰেল অফিচৰ কে. বি. কানুগা (পাচত ডেপুটী জেনেৰেল মেনেজাৰ), নিখিল চৌধুৰী, কানষ্ট্ৰাকচনৰ দ্বিজেশ গুপ্ত আদি। সামাজিক কামৰ সূত্ৰতেই এখেতসকলৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ গঢ়ি উঠিছিল।

ফিল্ডৰ দয়া সিং আৰু চেৰাফুদ্দিন তলৰপৰা কাম কৰি তেখেতসকলৰ ঐকান্তিক শ্ৰম আৰু চেষ্টাৰে আহৰণ কৰা কাৰিকৰী জ্ঞানৰ কাৰণে, নিজ নিজ বিভাগত বৰ সন্মানীয় ব্যক্তি হৈ পৰিছিল। তেখেতসকলৰ দুয়োজনে যোগালিৰপৰা মিস্ত্ৰি আৰু মিস্ত্ৰিৰপৰা বিষয়া (ক'লা চাহাব) হৈছিল। কোনো কোনো সময়ত ইঞ্জিনিয়াৰ সকলেও তেখেতসকলৰ পৰামৰ্শ গ্ৰহণ কৰিবলগীয়া হৈছিল।

অসমীয়া প্ৰিয়ৰাম বৰুৱা তলৰপৰা কাম কৰি, নিজ চেষ্টাৰে অভিজ্ঞ হৈ, মিস্ত্ৰি হৈছিল। তেখেতক বয়লাৰৰ যাদুকৰ বুলি কৈছিল। সেই সময়ত বয়লাৰৰ সৰ্ব্বশ্ৰেষ্ঠ পাৰদৰ্শী মানুহ



আছিল। কোম্পানীয়ে কেইবাবাৰো তেখেতক 'চাহাব' পদ যাচিছিল, কিন্তু কোনো চুক্তি পত্ৰত চহী কৰি তেখেত 'চাহাব' হ'ব খোজা নাছিল। এনেদৰে চুক্তি পত্ৰত চহী কৰি চাহাব হোৱাটোক তেখেতে গিৰমিতীয়া গোলামীৰ নামান্তৰ আখ্যা দিছিল। প্ৰিয়ৰাম বৰুৱা মিস্ত্ৰি হৈ থাকিলেও উৰ্দ্ধতন কৰ্তৃপক্ষৰপৰা এক আচুতীয়া সন্মান লাভ কৰিছিল।

আন এজন মানুহ পাইছিলোঁ নিহাল দাস মহান্ত। এখেত এজন মাইনিং ইঞ্জিনিয়াৰ আছিল। ১৯৩৭ চনত ডিগবৈত সহকাৰী প্ৰডাক্সন ইঞ্জিনিয়াৰ হিচাপে যোগদান কৰি ১৯৫৭ চনত প্ৰথম ভাৰতীয় প্ৰডাক্সন চুপাৰিন্টেণ্ডেণ্ট হৈছিল। কোম্পানীৰ চাহাব হ'লেও তেখেত মনে-প্ৰাণে জাতিয়তাবাদী আছিল। ভাল পোৱা-বেয়া পোৱালৈ কেৰেপ নকৰি, কোনো অযুক্তিকৰ কথাত তেখেত নিজৰ কথাৰপৰা এক ইঞ্চিও লৰচৰ নকৰিছিল।



১৯৫৮ চনত অসম অইল কোম্পানীৰ প্ৰথম ভাৰতীয় ডেপুটী জেনেৰল মেনেজাৰ আৰু পাচত অইল ইণ্ডিয়াৰ প্ৰথম জেনেৰেল মেনেজাৰৰপৰা গৈ আবাসিক সঞ্চালক (Resident Director) হোৱা কেৱলৰাম বুলচান্দ কানুগাই (কানুগা চাহাব) ১৯৩৭ চনতেই কোম্পানীত যোগদান কৰিছিল। তেখেতৰ সময়ৰ ডিগবৈ আৰু দুলিয়াজানৰ কোনো মানুহেই তেখেতৰ সমাজ প্ৰীতিৰ কথা পাহৰিব নোৱাৰিব। ডিগবৈত কানুগা আৰু মহান্ত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাইমাৰী সভ্য হোৱা প্ৰথম 'চাহাব' আছিল। নানা কাৰণত এই দুগৰাকী ব্যক্তি মোৰ ঘৰুৱা বন্ধু যেন হৈ পৰিছিল। শ্ৰীমতী মহান্ত আৰু শ্ৰীমতী কানুগাক মই বহিনজী বুলি মাতিছিলোঁ। তেখেতসকলে মোক শৰ্ম্মাজী বুলিছিল। ভূতত্ত্ববিদ সকলক বাদ দি, অসম অইল কোম্পানীৰ আৰু অইল ইণ্ডিয়াৰ বিবিধ আঁচনিৰ ৰূপায়ণত মেকানিকেল ইঞ্জিনিয়াৰ ক্ষীৰোদ চন্দ্ৰ ৰায়, যিজন পিচত গৈ অইল ইণ্ডিয়াৰ মুখ্য আবাসিক সঞ্চালক (Chief Resident Director) হৈছিল, কেমিষ্ট নাৰায়ণ চন্দ্ৰ সেনগুপ্ত আদিৰ অবিহণা প্ৰণিধানযোগ্য। ডাঃ ধীৰেন্দ্ৰ নাথ দত্তৰ জনপ্ৰিয়তা মানিবলগীয়া আছিল।

## ভাৰতৰ প্ৰথম যান্ত্ৰিক ভূ গৰ্ভস্থ পৰীক্ষা

### (India's First Seismic Study)

অসম অইল কোম্পানীয়ে বাৰ্ম্মা অইল কোম্পানীৰ সহযোগত ভাৰতৰ ভিতৰত প্ৰথম



১৯৩৭ চনৰ ১৯ ডিচেম্বৰৰ পৰা ১৯৪০ চনৰ আগষ্ট মাহলৈকে (দ্বিতীয় মহাসমৰত জাপানে বাৰ্মা আক্ৰমণ কৰালৈকে) অসমকে ধৰি উত্তৰ পূৰ্ব্বাঞ্চলত আমেৰিকাৰ ১৭নং Patty Seismic Party ৰ দ্বাৰা খাৰুৱা তেলৰ উঁহ বিচাৰিছিল। 'বাতৰি'ৰ SILVER JUBILEE সংখ্যাত প্ৰকাশিত Mr. A. Barnes ৰ বিৱৰণীৰপৰা সেই সময়ৰ তেওঁলোকৰ অভিজ্ঞতাৰ থূল-মূল আভাষ পোৱা যায়। সম্যক ধাৰণাৰ কাৰণে 'বাতৰি'ৰ পৰা উক্ত বিবৃতিৰ উদ্ধৃতি দিয়া হ'ল—

"............... the first Seismic Oil Survey in India-Barma was began in Assam, a state of north eastern India.

We Amerikans in turn brought our own brand of mystery and strange doings to the native peoples of India. Throughout our stay there were but few days when we did not have a group of mostly spectators with nothing more to do than join the crew in the morning and spend the day following our operations."

"In India we lived in tents to each his own and "much joke" was made by the Britishers because our camp was invariably placed near a comfortable club house belonging to the friendly tea estate managers and other foreigners 'Just toring the club of Assam' we were told."

"Our Coffee drinking habit was loudly jeered by the tea planters, yet rarely did we fail to have casual company in office tent come 10 am. an coffee time. And, naturally enough we often found occasion to visit our Scotch and English acquintances in their spacious 'bangalows' for a pot of tea in the late afternoon. Supreme tea was, too, brewed only a hundred yards from where it was raised and procured."

"Work! yes there was work too. At first along dusty roads travelled mostly by padestrians and ox carts. Then through Holongar Reserve forest. Later. when the chota (little) rains first began we moved accross old, flooded rice fields with the aid of elephants. Our camp lay under water a week while the boys finished a leach infested time along the banks of a swollen river."

"Our native helpers after much weeding, came to be as good as one would want anywhere. Since many spoke a little English they were quick to learn what was needed. It would take a book to tell all the amusing and sometimes touching incidents we experienced while carrying on the survey.

We recall once that one of our Condenser type detector was stolen by an old man who thought it was a can of food."

"When the monsoon season finally drove us of India, we solved the problem by going to Burma and living in house boats on the Irrawati River. There it mattered not whether rain held or fell. The river bank along which we worked were flooded twice a day by the backing up of tide water, and the rivers were as streets to us and to the country people of the area."

তেলৰ সন্ধান পাবৰ কাৰণে অসম অইল কোম্পানীয়েই ভাৰতত সৰ্ব্বপ্ৰথম Geophysical Survey technic প্ৰবৰ্ত্তন কৰিছিল।

## ১৯৩৬ চনত ডিগবৈৰ শিক্ষা ব্যৱস্থা

১৯৩৬ চনত মই আহি পাইছিলোঁ মুলিয়াবাৰীৰ ৫৭ নং বঙলাৰ বিপৰীতে নতুনকৈ প্ৰাইমাৰী স্কুলৰ কাৰণে সাজি উলিওৱা ঘৰ এটা। তেতিয়ালৈ ঘৰটো মুকলি কৰা হোৱা নাছিল। ৰেল ষ্টেচনৰ ওচৰত পকা ভেটিৰ, কাঠ-বাঁহৰ বেৰৰ ঘৰ এটাত বহিছিল অসমীয়া/বঙালী ল'ৰাৰ প্ৰাইমাৰী স্কুল এখন। ইণ্ডিয়ান ক্লাবৰ ওচৰত আছিল অইল কোম্পানীৰ গাৰ্লচ্ এম. ই. স্কুল। বৰ্ত্তমান হিন্দী প্ৰাইমাৰী স্কুলৰ ঘৰটো নতুনকৈ সাজি উলিয়াই এ.ও.চি. এম. ই. স্কুল বহুৱাইছিল। এই স্কুল ঘৰৰ গাতে লগাই আন এটা ঘৰ সজাই বহুৱাইছিল এ.ও.চি. হিন্দী গুৰুমুখী প্ৰাইমাৰী স্কুল। ১৯৩৬ চনৰ ৩ জুন তাৰিখে মুলিয়াবাৰীৰ নতুন ঘৰটোত অসমীয়া/বঙালী ল'ৰাৰ মুলিয়াবাৰী প্ৰাইমাৰী স্কুল খোলা হৈছিল। 'হেডমাষ্টাৰ' আছিল গুণকান্ত শৰ্ম্মা। ৰিফাইনাৰী প্ৰাইমাৰী স্কুলৰ হেডমাষ্টাৰ আছিল নৰেন্দ্ৰ নাথ দত্ত, বয়জ এম. ই. স্কুলৰ হেডমাষ্টাৰ আছিল সত্যজীৱন পাল, গাৰ্লচ, এম. ই. স্কুলৰ হেডমিষ্ট্ৰেচ আছিল পালৰ দুহিতা অনিতা পাল আৰু হিন্দী গুৰুমুখী প্ৰাইমাৰী স্কুলৰ হেডমাষ্টাৰ আছিল ৰাৱা সিং হাজাৰা।



মই আহি শুনা মতে, সত্যজীৱন পালৰ আগতে বয়জ, এম. ই. স্কুলৰ হেডমাষ্টাৰ আছিল নিৰ্ম্মল কুমাৰ সেন আৰু গাৰ্লচৰ হেডমিষ্ট্ৰেচ আছিল তেখেতৰ সহধৰ্ম্মিণী। সেন হেনো এজন সুনিপুণ, ব্যক্তিত্ব সম্পন্ন, শিক্ষাবিদ আছিল, কিন্তু নীতিগত কথাত কাৰো লগত আপোচ নকৰিছিল। তেতিয়া স্কুলবোৰ চলাবলৈ কোম্পানীয়ে এখন মেনেজিং কমিটি কৰি দিছিল। কিবা কথাত মেনেজিং কমিটিৰ লগত মতদ্বৈধ হৈ, সেন আৰু তেখেতৰ সহধৰ্ম্মিনীয়ে পদত্যাগ কৰি গুচি গৈছিল। বহু চেষ্টা কৰাতো সেনে আপোচ নকৰিলে। তেখেতসকলৰ ঠাইত আহিছিল সত্যজীৱন পাল আৰু তেখেতৰ দুহিতা অনিতা পাল। এ.ও.চি. ৰ জেনেৰেল মেনেজাৰ মিঃ ফ্লেমিং চাহাব এজন শিক্ষানুৰাগী মানুহ আছিল। তেখেতে সেন দম্পতীৰ পদত্যাগক বৰ সহজে লোৱা নাছিল। গোটেই বিষয়টোৰ বুজলৈ, নীতিগত কাৰণত মেনেজিং কমিটিৰ খামখেয়ালিত, হেডমাষ্টাৰ যাবলগীয়া পৰিস্থিতি হোৱা বুলি গম পাইছিল। এনে ধৰণে মেনেজিং কমিটি চলি থাকিলে শিক্ষা সংক্ৰান্তত কোম্পানীৰ মৰ্যদা হানি হ'ব বুলি ভাবি, মেনেজিং কমিটি ভাঙি দিছিল। শিক্ষা



Physical Training Camp.

বিভাগৰ সকলো কৰ্তৃত্ব তেতিয়াৰ লেবাৰ চু পাৰিণ্টেণ্ডেণ্টক দিছিল।

সত্যজীবন পাল এজন ভাল শিক্ষক, শিক্ষাবিদ আৰু সংগঠক আছিল। কোম্পানীৰ শিক্ষা ব্যৱস্থাত তেখেত প্ৰধান উপদেষ্টা হৈ পৰিছিল। তেখেতৰ পৰামৰ্শ অনুসৰিয়েই ক্ৰমে নেপালী প্ৰাইমাৰী আৰু এম.ই. স্কুল, কেন্দ্ৰীয় অসমীয়া প্ৰাইমাৰী স্কুল আৰু ৰিফাইনাৰী অসমীয়া-বঙালী প্ৰাইমাৰী স্কুল হৈছিল। বয়জ এম.ই. আৰু গাৰ্লচ এম.ই. হাইস্কুললৈ উন্নীত হৈছিল। হিন্দী এম. ই. স্কুল এখন হৈছিল। সত্যজীবন পাল চুপাৰভাইজিং হেডমাষ্টাৰ হৈছিল। অৰ্থাৎ কোম্পানীৰ শিক্ষা বিভাগৰ ইন্‌স্পেক্টৰ হৈছিল। তেখেত চুপাৰভাইজিং হেডমাষ্টাৰ হোৱাৰ পাচত প্ৰদীপ হাজৰিকা হেডমাষ্টাৰ হৈ আহিছিল। এবছৰমান কাম কৰাৰ পাচতেই হাজৰিকা চৰকাৰৰ শিক্ষা বিভাগৰ ডেপুটী ইন্‌স্পেক্টৰ হৈ, চাকৰি এৰি যোৱাত তেখেতৰ ঠাইত জয়নাথ বৰদলৈক নিযুক্তি দিছিল। তেখেত এজন সুনিপুন শিক্ষক, স্পষ্টবাদী আৰু পাকৈত ফুটবল খেলুৱৈ আছিল। তেখেত আত্মসন্মানৰ প্ৰতি বৰ সচেতন আছিল। তেখেতে তেখেতৰ হেডমাষ্টাৰৰ কৰ্তৃত্বত পালে হাত দিয়া বুলি অনুভৱ কৰি, চাকৰি ইস্তফা দিছিল। তেখেতৰ ঠাইত আহিছিল শৈলেন্দ্ৰ চন্দ্ৰ দত্ত ৰায়।



মই মুলিয়াবাৰী প্ৰাইমাৰী স্কুলত কাম কৰিলেও বয়জ এম. ই. স্কুলতো দুই এটা শ্ৰেণীত অসমীয়া আৰু অঙ্ক পঢ়াবলগীয়া হৈছিল। ডিগবৈৰ শ্ৰমিক ধৰ্ম্মঘট আৰু ২য় মহাসমৰৰ সময়ত স্কুলবোৰ বন্ধ হোৱালৈকে মই মুলিয়াবাৰী [illegible] আছিলোঁ। ১৯৪৪ চনত স্কুলবোৰ পুনৰ খুলিলত মই ৰিফাইনাৰী প্ৰাইমাৰী স্কুললৈ বদলি হৈছিলোঁ। প্ৰিয় নাথ দাস তালুকদাৰ ১৯৪৫ চনত বয়জ এম. ই. স্কুলৰপৰা কেন্দ্ৰীয় অসমীয়া প্ৰাইমাৰী স্কুললৈ (নতুনকৈ স্থাপিত) বদলি হৈছিল। গুণকান্ত শৰ্ম্মাই চাকৰি এৰি যোৱাত ১৯৪৬ চনত মুলিয়াবাৰী প্ৰাইমাৰী স্কুলৰ সকলো বঙালী ল'ৰা-ছোৱালী আৰু ৰিফাইনাৰী প্ৰাইমাৰী স্কুলৰ একাংশ বঙালী ল'ৰা-ছোৱালীকলৈ, 'মুলীয়াবাৰী বঙালী প্ৰাইমাৰী' নামেৰে বেলেগ স্কুল এখন



কৰিছিল। প্ৰমথ ভট্টাচাৰ্য্য হেডমাষ্টাৰ আছিল। ১৯৩৯ চনত হাস্পাতালখন নতুন হাস্পাতাল গৃহলৈ (বৰ্ত্তমানৰ) স্থানান্তৰিত হোৱাত হাস্পাতালৰ খালী ঘৰটোলৈ বয়জ এম. ই.খন নি, বয়জ আৰু গাৰ্ল্চ্ এম. ই. দুখনক হাইস্কুললৈ উন্নীত কৰা হৈছিল।

অসমীয়া শিক্ষকসকলৰ ভিতৰত সকলোতকৈ পুৰণি আছিল গণেশ চন্দ্ৰ শইকীয়া। তাৰ পাচত ক্ৰমে গুণ কান্ত শৰ্ম্মা, নৰেন্দ্ৰ নাথ দত্ত, প্ৰিয় নাথ দাস তালুকদাৰ আহিছিল। তাৰ পাচতে মই আহিছিলোঁ। মই আহি শুনা মতে আৰু সকলোতকৈ পুৰণি শিক্ষক আছিল দাসী ৰাম বৰা। তেখেতে শিক্ষকতা এৰি ডিগবৈত 'বৰা এণ্ড কোম্পানী' নামৰ ডাঙৰ দোকান এখন দিছিল। বহুতে সেইখন মাষ্টাৰৰ দোকান বুলিও কৈছিল। দোকানখন ডিগবৈত বৰ জনপ্ৰিয় আছিল। মই আহি 'বৰা কোম্পানী'ৰ মালিক হিচাপেহে দাসী ৰাম বৰাক পাইছিলোঁ।

## জ্যামিতিৰ পাঠ্য পুথি আৰু ফ্লেমিং চাহাব

অসমৰ স্কুল সমূহত জ্যামিতি শিকাওঁতে প্ৰথমতে উপপাদ্য আৰু পাচত সম্পাদ্য শিকোৱা হৈছিল। সেই কাৰণে অঙ্কনৰ বাস্তৱ জ্ঞান নোহোৱাকৈয়ে কৰিবলগীয়া প্ৰমাণবোৰ মুখস্থ কৰি ল'বাই কৰিছিল। প্ৰকৃতাৰ্থত জ্যামিতি শিক্ষাৰ উদ্দেশ্য ল'ৰাই নাজানিছিল।

এ.ও.চিৰ জেনেৰেল মেনেজাৰ ফ্লেমিং চাহাবে মাজে-মধ্যে কোম্পানীৰ স্কুলসমূহ অকল বাহিৰে বাহিৰে পৰিদৰ্শন কৰাই নহয় শ্ৰেণীত সোমাই, শিক্ষকৰ পাঠদানৰ পদ্ধতিও নিৰীক্ষণ কৰিছিল। কোনো কোনো ক্ষেত্ৰত পাঠদান বেছি মনোগ্ৰাহী কৰিবৰ কাৰণে নানা পৰামৰ্শও আগবঢ়াইছিল। এবাৰ স্কুল চাবলৈ আহি ৫ম মান শ্ৰেণীত শিক্ষক প্ৰসন্ন মজুমদাৰে জ্যামিতিৰ

উপপাদ্য এটা বুজাই থকা দেখিলে। সত্যজীৱন পালোঁ লগত আছিল। তেখেতে সম্পাদ্যৰ ভাগটো কিয় আগতে শিকোৱা নহয় বুলি প্ৰশ্ন কৰাত অসমৰ শিক্ষা বিভাগে জ্যামিতিৰ পাঠ্য ক্ৰমণিকা তেনেদৰেই কৰি, পাঠ্য পুথি প্ৰণয়ন কৰাৰ কথা কোৱা হ'ল। অঙ্কনৰ বাস্তব জ্ঞান নোহোৱাকৈ, মুখস্থ কৰি, জ্যামিতি পঢ়াৰপৰা জ্যামিতি শিক্ষা দানৰ মূল উদ্দেশ্যই ব্যাহত হোৱা বুলি তেখেতে মন্তব্য কৰি, অসম চৰকাৰৰ শিক্ষা বিভাগৰ ডিৰেক্টৰ, স্মল চাহাবৰ লগত আলোচনা কৰিব বুলি ক'লে। ইয়াৰ এবছৰ নে দুবছৰ পাচত জ্যামিতিৰ পাঠ্যপুথি সলনি হ'ল। সম্পাদ্যক আগলৈ আনি উপপাদ্যক পাচলৈ নিয়া হ'ল। সম্পাদ্যৰ লগত সঙ্গতি ৰাখি, উপপাদ্য শিকোৱাৰ ব্যৱস্থা কৰা হ'ল। এই ক্ৰম সলনি কোনে, কিয় কৰিছিল আমি নাজানিছিলোঁ। কিন্তু ডিগবৈৰ শিক্ষকসকলে ইয়াত ফ্লেমিং চাহাবৰ হাত আছিল বুলি ধৰি লৈছিল। ফ্লেমিং চাহাব অসম লেজিচলেটিভ কাউন্সিলৰো সদস্য আছিল।

## অসম অইল কোম্পানীৰ চিকিৎসা বিভাগ

অসম অইল কোম্পানীৰ বৰ্ত্তমানৰ হাস্পাতাল আৰু চিকিৎসা ব্যৱস্থাৰ কাৰণে ডিগবৈবাসী নিশ্চয় গৌৰৱান্বিত। আধুনিক যন্ত্ৰ পাতিৰে সু-সজ্জিত, অভিজ্ঞতা সম্পন্ন, সুবিজ্ঞ ডাক্তৰ, অৰ্হতা সম্পন্ন নাৰ্চ, প্ৰশিক্ষণপ্ৰাপ্ত অন্যান্য বিভাগীয় কৰ্ম্মচাৰী আৰু সুন্দৰ, আটোম টোকাৰী লেবৰেটাৰিৰে ই এখন উচ্চ মানৰ হাস্পাতাল। লগতে সৰ্ব্ব ভাৰতীয় কাউন্সিলৰ দ্বাৰা অনুমোদিত Houseman Training Centre, নাৰ্চিং কাউন্সিলৰ দ্বাৰা অনুমোদিত এখন নাৰ্চিং স্কুল (ডিপ্লোমা) আৰু অন্যান্য প্ৰশিক্ষণৰ ব্যৱস্থাৰে সৈতে, চিকিৎসা বিষয়ক শিক্ষানুস্থানো। ব্যক্তিগত খণ্ডত নানা বিভাগ সামৰি, সুন্দৰ প্ৰশাসনীয় ব্যৱস্থাৰে, মেডিকেল কলেজ দুখনক বাদ দি, উত্তৰ পূৰ্ব্বাঞ্চলত এখন উচ্চ মান বিশিষ্ট, ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনৰ ডিগবৈ হাস্পাতাল। আমি নিশ্চয় সেই দিনটোলৈ আগ্ৰহেৰে অপেক্ষা কৰিম, যিদিনাখন ডাক্তৰ আৰু কৰ্ম্মচাৰীসকলৰ নিষ্ঠা আৰু প্ৰগতিশীল অভিৰুচি, কৰ্পোৰেচনৰ উদ্দেশ্যধৰ্ম্মী উদাৰ আৰ্থিক সহায় আৰু ৰুগ্ন মানুহৰ সেৱাৰ মহান আদৰ্শেৰে, এই হাস্পাতাল ভাৰতৰ ভিতৰতে এখন আগ শাৰীৰ চিকিৎসা কেন্দ্ৰত পৰিণত হ'ব।

হাস্পাতালখনৰ বিষয়ে ১৯৩৪ চনত অসম তেল সংমণ্ডলৰ চিকিৎসা বিভাগে প্ৰকাশ কৰা কেইটামান দিশ তলত দিয়া হ'ল।

**HIGHLIGHTS**

- AOD Hospital was recognised as "DESIGNATED HOSPITAL" for the Vice-President of India, who was investigated Radio-logically.
- Due to successful immunisation Polio, Tetansu, Diphtheria & Pertusis were not seen amongst the AOD Population for last 2 decades.
- Birth rate 11.5/Thou. in 1993-94 (National Figure 31.3/Thou. in 1989).
- Maternal Mortality nil against 3-15.2/Thou. in different states.

(U.K. 0.22, USA. 0.29)

* Endoscopic surgeries are being updated.
* Aids screening tests.

## TRAINING AND RESEARCH ACTIVITIES

1. Housemanship Training (Recognised by M.C.I.)
2. GNM Nurses for Diploma Course at Assam Oil School of Nursing (Recognised by Nursing Council).
3. X-Ray & Path. Lab. Technical Courses at our Hospital (Recogd. by Govt. of Assam)
4. In-House Training : CME Programme, Seminars, Symposium & Work -Shops.
5. Participation & Scientific Papers Presentation at International/ National/Regional/State Level Conferences.
6. First AID Courses & Shopfloor Demonstrations.

## SERVICE PROFILE / FACILITIES

A. Clinical

* Medicine and Allied Specialities : Cardiology, Gastroenterology, Chest Disease, Haematology / Oncology, Nephrology, Psychiatry, Dermatology.
* Surgery and Allied Services : Orthopedics and Physio Therapy, Traumatic Neuro Surgery, Urology, Burn Care.
* Comprehensive OBST & Gynae Service.
* Anaesthesiology & Paediatrics
* Otorhinolaryngology, Ophthalmology, Dentistry.

B. Diagnostic

* Fulfledged Pathological Laboratory.
* Radiology Include I.I.T.U. Facility 500 MA, 300 MA & Two Portable X-Ray Machines.
* Cardiopulmonary — ECG, Ultalography, Treadmill Stress Test and Echocardio - Gram with Doppler Study.
* Colposcopy for Early Detection of Cancer in Women
* Endoscopy & Ultrasonopraphy.
* Audiometry & Auto Refractometry.

C. Occupational and Public Health Services

— Statutory Monitoring - to Prevent & Control of Occupational Diseases.

— Immunisation

— Safety & First AID Training.
— Hygiene, Sanitation & Other Public Health Measures.
— Antimalarial Measures.

D. **Maternity & Child Welfare Services**

* Mother - Child Care
* Immunisation (EPL).
* Family Planning Measures.

E. **Community Development Programme To Produce Good Environmental Management**

* Village Medical Camps :— Emphasis on Heath Education by Video Lectures on Public Health Measures Including Good Food Habits and Use of Potable Water.
* Motivation for two Child Norm and Laparoscopic Sterilisation.
* Immunisation Programme Below 5 years.
* Health Camps for Flood Hit Victims.

চাফচিকুণ, নিয়মানুবৰ্ত্তিতা আৰু পৰিপাটি ব্যৱস্থাপনাৰ কাৰণে এ. ও. চি. হাস্পাতাল ভাৰতৰ এখন উচ্চমানবিশিষ্ট হাস্পাতাল বুলি বাহিৰৰপৰা অহা মানুহে কোৱা শুনা যায়। এই সুনামৰ কাৰণে প্ৰথম চীফ মেডিকেল অফিচাৰ ডাঃ আৰ. এইচ. পি. ক্লাৰ্ক (Dr. R.H.P. Clark) আৰু তেখেতৰ উত্তৰাধিকাৰী ডাঃ টি. এ. বি. এডৱাৰ্ড (Dr. T. A. B. Adward) ৰ নাম ল'ব লাগিব। তেখেতসকলে কৰি থৈ যোৱা হাস্পাতাল পৰিচালনাৰ system বা ব্যৱস্থাপনাৰ আধাৰত্ তেখেতসকলৰ সুযোগ্য উত্তৰাধিকাৰী সকলেও নিষ্ঠাৰে কৰ্ত্তব্য সম্পাদন কৰাত, এতিয়ালৈকে সুনাম বৰ্ত্তি আছে। ৰাইজৰ একান্ত আশা যে, যিকোনো প্ৰতিকূল অৱস্থাৰ মাজতো ডাক্তৰ আৰু কৰ্ম্মচাৰীসকলে এই সুনাম ৰক্ষা কৰি চলিব।

অসম অইল কোম্পানীৰ চিকিৎসা বিভাগ এই স্তৰলৈ আহিবলৈ সময় লাগিছে। মই ১৯৩৬ চনত ডিগবৈলৈ আহি, পাইছিলোঁ ৫০ খন বিচনা যুক্ত এখন হাস্পাতাল আৰু দুখন ডাক্তৰখানা। বৰ্ত্তমান এ.ও.চি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ঘৰটোৰেই (পাচত বৰ্দ্ধিত অংশ বাদ দি) তেতিয়াৰ এ.ও.চি. হাস্পাতাল আছিল। ডাক্তৰখানা দুখনৰ এখনৰ নাম আছিল ৰিফাইনাৰী ডাক্তৰখানা (Refinery Dispensary) আৰু আনখনৰ নাম আছিল ফিল্ড ডাক্তৰখানা (Field Dispensery) তথা মুলিয়াবাৰী ডাক্তৰখানা। ডিগবৈ ৰেলষ্টেচনৰপৰা ৰিফাইনাৰীলৈ যোৱা ৰেল লাইনটো সোমোৱা গেটখনৰ ওচৰতে, ৰেল লাইনটোৰ একাষে, ৰিফাইনাৰী ডাক্তৰখানাৰ ঘৰটো আৰু ৰেল লাইনৰ আনফালে সৰু ঘৰ এটাত এটা অনুবীক্ষণ যন্ত্ৰেৰে, মেজ এখনেৰে সৈতে লেবৰেটৰী, চেনিটাৰী ইন্‌স্পেক্টৰ আৰু মেলেৰীয়া প্ৰতিৰোধকাৰী দলৰ কাৰ্য্যালয় আছিল। সকলোৰে মাজত মেজ এখনেই আছিল। অৱশ্যে ৩।৪ খন চকি আৰু দুখনমান বেঞ্চ আছিল। ৰিফাইনাৰী ডাক্তৰখানাতেই চীফ মেডিকেল অফিচাৰৰ কাৰ্য্যালয়, তথা মেডিকেল বিভাগৰ প্ৰধান কাৰ্য্যালয় আছিল। এই ডাক্তৰ খানাৰ ডাক্তৰ আছিল ডাঃ শৈলেন নন্দী। নন্দীৰ ব্যৱহাৰৰ কাৰণেই মানুহে তেখেতক শ্ৰদ্ধা কৰিছিল। তেখেত এবাৰ ইণ্ডিয়ান ক্লাবৰো সভাপতি হৈছিল।

এই ডাক্তৰজনে চকচকীয়া বগা ধুতি-চাৰ্টৰ বাহিৰে কোনো দিনে চাহাবী পোচাক অৰ্থাৎ কোট, পেণ্ট, চাৰ্ট, টাই পৰিধান কৰা নাছিল। সেই যুগত পৰাধীন ভাৰতত, বৃটিছ কোম্পানীৰ অধীনত, চাহাব ডাক্তৰৰ তলত ডাক্তৰি কাম কৰিও, কেতিয়াও ধুতিৰ বাহিৰে চুট নিপিন্ধিলে। ই নিশ্চয় তেখেতৰ ব্যক্তিত্বকেই সূচাইছিল। ৰিফাইনাৰী সম্প্ৰসাৰণৰ কাৰণে এই ডাক্তৰখানাৰ চিনচাব নোহোৱা হ'ল।

এজন ডাক্তৰ, এজন কম্পাউণ্ডাৰ আৰু এজন চুইপাৰেৰে চলিছিল ফিল্ড ডাক্তৰখানা। ডাক্তৰ আৰু কম্পাউণ্ডাৰ উভয়ে সমবয়সী আৰু একে নামৰ, শ্ৰীধৰ ঘোষ, আছিল। ফিল্ডত কাম কৰা মানুহৰ বৰ্ত্তমান চাইকেল ষ্টেণ্ডটোৰ সমুখতে, কিছুদিন অইল ইণ্ডিয়াৰ ষ্টোৰ হিচাপে ব্যৱহাৰ কৰা পুৰণি ঘৰটোৱেই এই ডাক্তৰখানাৰ ঘৰ আছিল। ১৯৩৯ চনত নতুন হাস্পাতালৰ লগত এই হাস্পাতালখন লগ লগাই, ঘৰটোত মুলিয়াবাৰী বাপাপুং অঞ্চলৰ চাকৰিয়ালসকলৰ সুবিধাৰ্থে, 'মুলিয়াবাৰী ৰেচন ষ্টোৰ' নামেৰে শাখা ৰেচন ষ্টোৰ এখন কোম্পানীয়ে খুলি দিছিল।

এই ডাক্তৰখানাবোৰ স্থাপন কৰাৰ সঠিক সময় পোৱা নাযায়। ১৯০৬ চনত হাস্পাতাল আৰম্ভ কৰা বুলি কয়। কিন্তু তাৰো আগতে মেলেৰিয়াৰপৰা ডিগবৈক মুক্ত কৰিবৰ কাৰণে মেলেৰিয়া নিবাৰক দল এটা গঠন কৰি আৰু কুইনাইন পিল বিলি কৰি, চিকিৎসা ব্যৱস্থাৰ পাতনি মেলিছিল। প্ৰাপ্ত তথ্য অনুসৰি ১৯২৩ চনত প্ৰথম এটা অনুবীক্ষণ যন্ত্ৰ কিনা হৈছিল। বোধ হয় ওপৰত উল্লেখ কৰা অনুবীক্ষণ যন্ত্ৰটো এইটোৱেই আছিল।

বৰ্ত্তমান এ.ও.চি. হাস্পাতালৰ ঠাইডোখৰো এটা সু-উচ্চ টিলা আছিল। মই আহিয়েই এই টিলাটো কাটিবলৈ আৰম্ভ কৰা দেখিছিলোঁ। টিলা কটা ঠিকাদাৰ আছিল আধা ৰাম সিং। টিলাটো কাটি চাৰিওফালৰ দ খালবোৰ পুতি, বৰ্ত্তমান হাস্পাতালৰ ঘৰ সজা হৈছিল। এয়ে বৰ্ত্তমানৰ ২০০ বিচনা যুক্ত স্থায়ী হাস্পাতাল। ১৯৩৮ চনৰ এপ্ৰিল মাহত গৱৰ্ণৰ ৰিডৰ সহধৰ্ম্মিণী লেডি ৰিডে হাস্পাতলখন মুকলি কৰিছিল। কিন্তু সেই সময়ত প্ৰসূতীগাৰটো (Maternity Centre) বৰ্ত্তমানৰ ৰাজ্যিক হাস্পাতালত আছিল। ১৯৬৬ চনত বৰ্ত্তমান হাস্পাতালৰ ঘৰ বঢ়াই, প্ৰসূতীগাৰ উঠাই আনি, লগ লগাই দিয়া হয়। প্ৰসূতীগাৰৰ ভাৰ আছিল ডাঃ লাবণ্য ভূঞাৰ ওপৰত। শিশু বেমাৰী ৰাখিবলৈকো এটা শিশু ওৱাৰ্ড আছে।

১৯০৬ চনৰপৰা কোম্পানীৰ স্বাস্থ্য বিভাগে মেলেৰিয়া প্ৰতিৰোধৰ কাৰণে কাম কৰি, ১৯৩১ চনত কোম্পানীৰ হাস্পাতালত মেলেৰিয়া প্ৰতিৰোধক (Anti Malarial) নামে স্থায়ী শাখা এটাও স্থাপন কৰিছে। স্বাস্থ্য বিভাগে পৰিয়াল পৰিকল্পনাৰো সফল ৰূপায়ণ কৰিছে। তদুপৰি ডাক্তৰ, নাৰ্চ আৰু বিভিন্ন বিষয়াৰ প্ৰশিক্ষণ প্ৰাপ্ত কৰ্ম্মীসকল গাঁৱলৈ গৈ মাজে মাজে গাঁৱৰ মানুহৰ স্বাস্থ্য পৰীক্ষা কৰি, চিকিৎসাৰ বিধান দি, বিনামূলীয়া সেৱা আগবঢ়াই, ৰাইজৰ আশীৰ্ব্বাদ পাইছে। বৰ্ত্তমান ডিগবৈৰ বাহিৰৰ দূৰ দূৰণিৰপৰা বেমাৰী আহিও এই হাস্পাতালত থাকি চিকিৎসা লয়। অসম তেল সংমণ্ডলে হাস্পাতালৰ কাৰণে হেনো বছৰি এক কোটি টকা খৰচ কৰে। ইয়াৰ সমূহ ডাক্তৰ কৰ্ম্মচাৰীয়ে মিচনাৰি আদৰ্শেৰে অনুপ্ৰাণিত হৈ, আন্তৰিক সেৱা আগবঢ়ালে আৰু সৰ্ব্বাঙ্গ সুন্দৰ হাস্পাতাল এখন গঢ়ি তুলিবলৈ, এতিয়া ঘাটি হৈ থকা যন্ত্ৰপাতি, সা-সৰঞ্জামবোৰ তেল সংমণ্ডলে পৰ্য্যায়ক্ৰমে অনাৰ ব্যৱস্থা কৰিলে, উত্তৰ-পূৰ্ব্বাঞ্চলত ই এখন আগশাৰীৰ হাস্পাতাল হ'ব বুলি মই নিশ্চিত। তেনে এখন হাস্পাতালেহে ইয়াৰ ডাক্তৰ, নাৰ্চ, কৰ্ম্মচাৰীসকলক প্ৰকৃতাৰ্থত সম্মানিত আৰু গৌৰৱান্বিত কৰিব। অসম তেল সংমণ্ডলকো মানুহে সুঁৱৰিব আৰু তাৰে আলম লৈ ডিগবৈবাসীয়েও বাহিৰত গৌৰৱ কৰাৰ সুচলকণ পাব।

## ডাঙৰ ব্যৱসায়িক অনুষ্ঠান

আগতে 'বৰা কোম্পানী'ৰ কথা কোৱা হৈছে। বৰা কোম্পানীৰ আগতে ডিগবৈৰ ভিতৰতে ডাঙৰ দোকান আছিল ওচমান কোম্পানীৰ। অন্যান্য বস্তুৰ উপৰিও ডিগবৈত একমাত্ৰ 'বেকাৰী' আছিল 'ওচমান বেকাৰী'। সাধাৰণতে ওচমান কোম্পানীৰ সৰহ সংখ্যক গ্ৰাহক আছিল 'ক'লা-বগা চাহাব' সকল আৰু বৰা কোম্পানীৰ গ্ৰাহক আছিল জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সৰ্ব্বসাধাৰণ সৰু-বৰ ভাৰতীয়সকল। সেই সময়ৰ ডিগবৈৰ অসমীয়া, বঙালী মানুহৰ সৰহ সংখ্যকেই বৰা কোম্পানীৰ গ্ৰাহক আছিল। মন কৰিবলগীয়া কথা আছিল যে, অসমীয়াতকৈও আঢ্যৱন্ত বঙালীসকলৰ এই দোকানখন বৰ প্ৰিয় আছিল। বৰ্ত্তমানৰ ঘোষ ফাৰ্ম্মাচীয়েই আছিল 'বৰা এণ্ড কোম্পানী'ৰ দোকান।

আৰু দুটা প্ৰধান ব্যৱসায়িক প্ৰতিষ্ঠান আছিল—(১) কোম্পানীৰ এজেণ্ট আৰু বেঙ্কাৰ চুনিলাল ৰায় শালিগ্ৰাম বাহাদুৰ আৰু (২) কোম্পানীৰ ৰেচন যোগান ধৰোঁতা হনুমান বক্স মঙ্গল চান্দ। তেওঁলোকৰ এই ব্যৱসায় একচেতিয়া আছিল। ৰেল ষ্টেচনৰ ওচৰত থকা পেট্ৰোল পাম্পটো চুনিলাল শালিগ্ৰামৰ নামতেই আছিল। এতিয়া নাম সলনি হৈ শালিগ্ৰাম বৃদ্ধিচান্দ হৈছে। এখেতসকলৰ নিচিনা ধনী, প্ৰভাবশালী নহ'লেও আন এজন সম্মানিত ব্যৱসায়ী আছিল মোহন লাল আগৰৱালা।

**চিনেমা হল ঃ—** ডিগবৈত ১৯৪৬ চনলৈকে কোনো চিনেমা হল নাছিল। ২৫-৯-৪৬ তাৰিখে যশোদা চিনেমা হল আৰু ২৮-৮-৫৯ তাৰিখে জনতা চিনেমা হল বিশ্ব নাথ সিংঙে সাজি উলিয়াই মুকলি কৰিছিল। যশোদা বিশ্বনাথ সিংঙৰ পত্নী আছিল।

**বেঙ্ক ঃ—** একমাত্ৰ বেঙ্ক আছিল 'কুমিল্লা বেঙ্কিং কৰপোৰেচন'। বৰ্ত্তমান লক্ষ্মী নাৰায়ণ প্ৰেছ থকা ঘৰটোতেই বেঙ্ক আছিল।

## কোম্পানীৰ এলাকাৰ বাহিৰৰ বসতি অঞ্চল (বৰ্ত্তমান নগৰ কমিটিৰ এলেকা)

কোম্পানীয়ে কৰ্ম্মচাৰী সকলৰ সকলোকে ঘৰ দিব পৰা নাছিল। তদুপৰি তেল উদ্যোগৰ আলম লৈয়েই হাজাৰ হাজাৰ ঠিকাদাৰৰ মানুহ, দোকানী-পোহাৰী, নাপিত, ধুবি, দৰ্জ্জী, বাঢ়ৈ ব্যৱসায়ী আৰু কোম্পানীৰ কাম কৰা মানুহৰ অগঙী বগুহীৰে ডিগবৈ ভৰি পৰিছিল। এইবোৰ মানুহে আৰু কোম্পানীৰো কিছুমান চাকৰিয়ালে, কোম্পানীৰ এলাকাৰ বাহিৰত নিজা ঘৰ মাটি কৰি থাকিবলৈ লৈছিল। এনে ধৰণে বসতি প্ৰধান অঞ্চল বেলেগ বেলেগ চুবুৰী, বেলেগ বেলেগ নামেৰে প্ৰসিদ্ধ হৈ পৰিছিল। যেনে—বাপাপুং,, দুৰ্গাবাৰী, মুলীয়াবাৰী, টেঙেল বস্তি, টোপলা বস্তি, চাৰিআলি, ইটাভাটা ইত্যাদি। এইবোৰ নামকৰণৰ গুৰিও নথকা নহয়।

**বাপাপুং ঃ—** এতিয়াৰ বাপাপুং অঞ্চল আদিতে ডাঠ হাবিৰে ভৰা আছিল। বৰ্ত্তমানৰ বাপাপুং চেটেলমেণ্ট এৰিয়াৰ বিপৰীতে থকা টিলাটোৰ সিপাৰৰ তেল পথাৰৰ মাজলৈ, এটা পানীৰ উঁহ আছিল। পৰিবৰ্ত্তিত অৱস্থাত আজিও আছে। এই উঁহটোক পুং বুলিছিল। ১৯৯২ চনৰ ১ জানুৱাৰী তাৰিখে ভাৰত চৰকাৰে অসম ৰেইলওৱেজ এণ্ড ট্ৰেডিং কোম্পানীক দিয়া

লীজত কিন্তু বৰ্ত্তমানৰ বাপাপুঙক BAPOO POONG বুলি চিহ্নিত কৰিছে। JOURNAL OF THE SOCIETY OF ARTSৰ ১৮৯৪ চনৰ ২৬ জানুৱাৰী সংখ্যাত লিখিছিল—"The other locality where both the associations are working, having each a grant of four square miles is in the neighbourhood of the Digboi and BAPU PUNG.

এই শব্দ দুটাৰ সংযোজনৰ দুই এটা কিংবদন্তিৰ বাহিৰে সঠিক বিবৰণ পোৱা নাযায়।

(১) কোম্পানীৰ তেল পথাৰক অৱলম্বন কৰিয়েই কিছুমান কৰতীয়া নেপালী মানুহ আৰু কাম কৰা গোৱালপৰীয়া মানুহ, এই পানীৰ পুঙক আশ্ৰয় কৰিয়েই ঘৰ সাজি বহিছিল। বনৰীয়া হাতীৰ জাক আহি হেনো এই পুঙৰ পানী খাইছিল। গোৱালপৰীয়া মানুহবোৰে ভক্তি ভাবে, সম্মানাৰ্থত হাতীক 'বাপু' বুলিছিল। সেয়ে এই পুঙৰ নাম 'বাপু পুং' হৈছিল। পুৰণি চাকৰিয়াল গোৱালপৰীয়া বাহুৰাম ৰাজবংশীয়ে এনেদৰে কৈছিল। 'বাপু' শব্দটো সম্মান জনিত মৰমৰ মাতো আছিল।

(২) তাহানি ইয়াৰ ওচৰে পাজৰে কেইঘৰমান দুৱনীয়া (চিংফৌ) মানুহ আছিল। তাত নেদেখিলেও পানবাৰীৰ ভিতৰলৈ, ৭।৮ ঘৰ দুৱনীয়া মানুহৰ চুবুৰী এটা সৌ সিদিনালৈকে আছিল। দুৱনীয়া সকলৰ ধৰ্ম্মগুৰু (ভিক্ষু) থকা ঘৰটোক 'বাপু চাং' বুলিছিল। হয়তো ইয়াতেই এই পুঙক আশ্ৰয় কৰিয়েই তেনেকোনো 'বাপু চাং' আছিল। সেয়ে ইয়াৰ নাম 'বাপু পুং' হৈছিল।

(৩) পাচত কেইজনমান কামৰূপীয়া মানুহো আহি আছিল। এই মানুহবোৰে সম্মানাৰ্থত বা মৰমত 'বাপা' শব্দটো ব্যৱহাৰ কৰিছিল। হাতীৰ জাক আহিলেই তেওঁলোকে হাতযোৰ কৰি কৈছিল 'বাপাহত! আহিলা? যা বাপা যা, যেনেকৈ আহিছা তেনেকৈ যা।" ইয়াৰ পৰাই 'বাপু'ৰ ঠাইত 'বাপা' হ'ল বুলি কয়। এয়া আছিল সেই সময়ত তাত থকা কামৰূপীয়া জগত ড্ৰাইভাৰ (জগত চন্দ্ৰ হাজৰিকা)ৰ পৰা শুনা কথা। পাচত বাহু ৰাম ৰাজবংশীয়েও 'বাপু'ৰ পৰা 'বাপা' হোৱা বুলি কোৱা জগত ড্ৰাইভাৰৰ কথা সমৰ্থন কৰিছিল।

(৪) দুই এজনে আকৌ কৈছিল যে এই অঞ্চলৰ ওচৰে-পাজৰে থকা চিংফৌ, ফাকিয়াল আদি কোনোবা জনজাতীয় ভাষাত হাতীক হয়তো 'বাপা' বুলিছিল। সেয়ে 'বাপা পুং' হৈছিল। পিচে নহয়। মই খবৰ কৰি জানিব পাৰিছোঁ—হাতীক চিংফৌ ভাষাত মুগুই, খামতি আৰু ফাকিয়াল ভাষাত চাং বুলি কয়। গতিকে এই চিন্তা নিৰৰ্থক।

এই বাপু বা বাপা পুঙৰ অলপ আঁতৰতে, হাবিৰ তলে তলে, কোম্পানীৰ বিবিধ কামত ঠিকাদাৰৰ মজদুৰ হিচাপে থকা প্ৰাক্তন চাহ বনুৱাৰ বহুতো মানুহে বসতি কৰিবলৈ লৈছিল। তেল খাদৰ কাম আগবঢ়াৰ লগে লগে বাপু বা বাপাপুঙত থকা মানুহবোৰৰ কিছুমান গুচি গৈছিল আৰু কিছুমানে উক্ত প্ৰাক্তন চাহ বনুৱা বসতি প্ৰধান ঠাই ভাগলৈ আহি হাবিকাটি বা আনৰ মাটি কিনি, দখল কৰি লৈছিল। তেওঁলোকে নতুনকৈ বহা ঠাই টুকুৰাকো 'বাপাপুং' বুলিয়েই নামকৰণ কৰিছিল। ফিল্ডৰ লগ লাগি থকা কোম্পানীৰ অংশক বাপা পুং চেটেলমেণ্ট এৰিয়া নাম দি কোম্পানীয়ে কোম্পানীৰ কৰ্ম্মচাৰীক বহুৱাইছিল।

এই বাপাপুঙৰ আদি পুৰুষ কোন আছিল তাৰ কোনো সুংসূত্ৰ পোৱা নগ'ল। মই আহি পোৱাসকলৰ, মনত পৰা সকল আছিল সূৰ্য্য দেব, বন্ধন মুড়া, শম্ভু বিশ্বাস, কেৱল সিং, অবৰ্ণ দেবনাথ, পানীন্দ্ৰ নাথ হাজৰিকা, খগেন বৰুৱা, ফটিক বৰা আৰু তেওঁৰ স্ত্ৰী সৰস্বতী (সৰস্বতী

কল সম্প্ৰদায়ৰ প্ৰাক্তন চাহ শ্ৰমিকৰ ছোৱালী আছিল)। মাক বাপেকৰ অবৰ্ত্তমানত সৰস্বতী বাপেকৰ সকলো ভূ-সম্পত্তিৰ মালিক হৈছিল। ফটিক বৰাই সৰস্বতীক বিয়া কৰাই এই ভূ-সম্পত্তি নিজৰ কৰি লৈছিল। টঙ্কেশ্বৰ বৰুৱা, মনীন্দ্ৰ চক্ৰবৰ্ত্তী, মুলিয়া কল, প্ৰেম নাথ ওঙ্কাৰমল, সাধু সিং, বিগল চন্দৰ্দাৰি, সাধু তাঁতি, ধনঞ্জয় তাঁতি (গোৰ), মনি ৰাম মূড়া, গোপাল তাঁতি (পিচত সমাজ কৰ্ম্মী তিলক তাঁতিৰ দেউতাক আৰু অসমৰ হিতেশ্বৰ শইকীয়া মন্ত্ৰী সভাৰ মন্ত্ৰী দিলেশ্বৰ তাঁতিৰ ককাক), পিলু আগৰৱালা, জগত ড্ৰাইভাৰ (হাজৰিকা), বিহু ৰাম ৰাজবংশী, হৰ্কা সিং গুৰুং (ড্ৰিলাৰ), হাতী বুঢ়া (কছাৰী মানুহ), মুক্তি নাথ উপাধ্যায়, অগন্ধৰ উপাধ্যায়, জনক গোৱালা, মোহন গোহাঁই, বিহু ৰাম গগৈ আৰু পাচত পানীন্দ্ৰ নাথ হাজৰিকাৰ মাটি লৈ বহিছিল পৰমানন্দ উপাধ্যায় (বিষ্ণু ভক্ত উপাধ্যায়ৰ দেউতাক), ভায়েক কপিল মুনি উপাধ্যায় আৰু তাৰাপদ গোৰ, বিশ্বম্ভৰ গোৰ।

**দুৰ্গাবাৰী ঃ—** বৰ্ত্তমানৰ দুৰ্গা মন্দিৰৰ সৈতে থকা দুৰ্গাবাৰী নামৰ চুবুৰীটোৰ মাটি অসমীয়া ঠিকাদাৰ টঙ্কেশ্বৰ বৰুৱাৰ আছিল। তেখেতেই দুৰ্গা মন্দিৰৰ কাৰণে এটা অংশ দান কৰিছিল। তেতিয়াৰ পৰাই বাপাপুঙৰ এই অংশটোৰ নাম হ'ল দুৰ্গাবাৰী। টঙ্কেশ্বৰ বৰুৱাই দান কৰা মাটিৰ দুৰ্গা মন্দিৰ তথা পূজাৰ কাৰণে আৱশ্যকীয় বুলি ভবা মাটি টুকুৰা বাদ দি বাকী মাটি ভাগ ভাগ কৰি মানুহক বহিবলৈ দিছিল। দুৰ্গাবাৰী পথৰ বাওঁহাতৰ মাটিডোখৰ এনেয়ে খালী হৈ পৰি আছিল। দ্বিতীয় মহাসমৰৰ পাচত অনুমান ১৯৪৫-৪৬ চন মানত টঙ্কেশ্বৰ বৰুৱাই নিজে দুৰ্গাবাৰীৰ মানুহবোৰৰ লগতে আৰু কেইগৰাকীমান মানুহক মাতি সভা এখন পাতিছিল। দুৰ্গাবাৰীৰ মাটি আৰু দুৰ্গা পূজাৰ বিষয়ে আলোচনা কৰি এই চুবুৰীটোৰ ভূসম্পত্তি (অধিকৃত বা খালী) "টঙ্কেশ্বৰ বৰুৱা দুৰ্গাবাৰী ট্ৰাষ্ট বোৰ্ড" নামৰ ট্ৰাষ্টী এটাক দিয়াৰ সিদ্ধান্ত ঘোষণা কৰিছিল। সভাই তেখেতক সাধু সাধু বুলি এই প্ৰস্তাৱক সমৰ্থন কৰি হাত চাপৰি দিছিল। ৰাইজে বৰুৱাকেই ট্ৰাষ্টীৰ সভাপতি হৈ বাকী সদস্য বৰুৱাকেই বাচি ল'বলৈ কৈছিল। বৰুৱাৰ অনুৰোধ ক্ৰমে মইও এজন ট্ৰাষ্টী হৈছিলোঁ। যিমান দূৰ মনত পৰে, ডিম্বেশ্বৰ বৰুৱা আৰু আন এজন ট্ৰাষ্টী আছিল! উকীলৰ হতুৱাই সকলো কাগজ পত্ৰ কৰাই, মোৰ চহী লোৱাও মনত আছে। কিন্তু শেষত বৰুৱাৰ নিজৰেই হেমাহিৰ কাৰণে (ইচ্ছাকৃত নে অনিচ্ছাকৃত নাজানোঁ) এই দলিল পঞ্জীভুক্ত নহ'ল। তেখেতৰ ঘোষিত ট্ৰাষ্ট বোৰ্ডখনৰো সিমানতে অন্ত পৰিল।

**মুলিয়াবাৰী ঃ—** মুলিয়াবাৰী এটা বৃহৎ অঞ্চল। অতীজত ডিগবৈ পেঙেৰী ৰাস্তা আৰু অইল ইণ্ডিয়াৰ কাৰ্য্যালয়লৈ যোৱা ৰাস্তাৰ সংযোগ স্থানৰপৰা (গৰু ফাটেকৰপৰা) তেলখাদ শিখ মন্দিৰৰ ওচৰলৈকে মুলিয়া কল নামৰ চন্দৰ্দাৰি এজনৰ মাটি আছিল। বৰ্ত্তমান ৮১১ নং বঙলাৰ (ডিগবৈ থানাৰ ভাৰপ্ৰাপ্ত বিষয়া থকা বঙলাটো) সমুখত থকা ১০৭০ নম্বৰ ঘৰটো থকা সৰু টিলাটোতেই মুলিয়া চন্দৰ্দাৰিৰ ঘৰ আছিল বুলি নাতিনীয়েক শ্ৰীমতী শ্ৰীমতে কয়। পিচত গোটেই মুলিয়াবাৰী অইল কোম্পানীক দি মুলিয়া বাপাপুঙত থাকিবলৈ লৈছিল। তেওঁ কোম্পানীৰ মজদুৰ সংগ্ৰহ কৰাৰ কাম কৰিছিল। সেই কাৰণেই তেওঁ মুলিয়া চন্দৰ্দাৰি হৈছিল। ফিল্ড ইঞ্জিনিয়াৰ (পিচত ফিল্ড মেনেজাৰ) গেলেস্পি চাহাবৰ চিকাৰৰ সহায়ক আছিল। মুলিয়া কলৰ তিনিজন ল'ৰা আছিল—ৰতিয়া কল, জগেশ্বৰ কল আৰু নুনু কল। সন্তান হীন ৰতিয়া আৰু নুনুৰ অকালতে বিয়োগ হৈছিল। জগেশ্বৰৰ একমাত্ৰ পুতেক চুনু কল নিৰুদ্দেশ হৈছিল। জীয়েক বিচি কলক গন্দু কোলে বিয়া কৰাইছিল। এই বিচি কলৰে জীয়েক শ্ৰীমত এতিয়া বাপাপুঙত এটা ভাৰা ঘৰত আছে। তেওঁক বিয়া কৰাইছিল দুখী কলে। বৰ্ত্তমান বিধৱা, দিন হাজিৰা কৰি পেট

চলায়। এসময়ৰ জমিদাৰ মুলিয়াৰ নাতিনীয়েক এতিয়া নিজৰ বুলিবলৈ মাটি-ভেটি নথকা দিন হাজিৰা কৰা মজদুৰ।

এই মুলিয়াৰ নামেৰেই 'মুলিয়াৰ বাৰী' বা 'মুলিয়াবাৰী' হৈছে।



**টেণ্ডেল বস্তি :—** মুলিয়াবাৰীৰে এটা চুবুৰী। ৰিফাইনাৰীত টেণ্ডেল নামৰ এটা পদবী আছিল। টেণ্ডেল একোজনে দিনে এটকা চাৰি অনাৰ পৰা এটকা আঠ অনালৈ দৰমহা পাইছিল। কিন্তু ৰিফাইনাৰীত এই পদটোৰ গুৰুত্ব বৰ বেছি আছিল। সেয়ে সাধাৰণ মানুহৰ মাজত টেণ্ডেল পদবীটো এটা সন্মানিত পদবী আছিল। এই টেণ্ডেল সকলৰ প্ৰধানজন (Head Tandal) নুৰ আহমদ টেণ্ডেলে বৰ্ত্তমান পদ্মনাথ গোহাঞিবৰুৱা পথেৰে সোমাই গৈ সোঁফালে দুৰ্গাবাৰীলৈ যোৱা ৰাস্তা আৰু দুৰ্গাবাৰীৰপৰা উক্ত গোহাঞিবৰুৱা ৰাস্তা মুখে সোমাই অহা ৰাস্তাৰ সংযোগ স্থলত থকা চুবুৰীটোত ঘৰ মাটি কৰি বসতি কৰিছিল। সেই কাৰণে এই চুবুৰীটোৰ নাম হৈছিল 'টেণ্ডেল বস্তি'। হাজী আশ্ৰফ আলি টেণ্ডেল আৰু ৰিফাইনাৰী প্ৰচেচৰ হেডটেণ্ডেল নুৰ আহমদ সেই সময়ত ডিগবৈত জনাজাত মানুহ আছিল।

**টোপলা বস্তি/টোকোলা বস্তি :—** বৰ্ত্তমান নিউ চেটেলমেণ্ট এৰিয়াৰ মূৰৰপৰা অৰ্থাৎ নতুনকৈ নাম দিয়া মিলন নগৰকে ধৰি ডিগবৈ কমাৰ্চিয়েল ইনষ্টিটিউচনৰ কাষেৰে বৈ যোৱা নলাটোলৈকে, কোম্পানীৰ এলাকাৰ বিপৰীতে, ডিগবৈ-পেঙেৰী পথৰ কাষে কাষে থকা স্থল ভূমিভাগ কোনো বসতি নথকা বা বিশেষ গছবন নথকা জলাতক মাটি হৈ পৰি আছিল।

কোম্পানীৰ চাকৰিয়ালসকলৰ সকলোকে কোম্পানীয়ে ঘৰ দিব পৰা নাছিল। তদুপৰি তেল উদ্যোগৰ আলম লৈয়েই হাজাৰ হাজাৰ ঠিকাদাৰৰ মানুহ, দোকানী-পোহাৰী, নাপিত, ধুবি, দৰ্জ্জী, বাঢ়ৈ, ব্যৱসায়ী আৰু কোম্পানীত কাম কৰা মানুহৰ অঙহী বঙহীৰে ডিগবৈ ভৰি পৰিছিল। এইবোৰ মানুহকো বাসস্থানৰ আৱশ্যক হৈছিল। বঙালী মানুহৰ সৰহ ভাগ আছিল চিলেট, চট্টগ্ৰাম, ঢাকা, বৰিশাল আদিৰপৰা অহা। এই মানুহখিনি প্ৰধানকৈ মুচলমান সম্প্ৰদায়ৰ, মানুহবোৰে কোম্পানীৰ ঘৰত থকাতকৈ, যেন তেন প্ৰকাৰে অকনমান হলেও মাটি এডোখৰ লৈ, জুপুৰি ঘৰ এটা কৰি, খেতি-বাতি কৰি, নিজ ঘৰত স্বাধীনভাৱে থাকিবলৈ ভাল পাইছিল। এনেদৰে বহুত মানুহে তেল নগৰীৰ বিপৰীতে দ মাটি লৈ ঘৰ সাজি বহি গৈছিল। মাটিডোখৰ টোকোলা হৈ পৰি আছিল কাৰণেই এই অঞ্চলটোৰ নাম টোকোলা বস্তি হৈছিল। মই আহি মানুহৰ মুখত বিশেষকৈ অসমীয়া মানুহৰ মুখত টোকোলা বস্তি বুলিয়েই শুনিছিলোঁ। পাচত অনা অসমীয়াৰ মুখত 'টোকোলা' টোপলা হৈ পৰিল। এতিয়া সকলোৱে এই অৰ্থহীন টোপলা বস্তি বুলিয়েই কয়। আচলতে টোকোলা বস্তি। উল্লেখনীয় যে, বৰ্ত্তমান মিলন নগৰ, লাচিত নগৰ, গুপ্ত কুটীৰ, আনন্দ পাৰা আদি কেইবাটাও চুবুৰীত টোপলা বস্তি ভাগ হৈ পৰাত টোপলা বস্তি নামটো মানুহৰ মুখত প্ৰায় নুশুনাৰ নিচিনা হৈ পৰিছে।

**মিচনপাৰা** ঃ— ১৯৩০ চনত ৰামকৃষ্ণ সেৱাশ্ৰম প্ৰতিষ্ঠা হোৱাৰপৰা সেৱাশ্ৰমৰ চাৰিওফালে থকা অঞ্চলটোৰ নাম মিচনপাৰা হৈছিল। ৰাধা গোবিন্দ মন্দিৰ হোৱাৰ পাচত মিচনপাৰাৰপৰা ফাটি বেলেগে 'ৰাধা গোবিন্দ ৰ'ড' নামেৰে চুবুৰী এটা হৈছে।

**চাৰিআলি** ঃ— ১৯২৯-৩০ চনলৈকে বৰ্ত্তমান চাৰিআলি বজাৰ অঞ্চলৰ কোনো চিন চাব নাছিল। এই অঞ্চলটো আছিল পথাৰ আৰু কোম্পানীৰ ৰিফাইনাৰীৰ আৱৰ্জ্জনা পেলোৱা ঠাই। ১৯৩৯ চনলৈকে চাৰিআলি নামঘৰৰ বাহিৰে তাত বিশেষ দোকান পোহাৰ নাছিল। মাথো অ'ত ত'ত ২।৪ টা বাঁহ পাতৰ জুপুৰী ঘৰত নেপালী মানুহৰ চাহৰ দোকান আছিল। অসম ট্ৰাঙ্ক ৰোড (এতিয়া নেচনেল হাইওৱে) আৰু ডিগবৈ নাহৰকটীয়া পথৰ (তেতিয়া নাহৰকটীয়া পথটো হাবিৰ তলৰ এটা লুংলুঙীয়া বাট আছিল) সংযোগ স্থলক লৈয়েই এই ঠাইখনৰ নাম চাৰিআলি হৈছিল। অসম ট্ৰাঙ্ক ৰোড কেঁচা আছিল।

**কালীবাৰী-সুন্দৰ সিং বস্তি** ঃ— বৰ্ত্তমান কালীবাৰী অঞ্চলটোৰ এভাগত অসম তেল কোম্পানীৰ চেটেলমেন্ট এৰিয়া আছিল, নাম আছিল ৰিফাইনাৰী চেটেলমেণ্ট এৰিয়া। এতিয়াও সেই নাম চলি আছে। আন ভাগক সুন্দৰ সিং বস্তি বুলি কৈছিল। সুন্দৰ সিং নামেৰে কোম্পানীৰ এজন দক্ষ আৰু নামী মিস্ত্ৰি আছিল। তেখেত পাঞ্জাবী শিখ আছিল। তেখেতে তাত নিজা মাটি-ঘৰ কৰি বসতি কৰিছিল। তেখেতৰ নামেৰেই ঠাইডোখৰৰো নাম হৈছিল সুন্দৰ সিং বস্তি। পাচত ১৯৪৫ চনত কালী মন্দিৰ প্ৰতিষ্ঠা হোৱাত কালক্ৰমত গোটেই অঞ্চলটোৰ নাম হৈ পৰিল কালীবাৰী এৰিয়া।

**ইটাভাটা** ঃ— বৰ্ত্তমান ডিগবৈ কলেজলৈ উঠা মূল পথটোৰ সমুখতে, বিপৰীত ফালে যোৱা ৰাস্তাটোৰ মূৰত থকা ৺মুকুণ্ড পত্ৰ নবিশৰ ঘৰৰ ওচৰতে (তেতিয়া পত্ৰ নবীশ নাছিল) এটা ইটাভাটা আছিল। ইটাভাটাৰ কাষতে আছিল মে চাহাবৰ বঙলা। এখেত এংলো ইণ্ডিয়ান আছিল। প্ৰাক্তন চাহ বনুৱাৰ ছোৱালী বিয়া কৰাইছিল। কথাই বতৰাই তেখেত অসমীয়া আছিল। তেখেতৰ ওচৰতে ৺পূৰ্ণ বৰঠাকুৰৰ ঘৰ আছিল। ২/৩ ঘৰ প্ৰাক্তন চাহ বনুৱাৰো ঘৰ আছিল। এই কেইঘৰ মানুহৰ বাহিৰে তাত আৰু আন মানুহ নাছিল। পত্ৰনবীশকে লৈ আন আন মানুহবোৰ যুদ্ধৰ পাচতহে ক্ৰমান্বয়ে বহিছিল। মই আহি ইটাভাটাৰ শেষ পৰ্য্যয়হে দেখিছিলোঁ। বৰ্ত্তমান পত্ৰনবীশৰ ঘৰলৈ যোৱা পথটো ইটাভাটালৈ যোৱা পথ আছিল। এই ইটাভাটাৰ নামেৰেই ঠাইডোখৰৰ নাম হৈছিল ইটাভাটা। কালক্ৰমত গোটেই অঞ্চলটোৰ নামেই হৈ পৰিল ইটাভাটা। ভাটাটো আছিল চৰ্দ্দাৰ মোহন সিঙৰ।

**কোম্পানীৰ প্ৰধান ঠিকাদাৰসকল** ঃ— এইচ. চি. হকিঞ্চ (ইউৰোপীয়ান), চৰ্দ্দাৰ মোহন সিং, টঙ্কেশ্বৰ বৰুৱা, আধাৰাম সিং, মনীন্দ্ৰ চক্ৰৱৰ্ত্তী, পৰমানন্দ উপাধ্যায়, আব্দুল ৰচিদ (ৰং ঠিকাদাৰ) আদিয়েই আছিল প্ৰধান ঠিকাদাৰ। এখেতসকলৰ বাহিৰেও ঈশ্বৰ সিং হেনো কোম্পানীৰ প্ৰথম প্ৰতিপত্তিশালী ঠিকাদাৰ আছিল। ঈশ্বৰ সিঙৰ দুজন 'বাবু' ৰেবতী মোহন দাস আৰু অক্ষয় ভদ্ৰ পিচত গৈ কোম্পানীৰ ঠিকাদাৰ হৈছিল। বৰ্ত্তমান ১৬ নং বঙলাৰ সমুখত, চিলং ৰ'ডৰ বাওঁফালে, এটা সু উচ্চ টিলা আছিল। এই টিলাটোৰ ওপৰতেই ঈশ্বৰ সিঙৰ ঘৰ আছিল দেখি টিলাটোৰ নাম হৈছিল ঈশ্বৰ সিং টিলা। মই আহি টিলাটো পাইছিলোঁ আৰু টিলাৰ ওপৰত থকা ঘৰ এটাও দেখিছিলোঁ। সেইটোৱেই ঈশ্বৰ সিঙৰ বঙলা আছিল। মই আহি পোৱাৰ সময়ত অৰ্থাৎ ১৯৩৬ চনত ঈশ্বৰ সিঙৰ দুৰবস্থা প্ৰত্যক্ষ কৰিছিলোঁ। তেখেতৰ ঠিকা-ঠুকুলী নোহোৱা

হৈছিল। সেই সময়ত কোম্পানীত শিল-বালি কঢ়িয়াবলৈ ৮।১০ টা মান গাধ, ঘোঁৰা আৰু গধূৰ বস্তু কঢ়িয়াবলৈ দুটা হাতী আছিল। বৰ্ত্তমান চিলং ৰ'ডত থকা ঠিকাদাৰ ৺বীৰেণ মণ্ডলৰ ঘৰ থকা ঠাই ডোখৰেই কোম্পানীৰ হাতী-গাধ ৰখা ঠাই আছিল। ঈশ্বৰ সিঙৰ দুৰবস্থা হোৱাত কোম্পানীয়ে মৰম কৰি, তেওঁ চলিবৰ কাৰণে এই হাতী-গাধবোৰৰ তদাৰকীৰ ওপৰত চকু ৰাখিবলৈ তেওঁক নিয়োগ কৰি, কিবা অলপ দৰমহা দিছিল। জুৱা, মদ আৰু বাঈজী নাচৰ উপাসক হোৱাত ঈশ্বৰ সিঙৰ এই দশা হৈছিল বুলি মানুহে কৈছিল। তেওঁৰ ল'ৰাটোৰো কি হ'ল, ক'লৈ গ'ল, গম নাপালোঁ। ১৯৩৮ চনত 'ঈশ্বৰ সিং টিলা' কাটি চাৰিওফালৰ খাল, নলা মাৰি, সমান কৰি, কোম্পানীয়ে মাটি-বঙলা কেইটামান সজাইছিল। চিলং ৰ'ডৰ মুখতে বাওকালে থকা ঘৰবোৰেই এইবোৰ বঙলা। এই ঘৰবোৰ এতিয়াও ঈশ্বৰ সিং টিলাৰ বঙলা বুলিয়েই জনাজাত।

টঙ্কেশ্বৰ বৰুৱা হেনো প্ৰথমতে ড্ৰিলাৰ আছিল। মই আহি তেখেতক ঠিকাদাৰ আৰু মণীন্দ্ৰ নাথ চক্ৰৱৰ্ত্তীক তেখেতৰ সহযোগী ঠিকাদাৰ হিচাপে পাইছিলোঁ। বৰুৱাৰ ঘৰ আছিল ডিব্ৰুগড় খলিহামাৰীত। তেখেতে বাপাপুঙত মাটি লৈ, সাধাৰণ ঘৰ এটা কৰি আছিল। তেখেতৰ ঘৰ-মাটিক মানুহে 'বৰুৱা কেম্প' বুলি কৈছিল। বৰুৱা কেম্পৰ সমুখতেই টিলাটো লৈ মণীন্দ্ৰ চক্ৰৱৰ্ত্তীয়ে ঘৰ সাজিছিল। নাম দিছিল 'উডলেণ্ড'। উডলেণ্ড ওৱৰ্কচ্ তেখেতৰেই সৃষ্টি।

চৰ্দ্দাৰি মোহন সিং শিক্ষিত আৰু সম্মানিত ঠিকাদাৰ আছিল। কিন্তু তেখেত আভিজাত্যাভিমানী আছিল। সাধাৰণ মানুহৰপৰা সদায় আঁতৰত আছিল।

কোম্পানীৰ ঘৰ দুৱাৰৰ সকলো ৰঙৰ কাম আব্দুল ৰচিদৰ একচেতিয়া আছিল। তেওঁক সেইকাৰণে 'ৰং ঠিকাদাৰ' বুলিছিল।

পৰমানন্দ উপাধ্যায় মাটি কটা আৰু গছ কাটি, ফালি, কোম্পানীক কাঠৰ যোগান দিয়াৰ ঠিকাদাৰ আছিল।

আমি শুনামতে অধাৰাম পোনতে বৰ্ম্মাত বি.ও.চি. কোম্পানীৰ ঠিকাদাৰৰ চৰ্দ্দাৰ আছিল। তেখেত ডিগবৈলৈ আহি, অসম অইল কোম্পানীৰ মাটি কটাৰ ঠিকা লৈ, পাচলৈ গৈ ডাঙৰ ঠিকাদাৰ হৈ পৰিছিল। কোম্পানীৰ মাটি কটা ডাঙৰ ঠিকাবোৰ আধাৰামৰ একচেটিয়া আছিল। পাচলৈ বিল্ডিং আদি সজাৰ কামো লৈ, কোম্পানীৰ এজন আগশাৰীৰ নামী ঠিকাদাৰ হৈ পৰিছিল। মানুহজন নিৰক্ষৰ আছিল, কিন্তু বৰ বুধিয়ক, চিন্তাশীল, সাহসী, গহীন আৰু প্ৰত্যুৎপন্নমতি সম্পন্ন আছিল। ডিগবৈৰ বিখ্যাত ঠিকাদাৰ ৺বিশ্বনাথ সিং তেওঁৰ পুতেক আৰু জয় প্ৰকাশ সিং (J.P. Singh) তেওঁৰ নাতিয়েক।

এইচ. চি. হকিন্চ্ (H.C. Hawkins) আন এজন প্ৰধান ঠিকাদাৰ আছিল। তেখেত ইউৰোপীয়ান আছিল। হকিন্চৰ মেনেজাৰ তথা সোঁহাত আছিল ধীৰেন্দ্ৰ নাথ সেন। বীৰেন মণ্ডলো তেখেতৰেই কৰ্ম্মচাৰী আছিল।

## ডিগবৈত দুৰ্গা পূজা

মই ১৯৩৬ চনত ডিগবৈলৈ আহি মাত্ৰ দুখন দুৰ্গাপূজা, পূজাফিল্ড দুৰ্গাপূজা আৰু দুৰ্গাবাৰী দুৰ্গাপূজাৰ কথা শুনিছিলোঁ। ১৯৩৬ চনতেই আন এখন 'এগ্ৰিমেণ্ট লাইন' দুৰ্গাপূজা আৰম্ভ হৈছিল।

শুনামতে, তাৰো আগতে প্ৰথম, মাত্ৰ ৰিফাইনাৰী খেল পথাৰত, এখন পূজা হৈছিল। এই পূজাখন আৰম্ভ হোৱাৰ সঠিক বছৰ পোৱা নাযায়। মই আহি বুঢ়াসকলৰ মুখে শুনামতে, ১৯২০ চনৰ আগতেই এই পূজাখন আৰম্ভ হৈছিল। কোম্পানীয়েও আৰ্থিক সহায় দিছিল। শুনামতে, কোম্পানীৰ খৰচতেই কলিকতাৰপৰা 'বাঈজী নাচ' অনা হৈছিল। চাহাব সকলেও পূজাৰ উৎসৱ উপভোগ কৰিছিল। তাৰ পাচত হেনো, পুৰণি পোষ্ট অফিচৰ ঠাইতেই (বৰ্ত্তমান শোধনাগাৰ চৌহদৰ অন্তৰ্গত) অথবা তাৰ সমুখতে, বৰ্ত্তমান ফায়াৰ চাৰ্ভিচ থকা ঠাইত, দুৰ্গাপূজা হৈছিল। দুই এজন মানুহৰ আনুমানিক কথাৰ বাহিৰে ইয়াৰ কোনো সঠিক বিৱৰণ পোৱা নাযায়। বিভিন্নজনৰ বিভিন্নমত। পাচলৈ ৰিফাইনাৰী ফিল্ডৰ পূজাখন বৰ্ত্তমানৰ পূজাফিল্ডলৈ স্থানান্তৰ কৰা হৈছিল। তেতিয়াৰপৰাই এই চুবুৰীটোৰ নাম হৈছে পূজাফিল্ড। দ্বিতীয় মহাসমৰৰ পাচৰপৰা পূজাফিল্ডত আৰু এখন পূজা হৈছিল। প্ৰথমখন হৈছিল বৰ্ত্তমান চৰকাৰী হাস্পাতাললৈ থকা অংশত, দ্বিতীয়খন হৈছিল, প্ৰথমখনৰ মুখামুখীকৈ, নিউমাৰ্কেটৰ ফালে থকা অংশত। পাচলৈ মধ্যপাৰাত আন এখন পূজা হোৱাত, পূজাফিল্ডৰ দ্বিতীয় পূজাখন উঠি গৈছিল। প্ৰথমখন আগৰ ঠাইতেই এতিয়াও আছে। কালক্ৰমত, লাহে লাহে ডিগবৈত দুৰ্গাপূজাৰ সংখ্যা বাঢ়ি গৈ ২৯ খন হৈছে। তলত নাম আৰু স্থাপিত বছৰ দিয়া হ'ল।

| নাম | স্থাপিত বছৰ |
|---|---|
| ১। পূজাফিল্ড দুৰ্গাপূজা | ১৯২৮ |
| ২। দুৰ্গাবাৰী দুৰ্গাপূজা | ১৯৩৩ |
| ৩। এগ্ৰিমেণ্ট লাইন দুৰ্গাপূজা | ১৯৩৬ |
| ৪। ৰামকৃষ্ণ সেৱাশ্ৰম দুৰ্গাপূজা | ১৯৩৭ |
| ৫। নেপালী বিষ্ণু মন্দিৰ দুৰ্গাপূজা | ১৯৪২ (১৯৩৭) |
| ৬। ৰিফাইনাৰীপাৰা দুৰ্গাপূজা | ১৯৪৩ |
| ৭। মুলিয়ামাৰী বস্তি দুৰ্গাপূজা | ১৯৪৩ |
| ৮। ডিগবৈ কালীবাৰী দুৰ্গাপূজা | ১৯৪৫ |
| ৯। বাপাপুং দুৰ্গাপূজা | ১৯৪৬ |
| ১০। গুপ্তকুটীৰ দুৰ্গাপূজা | ১৯৪৭ |
| ১১। চট্টল নাথ দুৰ্গাপূজা | ১৯৫১ |
| ১২। নিউ চেটেলমেণ্ট দুৰ্গাপূজা | ১৯৫৪ |
| ১৩। নবজ্যোতি দুৰ্গাপূজা | ১৯৬৩ |
| ১৪। চেণ্ট্ৰেল মিলিটাৰী হাস্পাতাল এৰিয়া (CMH) দুৰ্গাপূজা | ১৯৬৮ |
| ১৫। মুলিয়াবাৰী বাজাৰ দুৰ্গাপূজা | ১৯৭৪ |
| ১৬। চাৰিআলি জনতা দুৰ্গাপূজা | ১৯৭৭ |
| ১৭। চিলং ৰ'ড দুৰ্গাপূজা | ১৯৭৭ |
| ১৮। কালীবাৰী হাউচিং দুৰ্গাপূজা | ১৯৮১ |
| ১৯। ১নং বৰবিল দুৰ্গাপূজা | ১৯৮২ |
| ২০। চাৰিআলি গেট দুৰ্গাপূজা | ১৯৮৩ |

| | | |
|---|---|---|
| ২১। লাচিত নগৰ দুৰ্গাপূজা | | ১৯৮৫ |
| ২২। চেন্ট্ৰেল মাৰ্কেট দুৰ্গাপূজা | | ১৯৮৬ |
| ২৩। ৰেইলওৱে ষ্টেচন দুৰ্গাপূজা | | ১৯৮৭ |
| ২৪। ইটাভাটা দুৰ্গাপূজা | | ১৯৮১ |
| ২৫। মিলন নগৰ দুৰ্গাপূজা | | ১৯৯৮ |
| ২৬। ফ্ৰেইণ্ডচ্ দুৰ্গাপূজা | } | এই তিনিখন পুৰণি পূজা যদিও প্ৰতিষ্ঠা বছৰৰ কোনো ৰেকৰ্ড পোৱা নহ'ল। |
| ২৭। ষ্টেচনপাৰা দুৰ্গাপূজা | | |
| ২৮। মধ্যপাৰা দুৰ্গাপূজা | | |

উক্ত পূজাবোৰৰ উপৰিও 'মুলিয়াবাৰী হাউচিং দুৰ্গাপূজা' এখন বহু বছৰ ধৰি চলিছিল। বৰ্ত্তমান নাই।

দ্বিতীয় মহাসমৰৰ পাচৰপৰা, সম্ভবতঃ ১৯৪৬ চনৰপৰা, দুৰ্গাপূজা উপলক্ষে জুবিলি ফিল্ডত কোম্পানীয়ে তিনিদিন কথা ছবি দেখুৱাৰ ব্যৱস্থা কৰিছে। আৰম্ভনী বছৰৰ কোনো ৰেকৰ্ড পোৱা নগ'ল।

প্ৰথম অৱস্থাত, কেইবছৰমান প্ৰতিমাবোৰ বিসৰ্জ্জন দিয়া হৈছিল দিহিং নদীত। ১৯৪৭ চনৰপৰা ৫নং বঙলাৰ ওচৰত থকা কৃত্ৰিম হ্ৰদটোত বিসৰ্জ্জন দিয়াৰ ব্যৱস্থা কৰা হৈছে। বিসৰ্জ্জন সুসংবদ্ধ, উৎসৱ মুখৰ কৰিবলৈ, ১৯৫০ চনৰপৰা মুলিয়াবাৰী খেল পথাৰত সকলোবোৰ প্ৰতিমা একে লগ কৰি, তাৰপৰা শোভাযাত্ৰা কৰি লৈ গৈ, বিসৰ্জ্জন দিয়াৰ নিয়ম কৰা হৈছে। প্ৰতিমাবোৰ কঢ়িয়াবলৈ, ওপৰৰ ১৭ খন পূজাৰ কাৰণে, কোম্পানীয়ে ট্ৰাকৰ যোগান ধৰে। তদুপৰি বিসৰ্জ্জনৰ ঠাইত বিজুলী চাকিকে ধৰি, যাৱতীয় ব্যৱস্থা কোম্পানীয়ে কৰে।

## ৰামলীলা

ডিগবৈত থকা হিন্দীভাষীসকলে ১৯৬০ চনত গান্ধী মৈদানত, প্ৰয়াত ৰাম সুমিৰণ গোস্বামীৰ সভাপতিত্বত, এখন ৰাজহুৱা সভা পাতি, দুৰ্গাপূজাৰ সময়ত, দেশৰ হিন্দী বলয়ত ৰামলীলা প্ৰদৰ্শন কৰি, 'দশহৰা' উৎসৱ পালন কৰাৰ নিচিনাকৈ, ডিগবৈতো ৰামলীলা দেখুৱাই, 'দশহৰা' উৎসৱ কৰিবলৈ সিদ্ধান্ত লয়। আৰু সেই সভাতেই ৰাম সুমিৰণ গোস্বামীক সভাপতি আৰু ৰঘুনাথ লালক সম্পাদক-কোষাধ্যক্ষ হিচাপে লৈ, 'ৰামলীলা সঞ্চালিকা সমিতি' এখন গঠন কৰা হয়। ১৯৬০ চনৰপৰা এতিয়ালৈকে প্ৰতি বছৰে দুৰ্গাপূজাৰ সময়ত, শুক্লা প্ৰতিপদৰপৰা শুক্লা দশমীলৈ, অৰ্থাৎ বিজয়া দশমীলৈ, এই দহ দিন ধৰি, দেশৰ হিন্দী এলাকাৰপৰা বাচকবনীয়া 'ৰামলীলা'ৰ দল আনি, নিতৌ গধূলি বিফাইনাৰী ফিল্ডত অতি ভক্তি ভাৱে প্ৰদৰ্শন কৰা হয়। প্ৰথম দিনাখন 'নাৰদৰ মোহ আৰু ৰাৱণৰ জন্ম'ৰপৰা আৰম্ভ কৰি বিজয়া দশমীৰ দিনাখন ৰাৱণ বধ কৰি, ৰামৰ বিজয় ঘোষণা কৰা হয় আৰু বিবিধ সাংস্কৃতিক কাৰ্য্যক্ৰমেৰে ৰামৰ ৰাজ্যাভিষেক দেখুৱা হয়। ৰাৱণ বধৰ পাচতেই খেৰ-বাঁহেৰে সাজি থোৱা বিৰাটাকাৰ ৰাৱণৰ মূৰ্ত্তিত জুই দি, দাহ কৰি, ৰাৱণৰ মৃত্যু আৰু ৰামৰ জয় ঘোষণা কৰা হয়। অৰ্থাৎ দুষ্কৃতি নিধন কৰি, সুসংস্কৃতি আৰু সুবিমল শান্তি পুনৰ প্ৰতিষ্ঠাৰে জগতৰ মঙ্গল সাধন কৰা বুজোৱা হয়।

'ৰামলীলা সঞ্চালিকা সমিতি'ৰ গুৰিত আছিল কে. বি. কানুগা, বিশ্বনাথ সিং, সূৰ্য্যদেউ

সিং, কপিল দেউ দুবে, ললিত ৰাজ ঠাকুৰাই আদি বিশিষ্ট ব্যক্তিসকল। পিচৰ কমিটিবোৰত বিশেষ বিশেষ পদবীত আছিল—জয় প্ৰকাশ সিং, সুশীল ভাৰ্গব, সীতাৰাম উপাধ্যায়, প্ৰসন্ন কুমাৰ চৌধুৰী, কেশৱ গিৰি, ৰাম পৰোসন সিংহ, ৰাম নাথ সিংহ, ৰামনয়ন পাণ্ডেয়, অৱধেশ সাহী, ৰামনাথ সিংহ, নৰবদেশ্বৰ শুক্লা, হীৰালাল সিংহ, কেশৱ চান্দ, ৰাধেশঙ্কৰ গিৰি, ৰামকৃপাল সিংহ, হৰিশ্চন্দ্ৰ চন্দ, হৰিশঙ্কৰ দুবে, ইন্সেক্টৰ সিংহ আদি ব্যক্তিসকল।

বৰ্ত্তমান কমিটিৰ সভাপতি শ্ৰীসুন্দৰ পাণ্ডেয়, কাৰ্য্যকৰী সভাপতি—শ্ৰীৰাম অৱধ সিংহ, প্ৰধান সম্পাদক—শ্ৰীললিতা প্ৰসাদ গুপ্তা, উদ্‌ঘোষক—ড০ হৰেৰাম পাঠক, হিচাপ পৰীক্ষক—শ্ৰীসতী ৰাম বৰ্ম্মা, কোষাধ্যক্ষ—সৰোজ কুমাৰ চন্দ।

## তেল উদ্যোগত ডিগবৈৰ স্থান তথা গৌৰৱ

ডিগবৈ ভাৰতৰ অকল সৰ্ব্ব প্ৰথম তেল নগৰীয়েই নহয়, 'অইল ইণ্ডিয়া'ৰো জন্মদাতৃ আৰু 'তেল আৰু প্ৰাকৃতিক গেচ কমিচন'ৰো জন্মসূত্ৰ। আজি 'অইল ইণ্ডিয়া' আৰু 'তেল আৰু প্ৰাকৃতিক গেচ কমিচন'ৰ জন্ম আৰু পৰিবৰ্দ্ধনৰ সমস্ত গৌৰৱৰ অধিকাৰী অসম অইল কোম্পানী তথা ডিগবৈ।

১৯৫১ চনৰ বিস্তৃত Geophysical Surveyৰ প্ৰতিবেদন অনুসৰি, অসম অইল কোম্পানীয়ে ১৯৫২।৫৩ চনত নাহৰকটীয়াত প্ৰথম কূপটো ১১.৭১৫ ফুট তললৈ খানি, আৰু ১৯৫৬ চনত মৰাণত প্ৰথম কূপটো ১৩.৭১৯ ফুট তললৈ খানি, (এচিয়াৰ ভিতৰতে গভীৰতম তেল কূপ) আশাতীত তেল পোৱাৰ পাচত, অকল তেল উদঘাটনৰ কাৰণে দায়িত্ব দি, সম্পূৰ্ণ সুকীয়া প্ৰতিষ্ঠান এটা কৰাৰ কথা চিন্তা কৰি, ১৯৫৮ চনত বৰ্ম্মা অইল কোম্পানী তথা অসম অইল কোম্পানীৰ দুই তৃতীয়াংশ আৰু ভাৰত চৰকাৰৰ এক তৃতীয়াংশ মূলধনেৰে, 'অইল ইণ্ডিয়া প্ৰাইভেট লিমিটেড' গঠন কৰে। ১৯৬১ চনত নতুন চুক্তি কৰি, ভাৰত চৰকাৰ কোম্পানীৰ সমান অংশীদাৰ হয় আৰু নতুন নীতি-নিৰ্দ্দেশনাৰে অনুজ্ঞা পত্ৰ লৈ অইল ইণ্ডিয়াই খনন কাৰ্য্য আৰম্ভ কৰে।



১৯৫৪ চনত অসম অইল কোম্পানীয়ে ৰুদ্ৰ সাগৰ আৰু গেলেকীৰ তেলৰ আকৰ আবিষ্কাৰ কৰাৰ পাচত, ONGC ৰ জন্ম হৈছিল। ১৯৫৫ চনত ডিচেম্বৰ মাহত ইয়াক এটা বেলেগ ডিভিজন (Division) হিচাপে মান্যতা দিয়া হৈছিল আৰু ১৯৫৬ চনৰ মে' মাহত সম্পূৰ্ণ সুকীয়া সঞ্চালকালয়ৰ অধীনলৈ নি, আগষ্ট

মাহত Commission কৰা হৈছিল।



অসম অইল কোম্পানীৰ তথা ডিগবৈৰ, ভূতত্ত্ববিদ সকলেই নাহৰকটীয়া, মৰাণৰ ভূগৰ্ভস্থ তেলৰ আকৰ আৱিষ্কাৰ কৰি, অইল ইণ্ডিয়াক জন্ম দি, ডিগবৈৰেই ইঞ্জিনিয়াৰ, কেমিষ্ট, প্ৰশাসক আৰু বিভিন্ন বিভাগৰ অভিজ্ঞ কৰ্ম্মচাৰী তথা শ্ৰমিক সকলৰ মাজত সমন্বয় ৰক্ষা কৰি, কৰা কামৰ প্ৰশংসাত ভাৰতৰ পেট্ৰোলিয়াম আৰু কেমিকেলচৰ মন্ত্ৰী, কে. ডি. মালব্যই ১৯৭৬ চনৰ ২৩ চেপ্তেম্বৰ তাৰিখে কৈছিল,—"We have many things to learn from Oil, the standard of working in the fields, their appreciation of the economics of Oil exploration, operating in a situation of optimism........ In its totality. I must congratulate Oil leadership for carrying on its tasks in the face of difficulties of several types."

এই প্ৰশংসাৰ সম্পূৰ্ণ অধিকাৰী আছিল অসম অইল কোম্পানীৰ তথা ডিগবৈৰ ওৱামন বাপুজী মিত্ৰেৰ (Waman Bapuji Mitre) অধ্যক্ষতা আৰু নিৰ্দ্দেশত কাম কৰা অমিয় ভূষণ দাশগুপ্ত (Amiya Bhusan Dasgupta), যেদাটোৰ নাগাপ্পা (Yedator Nagappa), ৰামভদ্ৰচাৰী চক্ৰবৰ্ত্তী জগন্নাথন (Rambhadrachari Chakraborty Jagannathan), ৰবীন্দ্ৰ নাথ মিত্ৰ (Rabindra Nath Mitra), সুৰজিত চলিহা (Surajit Chaliha), চুড়ামণি ৰত্নম (Chudamani Ratnam), ক্ষীৰোদ চন্দ্ৰ ৰয় (Kshirod Chandra Roy), অজিত কুমাৰ শৰ্ম্মা (Ajit Kumar Sarma), ক্ষিতীশ চন্দ্ৰ দাস (Kshitish Chandra Das) আদি ভূ-বিজ্ঞানী, ইঞ্জিনিয়াৰ সকল, নাৰায়ন চন্দ্ৰ সেন গুপ্তৰ (Narayan Chandra Sengupta) নেতৃত্বাধীন ৰসায়ণ বিজ্ঞানীসকল (Chemists), কেৱল ৰাম বুলচান্দ কানুগাৰ (Kewalram Bulchand Kanuga) প্ৰশাসনীয় অভিজ্ঞতাপূৰ্ণ দক্ষতা আৰু অসম অইল কোম্পানীৰপৰা যোৱা কৰ্ম্মচাৰী আৰু শ্ৰমিকসকল।



নিজৰ নিজৰ যোগ্যতাৰ মাপ কাঠীৰে আগুৱাই গৈ ১৯৩০ চনত ডিগবৈত অইল কোম্পানীত যোগদান কৰা 'মিত্ৰে চাহাবে' ভাৰত চৰকাৰৰ পদ্মভূষণ উপাধি লাভ কৰিছিল।





প্ৰাকৃতিক তেল আৰু গেচ আয়োগেও সময়ে সময়ে তেখেতৰ পৰামৰ্শ লৈছিল। অমিয়ভূষণ দাশগুপ্তই বহুতো দায়িত্বপূৰ্ণ পদত অধিষ্ঠিত হৈ, শেষত অইল ইণ্ডিয়াৰ মেনেজিং ডিৰেক্টৰ হৈছিল আৰু চৰকাৰৰপৰা তেল উদ্যোগত আগবঢ়োৱা তেখেতৰ সেৱাৰ কাৰণে, পদ্মশ্ৰী উপাধি পাইছিল। ক্ষীৰোদ ৰায় শেষত গৈ অইল ইণ্ডিয়াৰ আবাসিক মুখ্য কাৰ্য্যবাহী বিষয়া (Resident Chief Executive) হৈছিল। নাগাপ্পাই সম্মিলিত ৰাষ্ট্ৰৰ (U.N.) ফেলোশ্বিপ পাইছিল। কানুগাই দোপতদোপে বগুৱা বাই অসম অইল কোম্পানীৰ প্ৰথম ভাৰতীয় ডেপুটী জেনেৰেল মেনেজাৰ আৰু অইল ইণ্ডিয়াৰ প্ৰতিষ্ঠাপক জেনেৰেল মেনেজাৰৰপৰা গৈ



আবাসিক সঞ্চালক (Resident Director) হৈছিল। ড০ নাৰায়ণ চন্দ্ৰ সেনগুপ্তৰ গৱেষণাৰ ফলস্বৰূপেই, নাহৰকটীয়াত পৃথিবীৰ সৰ্ব্ব প্ৰথম 'Crude Oil Conditioning Plant' স্থাপন হৈছিল। জগন্নাথনে বিভিন্ন দায়িত্বশীল পদত কাম কৰি, শেষত অইল ইণ্ডিয়াৰ চেয়াৰমেন/মুখ্য মেনেজিং ডাইৰেক্টৰ হৈছিল। তেখেতৰ দিনতেই অইল ইণ্ডিয়া সম্পূৰ্ণ ৰাজহুৱা খণ্ডলৈ ৰূপান্তৰিত হৈছিল। এই সিদ্ধান্তকাৰী সভাত ১৯৮১ চনৰ ১৪ অক্টোবৰ



তাৰিখে, জগন্নাথনেই সভাপতিত্ব কৰিছিল। অজিত কুমাৰ শৰ্মাই নিজ যোগ্যতাৰে শেষত গৈ অইল ইণ্ডিয়াৰ আবাসিক মুখ্য কাৰ্য্যবাহী বিষয়া (Resident Chief Executive) হৈছিল। এনে উচ্চ পদত কাম কৰা প্ৰথম অসমীয়া তেখেতেই। ৰবীন্দ্ৰ নাথ মিত্ৰ অইল ইণ্ডিয়াৰ টেকনিকেল মেনেজাৰ হৈছিল। সুৰজিত চলিহা অইল ইণ্ডিয়াৰ সৰ্ব্বোচ্চ পদলৈ উঠি চেয়াৰমেন/মেনেজিং ডিৰেক্টৰ পদত অধিষ্ঠিত হৈছিল। অসম অইল কোম্পানীৰ জিওলজিকেল বিভাগৰ এজন তলৰ বিষয়াৰপৰা সৰ্ব্বোচ্চ পদ, চেয়াৰমেন হোৱা প্ৰথম অসমীয়া আছিল





সুৰজিত চলিহা।

এইখিনিতে আমি পাৰ্চি ইভানক (Percy Evan) পাহৰিলে খাই পাতফলা দোষে চুব। ইভান চাহাবে ১৯১৫ চনত ভূবিজ্ঞানী হিচাপে যোগদান কৰি ৫৫ বছৰ তেখেতৰ সেৱা আগবঢ়াইছিল। তেখেতে বিভিন্ন পদবী অলঙ্কৃত কৰি, অসমৰ তেল উদ্যোগৰ প্ৰভূত উন্নতি সাধন কৰিছিল। তেখেত ভাৰতৰ শ্ৰেষ্ঠ ভূবিজ্ঞানী (Senior Geologist) আৰু লণ্ডনৰ মুখ্য ভূ বিজ্ঞানী (Chief Geologist) পদলৈ উন্নীত হৈছিল। তেখেতক অসমৰ ভূবিজ্ঞানৰ পিতৃ বুলি কোৱা হয়।



অসম অইল কোম্পানী তথা ডিগবৈয়েই ভাৰতত প্ৰথম তেল উদঘাটন কৰি, তেল নগৰী স্থাপন কৰিছিল। অসম অইল কোম্পানীয়েই নাহৰকটীয়া আৰু মৰাণ তেল পথাৰ আৱিস্কাৰ কৰি, অইল ইণ্ডিয়াক জন্ম দিছিল। ১৯৫৮ চনৰ ১৪ জানুৱাৰী তাৰিখে বাৰ্ম্মা অইল কোম্পানী আৰু ভাৰত চৰকাৰৰ মাজত হোৱা চুক্তি অনুসৰি অইল ইণ্ডিয়াই জন্ম লাভ কৰিছিল। চুক্তিত বাৰ্ম্মা অইল কোম্পানীৰ হৈ চহী কৰিছিল কোম্পানীৰ মেনেজিং ডাইৰেক্টৰ মিঃ আৰ. জি. স্মিথে আৰু ভাৰত চৰকাৰৰ হৈ চহী কৰিছিল ষ্টীল, মাইনচ আৰু ফুৱেল বিভাগৰ জইণ্ট চেক্ৰেটৰী মিঃ কে. কে. চাহনীয়ে।





অসম অইল কোম্পানী অকল অইল ইণ্ডিয়াৰ জন্মদাত্ৰীয়েই নহয়, ৰুদ্ৰ সাগৰ, গেলেকী আদি তেল পথাৰৰ আৱিষ্কাৰ আৰু প্ৰাকৃতিক তেল আৰু গেচ আয়োগৰ গঠনৰ বাটকটীয়া আছিল।

অসম তেল কোম্পানীয়েই ভূগৰ্ভৰ তেলৰ সঠিক সন্ধান



উলিয়াবৰ কাৰণে ভাৰতত প্ৰথম Seiesmic Surrvey কৰোৱাইছিল।





## ভাৰতৰ আৰ্থ-সামাজিক দিশত ডিগবৈৰ অৱদান

### (ক) ডিগবৈ শোধনাগাৰৰ বিশেষত্ব

দেশৰ ভিতৰতে ডিগবৈ শোধনাগাৰ ক্ষুদ্ৰতম। কিন্তু সংখ্যাগত আৰু গুণগত দিশৰপৰা খাৰুৱা তেলৰপৰা উৎপাদিত সামগ্ৰী সমূহৰ মান, যি কোনো বৃহৎ ৰিফাইনাৰীৰ লগত অকল সমানে ফেৰ মাৰিবপৰা বিধৰেই নহয়, কোনো কোনো বিষয়ত বেছি আগবঢ়া। ডিগবৈ ৰিফাইনাৰীত







[illegible] Assam Oil Pavilion [illegible]

উৎপাদিত সামগ্ৰীৰ সংখ্যা, প্ৰথম অৱস্থাত, পৃথিৱীৰ যিকোনো ৰিফাইনাৰীতকৈ সৰ্ব্বাধিক আছিল বুলি কয়। তাৰে ভিতৰত ডিগবৈ ৰিফাইনাৰীত উৎপাদিত মম পৃথিবীৰ শ্ৰেষ্ঠ মম বুলি পৰিগণিত হৈছিল আৰু আজিও তাৰ মান অক্ষুন্ন ৰাখি, সৰ্ব্বোৎকৃষ্ট মমৰ শাৰীতেই নিজৰ স্থান ৰাখি আছে। ডিগবৈ ৰিফাইনাৰীৰ কেমিষ্টসকলৰ যত্ন আৰু গৱেষণাৰ ফল স্বৰূপে এসময়ত ইয়াৰ খাৰুৱা তেলৰপৰা ১৩০ বিধ সামগ্ৰী তৈয়াৰ হৈছিল বুলি শুনিছিলোঁ। তাৰে ১১৬ বিধৰ নাম পোৱা হৈছে। পৃথিবীৰ কোনো ৰিফাইনাৰীতে হেনো খাৰুৱা তেলৰপৰা ইমানবোৰ সামগ্ৰী তৈয়াৰ হোৱা নাছিল। তদুপৰি ডিগবৈ ৰিফাইনাৰী ভাৰতৰ প্ৰথম ৰিফাইনাৰীয়েই নহয়, ই প্ৰথম আধুনিক ৰিফাইনাৰীও।

**উৎপাদিত বিভিন্ন সামগ্ৰীসমূহ**

তলত উক্ত ১১৬ বিধ সামগ্ৰীৰ নাম দিয়া হ'ল।

## PRODUCTS OF DIGBOI REFINERY OVER THE YEARS

| Sl. No. | Total No. | Products Bitumen & Cut Back |
|---|---|---|
| 1. | 1. | Indophalt 'A' or Indophalt 20/230 |
| 2. | 2. | Indophalt 'B' or Indophalt 30/40 |
| 3. | 3. | Indophalt 'C' or Indophalt 60/70. |
| 4. | 4. | Indomac. |
| 5. | 5. | Indospra. |
| 6. | 6. | Indopaste. |
| 7. | 7. | Indo-coat. |
| 8. | 8. | Indoprime. |
| 9. | 9. | Indophalt 80/100 |
| 10. | 10. | Indoplast 'F' |
| 11. | 11. | Briguetting Bitumen 105/4 |
| 12. | 12. | Bitumen MRX (150°C Softening pt.) |

| | | |
|---|---|---|
| 13. | 13 | MRX 125 |
| 14. | 14. | Digboi Industrial Bitumen 85/25 |
| 15. | 15. | Digboi Industrial Bitumen 85/40 |
| 16. | 16. | Digboi Industrial Bitumen 115/15 |

**FUELS**

| | | |
|---|---|---|
| 1. | 17. | SR Naphtha |
| 2. | 18. | Motor Spirit |
| 3. | 19. | High Speed Diesel (HSD) |
| 4. | 20. | Light Diesel Oil (LDO) |
| 5. | 21. | LOD (R) Furnace Oil |
| 6. | 22. | Kerosene |
| 7. | 23. | Superior Kerosene (20mm & 18mm, Kerosene Gr. II) |
| 8. | 24. | Light House Kerosene |
| 9. | 25. | Inferior Kerosene or Kerosenes Grade - III. |
| 10. | 26. | Mineral Oil |
| 11. | 27. | Special Heavy Kero. |
| 12. | 28. | Matchless Lighter Fluid |
| 13. | 29. | Tea Drier Oil |
| 14. | 30. | Mineral Colza or Corning Oil. |
| 15. | 31. | Vapourising Oil or Power. |
| 16. | 32. | Aviation or Aircraftturbine karosene or Jut Turbine Fuel or Aviation Kerosane. |

**LUBRICANTS**

| | | |
|---|---|---|
| 1. | 33. | Cyl. Oil 660 |
| 2. | 34. | Cyl. Oil 800 |
| 3. | 35. | Cyl. Oil 1000 |
| 4. | 36. | BOC 40 |
| 5. | 37. | BOC 140 |
| 6. | 38. | BOC 180 |
| 7. | 39. | BOC 250 |
| 8. | 40. | BOC 400 |
| 9. | 41. | Auto 40 |
| 10. | 42. | 95 P Oil |
| 11. | 43. | 120 Oil |

| | | |
|---|---|---|
| 12. | 44. | 300 Oil or Auto 'B' |
| 13. | 45. | 373 Oil |
| 14. | 46. | 403 Oil |
| 15. | 47. | 450 Oil |
| 16. | 48. | 433 Oil |
| 17. | 49. | 454 Oil |
| 18. | 50. | 556 Oil |
| 19. | 51. | 165 DX |
| 20. | 52. | 185 DX or MO 30 |
| 21. | 53. | BOC 50 or 50 Oil |
| 22. | 54. | 60 Oil or Utility oil or Spindle oil |
| 23. | 55. | BOC Technical White Oil |
| 24. | 56. | BOC 250 DX |
| 1. | 57. | Paraffin Wax Type. 1 (P. I. Quality) |
| 2. | 58. | Paraffin Wax Type. 2 (1st Quality) |
| 3. | 59. | Paraffin Wax Type. 3 (Match Wax) |
| 4. | 60. | 135/40 1st quality, Refined Paraffin Wax |
| 5. | 61. | 135/40 P.I. quality Paraffin Wax. |
| 6. | 62. | 140/45 1st quality Refinery Paraffin Wax |
| 7. | 63. | 140/45 PI quality Paraffin Wax. |
| 8. | 64. | 145/50 PI quality Paraffin Wax. |
| 9. | 65. | 150/55 PI quality Paraffin Wax. |
| 10. | 66. | 145/50 1st quality Paraffin Wax. |
| 11. | 67. | 150/55 1st quality Refined Paraffin Wax. |
| 12. | 68. | Paraffin Durum. |
| 13. | 69. | Microcrystalline Wax 'B' |
| 14. | 70. | Sucker Rod Wax. |

**SOLVENTS**

| | | |
|---|---|---|
| 1. | 71. | Solar Oil or Solvent Oil 245/350°C |
| 2. | 72. | Aromex Solvent 180/300°C |
| 3. | 73. | Mineral Turpentine Oil or White Spirit |
| 4. | 74 | Bauxite Solvent |
| 5. | 75 | Well Dewaxing Mixture |
| 6. | 76 | Bitumen Solvent |
| 7. | 77 | Solvent Oil 170/285 |
| 8. | 78 | Solvent Oil 255/290°C |
| 9. | 79 | S.B.P. Spirit 40/60 |
| 10. | 80 | S.B.P. Spirit 60/80 |

| | | |
|---|---|---|
| 11. | 81. | S.B.P. Spirit 60/120 |
| 12. | 82. | S.B.P. Spirit 80/120 |
| 13. | 83. | S.B.P. Spirit 80/130 |
| 14. | 84. | Solvent Oil 255/325°C |
| 15. | 85. | Wash Oil |
| 16. | 86. | Quinsol or Solvent Oil 290/380 |

## MISCELLANEOUS PRODUCTS

| | | |
|---|---|---|
| 1. | 87. | Petroleum Coke |
| 2. | 88. | Jute Batching Oil |
| 3.. | 89. | Carbon Black Feed Stock |
| 4. | 90. | Malariol Larvicidal Oil |
| 5. | 91. | Earth Oil |
| 6. | 92. | Mineral Jelly |
| 7. | 93. | Glass Moulding Oil, Grade-I |
| 8. | 94. | Glass Moulding Oil, Grade -II |
| 9. | 95. | Flushing Oil |
| 10. | 96. | Household Oil or three in one oil |
| 11. | 97. | Water Proofing compound |
| 12. | 98. | Earth Oil |
| 13. | 99. | Dopit |
| 14. | 100. | Wood Oil |
| 15. | 101. | Sleeper Oil |
| 16. | 102. | Malariol |
| 17. | 103. | Rope Oil |
| 18. | 104. | Synthetic Oil |
| 19. | 105. | Floor polish |
| 20. | 106. | Red Floor Polish |
| 21. | 107. | Gun Grease |
| 22. | 108. | Blend 'C' Lubricant |
| 23. | 109. | Bitu-grease |
| 24. | 110. | D-25 Lubricant |
| 25. | 111. | Chakwal pipe thread lubricant or Atta Grease |
| 26. | 112. | Pipe thread Lub/Dope |
| 27. | 113. | Mosquito Oil |
| 28. | 114. | Penetrating Oil |
| 29. | 115. | Water Finding Paste |
| 30. | 116. | Ullage Paste. |

কেইবা বছৰ যোৱাৰ পাচত, সময়ৰ গতিত, পাচলৈ আৰ্থিকভাৱে লাভজনক নোহোৱাৰ কাৰণে বৰ্ত্তমান কেৱল তলত দিয়া সামগ্ৰীবোৰ ৰাখি, বাকীবোৰৰ উৎপাদন বন্ধ কৰি দিছে। যোৱা পাঁচ বছৰৰ প্ৰতিবিধ সামগ্ৰীৰ উৎপাদন পৰিমাণ মেট্ৰিক টনৰ হিচাপত দিয়া হ'ল।

| PRODUCTS | Sheet 1 | | | | |
|---|---|---|---|---|---|
| | 91-92 | 92-93 | 93-94 | 94-95 | 95-96 |
| MOTOR SPIRIT | 56945 | 57630 | 65679 | 65005 | 69589 |
| NAPTHA | 16518 | 15163 | 3588 | 2024 | 1854 |
| WELL DEWAXING MIX | | | | | |
| SUPERIOR KEROSINE | 54717 | 53265 | 59679 | 60007 | 59575 |
| HIGH SPEED DIESEL | 127195 | 127094 | 126396 | 126306 | 120768 |
| LOW DIESEL OIL | 76443 | 72922 | 75445 | 67473 | 82436 |
| MINERAL TURPENTINE OIL | 31 | 34 | 49 | 104 | 167 |
| JUTE BETCHING OIL | 361 | 391 | 275 | 253 | 363 |
| AROMEX | 11636 | 11067 | 8932 | 8618 | 8797 |
| OTHERS | 539 | 436 | 542 | 460 | 510 |
| LUBRICANTS | 991 | 1220 | 1160 | 115 | 0 |
| FUEL OIL | 25744 | 129924 | 141886 | 132073 | 130613 |
| CARBON BLACK FEED STOCK | | | | 1217 | 16327 |
| LOW SULPHER HIGH STOCK | | | | | |
| BITUMEN INDOPHALT 'B' | 309 | 247 | 255 | 779 | 661 |
| BITUMEN INDOPHALT 'C' | 13442 | 13753 | 12842 | 9571 | 10026 |
| BITUMEN INDOMAC 'DB' | - | - | - | - | - |
| BITUMEN INDOPRA | - | - | - | - | - |
| BITUMEN SUB-TOTAL | 13751 | 14000 | 13097 | 10350 | 10687 |
| PARAFFIN WAX-PI | 1085 | 2073 | 1604 | 370 | 766 |
| PARAFFIN WAX-1Q | 25010 | 25372 | 23215 | 20534 | 21263 |
| PARAFFIN WAX-MW | 3576 | 2451 | 4006 | 2937 | 3796 |
| PARAFFIN WAX SUB - TOTAL | 29671 | 29896 | 28825 | 23841 | 25825 |
| PETROLEUM COKE | 9511 | 10076 | 9995 | 10811 | 9418 |

## ৰাজ্যিক আৰু কেন্দ্ৰীয় ৰাজ-কোষলৈ ডিগবৈৰ অৱদান

**ভাৰতীয় তেল নিগম (অসম তেল সংমণ্ডল)ৰ যোৱা পাঁচ বছৰৰ লাভ**

**লাখৰ হিচাপত**

| ১৯৯৩-৯৪ | ১৯৯৪-৯৫ | ১৯৯৫-৯৬ | ১৯৯৬-৯৭ | ১৯৯৭-৯৮ |
|---|---|---|---|---|
| ১৬৫.৪৬ | ৭৪২.৫০ | ২০১৬.০২ | ২৭৩৭.৫২ | ৩৩৫৭.২৮ |

## ডিগবৈ সংমণ্ডলে দিয়া যোৱা পাঁচ বছৰৰ ৰাজহ

বিক্ৰী কৰ

| বছৰ | অসম তেল সংমণ্ডল | অন্যান্য | মুঠ |
|---|---|---|---|
| ১৯৯৩-৯৪ | ৩০,৬০,৪২,০৭২ | ১২,১২,৭১,৪১৮ | ৪২,৭৩,১৩,৪৯০ |
| ১৯৯৪-৯৫ | ৩৬,৪৫,০০,০০০ | ৯,০৯,৯৬,৮৫২ | ৪৫,৫৪,৯৬,৮৫২ |
| ১৯৯৫-৯৬ | ৪১,২০,০০,০০০ | ৯,৯৪,৮০,৯৬০ | ৫১,১৪,৮০,৯৬০ |
| ১৯৯৬-৯৭ | ৫০,০৫,০০,০০০ | ৮,৩১,৩১,৬৪০ | ৫৮,৩৬,৩১,৬৪০ |
| ১৯৯৭-৯৮ | ৪৮,১৫,৫০,০০০ | ৬,৭৭,৯৯,৭৪৫ | ৫৪,৯৩,৪৯,৭৪৫ |
| মুঠ | ২০৬,৪৫,৯২,০৭২ | ৪৬,২৬,৮০,৬১৫ | ২৫২,৭২,৭২,৬৮৭ |

আবকাৰী কৰ (কোটিৰ হিচাপত)

| বছৰ | অসম তেল সংমণ্ডল | অন্যান্য | মুঠ |
|---|---|---|---|
| ১৯৯৩-৯৪ | ৩৪.৬৪ | ১২.০৫ | ৪৬.৬৯ |
| ১৯৯৪-৯৫ | ৪৩.২৫ | ১১.০২ | ৫৪.২৭ |
| ১৯৯৫-৯৬ | ৩৮.৭৫ | ১৬.৯২ | ৫৫.৬৭ |
| ১৯৯৬-৯৭ | ৪৩.৪৯ | ১৭.৭২ | ৬১.২১ |
| ১৯৯৭-৯৮ | ৫৮.৪৬ | ২.০৪ | ৬০.৫০ |
| মুঠ | ২১৮.৫৯ | ৫৯.৭৫ | ২৭৮.৩৪ |

| আয়কৰ | | | | ডিগবৈ বন সংমণ্ডলৰ ৰাজহ |
|---|---|---|---|---|
| বছৰ | অসম তেল সংমণ্ডল (Aprox) | অন্যান্য সংখ্যাৰ হিচাপত | মুঠ | মুঠ সংগৃহীত ৰাজহ |
| ১৯৯৩-৯৪ | ০.৩৩ কোটি | ১,৮৭,২৭,০০০ | ২,২০,২৭,০০০ | ১,৫১,৩৮,৭০১.৮৭ |
| ১৯৯৪-৯৫ | ১.৯০ কোটি | ১,৩৮,৬০,০০০ | ৩,২৮,৬০,০০০ | ৪৩,১৪,৮১১.৭২ |
| ১৯৯৫-৯৬ | ৫.৯০ কোটি | ১,৪৮,২৯,০০০ | ৭,৩৮,২৯,০০০ | ১,৫৪,৩০,৭৫৬.১৫ |
| ১৯৯৬-৯৭ | ৫.১৫ কোটি | ১,২৭,০০,০০০ | ৬,৪২,০০,০০০ | ১,৮৯,২৪,৮৯৯.১০ |
| ১৯৯৭-৯৮ | ৫.০১ কোটি | ১,০৫,০০,০০০ | ৬,০৬,০০,০০০ | ২৩,০৯,০৭০.০০ |
| মুঠ | ১৮.২৯ কোটি | ৭,০৬,১৬,০০০ | ২৫,৩৫,১৬,০০০ | ৫,৬১,১৮,২৬৮.৮৪ |

## ডিগবৈত বেঙ্কিং ব্যৱসায়

১৯৪৬ চনৰ ১৬ নবেম্বৰ তাৰিখে প্ৰথম দ্যা কুমিলা বেঙ্কিং কৰ্পোৰেচন লিঃৰ শাখা এটা খোলা হৈছিল। ইয়াৰ প্ৰথম গ্ৰাহক আছিল ৺বিষ্ণু প্ৰিয়া দাস। একাউন্ট নম্বৰ আছিল A/c No. S B I।

পিচত ১৯৫০ চনত তিনিটা বেঙ্ক যথা দ্যা কুমিলা বেঙ্কিং কৰ্পোৰেচন (The Comila Banking Corporation Ltd.), দ্যা হাওৰা বেঙ্ক লিঃ (The Howrah Bank Ltd.) দ্যা নিউ ষ্টেণ্ডাৰ্ড বেঙ্ক লিঃ (The New Standerd Bank Ltd.) মিলি ইউনাইটেড বেঙ্ক অব ইণ্ডিয়া (United Bank of India) নামেৰে এটা বেঙ্ক হয়। ডিগবৈত থকা কুমিলা বেঙ্কিং কৰ্পোৰেচনৰ শাখাটো ইউনাইটেড বেঙ্ক অব ইণ্ডিয়াৰ শাখা হৈ পৰে। ১৯৬৯ চনত ভাৰতৰ বেঙ্ক উদ্যোগক ৰাষ্ট্ৰীয়কৰণ কৰাত ইউনাইটেড বেঙ্কো ৰাষ্ট্ৰীয় বেঙ্ক হৈ পৰে।

ইয়াত্ৰ প্ৰথম বছৰৰ গ্ৰাহক আছিল ১২৫ জন। মুঠ টকা জমা হৈছিল ২৭৫,০০০ টকা আৰু আগধন আছিল ৫১,০০০ টকা। বৰ্ত্তমান গ্ৰাহকৰ সংখ্যা ঃ (১) SB A/c ২৫,০০০, (২) C.D. A/c আৰু Term deposit ১০,০০০। অফিচাৰ সহ প্ৰথম কৰ্ম্মচাৰী আছিল ৬, বৰ্ত্তমান সংখ্যা ৩৯।

পৰৱৰ্ত্তী কালত এতিয়ালৈকে ডিগবৈত আৰু ৪টা বেঙ্কৰ শাখা বহিছে। ডিগবৈত বেঙ্কিং

ব্যৱসায়ৰ অগ্ৰগতিৰ ধাৰণা কৰিবলৈ আৰু এই শাখাবোৰে ৰাষ্ট্ৰীয় অৰ্থভাণ্ডাৰলৈ আগবঢ়োৱা অৰ্থৰ পৰিমাণ জানিবলৈ, যোৱা পাঁচ বছৰৰ ব্যৱসায়ৰ তালিকা তলত দিয়া হ'ল।

(কোটিৰ হিচাপত)

| বেঙ্ক | ব্যৱসায় | বছৰ | | | | |
|---|---|---|---|---|---|---|
| | | ১৯৯৩-৯৪ | ১৯৯৪-৯৫ | ১৯৯৫-৯৬ | ১৯৯৬-৯৭ | ১৯৯৭-৯৮ |
| ইউনাইটেড বেঙ্ক অৱ | জমা | ২০.৫৪ | ২৩.৬৪ | ২৫ ০২ | ২৮.৪৯ | ৩১.৭০ |
| ইণ্ডিয়া | আগধন | ৫ ৬৪ | ৬ ৯০ | ৬.৯১ | ৭.৭০ | ৬.০৭ |
| ডিগবৈ শাখা মুকলি ১৯৬১ কৰ্মচাৰী (অফিচাৰ সহ) ৬-৩৫ | লাভ | ০.৩৩ | ০ ৩২ | ১.২০ | ১.৫৩ | ১ ৫৬ |
| ইণ্ডিয়ান বেঙ্ক | জমা | ৭.১৭ | ৭ ৫৬ | ৪ ৩০ | ৯ ৬৯ | ১০.৯৬ |
| ডিগবৈ শাখা | আগধন | ০.৮৭ | ১.০০ | ০.৮৬ | ১.১২ | ১ ৮৬ |
| মুকলি ৩১-৩-৭৬ কৰ্মচাৰী ৬-২০ | লাভ | নাই পোৱা | ৪ ৬২ লাখ | ৩ ২৪ লাখ | ২.৯০ লাখ | ৯.১১ লাখ |
| ষ্টেট বেঙ্ক অৱ ইণ্ডিয়া | জমা | ১২,৫৩,৩০,০০০ | ৯,৫০,৮৭,০০০ | ১০,৮৯,৮৬,০০০ | ১২,০৩,৭০,০০০ | ২৩,৩০,৯৯,০০০ |
| ডিগবৈ শাখা | আগধন | ৭০,৭১,০০০ | ৬১,৭৪,০০০ | ৬৪,৬৭,০০০ | ৮৩,৮৭,০০০ | ১,৩৪,২৪,০০০ |
| মুকলি ২১-৯-৭৯ কৰ্মচাৰী ৪-৩১ | লাভ | ৮,৩২,০০০ | ১৩,৫৩,০০০ | নাই পোৱা | ৩২,৫৫,০০০ | ৪৪,৬৩,০০০ |
| ইউ. কো বেঙ্ক | মুঠ ব্যৱসায় | — | — | ১ ৯৭ কোটি | ২.৬৮ কোটি | ৩.৮৯ কোটি |
| ডিগবৈ শাখা | মুঠ জমা | — | — | ১.৩৩ কোটি | ২,৫০ কোটি | ৩.৫৭ কোটি |
| মুকলি ১০-২-৯৫ কৰ্মচাৰী ৩-৭ | লাভ (লোকৰ ভিত্তিত) | — | — | — | — | ২.০৪ লাখ |

ওপৰৰ বেঙ্কবোৰৰ বাহিৰেও সোৱনশিৰি গাওঁলীয়া বেঙ্কৰ শাখা এটাও আজি কেইমাহ মানৰ আগতে খোলা হৈছে। বছৰৰ হিচাপ দিব পৰাৰ অৱস্থা হোৱা নাই।

## ডিগবৈত বীমা ব্যৱসায়

বীমা নিগম তথা কোম্পানী সমূহৰ ডিগবৈস্থিত শাখা সমূহে জাতীয় অৰ্থভাণ্ডাৰ টনকিয়াল কৰাত লোৱা ভূমিকাৰ যোৱা পাঁচ বছৰৰ খতিয়ান ডাঙি ধৰা হ'ল।

(লাখৰ হিচাপত)

| | ব্যৱসায় | ১৯৯৩-৯৪ | ১৯৯৪-৯৫ | ১৯৯৫-৯৬ | ১৯৯৬-৯৭ | ১৯৯৭-৯৮ |
|---|---|---|---|---|---|---|
| ভাৰতীয় জীৱন | জমা | — | ৯৫০ ৫২ | ১১৩৫.২৩ | ৫০১ ৬৮ | ৭৯৫ ৪৩ |
| বীমা নিগম | খৰচ | — | ৩৫০ ০০ | ১৬৭ ০৬ | ১৮৬ ৩৬ | ২০০ ৮৪ |
| স্থাপিত ১-৪-৫৯ | বাহি/লাভ | — | ৬০০.৫২ | ৯৬৮.১৭ | ৩১৫ ২২ | ৫৯৪.৫৯ |
| কৰ্ম্মচাৰী | | | | | | |
| নিউ ইণ্ডিয়া | জমা | ৩৩৫৫ ৫৯ | ৪৩ ৫৮ ২৯ | ৫১৫৮ ২৯ | ৫৭৬২ ৫৫ | ৭৬৯২২ ৮৫ |
| এচ্যুৰেঞ্চ কোঃ | খৰচ | ১৪৯৩ ৩৬ | ১৪১৯ ৪৪ | ৪০১৯ ৭৫ | ২৪৯৪.৯৫ | ৭৫২০০ ০০ |
| স্থাপিত ১৯৯১ | বাহি/লাভ | ১৮৬২ ২৩ | ৩১৩৮ ৪১ | ১১৩৩.৫৪ | ৩২৬৭.৬০ | ১৭২২.৮২ |
| কৰ্ম্মচাৰী ৮-১১ | | | | | | |
| ইউনাইটেড | জমা | ৬৮৭৯ ০০ | ৮৭৪৮ ০০ | ৮৭৪৯ ০০ | ১০৬৭৯ ৪৪০ | ১০০২৮.৬৫৯ |
| এচ্যুৰেঞ্চ কোঃ | খৰচ | ১০৪১ ০০ | ২৮৬৩ ০০ | ৩১৮৬ ০০ | ৬,০০,০০০.০০ | — |
| স্থাপিত ১৯৮৭ | বাহি/লাভ | ৫৮৩৮ ০০ | ৫৮৮৫ ০০ | ৫৫৬৩ ০০ | -৪৯৩২০৫৬০ | -৬,৪০,১৩,৯২৫ ৯০ |
| কৰ্ম্মচাৰী ২-৮ | | | | | | |
| অৰিয়েণ্টল | জনা | ৬২ ০০ | ৫৪ ৫৬ | ৪২ ১৪৩ | ৫৫ ৩৪৫ | ৬১ ১৭৩ |
| ইনচ্যুৰেঞ্চ কোঃ | খৰচ | ৩৫.০০ | ৩৭ ০০ | ৩৪ ০০ | ৪০.০০ | — |
| স্থাপিত ৩০-৭-৮৭ কৰ্ম্মচাৰী ৪-৭ | বাহি/লাভ | | | | | |

ডিগবৈ শোধনাগাৰত জুই লগাৰ কাৰণে ক্ষতিপূৰণ দিবলগীয়া হোৱাত শেষৰ দুবছৰ লোকচান ভৰিবলগীয়া হৈছে। কিন্তু শোধনাগাৰে ক্ষতিপূৰণ পোৱাৰ বাবে জাতীয় অৰ্থ ভাণ্ডাৰৰ লাভ নহ'লেও লোকচান হোৱা নাই।

# চাকিৰ তলত এন্ধাৰ

## ডিগবৈয়ে দেশক পোহৰৰ যোগান ধৰিছে কিন্তু ডিগবৈত পোহৰ নাই

## ডিগবৈয়ে দেশক পনীয়া সোণ দিছে কিন্তু ডিগবৈত পানী নাই

দেশৰ ভিতৰতে বোধহয় এখন ঠাই য'ত একেটা নামৰ দুখন নগৰ লগ লাগি আছে— (১) অসম অইল কোম্পানীৰ 'ডিগবৈ তেল নগৰ' (২) ডিগবৈ নগৰ সমিতিৰ এলাকা 'ডিগবৈ নগৰ'। তেল নগৰখন চাফচিকুণ আটকধুনীয়া, সুন্দৰ পকা আলি-পদূলি, পকা নৰ্দ্দমা, উন্নত চিকিৎসা ব্যৱস্থা, পানী যোগানৰ সুন্দৰ বন্দবস্তৰে সৈতে ওখ, টিলাময় ঠাইত পৰিপাটিকৈ সজা। আনফালে ডিগবৈ নগৰখন তেল নগৰৰ গৰাত, দ ঠাইত। তেল নগৰৰ মাজেৰে বৈ থকা সকলো নলা-নৰ্দ্দমা ডিগবৈ নগৰৰ মাজেদি বৈ গৈছে। এই নলাবোৰে কঢ়িয়াই নিয়া আবৰ্জ্জনাবোৰে সমস্যাৰ সৃষ্টি কৰে। বাৰিষা বহুতো মানুহে জীয়াতু ভোগে। ৰাতি বাট-পথবোৰত বিজুলি চাকি নজ্বলে, আন্ধাৰত থাকে।

তাহানিতে অসম তেল কোম্পানীৰ প্ৰসূতীসদনৰ ঘৰটো কোম্পানীৰপৰা লৈ স্থাপন কৰা

চৰকাৰী হাস্পাতাল তেনেকৈয়ে চলি আছে। এই চিকিৎসালয়খন অকল ডিগবৈ নগৰৰ কাৰণেই নহয়, ডিগবৈকে কেন্দ্ৰ কৰি চাৰিওফালৰ ১৩।১৪ কিলোমিটাৰ দূৰলৈকে থকা গাওঁবোৰো ইয়াৰ ওপৰতেই নিৰ্ভৰশীল। এতিয়ালৈকে ইয়াৰ অকণো শ্ৰীবৃদ্ধিতো হোৱাই নাই, থকাখিনিকো আৱশ্যকীয় প্ৰতিপাল কৰি ৰাখিব পৰা নাই। বেমাৰীৰ চাপ চাই হাস্পাতালখনত এশ নহ'লেও অন্ততঃ ৫০।৬০ জন বেমাৰী ৰখাৰ দিহা থাকিব লাগে। বিচনা বঢ়াওক চাৰি থকা বিচনা কেইখনৰে অবস্থা দুখ লগা। ডাক্তৰ বাঢ়িছে, কিন্তু বহিবলৈ কোঠালী নাই।

ডিগবৈ নেদেখা বা নজনা মানুহে বিশ্বাস নকৰিব যে, ডিগবৈ নগৰ-সমিতিৰ এলাকাত মানুহৰ সকলো সময়ৰ কাৰণে সকলোতকৈ আৱশ্যকীয় পানী যোগানৰ কোনো ব্যৱস্থা নাই। অসম তেল সংমণ্ডলে এই অঞ্চলতো মাজে মাজে কিছু সংখ্যক টেপ দিছে যদিও ই এপাচি শাকত এটা জালুকৰ নিচিনা। মানুহে নিজাববীয়াকৈ বন্দবস্ত কৰিবলৈকো অত্যধিক 'আয়ৰণ' যুক্ত হোৱাৰ বাবে ইয়াৰ পানী ব্যৱহাৰৰ উপযুক্ত নহয়। আনকি এই পানীৰে ধোৱা-মেলা কৰিলে বাচন-বৰ্তন, কানি-কাপোৰত ৰং ধৰে। অসম তেল সংমণ্ডলৰ নিজৰ পানী যোগানৰ ব্যৱস্থা আছে। (১) ডিগবৈৰপৰা প্ৰায় ১২।১৩ কিলোমিটাৰ নিলগৰ নাজিৰাটিঙৰপৰা ডিব্ৰুনদীৰ পানী অনাৰ ব্যৱস্থা আছে। (২) নাজিৰাটিঙত জোখাৰে পানী নোপোৱাৰ কাৰণে ডিগবৈত গভীৰ নলী নাদ খানি পানীৰ অভাৱ মাৰিছে। এই পানী ব্যৱহাৰৰ উপযোগী কৰিবৰ কাৰণে তেল সংমণ্ডলে যথেষ্ট টকা খৰচ কৰি থাকিবলগীয়া হৈছে। যি কি নহওক, তেল সংমণ্ডলৰ এলাকাত পানীৰ অসুবিধা নাই। কিন্তু বাহিৰত জোখাৰে দিবলৈ পানীয়ে নোজোৰে। সেয়ে ডিগবৈ নগৰ সমিতিৰ এলাকাত পানীৰ কাৰণে হাহাকাৰ।

আন এটা চিন্তাৰ বিষয় যে, চৰকাৰেও তেল সংমণ্ডলৰ নিচিনাকৈ গভীৰ নলী নাদ খানি পানীৰ ব্যৱস্থা কৰিলেও পানী শোধন কৰি ব্যৱহাৰৰ উপযোগী কৰি ৰখাটো নগৰ সমিতিৰ কাৰণে সম্ভৱ নহ'ব। চৰকাৰে সদায় বগা হাতী পুহি থাকিব লাগিব।

১৯৬৩ চনত বিধায়ক হিচাপে মই পানীৰ বিষয়টোৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰাত অসম চৰকাৰৰ স্বাস্থ্য বিভাগৰ সঞ্চালকে ডিগবৈলৈ আহি কোম্পানীৰ পানী যোগানৰ ব্যৱস্থা (তেতিয়া মুলিয়াবাৰী, টোপলা বস্তি আৰু কালীবাৰীত থকা কোম্পানীৰ নলী নাদবোৰ নাছিল।) নাজিৰাটিঙৰ কোম্পানীৰ পানী যোগান আঁচনি আৰু ডিব্ৰু নদীৰ পানীৰ ভঁড়াল, মাৰ্ঘেৰিটাৰ দিহিং নদী পৰিদৰ্শন কৰি, ডিগবৈৰ পানীৰ স্থায়ী সমাধানৰ কাৰণে মাৰ্ঘেৰিটাৰপৰা দিহিং নৈৰ পানী অনাটোৱেই উত্তম তথা উচিত ব্যৱস্থা হ'ব বুলি কৈছিল। ডিগবৈৰপৰা নাজিৰাটিং আৰু মাৰ্ঘেৰিটাৰ দূৰত্ব প্ৰায় একে। কিন্তু মাৰ্ঘেৰিটাৰপৰা পানী আনিলে পানীৰ কেতিয়াও অভাৱ নহ'ব আৰু চলিত খৰচো (Recurring Expenditure) তেনেই কম হ'ব। তেনেকুৱা আঁচনি কাৰ্যকৰী কৰিলে দুয়োখন ডিগবৈ নগৰতে আৱশ্যকীয় পানীৰ যোগান ধৰিব পৰা হ'ব। চৰকাৰ আগবাঢ়ি আহিলে আধা খৰচ কোম্পানীয়ে বহন কৰিব বুলিও তেতিয়াৰ জেনেৰেল মেনেজাৰ মিঃ গোৱান চাহাবে আশ্বাস দিছিল। চৰকাৰে জৰীপ কৰি দিহিঙৰপৰা পানী অনা আঁচনিখন অতি উত্তম আঁচনি বুলি কৈছিল। কিন্তু ৩ লাখ পৰিব বুলি কোৱাত গোৱানে পিচ হোহোকা মাৰিছিল। গোৱানে স্পষ্ট ভাষাত কৈছিল যে, কোম্পানীয়ে চৰকাৰক টেক্স দিছে। গতিকে ডিগবৈ নগৰৰ (কোম্পানীৰ নগৰ এলাকাৰ বাহিৰৰ) দায়িত্ব চৰকাৰে ল'ব লাগে। কোম্পানীয়ে নলয়। ৰাইজৰ অভাৱৰ প্ৰতি সম্পূৰ্ণ আওকাণ কৰি, বিত্তীয় অৱস্থা চৰকাৰৰ নাই বুলি, আঁচনি কাৰ্যকৰী নকৰি, চৰকাৰেও হাত দুই

বহি থাকিল বা ডিগবৈৰ ৰাইজৰ অভাৱ অভিযোগৰ প্ৰতি জানিও নজনা, শুনিও নুশুনা ভাও ধৰি থাকিল অথবা আজিৰ দিনত এনে তুচ্চ কথাত গুৰুত্ব দি, সময় নষ্ট কৰা অনাৱশ্যক বুলি ভাবিলে। চৰকাৰে বঢ়িয়াকৈ জানে যে, ডিগবৈ নগৰৰ ৰাইজে চৰকাৰৰ নোম এডালো লৰাব নোৱাৰে।

ওপৰৰ হিচাপৰপৰা দেখা যায় যে, চৰকাৰে ডিগবৈ সংমগুলৰপৰা গড়ে বছৰে পায় প্ৰায় ১৩৯.২০ কৌটি টকা। তাৰে অকল অসম তেল সংমগুলৰ পৰা পায় বছৰে প্ৰায় ১৯৩.২২ কৌটি টকা। ইয়াৰপৰা সহজে অনুমেয় যে, অকল অসম তেল সংমগুলৰপৰা সংগৃহীত ৰাজহৰ মাত্ৰ ৩।৪ শতাংশ খৰচ কৰিলে ৬।৭ বছৰৰ ভিতৰত ডিগবৈৰ পানীৰ অভাৱ মৰিলহেতেন, হাস্পাতালখনক মানুহৰ নিম্নতম চাহিদা পূৰাব পৰাকৈ উন্নত কৰিব পৰা হ'লহেতেন, নলা-নৰ্দ্দমা তথা বাট-পথবোৰ পকা হ'লহেতেন, পথত বিজুলী চাকি জ্বলিলেহেতেন।

প্ৰাক্ স্বাধীনতা কালৰ কথা বাদ দিও, স্বাধীনতাৰ পৰবৰ্ত্তী কালতো আমাৰ জাতীয় চৰকাৰে আজিলৈকে বছৰৰ পাচত বছৰ ধৰি কৌটি কৌটি টকা ৰাজহ পোৱা, ঠাইখনৰ ৰাইজৰ পানীটুপিৰ যোগানৰ চিন্তা কৰাৰ আৱশ্যক বুলি ভবা নাই। ৰাজহ আদায় আৰু খৰচ কৰাৰ দায়িত্ব চৰকাৰৰ হাতত ৰাখিছে। খৰচো চৰকাৰেই কৰে, তাত ৰাইজৰ কোনো মাত নাই।

ডিগবৈৰ ৰাইজ শান্তিপ্ৰিয়। পানী তথা উন্নয়নৰ কাৰণে ধৰ্ণা, অনশন, সত্যাগ্ৰহ, শোভাযাত্ৰা, বন্ধ আদিৰ কাৰ্য্যসূচী লৈ, এক আন্দোলনৰ সৃষ্টি কৰাহেতেন হয়তো চৰকাৰৰ চকু খোল খালেহেতেন। অৱশ্যে চৰকাৰৰ দোষ নাই। কালৰ গতিত আজিকালি ন্যায় নিষ্ঠা, সৎ-সত্য, শান্তিপ্ৰিয়তা আদিক মূৰ্খতাৰ চানেকি বুলি গণ্য কৰা হয়। এই সোঁতৰ বিপৰীতে চৰকাৰ নগৈ বুদ্ধিমন্তৰ পৰিচয় দিছে। হয়তো আন্দোলন নকৰাটো ডিগবৈৰ ৰাইজৰ ভুল হৈছে।

সন্তোষৰ কথা যে অসম তেল সংমগুলে ইয়াৰ অনুষ্ঠান-প্ৰতিষ্ঠান সমূহক সম্ভৱপৰ সহায় দি, আৰু ভিতৰুৱা গাওঁ অঞ্চলতো স্কুল ঘৰ আদি সাজি দি, ৰাইজক কিছু সকাহ দিছে। কিন্তু পানী, হাস্পাতাল আদিৰ সুৰাহা কৰিবৰ কাৰণে চৰকাৰ আগবাঢ়ি অহাটো চৰকাৰৰ নৈতিক দায়িত্ব আৰু কৰ্ত্তব্য।

## ডিগবৈত সাহিত্য কলা সংস্কৃতিৰ চৰ্চ্চা

৩০ৰ দশকৰ আগতে 'ডিগবৈ ইণ্ডিয়ান ক্লাব' তথা 'ইণ্ডিয়া ক্লাব' প্ৰতিষ্ঠিত হোৱাৰ পাচৰ পৰা ক্লাবৰ অনুষ্টুপীয়া পুথিভঁৰালটোকে কেন্দ্ৰ কৰি এচাম সাহিত্যানুৰাগী যুৱকে পঢ়া-শুনা আৰম্ভ কৰে। তাৰেই ফল স্বৰূপে সাহিত্য চৰ্চ্চাৰ বিবিধ অনুষ্ঠান লাহে লাহে গঢ়ি উঠিছিল। সেই চাম ডেকাৰেই কিছুমানে অকল পঢ়াই নহয়, লিখিবলৈকো লৈছিল। তেতিয়াৰপৰা আজিলৈ ডিগবৈত সাহিত্য, কলা-কৃষ্টিৰ নানা অনুষ্ঠান গঢ়ি উঠিছে আৰু এটা বুজন সংখ্যক কবি, সাহিত্যিকৰ সৃষ্টি হৈছে। ডিগবৈৰ ক্ৰিয়া জগতৰো উৎস আৰু প্ৰেৰণা আছিল ডিগবৈ ইণ্ডিয়ান বা ইণ্ডিয়া ক্লাব। পাচলৈ ডিগবৈৰ বিভিন্ন অনুষ্ঠানৰ পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে।

## ডিগবৈ ইণ্ডিয়া ক্লাব

ডিগবৈ ইণ্ডিয়া ক্লাবে জন্ম গ্ৰহণ কৰিছিল 'ডিগবৈ ইণ্ডিয়ান ক্লাব' নামেৰে।

ইউৰোপীয়ান ক্লাব হোৱাৰ পাচত ক্লাব-প্ৰত্যাশী ভাৰতীয় সকলেও এটা ক্লাবৰ অভাৱ অনুভৱ কৰিছিল। ইউৰোপীয়ান ক্লাবত ভাৰতীয়ৰ প্ৰবেশ নিষেধ আছিল। সেয়ে কেইগৰাকীমান ভাৰতীয় বিষয়াই ১৯১৮ চনৰ ৩ ফেব্ৰুৱাৰী তাৰিখে চি. ডি. চেটাৰ্জ্জীৰ বঙলাত ভূতত্ত্ববিদ্ (Geologist) এম. কে. ৰয়ৰ সভাপতিত্বত 'ইণ্ডিয়ান ক্লাব' স্থাপনৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। প্ৰথম সভ্য সংখ্যা আছিল ২৩ জন। প্ৰথম অৱস্থাত কোনো ঘৰ নথকাত প্ৰায় দুবছৰ, সভ্যসকলৰ ঘৰে ঘৰে ক্লাবৰ আলোচনা চলিছিল। ১৯২০ চনত তেতিয়াৰ জেনেৰেল মেনেজাৰ মিঃ এইচ, বি, বুকাননে (Mr. H.B. Buchanan) অস্থায়ী ঘৰ এটাৰ ব্যৱস্থা কৰি দিছিল। এই অস্থায়ী ঘৰত ১৯২৭ চনলৈকে ক্লাব চলাৰ পাচত, পাচৰ জেনেৰেল মেনেজাৰ মিঃ এফ, মেক এলিষ্টাৰে (Mr. F. Mc Allister) ১৯২৭ চনত ক্লাবৰ কাৰণে স্থায়ী ঘৰ এটা কৰি দিয়ে। ১৯২৮ চনৰপৰা এই ঘৰতেই 'ইণ্ডিয়ান ক্লাবে' স্থায়ী ভাবে কাম আৰম্ভ কৰে। এই ঘৰৰ ক্ৰমান্বয়ে যথেষ্ট পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন হৈছে যদিও মূলতঃ এই ঘৰটোৱেই বৰ্ত্তমান ক্লাবৰ মূল ভেটি।

সেই সময়ত এই ক্লাবটো ভাৰতীয়সকলৰ সকলো আলোচনাৰ কেন্দ্ৰ বিন্দু হৈ পৰিছিল। ক্লাবে সুন্দৰ পুথি ভঁৰাল এটা কৰি, অধ্যয়ন পিপাসুসকলক জ্ঞান আহৰণৰ কাৰণে সুবিধা কৰি দিছিল। নানা খেল-ধেমালিৰ যোগেদি ক্ৰীড়ামোদী সকলক আৰু গীত-নৃত্য, নাট আদি পৰিবেশন কৰাত উৎসাহ দি, আৱশ্যকীয় সকলো বাদ্য-যন্ত্ৰ, পোচাক-পৰিচ্ছদৰ যোগান ধৰি, শিল্পীসকলক প্ৰেৰণা দিছিল। সেইসময়ত ডিগবৈ ইণ্ডিয়ান ক্লাবৰ ফুট বলৰ দল বৰ বিখ্যাত আছিল। প্ৰতি মাহে-দুমাহে, বিশেষকৈ অসমীয়া আৰু বঙালী, থিয়েটাৰ হৈছিল। এই দুয়ো সম্প্ৰদায়ৰ শিল্পী সকলে পৰস্পৰে পৰস্পৰক সহায় কৰিছিল, উৎসাহ দিছিল। ফলত মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। এই দুয়ো ভাষাত থিয়েটাৰ প্ৰতিযোগিতামূলক হৈ পৰিছিল। মোৰ বাৰুকৈয়ে মনত আছে, এবাৰ এচ, চি, দাশগুপ্তৰ পৰিচালনাত অভিনীত হোৱা চিৰাজউদ্দৌলা নাটখনে দৰ্শকৰ ভূয়সী প্ৰশংসো লাভ কৰিছিল। চিৰাজউদ্দৌলাৰ ভাওত দাশগুপ্তই সঁচাকৈয়ে ভাবিব নোৱাৰাকৈ সফল হৈছিল। তাৰ পাচতে আমি অসমীয়া নাট্যমোদীসকলে ৰূপায়ণ কৰিবলৈ লৈছিলোঁ জ্যোতি প্ৰসাদ আগৰৱালাৰ ৰূপালীম নাটকখন। চিৰাজউদ্দৌলাতকৈ ৰূপালীম বেছি প্ৰশংসনীয় কৰাই আমাৰ ধ্যেয় আছিল। অমৰ ঠাকুৰ মনিমুগ্ধ, মই ৰোণথিয়াং, মন্মথ গোস্বামী জুনাফা, ৰূপালীম দুৰ্গেশ্বৰ বৰুৱা, মায়ব শিব গোস্বামী আৰু কন্মী ৰজাৰ ভাও দিছিল মুনিন ঠাকুৰে। (বাকীবোৰ পাহৰিলোঁ)। আজিও সুৱঁৰি আনন্দ পাওঁ যে, ইণ্ডিয়ান ক্লাবত সেই বছৰত সৰ্ব্বশ্ৰেষ্ঠ নাটক হৈছিল ৰূপালীম। থিয়েটাৰ শেষ হোৱাৰ লগে লগে দৰ্শকৰ হৰ্ষধ্বনিৰ মাজতে এচ, চি, দাশগুপ্ত; সুকুমাৰ মুখাৰ্জ্জী, পৃথ্বিশ সেন আদিয়ে মঞ্চলৈ উঠি আহি অতি আন্তৰিকতাৰে আমাক কৰমৰ্দ্দন কৰাৰ কথা পাহৰা নাই। তেখেতসকলৰ মতে প্ৰত্যেকৰে ভাও নিখুঁট হৈছিল। মই কিন্তু ব্যক্তিগত ভাবে ভাবিছিলোঁ, জুনাফাৰ ভাওত মন্মথ গোস্বামী আৰু ৰূপালীমৰ ভাওত দুৰ্গেশ্বৰ বৰুৱাই শ্ৰেষ্ঠত্বৰ দাবী কৰিলে অন্যায় নহ'লহেতেন। এচ, চি দাশগুপ্তই হাঁহি হাঁহি কৈছিল—'সত্যি আজ আমি হেৰে গেলাম'।

এইখিনিতে উনুকিয়াই থওঁ যে, ইণ্ডিয়া ক্লাবৰ ৰঙ্গ মঞ্চত মই প্ৰথম ভূমুকি মাৰিছিলোঁ কোনোবা এখন সভাত, কামৰূপীয় লোকগীত এটা গাই, 'তামোল চোৰ'ৰ ভাও দি। কামৰূপীয় লোকগীতৰ এনে ধৰণৰ পৰিবেশন নতুন আছিল। এই গীতটো কিছু দিনলৈ মানুহৰ বৰ প্ৰিয় হৈ পৰিছিল। বন্ধুবৰ ৺গুণিন ফুকন আৰু ৺কমল বৰঠাকুৰে মোক দেখিলেই 'তামোল চোৰ' বুলি

হ্যাঁহি মাৰি সম্ভাষণ জনাইছিল।

স্বাধীনতাৰ ১০ বছৰৰ পাচত ১৯৫৭ চনত ইণ্ডিয়ান ক্লাব গুচি ইণ্ডিয়া ক্লাব হৈছিল।

চাকৰিৰ লগতে ৰাজনীতি আৰু বিবিধ ৰাজহুৱা কামত জড়িত হৈ পৰাৰ কাৰণে যদিও ১৯৫৫ চন মানৰপৰাই ইণ্ডিয়া ক্লাবৰ লগত মোৰ প্ৰত্যক্ষ সম্বন্ধ প্ৰায় নোহোৱাৰ নিচিনা হৈ পৰিছিল। তথাপিও, আজিও স্মৃতি-বিজড়িত কিছুমান কথাই মনত উক দিলে, ইণ্ডিয়া ক্লাবৰ প্ৰতি শিৰ অবনত হৈ পৰে। বিশেষকৈ ইণ্ডিয়া ক্লাবত থিয়েটাৰ কৰা এটা চখত পৰিণত হৈছিল। গণেশ গগৈৰ শকুনিৰ প্ৰতিশোধত 'শকুনি', কাৰেঙৰ লিগিৰিত 'বপুৰা', ৰূপালীমত ৰেনথিয়াং, দস্যুবীৰত ৰঘুবীৰ (দশ্যুবীৰ) আদি কৰি বহুতো চৰিত্ৰ ৰূপায়ণ কৰাৰ সৌভাগ্য মোৰ হৈছিল। সাহিত্যিক, নাট্যকাৰ, মঞ্চ শিল্পী ভূবন বৰুৱাৰ (কাঞ্চন বৰুৱা) কেইবাখনো সামাজিক নাটকত তেখেতৰেই পৰিচালনাত, অভিনয় কৰাৰ সুযোগ তাতেই পাইছিলোঁ। লগৰ বহুতো শিল্পীৰ নাম পাহৰিলোঁ। তথাপিতো মাজে-সময়ে প্ৰায়েই প্ৰেমদা ভূএগ, অমৰ ঠাকুৰ, মুনিন ঠাকুৰ, মন্মথ গোস্বামী, কৈলাৰ্শ বৰুৱা, তাৰিণী কাকতি, দুৰ্গেশ্বৰ বৰুৱা, শিৱ গোস্বামী, সুখেশ চৌধুৰী, এচ. চি. দাশগুপ্ত, বি. এল. মুখাৰ্জ্জী, এইছ. বল, সত্য ভূষণ মিশ্ৰ, জ্যোতি ৰয়, কাঞ্চন চৌধুৰী, প্ৰীতি সেন, প্ৰকৃতি ৰঞ্জন দে (পিলু), শোক হৰণ বাণাৰ্জ্জী, অৰুণ দত্ত, তিনকড়ি চক্ৰবৰ্ত্তী আদিয়ে মনৰ মাজত ভুমুকি মাৰে।

ইণ্ডিয়া ক্লাবত মঞ্চ আৰু দৃশ্য সজ্জাৰ কাৰণে অপৰিহাৰ্য্য ব্যক্তি আছিল ধীৰেন্দ্ৰ নাথ চাংকাকতি, প্ৰকৃতি ৰঞ্জন দে, সুনীল সেন আৰু পদ্ম বৰকটকী। পটু প্ৰম্‌টাৰ আছিল ললিত শৰ্ম্মা, এন. জি. ৰয় আৰু ৰাখেশ সোম। ললিত শৰ্ম্মাই কেতিয়াবা নাটকত মহিলাৰ ভাও দি অভাব পূৰ কৰিছিল।

বৰ্ত্তমান ইণ্ডিয়া ক্লাবৰ সভ্য সংখ্যা ১০২০ জন। ক্লাবৰ পুথিভঁৰালত অসমীয়া, বঙালী, হিন্দী আৰু ইংৰাজী ভাষাৰ কিতাপ মিলি মুঠ প্ৰায় ৯০০০ (ন হাজাৰ) খন আছে। মূল্যবান পুৰণি পুথিও ইয়াত পোৱা যায়।

ক্লাবৰ প্ৰতিষ্ঠাপক সভাপতি আছিল ডা০ এ. কে. বিশ্বাস। তেখেত ১৯১৮ চনৰপৰা ১৯৩৪ চনলৈ সুদীৰ্ঘ ১৬ বছৰ সভাপতি আছিল।

ডিগবৈৰ সকলো ভাৰতীয়ৰ সাহিত্য-সংস্কৃতি চৰ্চ্চাৰ, খেলা-ধূলা কৰাৰ একমাত্ৰ মিলন স্থান আছিল ডিগবৈ ইণ্ডিয়ান ক্লাব তথা ডিগবৈ ইণ্ডিয়া ক্লাব।

## ক্লাবৰ সভাপতি সম্পাদকসকল

| বছৰ | সভাপতি | সম্পাদক |
|---|---|---|
| ১৯১৮-২৭ | ডাঃ এ, কে, বিশ্বাস | ৰেকৰ্ড পোৱা নগল |
| ১৯২৮ | ডাঃ এ, কে, বিশ্বাস | ডাঃ ডি, কে, দত্ত |
| ১৯২৯ | ডাঃ এ, কে, বিশ্বাস | ডাঃ ডি, কে, দত্ত |
| ১৯৩০ | ডাঃ এ, কে, বিশ্বাস | এইচ, কে, মুখাৰ্জ্জী |
| ১৯৩১ | ডাঃ এ, কে, বিশ্বাস | এম, এন, মুখাৰ্জ্জী |
| ১৯৩২ | ডাঃ এ, কে, বিশ্বাস | ডাঃ ডি, কে, দত্ত |

| | | |
|---|---|---|
| ১৯৩৩ | ডাঃ এ, কে, বিশ্বাস | ডাঃ ডি, কে, দত্ত |
| ১৯৩৪ | ডাঃ এ, কে, বিশ্বাস | এইচ, কে, মুখাৰ্জ্জী |
| ১৯৩৫ | এম, কে, চক্রবৰ্ত্তী | এম, আৰ, দেব |
| ১৯৩৬ | এম, কে, চক্রবৰ্ত্তী | এচ, কে, মুখাৰ্জ্জী |
| ১৯৩৭ | ডাঃ ডি, কে, দত্ত | জি, কে, ৰয় |
| ১৯৩৮ | জে, এন, বিশ্বাস | এচ, এন, দাস |
| ১৯৩৯ | জে, এন, বিশ্বাস | পি, কে, দেব |
| ১৯৪০ | ৰেকৰ্ড পাবলৈ নাই | ৰেকৰ্ড পাবলৈ নাই |
| ১৯৪১ | ডাঃ এচ, এম, নন্দী | আৰ, চি, ৰয় |
| ১৯৪২ | এচ, কে, দত্ত | পি, কে, দেব |
| ১৯৪৩ | ডাঃ ডি, কে, দত্ত | এচ, চি, চক্রবৰ্ত্তী |
| ১৯৪৪ | ডাঃ ডি, কে, দত্ত | এচ, চি, চক্রবৰ্ত্তী |
| ১৯৪৫ | ডব্লিউ বি, মিত্রে | পি, কে, দেব |
| ১৯৪৬ | এচ, চি, দেব | কে, চি, ভট্টাচাৰ্য্য |
| ১৯৪৭ | এচ, কে, মুখাৰ্জ্জী | এম, এন, মুখাৰ্জ্জী |
| ১৯৪৮ | এম, কে, নন্দী | জে, এম, দাস |
| ১৯৪৯ | ইউ, এন, ভূঞা | ডি, চি, ৰয় |
| ১৯৫০ | কে, বি, কানুগা | এচ, চি, চৌধুৰী |
| ১৯৫১ | আৰ, চি, ভট্টাচাৰ্য্য | আৰ, চি, চক্রবৰ্ত্তী |
| ১৯৫২ | ডব্লিউ বি, মিত্রে | এ, কে, ভট্টাচাৰ্য্য |
| ১৯৫৩ | ভি, বি, ৰাও | টি, চি, কাকতি |
| ১৯৫৪ | ডি, চি, ৰয় | এন, চৌধুৰী |
| ১৯৫৫ | ডি, চি, দাসগুপ্ত | এচ, আৰ, সেন |
| ১৯৫৬ | ডাঃ এন, চি, সেনগুপ্ত | ডি, চি, গুপ্ত |
| ১৯৫৭ | কিউ, টি, ৰহমান | জে, চি, ভট্টাচাৰ্য্য |
| ১৯৫৮ | এচ, এন, বিশ্বাস | জে, এম, দাস |
| ১৯৫৯ | বি, এম, চোপ্রা | এ, এন, চৌধুৰী |
| ১৯৬০ | জি, চি, গোস্বামী | টি, টি, ৰয় |
| ১৯৬১ | এম, এম, দত্ত | পি, কে, মজুমদাৰ |
| ১৯৬২ | পি, এচ, কৈলাশম্ | পি, দত্ত |
| ১৯৬৩ | এচ, ওৱাই ৰানাডে | ডি, কে, চক্রবৰ্ত্তী |
| ১৯৬৪ | জে, এম, দাস | কে, এম, চক্রবৰ্ত্তী |
| ১৯৬৫ | বি, এন, বৰুৱা | এচ, চি, ভৌমিক |
| ১৯৬৬ | এ, কে, সৰকাৰ | এন, কে, চক্রবৰ্ত্তী |
| ১৯৬৭ | আৰ, এল, বৰুৱা | এন, কে, চক্রবৰ্ত্তী |
| ১৯৬৮ | আৰ, এল, বৰুৱা | এল, এন, কাকতি |
| ১৯৬৯ | এচ, এন, শৰ্ম্মা | এল, এন, কাকতি |
| ১৯৭০ | এইচ, কে, বৰঠাকুৰ | কমনীয় দাস |

| | | |
|---|---|---|
| ১৯৭১ | পি, দত্ত ৰায় | এন, কে, চক্ৰৱৰ্ত্তী |
| ১৯৭২ | এইচ, কে, বৰঠাকুৰ | এন, কে, চক্ৰৱৰ্ত্তী |
| ১৯৭৩ | বি, কে, নায়াৰ | প্ৰবীণ বৰা |
| ১৯৭৪ | বি, কে, নায়াৰ | প্ৰবীন বৰা |
| ১৯৭৫ | এম, কে, বৰুৱা | অমূল্য বৰুৱা |
| ১৯৭৬ | কমনীয় দাস | অমূল্য বৰুৱা |
| ১৯৭৭ | এ, খায়েৰ | সূৰ্য্য বৰপূজাৰী |
| ১৯৭৮ | পি, দত্তৰায় | সূৰ্য্য বৰপূজাৰী |
| ১৯৭৯ | পি, দত্তৰায় | বি,পি, শইকীয়া |
| ১৯৮০ | জে, বৰা | সূৰ্য্য বৰপূজাৰী |
| ১৯৮১ | জে, বৰা | বি, এম, বৰুৱা |
| ১৯৮২ | পি, আৰ, চন্দ | অমূল্য বৰুৱা |
| ১৯৮৩ | টি, সন্দিকৈ | এচ, এ, মতিন |
| ১৯৮৪ | টি, সন্দিকৈ | এচ, এ, মতিন |
| ১৯৮৫ | এচ, ভাৰ্গব | এন, এচ, দত্ত |
| ১৯৮৬ | এচ, ভাৰ্গব | ডি, এন, বৰদলৈ |
| ১৯৮৭ | টি, শইকীয়া | ডি, এন, বৰদলৈ |
| ১৯৮৮ | টি, সন্দিকৈ | সূৰ্য্য বৰপূজাৰী |
| ১৯৮৯ | এচ, কে, চাটাৰ্জ্জী | সূৰ্য্য বৰপূজাৰী |
| ১৯৯০ | এইচ, এচ, দত্ত | ডি, এন, বৰদলৈ |
| ১৯৯১ | ডি, এন, গগৈ | সূৰ্য্য বৰপূজাৰী |
| ১৯৯২ | এইচ, এচ, দত্ত | ডি, এন, বৰদলৈ |
| ১৯৯৩ | এইচ, এচ, দত্ত | ডি, এন, বৰদলৈ |
| ১৯৯৪ | এন, শইকীয়া | গুণিন বৰা |
| ১৯৯৫ | এন, শইকীয়া | গুণিন বৰা |
| ১৯৯৬ | এচ, আৰ, কনেক | অজিত বৰুৱা |

## হিল টপ ক্লাব (Hill Top Club)

বৰ্ত্তমান এ,ও,চি, (এ, ও, ডি,)ৰ বৰ্ত্তমান ওৱেজ্জেচ চেক্সন থকা টিলাটোত হিল টপ (Hill Top) নামৰ বঙলা এটা আছিল। পিচত সেই বঙলাটো লৈ ডিগবৈৰ এংলো ইণ্ডিয়ান সকলে তেওঁলোকৰ নিজাববীয়াকৈ ক্লাব এটা কৰিছিল। নাম দিছিল Hill Top Club। ইয়াৰ কোনো ৰেকৰ্ড পোৱা নগ'ল। জি, চি, বেল আৰু এফ, চি, বেল ভাতৃদ্বয় ইয়াৰ উদ্যোক্তা আছিল বুলি শুনিছিলোঁ।

## ডিগবৈত জীৱন আৰম্ভ

মই মোৰ পৰিবাৰক ননাৰ কাৰণে আৰু ভবিষ্যতেও সোণকালে অনাৰ সম্ভৱনা নুই

কৰাত কোম্পানীয়ে কোম্পানীৰ নিয়ম অনুসৰি মুলিয়াবাৰীৰ 'ফেমিলি কোৱাৰ্টাৰ'ৰ সলনি পাহাৰ লাইনৰ 'বেচেলৰ' কোৱাৰ্টাৰ দিলে। পাহাৰ লাইনৰ ১০৪৪ নং বেৰেকৰ 'বি' কোৱাৰ্টাৰটো মোক দিছিল। পাহাৰ লাইনত থকা মোৰ একে ঠাইৰে প্ৰসন্ন চৌধুৰীদেৱে মোক তেখেতসকলৰ মেচতে খাবলৈ কৈছিল। কিন্তু খৰচৰ কথা শুনি সাহস নহ'ল। তেওঁলোকৰ অকল খোৱাৰ কাৰণে মাহে ১৪।১৫ টকা পৰিছিল। মই ইমান ডাঙৰ অঙ্কৰ কথা ভাবিবেই পৰা নাছিলোঁ। খোৱা, কাপোৰ কানি, সামাজিক দায়বদ্ধতা এই সকলোবোৰ মিলি কথমপি দহ টকাৰ ভিতৰত নিজৰ কাৰণে খৰচ কৰাৰ সৎ সাহ আছিল। ঘৰৰ খৰচ দিয়াৰ উপৰিও পিতৃ ঋণ পৰিশোধ কৰি মাটিখিনি নিষ্কণ্টক কৰাৰ চিন্তা সদায় আছিল।

ৰাজহুৱা কামৰ মাধ্যমত হীৰা নাথ বৰদলৈ আৰু মই বন্ধু হৈ পৰিছিলোঁ। তেখেতৰ দুটা কাম মোৰ বৰ মনঃপুত আছিল। প্ৰথমটো হ'ল ডিগবৈত জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলো অসমীয়া মানুহৰ মিলন ক্ষেত্ৰ ডিগবৈ নামঘৰৰ তেখেত এজন একনিষ্ঠ কৰ্ম্মী আছিল। দ্বিতীয়টো হ'ল কোনো অসমীয়া মানুহ মৰিলে মানুহক খা-খবৰ কৰি শ্মশানলৈ নি সংকাৰৰ সকলো ব্যৱস্থা কৰা। এই কামটো সেই সময়ত অসমীয়া সমাজৰ কাৰণে সকলোতকৈ সেৱামূলক, আৱশ্যকীয় কাম আছিল। এই কাম দুটাত মই বৰদলৈৰ বৰ ঘনিষ্ঠ সহযোগী হৈ পৰিছিলোঁ। লাহে লাহে এনে এটা হৈছিল যে, কোনো মানুহ মৰিলেই প্ৰথম আমাক খবৰ দিয়াটো মৃতকৰ ঘৰৰ যেন প্ৰথম কৰ্ত্তব্য হৈ পৰিছিল। খবৰ পালেই মানুহক খা-খবৰ দি, মৰাশ শ্মশানলৈ নি, সংকাৰ কৰালৈকে সকলো ব্যৱস্থা কৰিছিলোঁ। শ্মশানত খৰি ফলা, চিতা সজোৱা, মৰাশ খোচা আদি কামত সৰু ৰাম দাস, বলো ৰাম দাস আৰু লগৰীয়া কেইজনমান বৰ ওস্তাদ আছিল। অহুকাণে-পহুকাণে খবৰ পালেই তেওঁলোক শ্মশানত উপস্থিত হৈ নিজৰ কৰ্ত্তব্যত লাগি গৈছিল। সৰু ৰাম দাস আৰু বলো ৰাম দাসৰ লগৰ বাকী মানুহবোৰৰ মুখবোৰ মনত থাকিলেও নামবোৰ পাহৰি গলোঁ। কেতিয়াবা ভাবোঁ, শ্মশানৰ বন্ধুক পাহৰি মই জানো কৃতঘ্ন হোৱা নাই? সৰুৰাম দাস মানুহজনৰ চৰিত্ৰৰ কাৰণেই মই বোধহয় তেওঁক পাহৰা নাই। মানুহজনে 'অইল ফিল্ড'ত কাম কৰিছিল। প্ৰথম ১২ অনা দিন হাজিৰাত কামত সোমাই শেষত সৰ্ব্বোচ্চ দিন হাজিৰাৰ কামলৈ পদোন্নতি পাইছিল। সেই সময়ত নিম্নতম হাজিৰাৰপৰা উচ্চতম হাজিৰালৈ যাব পৰা সহজ সাধ্য নাছিল। তেনেকুৱা কেইজনমানৰ ভিতৰৰে সৰু ৰাম আছিল এজন। মানুহজন বৰ সুৰাসক্ত আছিল। কিন্তু কেতিয়াও কাকো বেয়া মাত মতা নাছিল বা কোনো ৰকমৰ অসভ্যালি কৰাও দেখা নাছিলোঁ। কঠোৰ পৰিশ্ৰমী আৰু কামত বৰ পটু আছিল। ওপৰৱালাৰ কোনো টান কথা সহ্য নকৰিছিল। মাজে মাজে ওপৰৱালাৰ লগত কিবা লাগিলে মুখে মুখে কাম ইস্তফা দি ঘৰত বহি আছিল। কিন্তু পিচদিনাখন চাহাবে মানুহ পঠাই মতাই নি, কেতিয়াবা আকৌ চাহাবে নিজে আহি বুজাই-বঢ়াই কামত লগাইছিল। ইয়াৰ দ্বাৰা এইটোৱেই প্ৰমাণ হৈছিল যে, কামৰ কাৰণে সৰু ৰাম দাস অপৰিহাৰ্য্য আছিল। মদ খাইছিল, কিন্তু কামত ধৰিলে কামৰ নিচাই মদৰ নিচাক কাটি পেলাইছিল। সৰু ৰাম দাস ভাওনাৰ কৃতী ভাৱৰীয়াও আছিল। কৰ্ত্তব্যনিষ্ঠা আৰু সেৱা কৰা গুণ দুটা সৰু ৰাম দাসৰপৰা ল'বলগীয়া।

## ডিগবৈ নামঘৰ তথা ডিগবৈ কেন্দ্ৰীয় নামঘৰ

ডিগবৈৰ কোম্পানীৰ মুষ্টিমেয় চাকৰিয়ালসকল মিলি, কোম্পানীৰপৰা মাটি এটুকুৰা লৈ, ১৯৩২ চনত 'ডিগবৈ নামঘৰ' নামেৰে সৰু নামঘৰ এটা প্ৰতিষ্ঠা কৰিছিল। পানীন্দ্ৰ নাথ হাজৰিকা সভাপতি আছিল। সম্পাদকৰ নাম মনত নাই। কমিটিৰ কেইগৰাকীমান সদস্য আছিল

বদন চন্দ্ৰ হাজৰিকা, গৌৰী নাথ গোহাঁই, ভগৱতী প্ৰসাদ দাস, ভোলা নাথ শইকীয়া, সীতা নাথ দাস আদি ব্যক্তিসকল।

১৯৩৮ চনৰ আগভাগলৈকে পানীন্দ্ৰ নাথ হাজৰিকা ডিগবৈ নামঘৰৰ সভাপতি আছিল। সেই বছৰৰে কোনোবা এটা দিনত নতুন বছৰৰ কাৰণে নগেন্দ্ৰ নাথ বৰুৱা সভাপতি আৰু মই সম্পাদক নিৰ্ব্বাচিত হৈছিলোঁ। নামঘৰৰ সম্পাদকৰ পদলৈ নিৰ্ব্বাচিত হ'ম বুলি মই সপোনতো ভবা নাছিলোঁ। মই আছিলোঁ তেনেই নবাগত আৰু বয়সত কণিষ্ঠ। সেয়ে আকস্মিকভাবে এই পদ ভগবান প্ৰদত্ত বুলি ধৰি লৈছিলোঁ। মোৰ প্ৰস্তাৱক আছিল বিদায়ী প্ৰতিষ্ঠাপক সভাপতি স্বয়ং পানীন্দ্ৰ নাথ হাজৰিকা আৰু সমৰ্থক আছিল বদন চন্দ্ৰ হাজৰিকা আৰু ভোলা নাথ শইকীয়া। নতুন কমিটিৰ আন এজন সদস্য হীৰা নাথ বৰদলৈ নামঘৰৰ এজন আশাসুধীয়া কৰ্ম্মী আছিল। আন এজন সদস্য আছিল নীৰৱ কৰ্ম্মী লক্ষ্মী ঠাকুৰ। তেখেতে কোম্পানীৰ ইলেকট্ৰিক বিভাগত কাম কৰিছিল। তেখেত বৰ মিষ্টভাষী আছিল আৰু অসমীয়াতকৈ ইংৰাজীত আখৈ ফুটাদি কথা কৈ ভাল পাইছিল। বৰ্ত্তমান তেখেত যোৰহাট পেৰাডাইজ হোটেলৰ মেনেজাৰ হৈ আছে।

নামঘৰটো তেনেই সৰু আছিল। ভেটি কেঁচা আছিল। কেতিয়াবা নামৰ ভকতসকলকে বহিবলৈ নুজুৰিছিল। যিহেতু ধৰ্ম্মীয় নাম প্ৰসঙ্গ বাদ দিও অসমীয়া ৰাইজৰ ৰাজহুৱা স্বাৰ্থত কথাবোৰ সামূহিক ভাবে আলোচনা কৰিবৰ কাৰণে নামঘৰেই একমাত্ৰ ঠাই আছিল আৰু অসমীয়া কলা সংস্কৃতি পৰিবেশনৰ বা উৎসৱ আদি পাতিবলৈ কোনো ঠাই নাছিল, সেই হেতু সভাপতি নগেন্দ্ৰ নাথ বৰুৱা, হীৰা নাথ বৰদলৈ আৰু মই আলোচনা কৰি তলত দিয়া সিদ্ধান্ত তিনিটা লৈছিলোঁ।

(১) প্ৰথমতে অন্ততঃ নাম গোৱাৰ সাম্প্ৰতিক অসুবিধা মাৰিবৰ কাৰণে মণিকুটটো যেনে আছে তেনে ৰাখি নামঘৰটোৰ দুয়ো কাষে দুখন চালি বঢ়াই দি নামৰ কাৰণে ঠাই উলিয়াই দিয়াৰ ব্যৱস্থা কৰা।

(২) নামঘৰৰ সংলগ্ন কৰি এটি প্ৰেক্ষাগৃহ কৰা। ডাঙৰ নাম, সবাহ, উৎসৱ আদি ধৰ্ম্মানুষ্ঠান পাতিলে প্ৰেক্ষাগৃহটোক ভকতসকলে নামঘৰ হিচাপে ব্যৱহাৰ কৰিব পৰাকৈ, প্ৰেক্ষাগৃহ আৰু নামঘৰ একেটা কৰি মাজৰ বেৰ খুলি ল'ব পৰাকৈ কাঠৰ তক্তাৰে বেৰ দিয়াৰ ব্যৱস্থা কৰা আৰু জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে ৰাইজৰ মেল মিটিঙত বেৰখন লগাই দি প্ৰেক্ষা গৃহটো নামঘৰৰ পৰা বেলেগ কৰি দিয়াৰ ব্যৱস্থা কৰা।

(৩) পাৰিলে ভেটিটো পকা কৰাৰ ব্যৱস্থা কৰা।

ইয়াৰ নক্সা নগেন্দ্ৰ নাথ বৰুৱাদেৱে সুন্দৰকৈ কৰি দিছিল। টুক-টাক কৰি কোনো ৰকমে ৮ ফুটীয়া টিনৰ চালি দুখন দি, দুয়ো কাষৰ আগৰ পকা বেৰ দুখন ভাঙি কাষলৈ নি, ঘৰৰ ভিতৰখন বহল কৰা হ'ল। যিকালে প্ৰেক্ষাগৃহ কৰাৰ আঁচনি আছিল সেইকালে বেৰখন আঁচনি অনুসৰি সময়ত খুলিব পৰাকৈ কাঠৰ তক্তাৰে দিয়া হ'ল। প্ৰেক্ষাগৃহৰ পিনে ২০ ফুটমান চালি এখন বঢ়াই দিয়া হ'ল। ভেটিটোৰ পকা কামো প্ৰায় শেষ হৈ আহিছিল। মাত্ৰ ১ বেগ চিমেণ্টৰ কাম আৰু কিছু মজুৰি দিবলৈ বাকী আছিল।

## মইও চুৰ কৰিছিলোঁ

অসমীয়া মানুহৰ সৰহভাগেই দিনে বাৰ অনা, এটকা, এটকা চাৰিঅনা দিন হাজিৰা



পোৱা মানুহ আছিল। ৰবিবাৰ বাদ দি মাহেকত ২৬ দিনৰ দৰমহা পাইছিল। গতিকে মাহে উনৈশ টকা আঠ অনাৰ পৰা বত্রিশ টকা আঠঅনা দৰমহা পাইছিল। ৩।৪ টকা হাজিৰা পোৱা মানুহ তেনেই কম আছিল। এশ টকাৰ ওপৰ দৰমহা পোৱা মানুহৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা আছিল। সেই কাৰণে দান-বৰঙণি দিয়াৰ ক্ষমতা সঁচাকৈয়ে নাছিল। তাতে আকৌ ১৯৩৯ চনৰ ধৰ্ম্মঘটে মানুহক নিঠকৰা কৰি পেলাইছিল। ধৰ্ম্মঘট পাঁচ মাহ চলিছিল। মানুহৰ দুখ-কষ্ট কুলাই পাচিয়ে নধৰা হৈছিল। এই বছৰৰে ৩ চেপ্তেম্বৰ তাৰিখে দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে ধৰ্ম্মঘট বেআইনী বুলি ঘোষণা কৰি, ধৰ্ম্মঘট কাৰীৰ সৰহভাগকেই চাকৰিৰ পৰা খেদি দিছিল। ডিগবৈত জৰুৰী কালিন অবস্থা ঘোষণা কৰি মানুহক শঙ্কিত কৰি তুলিছিল। এনে অৱস্থাত কোনো ৰাজহুৱা কাম কৰা সম্ভব নাছিল। সি যি নহওক, তাৰ মাজতেই আঁচনি অনুসৰি নামঘৰটোৰ সকলো কাম কৰি ১ বেগ চিমেণ্ট, কিছু বালি, শিল আৰু অলপ মজুৰি দিবলগীয়া টকাৰ কাৰণে, কামটো সম্পূর্ণ কৰিব পৰা নহৈছিল। কিবা কিবি কৰি, বাকী বস্তুবোৰ আৰু মজুৰিৰ টকা সংগ্ৰহ কৰি, চিমেণ্টৰ অভাৱত কাম কৰাব পৰা নহৈছিল। চৰকাৰী কামৰ বাহিৰে আন কামৰ কাৰণে চিমেণ্ট পোৱা নগৈছিল। মই আৰু লক্ষী ঠাকুৰে দুই এজন কোম্পানীৰ ঠিকাদাৰক চিমেণ্ট খুজি বিমুখ হৈছিলোঁ। জৰুৰী অবস্থা বলবৎ হৈ থকাৰ কাৰণে ঠিকাদাৰ সকলে চিমেণ্ট দিবলৈ ভয় কৰিছিল।

বৰ্ত্তমান ওৱেলফেয়াৰ চেণ্টাৰৰ সমুখৰ, ওপৰ লাইনৰ ১০৫২নং লাইনৰ কম এটাত কোনোবা ঠিকাদাৰৰ বহু বেগ চিমেণ্ট জমা কৰি থোৱা আছিল। তাৰে সুবিধা লৈ ঠাকুৰ আৰু মই এদিন জোনাক নিশা ৰাতি বাৰ বজাত এবেগ চিমেণ্ট চুৰ কৰি কঢ়িয়াই নামঘৰ পোৱাইছিলোঁ। নামঘৰৰ কাম পূৰ হ'ল। তেতিয়ালৈ আনকি সভাপতি নগেন্দ্ৰ নাথ বৰুৱা আৰু একান্ত লগৰী হিৰা নাথ বৰদলৈকো আমাৰ বীৰত্বৰ (চুৰিৰ) কথা জানিবলৈ দিয়া নাছিলোঁ। কাম শেষ হোৱাৰ পাচতহে ঠাকুৰ আৰু মোৰ সুকীৰ্ত্তিৰ কথা তেখেতসকলক কৈছিলোঁ।

নামঘৰৰ কাম হোৱাত আনন্দ পাইছিলোঁ। কিন্তু মনত এটা অনুশোচনাও সদায় থাকি গ'ল। চিমেণ্ট বেগৰ কাম ফেৰা বাকী থাকিলেও নামঘৰৰ কোনো ক্ষতি নহ'লহেতেন। কিন্তু মোৰ মানসিকতাৰ অকুৰন্ত ক্ষতি হ'ল। মনৰপৰা এই ভাব আৰু কেতিয়াও মচা নাযাব। অসৎ উপায়েৰে সৎ কাম কৰিলেও মানসিক অশান্তি তথা বিবেকৰ তাৰণা অবধাৰিত। অৱশ্যে শান্তনা এয়ে যে, এই অনুশোচনাই মোৰ জীৱনত আজিলৈকে মনটোক কঠোৰ নিয়ন্ত্ৰণত ৰাখিবলৈ সক্ষম কৰি ৰাখিছে।

## আঁচনিৰ কাৰ্য্যকৰী ৰূপ

যুদ্ধৰ কাল হোৱাত ওপৰত উনুকিয়াই অহাতকৈ আৰু কোনো উন্নয়নমূলক কামৰ কথা চিন্তা কৰিব পৰা হোৱা নাছিল। ঘৰটো নিতৌ সাৰি-মচি ৰখা, গধূলি চাকিগচ দিয়া আৰু মহাপুৰুষৰ তিথি আৰু জন্মাষ্টমী পালনৰ কোনোমতে ব্যৱস্থা কৰাই একমাত্ৰ কাম আছিল।

ৰাতিপুৱা ভাগত সৰা-মুচা মই কৰিছিলোঁ আৰু গধূলি চাকিগছ হীৰা বৰদলৈয়ে দিছিল। নামঘৰীয়া ৰখাটো সম্ভৱ নাছিল।

ইউৰোপৰ স্থল ভাগত আৰু আটলাণ্টিক মহাসাগৰ, আৰব সাগৰত তয়াময়া ৰণ চলি থাকোঁতেই নামঘৰৰ আন এজন কৰ্ম্মী গোবিন্দ পূজাৰীক 'বিভান' ষ্টীমত লণ্ডনত এবছৰ কাৰিকৰি প্ৰশিক্ষণ ল'বলৈ কোম্পানীয়ে প্ৰথম বাচনি কৰিছিল। তেখেত যোৰহাট টেকনিকেল স্কুলৰপৰা পাচ কৰি কোম্পানীৰ ওৱৰ্কচপত চাকৰি কৰিছিল।

সেই সময়ত জাহাজৰ বাহিৰে লণ্ডনলৈ যোৱাৰ আন উপায় নাছিল। আটালাণ্টিক মহাসাগৰত প্ৰতিপক্ষৰ চাব মেৰিণে জাহাজ ডুবাবলৈ চেষ্টা কৰা এটা নিত্য-নৈমিত্তিক ঘটনাত পৰিণত হৈছিল। এইবোৰ কথালৈ কেৰেপ নকৰি, কাৰোঁ কোনো কথাত কাণ নিদি, 'ভাগ্যত যি আছে হ'ব' বুলি সাগৰত পাৰি দি, গোবিন্দ পূজাৰী লণ্ডন পাইছিল। আমি নামঘৰত তেখেতৰ কাৰণে প্ৰাৰ্থনা কৰিছিলোঁ। এবছৰৰ পাচত নিৰ্ব্বিঘ্নে ঘূৰি আহিলত তেখেতক নামঘৰৰ চেক্ৰেটৰী কৰা হ'ল। পূজাৰী লণ্ডনৰপৰা ঘূৰি আহিলত ওৱৰ্কচপৰে দ্বিতীয়জন ব্যক্তি লম্বোদৰ গোহাঁই 'বিভান' ষ্টীমত লণ্ডনলৈ গৈছিল। পূজাৰীয়ে দুবছৰকাল চেক্ৰেটৰী থাকি সেই প্ৰতিকুল অৱস্থাৰ মাজতো প্ৰস্তাৱিত প্ৰেক্ষাগৃহৰ কাৰণে এটা শকত পুঁজি সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছিল। লাহে লাহে যুদ্ধ শাম কাটি আহিল, জৰুৰী অৱস্থা উঠি গ'ল। পূজাৰীৰ পাচত লণ্ডনৰপৰা ঘূৰি আহি লম্বোদৰ গোহাঁই চেক্ৰেটৰী হৈ, প্ৰেক্ষাগৃহৰ আঁচনি কাৰ্য্যকৰী কৰিছিল। লগতে মূল নামঘৰটোৰ সৈতে মণিকুটটো আহল বহল কৰিছিল। যুদ্ধৰ পৰিস্থিতি শাম কাটি অহাত আৰু ধৰ্ম্মঘটৰ পৰিস্থিতি কাটি উঠাত, দান বৰঙনি সংগ্ৰহ কৰাত উজু হৈছিল। ইয়াৰ পাচত ক্ৰমান্বয়ে প্ৰেক্ষাগৃহৰ পৰিবৰ্দ্ধন হৈ আহিছে।

লম্বোদৰ গোহাঁইৰ পাচৰ পৰা ১৯৬৯-৭০ চনলৈকে ডিগবৈ নামঘৰৰ সভাপতি সম্পাদক সকলৰ নাম তথা কাৰ্য্য নিৰ্ব্বাহিক সমিতিৰ কোনো কাৰ্য্য বিৱৰণি পোৱা নগ'ল। তাৰ পাচৰ তালিকা তলত দিয়া হ'ল।

| চন | সভাপতি | সম্পাদক |
|---|---|---|
| ১৯৭০-৭১ | যতীন্দ্ৰ নাথ বৰুৱা | ধৰ্ম্মকান্ত ভূঞা |
| ১৯৭১-৭২ | নন্দেশ্বৰ চেতিয়া | যতীন দত্ত |
| ১৯৭২-৭৩ | | |
| ১৯৭৪-৭৬ | কৈলাস নাথ বৰুৱা | পূৰ্ণানন্দ হাজৰিকা |
| ১৯৭৬-৭৮ | যুগল চন্দ্ৰ বড়া | প্ৰবীন চন্দ্ৰ বড়া |
| ১৯৭৮-৮১ | ডাঃ হৰেন্দ্ৰ নাথ বৰুৱা | নবীন চন্দ্ৰ বৰুৱা |
| ১৯৮১-৮৫ | ডিম্বেশ্বৰ কোৱঁৰ | মাখন চন্দ্ৰ দত্ত |
| ১৯৮৫-৮৮ | ডাঃ দয়ানন্দ দুৱৰা | ধৰ্ম্মকান্ত ভূঞা |
| ১৯৮৮-৯০ | ৰমেশ চন্দ্ৰ কাকতি | বিতুল চন্দ্ৰ শইকীয়া |
| ১৯৯১-৯৩ | ডিম্বেশ্বৰ কোৱঁৰ | বিক্ৰমাদিত্য বুঢ়াগোহাঁই |
| ১৯৯৩-৯৫ | ৰাজীৱ লোচন হাজৰিকা | বেনু বৰুৱা |
| ১৯৯৫-৯৭ | ৰাজীৱ লোচন হাজৰিকা | বৰুণ কুমাৰ দত্ত |

লাহে লাহে ডিগবৈত অসমীয়া মানুহৰ সমাজখন বহল হৈ আহিল। বাপাপুং, বৰবিল,

গোলাই আদি অঞ্চলত বহুতো মানুহে নিগাজিকৈ বহি ল'লে। সেইবোৰ ঠাইতো বাইজে নিজ নিজ অঞ্চলৰ কাৰণে একোটাকৈ নামঘৰ সাজি ল'লে। নামঘৰ বেলেগ হ'লেও এই নামঘৰবোৰৰ তথা সমাজখনৰ ঐক্য আৰু সংহতি ৰক্ষা কৰি চলাৰ কাৰণে, নামঘৰবোৰৰ মাজত সমন্বয় ৰক্ষা কৰাৰ কথা চিন্তা কৰি, ডিগবৈ নামঘৰকে সকলো নামঘৰৰ কেন্দ্ৰ বিন্দু কৰি, 'ডিগবৈ নামঘৰ' নামটো সলনি কৰি 'ডিগবৈ কেন্দ্ৰীয় নামঘৰ' নাম ৰখা হ'ল। কোনো এটা অঞ্চলৰ নামঘৰবোৰ মিলি এটা নামঘৰক কেন্দ্ৰ কৰি লৈ সমন্বয় ৰক্ষা কৰাৰ দৃষ্টান্ত আৰু ক'ৰবাত আছে নে নাই, মই নাজানোঁ। এই আদৰ্শমূলক দৃষ্টি-ভঙ্গী নিশ্চয় প্ৰশংসনীয়।

## ডিগবৈ সাহিত্য সেৱা-সমিতি



১৯৩৫ চনত কাজি তাফিজুৰ ৰহমানক (কিউ, টি, ৰহমানক হে মানুহে চিনি পাইছিল) সভাপতি আৰু নগেন্দ্ৰ নাথ বৰুৱাক সম্পাদক হিচাপে লৈ, সেই সময়ত ডিগবৈত থকা মুষ্টিমেয় অসমীয়া মানুহে বৰ উলহ-মালহেৰে সাহিত্য সভা এখন গঠন কৰিছিল। সমিতিত অন্যান্যসকল আছিল ৺পানীন্দ্ৰ নাথ হাজৰিকা, ৺হৰি নাথ ভট্টাচাৰ্য্য, ৺বদন চন্দ্ৰ হাজৰিকা, ৺গৌৰী নাথ গোহাঁই, ৺মহেন্দ্ৰ নাথ বড়া, ৺তাৰিনী চৰণ কাকতি, ৺ভগৱতী চৰণ দাস, ৺ৰাজেন্দ্ৰ নাথ বৰকাকতি, ৺গুণীন্দ্ৰ নাথ ফুকন, ৺দূৰ্গা বিলাস দাস, ৺উমেশ চন্দ্ৰ দত্ত আদি।



১৯৩৫ চনৰ ২৫ ডিচেম্বৰ তাৰিখে ডিগবৈ ইণ্ডিয়া ক্লাবত অভূত উলহ-মালহৰ মাজত, সু-সাহিত্যিক ৺বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত ডিগবৈ সাহিত্য সভাৰ অধিবেশন বহিছিল। এই সভাত ডিগবৈৰ অনা-অসমীয়া সকলেও, বিশেষকৈ বঙালী সাহিত্যানুৰাগী সকলেও যোগদান কৰিছিল। শুনিবলৈ পাইছিলোঁ, ডিগবৈৰ মানুহৰ বিশেষকৈ অসমীয়া মানুহৰ মাজত হেনো এক নবচেতনাৰ উদয় হৈছিল। সেই সভাত ডিগবৈ সাহিত্য সভাক অসম সাহিত্য সভাৰ শাখা কৰি ল'বলৈকো হেনো প্ৰস্তাৱ লৈছিল। জাক-জমকেৰে অধিবেশনখন পাতিয়েই উদ্যোক্তাসকলে সন্তুষ্টি লাভ কৰি, দুবছৰ কাল তাপ মাৰি বহি আছিল। ১৯৩৮ চনত ৺হৰি নাথ ভট্টাচাৰ্য্য, ৺পানীন্দ্ৰ নাথ হাজৰিকা, শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, শ্ৰীপ্ৰসন্ন চৌধুৰী, ৺ধৰ্মেশ্বৰ বৰুৱা, ৺ৰতন মল কলিতা, ৺ভোলা নাথ শইকীয়া আদি ব্যক্তিসকলৰ সক্ৰিয় সহযোগত ৺প্ৰিয় নাথ দাস তালুকদাৰে 'ডিগবৈ সাহিত্য সেৱা সমিতি' নামেৰে নতুন কৈ সাহিত্য সভা গঠন কৰি অসম সাহিত্য সভাৰ শাখা কমিটি হিচাপে স্বীকৃতি





আনিছিল। সাহিত্য সেৱা সমিতিৰ জন্ম বছৰ হ'ল ১৯৩৮ আৰু প্ৰতিষ্ঠাপক সভাপতি ৺হৰি নাথ ভট্টাচাৰ্য্য, সম্পাদক প্ৰিয় নাথ দাস তালুকদাৰ আছিল। দৰাচলতে কিন্তু ডিগবৈ সাহিত্য সভাৰ সেৱা সমিতি নাম নিদিয়া হ'লে প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদক আছিল তাফিজুৰ ৰহমান আৰু নগেন্দ্ৰ নাথ বৰুৱা।



এ,ও,চি, লেবাৰ ইউনিয়নৰ ধৰ্ম্মঘট আৰু দ্বিতীয় মহাসমৰৰ সময় চোৱাত ডিগবৈত কোনো ৰাজহুৱা কাম হোৱা নাছিল। সাহিত্য সেৱা সমিতিয়েও কাম কৰিব পৰা নাছিল। ১৯৪৪ চনত ৺নগেন্দ্ৰ নাথ বৰুৱা সভাপতি, উমানন্দ বৰুৱা আৰু পজিৰুদ্দিন আহমদক যুটীয়া সম্পাদক পাতি নতুন কমিটি কৰা হৈছিল। সেই চনতে সম্পাদক পজিৰুদ্দিন আহমদ আৰু মই (লিখক) ডিগবৈ সাহিত্য সেৱা সমিতিৰপৰা অসম সাহিত্য সভাৰ শিৱসাগৰ অধিবেশনলৈ প্ৰতিনিধি নিৰ্ব্বাচিত হৈছিলোঁ। কোনো আকস্মিক কাৰণত আহমদ যাব নোৱাৰাত মই অকলে প্ৰতিনিধিত্ব কৰিছিলোঁ।



নতুন কমিটি গঠন হোৱাৰ কিছুদিন পাচতেই সভাপতি নগেন্দ্ৰ নাথ বৰুৱা আৰু সম্পাদক পজিৰুদ্দিন আহমদ চৰকাৰী চাকৰি লৈ, অলপ অগা পিচাকৈ, ডিগবৈ এৰি যোৱাত প্ৰিয়দাস তালুকদাৰে সভাপতিৰ দায়িত্ব বহন কৰিছিল। তেখেত আৰু কেইজনমান সাহিত্যানুৰাগীৰ যত্নত, বিশেষকৈ নাৰায়ণ পুজাৰীৰ চেষ্টাত, সাহিত্য সেৱা সমিতি পুনৰ সক্ৰিয় হৈ কাম আৰম্ভ কৰে। সাহিত্য সেৱা সমিতিৰ শাখা জিৰণি চ'ৰাই মূল সমিতিৰ পৰিপূৰক হিচাপে, মাজে মাজে সাহিত্য বিষয়ক আলোচনা চক্ৰ পাতি, বিবিধ প্ৰবন্ধ, কবিতা লিখাত ন-পুৰণি সকলো সাতিহত্যানুৰাগীক উদগনি দি আহিছে। শ্ৰীডম্বৰুধৰ শৰ্ম্মা জিৰণি চ'ৰাৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল।



বিশেষ উল্লেখনীয় যে, প্ৰিয়দাস তালুকদাৰে অসম সাহিত্য সভাৰ প্ৰথম জিলা ভিত্তিক শাখা এৰোখন কৰাৰ আৱশ্যকতা অনুভৱ কৰিছিল। কিন্তু অসম সাহিত্য সভাৰ নিয়মাৱলীত তেনে কোনো শাখা কৰাৰ নিয়ম নথকাত তেখেতে ডিব্ৰুগড় জিলা সাহিত্য পৰিষদ গঠন কৰিছিল। পাচত অসম সাহিত্য সভাই জিলা ভিত্তিক শাখা কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলত অসমৰ প্ৰতিখন জিলাতে জিলা সাহিত্য সভা গঠন হৈছিল

আৰু ডিব্ৰুগড় জিলা সাহিত্য পৰিষদো জিলা সাহিত্য সভালৈ ৰূপান্তৰিত হৈছিল। সেয়ে দাস তালুকদাৰ জিলা সাহিত্য সভা সমূহৰ বাটকটীয়া আছিল। ডিগবৈ সাহিত্য সেৱা সমিতিৰ গৌৰৱৰ কথা যে, প্ৰিয়দাস তালুকদাৰ আৰু নাৰায়ণ বৰপূজাৰী ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ, মন বাহাদুৰ ছেত্ৰী অবিভক্ত ডিব্ৰুগড় জিলা সাহিত্য সভাৰ আৰু যশস্বী কবি-সাহিত্যিক শ্ৰীপূণ্য শইকীয়া তিনিচুকীয়া জিলা সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিছিল। শেহতীয়া বাতৰি অনুসৰি ১৯৯৯ চনৰ কাৰণেও ডিগবৈৰ আন এগৰাকী প্ৰথিতযশা সাহিত্যিক শ্ৰীজয় কান্ত গন্ধীয়া তিনিচুকীয়া জিলা সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছে। উপৰি ৺প্ৰিয়দাস তালুকদাৰ, শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা, ৺কৃষ্ণ প্ৰসাদ বৰুৱা, শ্ৰীঅভ্ৰ কৃষ্ণ গোস্বামী, শ্ৰীহৰি নাথ শৰ্ম্মা, শ্ৰীমন বাহাদুৰ ছেত্ৰী, শ্ৰীজয় কান্ত গন্ধীয়া আৰু শ্ৰীঅতুল চন্দ্ৰ শৰ্মাই অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্ব্বাহিকৰ সদস্য হিচাপে নিৰ্ব্বাচিত হৈ নিশ্চয় ডিগবৈ সাহিত্য সেৱা সমিতিক গৌৰৱান্বিত কৰিছে।

## অসম নাট্য সন্মিলনত ডিগবৈ

ডিগবৈৰ ৺কৃষ্ণ প্ৰসাদ বৰুৱা অসম নাট্য সন্মিলনৰ একেবাহে ৮ বছৰ কাল সম্পাদক আৰু ৪ বছৰ কাল সভাপতি থকাই নহয়, অসম নাট্য সন্মিলনৰ এজন প্ৰতিষ্ঠাপকো আছিল। অসম নাট্য সন্মিলনৰ প্ৰতি আগবঢ়োৱা তেখেতৰ সেৱা সদায় স্মৰণীয় হৈ থাকিব।

৺কৃষ্ণ প্ৰসাদ বৰুৱা অসম সাহিত্য সভাৰ আজীৱন সদস্য আছিল। তেখেত ডিগবৈ সাহিত্য সেৱা সমিতিৰো এবাৰ সভাপতি আছিল। অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্ব্বাহিকৰো এবাৰ সদস্য নিৰ্ব্বাচিত হৈছিল। অসম সাহিত্য সভাক তেখেতে নানা ধৰণে সহায় কৰিছিল।



ডিগবৈ সাহিত্য সেৱা সমিতি আৰু ইয়াৰ শাখা জিৰণি চ'ৰাই ডিগবৈত সাহিত্য চৰ্চ্চাৰ পৰিবেশ সৃষ্টি কৰাত প্ৰেৰণা যোগাই আহিছে। তুলনামূলক ভাবে ইতিমধ্যে ডিগবৈৰগৰা কেইবাজনো প্ৰতিষ্ঠিত কবি সাহিত্যিক ওলাইছে। প্ৰিয় দাস তালুকদাৰ আৰু নাৰায়ণ বৰপূজাৰীয়ে সাহিত্যিক পেঞ্চনৰ হোৱাৰ সন্মান লাভ কৰিছে।

এতিয়ালৈকে ডিগবৈত অসমীয়া, বঙালী, হিন্দী আৰু নেপালী ভাষাৰ ন-পুৰণি সাহিত্যিক মিলি, বহল সমাজ এখন গঢ়ি উঠিছে। আৰু এজনে আনজনৰ ভাষা সাহিত্যৰ অধ্যয়ন কৰাৰ চেষ্টাও চলিছে।

কোনো এটা ভাষাই চিন্তাৰ পৰিধি সীমিত কৰিব নোৱাৰে। বিবেকবান চিন্তাৰ, অধ্যয়নপুষ্ট বৌদ্ধিক জ্ঞানৰ গভীৰতা, দাৰ্শনিক যুক্তিৰে, নিষ্ঠাৰে আৰু নিৰপেক্ষ ভাবে বিচাৰ আৰু বিশ্লেষণ কৰাৰ দক্ষতা আৰু উদাৰ দৃষ্টি-ভঙ্গীৰ বিশালতৰ পৰিধিৰ প্ৰসাৰতাইহে উৎকৃষ্ট সাহিত্যৰ সৃষ্টি কৰিব পাৰে। সূক্ষ্মতকৈও সূক্ষ্মতৰ মানবীয় অনুভূতিবোধক দাৰ্শনিক যুক্তিৰে চালি জাৰি, অন্তৰ চুই যোৱাকৈ প্ৰকাশ কৰিব পাৰিলেহে সুন্দৰ সাহিত্য তথা চিৰন্তন সাহিত্যৰ সৃষ্টি হয় আৰু সিয়েই আনে সাহিত্যিকৰ চৰম সফলতা—আত্মিক আনন্দ। ডিগবৈৰ

সাহিত্যিক সকলে সেই দিশলৈ আগবাঢ়িব বুলি আশা কৰিলোঁ।

সাহিত্য সেবা সমিতি আৰু জিৰণি চ'ৰাৰ বাহিৰেও কেইজনমান অসমীয়া-বঙালী ডেকা সাহিত্যিকে জন্ম দিছিল 'সাহিত্য পৰিষদ'ৰ। ১৯৪৭ চনৰ পাচৰপৰাই এতিয়ালৈকে কেইবাখনো হাতে লিখা বা ছপা আলোচনী বা বাৰ্ত্তালোচনী প্ৰকাশ পাইছে। ক্ষণস্থায়ী হলেও এইবোৰে সাহিত্যানুৰাগী ডেকা গাভৰু সকলক প্ৰেৰণা দি ডিগবৈত সাহিত্য আৰু সাহিত্যিক সৃষ্টি কৰাত আগবঢ়োৱা বৰঙনি প্ৰভূত। প্ৰতিখন আলেচনীক কেন্দ্ৰ কৰিয়েই একো একোটা সাহিত্যিক গোষ্ঠীৰ জন্ম হৈছিল বা হৈছে।

## ডিগবৈ সাহিত্য সেবা সমিতিৰ মাটি

মোৰ অগ্ৰজপ্ৰতীম ৺প্ৰিয় নাথ দাস তালুকদাৰে এদিন কথাই কথাই, পাৰিলে সাহিত্য সেবা সমিতিৰ কাৰ্য্যালয়ৰ কাৰণে কোম্পানীৰপৰা মাটি এটুকুৰা লোৱাৰ কথা কৈছিল। ইতিমধ্যে বৰ্ত্তমান সাহিত্য সেবা সমিতিৰ কাৰ্য্যালয় থকা মাটিডোখৰ ডিগবৈ কংগ্ৰেছৰ কাৰ্য্যালয়ৰ কাৰণে লোৱা হৈছিল। পিচত এই মাটিৰ সলনি কংগ্ৰেছে আন মাটি লোৱাত মোৰ অনুৰোধক্ৰমে কোম্পানীয়ে কংগ্ৰেছে এৰি দিয়া মাটি, সাহিত্য সেবা সমিতিৰ নামত মঞ্জুৰ কৰিছিল। সেই সময়ৰ কোম্পানীৰ প্ৰশাসনীয় মেনেজাৰ কে, বি, কানুগাৰ সহৃদয়তাৰ কাৰণে, মাটি পোৱা সহজ হৈছিল। প্ৰথমতে মুখে মুখে মাটি লোৱা হৈছিল। ১৯৬৪ চনতহে সাহিত্য সেবা সমিতিয়ে লিখিত মঞ্জুৰী পাইছিল। সাহিত্য সেবা সমিতিৰ মাটিৰ ডাগ নং ৯০২।

মাটিডোখৰ দ পিতনিৰ নিচিনা হোৱাৰ কাৰণে সাহিত্য সেবা সমিতিৰ কৰ্ম্ম কৰ্ত্তাসকলে এই মাটি পোৱাত সন্তোষ প্ৰকাশ কৰা দূৰৰ কথা, আনকি মাটিডোখৰৰ চাৰিসীমা সমজি লোৱাৰ কথাও ভবা নাছিল। সেয়ে ১৯৮০ চনলৈকে এই মাটি এলাগী হৈ তেনেকৈয়ে পৰি আছিল।

মই সভাপতি হৈ প্ৰথম ১৯৮০ চনৰ ১০ চেপ্তেম্বৰ তাৰিখে চাৰিসীমা চমজি দিবলৈ কোম্পানীলৈ আৰু মাটিৰ ওপৰেদি যোৱা টেলিফোন লাইনটো আঁতৰাবলৈ টেলিফোন বিভাগৰ মহকুমা বিষয়ালৈ চিঠি লিখিছিলোঁ। ২২ চেপ্তেম্বৰ তাৰিখে কোম্পানীয়ে মোৰ চিঠিৰ উত্তৰ দিছিল। তলত চিঠি তিনি খন দিয়া হ'ল।

১ নং চিঠি

From : Shri D.C. Deb Sarmah
President, Digboi Sahitya Seva Samiti
New Settlement Area
P.O. Digboi
Dated Digboi the 10th September 1980

To,

The Administrative Manager,
A.O.C. Ltd., Digboi

Subject : Request for demarcation of the boundaries of the plot of land lincensed to Digboi Sahitya Seva Samiti.

Sir,

I, on behalf of Digboi Sahitya Seva Samiti have the honour to request you kindly to help us in demarcating the boundaries of the plot of land No. 902 which you were pleased to license to the said samiti. The demarcation of the boundaries has become necessary in view of the samities proposal to raise its building there.

With sincere thanks.

Yours faithfully

Sd/-

President

Digboi Sahitya Seva Samiti

২ নং চিঠি

From : Shri D.C. Deb Sarmah
President, Digboi Sahitya Seva Samiti
New Settlement Area
P.O. Digboi
Dist. Dibrugarh (Assam)
Dated Digboi the 10th September 1980

To,

The Sub-Divisional Officer, Telegraph.
Tinsukia

Subject : Request for removal / furtherence of a post towards road side.

Sir,

I have the honour to bring to your notice the fact that mid position of a post of the telephone lines of Digboi in a plot of land of Digboi Sahitya Seva Samiti has made it impossible for the said Samiti to raise its building. The plot is situated to the East of the Digboi Pengeree P.W.D. Road in the vicinity of Janata Cinema Hall.

I, on behalf of the Digboi Sahitya Seva Samiti urge upon you kindly to take necessary steps so as to facilitate the Samiti to raise its building on the aforesaid plot of land.

Thanking you.

Yours faithfully

Sd/-

President

Digboi Sahitya Seva Samiti

<u>৩ নং চিঠি</u>

ASSAM OIL COMPANY LIMITED P.O. DIGBOI, ASSAM, INDIA

NO. FD 1178/G 213-6/902 22nd Sept. 1980

To,

The President,
Digboi Sahitya Seva Samiti
Digboi

Sir,

<u>Demarcation of the boundaries of plot No. 902</u>

We refer to your letter dated 10-9-80 and advise that we cannot undertake to survey the above plot of land at present. We shall, however, do it when our position will be easier.

Please enquire with us the position after a month.

Yours faithfully

Assam Oil Company Limited

Sd/-
(V. Rikhi)
For General Manager

এমাহৰ পাচত কোম্পানীয়ে সীমা সমজাই দিছিল। টেলিফোন লাইনো উঠি গৈছিল। আমাৰ অনুৰোধক্ৰমে ৰিফাইনাৰীৰ তেল মিশ্ৰিত আৱৰ্জ্জনাৰে কোম্পানীয়ে মাটিডোখৰ পুতি দিছিল। জাবৰৰ নমুনা দেখি তাত ঘৰ সাজিব পৰা নহ'ব বুলি ভয় খাইছিলোঁ। পাচত ৰিফাইনাৰীৰ ইঞ্জিনিয়াৰে মোৰ সন্দেহ নিৰসন কৰি অভয় দিছিল। তেখেতে কৈছিল যে ২।৩ বছৰৰ পাচত এইবোৰ বহি টান হৈ যাব। ঘৰৰ ভেটিৰ কাৰণে এই মাটি ভাল হ'ব এই কাৰণে যে, ইয়াত আৰু কেতিয়াও উঁই নহ'ব।

## অনায়ক সভাপতি

মাটি পুতি বাম কৰি লোৱাৰ পাচত মই সেই সময়ৰ ডিব্ৰুগড়ত থকা ইঞ্জিনিয়াৰ শ্ৰীদীনেশ চৌধুৰীক অনুৰোধ কৰাত তেওঁ মই কোৱা অনুসৰি দুমহলীয়া ঘৰ এটাৰ ড্ৰইং কৰি, ব্লু প্ৰিণ্ট কৰি দিছিল। ঘৰৰ কথাটো আলোচনা কৰি সিদ্ধান্ত ল'বৰ কাৰণে কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ বৈঠক এখন দিবলৈ সম্পাদকক, আনকি কেইবাদিনো তেখেতৰ ঘৰলৈ গৈ, অনুৰোধ কৰিও মই কৃতকাৰ্য্য নহ'লোঁ। শেষত উপায় নাপাই লাজ নিবাৰণৰ কাৰণে সভাপতিৰ পদ ইস্তফা দিছিলোঁ। সম্পাদকক চেৰাই সভা আহ্বান কৰিবলৈ মই ইচ্ছা নকৰিলোঁ। সভাপতিৰ পদ ইস্তফা দিয়াৰ পাচত, বাধ্য হৈ, সম্পাদকে সাধাৰণ সভা আহ্বান কৰিছিল। সেই সভাতে নতুন কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠিত হৈছিল। সম্পাদকৰ এই অনীহাৰ কাৰণ মই আজিলৈকে বুজি নাপালোঁ। নতুন সমিতিক মোৰ ড্ৰইংখন সমজাই দি, মই অব্যাহতি পাইছিলোঁ। তেতিয়াহে মনটো ফৰকাল লাগিছিল।

পৰবৰ্ত্তী সভাপতি ৺ডম্বৰুধৰ গগৈৰ যত্নত ৺মুকুন্দ পত্ৰনবিশৰ পুত্ৰসকলে দেউতাকৰ নামত, সাহিত্য সেৱা সমিতিৰ কাৰণে ঘৰ এটা সাজি দিম বুলি কাম আৰম্ভ কৰিছিল। অসম সাহিত্য সভাৰ সভাপতি ৺অতুল চন্দ্ৰ বৰুৱাই প্ৰস্তাবিত ভৱনৰ আধাৰশিলা স্থাপন কৰিছিল। ঘৰৰ চাৰিফালৰ দেৱালৰ কিছু অংশ উঠাই পত্ৰনবিশহঁতে হাত ডাঙি দিলত, অসম অইল সংমণ্ডল আৰু ৺প্ৰিয় নাথ দাস তালুকদাৰৰ সুযোগ্য পুত্ৰসকলৰ বদান্যতাত, ভৱনটো সম্পূৰ্ণ হৈছিল। ডিগবৈ সাহিত্য সেৱা সমিতিৰ প্ৰতিষ্ঠাপক সম্পাদক ৺প্ৰিয় দাস তালুকদাৰৰ নামেৰে ভৱনটো ৺প্ৰিয়নাথ দাস তালুকদাৰ স্মৃতিভৱন কৰা হ'ল।

## 'যাত্ৰী' আৰু ডিগবৈ সাহিত্য পৰিষদ

ডিগবৈত অসম অইল কোম্পানীত চাকৰি কৰা কেইজনমান অসমীয়া-বঙালী ডেকাই ঔদ্যোগিক ব্যস্ততাৰ মাজতো কোম্পানীৰ কামৰ অন্তত, সাহিত্য চৰ্চ্চা আৰু খেল-ধেমালি আদিৰ জৰীয়তে, পৰস্পৰৰ ভাবৰ আৰু সাহিত্য-কলাৰ আদান-প্ৰদানেৰে, এক সাংস্কৃতিক ঐক্যানুভূতিৰ কাৰণে চেষ্টা চলাইছিল। তাৰেই ফলশ্ৰুতি হিচাপে প্ৰকাশ পাইছিল হাতে লিখা 'যাত্ৰী'। যাত্ৰীৰ চাৰিটা সংখ্যা হাতে লিখি প্ৰকাশ কৰাৰ পাচত ১৯৫৩ চনত এটা সংখ্যা ছপা কৰিও উলিয়াইছিল। সম্পাদকৰ চ'ৰাত লিখিছিল— "..............বিফাইনাৰী পাৰাৰ Bachelor Barrackৰ জনচেৰেক যুৱকে ইতিমধ্যে Bachelor Club নামৰ এটি অনুষ্ঠান প্ৰতিষ্ঠা কৰি নানান খেল-ধেমালিৰ ব্যৱস্থা কৰিছিল। মনৰ খোৰাক বিচাৰি এওঁবিলাকে মনোনিবেশ কৰিলে সাহিত্য সাধনাত। প্ৰকাশ কৰিলে এখনি হাতেলিখা আলোচনী, নাম দিলে 'যাত্ৰী'। ..............যাত্ৰীৰ যাত্ৰা পথক সফল কৰি তুলিবলৈ আৱশ্যক অনুভূত হ'ল এটা বৃহত্তৰ সঙ্ঘৰ। যাত্ৰীৰ প্ৰথম প্ৰকাশৰ দিনা এই সঙ্ঘটিও স্থাপিত হ'ল—'ডিগবৈ সাহিত্য পৰিষদ' নামেৰে। সেইদিনা আছিল ১৯৪৭ চনৰ ২৮ এপ্ৰিল।

ভাৰতীয় ঐক্যানুভূতিক এডাল মালাৰে গাঠি, পাৰস্পৰিক মিলন আৰু সহযোগিতাৰ মাজেৰে, উচ্চতৰ সাহিত্য আৰু কৃষ্টিৰ দ্বাৰা স্বদেশ আৰু স্বজনক সমৃদ্ধ কৰি তুলিবলৈ, ডিগবৈ সাহিত্য পৰিষদে সম্ভৱ পৰিমাণে যত্ন কৰিছে।"

ডিগবৈ সাহিত্য পৰিষদৰ কাৰ্য্যনিৰ্ব্বাহিক সমিতিৰ সদস্য সকল আছিল ডাঃ অশোক কুমাৰ গুপ্ত,—সভাপতি, সত্য জীবন পাল—উপ সভাপতি, বীৰেন্দ্ৰ নাথ মুখোপাধ্যায় আৰু যোগেন শৰ্ম্মা—যুটীয়া সম্পাদক, দ্বিজেশ গুপ্ত আৰু কালী চৰণ দাস—'যাত্ৰী'ৰ যুটীয়া সম্পাদক, কিৰণময় চক্ৰৱৰ্ত্তী—কাৰ্য্যালয় সম্পাদক, পুলকেশ সৰকাৰ—কোষাধ্যক্ষ, সদস্যসকল আছিল কল্যাণী সেনগুপ্তা, ডাঃ কুমুদ ৰঞ্জন পাল, কৰুণা ফুকন, প্ৰিয় নাথ দাস (তালুকদাৰ), ধৰণী কান্ত শৰ্ম্মা, নাৰায়ণ বৰপূজাৰী, সাধনা আদিত্য, শোক হৰণ বন্দোপাধ্যায়, নিখিলেশ চৌধুৰী, বিজয় ভট্টাচাৰ্য্য, সুহৃদ ৰঞ্জন চট্টোপাধ্যায়, অমূল্য প্ৰসন্ন গোস্বামী, অমল মুখোপাধ্যায়, মৌলবী পজিৰুদ্দিন আহমদ। কিছুদিনৰ পাচত সভাপতি গুপ্ত কিবা এটা গৱেষণাৰ কাৰণে আমেৰিকালৈ যোৱাত আৰু ওপৰত দিয়া সদস্যসকলৰ শেষৰ চাৰিজন ডিগবৈৰ বাহিৰলৈ যোৱাত, সত্যজীবন পালে সভাপতিৰ কাম চলাইছিল কিন্তু সদস্যৰ পদকেইটা খালী আছিল। শ্ৰীনিখিলেশ চৌধুৰীয়ে সম্পাদনাত সহায় কৰি, বিশেষ উদ্যোক্তাৰ ভূমিকা লৈছিল।

ডিগবৈ সাহিত্য পৰিষদ আৰু 'যাত্ৰী'য়ে সন্তোষ কুমাৰ বসু, ডিম্বেশ্বৰ নেওগ, অজিত শৰ্ম্মা, হৰেশ্বৰ গোস্বামী, সুনীল বন্দোপাধ্যায়, যতীন্দ্ৰ নাথ দুৱৰা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ডাঃ মতিলাল দাস, স্বামী সমুদ্ধানন্দ, স্বামী সৌম্যানন্দ আদি পুৰুষসকলৰ আশীৰ্ব্বাদ লাভ কৰিছিল।

ছপা 'যাত্ৰী' খনেই বোধহয় 'যাত্ৰী'ৰ শেষ সংখ্যা আছিল। এই সংখ্যা যাত্ৰীৰ সম্পাদনাত আছিল দ্বিজেশ গুপ্ত, নিখিলেশ চৌধুৰী, কালী চৰণ দাস আৰু যোগেন শৰ্ম্মা। প্ৰকাশক আছিল ডিগবৈ সাহিত্য পৰিষদ।

তলত দিয়া প্ৰবন্ধ সম্ভাৰেৰে ছপা 'যাত্ৰী' পাঠকৰ হাতত পৰিছিল ১৯৫৩ চনত।

| প্ৰবন্ধ | লিখক |
|---|---|
| ১। জাগ্ৰত কবি (কবিতা) | নাৰায়ণ চন্দ্ৰ বৰপূজাৰী |
| ২। পেট্ৰোলিয়াম আৰু পেট্ৰোল | বিনয় দুৱৰা এম, এচ, চি (টেক) |
| ৩। নাৱৰীয়া (কবিতা) | যতীন্দ্ৰ নাথ দুৱৰা |
| ৪। প্ৰেম আৰু বিবাহ | কালী চৰণ দাস |
| ৫। মুকুল সঙ্গীত (গীত) (এই গীতটো ডিগবৈ মুকুল সঙ্ঘৰ কাৰণে ৰচনা কৰিছিল) | ভূবন মোহন বৰুৱা |
| ৬। শেষ হাঁহি | অমৰেন্দ্ৰ নাথ ঠাকুৰ |
| ৭। এটা চিগাৰেট | অনীল কুমাৰ ৰায় চৌধুৰী |
| ৮। নব জাগৰণৰ প্ৰবৰ্ত্তক বেজবৰুৱা | উমানন্দ বৰুৱা |
| ৯। সপ্তৰথী | বীৰেন্দ্ৰ নাথ তালুকদাৰ |
| ১০। ২৬ জানুৱাৰী (১৯৫০) | পুণ্যেশ্বৰ গগৈ |
| ১১। জীৱন সংগ্ৰাম (কবিতা) | পজিৰুদ্দিন আহমদ |
| ১২। বুজাত ভুল (গল্প) | যোগেন শৰ্ম্মা |
| ১৩। যাত্ৰী (সম্ভাষণ) | ডাঃ মতিলাল দাস, এম,এ;পি,এইচ,ডি, |

| | | |
|---|---|---|
| ১৪। | পৌষ সংক্রান্তি | বীণাপাণি ধৰ |
| ১৫। | বিংশের সভ্যতা | নির্ম্মল চৌধুৰী |
| ১৬। | পুকুর পারে | অরুচি গুপ্ত |
| ১৭। | নূতন দিন | অমল মুখোপাধ্যায় |
| ১৮। | নির্ব্বাসন | বিজয় ভট্টাচার্য্য |
| ১৯। | দৃষ্টিদান | ডাঃ নলিনাক্ষ চৌধুৰী |
| ২০। | কন্‌ডাক্টর | অমল মুখোপাধ্যায় |
| ২১। | দুটি কথা | কল্যাণ আদিত্য |
| ২২। | কিশোর জীবনের মনস্তত্ত্ব | শৈলেশ চন্দ্র দত্ত ৰায় |
| ২৩। | প্রকাশ (কবিতা) | দিবাকর |
| ২৪। | ছেলে ধরা (হস্ত লিখিত যাত্রীর শিশু বিভাগ ৪র্থ সংখ্যায় প্রকাশিত সম্পাদকীয়) | |
| ২৫। | রূপ কথা (কবিতা) | অমিয় ভূষণ কর |
| ২৬। | খেলা ঘর | পুষ্পিতা গুপ্ত |

যাত্রীৰ অন্যতম সম্পাদক আৰু প্রধান উদ্যোক্তা শ্রীনিখিলেশ (নিখিল) চৌধুৰীৰ ভাষাত—"অর্দ্ধ শতাব্দি আগে ডিগবয় তৈল নগরীতে ডিগবয় সাহিত্য পরিষদ নামে একটি সাংস্কৃতিক সংস্থা গড়ে উঠেছিল। এই সংস্থার একটি বিশেষ তাৎপর্য্য ছিল যে, উহা কোনো একটি বিশেষ ভাষার মধ্যে সীমাবদ্ধ ছিলনা। ..................কতিপয় অসমীয়া ও বাঙালী যুবক অসমীয়া, বাংলা ও হিন্দী ভাষা ভাষীদের নিয়ে, এই সংস্কৃতি গড়ে তুলেছিলেন। বেশীরভাগ বাঙালীরাই তখন অসমীয়া ভাষায় লিখতে পড়তে ও বলিতে জানিতেন না, তেমনি অসমীয়া ও বাঙালীরাও হিন্দী ভাষা সম্পর্কে উদাসীন ছিলেন। ডিগবয় সাহিত্য পরিষদ অসমীয়া ও হিন্দী শিক্ষার জন্য নৈশ স্কুলের ব্যবস্থা করেছিলেন। অসমীয়া শিক্ষাদান করতে স্বনামধন্য প্রিয় নাথ দাস তালুকদার আর হিন্দী শিক্ষার জন্য মহাত্তম প্রসাদ তেয়ারী মাষ্টার মহাশয় নিযুক্ত ছিলেন। উল্লেখ যোগ্য যে, বেশীর ভাগ অসমীয়া ভাই-বোনেরা বাংলা ভাষায় কথা বার্তা বলতে, লিখতে পড়তে জানতেন। তাই বাংলা শিক্ষা দানের জন্য আলদা ব্যবস্থা করা হয় নি।"

"ডিগবয় সাহিত্য পরিষদের মুখপত্র ছিল 'যাত্রী' নামে এক হাতে লিখা ত্রৈমাসিক পত্রিকা। প্রতি তিন মাস অন্তর পত্রিকাটি উন্মোচন করা হত একটি বিশেষ সভার আয়োজন করে...............।"

"..............মাঝে মাঝে বিভিন্ন সাহিত্য বাসরের আয়োজন করা হত। বিভিন্ন শিক্ষাবিদরা অসমীয়া ও বাংলা সাহিত্যের ধারা নিয়ে আলোচনা করতেন ও বক্তৃতা দিতেন। .............নিজ নিজ ভাষা ও সংস্কৃতির উন্নতি সাধনের সঙ্গে সঙ্গে বিভিন্ন ভাষা ও সংস্কৃতির এক অপূর্ব্ব সম্মিলন সাধনই ছিল ডিগবয় সাহিত্য পরিষদের উদ্দেশ্য ও লক্ষ্য।"

ক্ষণস্থায়ী হ'লেও অসমত এই চেষ্টা প্রথম আৰু শেষ চেষ্টা আছিল। সেই কালখণ্ডৰ 'ডিগবৈ সাহিত্য পৰিষদ' মহীয়ান আছিল।

## পিচৰ আলোচনীবোৰ

'যাত্ৰী'ৰ বাহিৰেও তলত দিয়া আলোচনী সমূহ কেতিয়াবা হাতে লিখা আৰু কেতিয়াবা চপা হৈ ওলাইছিল। শ্ৰীমান ৰতন বৰুৱাৰ 'উত্তৰণ'ৰ বাহিৰে বাকীবোৰ ক্ষণজন্মা হ'লেও অসমীয়া-বঙালী ডেকা-গাভৰু সকলৰ সাহিত্য চৰ্চ্চাৰ প্ৰতি ধাউতি বঢ়োৱাত এই আলোচনীবোৰৰ অৱদান প্ৰভূত।

''যাত্ৰী''ৰ পাচতে প্ৰকাশ হৈছিল তলত দিয়া আলাচনীসমূহ।

| আলোচনী | চন | সম্পাদক |
|---|---|---|
| (২) মৰসুমী | ১৯৫৪ | মলয় ঘোষ |
| (৩) নবজাতক | ১৯৭০ | নিৰ্ম্মল চৌধুৰী |
| (৪) বহ্নি | ১৯৭১ | বহ্নি গোষ্ঠী |
| (৫) ডিহিং | ১৯৭৮ | নাৰায়ণ বিশ্বাস আৰু দ্ৰোণ কান্ত বৰুৱা |

(দ্বৈপায়ন গোষ্ঠীৰ প্ৰচেষ্টাত 'ডিহিং' অসমীয়া আৰু বঙালী দ্বিভাষিক আলোচনী হিচাপে প্ৰকাশিত হৈছিল)

| | | |
|---|---|---|
| (৬) গুল্ম লতা | ১৯৮৭ | |
| (৭) পথি কৃৎ (অসমীয়া বঙালী) | | মদন মোহন চৌধুৰী<br>অজিত কৰ |
| (৮) নিবেদন (অসমীয়া বঙালী) | ১৯৯৩-৯৪ | অমিতাভ চৌধুৰী<br>সুদীপ ভট্টাচাৰ্য্য |

পৰিচালনা সমিতি—ৰতন বৰুৱা, পাৰ্থ সাৰথি দত্ত, সুৰজিত দেব, সঙ্ঘমিত্ৰা বৰুৱা, পাখী চক্ৰবৰ্ত্তী, অঞ্জনা দত্ত, ঝৰ্ণা দত্ত গুপ্ত, আদিত্য দাস, শান্তা ভট্টাচাৰ্য্য।

(৯) উত্তৰণ— ছয়মহীয়া পত্ৰিকা, সম্পাদক ৰতন বৰুৱা। এই পত্ৰিকাখন আজি চাৰি বছৰে একাদিক্ৰমে শ্ৰীমান ৰতন বৰুৱাৰ একক চেষ্টাত ছপা হৈ, প্ৰকাশ পাই আহিছে। ৪ৰ্থ বছৰৰ দ্বিতীয় সংখ্যা ১৯৯৬ চনৰ অক্টোবৰ মাহত প্ৰকাশ হৈছে। শ্ৰীমান বৰুৱাৰ এই চেষ্টা স্থায়ী আৰু ফলৱতী হওক।

| | | |
|---|---|---|
| (১০) মুকুল (শিশু আলোচনী) | ১৯৯৭ চনৰ পৰা | হিতেন গগৈ |
| (১১) ৰং বং নানা ৰং (শিশু আলেচনী) | | ডিগবৈ শিশু কল্যাণ পৰিষদ, |

এইবোৰৰ বাহিৰেও পূণ্য শইকীয়া আৰু অৰুণ শইকীয়াৰ সম্পাদনাত 'বিন্দু আৰু বৃত্ত' গৰীয়সী সঙ্ঘৰ দ্বাৰা সম্পাদিত 'স্বাৰত' আলোচনী, ভূপেন শৰ্ম্মাৰ সম্পাদনাত পূৰ্ব্বাঞ্চল আৰু জাহ্নবী নামৰ দুখন বাৰ্ত্তালোচনী প্ৰকাশ পাইছিল। ইয়াৰ বাহিৰেও ডিগবৈৰ প্ৰায়বোৰ স্কুল কলেজবে এখোখনকৈ আলোচনী প্ৰতি বছৰে প্ৰকাশ হোৱাৰ উপৰিও বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানে বিভিন্ন সময়ত মূল্যবান প্ৰবন্ধ বাজিৰে বিভিন্ন নামৰ স্মৃতিগ্ৰন্থবোৰ উলিয়াই আছে।

## ডিগবৈৰ ন-পুৰণি কবি সাহিত্যিক সকল

তেতিয়াৰ অসম অইল কোম্পানীৰ চাকৰিয়াল ভূবন মোহন বৰুৱাই 'কাঞ্চন বৰুৱা' ছদ্ম নামত অসমীয়া সাহিত্যিক সমাজৰ দ্বাৰা উচ্চ প্ৰশংসিত উপন্যাস 'অসীমত যাৰ হেৰাল সীমা' ডিগবৈতেই ৰচনা কৰিছিল। এইজন ব্যক্তি এজন প্ৰসিদ্ধ নাট্যকাৰো আছিল। ডিগবৈ ইণ্ডিয়া ক্লাবত তেখেতৰ কেইবাখনো নাট আমি মঞ্চস্থ কৰিছিলোঁ।

হিমেন বৰঠাকুৰে 'বাঘ', 'মমৰ ঘৰ', 'সৰ্পিল' আৰু 'দ্বীপ' নাটক লিখি এজন সুনাট্যকাৰ হিচাপে প্ৰসিদ্ধি লাভ কৰিছিল। সেইদৰে প্ৰফুল্ল বৰুৱাৰ 'মেও মহাৰাজ', 'সুমেৰু কুমেৰু', অবাক হাকিমৰ সবাক স্ত্ৰী' আৰু যোগেন শৰ্ম্মাৰ 'জল কুৱঁৰীৰ দেশত', 'সূৰ্য্য উঠা দেশৰ পিনে' আৰু 'সপোনৰ মুকুতা' আদি উপন্যাসে পাঠকৰ সমাদৰ লাভ কৰিছিল। সু-সাহিত্যিক অমিয় চৰণ গোহাঁইয়ে অসম অইল কোম্পানীৰ ঘৰুৱা পত্ৰিকা 'বাতৰি' সম্পাদনা কৰাৰ উপৰিও এজন গল্পকাৰ আছিল। শুনিবলৈ পাইছোঁ তেওঁৰ কবিতা হেনো হিন্দী আৰু কানাড়া ভাষাতে অনুদিত হৈ প্ৰকাশ পাইছে।

প্ৰিয় নাথ দাস তালুকদাৰ আৰু নাৰায়ণ চন্দ্ৰ বৰপূজাৰীৰ নাম ডিগবৈৰ সাহিত্যিক সমাজত বিশেষ ভাবে জনাজাত। প্ৰিয় নাথ দাস তালুকদাৰৰ 'কিছিণ্ডৰ পয়মাল', 'পশুৰ পঞ্চশীল' আদি কেইবাখনো শিশু সাহিত্য আৰু বিশেষকৈ 'প্ৰবচন কোষ' আৰু 'মহীয়সী নাৰী' দুখন মূল্যবান পুথি। সেইদৰে নাৰায়ণ বৰপূজাৰীৰ উপন্যাস তিনিখন 'ৰাতি যেতিয়া দোভাগ', 'শ্ৰীমতী লজ' আৰু 'মধুমতী' সাহিত্যমোদীৰ প্ৰিয় উপন্যাস। পূজাৰীয়ে ৰচনা কৰা চাৰি হাজাৰজন বিশ্ব মণীষাৰ জীৱনী, চাৰিখন গল্প সংকলন আৰু কেইখনমান শিশু সাহিত্য প্ৰকাশ নহ'ল। ডিগবৈ সাহিত্য সেৱা সমিতিয়ে কিতাপ কেইখনৰ প্ৰকাশৰ দিহা কৰিলে নাৰায়ণ বৰপূজাৰীৰ ডিগবৈ সাহিত্য সেৱা সমিতিলৈ আগবঢ়োৱা সেৱাৰ যোগ্য স্বীকৃতি দিয়া হ'লহেতেন।

ডম্বৰুধৰ শৰ্ম্মাই কেইখনমান মূল্যবান কিতাপ লিখি উচ্চ প্ৰশংসিত হৈছে। তাৰে 'অলকাৰ প্ৰিয়ালৈ' (কালিদাসৰ মেঘদূত কাব্যৰ অনুবাদ), 'জেং ৰৰা, মিনি মাহী আৰু ৰুবী' (শিশু উপন্যাস), 'কালুৰ কাহিনী' (শিশু উপন্যাস) 'গোপন ব্যথা' (চিচিল দে লুইৰ উপন্যাসৰ অসমীয়া অনুবাদ) প্ৰধান। তদুপৰিও স্কুলীয়া ল'ৰা-ছোৱালীৰ কাৰণে বুনিয়াদী ভূগোল আৰু প্ৰকৃতি পাঠকে ধৰি কেইবাখনো কিতাপ উলিয়াই ছাত্ৰ-ছাত্ৰীৰ হাতত দিব পাৰিছে। তেওঁ এজন প্ৰসিদ্ধ জ্যোতিৰ্ব্বিদো।

ডিগবৈৰ পুণ্য শইকীয়া আৰু জয় কান্ত গন্ধীয়া অসমৰ দুজন প্ৰসিদ্ধ সাহিত্যিক। পুণ্য শইকীয়াৰ 'নেপথ্যৰ গুণ গুণনি'য়ে অসম জুৰি সমাদৰ লাভ কৰিছে। তাৰ বাহিৰেও তেওঁৰ প্ৰকাশিত কিতাপ 'কৃপাবৰ বৰবৰুৱাৰ প্ৰত্যাবৰ্ত্তন' (গীতি একাঙ্কিকা), 'বন কেচেঙৰ পাত' (কবিতা পুথি সদৌ অসম কবি সন্মিলনৰ 'বকুল বন' বঁটা প্ৰাপ্ত), অৰণ্যৰ অধিকাৰ (অসম শিশু সাহিত্য ন্যাসৰ দ্বাৰা পুৰস্কৃত), সম্পাদিত কিতাপ গল্প আৰু গল্প, ইয়াৰ বাহিৰেও ইংৰাজী অনুবাদসহ 'ভাব বল্লৰী' নামৰ কিতাপখন আৰু 'গল্পৰ সংকলন' নামৰ কিতাপ দুখন প্ৰকাশৰ অপেক্ষাত আছে। শ্ৰোতা আৰু দৰ্শকৰ দ্বাৰা প্ৰশংসিত আকাশবাণী যোগে প্ৰচাৰিত, তথন আৰু মঞ্চস্থ হোৱা ৮খন নাটক তেওঁ ৰচনা কৰিছে।

অসমীয়া সাহিত্য ভঁৰাললৈ ইতিমধ্যে আগবঢ়োৱা ডিগবৈৰে জয় কান্ত গন্ধীয়াৰ সাহিত্য সম্ভাৰ পাঠকৰ দ্বাৰা সমাদৃত হৈছে। তেওঁ ৭খন গল্পৰ পুথি, ৮ খন প্ৰবন্ধৰ পুথি, ২খন শিশু সাহিত্য, ১খন পাঠ্য পুথি, ৬খন সম্পাদিত পুথি আৰু ২৬খন উপন্যাস, মুঠ ৫০খন পুথি লিখি প্ৰকাশ কৰিছে। তেওঁ ইতিমধ্যে অসমীয়া সংস্কৃতিৰ ওপৰত, বিশেষকৈ বিহু-বিহুনৃত্যৰ ওপৰত গৱেষণামূলক প্ৰবন্ধ লিখি অসমীয়া সাংস্কৃতিক সমাজখনৰ মাজত বিশেষ স্থান অধিকাৰ কৰিছে।

শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱাই সাহিত্য জগতত প্ৰথম ভুমুকি মাৰিছিল 'ৰামধেনু'ত গল্প লিখি। তেওঁ সাহিত্য চৰ্চ্চা এৰা নাই। "আখৰৰ বাখৰ' 'হাৰ্কিউলিচ' আদি কেইবাখনো কিতাপ ৰচনা কৰিছে।

গোলক চন্দ্ৰ দত্তই এজন শিশু সাহিত্যিক হিচাপে প্ৰখ্যাতি লাভ কৰিছে। 'জীৱিকা নিৰ্ব্বাহৰ বাট', 'আমাৰ সোণ মৰমৰ জোন,' 'টিপ্ টিপ্ টিপচী বাই', 'অকণিহঁতৰ ভাল লগা কবিতা', 'কন্দুমইনাৰ কবিতা', 'জোন বেলি তৰা আদি', 'লিমাৰিক' আৰু 'বলিয়া শিয়ালৰ বিহু' আদি তেওঁ লিখা শিশু সাহিত্য। অসমীয়াত 'লিমাৰিক' লিখা প্ৰথম সাহিত্যিক বুলি এইজনা সাহিত্যিকক কোৱা হয়।

শ্ৰীমন বাহাদুৰ ছেত্ৰীৰ 'অসমীয়া নেপালী সমাজ' আৰু 'নেপালী লোক কথা' দুখন মূল্যবান গ্ৰন্থ।

নতুনকৈ উঠি অহা সাহিত্যিক সকলৰ মাজত বিশেষ জনপ্ৰিয়, অধ্যয়নপুষ্ট সাহিত্যিক হৈছে ৰাজীৱ ৰাজকোঁৱৰ। বিভিন্ন আলোচনীত, বিশেষকৈ প্ৰান্তিকত প্ৰকাশিত ৰাজীৱৰ গল্পই বিশেষ স্থান অধিকাৰ কৰিছে। প্ৰান্তিকৰ 'এটা দশকৰ গল্প সংগ্ৰহ' নামৰ গল্প সংগ্ৰহত ৰাজীৱ কোঁৱৰৰ গল্প সন্নিবিষ্ট হোৱাটো তাৰেই ফলশ্ৰুতি।

অসমৰ কবিজগতৰ এজন প্ৰথিতযশা কবি হিতেন্দ্ৰ নাথ শৰ্ম্মা ডিগবৈৰে বাসিন্দা। শ্ৰীমান প্ৰবীণ বৰাই নীৰৱে 'বাতৰি'ৰ যোগে তথ্য-বহুল প্ৰবন্ধবোৰ লিখি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

অতি শুভ লক্ষণ যে ডিগবৈৰ কবি সাহিত্যিকৰ সমাজখন দিনে দিনে বহল হৈ গৈ আছে। তেওঁলোকৰ বহুতৰেই মূল্যবান প্ৰবন্ধ, কবিতাই অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিছে। সকলো কবি সাহিত্যিকৰ বিৱৰণ মোৰ এই তেনেই সীমিত ক্ষুদ্ৰ কিতাপখনত লিপিবদ্ধ কৰা সম্ভৱ নহয়। সেয়ে অতি বিনীত ভাবে ডিগবৈৰ কবি-সাহিত্যিক সকলৰ ওচৰত ক্ষমা বিচাৰি ডিগবৈৰ ন-পুৰণি কবি-সাহিত্যিক সকলৰ লিখিত, প্ৰকাশিত গ্ৰন্থ, উপন্যাস, গল্প, প্ৰবন্ধ, কবিতা আদিৰ সবিশেষ বিৱৰণ পাঠকক জনোৱাৰ ভাৰ সাহিত্যিক সকলক এৰি দি, ইয়াত মাথো সাহিত্যিকসকলৰ নাম (যথা সম্ভৱ) উল্লেখ কৰিলোঁ। মোৰ অজ্ঞানতাৰ কাৰণে কাৰোবাৰ নাম বাদ পৰিলে মোক ক্ষমা কৰে যেন।

**অসমীয়া ঃ—** প্ৰিয় নাথ দাস তালুকদাৰ, নাৰায়ণ বৰপূজাৰী, জয় কান্ত গন্ধীয়া, হিতেন শৰ্ম্মা, পুণ্য শইকীয়া, গোলক দত্ত, ডম্বৰু ধৰ শৰ্ম্মা, ধীৰেন্দ্ৰ নাথ বৰুৱা, উপেন্দ্ৰ নাথ বৰঠাকুৰ, দ্ৰোণ কান্ত বৰুৱা, সত্য প্ৰভা দাস, উজ্জ্বল শইকিয়া, মন বাহাদুৰ ছেত্ৰী, তৰুণ হাজৰিকা, মোহিনী বৰদলৈ, পূৰ্ণ কান্ত শইকীয়া, প্ৰবীণ বৰা, চানু বৰুৱা, লক্ষ্মী নন্দন গগৈ, ৰাজীৱ ৰাজকোঁৱৰ, মদন মোহন চৌধুৰী, কে, চি, গগৈ, ডম্বৰুধৰ গগৈ, কালী চৰণ দাস, গজিৰুদ্দিন আহমেদ, ৰাজীৱ

লোচন শৰ্ম্মা, দিলীপ ভট্টাচাৰ্য্য, হৰিভক্ত কটুৱাল (নেপালী-অসমীয়া), অগ্নি বাহাদুৰ ক্ষেত্ৰী (নেপালী-অসমীয়া), সুন্দৰ সিং ক্ষেত্ৰী (নেপালী অসমীয়া) উৎপল শৰ্ম্মা, প্ৰভাত শৰ্ম্মা, নকুল গগৈ, ভদ্ৰকৃষ্ণ গোস্বামী, টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, দ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, সোণাৰাম ভাজনী, যাদব গগৈ, বুধীন শইকীয়া, দীপেন বৰা, চিত্ৰলেখা বৰা, অতুল শৰ্ম্মা, মদনবেন্দ্ৰ নাথ ঠাকুৰ, আকাশী অমিয়া গন্ধীয়া, অজিত পাঠক, গোলাপ চন্দ্ৰ কাকতি, অচ্যুত শৰ্ম্মা, ক্ষীৰোদ গগৈ, মেৰাচ হুচেইন, ৰঞ্জিত ফুকন, অৰুণ শইকীয়া, মাজনী (আজিজা) আহমেদ ৰহমান, কমা গগৈ ৰাজকোৱঁৰ, খনিণ মৰাণ, চহিদুল হাচান বৰা, আকেলা খানম, তোৱেশ্বৰ শইকীয়া, ভূপেন শৰ্ম্মা, প্ৰেম নাৰায়ণ গোস্বামী, পুণেশ্বৰ গগৈ, লিলি ভট্টাচাৰ্য্য, ৰশ্মি ৰঞ্জন বৰুৱা, দীপক ভূঞা, হিতেন গগৈ, মিঙ্ক গোস্বামী, ৰাজু ভঁৰালী, মনালিচা ভট্টাচাৰ্য্য, গৰিমা কোৱঁৰ, দীপালি শইকীয়া কাকতি, জোনালী ভূঞা, দিলীপ বৰা, নুপুৰ বৰা, যোগ্যলতা দত্ত, মনু বৰগোহাঁই গগৈ, বিতুল শইকীয়া, বন্দনা দাস, অবনী দত্ত, শ্ৰীময়ী বৰা, বিজয়া ফুকন, মীনাক্ষী শৰ্ম্মা, উৎপল দাস, ছাহজাহান বৰবৰা।

ওপৰত উল্লেখ কৰা হৈছে যে, ডিগবৈৰ আগশাৰীৰ সাহিত্যিক সকলৰ ভিতৰত একোজন আছিল জগদীশ চন্দ্ৰ ফুকন, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, হিমেন বৰঠাকুৰ, যোগেন শৰ্ম্মা, উমানন্দ বৰুৱা। এতিয়া কোম্পানীৰ চাকৰি এৰি বেলেগ ঠাইত আছে।

প্ৰিয়নাথ দাস তালুকদাৰৰ প্ৰথমা কন্যা ডিগবৈৰ জীয়ৰী ফুল বৰা (গুৱাহাটী নিবাসী) এগৰাকী চুটি গল্প লিখিকা।

বঙালী ঃ— নিখিলেশ চৌধুৰী, দ্বিজেশ গুপ্ত, অনীল কুমাৰ ৰয় চৌধুৰী, বীৰেন্দ্ৰ নাথ তালুকদাৰ, মতিলাল দাস, বীণাপাণি ধৰ, নিৰ্মল চৌধুৰী, অৰুচী গুপ্ত, অমল মুখোপাধ্যায়, বিজয় ভট্টাচাৰ্য্য, ডাঃ নলিনাক্ষ চৌধুৰী, কল্যাণ আদিত্য, শৈলেশ চন্দ্ৰ দত্ত ৰায়, 'দিবাকৰ', অমিয় ভূষণ কৰ, পুষ্পিতা গুপ্ত, সত্য জীৱন পাল, মলয় ঘোষ, নাৰায়ণ বিশ্বাস, বিমল কৃষ্ণ ৰায়, সুব্ৰত কুমাৰ ঘোষ, দেবব্ৰত গুহ, মৃণাল পাল, দেবতোষ দাস, তুষাৰ ভট্টাচাৰ্য্য, প্ৰভাত কুমাৰ দে, বাবুল ভট্টাচাৰ্য্য, অজিত কৰ, দীপক কুমাৰ দাস, কমল ঘোষ, সুমিত সান্যাল, চন্দন নন্দী, সুশমল দাস, মৃণ্ময় দেব, অশোকানন্দ চক্ৰবৰ্ত্তী, অজয় গোস্বামী, অসীম চক্ৰবৰ্ত্তী, বিজয় দেবৰয়, পিনাকী ভট্টাচাৰ্য্য, মৃত্যুঞ্জয় দেব, উৎপল ভট্টাচাৰ্য্য, মৈত্ৰেয়ী ধৰ, বিদ্যুৎ ৰক্ষিত, ৰতন বড়ুয়া, অৰুণ বসু, সুব্ৰত কুমাৰ আদিত্য, স্বামী বোধস্বানন্দ পুৰী, অজিত দত্ত, ৰুদ্ৰদীপ সেন শৰ্ম্মা, পাৰ্থ সাৰথি দত্ত, খেলু মজুমদাৰ, প্ৰতীপ সেনগুপ্ত আদি।

হিন্দী-নেপালী ঃ— ভাবিলাল লামিচানে (নেপালী হিন্দী), ভগবান সিং, জীতেশ মৌৰ্য্য, সীতা ৰাম গুপ্ত, গীতা ছেত্ৰী, ড০ হৰে ৰাম পাঠক, ড০ ভাৰত ভূষণ মিশ্ৰ।

---

বিঃদ্ৰঃ—(১) মোৰ অজ্ঞান বশতঃ কোনো সাহিত্যিকৰ নাম বাদ পৰিলে ক্ষমা কৰে যেন।

(২) ডিগবৈ স্কুল কলেজৰ আলোচনীবোৰতো ছাত্ৰ-ছাত্ৰীসকলে লিখি আমাৰ সাহিত্য ভঁৰাল চহকী কৰিছে। তেওঁলোকৰ লিখনিৰ জৰিয়তে বহুতো ছাত্ৰ-ছাত্ৰীয়ে সাহিত্য প্ৰতিভাৰ চিনাকি দিছে। তেওঁলোকৰ নাম মই ইয়াত সন্নিবিষ্ট কৰিব নোৱাৰি দুঃখীত। তেওঁলোকক মাত্ৰ মোৰ আন্তৰিক শুভাশীষ জনাই ক্ষমা খুজিছোঁ।

(৩) ইয়াত সন্নিবিষ্ট কৰা নামবোৰ মোৰ জনাৰ বাহিৰতো ৺প্ৰিয় নাথ দাস তালুকদাৰৰ

'বাতৰি'ত প্ৰকাশিত 'সময়ৰ খোজত ডিগবৈ', জয়কান্ত গন্ধীয়াৰ 'যোগাচাৰ'ত প্ৰকাশিত 'ডিগবৈ সাহিত্যসেৱী সকলৰ চমু পৰিচিতি', শ্ৰীমতী চিত্ৰলেখা বৰাৰ 'ৰ'দালি'ত প্ৰকাশিত।

## বিভিন্ন বিষয়ত ডিগবৈ

ডিগবৈত সঙ্গীত, অভিনয়, চিত্ৰাঙ্কণ, ক্ৰীড়া আদি বিষয়তো বহু বছৰৰ আগৰ পৰাই চৰ্চা চলি আহিছে। 'ডিগবৈ ইণ্ডিয়ান ক্লাব' তথা 'ডিগবৈ ইণ্ডিয়া ক্লাব' এইবোৰ চৰ্চাৰ প্ৰথম আৰু প্ৰধান উৎস। পাচলৈ লাহে লাহে বিভিন্ন বিষয়ৰ নানা অনুষ্ঠান গঢ়ি উঠিছে। তাৰেই ফলশ্ৰুতি হিচাপে সংখ্যা বহুল কলামোদী, ক্ৰীড়ামোদী সমাজ এখনে গঢ় লৈছে। তলত বিভিন্ন বিষয়ৰ যোগ্যতা প্ৰদৰ্শন কৰা ন-পুৰণি ব্যক্তিসকলৰ তথা শিল্পী-ক্ৰীড়াবিদ সকলৰ নাম (সংগৃহীত) ডিগবৈৰ অনাগত ভৱিষ্যতৰ উত্তৰ পুৰুষসকলৰ সোৱঁৰণৰ কাৰণে লিপিবদ্ধ কৰা হ'ল।

## ডিগবৈৰ পুৰণি গায়ক-গায়িকা সকলৰ কেইগৰাকীমান

৩০ৰ দশকৰপৰা প্ৰথম অসমীয়া গায়ক আৰু তবলা বাদক আছিল শ্যামা চৰণ ৰায় (শ্যামা ওস্তাদ)। এওঁ গোৱালপাৰাৰ মানুহ আছিল। প্ৰাক্‌স্বাধীনতা যুগৰেপৰা ৫০ৰ দশকলৈ আন এজন অসমীয়া গায়ক আছিল তাৰিণী চৰণ কাকতি। কালী চৰণ সিং আৰু মমতা বানাৰ্জ্জী আছিল সেই সময়ত আগশাৰীৰ বঙালী গায়ক। ১৯৩৬ চনত এ,ও,চি,য়ে পঞ্চম জৰ্জ্জৰ ৰাজত্বৰ জুবিলি পাতিছিল। সেই উৎসৱত মমতা বানাৰ্জ্জীয়ে 'বন্দে মাতৰম' গীতটো পৰিবেশন কৰিছিল। সেই জুবিলি উৎসৱৰ নামেৰেই 'জুবিলি ফিল্ড' হৈছিল। ১৯৪০/৫০ দশকৰ গায়িকা লাবণ্য হাজৰিকা (দেৱী) ডিগবৈৰ প্ৰথম অনাতাঁৰ শিল্পী আছিল। এওঁ ডিব্ৰুগড়ৰ জীয়ৰী আছিল। দ্বিতীয় অনাতাঁৰ শিল্পী তাৰিণী চৰণ কাকতিৰ জ্যেষ্ঠ পুত্ৰ জ্যোতিৰ্ম্ময় কাকতি আৰু পাচত আন পুত্ৰসকল ক্ৰমে অনীল কাকতি, সুনীল কাকতি আৰু ভবানী কাকতিও অনাতাঁৰ শিল্পী হৈছে। (তেওঁলোক এতিয়া গুৱাহাটী - ডিব্ৰুগড়বাসী)।

**ডিগবৈৰ এম মিউজসকল** :—অজিত বানাৰ্জ্জী, শুভাশীষ ব্ৰহ্মচাৰী, প্ৰণতি ৰয়।

<u>বি, মিউজ</u> :—দুৰ্গেশ ব্ৰহ্মচাৰী, মনীন্দ্ৰ চন্দ্ৰ চৌধুৰী, সুবিমল চক্ৰৱৰ্ত্তী, ইন্দ্ৰ প্ৰসাদ সিং, লক্ষণ সোণাৰ, সুব্ৰত দাস, প্ৰভাত দে, ভবেশ দেবনাথ, মালবিকা মিশ্ৰ (দিল্লী দূৰদৰ্শনৰ গায়িকা), দীপালী ভূএগ (ভাজনি) (অনাতাঁৰ শিল্পী), কৃষ্ণা সেনগুপ্তা, ৰিমা চক্ৰৱৰ্ত্তী, শিখা বৰদলৈ, নয়নমণি বৰা, প্ৰাঞ্জলী বৰগোহাঁই, মৃদুলা গগৈ, ইন্দিৰা গগৈ, সৰ্ব্বানী ব্ৰহ্মচাৰী, অনুপম ভট্টাচাৰ্য্য, দলী গোস্বামী, চৈতালী চক্ৰৱৰ্ত্তী, ছবি সৰকাৰ, গীতাঞ্জলী বৰুৱা, মেঘদূত মজুমদাৰ আদি।

---

'অসমৰ সাহিত্যৰ পথাৰত ডিগবৈৰ শইচ' আৰু ৰতন বৰুৱাৰ ১৯৯৬ চনৰ ৯ জুনৰ সাপ্তাহিক 'সময় প্ৰবাহত প্ৰকাশিত 'বাংলা সাহিত্য চৰ্চা, ডিগবয়', ৰতন বৰুৱাৰ দ্বাৰা সম্পাদিত 'ষান্মাসিক পত্ৰিকা' 'উত্তৰণ' আৰু ছপা সংখ্যা 'যাত্ৰী'ৰ পৰা লোৱা হৈছে। তেখেতসকললৈ মোৰ কৃতজ্ঞতা থাকিল।

## প্ৰথম অসমীয়া গ্ৰামোফোন ৰেকৰ্ড গায়িকা

## লাবণ্য প্ৰভা হাজৰিকা (দেৱী)

৺লবাণ্য প্ৰভা হাজৰিকা বনাম লাবণ্য প্ৰভা দেৱী ডিগবৈৰ অসম অইল কোম্পানীৰ জ্যেষ্ঠ অগ্নি নিৰ্ব্বাপক বিষয়া নগেন্দ্ৰ লাল নাথৰ সহধৰ্ম্মিণী আছিল। বিয়া হোৱাৰ পাচত নাথ সম্প্ৰদায়ৰ পৰম্পৰা অনুযায়ী হাজৰিকাৰ সলনি দেৱী লিখিছিল। তেওঁ ডিব্ৰুগড়ৰ জীয়ৰী আছিল।



লাবণ্য হাজৰিকা ৯ম মান শ্ৰেণীত পঢ়ি থাকোঁতেই ১৯৩৬ চনত অসম সাহিত্য সভাৰ ডিব্ৰুগড় শাখাৰ বছেৰেকীয়া অধিবেশনত স্বৰচিত গীত গাই সমূহ দৰ্শকৰ লগতে কলিকতাৰ মেগাফোন কোম্পানীৰ প্ৰতিনিধি অজিত ৰায়কো আকৰ্ষণ কৰিছিল। ৰায়ৰ ইচ্ছানুক্ৰমে ডিব্ৰুগড়ৰ এন, কে, ঘোষে হাজৰিকাৰ কণ্ঠ পৰীক্ষা (Audition Test) কৰি ৰেকৰ্ডিঙৰ বাবে অনুমোদন কৰাত কলিকতালৈ গৈ মেগাফোন কোম্পানীত সঙ্গীত ৰেকৰ্ড কৰাৰ লগতে ভাৰতবৰ্ষৰ বিখ্যাত সঙ্গীতজ্ঞ ৺শচীন দেব বাৰ্ম্মা, কাজি নজৰুল ইচলাম, ভীষ্ম দেব চ্যাটাৰ্জ্জী আদিৰ সংস্পৰ্শলৈ আহিছিল। গীতসমূহ ৰেকৰ্ড কৰি অসমলৈ প্ৰত্যাবৰ্ত্তন কৰাৰ পাচত পোন প্ৰথমে বাগ্মীবৰ নীলমণি ফুকনে দেৱে এখন সভাত ৰাজহুৱা ভাবে সম্মান জনাই আশীৰ্ব্বাদ দিছিল।

প্ৰথম গীত দুটা আছিল ঃ— (১) 'পৰ্ব্বতৰ তলেদি ভৰা নৈ বৈ যায়' (২) 'হালিছে ঐ বেলৰে ডাল'।

বনকোৱঁৰ আনন্দি দাসৰ ৰচিত বৰাগী গীতৰ দুখন ৰেকৰ্ড সেই সময়ত অতি জনপ্ৰিয় হৈ পৰিছিল। গীত কেইটি আছিল—

(১) 'বা ঐ বৰাগী আকুল অনুৰাগী'

(২) 'বলীয়া কলীয়া কেলেই'

(৩) 'কুলিটি ঐ মাতিলি অমিয়া সুৰ'

(৪) 'লুইতৰ বুকুতে ঢৌটিৰ ওঁঠতে' ইত্যাদি।

১৯৩৬ চনৰ পৰা ১৯৪০ চনলৈকে মুঠ ২৪খন গীতৰ ৰেকৰ্ড কৰিছিল। সেই সময়ত অসমীয়া গায়িকা এগৰাকীৰ ই অভূতপূৰ্ব্ব সাফল্য বুলি ধৰা হৈছিল।

ডিগবৈৰ , অন্যান্য জনপ্ৰিয় গায়ক-গায়িকা ঃ— ৰুক্মিণ দেৱ, বাণী পাঠক, ৺হৰি ভূষণ মজুমদাৰ, লক্ষ্মী কান্ত চক্ৰৱৰ্ত্তী, সুকোমল ধৰ, গোলোক দত্ত, অমিয়া বৰকাকতি (বৰুৱা), সৰস্বতী প্ৰধান, চন্দ্ৰ কলা প্ৰধান, কমল গগৈ, শ্যামলী বৰ্দ্ধন, দীপালী চেতিয়া, অজন্তা শৰ্ম্মা, সুজাতা দাস (দত্ত)

(অনাতাঁৰ শিল্পী), ছায়াৰাণী শইকীয়া, প্ৰশান্ত শইকীয়া, জিতেন দেৱনাথ, গৌতম দত্ত, গৌতম চৌধুৰী, বিভূতি বৰুৱা, বিনীতা শইকীয়া, প্ৰণতি চৌধুৰী, কমী কলিতা, প্ৰদীপ গোহাঁই, শচীন গোস্বামী, সুনীল দাস, স্বৰ্ণালী বৰুৱা, টুলুমণি দত্ত (অনাতাঁৰ শিল্পী), নাৰ্গচিনা বেগম, অবিজিত দত্ত, যশোজিত পুৰকায়স্থ, দুলেশ্বৰ বৰা, নলিনী চক্ৰবৰ্ত্তী, ড০ কান্তেশ্বৰ ডেকা, প্ৰভাত শৰ্ম্মা, তপন গোহাঁই, চন্দন বৰুৱা, মহেশ শইকীয়া, দীপেন বৰা, সুৰঞ্জন দাস, প্ৰণামিকা গোস্বামী, বন্দিতা দত্ত, কবী বৰঠাকুৰ (দূৰদৰ্শন আৰু অনাতাঁৰ শিল্পী), বন্দনা খাটনিয়াৰ, প্ৰদ্যুৎ হাজৰিকা (এওঁ একাধাৰে সুৰকাৰ, গায়ক আৰু তবলা বাদককে ধৰি বিভিন্ন বাদ্যযন্ত্ৰী হিচাপে বিশেষ স্থান অধিকাৰ কৰি আছে)। উৎপল দাস, লোলেন শইকীয়া, সুবিমল চক্ৰবৰ্ত্তী, বনশ্ৰী ভাওয়াল, মমতা মণ্ডল, ছবি সৰকাৰ আদি।

## বিভিন্ন বাদ্য যন্ত্ৰৰ যন্ত্ৰীসকল

তবলা বাদকসকল :—নগেন চাংমাই, ভি, এচ, গিৰি, ওম প্ৰকাশ ৰাও, বিচু ভট্টাচাৰ্য্য, প্ৰদ্যুৎ হাজৰিকা, দেবাশীষ ব্ৰহ্মচাৰী, দেৱজ্যোতি চাংমাই, দেবাংশু দাস গোস্বামী, সুভাশীষ ব্ৰহ্মচাৰী, ড০ অজয় দুৱৰা, পবন ভট্টাচাৰ্য্য, বিনয় ধৰ, প্ৰদীপ দাস, প্ৰণব দে।

গীতাৰ বাদক :—৺চাৰ্লচ থমাচ, ব্ৰাওবৰ ৰয়, মজিদ ৰাজবংশী, যাদব বৰপূজাৰী, দিলীপ তামুলী, গুণীন বৰা, ৺মেকভি চেমা, দিলীপ ৰজবংশী, আলোক শইকীয়া, বিজুবান য়াচিন, অশোক খোচলা, প্ৰফুল্ল দাস (হাৱাইন গীতাৰ), তপন কুমাৰ দত্ত (হাৱাইন গীতাৰ), প্ৰসেনজিত শইকীয়া, [illegible] চেৰী।

চেতাৰ :—ডাঃ এন, কে, ভট্টাচাৰ্য্য, ৰমেশ ফুকন, অনুপমা শইকীয়া, গকুল দে, দীপাঞ্জলী চাংমাই, অমিতাভ মিশ্ৰ।

বেহালা :—জ্যোতি প্ৰসাদ দাস, শৈলেশ ৰঞ্জন লস্কৰ, অঙ্কিতা শৰ্ম্মা, কমা বৰুৱা।

বাঁহী :—ডাঃ দয়ানন্দ দুৱৰা (এতিয়া তিনিচুকীয়াত), তমাল ঘোষ, বিপুল বুঢ়াগোহাঁই, ভৰত থাপা, আৰ, টি, বড়ো।

মেণ্ডলিণ :—সজল ধৰ, অৰূপ ভাগৱতী, দিবাকৰ ভট্টাচাৰ্য্য, ৰুণি শৰ্ম্মা।

অৰুবদিয়ান :—মহেশ শইকীয়া, আৰ, এচ, নাথ।

ড্ৰাম :—বিনয় সিং, মুক্তালাল বৰকাকতি, লোকেন সিং, বিশ্বজিত শইকীয়া, চালনী বাল্মীকি।

চেম্বাৰ্কোন :—৺নন্দলাল সোণাৰ, উত্তম প্ৰধান, চক্ৰে চেৰী।

চিনথেচাইজাৰ :—কলী দাস।

সুৰকাৰসকল :—বিপ্লব ঘোষ, তপন গোহাঁই, ৺চন্দন বৰুৱা, প্ৰদ্যুৎ হাজৰিকা।

নৃত্য শিল্পীসকল :—হিমালী শইকীয়া, বেলা খাটনিয়াৰ, ৺মৌক্তিক সেনগুপ্ত, দীপশিখা হাজৰিকা, চন্দ্ৰিমা শৰ্ম্মা (ঠাকুৰ), স্মৃতি গোস্বামী, সৰ্বেশ্বৰ বৰা, জিতাৰ্থ তামুলী, সুমনা খাটনিয়াৰ, তাপস সেনগুপ্ত আদি।

শিশু শিল্পী :—নাৰ্গচিনা বেগম, ৰাজশ্ৰী লক্ষ্মী দত্ত আদি।

<u>ন-পুৰণি অভিনেতা অভিনেত্ৰীসকল</u> ঃ প্ৰেমদা ভূঞা, মুনীন ঠাকুৰ, এচ. টি. দাশগুপ্ত, এ.বি. দাশগুপ্ত, সুখেশ চৌধুৰী, দ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, মন্মথ গোস্বামী, অমৰ [illegible] সেন, সুখময় সেন, কৈলাশ বৰুৱা, [illegible] বেনাৰ্জী, এচ, কে, চেটাৰ্জী, অৰুণ [illegible] সেন, [illegible], দে, কাঞ্চন চৌধুৰী, দুৰ্গেশ্বৰ [illegible] গোস্বামী, [illegible] গগৈ, খগেন শৰ্ম্মা, লম্বোদৰ [illegible], ডি, টি, গুপ্ত, বাহুল বৰুৱা, তিনকড়ি চক্ৰবৰ্তী, [illegible] চৌধুৰী, সত্যমিত্ৰ, কীৰ্ত্তি খাটনিয়াৰ, শ্ৰীধৰ বৰঠাকুৰ, পুষ্প [illegible], মদন চৌধুৰী, লক্ষীনন্দন গগৈ, বেকিবুৰ ৰহমান, এ,কে,কে, নিজাম, বিচিত্ৰ দাস, জিতেন দত্ত, প্ৰবীণ বৰা, তৰুণ বৰুৱা, আবু হুচেইন, কৃষ্ণ ফুকন, সুৰেশ শৰ্ম্মা, হীৰালাল বৰকাকতি, পঙ্কজ গোস্বামী, পল্লব গোস্বামী, প্ৰশান্ত বৰা, জিতু [illegible] হেমেন দাস, ডাঃ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা, হিতেশ শৰ্ম্মা, ডাঃ নৰেশ্বৰ শৰ্ম্মা, ৰঞ্জিত দাস, জয়নাল আহমেদ, যদুমণি সেনচোৱা, পূৰ্ণ কোঁৱৰ, প্ৰভাত বৰা, চফিকুল হাচান বৰা, চহিদুল হাচান বৰা, ৰাজীৱ ৰাজকোঁৱৰ, ফুনু বৰগোহাঁই, দীপেন বৰা, প্ৰতিভা ঠাকুৰ, অনু দত্ত, ৰামু ভড়ালী, প্ৰাঞ্জলী বুঢ়াগোহাঁই, গীতাঞ্জলী হাজৰিকা, বিউটি বৰুৱা, বৰ্ষা ভূঞা, জয়া দিহিঙিয়া, শ্ৰীময়ী বৰা, প্ৰতিভা বৰুৱা, বিনীতা ভড়ালী, গীতুমণি দাস, বৰ্ণালী শইকীয়া, মুক্তি দাস আদি।





আৰু আছিল বীৰেন মুখাৰ্জ্জী, সুখেন বসু, গোপীকা চক্ৰবৰ্ত্তী, ব্যোম কেশ চক্ৰবৰ্ত্তী, নিখিল চৌধুৰী, বিজয় ভট্টাচাৰ্য্য, সুনীল চৰকাৰ, অচিন্ত্য বাণাৰ্জ্জী, চিন্ময় [illegible], স্বৰ্ণা দত্ত, ননী কাকতি, সুবল [illegible] আদি।

[illegible] ঠাকুৰ আৰু প্ৰতিভা ঠাকুৰ চলচিত্ৰ শিল্পী আৰু পল্লব গোস্বামী, পঙ্কজ গোস্বামী দূৰদৰ্শন শিল্পী।

[illegible] আছিল কে, বি, কানুগো।

## <u>সুকুমাৰ কলা School of Fine Arts</u>

বিবেকানন্দ বিদ্যালয়ৰ অধ্যক্ষ তাৰিণী মোহন [illegible] উত্তৰ [illegible] প্ৰথম বিবেকানন্দ বিদ্যালয়ত চিত্ৰ অংকনৰ পাঠ্যক্ৰম প্ৰবৰ্ত্তন কৰা হৈছিল। শিক্ষক আছিল জে, এন, দাস আৰু সহকাৰী আছিল অমিত সেন। এওঁলোকৰ যত্নতেই বিবেকানন্দৰ [illegible] চিত্ৰকলাৰ প্ৰতি আকৰ্ষিত হৈছিল। তাৰে ভিতৰত [illegible] আছিল [illegible]। [illegible] কলিকতা আৰ্ট কলেজত



উচ্চ শিক্ষা লাভ কৰি এজন যশস্যাশালী চিত্ৰ-কলাকাৰ ৰূপে প্ৰতিষ্ঠা লাভ কৰিছে।

জে, এন, দাস যোবাৰ পাচত তাৰিণী মোহন দাশ গুপ্তই শ্ৰীচন্দন নন্দীক মতাই আনি বিবেকানন্দৰ আৰ্ট শিক্ষক হিচাপে নিয়োগ কৰিছিল। নন্দীয়ে ডিগবৈত প্ৰথম 'School of Fine Arts" নামেৰে অনুষ্ঠান এটি প্ৰতিষ্ঠা কৰি, বহুতো ইচ্ছুক ছাত্ৰ-ছাত্ৰীক শিকাই আছে।

১৯৭৮, ১৯৭৯, ১৯৮১ আৰু ১৯৮৪ চনত কলিকতাৰ Accademy of Fine Artsত ১৯৮৭ চনত ৱিয়াত, ১৯৮৯ চনত গুৱাহাটীৰ State Art Gellaryত আৰু ১৯৯৫ চনত নতুন দিল্লীৰ ললিত কলা একাডেমীত প্ৰদৰ্শিত তেওঁৰ একক প্ৰদৰ্শনি উচ্চ প্ৰশংসিত হৈছে। এতিয়ালৈকে বিভিন্ন প্ৰদৰ্শনিত তেওঁৰ ৩০খন মান কাল্পনিক চিত্ৰই যথেষ্ট সমাদৰ পাইছে। নন্দীৰ দ্বাৰা অনুপ্ৰাণিত হৈ নিম্ন লিখিত ডেকা সকলেও চিত্ৰ কলাত মুখ জিলিকাব পাৰিছে।

কল্যাণ দাস, অমূল্য বৰুৱা, অসীম পুৰকায়স্থ, গৌতম বানাৰ্জী, আশীষ শীল, পাৰ্থ সাৰথি দত্ত, বিদ্যুৎ বৰুৱা, মনিকান্ত চৌধুৰী আদি। এওঁলোকৰ ভিতৰতে অসীম পুৰকায়স্থই পাচত শান্তি নিকেতনত শিক্ষা লৈ বৰ্ত্তমান দিল্লীত আছে। বিদ্যুৎ বৰুৱাই গুৱাহাটী আৰ্ট কলেজত শিক্ষা লাভ কৰি আছে।



ডিগবৈৰ দুজন ডেকা শিল্পীয়ে ডিগবৈৰ সীমা পাৰ হৈ অসম আৰু অসমৰ বাহিৰতো সুনাম কঢ়িয়াবলৈ সমৰ্থ হৈছে।

১। শ্ৰীসুৰজিত দেব, D.F.A., BANGIA SANGEET PARISHAD, CALCUTTA, 91 বৰ্ত্তমান ডিগবৈৰ দিল্লী পাবলিক স্কুলৰ শিক্ষক।

তেওঁ তলত দিয়া প্ৰদৰ্শনিবোৰত নিজৰ চিত্ৰ প্ৰদৰ্শন কৰি দৰ্শকৰ দ্বাৰা প্ৰশংসিত হোৱাৰ উপৰিও ১৯৯৪ চনত মুম্বাইৰ DELTA FANS ASSOCIATIONৰ দ্বাৰা আয়োজিত চিত্ৰ প্ৰদৰ্শনিত তেওঁৰ চিত্ৰই পূৰ্ব্বাঞ্চলৰ সৰ্ব্বশ্ৰেষ্ঠ চিত্ৰ হিচাপে পুৰস্কৃত হৈছে

| | | | |
|---|---|---|---|
| Assam | Guwahati State Art Gallery | Solo | 1992 |
| Mumbai | Appolo Art Gallery | Group | 1992 |
| Delhi | Triveni Art Gallery | Group | 1995 |
| Assam | Guahati State Gallery | Solo | 1996 |
| Delhi | Lalit Kala Academy | Solo | 1998 |

And Various Group Exhibition in Assam.



২। পাৰ্থ সাৰথি দত্ত, B.Com, B.Ed., V.F.A., ডিগবৈৰ লিট্‌ল ষ্টাৰ স্কুলৰ শিক্ষক আৰু এজন প্ৰথিত যশা উদীয়মান কবি সাহিত্যিক। ১৯৯৭ চনত স্বৰচিত কবিতা প্ৰতিযোগিতাত উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত প্ৰথম হৈ ত্ৰিপুৰা আৰাধনা সাংস্কৃতিক পুৰস্কাৰ পাইছে।

তেওঁ ডিগবৈত বিভিন্ন সময়ত চিত্ৰ প্ৰদৰ্শনি পতাৰ বাহিৰেও ১৯৯৭ চনত গুৱাহাটীৰ State Art Galleryত তেওঁৰ একক (Solo) চিত্ৰ প্ৰদৰ্শন কৰি কেনেদৰে প্ৰশংসিত হৈছিল তাৰ বিৱৰণ ১৯৯৮ চনৰ এপ্ৰিল জুন মাহৰ Volume No. L. বাতৰিত এনেদৰে ওলাইছে—

Place does not matter, for true art forms to find expression. Shri Parthasarathi Dutta, a talented artist from the small town of Digboi recently recived rave reviews at Guwahati where he held a Solo Exhibition of his paintings. The exhibition held at the Guwahati State Art Gallery, displayed 27 of Shri Dutta's paintings. Some of his work titled "Child Life", "Lady with Cats", "Alone", "Morning & Evening", "The Lost Way" and "The Truth" received notable appreciation from the viewers. Also present at the Exhibition were noted artists of Assam. Shri Prasenjit Dowarah, Shri Nil Paban Barua, Shri Tarun Dowerah, Shri Debananda Ulup and Shri Simanta Jyoti Barua who congratulated Shri Partha sarathi Dutta on his work and provided him with encoruragement.

The Batori team also congratulated Shri Parthasarathi Dutta."

আনন্দৰ কথা যে ভাৰতৰ স্বাধীনতাৰ স্বৰ্ণ জয়ন্তী উপলক্ষে "Avantika"ৰ দ্বাৰা অনুষ্ঠিত 7th All India Art Exhibition, ১৯৯৯ত ছবি প্ৰদৰ্শনৰ কাৰণে শ্ৰীদত্ত আমন্ত্ৰিত হৈছে আৰু তেওঁ Merit Certificate পোৱা বুলি ঘোষণা কৰিছে।

শিল্পীকা আৰ্ট স্কুল (Silpika Art School) শ্ৰীপাৰ্থ সাৰথি দত্ত আৰু শ্ৰীসুৰজিত দেবৰ দ্বাৰা ১৯৯১ চনৰ ১৬ মে তাৰিখে এ, ও, ডি, উচ্চতৰ মাধ্যমিক স্কুলত প্ৰতিষ্ঠিত। "A Sunday Art School conducted in the AOD HS School premises. Silpika aims to provide more opportunities to the Digboi youngsters in the creative arts.

The School will provide diploma course under the university of Rabindra Bharati and Nikhil Bharat Sangeet Parisad under the guidance of two qualified teachers Shri Surajit Deb and Shri Parthasarathi Dutta.

## খেল আৰু খেলুৱৈসকল

১৯২০ চন মানৰ পৰাই ডিগবৈত ফুটবল আৰু ক্ৰিকেট খেলৰ প্ৰবৰ্তন হৈছিল। ১৯২৩ চনৰ ২৩ আগষ্ট তাৰিখে বিকানীৰী খেল পথাৰত প্ৰথম বাৰৰ বাবে ইউৰোপীয়ান আৰু ভাৰতীয় সকলৰ



মাজত ক্ৰিকেট খেল অনুষ্ঠিত হৈছিল। খেলত ভাৰতীয় দলটোৱে জয় লাভ কৰিছিল। এই দিনটো হেনো ডিগবৈৰ বাইজৰ কাৰণে প্ৰথম স্মৰণীয় দিন আছিল। দৰ্শকেৰে খেল পথাৰ ভৰি পৰিছিল।

ফুটবল বৰ জনপ্ৰিয় খেল আছিল। একাউন্টচ্‌, ইঞ্জিনিয়াৰিং ফিল্ডচ আদি বিভিন্ন বিভাগৰ ফুটবলৰ দলসমূহে নিজ নিজ বিভাগৰ হৈ প্ৰতিযোগিতা মূলক ফুটবল মেচ খেলিছিল। ১৯৩২ চনৰ প্ৰাপ্য তালিকা অনুসৰি সেই সময়ৰ পাকৈত খেলুৱৈ আছিল বি, আচাৰ্য্য; অমৰ সিং; আৰ, চক্ৰবৰ্ত্তী; অনিমেশ; গিৰিণ সিং; জে, পি, গিলচ; এ, চি, নাইডু; মহেন্দ্ৰ দত্ত; এইচ, কে, নাগ; জি, চি, খাচনবিশ; সুশীল দত্ত; জি, চি, দাস; আৰ, বৰা; এচ, বৰা; উমাকান্ত মেচ; মনজুদ্দিন; এচ, চক্ৰবৰ্ত্তী; এচ, এন, দাস; আৰ, ৰাণা; ইউ, চি, বানাৰ্জ্জী; এম, এন, বৰা; এচ, বৰঠাকুৰ; জি, কাকতি; এচ খান আদি।

ইয়াৰ পিচৰ চাম আছিল এচ. এন. বিশ্বাস, কে. চি. দাস, কে. পুৰুষোত্তম, এম. চৌধুৰী, পি. দত্তৰায়, এম. দাস, এচ. এণ্টনী, এচ. ভৌমিক, এ. বৰঠাকুৰ, এ. চি. সাহা, এচ আৰ. ঘোষ, ধৰণী, এন. চেতিয়া, অনীল ভট্টাচাৰ্য্য, অনীল ৰায়, মণি মুখাৰ্জ্জী, পি. এন. দাস, জেমচ বৰা, বি. চি. গোহাঁই, নৰেশ ৰায়, মুকলেচুৰ ৰহমান, চিত্ৰ ৰক্ষিত, মোহিনী চৌধুৰী, অনীল চক্ৰবৰ্ত্তী, করুণা চক্ৰবৰ্ত্তী, সমৰেন্দ্ৰ দাস, আৰ. এন. বোস, কোষ্টাৰ, সুভাষ নাথ, সাধন ৰায়, ৰবীন্দ্ৰ দাস, হৰি কান্ত বৰা,



উইলিয়াচ চোহতাম, নন্দ চৰণ দত্ত, লালু ধন থাপা, ৰবীন্দ্ৰ নাথ সিং, বুদ্ধদেব দত্ত, দীন নাথ পেগু, হোণ্ডেন আদি।

এটা সময়ত একাউন্টচ্‌ৰ দলটো শ্ৰেষ্ঠ দল আছিল। মোহিনী চৌধুৰী আৰু লালু চৌধুৰীৰ চেন্টাৰ ফৰওৱাৰ্ডত দেখুৱা খেলৰ কৌশল, চেন্টাৰ হাফত জে. চি. দাসৰ (কুমুদ চন্দ্ৰ দাস) খেল আৰু এচ, বৰঠাকুৰে (শৰৎ চন্দ্ৰ বৰঠাকুৰ) প্ৰদৰ্শন কৰা গোল কিপাৰৰ দক্ষতাই দৰ্শকক মুগ্ধ কৰিছিল

কৰিছিল।

১৯৫৭ চনত দীন নাথ গগৈ সৰ্ব্বোৎকৃষ্ট 'বডি বিল্ডাৰ' (ডিগবৈত) আছিল। ফুটবল আৰু হকিও খেলিছিল।

## টেনিচ খেলুৱৈ

১৯৫৮ চনৰ প্ৰাপ্ত তালিকা অনুযায়ী এ, ও, চি, টেনিচ খেলুৱৈসকল—বি. এন. বৰুৱা, এ. কে. দাশগুপ্ত, আৰ. আৰ. ভট্টাচাৰ্য্য, এ. এচ. চৌধুৰী, এচ. সিং, এম. জি. মেনন, আৰ. জি. মহাজন, যোগেন দাস. এচ. আৰ. পাল, কে. কে. নন্দী, আৰ. কে. বৰুৱা, আৰ. এন. বোস, বি. কে. নাথ, পি. এন. দাস, ডাঃ ডি. কে. দত্ত, এ. কে. শৰ্ম্মা, কে. বি. আয়াৰ, এম. কে. বৰুৱা, ৰঞ্জিত বৰুৱা, চি. চৌধুৰী, ডি. বি. ৰাও, পি. ৰাজখোৱা, জে. কে. মজুমদাৰ, এচ. চলিহা, কে. বি. কানুগা, কে. পুৰুষোত্তম, এ. এচ. চৌধুৰী, এম. ডি. মেনন, ই. জি. বাৰিক, ড০ বি. এচ. সুব্ৰামনিয়াম, এ. বি. দাশগুপ্ত, এচ. এন. বিশ্বাস আদি।

## ক্ৰিকেট খেলুৱৈ সকল

এম. আৰ. চোপ্ৰা, কে. বি. কানুগা, এম. বালকৃষ্ণ, কে. চি. ৰয়, এম. কে. নন্দী, এচ. এন. বিশ্বাস, ডি. বি. ৰাও, জে. কে. মজুমদাৰ, বি. কে. নাথ, পি. ৰাজখোৱা, এম. এন. দত্ত, এন. ডি. মহান্ত, এম. খান, এন. মুখাৰ্জ্জী আদি।

## হকি খেলুৱৈ সকল

শম্ভু দাস, মহন্তাবুদ্দিন, মাৰ্চেল পিনাক, বাবুধন, ডি. এন. চক্ৰবৰ্ত্তী, এ. এন. ঠাকুৰ, আৰ. দাশগুপ্ত, জি. চি. চক্ৰবৰ্ত্তী, সত্যেন ৰায়, সাধন ৰয়, এইচ. এল. ওৱাৰ্ড্সেন, ডব্লিউ. এ. এম. শ্যেৰমেন, এচ. এন. বিশ্বাস, পি. দত্তৰায়, এন. চেতিয়া, জতিন্দা, লাল সিং, লালুধন থাপা, এচ. এন. বিশ্বাস (সৰু), ডি. এন. চক্ৰবৰ্ত্তী, ধনী আদি।

## ব্যাডমিণ্টন খেলুৱৈ সকল (১৯৫৪)

বি. এন. বৰুৱা, ভাবেশ চৌধুৰী, আৰ. আৰ. ভট্টাচাৰ্য্য, আৰ. এম. চক্ৰবৰ্ত্তী, ৰঞ্জিত বৰুৱা, আৰ. এন. বোস, পি. এন. দাস, বি. কে. নাথ, এম. কে. বৰুৱা, সাধন ৰয়, দিলীপ সেনগুপ্ত, বুদ্ধদেব দত্ত, এ. কে. শৰ্ম্মা, কে. কে. বৰুৱা আদি।

৫০ৰ দশকতে কোনোবা এটা বছৰত (সম্ভৱতঃ ১৯৫৬ চনত) ডিগবৈ তেল কোম্পানীৰ ক্ৰিকেটৰ দল এটাই চিলঙৰ দলৰ লগত চিলঙত বন্ধুত্ব সুলভ খেল এখন খেলিছিল। ডিগবৈৰ দলটোক প্ৰতিনিধিত্ব কৰিছিল :—

কে. পুৰুষোত্তম, এম. কে. বৰুৱা, আৰ. এন. সাহানা, এ. ডি. বানাৰ্জ্জী, কে. বি. কানুগা, এইচ. বানাৰ্জ্জী, পুৰুৱা, জে. ভট্টাচাৰ্য্য, এম. ডলিমুদ্দীন, আৰ. চক্ৰবৰ্ত্তী, পি. মায়ালঙ, এম. এইচ. দত্ত।

'অসম অইল'ৰ টেনিচৰ দলটোৱে ১৯৬৯ চনত নাজিৰাত, ১৯৭০ চনত গুৱাহাটী আৰু ১৯৭১ চনত দুলিয়াজানত খেলি OIL Industries Sports Association Tennis Championship" লাভ কৰিছিল। খেলুৱৈ সকল আছিল—এম. কে. বৰুৱা, দি. দাস, বি. এচ. সুব্ৰামণিয়াম, এচ. চি. ভৌমিক।

## ১৯৫৬ চনৰ A.O.C. XI Foot Ball Team

বাৰ্নেট, লালুধন থাপা, ৰঞ্জিত বৰুৱা, হৰি কান্ত বৰা, বীৰেণ ভূঞা, সুভাষ নাথ, দীন গগৈ, তৰুণ তপন ৰয়, সাধন ৰয়, মণিৰুদ্দিন ইচলাম, কবীন্দ্ৰ দাস, ৰজনী বৰদলৈ, কে. কে. বোস, ৰণেশ চক্ৰবৰ্ত্তী, 'এডওৱাৰ্ড, এ. কে. সূত্ৰধৰ, গোপাল চক্ৰবৰ্ত্তী, বীৰ বাহাদুৰ।

১৯৫৫ চনত অম্বেশ্বৰ বৰগোহাঁয়ে 'A.O.C. Employees Sports'ত ভাৰোত্তোলনত প্ৰথম হৈছিল।

## ডিগবৈৰ মুখ উজ্জ্বল কৰা কেইগৰাকীমান খেলুৱৈ তথা ক্ৰীড়াবিদ



*কাইজ আহমদ ঃ* Arm Wrestlingত Assam State Championshipত ১৯৮৪ চনত ধুবুৰীত দ্বিতীয়, ১৯৮৫ চনত ধুবুৰীত প্ৰথম, ১৯৮৬ চনত ডিব্ৰুগড়ত প্ৰথম, ১৯৮৭ চনত গুৱাহাটীত প্ৰথম, ১৯৮৮ চনত তেজপুৰত প্ৰথম, ১৯৮৯ চনত গুৱাহাটীত প্ৰথম, ১৯৯১ চনত হাফলঙত প্ৰথম, ১৯৯২ চনত যোৰহাটত প্ৰথম, ১৯৯৩ চনত সৰু পথাৰত প্ৰথম, ১৯৯৪ চনত সোণাৰীত প্ৰথম, ১৯৯৫ চনত ডেৰগাঁৱত প্ৰথম, ১৯৯৬ চনত গুৱহাটীত প্ৰথম হৈছিল।

***National Championship***

১৯৮৪ চনত মধ্য প্ৰদেশত প্ৰথম, ১৯৮৬ চনত ইম্ফলত দ্বিতীয়, ১৯৮৭ চনত গুৱহাটীত প্ৰথম, ১৯৮৮ চনত দিল্লীত প্ৰথম, ১৯৯১ চনত কেৰালাত চতুৰ্থ, ১৯৯২ চনত গুৱহাটীত প্ৰথম, ১৯৯৩ চনত লক্ষ্ণৌত দ্বিতীয় আৰু ১৯৯৫ চনত চিলঙত প্ৰথম হৈছিল।

***World Championship***

১৯৮৬ চনত কলিকতাত প্ৰথম, ১৯৮৭ চনত ইংলেণ্ডত প্ৰথম, ১৯৮৮ চনত চুইডেনত তৃতীয় আৰু ১৯৮৯ চনত এথেন্সত তৃতীয় স্থান পাইছিল।

*মিৰ্জা জামাল হুচেইন ঃ* ডিগবৈলৈ অহাৰ আগতে ১৯৩১ চনত গুৱহাটী মহাৰাণা ক্লাবৰ হৈ কলিকতাত I.F.A. Shield ফুটবল খেলিছিল। ১৯৪২, ১৯৪৩ আৰু ১৯৪৪ চনত সন্তোষ ট্ৰফিত খেলিছিল। ১৯৪৯ চনত কলিকতাৰ মহমেডান স্পোৰ্টিং ক্লাবৰ হৈ খেলিছিল। ১৯৫০ চনত ডিগবৈত

এ, ও, টি,ৰ চাকৰিত সোমাইছিল। ১৯৫১, ১৯৫২ আৰু ১৯৫৩ চনত অসম দলৰ কেপ্টেইন হৈ কলিকতাত সন্তোষ ট্ৰফিত খেলিছিল। ১৯৫৪ চনত অসম অইল কোম্পানীৰ Employees Annual Sportত খেল প্ৰতিযোগিতাত সোণৰ পদক পাইছিল। ১৯৮১ চনত তিনিচুকীয়াৰ ৰঘুনাথ ভূএগ্ৰা ফুটবল খেলৰ মুখ্য অতিথিৰ সন্মান পাইছিল।

*এচ, যোচেফ :* ১৯৬০ চনৰ সদৌ অসম টেবুল টেনিচৰ শ্ৰেষ্ঠ খেলুৱৈ হৈছিল।

*আৰ. এচ. গোস্বামী :* বিহাৰ আৰু উৰিষ্যাত খেলিবৰ কাৰণে 'অসম ক্ৰিকেট টিম'ৰ কেপ্টেইন নিৰ্বাচিত হৈছিল।

*সুৰজিত চলিহা :* কলম্বোত অনুষ্ঠিত জাতীয় টেবুল টেনিচ খেলত অসমক প্ৰতিনিধিত্ব কৰিছিল।

*পি. কাকতি :* ত্ৰিবান্দ্ৰম, জামচেদপুৰ, উৰিষ্যা, লক্ষ্নৌ আৰু দিল্লীত আন্তঃ ৰাজ্যিক বেডমিণ্টন প্ৰতিযোগিতাত 'অসম বেডমিণ্টন টিম'ৰ হৈ খেলিছিল। ১৯৬৫ চনত নতুন দিল্লীত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় বেডমিণ্টন টুৰ্ণামেণ্টত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ খেলিছিল।

*অৰিন্দম কোৰ্বৰ :* ১৯৯২ চনত কহিমাত আন্তঃ ৰাজ্যিক বেডমিণ্টন টুৰ্ণামেণ্টত অসমৰ হৈ খেলিছিল।

১৯৯৩ চনত হায়দৰাবাদত অনুষ্ঠিত National School Gamesত আৰু আগৰতলাত আন্তঃৰাজ্যিক বেডমিণ্টন প্ৰতিযোগিতাত অসমৰ হৈ, বিহাৰৰ দেওঘৰত আন্তঃ বিশ্ববিদ্যালয় বেডমিণ্টন প্ৰতিযোগিতাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ খেলিছিল।

১৯৯৪ চনত 'ইৰোড' (Erode)ত যুটীয়া বেডমিণ্টন প্ৰতিযোগিতাত আৰু বোম্বেত জুনিয়ৰ জাতীয় বেডমিণ্টন প্ৰতিযোগিতাত অসমৰ হৈ খেলিছিল।

১৯৯৫ চনত আগৰতলাত 'North Eastern Festival Badminton Compitition'ত, চিকিমত আন্তঃ ৰাজ্যিক বেডমিণ্টন প্ৰতিযোগিতাত, আইজলত 'Junior National Badminton Compitition'ত আৰু জামচেদপুৰত 'Senior National Badminton Competitionত খেলিছিল।

*ৰণধীৰ নন্দী :* ১৯৭১ চনত আহমেদাবাদত অনুষ্ঠিত সদৌ ভাৰত আন্তঃ ৰাজ্যিক "Athletic Meet'ত, অসম ৰাজ্যিক Athletic Teamক প্ৰতিনিধিত্ব দিছিল।

১৯৬৮ চনত জবলপুৰ (মধ্যপ্ৰদেশ) আৰু ১৯৬৯ চনত কটকত (উৰিষ্যা) অনুষ্ঠিত সদৌ ভাৰত আন্তঃবিশ্ববিদ্যালয় Athletic Meetত আৰু ফুটবল খেলত আন্তঃবিশ্ববিদ্যালয় Athletic Meetত আৰু ফুটবল খেলত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰতিনিধি আছিল।

১৯৭০ চনত কলিকতাত অনুষ্ঠিত Athletic আৰু ফুটবল খেলতো অংশগ্ৰহণ কৰিছিল।

১৯৮২ চনত বৰোদাত অনুষ্ঠিত PSCB ক্ৰিকেট টুৰ্ণামেণ্টত 'OIL XI' Cricket Team'ক প্ৰতিনিধিত্ব কৰিছিল। ইয়াৰ পাচতো O.N.G.C. (শিৱসাগৰ), I.O.C. (গুৱাহাটী), OIL (দুলিয়াজান) আৰু AOC (ডিগবৈ)ত অনুষ্ঠিত Oil Industries Sports Association Toumamentত AOC XIৰ হৈ খেলিছিল।

*হৰেণ বৰুৱা :* ১৯৯৫ চনত কটকত অনুষ্ঠিত 7th East Zone Jr. Athletic Meetত অসম

ৰাজ্যিক Junior Athletic Team (১৮ বছৰৰ তলৰ) হৈ খেলি ল'ৰাৰ 'Shot Put'ত ৰূপৰ পদক পাইছিল। ১৯৯৫ চনত নতুন দিল্লীত অনুষ্ঠিত Inter Zonal Junior Athletic Meetৰ East Zone Junior Athletic Team ৰ হৈ খেলি ৫ম স্থান পাইছিল।

১৯৯৫-৯৬ চনত ডিব্ৰুগড বিশ্ববিদ্যালয়ৰ "Inter College Athletic Meetত "Record" কৰিছিল।

***পবিত্ৰ ভূঞা*** **:** ১৯৮৫ চনত বিহাৰত অনুষ্ঠিত ৬ষ্ঠ দশ All India Rural Sports Competitionত 'Javelin Throw"ত প্ৰথম হৈছিল।



[redacted]

১৯৮৭ চনত গুৱাহাটীত অনুষ্ঠিত ত্ৰিত্ৰিংশ National School Gamesত 'Shot Put' ত তৃতীয় হৈছিল।

১৯৯৫ চনত ত্ৰিপুৰাত "Discuss Throw"ত তৃতীয় আৰু "Javelin Throw"ত তৃতীয় হৈছিল। ১৯৮৫-৮৬ চনত গোৱালপাৰাত অনুষ্ঠিত ৬ষ্ঠ দশ Inter District Athletic Meetত 'Javelin throw'ত প্ৰথম আৰু 'Shot Put'ত দ্বিতীয় হৈছিল।

১৯৯২-৯৩ চনত ডিব্ৰুগড়ত অনুষ্ঠিত একত্ৰিংশ Assam Amature Athletic Meetত 'Javelin Throw'ত তৃতীয় হৈছিল। ১৯৯৪-৯৫ চনত তিনিচুকীয়াত অনুষ্ঠিত দ্বিত্ৰিংশ 'Assam Inter District Athletic Championship'ত 'Javelin Throw'ত দ্বিতীয় হৈছিল।

১৯৮৫ চনত মিৰ্জাত অনুষ্ঠিত পঞ্চদশ Assam State Rural Sports Competitionত 'Javelin throw'ত আৰু 'Shot Put'ত দ্বিতীয় হৈছিল।

এইবোৰৰ বাহিৰেও (১) ১৯৮৫ চনত গুৱাহাটীত অনুষ্ঠিত Inter National Yuba Festivalত পঞ্চম, (২) ১৯৮৮ চনত মাদ্ৰাজত 'Petroleum Sports Central Board'ত দ্বিতীয় (৩) ১৯৮৯ চনত ডুলিয়াজানত প্ৰথম, (৪) ১৯৯০-৯১ চনত বৰোদাত প্ৰথম, (৫) ১৯৯৩ চনত বোম্বেত All India Public Sector Athletic Meet ত পঞ্চম আৰু (৬) ১৯৯৫-৯৬ চনত নতুন দিল্লীত 'Javelin Throw'ত প্ৰথম আৰু 'Shot Put'ত তৃতীয় হৈছিল।

***বিপুল কুমাৰ দাস*** **:** ১৯৭৮ চনত 'Inter State Footaball Tournament'ত Assam State Jr. Football Teamৰ প্ৰতিনিধিত্ব কৰিছিল আৰু ১৯৮৩ চনত Inter University Football Tournamentত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ হৈ খেলিছিল।

***দিলীপ গগৈ*** **:** ১৯৭৮ চনত Assam State Jr. Football Teamৰ প্ৰতিনিধিত্ব কৰি Inter State Football Tournamentত খেলিছিল।

***ৰঞ্জন গগৈ*** **:** ১৯৮৫-৮৬ চনত Inter University Football Tournamentত Dibrugarh University Football Teamৰ প্ৰতিনিধিত্ব কৰিছিল আৰু খেলিছিল।

১৯৮৭ চনত Inter State Football Tournamentৰ Jr. Assam Football Teamৰ

হৈ খেলিছিল।



*বিৰিঞ্চি কুমাৰ শৰ্মা ঃ* বেনাৰচ বিশ্ববিদ্যালয়ৰ Cricket, Badminton আৰু Table Tennis ৰ 'COLOUR' holder আছিল। কলেজৰ ক্ৰিকেট আৰু বেডমিণ্টনৰ Captain আছিল। ১৯৬৮ চনত Institute of Technologyৰ শ্ৰেষ্ঠ খেলুৱৈ (Best Sports Man) আৰু Cricket, Badminton আৰু Table Tennisৰ "COLOUR" holder আছিল।

*শুভদীপ ঘোষ ঃ* কোচ বিহাৰত "Assam Cricket Team"ৰ প্ৰতিনিধিত্ব কৰিছিল। ১৯৯১ চনত কটকত Cricket Trophy পাইছিল আৰু ১৯৯০-৯১ চনত বেনাৰচত Inter University Cricket খেলত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰতিনিধিত্ব কৰিছিল।

*কুমাৰী মেখলা বৰুৱা ঃ* ১৯৮৯ চনত হাৰিয়ানাৰ মতিলাল স্কুলৰ ছাত্ৰী হিচাপে যোগদান কৰি All India School Sportsত সাঁতোৰ প্ৰতিযোগিতাত পদক পাইছিল। All India Eventত ২টা পদক পাইছিল।

*বিদিশা বৰুৱা ঃ* ১৯৬৪ চনত গুৱাহাটী সন্দিকৈ কলেজৰ Best Girl Athletic হৈছিল।

*সুশীল কুকন ঃ* পটিয়ালাৰপৰা ফুটবল প্ৰশিক্ষণৰ ডিপ্লোমা প্ৰাপ্ত এজন খেলুৱৈ। ১৯৮২-৮৩ চনত Santosh Trophy Football Tournamentত অসম ৰাজ্যিক ফুটবল দলৰ অধিনায়ক হৈ খেলিছিল। ১৯৭৫-৭৮ লৈ তিনিবাৰ অসম জুনিয়ৰ দলৰো প্ৰতিনিধিত্ব কৰিছিল।

*শিৱব্ৰত নাথ (বকুল নাথ) ঃ* অসমৰ হৈ সন্তোষ ট্ৰফীত খেলিছিল। কলিকতাৰ ভাতৃ সঙ্ঘ আৰু মোহনবাগান ক্লাবৰ হৈ খেলিবলৈকো সুযোগ পাইছিল। এওঁলোকৰ বাহিৰেও শেখৰ দাস, বিপুল কুমাৰ দাস, গিৰিণ গগৈ, প্ৰণৱ কুমাৰ গগৈ, দুলাল শইকীয়া আদিয়ে অসমৰ জুনিয়ৰ দলক প্ৰতিনিধিত্ব কৰিছিল।

*ডিগবৈৰ আন কেইগৰাকীমান আগশাৰীৰ ফুটবল খেলুৱৈ ঃ* শৈলেন বিশ্বাস, কনক বৰুৱা, সুভাষ নাথ, জেমচ বৰা, চিত্ৰ ৰক্ষিত, বদন গোহাঁই, এণ্টনী, হৰিকান্ত বৰা, তৰুণ তপন ৰায়, সদানন্দ বৰুৱা, অশোক পুৰকায়স্থ, বীৰেন সিং, সাধন ৰয়, মনিৰুল ইচলাম, অমৰ ঠাকুৰ, ৰঞ্জিত বৰুৱা, ৰবীন্দ্ৰ দাস, লালুধন থাপা, শেখৰ দাস, শেখৰ দে, নন্দলাল থাপা, গঙ্গা বাহাদুৰ সোনাৰ, অজয় সূত্ৰধৰ, ভুটো থাপা আদি।

*১৯৩০ চনত উজনি অসমৰ ভিতৰত আৰু ইংলেণ্ডৰ ফুটবল খেলুৱৈ দলৰ কেইজনমান ঃ* নিয়াবে, তিনিজন টি প্লেণ্টাৰ (নাম পোৱা নাই), নিচবেট, গ্ৰে, উলিয়ামচন, ব্ৰেইডউড, বাৰ্গচ, স্কট, কেৰী, ষ্ট্ৰেইন।

*ইউৰোপীয়ান হকি খেলুৱৈ (মহিলা সহ) ঃ* গিলেস্পি, স্কট, কিড, ৰুইচ, পেটাৰচন, কিলবাৰ্ণ, হোগেন, নিয়াবে, ব্ৰেইডউড, বাৰ্গচ, উলিয়ামচন, বোপাৰ, মিচ মেকএলিষ্টাৰ, ষ্ট্ৰেইন, লেডী বোপাৰ, মেকএলিষ্টাৰ, এমডাইবোৰ্ড আদি।

*নন্দলাল থাপা ঃ* ডিব্ৰুগড় জিলা Athletic Teamৰ হৈ খেলি ৫০০০ আৰু ১০,০০০ মিটাৰ দৌৰত

দ্বিতীয় হৈছিল। ১৯৬৮, ১৯৬৯, ১৯৭০ আৰু ১৯৭১ চনত Oil Industries Sports Association দ্বাৰা অনুষ্ঠিত ক্ৰমে গুৱাহাটী, নাজিৰা, ডুলিয়াজান আৰু ডিগবৈত ১০০ মিটাৰ ১৫০০ মিটাৰ দৌৰত অসম অইল কোম্পানীৰ হৈ খেলি দ্বিতীয় স্থান পাইছিল। ডুলিয়াজানলৈকে দিয়া চাইকেল দৌৰতো পুৰস্কৃত হৈছিল। ১৯৬২ চনৰ পৰাই ক্ৰমে Independence Day Football Tournament, Durgar Shield, Bordoloi Trophy, A.T.P.A. Football Tournament A.O.C. XIৰ হৈ খেলি সুনাম আনিছিল।

*দেৱাশীষ সিং ঃ* ১৯৯৩ চনত ডিব্ৰুগড়ত Inter University Cricket Tournamentত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ হৈ খেলিছিল। ১৯ বছৰৰ তলৰ তিনিচুকীয়া জিলা Cricket Teamৰ হৈ জে. কে. বৰুৱা ক্ৰিকেট টুৰ্ণামেণ্ট খেলিছিল। ১৯৯৫ চনত আন্তঃ জিলা ক্ৰিকেট খেলত তিনিচুকীয়া জিলা Sr. Cricket দলৰ হৈ খেলিছিল।



*দীপক বানাৰ্জী ঃ* ১৯৬২ চনত অসম স্কুল ফুটবল দলৰ হৈ গুৱাহাটীত বৰদলৈ ট্ৰফি ফুটবল টুৰ্ণামেণ্ট খেলিছিল।

১৯৬২ চনত বাৰ্ণপুৰত অনুষ্ঠিত প্ৰথম আন্তঃ ৰাজ্যিক জুনিয়ৰ ফুটবল টুৰ্ণামেণ্টত অসম ৰাজ্যিক ফুটবল দলৰ কেপ্তেইন আছিল। ১৯৬৪ চনত ডিব্ৰুগড়ত অনুষ্ঠিত N.F. Railway Inter District Football Tournamentৰ ডিব্ৰুগড় জিলা ৰেলওৱে ফুটবল দলৰ হৈ খেলিছিল আৰু দ্বিতীয় স্থান পাই Runover পাইছিল। সেই চনতে ধুবুৰীত গুৱহাটী বিশ্ববিদ্যালয়ৰ আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টত ডিব্ৰুগড়ৰ কানৈ কলেজৰ হৈ খেলিছিল আৰু সৰ্ব্বশ্ৰেষ্ঠ খেলুৱৈৰ সন্মান লাভ কৰিছিল। আকৌ সেই একে চনতে এলাহাবাদত Inter University Football টুৰ্ণামেণ্টত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ খেলিছিল। ১৯৬৪ চনতেই ডিব্ৰুগড়ত আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত ডিব্ৰুগড় জিলাৰ হৈ খেলিছিল আৰু Champion হৈছিল। সেই বছৰতে আকৌ গুৱহাটীত অনুষ্ঠিত সন্তোষ ট্ৰফি ফুটবল টুৰ্ণামেণ্টত অসম ৰাজ্যিক ফুটবল দলৰ হৈ খেলিছিল আৰু ১৯৬৭-৭২ চনলৈ AOC XI Football Teamৰ 'Footballer' আছিল।

তদুপৰিও "Best Athlet of H.H.S.K. College, Dibrugarh 1964, Best Thrower of Ashutosh College, Calcutta in 1965, Shot Put record holder of Dibrugarh University 1970 to 1975, Shot Put Bronge Madel in Assam Olympic in 1971. Represented AOC Athletic Team in Oil Industries Sports Association Meet from 1968 to 1971.

***N. C. C. (Air Wings)***

১৯৬০ চনত নতুন দিল্লীত অনুষ্ঠিত Republic Day Ceremonyৰ পেৰেডত অসমৰ Air Wing NCCৰ হৈ যোগাদন কৰিছিল।

১৯৬১ চনত বৰঝাৰত অনুষ্ঠিত বছেৰেকীয়া NCC কেম্পৰ Parad Commander আছিল।

১৯৯১ চনত যোৰহাটত অনুষ্ঠিত উজনি অসম ফুটবল টুৰ্ণামেণ্টত শ্ৰেষ্ঠ খেলুৱৈ, শ্ৰেষ্ঠ ভলিবল খেলুৱৈ হোবাৰ সন্মান লাভ কৰিছিল। ফুটবল আৰু ক্ৰিকেট খেলিছিল।

তেওঁ এজন দ্বিতীয় শ্ৰেণীৰ ফুটবল ৰেফাৰী। ডিফুত হোৱা সদৌ অসম আন্তঃজিলা ফুটবল মেট্চত অসম ফুটবল এচেচিয়েচনৰ ব্যৱস্থাপনাত হোৱা প্ৰথম শ্ৰেণীৰ ফুটবল মেট্চ আৰু ডুমডুমা আৰু তিনিচুকীয়াত হোৱা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আন্তঃকলেজ ফুটবল প্ৰতিযোগিতাৰ তদাৰকী কৰাৰ কাৰণে তেওঁ Supervisor মনোনীত হৈছিল।

***National Tennis***

ভাৰতৰ National Lawn Tennis Associationৰ দ্বাৰা ডিগবৈত অনুষ্ঠিত National Lawn Tennis Competitionৰো তেওঁ Supervisor আছিল।

বোম্বে, কলিকতা আৰু হাইদৰাবাদত অনুষ্ঠিত Petroleum Sports Central Boardৰ দ্বাৰা আয়োজিত টেনিচ টুৰ্ণামেণ্টত তেওঁ খেলিছিল।

১৯৯৫-৯৬ চনত গুৱাহাটীত অনুষ্ঠিত Inter Refinery Sports Meetত Veterun Tennis Competitionত তেওঁ দ্বিতীয় হৈছিল।

১৯৯৫-৯৬ চনত নতুন দিল্লীত Petroleum Sports Board Athletic Meet ত 'Shot Put' খেলত প্ৰথম হৈছিল।

১৯৬৮ চনত ডুমডুমাত Inter School Competitions, ১৯৭৮-৭৯ৰ ৪০০ মিটাৰ ৰিলে Raceত, Assam Olympicত লক্ষীমপুৰৰ (৪×৪০০ মিটাৰ) Relay Raceত, ১৯৮০ চনত PSCBত (৪ ×৪০ মিটাৰ Relay Raceত সোণৰ পদক পাইছিল।

১৯৯৬ চনত National Veterun Team ৰ (৪০ বছৰৰ ওপৰ বয়সৰ) হৈ হাৰিয়ানাত যোগ দি ১০০ মিটাৰ দৌৰত আৰু Long Jumpত প্ৰথম আৰু ২০০ মিটাৰ দৌৰত দ্বিতীয় হৈছিল। ১৯৯৬ চনত কৰ্ণাটকত National Gamesতো খেলিছিল। এইবোৰৰ বাহিৰেও নানা ঠাইত নানা খেলত ভাগ লৈ আহিছে। মুঠতে গোটেই জীৱনটোৱেই যেন খেলময়।



*এচ, দাস ঃ* ১৯৬৮ চনত ডুমডুমাত Inter School Competitions ত সোণৰ পদক পাইছিল। ১০০, ২০০ আৰু ৪০০ মিটাৰ দৌৰত, Hop Step, Long Jump আৰু ৪/১০০ Relay Raceত প্ৰথম হৈছিল। ডিব্ৰুগড়ত Inter District Competitionsত দ্বিতীয় হৈছিল।

১৯৬৯-৭০ চনত ক্ৰমে বোকাখাট আৰু গোলাঘাটত, ১৯৭৩ চনত নলবাৰীত তিনিচুকীয়া জিলাৰ হৈ খেলিছিল। ১৯৭৪ চনত চিলঙত আৰু ১৯৭৬ চনত লক্ষীমপুৰত Senior District Football মেচত খেলিছিল।

১৯৭৮ আৰু ৭৯ চনত Assam Olympicত খেলি সোণৰ পদক পাইছিল। ১৯৮০ চনত। ত খেলি সোণৰ পদক পাইছিল। ১৯৭৫ চনত Veterun Team (৪০ বছৰৰ

ওপৰ) খেলত খেলি ১০০, ২০০ মিটাৰ দৌৰত দ্বিতীয় আৰু Long Jump, Relay Raceত প্ৰথম হৈছিল। হাৰিয়ানাত অনুষ্ঠিত Nation's Veterun Teamৰ খেলত অসমৰ হৈ খেলিছিল। ১৯৯৬ চনত (৪৫ বছৰৰ ওপৰ খেলত) ১০০ মিটাৰ দৌৰ আৰু Long Jumpত প্ৰথম, ২০০ মিটাৰত দ্বিতীয় হৈছিল। ১৯৯৬ চনত কৰ্ণাটকত National Gamesত খেলিছিল।



***এচ, কে, দত্ত গুপ্ত*** **:** ১৯৬৬-৬৭ চনত ডিব্ৰুগড়ত অনুষ্ঠিত Inter District School Football আৰু Inter District School Atheletic Meetত খেলিছিল। ১৯৬৮-৬৯ চনত যোৰহাটত অসমৰ Inter College খেলত (ফুটবলত) Champion হৈছিল। ১৯৬৯ৰ পৰা ১৯৮৪ চনলৈকে Indian Airforceৰ হৈ খেলিছিল।

১৯৭৩ চনত পুনেত অনুষ্ঠিত Services Athletic Meetত Air Forceৰ হৈ খেলিছিল। ১৯৭৩ৰ পৰা ১৯৭৬লৈ দেশৰ বিভিন্ন ঠাইত হোৱা Service Tournament বোৰত Air Forceৰ ফুটবল টিমৰ হৈ খেলিছিল।

১৯৭৪ চনত আফগানিস্থানৰ কাবুলত অনুষ্ঠিত 5th Nation Inter National Tournamentত ভাৰতীয় Service ফুটবল টিমৰ হৈ খেলিছিল।

১৯৯০-৯১ চনত পাটিয়ালাৰ National Institute of Sportsত ফুটবল Coachৰ স্নাতক পাঠ্যক্ৰম সম্পূৰ্ণ কৰিছিল। ১৯৯৪ চনত ডিব্ৰুগড়ত আৰু ১৯৯৫ চনত নগাঁৱত অনুষ্ঠিত All Assam Veterun Athletic Meetত ডিব্ৰুগড় জিলাৰ হৈ খেলিছিল।

***পংকজ তামুলী*** **:** ১৯৯৫ চনত ত্ৰিপুৰাত অনুষ্ঠিত বিজয় মাৰ্চেন্ট ক্ৰিকেট টুৰ্ণামেন্ট আৰু কোচবিহাৰত অনুষ্ঠিত ক্ৰিকেট টুৰ্ণামেন্টত জুনিয়ৰ অসম ক্ৰিকেট দলৰ হৈ খেলিছিল। ১৯৬৬ চনত বৰপেটাত (১৬ বছৰৰ তলত) আন্তঃ জিলা টুৰ্ণামেন্টত খেলিছিল।

***ৰাজীৱ হাজৰিকা*** **:** ১৯৯৪ চনত বিজয়বাড়াত অনুষ্ঠিত ৮ম Mini Badminton Championshipত খেলিছিল।

১৯৯৫ চনত ডিব্ৰুগড়ত আৰু ১৯৯৬ চনত শিৱসাগৰত অনুষ্ঠিত সদৌ অসম Mini - Sub Junior Inter District Badminton Championship খেলত খেলিছিল।

***[illegible]*** **:** ১৯৯৬ চনত আন্তঃ জিলা ক্ৰিকেট টুৰ্ণামেন্টত (১৬ বছৰৰ তলৰ) তিনিচুকীয়া জিলাৰ হৈ খেলিছিল।

***টংকেশ্বৰ বৰা*** **:** ১৯৭১ চনত ডিব্ৰুগড় জিলা Athletic দলৰ হৈ Assam Olympic ত খেলিছিল। ১৯৯৫ আৰু ১৯৯৬ চনত সদৌ অসম Veterun Athletic Meetত Javelin, Shot Put আৰু Discuss Throwত [illegible]। ১৯৯৫ চনত হাৰিয়ানাত আৰু মহীশূৰত Assam Veterun [illegible]

*দীন গগৈ ঃ* ১৯৫৭ চনত যোৰহাটত অনুষ্ঠিত উজনি অসম স্কুল টুৰ্ণামেণ্টত শৰীৰ প্ৰদৰ্শন প্ৰতিযোগিতাত সৰ্বোত্তম (Best Body)ৰ পুৰস্কাৰ পাইছিল। ১৯৫৭ চনত বাস্কেটবলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ খেলিছিল।

*সাধন বৰা ঃ* ১৯৫৩ আৰু ১৯৫৪ চনত ডিব্ৰুগড় জিলা ফুটবল দলৰ হৈ খেলিছিল। বেডমিণ্টন, হকি আৰু ক্ৰিকেটৰ জিলা ভিত্তিক খেলুৱৈ আছিল।

*এ, কে, সূত্ৰধৰ ঃ* ১৯৬৪ চনত আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ডিব্ৰুগড় জিলাৰ হৈ খেলি Champion হৈছিল।

*অশোক পুৰকায়স্থ ঃ* ১৯৬৪ চনত আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ডিব্ৰুগড় জিলাৰ হৈ খেলি Champion হৈছিল।

*বীৰেণ ভূঞা ঃ* ডিগবৈ, শিৱসাগৰ আৰু গুৱাহাটীত O.I.S.A. Meetত অসম অইল কোম্পানীৰ বেডমিণ্টন টিমৰ হৈ খেলি ১৯৬৭ আৰু ১৯৬৮ চনত Champion হৈছিল।

১৯৬২ চনত নগাবঁতঅনুষ্ঠিত Independence Day Football Tournamentত AOC XI Football Teamৰ হৈ খেলি ৩য় স্থান লাভ কৰিছিল।

*ৰশ্মি ৰঞ্জন বৰুৱা ঃ* Chess (দবা) খেলৰ খেলুৱৈ আছিল। ১৯৯২ চনত পুনেত অনুষ্ঠিত Chess খেলৰ National 'B' ChampionShipত খেলিছিল। ১৯৯২ চনত গুৱাহাটীত Talaram Bafna Memorial All Assam Lighting Chess প্ৰতিযোগিতাত খেলি ৫ম স্থান পাইছিল।

১৯৯৩ চনত নামৰূপত North East Chess Championshipত তৃতীয় হৈছিল। ডিগবৈত All Assam Chess Championshipত ত্ৰয়োদশ স্থান পাইছিল আৰু ১৯৯৫ চনত শিৱসাগৰত পঞ্চদশ স্থান পাইছিল।

*Wrestlingত যোগেন্দ্ৰ পাটোৱাৰী ঃ* তলত দিয়া খেলবোৰত অসমৰ হৈ যোগদান কৰিছিল।

১৯৮৯ এথেন্স (Athens) ত অনুষ্ঠিত World Arm Wrestling, ১৯৯০ কটকত National Arm Wrestling আৰু হাষ্টনত (Haston Taxas) অনুষ্ঠিত World Arm Wrestling, ১৯৯১ চনত হাফলঙত অনুষ্ঠিত সদৌ অসম প্ৰতিযোগিতাত আৰু কেৰেলাৰ কোচিনত National Arm Wrestling প্ৰতিযোগিতাত যোগদান কৰিছিল। ১৯৯২ চনত যোৰহাটত আৰু ১৯৯৩ চনত সৰু গথাৰত সদৌ অসম প্ৰতিযোগিতাত যোগদান কৰিছিল।



*সাধন দত্ত ঃ* ১৯৭৩ আৰু ১৯৭৭ চনত ক্ৰমে মৰিগাওঁ আৰু কাৰবি আংলঙত আন্তঃ জিলা জুনিয়ৰ ফুটবল, ১৯৭৮ ৰ পৰা ১৯৮১ লৈ শিৱসাগৰত আৰু ১৯৮২ চনত ডিব্ৰুগড়ত আন্তঃ জিলা ফুটবল খেলত খেলিছিল। ডিব্ৰুগড়ত Runners Up পাইছিল। ১৯৮৪ আৰু ১৯৮৫ চনত ক্ৰমে মৰিগাওঁ

আৰু শিৱসাগৰত চিনিয়ৰ আন্তঃ জিলা ফুটবল মেটচ্ খেলিছিল।

Inter Refinery Sports Meetত ১৯৮৫ চনত ২০০ মিটাৰ দৌৰত ৰূপৰ পদক, ১৯৮৬ আৰু ১৯৮৭ চনত ৪০০ মিটাৰ দৌৰত সোণৰ পদক, ১৯৮৮ চনত ৪০০ মিটাৰ দৌৰত ব্ৰঞ্জৰ পদক, ১৯৮৯ আৰু ১৯৯০ চনত ২০০ মিটাৰ দৌৰত সোণৰ আৰু ৪০০ মিটাৰ দৌৰত ৰূপৰ পদক পাইছিল।

১৯৮১ চনত ডুলীয়াজানত PSCB Athleticsত ৪০০ মিটাৰ দৌৰত ব্ৰঞ্জৰ পদক পাইছিল।

১৯৮২-৯৬লৈ এ,ও,চি, টিমৰ হৈ PSCBৰ Athletic আৰু ফুটবল খেলত যোগ দিছিল।

***দিগন্ত ফুকন (Arm Wrestling) :*** ১৯৮৭ চনত লণ্ডনত World Arm Wrestlingত 65 Kg. Catত দ্বিতীয় হৈছিল।

১৯৮৯ চনত এথেন্সত অনুষ্ঠিত World Arm Wrestlingত, ১৯৯০ চনত কটকত National Arm Wrestlingত আৰু ইউ, এচ, এ, ত XI World Arm Wrestlingত, ১৯৯১ চনত কেৰেলাৰ কোচিনত National Arm Wrestlingত, ১৯৯১ আৰু ১৯৯২ চনত All Assam Drug Power Lifting Camp আৰু ১৯৯৪-৯৫ চনত All Assam Arm Wrestlingত যোগদান কৰিছিল।

***ৰবি হাজৰিকা :*** ১৯৯৫-৯৬ চনত মাদ্ৰাজৰ ভিষাখাপট্টমত ৯ম Mini Badminton National Championship আৰু ১৯৯৫ চনত গুৱাহাটীত ছাত্ৰিংশ Inter District আৰু All Assam Open Badminton Championshipত খেলিছিল।



***শ্ৰীমতী অকণ্মা দাস :*** এ,ও,চি, হাস্পাতালৰ এগৰাকী নাৰ্চ, বিবাহিতা, সন্তানৰ মাক। অসম অইল ডিভিজনৰ কৰ্মচাৰীসকলৰ বছেৰেকীয়া খেল প্ৰতিযোগিতাত শ্ৰীমতী দাসে ১৯৮৭ চনৰ পৰা প্ৰতি বছৰে Javelin Throw আৰু Shot Putত সৰ্বোৎকৃষ্ট খেলুৱৈৰ সন্মান লাভ কৰি থকাৰ উপৰিও ১৯৯৫-৯৬ চনৰ ডিচেম্বৰ মাহত তেজপুৰত অনুষ্ঠিত All Assam Veteran Athletic Meetৰ Javelin

পাইছিল। ১৯৯৭ চনত কানপুৰত অনুষ্ঠিত National Veteran Athletic Championshipত সোণৰ পদক পাইছিল। ইয়াৰ বাহিৰেও দক্ষিণ আফ্ৰিকাত হবলগীয়া আগত International Veteran Athletic Meetত ভাৰতক প্ৰতিনিধিত্ব কৰিবলৈ নিৰ্বাচিত হৈছে। মহিলাৰ খেল জগতত শ্ৰীমতী দাসৰ কৃতিত্বত ডিগবৈবাসী নিশ্চয় গৌৰবান্বিত।

***শ্ৰীমতী নিৰুপমা দাস :*** ১৯৯৫-৯৬ চনত নগাঁৱত Veteran Athlet Meetত ১০০ মিটাৰ দৌৰত ৩য় স্থান লৈ ব্ৰঞ্জৰ পদক, ২০০ আৰু ৪০০ মিটাৰত দ্বিতীয় হৈ ৰূপৰ পদক পাইছিল। তদুপৰি মহীশূৰতো ১৯৯৬ চনত Veteran Meetত যোগ দিছিল।

[illegible] ২-৯১ তাৰিখে নতুন দিল্লীত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰিক Athletic

Meetত যোগ দিছিল। ১৯৯১ চনত আইজালত অনুষ্ঠিত Jr. National School Gamesত খেলিছিল।

*শ্ৰীমতী লাৱণ্য মজুমদাৰ ঃ* ১৯৯৫-৯৬ চনত নগাৱঁত Veteran Athletic Meetত Javelin আৰু Discuss Throwত দ্বিতীয় হৈছিল। ১৯৯৬ চনত মহীশূৰৰ National Athletic Meetতো যোগ দিছিল।

**All Assam National Arm Wrestling Championship 1996**

*ল'ৰাৰ দলত ঃ* ৱাহিদ আহমদ ৫০ কেজিত দ্বিতীয়, দিগন্ত ফুকন ৭৫ কেজিত তৃতীয় আৰু দেৱাশীষ সিংহে ৯০ কেজিত দ্বিতীয় হৈছিল।

*ছোৱালীৰ দলত ঃ* ৰবী দাস আৰু ইফিস্কা বেগমে ৪৫ কেজিত ক্ৰমে তৃতীয় আৰু চতুৰ্থ স্থান পাইছিল। অমিয়া বৰগোহাঁই ৫০ কেজিত প্ৰথম হৈছিল।

বেগম জাহানাৰা হাচিনা আৰু ৰঞ্জনা শইকীয়াই ৫৫ কেজিত ক্ৰমে তৃতীয় আৰু চতুৰ্থ স্থান পাইছিল।

উমা চাংমাইয়ে ৬০ কেজিত তৃতীয় স্থান, মুনুমনি বৰুৱাই ৭৫ কেজিত তৃতীয় স্থান আৰু কুমাৰী বেগমে ৮০ কেজিত দ্বিতীয় স্থান পাইছিল।

*বিঃদ্ৰঃ*—উল্লেখনীয় যে Assam Championship আৰু National Championship দুয়োটাতে অমিয়া বৰগোহাঁই প্ৰথম হৈছিল।

*শ্ৰীমতী অমিয়া বৰগোহাঁয়ে Arm Wrestlingত দেখুওৱা কৃতিত্ব ঃ*— ১৯৯১ চনত ৩ আগষ্টত হাফলঙত তৃতীয়, ১৯৯২ চনৰ ১০ মেত যোৰহাটত প্ৰথম, ১৯৯৩ চনৰ ৩০ মেত সৰুপথাৰত প্ৰথম, ১৯৯৪ চনৰ ৫ জুনত সোণাৰীত প্ৰথম, ১৯৯৫ চনৰ ২১ মেত দেৰগাৱঁত প্ৰথম, ১৯৯৬ চনৰ ২৩ জুনত গুৱাহাটীত প্ৰথম, ১৯৯৭ চনৰ ২১ চেপ্তেম্বৰত কৰিমগঞ্জত প্ৰথম, ১৯৯৮ চনত ধেমাজিত দ্বিতীয় হৈছিল।



আন্তঃ ৰাজ্যিক প্ৰতিযোগিতাতো ১৯৯৩ চনৰ ২৭ জুনত লক্ষ্ণৌত দ্বিতীয়, ১৯৯৪ চনত ২৬ জুনত জলন্ধৰত দ্বিতীয়, ১৯৯৫ চনৰ ২০ আগষ্টত চিলঙত প্ৰথম, ১৯৯৬ চনৰ ৩১ আগষ্টত গুৱাহাটীত প্ৰথম, ১৯৯৭ চনৰ ২৬ অক্টোবৰত জবলপুৰত তৃতীয় হৈছিল।

শ্ৰীমতী বৰগোহাঁই ১৯৯৩ চনত কানাডা, ১৯৯৪ চনত চুইডেন আৰু ব্ৰাজিলত খেলিবলৈকো নিৰ্বাচিত হৈছিল। কিন্তু আৱশ্যকীয় সুবিধাৰ অভাৱত বিশেষকৈ আৰ্থিক অভাৱৰ কাৰণে যাব নোৱাৰিলে।

*ব্যায়ামবীৰ নগেন্দ্ৰ লাল নাথ ঃ*

নগেন্দ্ৰ লাল নাথ ৩০ আৰু ৪০ ৰ দশকত অসমৰ এজন নামজ্বলা ব্যায়ামবীৰ আছিল।

ভাগ্যক্ৰমে তেখেত অসম তেল কোম্পানীত প্ৰথমতে সহকাৰী অগ্নি নিৰ্ব্বাপক বিষয়া হিচাপে আৰু পাচত জ্যেষ্ঠ বিষয়া হিচাপে অগ্নি নিৰ্ব্বাপক বাহিনীত কাম কৰিছিল। তেখেতৰ যোগ্যতাৰ দুই এটা উদাহৰণ দিয়া হ'ল—

১৯৩৫ চনত 'Kamrup Olympic'ত তেখেতে চলন্ত মটৰ গাড়ী ধৰি ৰখা, বুকুৰ ওপৰেৰে ৩টন ওজনৰ 'Road Roller' পাৰ কৰা খেল গুৱাহাটীত দেখুৱাই 'ব্যায়ামবীৰ' উপাধি পাইছিল।

১৯৩৮ চনত ডিব্ৰুগড়ত অনুষ্ঠিত ভাৰ উত্তোলনত ৩০০ পাউণ্ড ওজন উঠাই 'Mr. Strong Man of Assam' উপাধি পাইছিল।

স্বৰ্গীয় লোকপ্ৰিয় গোপী নাথ বৰদলৈদেৱে তেখেতৰ শাৰীৰিক শক্তিৰ প্ৰদৰ্শনবোৰ চাই 'IRON MAN' উপাধি দিছিল।

১৯৪৭ ৰ পৰা ১৯৫৮ লৈকে এ,ও,চি, বছেৰেকীয়া খেল প্ৰতিযোগিতাত ২৫৬ পাউণ্ডলৈকে ভাৰ উত্তোলন কৰি 'ৰেকৰ্ড' কৰিছিল।

ডিগবৈতো তেখেতে (ক) বুকুৰ ওপৰেৰে ২ টনৰ ৰোলাৰ পাৰ কৰি দেখুৱাইছিল। (খ) ৩/৮ ইঞ্চিৰ ৩ ডাল লোৰ ৰড একেলগে তেখেতৰ কণ্ঠেৰে বেঁকাকৰি দেখুৱাইছিল।



***অগ্নি নিৰ্ব্বাপক বাহিনীৰ জ্যেষ্ঠ বিষয়া কমলাকান্ত নাথ :*** 'ব্যায়ামবীৰ' নগেন্দ্ৰ লাল নাথ আৰু অসমৰ এগৰাকী যশস্বী গায়িকা লাবণ্য প্ৰভা হাজৰিকা (দেৱী)ৰ পুত্ৰ। এওঁ ১৯৯৬ চনৰ ২৬ জানুৱাৰীৰ গণতন্ত্ৰ দিবসত ৰাষ্ট্ৰপতি পদক পোৱা ভাৰতৰ তেল উদ্যোগৰ একমাত্ৰ ব্যক্তি। ১৯৬৬ চনত ভাৰতীয় বায়ু সেনাত (I.A.F) এজন পুলিচ হিচাপে সোমাই ১৯৬৯ চনত সৰ্ব্ব ভাৰতীয় বাচনি পৰীক্ষাত উত্তীৰ্ণ হৈ নাগপুৰত 'নেশ্যনেল ফায়াৰ চাৰ্ভিচ কলেজৰ পৰা Sub Fire Officer প্ৰশিক্ষণ শেষ কৰি ১৯৮৫ চনত নাগপুৰৰ পৰাই Fire Officer আৰু Instructor Course কৰি Fire Engineeringত ডিপ্লোমা আৰু ১৯৮৯ চনত Course of Divisional Fire Officer যোগ্যতাৰে সম্পূৰ্ণ কৰিছিল। ১৯৯১ চনত Institute of Fire Engineer- [redacted] ৪ চনত I.E.E.(U.K.)ৰ পৰা ভাৰতীয় শাখাৰ জৰীয়তে Fire Engineeringত স্নাতক ডিগ্ৰী লৈছিল। ১৯৬৯ চনত ১০ম আসাম চিনিয়ৰ N.C.C. বেটেলিয়নৰ হৈ নতুন দিল্লীত Contingency Paradeত যোগ দিছিল আৰু ১৯৯০ চনৰ ১৫ আগষ্টত Contingency Paradeত মেডেল পাইছিল।

***প্ৰথম অসমীয়া মহিলা পেৰাচুটাৰ জলি বৰা :*** Indian Expressৰ ২৩-১০-৭৫ তাৰিখৰ সংখ্যাত Assam Tribune কাকতৰ ২৭-১০-৭৫ তাৰিখৰ সংখ্যাত, অসম বাণীৰ ৩১-১০-৭৫ তাৰিখৰ



সংখ্যাত আৰু দৈনিক অসমৰ ১০-১১-৭৫ তাৰিখৰ সংখ্যাকে ধৰি অসম আৰু অসমৰ বাহিৰৰ বিভিন্ন বাতৰি কাকতত ডিগবৈৰ জীয়ৰী ডলি ৰয় নৰ্থ ইষ্টাৰ্ণ ৰিজিয়নৰ প্ৰথম অসমীয়া মহিলা পেৰাট্ৰুপাৰ হোৱাৰ খবৰটো ওলাইছিল। নবেম্বৰ সংখ্যাৰ 'বাতৰি'তো সুন্দৰকৈ বাতৰিটো পৰিবেশন কৰা হৈছিল।

তেনেহ'লে সঁচাকৈয়ে ভাৰতৰ পূব মূৰৰ এচুকত থকা ৰ হোৱালী এগৰাকীয়ে প্ৰথম অসমীয়া মহিলা পেৰাট্ৰুপাৰ হোৱাৰ সন্মান অৰ্জ্জন কৰিলে। অজানিত ভাবেই বুকুখন গৌৰৱত ফুলি উঠিছিল।

'পিতৃ পুৰুষৰ ধৰ্ম্মই নেৰক' কথাষাৰ ডলিৰ গাত খাটিছিল। ডলিৰ পিতৃ শ্ৰীগজেন ৰয় ১৯৪৩ চনত ভাৰতীয় বিমান বাহিনীৰ এজন কৰ্পোৰেল হিচাপে যোগ দি ৮নং স্কোৱাড্ৰনৰ লগত ভাৰতৰ আৰু ব্ৰহ্মদেশৰ বিভিন্ন ঠাইত সেৱা আগবঢ়াইছিল। ১৯৪৭ চনত সেই চাকৰি এৰি আহি পাচত ডিগবৈত অসম অইল কোম্পানীৰ টেলিফোন এক্‌চেঞ্জ হিচাপে কাম কৰি বৰ্ত্তমান অৱসৰ জীৱন যাপন কৰিছে। শ্ৰীৰয়ৰ দেউতাক ৺খগো ৰাম ৰয় আৰু দদায়েক ৺বঙ্গ নাথ ৰয়ে সৈন্য বিভাগত কাম কৰি প্ৰথম মহাযুদ্ধৰ সময়ত মধ্য প্ৰাচ্য আৰু উত্তৰ আফ্ৰিকাত যুদ্ধৰ অভিজ্ঞতা সঞ্চয় কৰিছিল। ৰয়ৰ উক্ত দদায়েক ৺বঙ্গ নাথ ৰয়ৰ ল'ৰা ৺ভবেশ ৰয় আৰু মাহীয়েকৰ ল'ৰা ডাঃ তৰণী ৰয় ক্ৰমে ইম্ফল আৰু চিঙ্গাপুৰত প্ৰাণত্যাগ কৰিছিল।

ডলি কলেজৰ জাতীয় শিক্ষাৰ্থী বাহিনীৰ আণ্ডাৰ অফিচাৰ আছিল। ১৯৭৫ চনত পেৰাট্ৰুপাৰ প্ৰশিক্ষণৰ কাৰণে নিৰ্ব্বাচিত ভাৰতৰ ৩২ গৰাকী কেডেটৰ ভিতৰত ডলিও এগৰাকী আছিল। আগ্ৰাৰ পেৰাট্ৰুপাৰ প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণ লৈ ২১ অক্টোবৰ তাৰিখে ডলিয়ে পেৰাট্ৰুপাৰৰ যোগ্যতা অৰ্জ্জন কৰে। 'পাচিং আউট' অনুষ্ঠানত অন্যান্য পৰাট্ৰুপাৰৰ লগতে ডলিকো বিমান বাহিনীৰ এয়াৰ চীফ মাৰ্চাল অ' পি, মেহ্‌ৰা পি, ভি, এচ, এময়ে, উইং পিন্ধাই দিছিল।

ডলি এ,ও,চি, উচ্চ মাধ্যমিক স্কুলৰ পৰা উচ্চ মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হৈ ডিগবৈ কলেজৰ পৰা ডিব্ৰুগড় বিশ্ববিদ্যালয়ত ক্ৰমে প্ৰাক্ বিশ্ববিদ্যালয় পৰীক্ষাত ১০ম আৰু স্নাতক পৰীক্ষাত প্ৰথম শ্ৰেণীৰ ৬ষ্ঠ স্থান অধিকাৰ কৰি সন্মান সহ উত্তীৰ্ণ হৈছিল। পাচত এম, এ, পাচ কৰি বৰ্ত্তমান জয়সাগৰ কলেজত অধ্যাপনা কৰি আছে।

ডলিৰ ভাগ্যই পেৰাট্ৰুপাৰ হৈ কাম কৰিবলৈ নিদিলে। দিয়াহেতেন হয়তো বিমান বাহিনীৰ এগৰাকী সন্মানিত অফিচাৰ হ'ব পাৰিলেহেতেন।

***এন, চি, চি,ৰ চীফ অফিচাৰ বিজয় কৃষ্ণ ভট্টাচাৰ্য্য :*** ডিগবৈ বিবেকানন্দ উচ্চতৰ মাধ্যমিক স্কুলৰ শিক্ষক শ্ৰীমান বিজয় কৃষ্ণ ভট্টাচাৰ্য্য ২৬ অসম (অইল) কোম্পানীৰ এন, চি, চি,ৰ চীফ অফিচাৰ



আছিল। সমষ্ট পূৰ্ব্বাঞ্চলৰ ভিতৰত একমাত্ৰ তেওঁৰেই ১৯৯৫ চনত এন, চি, চি,ৰ অতি সন্মানিত পুৰস্কাৰ 'ডিৰেক্টৰ জেনেৰেল এন, চি, চি, কমাণ্ডেচন কাৰ্ড' লাভ কৰিছিল। এন, চি, চি,ৰ ডেপুটী ডিৰেক্টৰ জেনেৰেল ব্ৰিগেডিয়াৰ মি. এন, ডেকাই ১১-১২-৯৫ তাৰিখে তেখেতৰ 3006/26/PERS (A)/NCC নং চিঠিৰে সম্বৰ্দ্ধনা জনাই শ্ৰীভট্টাচাৰ্য্যলৈ লিখিছিল—

"I am putting it on record of my commandation to you for obtaining DGNCC'S Commandation Card in recognition of your distingguished service and devotion to duty, on the eve of N.C.C. Day 1995.

2. You have brought louerels to your institution and N.C.C. Organisation in particular.

3. Well done, keep it up

With warm regards

Yours sincerely

Deka"

ভট্টাচাৰ্য্যৰ পৰিচালনাত বিবেকানন্দ বিদ্যালয়ৰ এন,চি,চি,ৰ কেডেট সকলো প্ৰশংসিত হৈছিল। ১৯৭৮ চনৰ .......... মাৰ্চ্চৰ 10682/GSJ/GEN নম্বৰ চিঠিৰে জেনেৰেল অফিচাৰ কামাণ্ডিং মেজৰ জেনেৰেল গোবৰ্দ্ধন সিং জামুৱালে বিবেকানন্দৰ অধ্যক্ষলৈ লিখিছিল—"I feel indeed very happy to mention that the NCC Cadets of your school gave an excellent performance of Yogik exercises, Pyramid and muscle display to my officers and families on 4th March '78. We were all highly impressed by the performance of your young cadets; I must say it was near perfection. On behalf of all my officers and families I thank you and through you your first officer Shri B.K. Bhattacharjee and all the cadets whose names are given below for their excellent demonstretion.

(a) First Officer B.K. Bhattacharjee
(b) Mr. Bhaskar Gupta
(c) Mr. Ranadhir Purakayastha
(d) Mr. Azijur Rahman
(e) Mr. Gautam Das
(f) Mr. Sujit Nath
(g) Mr. Sukhamal Nath
(h) Mr Shiv Nath Choudhury
(i) Mr. Deva Brata Paul
(j) Mr. Rajendra Singh
(k) Mr. Santan Gupta
(l) Mr. Rajen Milly.

2. Please Convey my thanks and best wishes to them all.

Sd/-

(Govordhan Singh Jamwal)
Major General
General Officer Commanding

১৯৮৬ চনত কৰ্ণেল নিৰীজ ভট্টাচাৰ্য্যক '7 Years NCC long Service মেডেল'ৰে

সন্মানিত কৰিছিল।

১৯৮০ চনত উৰিষ্যাৰ ভুবনেশ্বৰত N.C.E.R.Tত Regional College Annual Sportত Parad Commandar হোবাৰ সন্মান লাভ কৰিছিল।

ইয়াৰ বাহিৰেও স্থানীয় অনুষ্ঠান-প্ৰতিষ্ঠানত আগবঢ়োৱা তেওঁৰ সেৱাৰ কাৰণে বহুতো স্বৰ্ণৰ পদককে ধৰি নানা ভাৱে পুৰস্কৃত হৈ আছিছে। ভট্টাচাৰ্য্যৰ পৰিচালনাতেই আজি বহু বছৰ ধৰি বিবেকানন্দৰ এন, চি, চি,ৰ বেণ্ডে ডিগবৈ সমাজত বিশেষ সমাদৰ লাভ কৰি আহিছে। ডিগবৈত আৰু দ্বিতীয় বেণ্ড পাৰ্টি নাই। বিবেকানন্দৰ বেণ্ডে বিনা আপত্তিৰে সকলো ৰাজহুৱা সভা-সমিতি, উৎসৱ, সমাৰোহ, শোভাযাত্ৰা আদিত অতি আগ্ৰহেৰে যোগদান কৰি সেৱা আগবঢ়াই আহিছে। এই সেৱা সম্পূৰ্ণ নিঃস্বাৰ্থ, অবৈতনিক আৰু স্বেচ্ছাপ্ৰণোদিত।

## "ডিগবৈৰ ছাত্ৰীৰ সৰ্ব্ব ভাৰতীয় কৃতিত্ব"



১৯৭৫ চনৰ "জুন মাহত হিমাচল প্ৰদেশৰ ভাবালিত অনুষ্ঠিত জাতীয় শিক্ষাৰ্থী বাহিনীৰ সৰ্ব্ব ভাৰতীয় গ্ৰীষ্ম প্ৰশিক্ষণ শিবিৰত ডিগবৈ মহাবিদ্যালয়ৰ শিক্ষাৰ্থী বাহিনীৰ কুমাৰী দীপাঞ্জলি বৰবৰাই গোটেই ভাৰতৰ ভিতৰতে শ্ৰেষ্ঠ ছোৱালী কেডেট ৰূপে সন্মান অৰ্জন কৰে; উল্লেখযোগ্য যে এনে সন্মান অৰ্জন অসমত এয়েই প্ৰথম।...................অসমৰ ২০ জনীয়া ছাত্ৰী দলটোক নেতৃত্ব দিয়া কুমাৰী বৰবৰা ডিগবৈ মহাবিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিক কলা বিভাগৰ ছাত্ৰী। অসম অইল কোম্পানীৰ প্ৰাক্তন শিক্ষয়িত্ৰী ৺পুণ্য প্ৰভা বৰবৰাৰ কন্যা কুমাৰী দীপাঞ্জলি স্কুলীয়া অৱস্থাৰ পৰাই গাৰ্লচ গাইড আৰু শিক্ষাৰ্থী বাহিনীৰ লগত ঘণিষ্ঠ ভাবে জড়িত। এ.অ.চি. ছোৱালী উচ্চ ইংৰাজী বিদ্যালয় আৰু ডিগবৈ মহাবিদ্যালয়ৰপৰা তেওঁ গাৰ্লচ্ গাইড আৰু জাতীয় শিক্ষাৰ্থী বাহিনীৰ কেবাটাও সৰ্ব্বভাৰতীয় শিবিৰত অংশ গ্ৰহণ কৰে।" বেনে—

She attended :— Fifth National Jamboree of Scouts of Guides at Bombay in 1970-71, the first National Integration Camp of Scouts & Guides at Coonoor in 1970-71, All India Advanced Leadership Course of NCC at Mysore in 1973, the combind Annual Training Camp of NCC in 1974-75, All India Summer Training Camp NCC at Bhowali in 1975, Republic Day Camp at New Delhi in 1976, Carried out a traking Expedition to Rohtag Pass in 1981, etc.

তলত শ্ৰেষ্ঠত্বৰ প্ৰমাণ পত্ৰৰ প্ৰতিলিপি দিয়া হ'ল।

"NCC GROUP H.Q. DIBRUGARH
CERTIFICATE OF MERIT
GIRLS DIVISION (SENIOR WING)

This is to certify that No. ASG/74/16701/ SUO DEEPANJALI

BORBORA of 'B' Coy DIGBOI College of 63 ASSAM GIRLS BN NCC, DIBRUGARH has been adjusted as the BEST CADET in the ALL INDIA SUMMER TRAINING CAMP held at BHOWAL' from 2nd JUNE to 13th JUNE, 1973

SUO DEEPANJALI BORBORA is also the BEST CADET of DIBRUGARH GROUP for the training session 1974-75

The officiating Director NCC and the Group Commander congetulates SUO DEEPANJALI BORBORA for achieving this unique distinction. Due to her devotion to duty, enthusiasm and zeal she has enhanced the prestidge of the Directorate and also of the Group.

Sd/-
GROUP COMMANDER
NCC GROUP HEADQUARTER
DIBRUGARH

## ডিগবৈ জিলা ব্ৰীজ এচোচিয়েচন

## (DIGBOI DISTRICT BRIDGE ASSOCIATION)

১৯৭৮ চনত ডিগবৈ নগৰক কেন্দ্ৰ কৰি চাৰিওকাষৰ এলাকা লৈ মাত্ৰ ১০জন সদস্যেৰে গঠিত হৈছিল ডিগবৈ জিলা ব্ৰীজ এচোচিয়েচন। এই এচোচিয়েচনখন 'ব্ৰীজ ফেডাৰেচন অব ইণ্ডিয়া'ৰ দ্বাৰা অনুমোদিত 'অসম ব্ৰীজ এচোচিয়েচনৰ স্বীকৃত এখন জিলা এচোচিয়েচ'ন। বৰ্ত্তমান ইয়াৰ সদস্য সংখ্যা ১৫০ৰ অধিক। তাৰে ৬০ জন ওৱৰ্ল্ড ব্ৰীজ ফেডাৰেচনৰ নিয়ম অনুসৰি Master Points Schemeৰ অধীনত পঞ্জীভুক্ত।

## কাৰ্যনিৰ্বাহক বৰ্ত্তমান সদস্যসকল

| | | | |
|---|---|---|---|
| ১। | সভাপতি | — | শ্ৰীডি, পুৰকায়স্থ |
| ২। | উপ-সভাপতি | — | শ্ৰী টি, চি, শৰ্ম্মা |
| ৩। | সাধাৰণ সম্পাদক | — | শ্ৰীকিশোৰ দত্ত |
| ৪। | যুটীয়া সম্পাদক | — | শ্ৰী চি, বোস |
| ৫। | ধন ভঁৰালী | — | শ্ৰী আৰ, ডি, এচ, এন, বিশ্বেশ্বৰ |
| ৬। | সহকাৰী ধনভঁৰালী | — | শ্ৰীএচ, দে |
| ৭। | স্পোৰ্টচ্ চেক্ৰেটৰী | — | শ্ৰী এচ, গগৈ |
| ৮। | সহকাৰী স্পোৰ্টচ্ চেক্ৰেটৰী | — | শ্ৰী দি, তামুলী |
| ৯। | পুথি ভঁৰালী | — | শ্ৰী পি, নন্দী |
| ১০। | লেখা সম্পাদক | — | শ্ৰী পি, দত্ত |
| ১১। | চীফ টুৰ্ণামেণ্ট কণ্ট্ৰোলাৰ (C T D) | — | শ্ৰীকে, টি, হাজৰিকা |
| ১২। | সহকাৰী | — | শ্ৰীআৰ, ৰহমান (Sr.) |
| ১৩। | পদেন সদস্য | — | শ্ৰীপি, শইকীয়া |
| | | — | শ্ৰীজে, এম, দে |
| | | — | শ্ৰীএন, কে, চক্ৰবৰ্ত্তী |
| | | — | শ্ৰীঅসিত চক্ৰবৰ্ত্তী |

## ১৯৭৮ চনৰ পৰা ডিগবৈৰ ব্ৰীজ খেলুৱৈ সকলৰ কৃতিত্ব

## Achievement of Players of DIGDBA Since 1978 in Major Tournaments Excluding Tournaments held in Digboi

| Year | Name of Championship | Name of Event | Position | Name of Players |
|---|---|---|---|---|
| 1979 | All Assam (Digboi) | Team of four Progressive | Winner | Sri N.K. Chakraborty & his Team |
| 1985 | All Assm (Dibrugarh) | Pairs | Winner | Sri S. R. Chakraborty<br>Sri A.C. Roy |
| 1987 | All Assam (Guwahati) | Team for Progressive | Ruuners -up | Sri K.C. Hazarika<br>Sri D.K. Neog<br>Sri P.C. Bordoloi<br>Sri N. Hazarika |
| 1988 | All Assam (Digboi)/ Dibrugarh | Pairs | Ruuners -up | Sri P.C. Bordoloi<br>Sri N. Hazarika<br>Sri A.C. Dutta<br>Sri C.R. Deb |
| 1988 | Gold Cup (Jorhat) | Team of Four Duplicate | Runners -up | Sri K.C. Hazarika<br>Sri D.K. Neog<br>Sri P. Saikia<br>Sri J.M. Dey<br>Sri S. Gogoi<br>Sri C.K. Kachari |
| 1988 | Gold Cup (Jorhat) | Pairs | Runners -up | Sri K.C. Hazarika<br>Sri D.K. Neog |
| 1989 | All Assam (Duliajan) | Pairs | Winners | Sri D.S. Gogoi<br>Sri D.N. Bordoloi |
| 1989 | Petroleum Sports Control Board Bridge Championship, at Bombay | Pairs | Runners -up | Sri P.C. Gogoi<br>Sri P.K. Dutta |
| 1989 | Gold Cup (Jorhat) | Team of Four Duplicate | Winners | Sri K.C. Hazarika<br>Sri J.M. Dey<br>Sri D.N. Bordoloi<br>Sri D.S. Gogoi<br>Sri P. Saikia<br>Sri C.K. Kachari |
| 1989 | Gold Cup (Jorhat) | Pairs | Winners | Sri D.S. Gogoi<br>Sri D.N. Bordoloi |
| 1990 | All Assam (Jorhat) | Pairs | Runners -up | Sri P. Saikia<br>Sri C.K. Kachari |
| 1990 | Petroleum Sports Control Board Bridge Championship, at Bangalore | Team of Four Progressive | Runners -up | Sri P. Saikia<br>Sri P.C. Bordoloi<br>Sri C. K. Kachari<br>Sri N. Hazarika |
| 1991 | All Assam (Digboi) | Team of Four | Runners | Sri P.C. Bordoloi |

| | | | | |
|---|---|---|---|---|
| | | Progressive | -up | Sri K.C. Hazarika<br>Sri N. Hazarika<br>Sri D. N. Neog |
| 1991 | All Assam (Digboi) | Pairs | Runners -up | Sri R. Bhattacharjee<br>Sri D.N. Bordoloi |
| 1991 | Gold Cup (Jorhat) | Pairs | Winners | Sri Ashok Chakraborty<br>Sri P. Purkayastha |
| 1993 | All Assam (Guwahati) | Team of Four Progressive | Winners | Sri K.C. Hazarika<br>Sri N.K. Chakraborty<br>Sri D.S. Gogoi<br>Sri D.N. Bordoloi<br>Sri P.C. Bordoloi<br>Sri N. Hazarika |
| 1993 | Epson-Pair Contest World Wide | | 10th in India (NS) | Sri D.N. Bordoloi<br>Sri D.S. Gogoi |
| 1993 | Petroleum Sports Control Board Bridge Championship, at Madras | Team of Four Duplicate | Runners -up | Sri Ashok Chakraborty<br>Sri S. Gogoi<br>Sri P. Purkayastha<br>Sri Santanu Dey<br>Sri D.K. Neog<br>Sri K. C. Hazarika |
| 1994 | Petroleum Sports Control Board Bridge Championship, at Madras | Team of Four Progressive | Winner | Sri K. C. Hazarika<br>Sri C. K. Kachari<br>Sri D. K. Neog<br>Sri P. Saikia |
| 1994 | Petroleum Sports Control Board Bridge Championship, at Madras | Team of Four Progressive | Winner | Sri P. Purkayastha<br>Sri S. Dey<br>Sri S. Gogoi<br>Sri Ashok Chakraborty |
| 1995 | Petroleum Sports Control Board Bridge Championship, at Delhi | Pairs | Runners -up | Sri P. Saikia<br>Sri C.K. Kachari |
| 1995 | Petroleum Sports Control Board Bridge Championship, at Delhi | Team of Four Progressive | 2nd Runners -up | Sri D.J. Bhattacharjee<br>Sri I. Rahman (Sr.)<br>Sri C. Bose<br>Sri Amitava Roy |
| 1995 | Gold Cup (Jorhat) | Team of Four Duplicate | Runners -up | Sri P. Saikia<br>Sri C.K. Kachari<br>Sri D.N. Bordoloi<br>Sri S.D. Chakladar<br>Sri S. Gogoi<br>Sri P.K. Dutta |
| 1995 | G.L. Chatterjee Memorial (State Level) (Maligaon) | Pairs | Winner | Sri Johar Das<br>Sri I. Rahman (Jn.) |
| 1996 | National Pairs at Home | Pairs | 3rd in Assam<br>12th in India | Sri I. Rahaman (Sr.)<br>Sri K.R. Deb |

| | | | | |
|---|---|---|---|---|
| 1997 | All Assam (Jorhat) | Pairs | Runners -up | Sri I. Rahman (Jr.)<br>Sri Jahar Das |
| 1997 | Petroleum Sports Control Board Bridge Championship, at Mehsanna, Ahmedabad | Team of Four Duplicate | 3rd Position | Sri P. Saikia<br>Sri C.K. Kachari<br>Sri D.N. Bordoloi<br>Sri D.S. Gogoi<br>Sri P.K. Dutta<br>Sri N. Hazarika |
| 1998 | Petroleum Sports Control Board Bridge Championship, at Delhi | Team of Four Progressive | Runners -up | Sri I. Rahman (Sr.)<br>Sri D.N. Bordoloi<br>Sri P.K. Dutta<br>Sri N.K. Hazarika<br>Sri S. Dey<br>Sri Ashok Chakraborty |
| 1998 | Petroleum Sports Control Board Bridge Championship, at Delhi | Team of Four Duplicate | 3rd Position | Sri I. Rahman (Sr.)<br>Sri D.N. Bordoloi<br>Sri P.K. Dutta<br>Sri N.K. Hazarika<br>Sri S. Dey<br>Sri Ashok Chakraborty |

Additionally, the following players have represented Assam at the Summer National Bridge Championships.

1. Sri S.R. Chakraborty & Sri A.C. Roy in 1985
2. Sri P.C. Bordoloi, Sri N. Hazarika, Sri A.C. Dutta & Sri C.R. Deb in 1988
3. Sri D.S. gogoi & Sri D.N. Bordoloi in 1989
4. Sri P. Saikia & Sri C.K. Kachari in 1990
5. Sri R. Bhattacharjee & Sri D.N. Bordoloi in 1991

**(Kishore Dutta)**
Hon. Gen. Secretary

## Digboi District Chess Association

## ডিগবৈ জিলা দবা খেল সংঘ (Association)

স্থাপিত—১৯৯১ চন। পেট্ৰোলিয়াম স্পোৰ্টছ্ কন্ট্ৰোল বোৰ্ডৰ দ্বাৰা স্বীকৃত (Affiliated to Petroleum Sports Control Board)।

প্ৰতিষ্ঠাপক সভাপতি—শ্ৰীনগেন কুমাৰ হাজৰিকা, সম্পাদক—শ্ৰীসোনাৰাম গগৈ।

বৰ্তমান—পেট্ৰন—অমৰেন্দ্ৰ নাথ দাস

উপদেষ্টা—শ্ৰীসোনাৰাম গগৈ, শ্ৰীনগেন কুমাৰ হাজৰিকা, শ্ৰীগোপাল চন্দ্ৰ লুখুৰাখন আৰু শ্ৰীডি.বি. গৌতম। সভাপতি—শ্ৰীচন্দ্ৰ পাল গোস্বামী, সম্পাদক—শ্ৰীবিপুল শৰ্মা, সহকাৰী যুটীয়া সম্পাদক—শ্ৰীএচ. কে. ছেত্ৰী আৰু শ্ৰীপ্ৰতাপ দত্ত, কোষাধ্যক্ষ—শ্ৰীযতীন গগৈ।

পেট্ৰোলিয়াম পোৰ্টচ্ কন্ট্ৰোল বোৰ্ডৰ দ্বাৰা অনুষ্ঠিত দবাখেল প্ৰতিযোগিতাত প্ৰতি বছৰে ডিগবৈয়ে যোগদান কৰি আহিছে। উল্লেখনীয় যে ১৯৯৫ চনত নামৰূপত অনুষ্ঠিত উত্তৰ-পূব দবাখেল প্ৰতিযোগিতাত ডিগবৈৰ শ্ৰীৰশ্মি ৰঞ্জন বৰুৱাই দ্বিতীয় স্থান অধিকাৰ কৰিছিল আৰু শ্ৰীপ্ৰণব বৰুৱাই সদৌ অসম ভিত্তিক প্ৰতিযোগিতাত দ্বিতীয় স্থান পাইছিল।



**দবা খেলত ডিগবৈৰ শিশুৰ কৃতিত্ব :—**All India Chess Federationৰ স্বীকৃতি প্ৰাপ্ত All Assam Chess Associationৰ দ্বাৰা ১৯৯৯ চনৰ জুলাই মাহত অনুষ্ঠিত All Assam chess Championship প্ৰতিযোগিতাত অনূৰ্দ্ধ ৭ বছৰ বয়সৰ ল'ৰা-ছোৱালীৰ খেলত ৫ $^{1}/_{2}$ বছৰীয়া শিশু শ্ৰীমান শুভম কাশ্যপে অসমৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান অৰ্জ্জন কৰিছে। তেওঁ অধ্যাপক ডাঃ প্ৰভাত শৰ্ম্মা আৰু অধ্যাপিকা শ্ৰীমতী মিনতি শৰ্ম্মাৰ পুত্ৰ। শুভমৰ জীৱন মধুময় হওক।

**ডিগবৈত ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পুৰস্কাৰ পোৱা শিক্ষকসকল :—**

***ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা শিক্ষক :—*** শ্ৰীতাৰিণী মোহন দাশগুপ্ত, শ্ৰীটিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য আৰু উপেন্দ্ৰ নাথ বৰঠাকুৰ।

***ৰাজ্যিক পুৰস্কাৰ পোৱা শিক্ষক :—***শ্ৰীজয় কান্ত গন্ধীয়া আৰু শ্ৰীঅনিল চন্দ্ৰ শইকীয়া।

## ডিগবৈৰ স্কুল কলেজৰ শেষান্ত পৰীক্ষাত বিশেষ যোগ্যতা প্ৰদৰ্শন কৰা ছাত্ৰ-ছাত্ৰীসকল

## বিবেকানন্দ বিদ্যালয়, ডিগবৈ

## উচ্চ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক পৰীক্ষাত বিশেষ স্থান অধিকাৰ কৰা ছাত্ৰ-ছাত্ৰী

**প্ৰথম স্থান :**

| | | | | |
|---|---|---|---|---|
| ১। | ভাস্কৰ বাগচি | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭০ |
| ২। | অৰ্দ্ধেন্দু চক্ৰবৰ্ত্তী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৩ |
| ৩। | সুগত চৌধুৰী | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭৩ |
| ৪। | অৰ্দ্ধেন্দু চক্ৰবৰ্ত্তী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৪ |
| ৫। | ৰাজীৱ গুপ্ত | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৫ |
| ৬। | বিপিন বৰা | উচ্চ মাধ্যমিক | | ১৯৭৬ |
| ৭। | বিপিন বৰা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৮ |
| ৮। | দীপান্বিতা দাশগুপ্ত | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭৮ |
| ৯। | আনন্দ সিং | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৯ |
| ১০। | নবিন্দৰ সিং | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮০ |
| ১১। | বসন্ত কুমাৰ আগৰৱালা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৩ |
| ১২। | ৰাজেশ চন্দ্ৰ পাণ্ডে | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৪ |
| ১৩। | শৰ্ম্মিষ্ঠা দেব | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৮৪ |

**দ্বিতীয় স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | জিতেন পাল | উচ্চ মাধ্যমিক | | ১৯৬৫ |
| ২। | জ্যোতি প্ৰকাশ ভট্টাচাৰ্য্য | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭১ |
| ৩। | তন্ময় বৰুৱা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৫ |
| ৪। | দেবজ্যোতি বৰা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৬ |
| ৫। | দীপক চন্দ্ৰ | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭৮ |
| ৬। | ভাস্কৰজ্যোতি মহন্ত | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭৯ |
| ৭। | নিৰ্ম্মল বৰা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮০ |
| ৮। | ৰশ্মি নাথ | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮২ |
| ৯। | পীযূষ মালিক | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৩ |
| ১০। | মিটা ননগিয়া (Mita Nongia) | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৮৩ |
| ১১। | মলয় চন্দ্ৰ | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৪ |
| ১২। | দিবাকৰ সেন | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৫ |

**তৃতীয় স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | সুমন্তদেব শিকদাৰ | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৬৮ |
| ২। | বিমল চৌধুৰী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৫ |
| ৩। | ৰিতা চক্ৰবৰ্ত্তী | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭৭ |
| ৪। | অনুৰাধা সিং | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭৯ |
| ৫। | পূনাম ৰয় | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৮৩ |
| ৬। | বিশ্বজিত দাস | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৪ |
| ৭। | অৰ্চ্চনা উপাধ্যায় | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৮৪ |
| ৮। | সুমিতাভ দেব | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৫ |
| ৯। | শান্তনু চক্ৰবৰ্ত্তী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৭ |

**চতুৰ্থ স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | তুষাৰ কৰ | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৭০ |
| ২। | পঙ্কজ গোস্বামী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৩ |
| ৩। | দিবাকৰ সেন | উচ্চ মাধ্যমিক | | ১৯৮৩ |

**পঞ্চম স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | চক্ৰজিত ভট্টাচাৰ্য্য | উচ্চ মাধ্যমিক | | ১৯৬৪ |
| ২। | পাৰ্থ প্ৰতিম গোস্বামী | উচ্চ মাধ্যমিক | | ১৯৭৬ |
| ৩। | পান্না দেব | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭৭ |
| ৪। | শুভাশীষ শৰ্ম্মা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৪ |
| ৫। | পৰম পৃথ্বিৰাজন ৰাও | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৮৫ |

**ষষ্ঠ স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | সীমা চৌধুৰী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮২ |

**সপ্তম স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | সুকেশ চৌধুৰী | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৬৮ |

**অষ্টম স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | হৰিন্দৰ সিং | উচ্চ মাধ্যমিক | | ১৯৭৮ |
| ২। | অৰূপ ৰাজখোৱা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৩ |
| ৩। | গৌতম ঘোষ | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৩ |

**নৱম স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | ৰণবীৰ চৌধুৰী | উচ্চ মাধ্যমিক | | ১৯৫৭ |
| ২। | আলোক ঝা | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৭০ |
| ৩। | সঞ্জয় সন্দিকৈ | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৮৫ |

**দশম স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | ৰতিশ মজুমদাৰ | উচ্চতৰ মাধ্যমিক | কলা শাখা | ১৯৬৭ |
| ২। | অপূৰ্ব্ব চক্ৰবৰ্ত্তী | উচ্চতৰ মাধ্যমিক | বিজ্ঞান শাখা | ১৯৬৮ |
| ৩। | পৰাণ ভট্টাচাৰ্য্য | উচ্চ মাধ্যমিক | | ১৯৭৩ |

**অষ্ট দশ স্থান ঃ**

| | | | | |
|---|---|---|---|---|
| ১। | মানস হাজৰিকা | উচ্চ মাধ্যমিক | | ১৯৮৯ |

## এ,ও,চি, উচ্চ মাধ্যমিক স্কুল (আগৰ)

## Matriculation/H.S.L.C. পৰীক্ষাত ২০ৰ ভিতৰত স্থান পোৱাসকল

| বছৰ | নাম | স্থান | বিঃবিঃ/বোৰ্ড |
|---|---|---|---|
| ১৯৪৯ | কমলেন্দু পাল | তৃতীয় | গুৱাহাটী বিঃ বিঃ |
| ১৯৫১ | নিৰ্ম্মলেন্দু দাস | দ্বিতীয় | গুৱাহাটী বিঃ বিঃ |
| ১৯৫১ | বিনয় ভূষণ ওৱাডাডৰ | অষ্টম | গুৱাহাটী বিঃ বিঃ |
| ১৯৫৪ | মনোজ কুমাৰ বোস | দ্বিতীয় | গুৱাহাটী বিঃ বিঃ |
| ১৯৫৫ | অৰুণ কুমাৰ মজুমদাৰ | চতুৰ্থ | গুৱাহাটী বিঃ বিঃ |
| ১৯৫৯ | পাৰ্থ সৰথি ভট্টাচাৰ্য্য | পঞ্চম | গুৱাহাটী বিঃ বিঃ |
| ১৯৬১ | প্ৰদীপ কুমাৰ ভট্টাচাৰ্য্য | প্ৰথম | গুৱাহাটী বিঃ বিঃ |
| ১৯৬৬ | অৰুণ বিকাশ দেবনাথ | তৃতীয় | SEBA |
| ১৯৬৮ | তৰুণ কান্তি ভৌমিক | দ্বিতীয় | SEBA |
| ১৯৮০ | পঙ্কজ গোস্বামী | দশম | SEBA |
| ১৯৮৭ | অঞ্জন ৰুৰঠাকুৰ | দ্বাদশ | SEBA |

## এ,ও,টি, উচ্চতৰ মাধ্যমিক স্কুল

১৯৯১ নবনীতা কৌৰ বামৰাৰ কলা পঞ্চদশ আৰু Introductory Computer Scienceত কাউন্সিলৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ প্ৰাপ্তি
১৯৯৫ জয়ন্ত গগৈৰ Introductory Computer Scienceত কাউন্সিলৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ প্ৰাপ্তি।

## ডিগবৈ কলেজ

| | | | | |
|---|---|---|---|---|
| ১৯৬৬ | সন্ধ্যা সেনগুপ্ত | দ্বিতীয় | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৬৬ | চন্দা ভট্টচাৰ্য্য | তৃতীয় | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৬৭ | সুশীল চৌধুৰী | তৃতীয় | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৬৭ | শ্যামপদ এণ্ডু পুৰকায়স্থ | চতুৰ্থ | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৬৮ | হৰিপদ সিং | তৃতীয় | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৬৯ | ছায়া সূত্ৰধৰ | দ্বিতীয় | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৬৯ | ভবিলাল লামিচানে | সপ্তম | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৬৯ | প্ৰবীণ শৰ্ম্মা | প্ৰথম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৬৯ | নমী ৰয় | দ্বিতীয় | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৬৯ | চন্দা ভট্টাচাৰ্য্য | পঞ্চম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৬৯ | প্ৰীতি নাথ গোৱালা | সপ্তম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৬৯ | জগত বৰদলৈ | অষ্টম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭০ | সুকুমাৰ দাস | চতুৰ্থ | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৭০ | প্ৰমোদ কুমাৰ চৌধুৰী | দ্বিতীয় | পি,উ, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭০ | ঠাকুৰ পদ উপাধ্যায় | প্ৰথম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭০ | গীতা ভট্টাচাৰ্য্য | তৃতীয় | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭১ | ৰামদেৱ পাণ্ডে | তৃতীয় | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৭১ | কুলদীপ কউৰ | দ্বিতীয় | পি,উ, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭১ | ডোৰা বেৰেলিও | প্ৰথম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭১ | সুকেশ চৌধুৰী | দ্বিতীয় | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭১ | হৰজিত কউৰ | নৱম | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭২ | জীব নাথ উপাধ্যায় | অষ্টম | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৭২ | পূজা সৰকাৰ | অষ্টম | পি,উ, কলা | ডিঃ বিঃ |
| ১৯৭৩ | খগেন্দ্ৰ মোহন নাথ | দ্বিতীয় (Dist.) | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭৩ | লখিমী দুৱৰা | দ্বিতীয় বিভাগ, প্ৰথম (Phil.) | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |
| ১৯৭৩ | ইন্দিৰা ভূঞা | দ্বিতীয় বিভাগ পঞ্চম (Phil.) | টি,ডি,চি, পাৰ্ট II | ডিঃ বিঃ |

| | | | | |
|---|---|---|---|---|
| ১৯৭৩ | বিজয়া দত্ত | দ্বিতীয় বিভাগ তৃতীয় (ৰাঃ বিঃ) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৩ | অৰণ কুমাৰ মিলি | দ্বিতীয় বিভাগ দশম (ৰাঃ বিঃ) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | গায়ত্ৰী দাশগুপ্ত | তৃতীয় | পি,ডি, কলা | ডিঃ বিঃ |
| ১৯৭৪ | পি, কুৰা | ষষ্ঠ | পি,ডি, কলা | ডিঃ বিঃ |
| ১৯৭৪ | দলী ৰয় | দশম | পি,ডি, কলা | ডিঃ বিঃ |
| ১৯৭৪ | সুৰেশ কুমাৰ জেঢ্ৰোচাৰিয়া | প্ৰথম | পি, ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৪ | ভবিলাল লামিচানে | প্ৰথম (Dist.) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | সুমিত্ৰা কুমাৰী পেৰীৱাল | দ্বিতীয় | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | ভবানী পদ ধুমগালা | তৃতীয় | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | গীতা কুমাৰী | চতুৰ্থ | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | সুৰেন্দ্ৰ কুমাৰ পেৰীৱাল | ষষ্ঠ | টি,ডি,চি, কলা পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | সুমিতা ভৌমিক | অষ্টম | টি,ডি,চি, কলা পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | কমলা মজুমদাৰ | দ্বিতীয় বিভাগ দ্বিতীয় (Phil.) | টি,ডি,চি, কলা পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | মন প্ৰসাদ ছেত্ৰী | দ্বিতীয় বিভাগ তৃতীয় (ৰাঃ বিঃ) | টি,ডি,চি, কলা পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | সুকুমাৰ দাস | দ্বিতীয় প্ৰথম (অৰ্থনীতি) | টি,ডি,চি, কলা পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | অনু দত্ত | দ্বিতীয় বিভাগ নৱম (অৰ্থনীতি) | টি,ডি,চি, কলা পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | ৰাপেখা বৰকাকতি | দ্বিতীয় (Dist.) বিজ্ঞান | বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৪ | মনিষ নাথ ভট্টাচাৰ্য্য | সপ্তম | টি,ডি,চি,বিজ্ঞান পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৪ | পৰিমল চন্দ্ৰ ৰয় | দশম | টি,ডি,চি,বিজ্ঞান পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৬ | ত্ৰিদীপ শৰ্ম্মা | দ্বিতীয় | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৬ | প্ৰদীপ কুমাৰ গগৈ | অষ্টম | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৬ | হেমা বৰা | দ্বিতীয় শ্ৰেণী অষ্টম (Phil.) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৬ | বীণা বৰুৱা | দ্বিতীয় বিভাগ ষষ্ঠ (ৰাঃ বিঃ) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৬ | চিত্ৰা গিৰি | প্ৰথম শ্ৰেণী চতুৰ্থ (অৰ্থনীতি) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৬ | পি, কুৰা | দ্বিতীয় শ্ৰেণী তৃতীয় (অৰ্থনীতি) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |
| ১৯৭৬ | গায়ত্ৰী দাশগুপ্তা | দ্বিতীয় শ্ৰেণী নৱম (অৰ্থনীতি) | টি,ডি,চি, পাৰ্ট॥ | ডিঃ বিঃ |

| | | | | |
|---|---|---|---|---|
| ১৯৭৬ | ৰাজেন্দ্ৰ নাথ হেজ্ৰী | চতুৰ্থ (Dist.) | ডি, চি, কলা | ডিঃ বিঃ |
| ১৯৭৬ | ৰঞ্জিত কুমাৰ দে | পঞ্চম (Dist.) | ডি, চি, কলা | ডিঃ বিঃ |
| ১৯৭৬ | দীনেন্দ্ৰ কুমাৰ দেব | প্ৰথম (Dist.) | ডি, চি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৬ | বিতা চৌধুৰী | তৃতীয় (Dist.) | ডি, চি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৬ | লোহিত চন্দ্ৰ বৰা | পঞ্চম (Dist.) | ডি, চি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৬ | মনিষা চৌধুৰী | নবম (Dist.) | ডি, চি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৭ | কবিতা বৰুৱা | প্ৰথম শ্ৰেণী তৃতীয় | ডিগ্ৰী কলা (Phil.) | ডিঃ বিঃ |
| ১৯৭৭ | দলী ৰয় | প্ৰথম শ্ৰেণী ষষ্ঠ | ডিগ্ৰী কলা (Phil.) | ডিঃ বিঃ |
| ১৯৭৭ | এইচ, এচ, বিৰডি | পঞ্চম | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৭৭ | এ. শৰ্ম্মা | অষ্টম | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮০ | ৰং নাথ চৌবে | তৃতীয় | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮০ | ফুলেন্দ্ৰ দেব | প্ৰথম (Dist.) | পি, ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮০ | দিলীপ চক্ৰবৰ্ত্তী | তৃতীয় (Dist.) | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮০ | ৰাজীব ঘাই | দ্বিতীয় | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮০ | দীপক চন্দ | প্ৰথম শ্ৰেণী | তৃতীয়, (অৰ্থনীতি) | ডিঃ বিঃ |
| ১৯৮০ | সৰ্বৰী গুহ | প্ৰথম শ্ৰেণী তৃতীয় (Phil.) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮০ | অমিত ৰঞ্জন দাস | প্ৰথম (Dist.) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮০ | তাপস সেন | সপ্তম (Dist.) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮২ | সঞ্জীৱ কুমাৰ সন্দিকৈ | চতুৰ্থ | পি, ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮২ | দীপান্বিতা দাশগুপ্ত | প্ৰথম শ্ৰেণী প্ৰথম (Phil.) | ডিগ্ৰী | ডিঃ বিঃ |
| ১৯৮২ | ৰঞ্জু পেৰিৱাল | (Distinction) | ডিগ্ৰী | ডিঃ বিঃ |
| ১৯৮২ | নিহাল বামৰা | (Distinction) | ডিগ্ৰী | ডিঃ বিঃ |
| ১৯৮৩ | ৰুদ্ৰ কান্ত শৰ্ম্মা | দ্বিতীয় | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৩ | অতনু কুমাৰ বৰকাকতি | সপ্তম | পি, ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৩ | মৃন্ময় দাস | প্ৰথম (Dist.) | ডিগ্ৰী অনাৰ্চ | ডিঃ বিঃ |
| ১৯৮৩ | কে, ৰাজা ৰাও | দ্বিতীয় (Dist.) | ডিগ্ৰী অনাৰ্চ | ডিঃ বিঃ |
| ১৯৮৪ | উষা কুমাৰী খামানি | প্ৰথম শ্ৰেণী প্ৰথম (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৫ | প্ৰদীপ কুমাৰ উপাধ্যায় | ষষ্ঠ | পি,ডি, বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৫ | বিণ্টি চৌধুৰী | প্ৰথম শ্ৰেণী দ্বিতীয় (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৫ | অজন্তা ভুঞা | প্ৰথম শ্ৰেণী তৃতীয় (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৫ | গৌতম পুৰকায়স্থ | প্ৰথম শ্ৰেণী তৃতীয় (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |

| | | | | |
|---|---|---|---|---|
| ১৯৮৫ | দিপ্তী ভাগৱতী | দ্বিতীয় শ্ৰেণী প্ৰথম (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৫ | অমিতা মিত্ৰ | প্ৰথম শ্ৰেণী চতুৰ্থ (অঙ্ক) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৫ | বসন্ত কুমাৰ আগৰৱালা | দ্বিতীয় (Dist.) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৭ | অৰ্চনা উপাধ্যায় | প্ৰথম শ্ৰেণী প্ৰথম (ৰাজনীতি) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৭ | অভিজিত মুখাৰ্জী | প্ৰথম শ্ৰেণী প্ৰথম (অঙ্ক) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৮ | সুমলা চক্ৰবৰ্ত্তী | দ্বিতীয় শ্ৰেণী সপ্তম (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৮ | মৌচুমী বৰুৱা | দ্বিতীয় শ্ৰেণী সপ্তম (Phil.) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৮ | অনিতা দেৱী | প্ৰথম শ্ৰেণী পঞ্চম (অঙ্ক) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৮ | মিনু সিং | প্ৰথম শ্ৰেণী সপ্তম (অঙ্ক) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৮ | চন্দনা দাস | দ্বিতীয় শ্ৰেণী ষষ্ঠ (অঙ্ক) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৮ | সুতপা চক্ৰবৰ্ত্তী | দ্বিতীয় শ্ৰেণী নবম (অঙ্ক) | ডিগ্ৰী বিজ্ঞান | ডিঃ বিঃ |
| ১৯৮৯ | বিনু গগৈ | দ্বিতীয় শ্ৰেণী পঞ্চম (Phil.) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৯ | মধুস্মিতা পুৰকায়স্থ | দ্বিতীয় শ্ৰেণী প্ৰথম (ইংৰাজী) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৮৯ | বন্দনা উপাধ্যায় | দ্বিতীয় শ্ৰেণী তৃতীয় (অৰ্থনীতি) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৯০ | ৰঞ্জিতা বৰপূজাৰী | দ্বিতীয় শ্ৰেণী অষ্টম (অসমীয়া) | ডিগ্ৰী কলা | ডিঃ বিঃ |
| ১৯৯০ | তন্দ্ৰা দাস | দ্বিতীয় শ্ৰেণী প্ৰথম (অঙ্ক) | ডিগ্ৰী কলা | ডিঃ বিঃ |

## সন্মানিত স্কাউটাৰ আৰু গাইডাৰ

স্বঃ নগেন চন্দ্ৰ শইকীয়া : Wood Badge holder, District Commissioner of Scouts, Recipient of Silver Star.

স্বঃ দেবেন্দ্ৰ নাথ দাস : Wood Badge holder, District Scout Commissioner, Recipient of Silver Star.

| | | |
|---|---|---|
| শ্ৰীবল বাহাদুৰ থাপা | ঃ | District Training Commissioner of Dibrugarh District and recipient of Long Service Madel and Madel of Merit. |
| শ্ৰীভূবন চন্দ্ৰ বৰুৱা | ঃ | Leader trainer, District Training Commissioner of Tinsukia District. The recipient of Long Services Madel and Medal of Merit. |
| শ্ৰীটুলেশ্বৰ সণোৱাল | ঃ | Himalaya Wood Badge holder. |
| ৺প্ৰতিভা পাল | ঃ | District Commissioner of Guides. |
| শ্ৰীমতী বীতা দেৱী | ঃ | District Organising Commissioner of Guides. |

এই সকলৰ বাহিৰেও স্কাউটৰ ককণা চক্ৰবৰ্ত্তীক পাহৰিলে ডিগবৈৰ স্কাউট সংগঠনৰ কথা আধৰুৱা হৈ থাকিব। চক্ৰবৰ্ত্তী এজন অতি দক্ষ স্কাউট মাষ্টাৰ আছিল।

উল্লেখযোগ্য যে ১৯৮০ চনৰ ফেব্ৰুৱাৰী মাহত নতুন দিল্লীত অনুষ্ঠিত ৰাষ্ট্ৰপতিৰ অষ্টাদশ স্কাউট গাইডৰ সমাবোহ আৰু ৰাষ্ট্ৰপতিৰ নৱম ৰভাৰ্চ আৰু ৰেঞ্জাৰ্চ সমাবোহত ডিগবৈৰ দলটোৱে অসমক প্ৰতিনিধিত্ব কৰি তলত দিয়া দহ জন স্কাউট আৰু ছয় গৰাকী গাইড পুৰস্কৃত হৈছিল।

স্কাউট ঃ অমিত দেব নাথ, দুল কুমাৰ দত্ত, প্ৰফুল্ল গগৈ, জীৱন চন্দ্ৰ সিং, প্ৰতুল বৰপূজাৰী, ৰাজীৱ সন্দিকৈ, ৰাজীৱ ধীমান, পীযুষ মালিক, সন্দীপ বৰুৱা, সুধীন মোদক।

গাইড ঃ চমচেৰ কৌৰ আৰু কমী কৌৰ, হৰবক্স কৌৰ, আশা থাপা, সুকুমাৰী দেৱী, সুধাৰাণী চেৰা।

নেতৃত্ব ঃ দলটোৰ নেতৃত্বত আছিল কেপ্তেইন কুমাৰী ৰীতা দেৱী আৰু শ্ৰীভূবন চন্দ্ৰ বৰুৱা।

## ম্যাজিকত ডিগবৈ

৪০ৰ দশকতে অসম অইল কোম্পানীৰ ডেকা কৰ্ম্মী ৺ৰাঙ্কা ৰাম শইকীয়াই ডিগবৈত ম্যাজিক প্ৰদৰ্শন কৰি ডিগবৈত ম্যাজিকৰ পাতনি মেলিছিল। তেওঁ কোম্পানীৰ চাকৰি এৰি অসম চাহ মজদুৰ সঙ্ঘত যোগ দিয়াৰ পাচত শ্ৰীমান প্ৰবীণ কুমাৰ দাসে তেওঁৰ সহযোগী কেইজনমানক লৈ ম্যাজিক চৰ্চ্চা কৰাত লাগিছিল। পাচত তেওঁ সৈন্য বিভাগৰ চাকৰি লৈ ডিগবৈ এৰিছিল। প্ৰথম এওঁলোকেই ডিগবৈৰ কিছু ল'ৰা-ছোৱালীক ম্যাজিকৰ প্ৰতি আকৃষ্ট কৰিছিল।

## ম্যায়ং ম্যাজিক ইনষ্টিটিউট আৰু ডি, সুভাষ

যাদুৰ খেলত (Game of Magic) অসমৰ অগ্ৰগতি সীমিত। অথচ অতি জনপ্ৰিয় প্ৰবাদ আছে যে অসমৰে নগাওঁ জিলাৰ 'মায়ং' এসময়ত যাদু বিদ্যাত ভাৰতৰ ভিতৰতে প্ৰখ্যাত আছিল। মানুহে হেনো মায়ঙৰ বেজক অসন্তুষ্ট কৰিবলৈ ভয় কৰিছিল। কাৰণ বেজৰ ইচ্ছানুসৰি যাদুৰ বলত মানুহক নৰৰ নাহটি কৰি আনকি জন্তুলৈকো ৰূপান্তৰিত কৰিব পাৰিছিল বুলি কিংবদন্তি শুনা গৈছিল। কালক্ৰমত চিন্তা চৰ্চ্চাৰ অভাৱত আৰু বেজসকলে তেওঁলোকৰ 'যাদু'ৰ কৌশল প্ৰদৰ্শনত অতি গোপনীয়তা অৱলম্বন কৰাৰ কাৰণে ক্ৰমান্বয়ে মায়ঙৰ সেই গৌৰব

স্তিমিত হৈ পৰিল। মায়ঙৰ এই হৃত গৌৰৱৰ ঐতিহ্যকণৰ স্মৃতিক জীয়াই ৰাখিবৰ মানসেৰে, আমাৰ উঠি অহা চামক ম্যাজিকৰ কলা-কৌশল শিকাবৰ উদ্দেশ্যেৰে, ডিগবৈৰে সুদক্ষ তথা ভাৰতৰ এজন যশস্বী যাদুকৰ (Magician) ডি, সুভাষে তেওঁৰ কর্মিষ্ঠ সহযোগী মৃণাল দেৱ গোস্বামীৰ সৈতে লগ লাগি ডিগবৈত 'মায়ং ডেন' (Mayang Den) নামৰ অনুষ্ঠান এটি গঢ়ি তুলিছিল। এই 'মায়ং ডেন'—কেই ডি, সুভাষ আৰু তেওঁৰ সহযোগী কেইজনমানৰ অক্লান্ত চেষ্টাত, 'মায়ং ম্যাজিক ইনষ্টিটিউচনলৈ ৰূপান্তৰিত কৰা হয় ১৯৯২ চনৰ ১২ জুলাই তাৰিখে।



এই অনুষ্ঠানটিৰ প্ৰতিষ্ঠাপক অধ্যক্ষ ডি, সুভাষ, সভাপতি শ্ৰীপ্ৰবীণ কুমাৰ দাস আৰু চেক্ৰেটাৰী শ্ৰীঅপূৰ্ব্ব শইকীয়া।

অধ্যক্ষ ডি, সুভাষৰ ভাষাত "Mayang Magic Institute the only Magic Training Institute in Assam, established at Digboi in the year 1992 with the idea of handing over this classic art to our next generation by coaching the trainees in proper scientific method and on the same time helping the unemployed youth to be a Master Magician within a year or two so that they can easily earn by themselves a handsome amount and make themselves free from agony and frustation"

সুখৰ কথা যে এই অনুষ্ঠানটোৱে উত্তৰ পূৰ্ব্বাঞ্চলৰ 'ম্যাজিক' জগতত প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। ডিগবৈৰ বাহিৰেও অসমৰ বিভিন্ন ঠাইৰ ম্যাজিক প্ৰেমী শিক্ষাৰ্থীয়ে ইয়াত শিক্ষা লাভ কৰিছে আৰু ইতিমধ্যে গুৱাহাটী দূৰদৰ্শনতো তেওঁলোকে সুখ্যাতিৰে খেল দেখুৱাইছে।

অধ্যক্ষ ডি, সুভাষৰ যত্নতেই 'মায়ং ম্যাজিক ইনষ্টিটিউচনে' চিলং, কলিকতা, বোম্বাই, বাঙ্গালোৰ আদি ঠাইত সৰ্ব্ব ভাৰতীয় ম্যাজিক চক্ৰত যোগ্যতাৰে প্ৰতিনিধিত্ব কৰিছে। আনন্দৰ কথা যে, ডি, সুভাষে তেওঁৰ নিজৰ উদ্ভাৱনী শক্তিৰে প্ৰদৰ্শন কৰা অলৌকিক ম্যাজিক কৌশলে মণিপুৰ, চিকিম, ভূটান, নেপাল, ত্ৰিপুৰা তথা সমগ্ৰ উত্তৰ পূৰ্ব্বাঞ্চলৰ দৰ্শকক পুলকিত কৰিবলৈ সমৰ্থ হৈছে।

## 'যাদু সম্ৰাট এম, হুচেইন'

ভাৰতৰ ম্যাজিক জগতৰ এটি উজ্জ্বল নক্ষত্ৰ অসম গৌৰৱ 'যাদুসম্ৰাট এম, হুচেইন' ডিগবৈৰে নিবাসী। ম্যাজিকত অপূৰ্ব্ব আৰু চমকপ্ৰদ কলা প্ৰদৰ্শনৰ কাৰণে তেওঁ যাদুশ্ৰী, যাদু কোহিনুৰ আৰু শেষত ১৯৭২ চনত যাদু সম্ৰাট উপাধিৰে বিভূষিত হৈছিল। 'অসম যাদুৰ দেশ' এই কথাষাৰ আৰু এবাৰ প্ৰতিপন্ন কৰাৰ দুৰ্বাৰ আকাংক্ষাই আছিল তেওঁৰ এই নমস্য যাদু

প্ৰদৰ্শনৰ প্ৰেৰণা। নিষ্ঠা, গভীৰ চিন্তা, নেৰানেপেৰা চেষ্টা, অসীম ধৈৰ্য্য আৰু কঠোৰ পৰিশ্ৰমেৰে তেওঁ, তেওঁৰ সাধনাত সিদ্ধি লাভ কৰিছিল। সমগ্ৰ ভাৰতৰ বাহিৰে-ভিতৰে তেওঁ সগৌৰৱে থিয় হ'ব পাৰিছিল 'যাদু সম্ৰাট' হৈ। মৰ্ম্মান্তিক কথা যে আমাৰ অতি মৰমৰ, অতি আশাৰ এম, ছুচেইন আজি আৰু ইহ জগতত নাই। বিধিৰ বিধানত তেওঁ আমাৰপৰা চিৰ বিদায় ল'লে। তেওঁৰ আত্মাই চিৰ শান্তি লাভ কৰক—এয়ে ভগৱানৰ ওচৰত একান্ত প্ৰাৰ্থনা।



# ধৰ্ম্মানুষ্ঠান

## চাৰিআলি নামঘৰ

১৯২২ চনত চাৰিআলি নামঘৰ প্ৰতিষ্ঠা হৈছিল। প্ৰতিষ্ঠাপক সভাপতি আছিল পূৰ্ণ চন্দ্ৰ বৰঠাকুৰ। ঠানু ৰাম শইকীয়া আৰু কানু ৰাম দত্ত বৰঠাকুৰৰ প্ৰধান সহযোগী আছিল। পাছত বলোৰাম বৰা লগ লাগিছিল।

ডিগবৈ নামঘৰ তথা ডিগবৈ কেন্দ্ৰীয় নামঘৰ (১৫১) পৃষ্ঠাত দ্ৰষ্টব্য।

## শ্ৰীৰামকৃষ্ণ সেৱাশ্ৰম

কিছুমান বঙালী ডেকাই ১৯২০ৰ দশকত 'জীৱে দয়া নহয়, জীৱে সেৱা,' 'যত মত তত পথ' আদি শ্ৰীৰামকৃষ্ণৰ বিবিধ বাণীৰ দ্বাৰা উদ্বুদ্ধ হৈ, ৰামকৃষ্ণৰ বাণী আৰু জীৱনাদৰ্শ অধ্যয়ন কৰি, ইয়াৰ-তাৰ ঘৰত বহি, আলোচনা কৰিবলৈ লৈছিল। বয়সস্থ সকলেও অধ্যয়ন আৰম্ভ কৰিছিল। শেষত এই অধ্যয়নৰ দ্বাৰা ৰামকৃষ্ণৰ বাণী আৰু আদৰ্শেৰে অনুপ্ৰাণিত হৈ, ডেকা, বয়সস্থ সকলোৱে লগ হৈ, ১৯২৯ চনত দুস্থ জনক সেৱা কৰাৰ পৰিকল্পনাৰে, 'Nursing Association" তথা সেৱামূলক প্ৰতিষ্ঠান এটা গঠন কৰিছিল।

১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে "(1) to attend the sick and sufferers, (2) to offer food, shelter and monetary help to the needy and distressed, (3) to look after the cremation ground and cremate the deseased, (4) to provide educational facilities to the children of the labour and depressed classes, (5) to study Ramkrishna Vivekananda and Vedanta Phylosophy and propogate the same among the people" উদ্দেশ্য লৈ শ্ৰীৰামকৃষ্ণ সেৱাশ্ৰম প্ৰতিষ্ঠা কৰা হৈছিল।

১৯৩৪ চনত বৰ্ত্তমান ৰামকৃষ্ণ সেৱাশ্ৰম থকা ঠাইত ৪ বিঘা মাটি কিনি লৈ, এখন টিনৰ চালিৰ তলত শ্ৰীৰামকৃষ্ণ, সাৰদা দেৱী আৰু বিবেকানন্দৰ ছবি ৰাখি, পূজা অৰ্চ্চনা কৰি, ভক্তসকলে ৰামকৃষ্ণ, বিবেকানন্দৰ ওপৰত অধ্যয়ন আৰু আলোচনা কৰিছিল।

প্ৰথম অৱস্থাত কোনো কমিটি নাছিল। ১৯৩৫ চনলৈ যতীন ৰায় আছিল ভাৰপ্ৰাপ্ত সম্পাদক। ১৯৩৫ চনৰ ৩ আগষ্ট তাৰিখে তলত নাম দিয়া ভদ্ৰলোক সকলক লৈ প্ৰথম কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠিত হৈছিল।

সভাপতি— এচ, এন মিত্ৰ; উপ-সভাপতি—জ্ঞান চন্দ্ৰ ঘোষ, সম্পাদক—ডাঃ এচ, এন, নন্দী; কোষাধ্যক্ষ—এইচ, কে, মুখাৰ্জ্জী; সদস্যসকল—আধাৰাম সিং, ইউ. চি. দত্ত (উমেশ চন্দ্ৰ দত্ত) বি সেন আৰু সুখময় ৰায়। কমিটিৰ সদস্যসকলৰ বাহিৰেও প্ৰথম অৱস্থাত নিম্নোক্ত ভদ্ৰলোক সকলে যেছাই সহযোগী হৈ কাম কৰিছিল।

বীৰেন্দ্ৰ কুমাৰ গুপ্ত, যতীন্দ্ৰ মোহন আইচ, অনীল বানাৰ্জ্জী, সুৰেশ গাঙ্গুলী, মণীন্দ্ৰ নাথ দাস, জগবন্ধু সৰকাৰ (কানাই সৰকাৰ), ৰেৱতী মোহন দাস, সত্য ঘোষ, শচীন্দ্ৰ দত্তগুপ্ত, হৰি মোহন দে, বীৰেন দত্ত আৰু অন্যান্য।

১৮৬০ চনৰ Societies Registration Act XXI অনুসৰি ৰামকৃষ্ণ সেৱাশ্ৰমক পঞ্জীভুক্ত কৰা হৈছে।

১৯৩৬ চনত শ্ৰীৰামকৃষ্ণৰ জন্ম শতবাৰ্ষিকী উপলক্ষে স্বামী শুদ্ধাত্মানন্দজী মহাৰাজৰ উপস্থিতিত স্বামী জপানন্দ মহাৰাজে মন্দিৰৰ আধাৰ শিলা স্থাপন কৰিছিল। ১৯৩৭ চনত স্বামী শম্ভুজ্ঞানন্দ মহাৰাজে এটি উৎসৱ মুখৰ পৰিবেশত, ৰাইজৰ উপস্থিতিত, মন্দিৰ উদ্বোধন কৰিছিল আৰু স্বামী শান্তানন্দ মহাৰাজে মন্দিৰত শ্ৰীৰামকৃষ্ণ পৰমহংস, মা সাৰদা দেৱী আৰু স্বামী বিবেকানন্দৰ প্ৰতিচ্ছবি মন্দিৰত স্থাপন কৰিছিল।

১৯৩০ চনত সেৱাশ্ৰমৰ স্বেচ্ছাসেৱক সকলে ৰোগীক শুশ্ৰূষা কৰা, পহৰা দিয়া, ৰৰবিলত থকা অনাথ আশ্ৰমৰ অনাথসকলক খাদ্যৰ যোগান ধৰা, দুখীয়াসকলৰ কাৰণে বিনামূলীয়া চিকিৎসাৰ ব্যৱস্থা কৰা, টান ৰোমাৰীক হাস্পাতালত ভৰ্ত্তি কৰোৱাৰ উপৰিও কেইবা বছৰো হোমিওপ্যাথি ডাক্তৰ খানা এখন চলাইছিল। ১০ বছৰমানলৈকে এইবোৰ কাম কৰিছিল।

ডিগবৈ শ্মশান কমিটি নোহোৱালৈকে শ্মশান চোৱা-মেলাৰ কাম আৰু মৃতকৰ সংকাৰৰ আৱশ্যকীয় ব্যৱস্থা কৰা, মৃতকৰ পৰিয়ালৰ সাধ্যাতীত হ'লে ৰামকৃষ্ণ সেৱাশ্ৰমে কৰিছিল।

প্ৰাকৃতিক দুৰ্যোগত, যেনে বানপানী, জুইয়ে পোৰা, আদিত ক্ষতিগ্ৰস্ত সকলক প্ৰাথমিক সহায়, যেনে ৰন্ধা বাচন বৰ্তন, পিন্ধিবলৈ কাপোৰ, অন্ততঃ প্ৰথম ২।৩ সাজৰ কাৰণে খাদ্য বস্তুৰ যোগান ধৰা, আদি কাম কৰিছিল। এই কাম এতিয়াও কৰি আছে। কেইবাবাৰো ডিব্ৰুগড় জিলাৰ বানপীড়িত ঠাইলৈ গৈ, আশ্ৰয় শিবিৰৰ আশ্ৰয় প্ৰাৰ্থীসকলক কানি-কাপোৰ বিলি কৰিছিল। এবাৰ সেৱাশ্ৰমৰ হৈ কেইজনমান সহকৰ্মীয়ে সৈতে মৈ আহোৱাৰ উচ্চ মাধ্যমিক স্কুলত কৰা বানপানী পীড়িত লোকৰ আশ্ৰয় শিবিৰত কাপোৰ আৰু অন্যান্য সামগ্ৰী বিলি কৰাৰ সৌভাগ্য মোৰো হৈছিল।

১৯৩১ চনৰপৰা দ্বিতীয় মহাসমৰ আৰম্ভ হোৱালৈকে সেৱাশ্ৰম থকা অঞ্চলটোৰ

(এতিয়া মিচন পাৰা) অতি দুখীয়া ল'ৰাৰ কাৰণে সকলো কিতাপ-পত্ৰৰ যোগান ধৰি, নৈশ স্কুল খুলি, বিনামূলীয়া শিক্ষাৰ ব্যৱস্থা কৰিছিল।

১৯৪৮ চনত সেৱাশ্ৰম প্ৰাংগণতেই অসমৰ আগশাৰীৰ উচ্চ মাধ্যমিক, এতিয়া উচ্চতৰ মাধ্যমিক, স্কুল সমূহৰ অন্যতম, বিবেকানন্দ বিদ্যালয় প্ৰতিষ্ঠা কৰি, চলাইছিল ৰামকৃষ্ণ সেৱাশ্ৰমে। পাচত সেৱাশ্ৰমে স্কুলৰ কাৰণে বেলেগে মাটি লৈ, ঘৰ-দুৱাৰ সাজি দি, ক্ৰমে স্কুলৰ শ্ৰেণীবোৰ তালৈ স্থানান্তৰ কৰি, ১৯৭৯ চনত স্থানান্তৰৰ কাম সম্পূৰ্ণ কৰে।

১৯৭৭ চনত স্কুলখন ৰাষ্ট্ৰীয়কৰণ হোৱাৰ পাচত, সেৱাশ্ৰমৰ কোনো কৰ্তৃত্ব নোহোৱা হৈছিল যদিও, স্কুলৰ প্ৰতি জন্মদাতাৰ মৰম এৰিব পৰা নাই।

বিবেকানন্দ বিদ্যালয়ৰ নিচিনা শিক্ষানুষ্ঠান এটা নিজৰ পইচা আৰু শ্ৰমেৰে, মাটি-ঘৰ কৰি দি, প্ৰতিষ্ঠা কৰাৰ গৌৰৱ ৰামকৃষ্ণ সেৱাশ্ৰমে নিশ্চয় কৰিব পাৰে। সেৱাশ্ৰমক এই গৌৰৱৰ অধিকাৰী কৰাত আগভাগ লোৱাৰ কাৰণে কালীপদ সৰকাৰ আৰু সুখময় ৰায় সদায় স্মৰণীয় হৈ থাকিব। স্কুলৰ শৈক্ষিক দিশৰ সুনামৰ কাৰণে তাৰিণী মোহন দাশগুপ্ত প্ৰাতঃস্মৰণীয় ব্যক্তি হিচাপে ছাত্ৰ, অভিভাৱক আৰু গুণগ্ৰাহী সকলৰ মানস পটত জিলিকি থাকিব। কালীপদ সৰকাৰ, সুখময় ৰায় আৰু তাৰিণী মোহন দাশগুপ্তৰ সহযোগী হৈ কাম কৰাৰ সৌভাগ্য মোৰো হৈছিল। তাৰকেশ্বৰ মুখাৰ্জীকো মই পাহৰা নাই।

সেৱাশ্ৰমৰ বৰ্তমান সেৱামূলক কামৰ ভিতৰত আছে—

(১) 'শুদ্ধাত্মানন্দ মেমোৰিয়েল স্কলাৰচিপ ফাণ্ড' নামৰ এটা সেৱামূলক, স্থায়ী পুঁজি গঠন কৰা হৈছে। তাৰপৰা বছৰি ডিগবৈৰ সকলো বাজহুৱা উচ্চ মাধ্যমিক স্কুলৰ ১০ম মান শ্ৰেণীৰ দুখীয়া ছাত্ৰ এজোকনক, প্ৰধান শিক্ষকৰ অনুমোদনক্ৰমে, মাহে ৭০ (সত্তৰ) টকাকৈ বৃত্তি দিয়া হয়।

(২) 'সৌম্যানন্দ মেমোৰিয়েল এড্যুকেশ্যনেল এইড স্কীম'ৰপৰা ডিগবৈৰ, বিশেষকৈ প্ৰাথমিক স্কুলবোৰৰ, প্ৰধান শিক্ষক সকলৰ অনুমোদন ক্ৰমে, অতি দুখীয়া ছাত্ৰ-ছাত্ৰীক বছৰটোৰ কাৰণে আৱশ্যকীয় বহী-কাগজ, কলম কিনি, এককালীন সাহায্য দিয়া হয়।

(৩) অৰ্থ সন্ততি নথকা স্কুল-কলেজৰ দুখীয়া ছাত্ৰ-ছাত্ৰীক স্কুলৰ ভৰ্ত্তি-মাচুল আৰু কিতাপ পত্ৰ দি সহায় কৰা হয়।

(৪) সেৱাশ্ৰমৰ সামৰ্থ্য অনুসৰি দুখীয়া বেমাৰীক দৰৱ কিনি দিয়া হয় আৰু কোনো কোনো বিশেষ ক্ষেত্ৰত, চিকিৎসাৰ ব্যৱস্থা কৰি দিয়া হয়।

(৫) সকলো নিয়মানুবৰ্ত্তিতা সঠিক ভাৱে পালন কৰি, বিবেকানন্দ বিদ্যালয়ত ডিগবৈৰ বাহিৰৰ বহু দূৰ-দূৰণিৰপৰা আহি পঢ়া, ৬০ জন ছাত্ৰৰ ছাত্ৰাবাস এটা চলাই আছে।

(৬) প্ৰতিবছৰে দুৰ্গা পূজা আৰু শ্ৰীৰামকৃষ্ণদেৱৰ জন্মোৎসৱ উপলক্ষে অতি দুখীয়া পুৰুষ-মহিলাক নতুন ধুতি-শাৰী দিয়া হয়।

(৭) উপৰন্তু, পৰৱ আদিৰ সংস্কৃতিক কাৰ্য্যত, ধৰ্ম্ম পাঠচক্ৰ সকলোৰে সহযোগ, সেৱামূলক কামৰ কাৰণে আন্তৰিকতাৰে কৰা ৰাজ্যভাণ্ডাৰ ৰক্ষিত ব্যক্তিত সম্পূৰ্ণ মানিবলগা নাই।

ৰামকৃষ্ণ সেৱাশ্ৰমে উক্ত সেৱামূলক কামবোৰত কৰা ব্যয়ৰ সঠিক পৰিমাণ জানিবৰ কাৰণে যোৱা তিনি বছৰত গড়ে প্ৰতি বছৰে কৰা খৰছৰ হিচাপ তলত দিয়া হ'ল।

| | | |
|---|---|---|
| শিক্ষাৰ শিতানত | — | ১০,৩৮৭.৪৮ টকা |
| চিকিৎসাৰ শিতানত | — | ১২,২৬৭.১৫ টকা |
| প্ৰাকৃতিক দুৰ্য্যোগ আদিত | — | ৫,৮৯৭.০০ টকা |
| গড়ে প্ৰতি বছৰত মুঠ খৰছ | — | ২৮,৫৫১.৬৩ টকা |

ৰামকৃষ্ণ সেৱাশ্ৰমক ক্ৰমবৰ্দ্ধমান গঢ় দিয়াত, নিম্নলিখিত সভাপতি আৰু সম্পাদক সকলৰ পৰিচালনাত, কাৰ্য্যনিৰ্ব্বাহিক সমিতিসমূহে নিষ্ঠাৰে কাৰ্য্য নিৰ্ব্বাহ কৰি আহিছে।

সভাপতি—এম, এন, মিত্ৰ ৬ বছৰ, মনীন্দ্ৰ নাথ দাস ১০ বছৰ, ডাঃ শৈলেন্দ্ৰ নাথ নন্দী ৬ বছৰ, আৰ, এন, বোস ৩ বছৰ, ডাঃ দিলীপ দত্ত ৬ বছৰ, সোমনাথ বানাৰ্জ্জী ১ বছৰ, ডাঃ সুব্ৰত চক্ৰৱৰ্ত্তী ২ বছৰ আৰু দ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা ১৮ বছৰ (এতিয়ালৈকে) আৰু তিনি বছৰৰ কাৰণে নিৰ্ব্বাচিত হৈছে।

সম্পাদক—ডাঃ শৈলেন্দ্ৰ নাথ নন্দী ৬ বছৰ, জে, এম, আইচ ৭ বছৰ, কালীপদ সৰকাৰ ২৭ বছৰ, সুখময় ৰায় ৩ বছৰ, বিজয় ভট্টাচাৰ্য্য ১৮ বছৰ। বৰ্ত্তমান সম্পাদক সুৰ্য্যেন্দু বিকাশ ভট্টাচাৰ্য্য।

কালীপদ সৰকাৰ, সুখময় ৰায় আৰু জগবন্ধু সৰকাৰৰ সাহচৰ্য্যত সেৱাশ্ৰমৰ লগত মোৰ সম্বন্ধ ঘটিছিল ১৯৫২ চনৰেপৰা। ১৯৬৭ চনত প্ৰথম কাৰ্য্য নিৰ্ব্বাহিক সমিতিৰ সদস্য হৈ, ক্ৰমে উপ-সভাপতি আৰু সভাপতি হোৱাৰ সৌভাগ্য হৈছে একমাত্ৰ পৰম কৰুণাময় ভগবানৰ কৃপাত। বিজয় ভট্টাচাৰ্য্যৰ নিচিনা নিষ্ঠাবান সম্পাদক থকাত আৰু সমিতিৰ সদস্যসকলৰ একান্ত সহযোগত, মই নিৰ্ব্বিবাদে সভাপতিৰ কাম চলাই যোৱাত অকণো অসুবিধা পোৱা নাই। এইবছৰ নিৰ্ব্বাচিত নতুন কমিটিৰ সদস্যসকলৰপৰাও একে ধৰণৰ সহযোগ পাই, সুখী হৈছোঁ।

সেৱাশ্ৰমৰ অগ্ৰগতিত সেৱা আগ বঢ়াইছিল শৈলেশ চন্দ্ৰ দত্তৰায়, ৰমেশ চন্দ্ৰ ভট্টাচাৰ্য্য, সত্যজীৱন পাল, মাধব মুখাৰ্জ্জী, অবিনাশ চক্ৰৱৰ্ত্তী, পীযূষ কান্তি দেব, এচ. আৰ. সেনগুপ্ত, শৰৎ ৰৱঠাকুৰ, অশ্বিনী কুমাৰ ভট্টাচাৰ্য্য, ডাঃ প্ৰভাত ঘোষ, দ্বিজেশ গুপ্ত, বীৰেশ চন্দ্ৰ গোস্বামী, জগন্নাথ দাস কাকতি আৰু বহুতে। জগন্নাথ দাস কাকতিৰ নিস্বাৰ্থ সেৱাই সকলোৰে মন আকৰ্ষণ কৰিছিল। তেখেতে সদায় দোকমোকালিতে সেৱাশ্ৰমলৈ আহি মন্দিৰৰ ভিতৰ-বাহিৰ পৰিস্কাৰ কৰি, ধুই, সেৱাশ্ৰমৰ প্ৰাঙ্গণটো সাৰি, চফা কৰি, ঘৰলৈ গৈ, চাহজলপান খাই, সময়মতে অফিচৰ কামত হাজিৰ হৈছিল। 'জাকবালা' জগন্নাথ দাস কাকতি সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ পৰিছিল।

ডেকা স্বেচ্ছাসেৱক সকলৰ উৎসাহ-উদ্দীপনা আৰু একাগ্ৰতাই হ'ল সেৱাশ্ৰমৰ ভবিষ্যৎ আশাৰ বেঙুণি। ডেকাসকলৰ সকলোৰে হৈ, এজন পকা যুৱৰ ৭৪ বছৰীয়া চঞ্চল ডেকা কৰ্মী প্ৰকৃতি ৰঞ্জন দে, স্বেচ্ছাসেৱক সকলৰ 'নীলুদা'ৰ নামটো উল্লেখ কৰিলে আপোনাকবো কোনোৱে অসন্তোষ নকৰিব। ভগবানৰ কৃপাত 'নীলুদা'ৰ বগা চুলি ক'লা নহ'লেও মনটো কেতিয়াও বুঢ়া নহ'ব বুলি বিশ্বাস ৰাখিছোঁ। লগতে দুৰ্গেশ ব্ৰহ্মচাৰী আৰু প্ৰিয় লাল দে-ৰ নামো সদায় মনলৈ আহে।

১৯৯৩ চনৰপৰা ১৯৯৬ চনলৈ শেহতীয়া কাৰ্য্য নিৰ্ব্বাহক সমিতিখনৰ সদস্য আছিল :—

সভাপতি—দ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, উপ-সভাপতি—[illegible] চন্দ্ৰ [illegible] আৰু [illegible] ভট্টাচাৰ্য্য, সম্পাদক—বিজয় ভট্টাচাৰ্য্য, সহকাৰী সম্পাদক—[illegible] কুমাৰ [illegible] আৰু [illegible] ৰায়, কোষাধ্যক্ষ/হিচাপ ৰক্ষক—চিন্ময় আচাৰ্য্য, সদস্যবৃন্দ—তপন কুমাৰ দাস, [illegible] শেখৰ ভট্টাচাৰ্য্য, দেবজিত দাস, সনৎ কুমাৰ চৌধুৰী, [illegible] ৰায়, [illegible] কুমাৰ [illegible], [illegible] কুমাৰ চক্ৰবৰ্ত্তী, সুধীৰ দাস।

এইখিনিতে পৰিষ্কাৰ কৰি থোৱা উচিত হ'ব যে, মই ব্যৱহাৰিক দিশত শ্ৰীৰামকৃষ্ণৰ 'ভক্ত' নহওঁ যদিও দুটা কাৰণত সেৱাশ্ৰমৰ প্ৰতি আকৃষ্ট হৈছিলোঁ।

(১) সেৱা কাৰ্য্যক ধৰ্ম্মৰ এটা প্ৰধান অঙ্গ কৰি লোৱাৰ বাবে।

(২) কোনো ধৰ্ম্ম বা ধৰ্ম্মীয় মতবাদৰ কোনো ৰকমৰ গোৰামী নাৰাখি শ্ৰীৰামকৃষ্ণই নিজৰ জীৱনত ৰূপায়িত কৰি দেখুওৱা 'যত মত, তত পথ' বাণী বেদান্ত দৰ্শনৰ আধাৰত অনুসৰণ কৰাৰ বাবে।

কোনো পদাভিলাষ নকৰাকৈ, নানা তিক্ত অভিজ্ঞতাৰ মাজেদি নীৰৱে, নিষ্ঠাৰে ৰামকৃষ্ণ সেৱাশ্ৰমৰ আজীৱন সেৱা কৰি যোৱা সুখময় ৰায়ৰ বিদেহী আত্মাৰ প্ৰতি মই সেৱা জনাইছোঁ। কালী সৰকাৰো গ'ল। কিন্তু ডিগবৈ ৰামকৃষ্ণ সেৱাশ্ৰমে তেখেতক কোনোদিন পাহৰিব নোৱাৰিব। মোক সেৱাশ্ৰমৰ লগত জড়িত কৰাৰ গুৰিতে আছিল এই দুজন বন্ধু।

## স্বামী শুদ্ধাত্মানন্দ মহাৰাজ

স্বামী শুদ্ধাত্মানন্দ মহাৰাজ এজন ধীৰ, স্থিৰ, গভীৰ জ্ঞান সম্পন্ন, ৰামকৃষ্ণ মিচনৰ সন্ন্যাসী আছিল। ডিগবৈ ৰামকৃষ্ণ সেৱাশ্ৰম বোধহয় কোনোবা এটা শুভক্ষণত জন্ম গ্ৰহণ কৰিছিল। সেয়ে, ৰামকৃষ্ণ মিচনৰ ইচ্ছানুসৰি, তেখেত ডিগবৈৰ ৰামকৃষ্ণ সেৱাশ্ৰমত জীৱনৰ অন্তিম সময়লৈকে থাকি, প্ৰত্যক্ষ দিহা-পৰামৰ্শেৰে, কমিটিক পৰিচালনা কৰিছিল। তেখেত হৈ পৰিছিল সেৱাশ্ৰমৰ সৰ্ব্ববাদী সম্মত অভিভাৱক, প্ৰাণকেন্দ্ৰ। কমিটিৰ আগত দৃশ্যমান মূৰ্ত্ত আদৰ্শ। তেখেতৰ অমৰ আত্মাৰ প্ৰতি পুনৰাই এটিবাৰ সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ।

ওপৰত শেহতীয়া কমিটিৰ কথা কোৱা হৈছে যদিও, ইতিমধ্যে সংবিধান অনুসৰি আৰু তিনি বছৰৰ কাৰণে নিৰ্ব্বাচন হৈ যোৱাত, তলত দিয়া কমিটিখনহে এতিয়ালৈকে শেহতীয়া কমিটি হ'ব।

সভাপতি—শ্ৰী[illegible] চন্দ্ৰ দেৱ শৰ্ম্মা, উপ-সভাপতি—শ্ৰী[illegible] শৰ্ম্মা আৰু শ্ৰীমাধব চন্দ্ৰ দত্ত, সম্পাদক—শ্ৰী[illegible] ভট্টাচাৰ্য্য, সহকাৰী সম্পাদক—শ্ৰী[illegible] ৰয়, শ্ৰী[illegible] দত্ত আৰু শ্ৰী[illegible], [illegible] হিচাপ ৰক্ষক—শ্ৰীচিন্ময় আচাৰ্য্য, সদস্যবৃন্দ—[illegible] ভট্টাচাৰ্য্য, শ্ৰীদেবজিত দাস, [illegible] চৌধুৰী আৰু [illegible]।

## হৰিজন মন্দিৰ তথা বাল্মীকি মন্দিৰ

### (১) মহাঋষি বাল্মীকি মন্দিৰ, পাকা লাইন

১৬নং বঙলালৈ সোমোৱা পথটোৰ মুখে মুখে, বিপৰীত ফালে ৰিফাইনাৰীলৈ যোৱা পথৰ কাষতে, এই মন্দিৰটো আছিল। ৰিফাইনাৰী সম্প্ৰসাৰণৰ কাৰণে এই মন্দিৰৰ মাটি কোম্পানীয়ে লৈ, ঢাকা লাইনত, কোম্পানীৰ খৰচত মন্দিৰটো সাজি দিছে। প্ৰথম মন্দিৰটো প্ৰতিষ্ঠা হৈছিল ১৯৫৭ চনত। প্ৰতিষ্ঠাপক সভাপতি আছিল—গিৰিধাৰী লাল বাল্মীকি আৰু সম্পাদক আছিল ৺ৰাম চৰণ বাল্মীকি। বৰ্ত্তমান সভাপতি—ৰামচন্দ্ৰ বাল্মীকি, উপ-সভাপতি—সতপাল বাল্মীকি, চেক্ৰেটৰী—ৰাজপাল বাল্মীকি, ধনভঁড়ালী—চিমন লাল বাল্মীকি।

### (২) পথাৰ লাইন (মুলিয়াবাৰী) বাল্মীকি মন্দিৰ

প্ৰতিষ্ঠিত হৈছিল ১৯৫০ চনত। তেল সংমগুলে মাটি দিছিল ১।১০।৪৯ তাৰিখে। প্ৰতিষ্ঠাপক সভাপতি আছিল নিক্কু ৰাম বাল্মীকি আৰু সম্পাদক আছিল মালোৰা ৰাম বাল্মীকি।

বৰ্ত্তমান কমিটি—চেয়াৰমেন—শ্ৰীকিষাণ ল্যাল চালহোত্ৰা, সভাপতি—শ্ৰীটাৰচেন লাল চালহোত্ৰা, উপ-সভাপতি—শ্ৰীৰাজপাল বাল্মীকি আৰু শ্ৰীহাদ ভজন বাল্মীকি, সাধাৰণ সম্পাদক—শ্ৰীঅশোক কুমাৰ চালহোত্ৰা, সহকাৰী সম্পাদক—শ্ৰীগুলজাৰ সিং তেজী আৰু শ্ৰীৰথ ৰাম কাৰবাহ্য, সাংস্কৃতিক সম্পাদক—শ্ৰীসৎপাল খাচলা আৰু শ্ৰীৰথ ৰাম নাহাৰ, ধনভঁড়ালী—শ্ৰীহাচান লাল দাগ্ৰী, পৰামৰ্শদাতা—শ্ৰীগুৰদাসলাল গীল, হিচাপ পৰীক্ষক—শ্ৰীওম প্ৰকাশ মাথুৰ।

## মচজিদ

ডিগবৈৰ প্ৰথম মচজিদ টোপলা বস্তি মচ্‌জিদ। ১৮৮৯ চনত বাঁহৰ বেৰেৰে প্ৰতিষ্ঠা কৰা হৈছিল এই মচজিদ। বাকী কোনো ৰেকৰ্ড নাই।

## ডিগবৈৰ ঈদগাহ

প্ৰথমতে বৰ্ত্তমান হিন্দী হাইস্কুলৰ সমুখত থকা ১১৩৫ আৰু ১১৩৬ নং লাইন আৰু আনফালে ৯৮৭, ৯৮৮, ৯৯০ নং লাইনৰ মাজৰ ঠাই ডোখৰ মুকলি হৈ আছিল। সেই ঠাইকেই ঈদগাহ হিচাপে ব্যৱহাৰ কৰিছিল। কিন্তু আৱশ্যকতাতকৈ ঠাইডোখৰ সৰু হোৱাত আৰু ডিগবৈত জনবসতি বাঢ়ি অহাৰ লগে লগে, কিছুমান অসুবিধাৰ সৃষ্টি হোৱাত, কেইবছৰমান ৰিফাইনাৰী খেল পথাৰতেই ঈদগাহৰ নামাজ পঢ়িছিল।

১৯৪২ চনত কবৰস্থানৰ কাষতে লগাই, জোনাব মফিজুৰ ৰহমানে ১৭নং ম্যাদি পট্টাৰ ১০৪নং ডাগৰ এক একৰ মাটি ঈদগাহৰ কাৰণে জেনেৰেল মুচলিম কমিটিক দান কৰিছিল। এয়েই বৰ্ত্তমানৰ ঈদগাহ। ঈদগাহৰ মঞ্চখন সাজি দিছিল হাজি মহম্মদ আলি চৈগুলে। ঈদগাহ আৰু কবৰস্থানৰ উন্নয়নৰ কাৰণে প্ৰাৰম্ভিক সহায় আগবঢ়াইছিল মহম্মদ চৰফুদ্দিন, চৈয়দ মহম্মদ হুচেইন, কাজী মুচলেউদ্দিন, ৰেজান আলি, নুৰ মহম্মদ চৈগুল আদিয়ে।

## তিনিআলি মচ্‌জিদ

আৰম্ভণিৰ কোনো ৰেকৰ্ড পোৱা নাযায়। কেৱল এটা কথা জনা যায় যে, এই মচজিদৰ কাৰণে মাটি দান দিছিল শোভান নামৰ এজন ব্যক্তিয়ে। দেশ বিভাজনৰ পাচত অন্যান্যসকলৰ লগতে শোভানো পূব পাকিস্তানলৈ গুচি গৈছিল। এওঁলোক ১৯৫১/৫৩ চনৰ ভিতৰত গৈছিল। গতিকে তিনি আলি মচজিদ ১৯৫২ চনৰ যথেষ্ট আগতে স্থাপিত হোৱাটো খাটাং।

কোম্পানীৰ ৰেকৰ্ড অনুসৰি দেখা যায় যে, তিনিআলি মচজিদৰ নামত ১৯৪৬ চনত কোম্পানীয়ে কিছু মাটি দিছিল। ইয়াৰ দ্বাৰা অনুমান কৰিব পাৰি যে, ১৯৪৬/৪৭ চনত এই মচজিদ স্থাপিত হৈছিল। প্ৰতিষ্ঠাপক কমিটিৰ বিষয়ে একো জনা নাযায়। শুনাযায়, প্ৰথম সভাপতি আছিল শোভান আৰু সম্পাদক আছিল ৰেজান আলি অথবা কাজি চিৰাজুদ্দিন।

বাকী মচ্‌জিদবোৰৰো স্থাপিত কালৰ বা প্ৰতিষ্ঠাপক ব্যক্তিসকলৰ কোনো তথ্য পোৱা নাযায়। ইয়াৰ প্ৰধান কাৰণ হ'ল, সেই সময়ৰ মুচলমান সম্প্ৰদায়ৰ সৰহ ভাগেই আছিল বৰ্ত্তমান বাংলাদেশৰ, পূব পাকিস্তানৰ। সেই সময়ত বহু কথাই মুখে মুখে চলিছিল। কোনো নথি পত্ৰ ৰখাত মানুহে গুৰুত্ব নিদিছিল। তদুপৰি বেছি ভাগ মানুহেই লিখা-পঢ়া জনা মানুহ নাছিল। এই মানুহবোৰো পাকিস্তানলৈ গুচি যোৱাত মচ্‌জিদবোৰৰ আঁতিগুৰি জনা মানুহ নোহোৱা হৈ পৰিল।

## অন্যান্য মচজিদ

মচ্‌জিদবোৰ স্থাপিত হোৱাৰ বহুদিনৰ পিচত কোম্পানীয়ে দিয়া মাটিৰ ৰেকৰ্ড এনে ধৰণৰ—

| মচ্‌জিদৰ নাম | প্লট নং | মাটিৰ পৰিমাণ | তাৰিখ |
|---|---|---|---|
| তিনিআলি মচ্‌জিদ | ৪৯৩ | ২০৮০ বৰ্গফুট | ১-৯-৪৬ |
| ষ্টেচনপাৰা মচ্‌জিদ | ৮৯০ | ৩২০০ বৰ্গফুট | ২৫-৪-৬৪ |
| জালালি মচ্‌জিদ | ৮৯৫ | ৮৩২৫ বৰ্গফুট | ১-৪-৬৪ |
| মুলিয়াবাৰী মচ্‌জিদ | ৮৯৪ | ৯৪২৫ বৰ্গফুট | ১৮-১-৬৪ |
| তেলখাদ মচ্‌জিদ | ৮৯৬ | ২৬৩০০ বৰ্গফুট | ১-৪-৬৪ |
| বাপাপুং মচ্‌জিদ | ৮৯৭ | ৩২০০ বৰ্গফুট | ১-৪-৬৪ |

## নাথ কমিটি আৰু গৌৰাঙ্গ মন্দিৰ

১৯৩০ চনত ভৱতী চন্দ্ৰ পণ্ডিত, কামিনী মোহন দেব নাথ, মন মোহন দেব নাথ আদি ব্যক্তিসকলৰ যত্নত, নাথ কমিটি গঠন কৰি, প্ৰতিবছৰে দুৰ্গা পূজা কৰি আহিছিল। দ্বিতীয় মহাসমৰৰ সময়ত কিছু বছৰলৈ পূজা বন্ধ হৈছিল। পিচত আকৌ ১৯৫২ চনত মন মোহন নাথ, ৰমেশ নাথ, লক্ষীন্দ্ৰ নাথ আদি নাথ সম্প্ৰদায়ৰ লোকসকল মিলি, দুৰ্গাপূজা আৰম্ভ কৰিছিল। ১৯৫৪ চনত অবিনাশ নাথ, নাথ কমিটিৰ সম্পাদক হৈছিল। ১৯৪৭ চনত অবশ্য দুৰ্গা পূজাৰ কাৰণে মাটি এডোখৰ ব্যৱহাৰ কৰিবৰ কাৰণে কোম্পানীয়ে অনুমতি দিছিল। নাথ কমিটিয়ে গৌৰাঙ্গ মন্দিৰ সাজিবলৈ লোৱাত কোম্পানীয়ে পূজাৰ মাটিডোখৰক লৈ ৬৮৮৪ বৰ্গফুট মাটি ৭-১১-৭২ তাৰিখে মন্দিৰ কমিটিৰ নামত লিখিত দিছিল। গৌৰাঙ্গ মন্দিৰৰ সম্পাদক অবিনাশ

নাথৰ ভাষাত—

"1957 সালে শ্রীঅবিনাশ নাথ এবং Shri D.C. Deb Sarmah (M.L.A.) দ্বারা কোম্পানী হইতে পূজার জন্য মাটি পাওয়া যায়। ১৯৬২ ইং Shri D.C. Deb Sharmahর চেষ্টায় গৌরাঙ্গ মন্দিরের জন্যও মাটি A.O.C. হইতে পাওয়া যায়। 1970 সনে মন্দির তৈয়ারী হয় এবং খুব ধুম ধাম করিয়া শ্রীশ্রীমহাপ্রভুর বিগ্রহ প্রতিষ্ঠা করা হয় (অষ্ট প্রহর নাম কীৰ্ত্তনের মাধ্যমে)"।

গৌৰাঙ্গ মন্দিৰৰ প্ৰতিষ্ঠাপক সভাপতি ঈশ্বৰ নাথ চৌধুৰী, সম্পাদক শ্ৰীঅবিনাশ নাথ, কোষাধ্যক্ষ শ্ৰীদেবেন্দ্ৰ দেবনাথ আৰু শ্ৰীসূৰ্য্য কুমাৰ দেবনাথ।

## 'গিৰমিট লাইন' তথা 'এগ্ৰিমেণ্ট লাইন' দুৰ্গা পূজা

আদিতে অসম তেল কোম্পানীয়ে কাম কৰিবলৈ স্থায়ী মজদুৰ পোৱাত অসুবিধা পাইছিল। কামত সোমাই প্ৰথম দৰমহাটো লৈয়েই বহুত মানুহে কাম এৰি গুচি গৈছিল। সেই কাৰণে কিছুমান এজেণ্ট লগাই চিলং, দাৰ্জ্জিলিং, আনকি নেপালৰ পৰাও মজদুৰ সংগ্ৰহ কৰি আনি চুক্তিবদ্ধ কৰি (Agreement), কামত ভৰ্ত্তি কৰিছিল। এই চুক্তি অনুসৰি চুক্তিৰ ম্যাদৰ ভিতৰত কাম এৰি যাব নোৱাৰিছিল। এই চুক্তিৰ জনসাধাৰণে কোৱা প্ৰচলিত নাম আছিল 'গিৰমিট'। এই 'গিৰমিটিয়া' নেপালী মজদুৰসকলক ৰাখিবৰ কাৰণে ষ্টেচন-মুলিয়াবাৰী পথৰ কাষত, ৰেল ষ্টেচনৰ ওচৰত, 'চিলং ৰ'ভৰ' বিপৰীতে, কেইবাটাও লাইন বা বেৰেক কোম্পানীয়ে সাজি দিছিল। এই লাইনবোৰৰ নামেই আছিল 'গিৰমিট বা এগ্ৰিমেণ্ট লাইন'। এই লাইনবোৰ সৌ সিদিনালৈকে, বিফাইনাৰী বঢ়াবৰ কাৰণে নভঙালৈকে, 'গিৰমিট' বা 'এগ্ৰিমেণ্ট' লাইন বুলিয়েই জনাজাত আছিল।

গিৰমিট লাইনত থকা নেপালীসকলে মিলি, প্ৰথম নেপালী দুৰ্গাপূজা আৰম্ভ কৰিছিল। সঠিক বছৰ জনা নাযায়। ১৯৩৬ চনত মই আহি গিৰমিট লাইনৰ দুৰ্গাপূজা চাইছিলোঁ। ইয়াৰ পাচতে ইটাভাটাৰ ৰাম প্ৰসাদ জৈচিৰ চেষ্টাত সেইসময়ৰ ধৰ্ম্মপ্ৰাণ নেপালীসকলৰ সুবিধাৰ কাৰণে সক জুপুৰী ঘৰ এটা সাজি পূজা কৰিছিল।

## নেপালী ঠাকুৰবাৰী তথা বিষ্ণু মন্দিৰ

সমগ্ৰ ডিগবৈৰ নেপালী সম্প্ৰদায় মিলি, বিভিন্ন পূজা-পৰ্ব্ব পাতিবৰ কাৰণে, তলত দিয়া সদস্যসকলক লৈ, প্ৰথম 'নেপালী ঠাকুৰবাৰী' কমিটি তথা 'বিষ্ণু মন্দিৰ' কমিটি, গঠন কৰিছিল ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহত। কমিটিত আছিল—সভাপতি—ভূপ বাহাদুৰ থাপা, উপ-সভাপতি—৺ৰাম প্ৰসাদ জৈচি, সাধাৰণ সম্পাদক—৺হৰি প্ৰসাদ গুৰুং, সহকাৰী সম্পাদক—হাবিলদাৰ ৺তেজ বাহাদুৰ থাপা, কোষাধ্যক্ষ—ভৱানী প্ৰসাদ উপাধ্যায়, সদস্যসকল—৺হৰকা সিং গুৰুং, ৺জিত বাহাদুৰ প্ৰধান, ৺বিষ্ণু প্ৰসাদ কৌৰৰ, ৺পুনা ৰাম উপাধ্যায়, ৺শ্যাম লাল গুৰুং, ৺ইন্দ্ৰ বাহাদুৰ ঠাকুৰী, ৺কৰ্ণ বাহাদুৰ ক্ষেত্ৰী, ৺ভুবানন্দ উপাধ্যায় আৰু পণ্ডিত ৺জলেশ্বৰ উপাধ্যায়।

বিষ্ণু মন্দিৰৰ লগতে প্ৰেক্ষাগৃহ এটিও স্থাপন কৰা হৈছিল।

## নেপালী শিৱ মন্দিৰ

বিষ্ণু মন্দিৰৰ বিপৰীতে, বিষ্ণু মন্দিৰৰ কৰ্মীসকলেই শিৱ মন্দিৰো প্ৰতিষ্ঠা কৰিছিল। এই মন্দিৰৰ কাৰণে মাটি দান দিছিল ৺শান্তা ৰাম গুৰুঙে।

## বাপাপুং শ্ৰীমন্ত শঙ্কৰ গুৰু নামঘৰ

১৯৪৫ চনত বাপাপুং চেটেলমেণ্ট এৰিয়াৰ বাইজ বেইংগবাকীমান বাগেশ্বৰ বৰাৰ ঘৰত গোট খাই, নামঘৰ এটি কৰাৰ পৰিকল্পনা কৰিছিল। ১৯৪৬ চনত বাপাপুং নামঘৰ স্থাপিত হৈছিল। প্ৰতিষ্ঠাপক কমিটিৰ সদস্যসকল আছিল ঃ সভাপতি—পদ্মধৰ হাজৰিকা, উপ-সভাপতি—ৰেৱতী গোহাঁই, সম্পাদক—ধৰ্ম্মেশ্বৰ গগৈ, সহঃ সম্পাদক—অৰুণ বৰা, কোষাধ্যক্ষ—ৰমা কান্ত ভূঞা, অন্যান্য সদস্যসকল—দুৰ্গেশ্বৰ গগৈ, অখিল চন্দ্ৰ গগৈ, হৰি প্ৰসাদ কোৰঁৰ, ৰামেশ্বৰ গগৈ, হেমকান্ত দাধৰা আৰু তিলক চন্দ্ৰ গোহাঁই। নামঘৰৰ কাৰণে ১-৯-৪৯ তাৰিখে অসম অইল কোম্পানীয়ে ১৭৮৪০ বৰ্গফুট মাটি সমিতিক দিছিল।

এতিয়ালৈকে কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ সকলো সভাপতি/সম্পাদকৰ তালিকা—

| চন | সভাপতি | সাধাৰণ সম্পাদক |
|---|---|---|
| ১৯৪৬-৫০ | স্বৰ্গীয় পদ্মকান্ত হাজৰিকা | শ্ৰীধৰ্ম্মেশ্বৰ গগৈ |
| ১৯৫০-৫২ | স্বৰ্গীয় ৰেৱতী কান্ত বৰগোহাঁই | স্বৰ্গীয় অখিল চন্দ্ৰ গগৈ |
| ১৯৫২-৫৩ | শ্ৰীনৰেন্দ্ৰ নাথ চেতিয়া | শ্ৰীধনেশ্বৰ বৰগোহাঁই |
| ১৯৫৩-৫৪ | শ্ৰীনৰেন্দ্ৰ নাথ চেতিয়া | ধৰ্ম্মেশ্বৰ গগৈ |
| ১৯৫৪-৫৫ | স্বৰ্গীয় তিলক চন্দ্ৰ বুঢ়াগোহাঁই | শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ |
| ১৯৫৫-৫৬ | শ্ৰীপূৰ্ণ কান্ত বৰুৱা | স্বৰ্গীয় লক্ষেশ্বৰ খনিকৰ |
| ১৯৫৬-৫৭ | স্বৰ্গীয় হৰি প্ৰসাদ কোৰঁৰ | স্বৰ্গীয় সুদৰ্শন চাংমাই<br>শ্ৰীবিনন্দ গগৈ |
| ১৯৫৭-৫৮ | স্বৰ্গীয় অখিল চন্দ্ৰ গগৈ | শ্ৰীগুণেশ্বৰ গগৈ<br>শ্ৰীধৰ্ম্মেশ্বৰ গগৈ |
| ১৯৫৮-৫৯ | শ্ৰীনীল কান্ত গগৈ (ডাঃ) | শ্ৰীঅমিয় কুমাৰ বৰুৱা |
| ১৯৫৯-৬০ | স্বৰ্গীয় তিলক চন্দ্ৰ বুঢ়াগোহাঁই | স্বৰ্গীয় অখিল চন্দ্ৰ গগৈ |
| ১৯৬০-৬১ | স্বৰ্গীয় তিলক চন্দ্ৰ বুঢ়াগোহাঁই | স্বৰ্গীয় অখিল চন্দ্ৰ<br>শ্ৰীবীৰেন্দ্ৰ নাথ গগৈ |
| ১৯৬১-৬২ | স্বৰ্গীয় তিলক চন্দ্ৰ বুঢ়াগোহাঁই | লাৱণ্য কুমাৰ বৰগোহাঁই |
| ১৯৬২-৬৪ | শ্ৰীবিশ্ব নাথ গগৈ | শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ |
| ১৯৬৪-৬৫ | স্বৰ্গীয় হৰি প্ৰসাদ কোৰঁৰ | স্বৰ্গীয় দুৰ্গেশ্বৰ গগৈ |
| ১৯৬৫-৬৬ | শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ | স্বৰ্গীয় দুৰ্গেশ্বৰ গগৈ |
| ১৯৬৬-৬৭ | শ্ৰীধনেশ্বৰ বৰগোহাঁই | শ্ৰীনীল কান্ত ফুকন |
| ১৯৬৭-৬৮ | শ্ৰীঅমিয় কুমাৰ বৰুৱা | শ্ৰীচন্দ্ৰ কান্ত বৰুৱা |

| | | |
|---|---|---|
| ১৯৬৮-৬৯ | স্বৰ্গীয় হৰি প্ৰসাদ কোৱঁৰ | স্বৰ্গীয় দুৰ্গেশ্বৰ গগৈ |
| ১৯৬৯-৭০ | শ্ৰীধৰ্ম্মেশ্বৰ গগৈ | শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ |
| ১৯৭০-৭১ | শ্ৰীবিশ্ব নাথ গগৈ | শ্ৰীঅমিয় কুমাৰ বৰুৱা |
| ১৯৭১-৭২ | শ্ৰীলোকেশ্বৰ গগৈ | শ্ৰীবিশ্ব বৰগোহাঁই |
| ১৯৭২-৭৩ | স্বৰ্গীয় ৰেৱতী কান্ত বৰগোহাঁই | স্বৰ্গীয় দুৰ্গেশ্বৰ গগৈ |
| ১৯৭৩-৭৪ | স্বৰ্গীয় হৰি প্ৰসাদ কোৱঁৰ | শ্ৰীচন্দ্ৰ বৰুৱা |
| ১৯৭৪-৭৬ | স্বৰ্গীয় পদ্মধৰ ফুকন | স্বৰ্গীয় দৈতাৰী ফুকন |
| ১৯৭৬-৭৭ | শ্ৰীধৰ্ম্মেশ্বৰ গগৈ | শ্ৰীনীল কান্ত গগৈ (খ) |
| ১৯৭৭-৭৮ | স্বৰ্গীয় হৰি প্ৰসাদ কোৱঁৰ | স্বৰ্গীয় দুৰ্গেশ্বৰ গগৈ |
| ১৯৭৮-৭৯ | শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ | শ্ৰীঅমিয় কুমাৰ বৰুৱা |
| ১৯৭৯-৮০ | স্বৰ্গীয় হৰি প্ৰসাদ কোৱঁৰ | শ্ৰীবিশ্ব বৰগোহাঁই |
| ১৯৮০-৮১ | স্বৰ্গীয় হৰি প্ৰসাদ কোৱঁৰ | শ্ৰীঅতুল চন্দ্ৰ বৰুৱা |
| ১৯৮১-৮২ | শ্ৰীধৰ্ম্মেশ্বৰ গগৈ | শ্ৰীগোকেশ্বৰ গগৈ |
| ১৯৮২-৮৪ | শ্ৰীত্ৰৈলক্য গগৈ | শ্ৰীঅমিয় কুমাৰ বৰুৱা |
| ১৯৮৪-৮৬ | শ্ৰীঅমিয় কুমাৰ বৰুৱা | শ্ৰীমদন বৰগোহাঁই |
| ১৯৮৬-৮৮ | শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ | শ্ৰীনীল কান্ত গগৈ (খ) |
| ১৯৮৮-৮৯ | শ্ৰীনীলাম্বৰ গগৈ | শ্ৰীমহানন্দ গগৈ |
| ১৯৮৯-৯০ | শ্ৰীনীলাম্বৰ গগৈ | শ্ৰীঅতুল চন্দ্ৰ বৰুৱা |
| ১৯৯০-৯১ | শ্ৰীভৱ কান্ত গগৈ | শ্ৰীমদন বৰগোহাঁই |
| ১৯৯১-৯২ | শ্ৰীধনেশ্বৰ বৰগোহাঁই | শ্ৰীদিলীপ চেতীয়া |
| ১৯৯২-৯৩ | শ্ৰীভৱ কান্ত গগৈ | শ্ৰীপ্ৰতাপ কোৱঁৰ |
| ১৯৯৩-৯৪ | শ্ৰীমানিক চন্দ্ৰ হাজৰিকা | শ্ৰীঅতুল চন্দ্ৰ বৰুৱা |
| ১৯৯৪-৯৫ | শ্ৰীভৱ কান্ত গগৈ | শ্ৰীপ্ৰতাপ কোৱঁৰ |
| ১৯৯৫-৯৬ | শ্ৰীউমানন্দ বৰগোহাঁই | শ্ৰীপ্ৰফুল্ল খনিকৰ |
| ১৯৯৬-৯৭ | শ্ৰীভৱ কান্ত গগৈ | শ্ৰীৰবীন কোৱঁৰ |

## ক্ৰাইষ্ট চাৰ্চ্চ বনাম ব্যাপটিষ্ট চাৰ্চ্চ

প্ৰথম ১৯৩৯ চনত ডিগবৈ তেল কোম্পানীত কাম কৰা নগাসকলে জুবিলি ফিল্ডৰ ওচৰত এটা জুপুৰী ঘৰক গীৰ্জ্জা কৰি প্ৰাৰ্থনা কৰিবলৈ লৈছিল। পাহাৰ লাইন তথা বুদ্ধ মন্দিৰলৈ সোমোৱা পথৰ কাষত, সোঁফালে থকা লাইনটোত, (লাইন নং১০৪৩) নগাসকল আছিল। এই লাইনটোক নগা লাইন বুলি কৈছিল। পিচত শ্ৰীমতী কিবি গোহাঁইৰ উদ্যোগত অসমীয়া খৃষ্টান সম্প্ৰদায়ৰ লোকসকল মিলি, কোম্পানীৰ ঘৰ এটাত প্ৰাৰ্থনা কৰিবলৈ লৈছিল। কিছুদিনৰ পাচতে ডিগবৈৰ সকলো ব্যাপটিষ্ট মিলি হাস্পাতাল টিলাত, প্ৰথম গীৰ্জ্জা ঘৰ এটা কৰি, প্ৰাৰ্থনা কৰিছিল। এই গীৰ্জ্জা ঘৰটোৰ নাম আছিল 'ক্ৰাইষ্ট চাৰ্চ্চ'। ইয়াৰ প্ৰধান উদ্যোক্তা আছিল মিঃ আবেল আৰু দেববৰ্ম্ম। শেষৰ গৰাকী সভাপতি আছিল মিচেচ অলিয়ৰী।

'ক্ৰাইষ্ট চাৰ্চ্চ'ত ৰাতিপুৱা ১০ বজাৰ পৰা ১২ বজালৈ মিজোসকলে আৰু দুটাৰপৰা ব্যাপটিষ্ট সকলে প্ৰাৰ্থনা কৰিছিল। পুৰোহিত আছিল মদন সিং।

অনুমান ১৯৫৫/৫৬ চনত কোম্পানীৰপৰা মাটি লৈ স্থায়ী ভাবে বৰ্ত্তমানৰ ব্যাপটিষ্ট গীৰ্জ্জা ঘৰটো সজা হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক সভানেত্ৰী আছিল মিচেচ অলিভ্ৰৰী।

১৯৫৮ চনৰ ১৯ মে তাৰিখে শ্ৰীসুৰেন্দ্ৰ নাথ কোলিয়াই পুৰোহিতৰ দায়িত্ব গ্ৰহণ কৰিছিল। সুখৰ কথা যে ১৯৭৩ চনৰ ২১/২২ জুনত অসম ব্যাপটিষ্ট কনভেনশ্যনে শ্ৰীকোলিয়াক 'ৰেভাৰেণ্ড'ৰ মৰ্য্যাদা দিছে।

ৰোমান কেথলিক চাৰ্চ্চ—১৯৪৬ চনত চিলঙৰ বিচপ স্বৰ্গীয় ষ্টেফেন ফাৰাণ্ডো (Late Stephen Farrando)ৰ যত্নত ডিগবৈৰ কেথলিক চাৰ্চ্চ প্ৰতিষ্ঠিত হৈছে।

## ডিগবৈ বৌদ্ধ বিহাৰ

স্থাপিত ১৯৩৭ চন। প্ৰথম অৱস্থাত কোনো নিৰ্দিষ্ট স্থায়ী ঘৰ নাছিল। ৫-৫-৬৪ তাৰিখে অসম তেল কোম্পানীৰপৰা ২৯৮৫০ বৰ্গফুট মাটি লৈ, ডিগবৈ বৌদ্ধ বিহাৰৰ স্থায়ী ৰূপ দিয়া হৈছে। প্ৰতিষ্ঠাপক সভাপতি আছিল সুখদা বৰুৱা, সম্পাদক—কৰুণা মুৎসুদ্দি, সদস্যসকল—পৰিমল বৰুৱা, তাৰা কিঙ্কৰ বৰুৱা, দীনেশ চৌধুৰী, যামিনী বৰুৱা আৰু গিৰিশ বৰুৱা। প্ৰথম ভান্টে (পুৰোহিত) জাগৰণ ভান্টে।

## শিখ মন্দিৰ

ডিগবৈত শিখ মন্দিৰ দুটা। (১) 'শিখ মন্দিৰ বিফাইনাৰী' (২) 'শিখ মন্দিৰ তেলখাদ'।

**শিখ মন্দিৰ বিফাইনাৰী ঃ** ১৯২৬ চনত বিফাইনাৰী চৌহদৰ ভিতৰতে ডিগবৈৰ শিখসকলে শিখ মন্দিৰ স্থাপন কৰিছিল। ২য় মহাসমৰৰ পাচত, বিফাইনাৰীৰ চৌহদৰ ভিতৰত মন্দিৰ ৰাখিবলৈ কোম্পানীয়ে আপত্তি কৰাত, চৰ্দ্দাৰ দয়াল সিঙৰ কৰ্মক চৰ্দ্দাৰ ভগন সিঙে মন্দিৰৰ কাৰণে মাটি দান দিছিল। সেই মাটিতে 'শিখ মন্দিৰ চাৰিআলি' স্থায়ী ভাবে প্ৰতিষ্ঠিত হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি আছিল চৰ্দ্দাৰ সুন্দৰ সিং মিস্ত্ৰি।

**শিখ মন্দিৰ তেলখাদ ঃ** মধ্য ডিগবৈ মুলিয়াবাৰী অঞ্চলত থকা শিখসকলৰ কাৰণে বিফাইনাৰী মন্দিৰ দূৰ হোৱাত ১৯২৮ চনত মধ্য ডিগবৈত সুউচ্চ টিলা এটা কোম্পানীৰপৰা লৈ 'শিখ মন্দিৰ তেলখাদ' স্থাপন কৰিছিল। প্ৰতিষ্ঠাপক সভাপতি আছিল চৰ্দ্দাৰ মোহন সিং।

## শ্ৰীবৈষ্ণৱ মন্দিৰ

ডিগবৈবাসী হিন্দীভাষী সকলৰ জগন্নাথ মিশ্ৰ, কাশী চৰ্দ্দাৰ (যাদৱ), আধাৰাম সিং (ঠিকাদাৰ), কিষণ চৰ্দ্দাৰ আদি লোকসকলে মিলি ১৯২৬ চনত ডিগবৈত 'হিন্দুস্থানী সঙ্ঘ' (Hindustani Community) গঠন কৰি তেওঁলোকৰ সমূহীয়া পূজা-পৰ্ব্ব পাতিবৰ কাৰণে এটা বৈষ্ণৱ মন্দিৰ (ৰাম মন্দিৰ) স্থাপন কৰিবলৈ চিন্তা কৰিছিল। কিন্তু মাটি ল'ব নোৱাৰি মন্দিৰ সাজিব পৰা নাছিল। ১৯৪৪ চনত বিশ্ব নাথ সিঙে মাটি দান দিয়াত, সুন্দৰ শুক্লা, কাশী চৰ্দ্দাৰ, ললিতা প্ৰসাদ ঠাকুৰাই, কপিল দেউ দুবে, মহাত্তম প্ৰসাদ তেৱাৰী, ৰাম সুমিৰণ গোস্বামী আদি ব্যক্তিসকলে প্ৰস্তাৱিত বৈষ্ণৱ মন্দিৰ প্ৰতিষ্ঠাৰ কাৰণে আগবাঢ়ি আহি, বিশ্ব নাথ সিং আৰু সৰযু পাণ্ডেক মুখীয়া সম্পাদক হিচাপে লৈ, কমিটি এখন গঠন কৰিছিল। কমিটিৰ সদস্য সংখ্যা আছিল ৫১ জন। মন্দিৰৰ আধাৰশিলা স্থাপন কৰিছিল বিশ্ব নাথ সিঙে। ১৯৫২ চনত বিশ্ব নাথ সিঙৰ আৰ্থিক বদান্যতাৰে বৈষ্ণৱ মন্দিৰ সম্পূৰ্ণ হৈ উঠিছিল।

## সত্য নাৰায়ণ মন্দিৰ

স্থাপিত হৈছিল ১৬।৩।৮৮ তাৰিখে। মাটি দান দিছিল শালিগ্ৰাম চুনিলালে। প্ৰতিষ্ঠাপক— ৺বদ্ৰিনাৰায়ণ, ৺টিকু ৰাম বাজাজ, ৺কেশব দেও চৌধুৰী আদি। বৰ্ত্তমান কমিটি—পৰামৰ্শদাতা শঙ্কৰ লাল শৰ্ম্মা, সভাপতি—মণি ৰাম গোয়েল, উপ-সভাপতি—পৰশু ৰাম খৈতান, চেক্ৰেটৰী—মালীৰাম আগৰৱালা, কোষাধ্যক্ষ—লাল চান্দ কাচাৰা আদি।

## ৰাপাপুং দুৰ্গা পূজা

দ্বিতীয় মহাসমৰৰ পাচলৈকে ৰাপাপুঙত প্ৰধান বাসিন্দা আছিল প্ৰাক্তন চাহ বনুৱা সম্প্ৰদায়ৰ লোক। 'অসমীয়া' জেনেই কম আছিল। অসম অইল কোম্পানীয়ে তেওঁলোকৰ চাকৰিয়াল সকলক কোম্পানীৰ ঘৰ দিব নোৱাৰি, নিজে ঘৰ সাজি থাকিবলৈ সুবিধা দিবৰ কাৰণে দ্বিতীয় মহাসমৰৰ পাচত, ৰাপাপুং চেটেলমেণ্ট এৰিয়া কৰি দিয়াত হে, ২।৪ জনকৈ 'অসমীয়া' মানুহে বসতি কৰিবলৈ লৈছিল।

দুৰ্গাবাৰী অঞ্চল বঙালী প্ৰধান আছিল। তাৰ বঙালীসকলে, পিচত উল্লেখ কৰা 'দুৰ্গাবাৰী' শিতানত লিখা অনুসৰি, ১৯৩৩ চনৰ পৰা দুৰ্গাপূজা কৰিবলৈ লৈছিল। ৰাপাপুঙৰ বনুৱা সম্প্ৰদায়ৰ লোকসকল আছিল অতিকৈ দুৰ্গা ভক্ত। গতিকে তেওঁলোকে নিজাববীয়া কৈ পূজা ভাগ কৰিব নোৱাৰি, বাধ্য হৈ, দুৰ্গাবাৰীৰ পূজাত যোগ দিছিল যদিও স্বাভাৱিকতে নিজৰ পূজা বুলি ভাবি, আনন্দ উপভোগ কৰিব পৰা নাছিল। তেওঁলোক আছিল অবজ্ঞাত আলহী স্বৰূপ। সেয়ে তেওঁলোকৰ মনত নিজাকৈ পূজা এভাগ কৰাৰ প্ৰবল অনুভূতি জাগিছিল। কিন্তু আগভাগ লওঁতা নোলোৱাৰ কাৰণে সাহস আৰু উপায় পোৱা নাছিল।

১৯৪৪ চনত মিলিটাৰীয়ে এৰি থৈ যোৱা টিনৰ সাধাৰণ ঘৰ এটাকে চৌহদেৰে সৈতে দখল কৰি, এই মানুহখিনিৰ ল'ৰা-ছোৱালীৰ কাৰণেই, 'ৰাপাপুং প্ৰাইমাৰী স্কুল' খুলি, তাতেই বহুৱাইছিলোঁ। তাৰ মানুহখিনিৰ অনুভূতিৰ প্ৰতি মই সজাগ আছিলোঁ। সেয়ে ১৯৪৪ চনতে, স্কুল চৌহদতে, 'ৰাপাপুং দুৰ্গাপূজা' নামেৰে পূজা এভাগ প্ৰতিষ্ঠা কৰিবলৈ আগভাগ লৈছিলোঁ। মোৰ প্ৰস্তাৱটো শুনাৰ লগে লগে গাৱঁৰ ৰাইজ, বিশেষকৈ ডেকাসকল, অতি উৎসাহেৰে পূজা পাতিবলৈ আগবাঢ়ি আহিছিল।

ৰাপাপুং দুৰ্গাপূজা কমিটিৰ প্ৰতিষ্ঠাপক কমিটিৰ সদস্যসকল আছিল—পৰামৰ্শদাতা—শ্ৰীবিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা, সভাপতি—সোণাৰাম বৰা, উপ-সভাপতি—তাৰাপদ গোৰ, সম্পাদক—তিলক তাঁতি, কোষাধ্যক্ষ—প্ৰফুল্ল কলিতা, সদস্যসকল—বিশ্বম্ভৰ গোৰ, মঙ্গল সিং, কীৰ্ত্তন তাঁতি, ভুব ৰাজ ভূমিজ, খুদীৰাম ভূমিজ, বজন মুণ্ডা, বিজয় মুণ্ডা, পেট্ৰু মুণ্ডা, গোপাল মুণ্ডা, খৰ্গেশ্বৰ কলিতা, সুখ ৰাম কলিতা, মতিলাল উৰাং, কোকা মুণ্ডা আদি।

১৯৪৮ চনৰপৰা বিভিন্ন কামত জড়িত হৈ পৰাত, মই সক্ৰিয় ভাবে দুৰ্গাপূজাত সহায় কৰিব পৰা নাছিলোঁ। ১৯৫৭ চনলৈ উক্ত কমিটিয়েই কাৰ্য্যনিৰ্বাহ কৰিছিল। ১৯৫৮ চনৰপৰা কৈইবছৰমান জোৰেশ্বৰ বৰঠাকুৰ সভাপতি আৰু সোণাৰাম বৰা সম্পাদক আছিল। প্ৰফুল্ল

কলিতা কোষাধ্যক্ষ আছিল। পাচত ১৯৭৩ চনলৈ সভাপতি আছিল লক্ষ্মী প্ৰসাদ বৰঠাকুৰ আৰু সম্পাদক আছিল ভবানী শৰ্মা। ১৯৭০ চনৰপৰা ১৯৭৯ লৈ সভাপতি ধৰ্মেশ্বৰ কলিতা (বৰ ডেকা), সম্পাদক—খুদি ৰাম ভূমিজ আৰু কোষাধ্যক্ষ প্ৰফুল্ল কলিতা আছিল। ১৯৭৯ৰপৰা সভাপতি আছিল লক্ষ্মী প্ৰসাদ বৰঠাকুৰ, সম্পাদক—হেমেন ৰৰা, দ্বিতীয় সম্পাদক—গোপাল ভূমিজ আৰু লুখেশ্বৰ তাঁতি। লক্ষ্মী বৰঠাকুৰৰ মৃত্যুৰ পাচত কোষাধ্যক্ষ প্ৰফুল্ল কলিতাৰ পৰিচালনাত পূজা ভাগ চলি আছে।

এই পূজাৰ স্থায়ী ঘৰ-মণ্ডপৰ কাৰণে অসম অইল কোম্পানীক মাটি খোজাত কোম্পানীয়ে পূজাৰ নামত মাটি দিবলৈ মান্তি নোহোৱাত, ১৯৭৪ চনত 'খাপাপুং ধৰ্ম-সংস্কৃতি সভা' নামেৰে এটা অনুষ্ঠান পঞ্জীভুক্ত কৰা হয়। তাৰ সভাপতি আছিল লক্ষ্মী প্ৰসাদ বৰঠাকুৰ। বৰঠাকুৰৰ পাচত বৰ্ত্তমান সভাপতি প্ৰদীপ বৰঠাকুৰ আৰু সম্পাদক ব্ৰজেন বৰঠাকুৰ, কোষাধ্যক্ষ—প্ৰফুল্ল কলিতা।

এইখিনিতে বিনীত ভাবে ধৃষ্টতা প্ৰকাশ কৰোঁ যে, ওপৰত উল্লেখ কৰা কমিটিৰ সদস্যসকলৰ ভিতৰত হয়তো কিছুমান প্ৰতিষ্ঠাপক কমিটিৰ সদস্য নাছিল—পাচৰ কমিটিবোৰত আছিল। সোণাৰাম ৰৰা, তিলক তাঁতি, তাৰাপদ গোৰ, বিশ্বম্ভৰ গোৰ, প্ৰফুল্ল কলিতা আদি কেইগৰাকীমানৰ বাহিৰে বাকীবোৰৰ কোন, কোনখন কমিটিৰ সদস্য আছিল তাক সঠিক ভাবে লিখিব নোৱাৰিলোঁ। কিন্তু অগা-পিচাকৈ এইসকলেই যে দুৰ্গাপূজা চলাই আহিছে, সেই বিষয়ে মই নিঃসন্দেহ। এতিয়াও যদি কাৰোবাৰ নাম বাদ পৰিছে, তাৰ কাৰণে মই দুখ প্ৰকাশ কৰাৰ বাহিৰে আন উপায় নাই।

দেখি সুখী হৈছোঁ যে, কমিটিখনে এতিয়ালৈকে কোম্পানীৰ মাটিলৈ পকা মণ্ডপ-সভাঘৰ আদি কৰি অন্যান্য অগ্ৰগণী পূজাৰ শাৰীত আসন ল'বলৈ সমৰ্থ হৈছে।

## দুৰ্গাবাৰী

৺চন্দ্ৰেশ্বৰ বৰুৱাই দান কৰা মাটিত ১৯৩৩ চনত দুৰ্গা মন্দিৰ সাজি দুৰ্গাপূজা আৰম্ভ কৰাৰ দিনৰ পৰাই সেই চুবুৰীটোৰ নাম দুৰ্গাবাৰী হৈছে। এই দুৰ্গাপূজাৰ গুৰি ধৰোঁতা আছিল ৺মনীন্দ্ৰ নাথ চক্ৰবৰ্ত্তী। প্ৰতিষ্ঠাপক কমিটিৰ কোনো তালিকা পোৱা নগ'ল। প্ৰাপ্ত তথ্য অনুসৰি ১৯৭১ চনত কমিটিৰ সদস্যসকল আছিল—সভাপতি— এন. বিশ্বাস, উপ-সভাপতি—এচ এন. বিশ্বাস, সাধাৰণ সম্পাদক—এন. কে. বসু, ধৰ্মীয় চেক্ৰেটৰী—বি. কে. দেব ৰয় আৰু কোষাধ্যক্ষ—কে. এন. চক্ৰবৰ্ত্তী।

বৰ্ত্তমান কমিটি— সভাপতি—শ্ৰীনাৰায়ণ প্ৰসাদ দাস, উপ-সভাপতি—শ্ৰী আৰ. এন. দাস, সাধাৰণ সম্পাদক—শ্ৰীসুনীল দত্ত চৌধুৰী, দ্বিতীয় সম্পাদক—শ্ৰীহিৰণ্ময় চক্ৰবৰ্ত্তী, আৰু শ্ৰীসুধা সৰকাৰ, কোষাধ্যক্ষ—শ্ৰীবি. আৰ. গুপ্ত, পূজা চেক্ৰেটৰী—শ্ৰীবিজয় দাস, সদস্যসকল—শ্ৰীচিত্ত বাউৰ, শ্ৰীবিজয় দত্ত চৌধুৰী, শ্ৰীদেবেন্দ্ৰ নাথ মণ্ডল, শ্ৰীতপন ভট্টাচাৰ্য্য, শ্ৰীদিলীপ মজুমদাৰ, শ্ৰীগোপাল দাস, শ্ৰীএ.কে. বিশ্বাস, শ্ৰীব্ৰজেন বৰঠাকুৰ, শ্ৰীৰঞ্জন কুৰ্মী, শ্ৰীঅৰুণ বৰুৱা, শ্ৰীজে. সান্যাল, শ্ৰীঅশোক বৰুৱা।

শিলৰ দুৰ্গা মূৰ্ত্তি দান কৰিছে ৺এচ. কে. চক্ৰবৰ্ত্তীয়ে।

## কালীবাৰী

১৯৪৪ চনৰপৰাই চিন্তা চৰ্চা কৰি শ্ৰীশৈলেশ চন্দ্ৰ দত্ত ৰায়ৰপৰা মাটি লৈ, সাধাৰণ টিন বাঁহৰ মন্দিৰ এটা সাজি, ১৯৪৫ চনৰ নবেম্বৰ মাহত, কালীপূজাৰ দিনাখন, কালী মূৰ্ত্তি প্ৰতিষ্ঠা কৰি, প্ৰথম পূজা আৰম্ভ কৰা হৈছিল। তেতিয়াৰপৰা সেই চুবুৰীটো কালীবাৰী নামেৰে জনাজাত হৈছে। প্ৰতিষ্ঠাপক কমিটিৰ সদস্যসকল আছিল—সভাপতি—শ্যামাপদ গুহ, উপ-সভাপতি—দেবেন্দ্ৰ লাল গুহ, সম্পাদক—নীৰদ ৰঞ্জন চৌধুৰী, সহকাৰী সম্পাদক—হীৰেন্দ্ৰ লাল বিশ্বাস, কোষাধ্যক্ষ—সূৰ্য্য কুমাৰ দাস, সদস্যসকল—সুখেন্দ্ৰ চক্ৰবৰ্ত্তী, ফণি ভূষণ চৌধুৰী, কামিনী কুমাৰ বিশ্বাস, শচীন্দ্ৰ লাল কৰ, সুৰেন্দ্ৰ লাল দত্ত, ননী গোপাল দে, কল্পতৰু দাস আৰু সতীশ চন্দ্ৰ ঘোষ।

বৰ্ত্তমান কমিটি—সভাপতি—শ্ৰী এন. আৰ. ঘোষ, উপ-সভাপতি—শ্ৰী এচ. এন. চক্ৰবৰ্ত্তী, সাধাৰণ সম্পাদক—শ্ৰীসুকুমাৰ খাস্তগীৰ, কোষাধ্যক্ষ—শ্ৰী আৰ. এচ. ভট্টাচাৰ্য্য, ধৰ্ম্মীয় সম্পাদক—শ্ৰী এন. কে. দে, সদস্যসকল—সৰ্বশ্ৰী এচ. বি. চক্ৰবৰ্ত্তী, কে. এম. চক্ৰবৰ্ত্তী, ডি. ভট্টাচাৰ্য্য, এ. ৰয়, পি. কুন্দু, এচ. দত্ত, বি. কে. দে, এইচ. এচ. ভট্টাচাৰ্য্য, এচ. দাস, এম. আৰ. চক্ৰবৰ্ত্তী আৰু এম. গুপ্ত।

আভ্যন্তৰীণ হিচাপ পৰীক্ষক—শ্ৰীকে. পি. ভট্টাচাৰ্য্য আৰু শ্ৰীডি. ৰয় চৌধুৰী।

কালীবাৰী কমিটিয়ে পকা কালী, মন্দিৰ শিৱ মন্দিৰ আদি সজাৰ উপৰিও, মাটি-ঘৰ দি কালীবাৰী প্ৰাইমাৰী স্কুল আৰু কালীবাৰী এম. ই. স্কুল প্ৰতিষ্ঠা কৰিছে।

## শ্ৰীঅৰবিন্দ চচাইটি

১৯৫৮ চনত ডিগবৈ চাৰি আলিত, এটা ভাড়া ঘৰত প্ৰথম, 'নৱ জীৱন কৰ্ম্মী সঙ্ঘ' নামেৰে অনুষ্ঠান এটা প্ৰতিষ্ঠা কৰি, পাচত তাকেই পণ্ডিচেৰীৰ শ্ৰীঅৰবিন্দ চচাইটিৰ আৰাধ্যা মাতৃৰ আশীষ পুষ্ট হৈ, 'শ্ৰীঅৰবিন্দ চচাইটি, ডিগবৈ শাখালৈ' ৰূপান্তৰিত কৰা হয়।

অৰবিন্দ চচাইটিৰ মূল পণ্ডিচেৰী আশ্ৰমৰপৰা আধাৰ শিলা আনি, ১৯৬৭ চনত ডিগবৈ অৰবিন্দ চচাইটিয়ে 'মাতৃ মন্দিৰ' স্থাপন কৰে।

শ্ৰীঅৰবিন্দ আৰু 'মাতৃ'ৰ প্ৰদৰ্শিত সামগ্ৰিক যোগ সাধনাৰে, আধ্যাত্মিক সচেতনতাৰ প্ৰসাৰৰ লগতে শৰীৰ, মন আৰু আত্মাৰ সমন্বয় সাধনেৰে সৰ্ব্বোচ্চ আধ্যাত্মিক জ্ঞান আহৰণ কৰি, পৰমাত্মাৰ লগত একাত্মানুভূতি বোধ কৰাই চচাইটিৰ উদ্দেশ্য।

সদস্যসকলে সপ্তাহত প্ৰতি শনিবাৰে লগ লাগি, 'Swadhyaya' ৰ কাৰণে বহা বৈঠকত সন্মিলিত হয়। ইয়াৰ বাহিৰেও আন দিনতো দৰ্শন কৰাৰ আৰু বিবিধ উৎসৱ পালন কৰাৰ ব্যৱস্থা আছে।

ইচ্ছুক ব্যক্তিসকলে পঢ়িবৰ কাৰণে এই 'মাতৃ মন্দিৰ'ত শ্ৰীঅৰবিন্দ আৰু 'মাতৃ'ৰ ওপৰত লিখা, বিবিধ গ্ৰন্থেৰে সু-সমৃদ্ধ পুথিভঁৰাল এটা আছে।

প্ৰতিষ্ঠাপক সদস্যসকল আছিল—শ্ৰীগোপাল চন্দ্ৰ ভট্টাচাৰ্য্য, ডাঃ দিলীপ দত্ত, শ্ৰীসন্তোষ

চন্দ, শ্ৰীপৃথিশ ভট্টাচাৰ্য্য, শ্ৰীঅনিল ভট্টাচাৰ্য্য, শ্ৰীএচ. ধৰ, শ্ৰীএচ. কে. ৰয়, শ্ৰীজি. এগো, শ্ৰীদিলীপ চক্ৰবৰ্ত্তী, শ্ৰীটি. এন. দত্ত শৰ্ম্মা আদি।

## ৰাধা গোবিন্দ মন্দিৰ

ৰাধা গোবিন্দ মন্দিৰৰ কাৰণে ১৯৫৭ চনৰ ৩০ আগষ্ট তাৰিখে ৺ৰবীন্দ্ৰ নাথ দাসে ২ কঠা ২ লোচা মাটি দান কৰিছিল। সেই মাটিতে ১৫।১২।৫৮ তাৰিখে অসম অইল কোম্পানীৰ এচিষ্টেন্ট জেনেৰেল মেনেজাৰ কে. বি. কানুগাৰ সহধৰ্ম্মিনী, মিচেচ কানুগাই মন্দিৰৰ আধাৰশিলা স্থাপন কৰিছিল।

প্ৰতিষ্ঠাপক কমিটিৰ সভাপতি—ধীৰেন্দ্ৰ নাথ সেন, সম্পাদক—অনিল ভট্টাচাৰ্য্য। অন্যান্য সদস্যসকল—প্ৰফুল্ল দাস, বিচু দত্ত, আৰ. বি. পাল, সুকুমাৰ সেন আদি আছিল।

বৰ্ত্তমানৰ কমিটিখন ১৯৭৩ চনত নিৰ্ব্বাচিত হৈছিল। এই কমিটিৰ সভাপতি—গোপাল সেন, সম্পাদক—টি. পি. দে, বি. কে. সেন, এ. কে. পাল আৰু কোষাধ্যক্ষ—এচ. চি. সেন।

২৬।৬।৮১ তাৰিখে মন্দিৰ উদ্বোধন কৰা হৈছিল।

ইয়াৰ বিশেষত্ব এই যে, মহিলাও ইয়াৰ নিয়মীয়া পূজাৰী হ'ব পাৰে। প্ৰথম আৰু দ্বিতীয় পূজাৰী মোহন দাস বৈষ্ণৱ আৰু সচ্চিদানন্দজী যোৱাৰ পাচত বৈশালী বৈষ্ণৱী নামৰ মহিলা এগৰাকী পূজাৰী হৈ আছে।

## ডিগবৈ শিৱ মন্দিৰ

ডিগবৈত এটা সময়ত, এক বৃহৎ পৰিমাণৰ অন্ধ্ৰ প্ৰদেশৰ মানুহ আছিল। ডিগবৈৰ মানুহে সাধাৰণতে এওঁলোকক 'টেলেঙা' বুলিছিল।

১৯৫৮ চনত ডিগবৈৰ অন্ধ্ৰ সঙ্গম কমিটিয়ে মুলিয়াবাৰীত থকা শিৱ মন্দিৰ (টেলেঙা শিৱ মন্দিৰ) প্ৰতিষ্ঠা কৰিছিল। এই মন্দিৰৰ প্ৰধান উদ্যোক্তা আৰু পৰামৰ্শদাতা আছিল—অসম অইল কোম্পানীৰ টেকনিকেল মেনেজাৰ এ. সুব্ৰামণি আৰু এজন পৰামৰ্শদাতা আছিল কে. ৰামসুন্দেৰন। তেখেত মুখ্য আভ্যন্তৰীণ হিচাপ পৰীক্ষকো আছিল।

প্ৰতিষ্ঠাপক সভাপতি আছিল বি. নাইকানা আৰু সাধাৰণ সম্পাদক আছিল কে. আপ্পালাস্বামী।

১৯৬১ চনত ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি আৰু তেতিয়াৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি নীলম সঞ্জীৱ ৰেড্ডী ডিগবৈৰ কংগ্ৰেছ ভৱন মুকলি কৰিবলৈ আহোঁতে এই শিৱ মন্দিৰ দৰ্শন কৰি অন্ধ্ৰবাসীসকলক আনন্দ দিছিল।

## ৰাপাপুং সাৰ্ব্বজনীন নামঘৰ

১৯৫৫ চনত ৰাপাপুং সাৰ্ব্বজনীন নামঘৰ স্থাপিত হৈছিল। নামঘৰৰ কাৰণে মাটি দান

দিছিল জগত ভ্ৰাইতাৰে (জগত হাজৰিকা)। প্ৰতিষ্ঠাপক সভাপতি আছিল ৺মোহন চন্দ্ৰ ডেকা আৰু সম্পাদক আছিল শ্ৰীধনেশ্বৰ দত্ত।

বৰ্ত্তমান কমিটি :— সভাপতি—যোগেন দত্ত, উপ-সভাপতি—টুলীধৰ শৰ্ম্মা, সম্পাদক—প্ৰণৱ জ্যোতি বৰা, সহকাৰী সম্পাদক—নয়ন দত্ত, কোষাধ্যক্ষ—হৰেশ হাজৰিকা, কৃষ্টি সম্পাদক—থূলন বৰুৱা, মাজু বৰা আৰু বিশেশ্বৰ কাকতি, সদস্যসকল—হেমানন্দ দত্ত, চিত্ত বৰুৱা, প্ৰদীপ দত্ত, মৃদুল বৰদলৈ, মৃদুল দত্ত, ৰঞ্জিত হাজৰিকা, বিপিন ভুঞা, বিপুল বৰা, বাবুল কাকতি, টঙ্ক বৰা আদি।

## সৎসঙ্গ বিহাৰ

ডিগবৈত্ত্ব থকা ঠাকুৰ অনুকূল চন্দ্ৰৰ ভক্তসকলে ১৯৫৩ চনত ডিগবৈত 'সৎ সঙ্গ' প্ৰতিষ্ঠা কৰিছিল। প্ৰতিষ্ঠাপক সভাপতি আছিল ৺ভক্ত বাহাদুৰ প্ৰধান, সম্পাদক—সমৰ দেব, সদস্যসকল—কাধীৰ চক্ৰবৰ্ত্তী, ইন্দু প্ৰকাশ কৰ, উমানন্দ দাস আদি।

১৯৬৫ চনত ইন্দু প্ৰকাশ কৰ সভাপতি, নৃপেন চন্দ্ৰ দাস সম্পাদক, আৰু হৰিপদ মণ্ডল কোষাধ্যক্ষ আছিল। ১৯৭১ চনত ইন্দু প্ৰকাশ কৰ সভাপতি, যোগেন্দ্ৰ কুমাৰ দাস সম্পাদক আছিল। এই কমিটিৰ চেষ্টাতেই ইটাভাটাত সৎ সঙ্গ বিহাৰ স্থাপিত হয়।

## আনন্দময়ী কালী মন্দিৰ

স্থাপিত ১৯৮৮ চন। প্ৰতিষ্ঠাপক—নবেন্দু চৌধুৰী, দেবেন্দ্ৰ চন্দ্ৰ দেবনাথ, দীপাল কান্তি ব'ল, প্ৰকৃতি ৰঞ্জন দেবনাথ, প্ৰশান্ত নাথ ভট্টাচাৰ্য্য, দিলীপ দেবনাথ, ধীমণ দেবনাথ, বিতু দেবনাথ, বীৰেশ চক্ৰবৰ্ত্তী, নদিয়া বাসী দেবনাথ, ভব তাৰণ ভট্টাচাৰ্য্য আদি।

বৰ্ত্তমান কমিটি—সভাপতি—নবেন্দু চৌধুৰী, উপ-সভাপতি—দীপাল কান্তি ব'ল, সাধাৰণ সম্পাদক—প্ৰকৃতি ৰঞ্জন দেবনাথ, সহঃ সাধাৰণ সম্পাদক—শ্ৰীমতী বীণা পাল, ধৰ্মীয় সম্পাদক—শ্যামল ভট্টাচাৰ্য্য, কোষাধ্যক্ষ—দিলীপ চক্ৰবৰ্ত্তী, সাংগঠনিক সম্পাদক—মিলন দেব, সাংস্কৃতিক সম্পাদক—নিৰঞ্জন চক্ৰবৰ্ত্তী, সদস্যসকল—প্ৰশান্ত নাথ ভট্টাচাৰ্য্য, বিশ্বনাথ ভট্টাচাৰ্য্য, হিচাপ পৰীক্ষক—নবেন্দু ভট্টাচাৰ্য্য।

## মিচনপাৰা শিব মন্দিৰ

১৯৫৮ চনত মিচন পাৰাত আন এটা শিব মন্দিৰ প্ৰতিষ্ঠা হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি আছিল প্ৰাণহৰি দেবনাথ, সম্পাদক আছিল বাবু মোহন দেবনাথ আৰু কোষাধ্যক্ষ আছিল যতীন্দ্ৰ মোহন দেবনাথ। এই মন্দিৰৰ কাৰণে যতীন্দ্ৰ নাথ মহাজন আৰু ৰমণী মোহন নাথে মাটি দান কৰিছিল। এই মন্দিৰত দৈনন্দিন শিব পূজাৰ বাহিৰেও বছৰি শিব ৰাত্ৰি উৎসৱ, দৌল-যাত্ৰা উৎসৱ আৰু সূৰ্য্য মেলা পতা হয়। এই শিব মন্দিৰ কমিটিৰ জৰীয়তে অসমৰ ভিতৰতেই বোধহয় অকল ডিগবৈতেই সূৰ্য্য মেলাৰ দিনাখন 'চড়ক পূজা' কৰি চড়কৰ অপূৰ্ব্ব কৌশল প্ৰদৰ্শণ কৰা হয়। দৰ্শকৰ কাৰণে এই কৌশল অবাক চমক প্ৰদই নহয়, লোমহৰ্ষকো।

## শ্ৰীসাৰদা সংঘ

শ্ৰীসাৰদা সঙ্ঘৰ জেনেৰেল চেক্ৰেটৰী সুভদ্ৰা হাজৰিকাৰ [illegible] ১৯[illegible] শ্ৰীসাৰদা সঙ্ঘৰ শাখা প্ৰতিষ্ঠিত হয়। প্ৰতিষ্ঠাপক কমিটিৰ [illegible]

সভানেত্ৰী—মনোৰমা চক্ৰবৰ্ত্তী, সম্পাদিকা—[illegible] সম্পাদিকা—আশালতা সেনগুপ্তা, কোষাধ্যক্ষ—[illegible] হেমামালিনী ঘোষ, মনিষা দাশগুপ্ত, ৰমা চৌধুৰী, স্নেহলতা সেন, [illegible] পি. কে. লাহিৰি, এচ. ৰয় আৰু ...... ... ৰাহ্য [illegible]

বৰ্ত্তমান কমিটি—পৰামৰ্শদাতা—মনোৰমা চক্ৰবৰ্ত্তী। সভানেত্ৰী—[illegible] উপ-সভানেত্ৰী—কল্যাণী চৌধুৰী, চেক্ৰেটৰী—[illegible] বানাৰ্জী, এচিষ্টেণ্ট চেক্ৰেটৰী—[illegible], কোষাধ্যক্ষ—আৰতী দেব, সদস্যাসকল—বীণা কৰ, ৰাণী সান্যাল, [illegible], মীৰা পাল, মলিনা ৰক্ষিত, নিৰ্ম্মলা দত্ত, দীপা পুৰকায়স্থ, অপৰাজিতা চক্ৰবৰ্ত্তী, [illegible] আৰু সাধনা সেনগুপ্তা।

সঙ্ঘই নিত্য-নৈমিত্তিক পূজা-পাতল কৰাৰ উপৰিও দুখীয়া, মেধাবী ছাত্ৰক সহায় কৰা, আকস্মিক বিপদত দুৰ্গতক সহায় কৰা আদি সেৱামূলক কাম কৰি আছে। সামান্য [illegible] মহিলা সকলক আত্ম নিৰ্ভৰশীল হ'বৰ কাৰণে চিলাই আৰু গোঠা (Knitting) প্ৰশিক্ষণ [illegible] এখনো চলাই আছে।

## নবজ্যোতি ধৰ্ম্ম-সাংস্কৃতিক কেন্দ্ৰ

১৯৬০ চনত ডিগবৈৰ পূজা-প্ৰেমী ৰাইজে [illegible] 'নবজ্যোতি দুৰ্গাপূজা সমিতি', গঠন কৰিছিল। যুটীয়া সম্পাদক আছিল শ্ৰীললিত চন্দ্ৰ শৰ্ম্মা আৰু শ্ৰীপদ্ম বৰকটকী। এই সমিতিয়েই [illegible] মন্দিৰৰ মাজত ১৯৬১ চনত নবজ্যোতি দুৰ্গাপূজা আৰম্ভ কৰিছিল।

১৯৬১ চনৰ আগতে আৰম্ভ কৰা দুৰ্গাপূজা[illegible] ৰভাৰ যাবতীয় সামগ্ৰী দি সহায় কৰিছিল কিন্তু ১৯৬১ চনত নতুন পূজাক সহায় [illegible] কৰিছিল। সেয়ে কোম্পানীৰ সহায় ব্যতিৰেকেই দুৰ্গাপূজা কৰা হৈছিল। সমিতিয়ে স্থায়ী পূজা মণ্ডপ এটা সজাৰ পৰিকল্পনা লৈছিল যদিও কোম্পানীৰ অনুমতি নোপোৱাৰ কাৰণে [illegible] নাছিল।

নবজ্যোতি পূজা কমিটিৰ এটি ধৰ্মীয়-সাংস্কৃতিক [illegible] কৰি এটাই উদ্দেশ্যে [illegible] ব্যৱস্থা লগতে, এখন [illegible]।

১৯৭৩ চনত কোম্পানীয়ে "নবজ্যোতি ধৰ্মীয়-সাংস্কৃতিক কেন্দ্ৰ" [illegible] দিছিল। কিন্তু অনুষ্ঠানটো পঞ্জীভুক্ত নোহোৱালৈকে [illegible]

কমিটিয়ে নিয়মাৱলী এখন প্ৰস্তুত কৰিবলৈ শ্ৰী[illegible] চন্দ্ৰ দেৱ শৰ্ম্মা আৰু [illegible] প্ৰদান কৰাৰ কাৰণে [illegible]

নহওক, এই নিয়মাৱলী তৈয়াৰ কৰিবলৈ পাঁচবছৰ লাগিছিল।

১৯৭৬ চনত 'নৱজ্যোতি ধৰ্মীয়-সাংস্কৃতিক কেন্দ্ৰ' পঞ্জীভুক্ত হয়। পঞ্জীয়ন নম্বৰ ৯৩। ১৯৭৬-৭৭ চন। অনুষ্ঠানটি পঞ্জীভুক্ত হোৱাৰ পাচতহে কোম্পানীৰ অনুমতি লৈ, সংগৃহীত দান বৰঙণিৰেই স্থায়ী মণ্ডপৰ কাম আৰম্ভ হৈছিল।

১৯৮১ চনৰ ১৪ অক্টোবৰত কোম্পানী ৰাষ্ট্ৰীয় কৰণ হোৱাৰ পাচত, পানী যোগান আঁচনিৰ কাৰণে নৱজ্যোতিক দিয়া মাটিৰ কিছু অংশ, তেল নিগমক তথা অসম তেল সংমণ্ডলক এৰি দিব লগা হয়। তাৰ বিনিময়ত নিগমে কেন্দ্ৰৰ মাটিৰ চাৰি সীমাত তাৰৰ বেৰ আৰু পূজাৰী থকাৰ কাৰণে এটি ঘৰ সাজি দিয়ে।

এখন সংস্কৃত টোল আৰু এটা প্ৰেক্ষাগৃহ কাৰাৰ আঁচনি কেন্দ্ৰই লৈছে। আৰ্থিক স্থিতিৰ কাৰণেই আঁচনি কাৰ্য্যকৰী কৰিব পৰা নাই।

## টিপাম নামঘৰ

ইটাভাটাৰ বাইজে ১৯৫৫ চনৰ মাঘৰ বিহুত ভোজ ভাত খাওঁতে, নামঘৰ এটা প্ৰতিষ্ঠা কৰাৰ বিষয়ে আলোচনা কৰি, এবছৰৰ পাচত ১৯৫৬ চনৰ পূৰ্ণিমাত, ইটাভাটা নিম্ন বুনিয়াদি স্কুলৰ কাষতে, সৈন্য বিভাগে এৰি থৈ যোৱা মাটিৰ ৩ বিঘা মাটি দখল কৰি লৈ, নামঘৰ প্ৰতিষ্ঠা কৰিছিল। প্ৰতিষ্ঠাপক সভাপতি আছিল ৺ঠানুৰাম শইকীয়া। নামঘৰটোৰ নাম ৰাখিছিল—টিপাম নামঘৰ।

## অখণ্ড মণ্ডল

ডিগবৈত থকা শ্ৰীশ্ৰীস্বামী স্বৰূপানন্দৰ শিষ্য-প্ৰশিষ্য সকলে ডিগবৈত অখণ্ড মণ্ডল সংগঠন কৰি ১৯৭৭ চনত মিচনপাৰাত অখণ্ড মণ্ডল মন্দিৰ প্ৰতিষ্ঠা কৰে। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি আছিল ৺বিধু ভূষণ মিত্ৰ, সম্পাদক—শ্ৰীঅবিনাশ নাথ আৰু কোষাধ্যক্ষ—শ্ৰীমন মোহন চক্ৰবৰ্ত্তী। এজন একনিষ্ঠ শুবিয়াল আছিল ৺যোগেন্দ্ৰ নাথ পাল।

## সৌমাৰপুৰ নামঘৰ

প্ৰতিষ্ঠিত হৈছিল ২৫।৮।৯৩ তাৰিখে। প্ৰতিষ্ঠাপক কমিটি আছিল—সভাপতি—শ্ৰীক্ষেত্ৰধৰ শৰ্ম্মা, উপ-সভাপতি—শ্ৰীগণেশ চন্দ্ৰ কাকতি, শ্ৰীথানেশ্বৰ বৰুৱা, সম্পাদক—শ্ৰীবেৰকান্ত গোহাঁই, সহঃ সম্পাদক—শ্ৰীপদ্ম বৰপূজাৰী, কোষাধ্যক্ষ—শ্ৰীবসন্ত হাজৰিকা,। সদস্যসকল—শ্ৰীটেপু ৰাম গগৈ, শ্ৰীআনন্দ তামুলী, শ্ৰীমোহন ডেকা, শ্ৰীতুলসী সেনাপতি, শ্ৰীৰোহিত দুৱৰা, শ্ৰীধৰ্মেশ্বৰ চেতিয়া, উপদেষ্টা—৺পূৰ্ণকান্ত বৰা আৰু শ্ৰীঅমিয় বৰুৱা। হিচাপ পৰীক্ষক—শ্ৰীকুশল ডেকা।

২৭।৯।৯৬ তাৰিখৰ সাধাৰণ সভাই নতুনকৈ তদৰ্থ কমিটি এখন গঠন কৰি দিয়ে। এই কমিটিৰ সদস্যসকল আছিল—সভাপতি—শ্ৰীদ্বিজেন চন্দ্ৰ দেৱ শৰ্ম্মা, সম্পাদক—শ্ৰীবন্ধু কমল

বৰবৰা, সহঃ সম্পাদক—শ্ৰীবেৱ কান্ত গোহাঁই, সদস্যসকল—শ্ৰীগণেশ কাকতি, শ্ৰীঅনন্ত দাস, শ্ৰীবিজয় ৰাজখোৱা, শ্ৰীহৰি বৰা, শ্ৰীমুনীন বৰা আৰু শ্ৰীলক্ষী গোহাঁই। এই কমিটিয়ে নামঘৰৰ সৰ্বসন্মত নিয়মাৱলী এখন তৈয়াৰ কৰে। স্থায়ী নামঘৰৰ আধাৰ শিলা স্থাপন কৰে আৰু শতাধিক ট্ৰাক মাটি আনি নামঘৰৰ চৌহদটো পুতি শুধ কৰে। বৰ্ত্তমান নিয়মাৱলী অনুযায়ী নতুন কমিটি গঠন হৈছে। সদস্যসকল হ'ল—

সভাপতি—শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, উপ-সভাপতি—শ্ৰীবিজয় ৰাজখোৱা আৰু শ্ৰীবগাই তামুলী, সাধাৰণ সম্পাদক—শ্ৰীচন্দ্ৰ কমল বৰবৰা, বুটীয়া সম্পাদক—শ্ৰীপ্ৰাণেশ্বৰ বৰুৱা আৰু শ্ৰীমতী নিৰুপমা বৰা, কোষাধ্যক্ষ—শ্ৰীক্ষেত্ৰধৰ শৰ্ম্মা, সেৱা সম্পাদক—শ্ৰীশিৱ গগৈ, সাংস্কৃতিক সম্পাদক—শ্ৰীবজেশ্বৰ গগৈ, প্ৰচাৰ সম্পাদিকা—শ্ৰীমতী সাদৰী গগৈ, পুথিভঁৰালী—শ্ৰীভদ্ৰেশ্বৰ খনিকৰ, সদস্য/সদস্যা—শ্ৰীদামোদৰ ডেকা, শ্ৰীযতীন দাস, শ্ৰীমতী স্বৰ্ণলতা সোণোৱাল, শ্ৰীমতী নিৰু গগৈ।

হিচাপ পৰীক্ষক—শ্ৰীমিলন মজুমদাৰ।

বিঃদ্ৰঃ—ডিগবৈ কেন্দ্ৰীয় নামঘৰৰ কথা আগতে লিখা হৈছে।

# শিক্ষানুষ্ঠান

## বিবেকানন্দ বিদ্যালয়

১৯৪৬ চনত সাম্প্ৰদায়িক সংঘৰ্ষত বঙ্গদেশৰপৰা ভাগি অহা লোকসকলৰ বহুত পৰিয়াল ডিগবৈ পাইছিলহি। তেওঁলোকক বাগাপুঙত বাহৰ পাতি ৰখা হৈছিল। তাতেই তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰক লিখা-পঢ়া শিকাবলৈ শ্ৰীপ্ৰিয় লাল পালে যত্ন কৰিছিল। বাহৰ উঠি যোৱাত নিজৰ নিজৰ সুবিধা অনুযায়ী বাহৰবাসীসকল গোটেই ডিগবৈতে সিঁচৰিত হৈ পৰিছিল। তেতিয়া ল'ৰা-ছোৱালীবোৰৰ শিক্ষাৰ কাৰণে কোনো সুবিধাজনক ঠাই নোপোৱাত, প্ৰথমতে কিছুদিন এ. কে. ভদ্ৰৰ ঘৰত, পাচত ৰামকৃষ্ণ সেৱাশ্ৰম কমিটিৰ অনুমতি লৈ অস্থায়ী ভাবে সেৱাশ্ৰমৰ মুকলি নাটঘৰতে, 'বিবেকানন্দ বিদ্যালয়' নামেৰে প্ৰাইমাৰী স্কুল এখন আৰম্ভ কৰিছিল। শিক্ষকসকল আছিল শ্ৰীপ্ৰিয় লাল পাল, শ্ৰীমতী প্ৰিয়বালা মজুমদাৰ, শ্ৰীসতীশ চন্দ্ৰ সৰকাৰ আৰু শ্ৰীৰথীন্দ্ৰ পুৰকায়স্থ। ১৯৪৭ চনত ভাৰত বিভাজনৰ ফলস্বৰূপে আকৌ বহুজন সংখ্যক উদ্বাস্তু আহি ডিগবৈত থিতাপি লৈছিল। তাৰ ফলত বৰ্দ্ধিত ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে নিয়মিত স্কুল পাতি দি, চলাবলৈ কোনো সু-সংহত অনুষ্ঠান নাছিল। এনে অৱস্থাত ৰামকৃষ্ণ সেৱাশ্ৰম কমিটিয়ে ১৯৪৮ চনত শ্ৰীতাৰিণী মোহন দাশগুপ্তক প্ৰধান শিক্ষক হিচাপে লৈ, স্কুলখনৰ দায়িত্ব গ্ৰহণ কৰে আৰু প্ৰাইমাৰী শাখাকে ধৰি বিবেকানন্দ বিদ্যালয়ৰ নামত হাইস্কুল আৰম্ভ কৰে। ১৯৪৮ চনৰ ১৫ এপ্ৰিল তাৰিখে লক্ষীমপুৰ জিলাৰ স্কুল পৰিদৰ্শকে আনুষ্ঠানিক ভাবে স্কুলখন মুকলি কৰিছিল। অন্যান্য শিক্ষকসকল আছিল শ্ৰীঅপেন্দ্ৰ কুমাৰ চৌধুৰী (সহঃ প্ৰধান শিক্ষক), শ্ৰীপ্ৰিয় লাল পাল, শ্ৰীসতীশ চন্দ্ৰ সৰকাৰ, শ্ৰীৰথীন্দ্ৰ পুৰকায়স্থ, শ্ৰীমতী প্ৰিয়বালা মজুমদাৰ, শ্ৰীএ.কে. দেব, শ্ৰীৰমণী মুখাৰ্জী। পাচলৈ প্ৰাইমাৰী শাখা বেলেগ কৰি ১-৪-৬৪ তাৰিখে স্কুল বোৰ্ডক দিয়া হৈছিল।

স্কুলৰ কাৰণে সেৱাশ্ৰমৰ চৌহদতে বেলেগ [illegible]। [illegible] সেৱাশ্ৰমত বিবেকানন্দ বিদ্যালয় স্থাপনৰ মূলতে আছিল [illegible],

সুন্দৰৰ বায় আদি ব্যক্তিসকল।

১৯৫২ চনত এই স্কুলৰপৰা প্ৰথম মেট্ৰিক পৰীক্ষা দি শতকৰা এশ জনেই উত্তীৰ্ণ হৈছিল। বিবেকানন্দ উচ্চ মাধ্যমিক স্কুল ১৯৬৪ চনত বহুমুখী উচ্চতৰ মাধ্যমিকলৈ উন্নীত হৈছিল ১৯৬৫ চনৰ ২৭ আগষ্ট তাৰিখে অসমৰ শিক্ষা মন্ত্ৰী দেৱ কান্ত বৰুৱাই নব-নিৰ্মিত বিজ্ঞান



ভৱনটো উন্মোচন কৰিছিল। এই স্কুলখন অসমৰ ভিতৰতেই এখন প্ৰথম শ্ৰেণীৰ স্কুল হিচাপে পৰিগণিত হৈ বাহিৰত ডিগবৈক সন্মানিত কৰিছিল। এই স্কুলখনৰপৰা বছৰৰ পিচত বছৰ ধৰি কেইবাজনো পৰীক্ষাৰ্থীয়ে শেষান্ত পৰীক্ষাত প্ৰথম ২০ জনৰ ভিতৰত স্থান অধিকাৰ কৰি, স্কুলখনলৈ সুনাম কঢ়িয়াই আনিছিল। অসম বিধান সভাত তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাদেৱে সগৰ্বে কৈছিল "The Vivekananda Vidyalaya is the best school in Assam." তেতিয়াৰ ডিগবৈৰ বিধায়ক আৰু স্কুল কমিটিৰ এজন সদস্য হিচাপে মোৰ বুকু আনন্দ আৰু গৌৰৱত ওফন্দি পৰিছিল। আৰু এটা গৌৰৱৰ কথা হৈছিল যে, ভাৰত চৰকাৰৰ দ্বাৰা মেধাৱী ছাত্ৰসকলৰ (Merit Scholar) কাৰণে নিৰ্বাচিত স্কুলবোৰৰ ভিতৰত বিবেকানন্দও এখন আছিল। ভাৰতৰ এটা চুকৰ এখন বাজহুৱা স্কুল এই সন্মানৰ অধিকাৰী হোৱাটো নিশ্চয় তাৎপৰ্য্যপূৰ্ণ। স্কুলখনৰ এই কৃতিত্বৰ কাৰণে শিক্ষকসকল আৰু প্ৰধান শিক্ষক তথা অধ্যক্ষ তাৰিণী মোহন দাশ গুপ্তৰ নাম আগন্ত-ভৱিষ্যতেও ডিগবৈবাসীয়ে সুঁৱৰিব লাগিব।



মোৰ জীৱনত কেইবাজনো অতি নিষ্ঠাবান শিক্ষাবিদ, সন্মানিত প্ৰধান শিক্ষকক লগ পোৱাৰ সৌভাগ্য হৈছে। কিন্তু তাৰিণী মোহন দাশগুপ্তৰ দৰে প্ৰতিটো ল'ৰাৰ ঘৰুৱা পৰিবেশৰপৰা বিষয় জানলৈকে, খবৰ ৰখা বা জনা প্ৰধান শিক্ষক মই পোৱা নাই। মই এনে এজন শিক্ষক বা প্ৰধান শিক্ষক পোৱা নাই, যিয়ে উচ্চ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিকৰ শেষান্ত পৰীক্ষাৰ আগতে প্ৰতিজন পৰীক্ষাৰ্থীৰ ঘৰলৈ গৈ, পঢ়া শুনাৰ [illegible] আৰু [illegible] খবৰ লোৱাৰ উপৰিও কোনো বিষয়ত দুৰ্বল হৈ থকা ল'ৰাক নিজেও পাঠদান কৰি আছে আৰু অভিভাৱকক প্ৰয়োজনীয় পৰামৰ্শ দিছে। স্কুল আৰু ছাত্ৰসকলৰ সৰ্বাঙ্গীন মঙ্গল চিন্তাই আছিল [illegible] ধ্যান-ধাৰণা। আনকি স্কুলৰ চৌহদ আৰু [illegible] [illegible] আভিভাৱক-সুলভ কৰ্তৃত্ব

সীমাবদ্ধ কথা নাছিল। পথে-পদূলিয়ে, হাটে-বজাৰে সকলো ঠাইতে ছাত্ৰসকলৰ আচৰণৰ প্ৰতি চকু ৰাখিছিল। আনকি, ছাত্ৰৰ মানসিকতাৰ ক্ষতি কাৰক কথাছবি চাবলৈ মানা কৰাই নহয়, চিনেমা হলত তেনে কিবা ছবি চলিলে, তেখেতে ভিতৰত সোমাই, ছাত্ৰক উলিয়াই অনাৰ আৰু অভিভাৱকৰ দৃষ্টি গোচৰ কৰাৰ উদাহৰণ বিৰল নহয়। নেত্ৰৰিতে বিশ্বাস কৰিব নোৱাৰি যে, দেখাত তেনেই হোজা, ব্যৱহাৰত অতিকৈ নম্ৰ আৰু কথোপকথনত অতি মিঠা আৰু অমায়িক, মানুহজন স্কুলত থাকিলে, সমস্ত স্কুল নিস্তব্ধ হৈ থাকে। আমি কেতিয়াবা স্কুললৈ গৈ, গেটতে সোমায়েই অনুমান কৰিব পাৰিছিলোঁ দাশগুপ্ত আছে নে নাই। অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী আছিল তাৰিণী মোহন দাশগুপ্ত।

এদিন এটা ঘটনাত মই বিস্ময় মানিছিলোঁ। কোনো কাৰণত ছাত্ৰবোৰে ধৰ্মঘট ঘোষণা কৰিছিল। সিদিনাখন মইও কিবা এটা বিশেষ কথা আলোচনাৰ কাৰণে অধ্যক্ষৰ কাৰ্য্যালয়তে আছিলোঁ। ধৰ্মঘটকাৰী ছাত্ৰসকলে স্কুলৰ গেটৰ সন্মুখত 'শ্লোগান' দি কোনো ছাত্ৰক ভিতৰলৈ সোমাব দিয়া নাই। কিছু সময়ৰ পাচতেই দাশ গুপ্তই কাকো একো নোকোৱাকৈ লাহে লাহে গৈ ধৰ্মঘটকাৰী সকলৰ সন্মুখত থিয় হ'ল। লগে লগে শ্লোগান বন্ধ হ'ল। তেখেতে নিজকে অতি নিৰোকাটো যেন দেখুৱাই ছাত্ৰ নেতাক সুধিলে—"কি ৰে, কি হয়েছে?" "আমৰা ষ্ট্ৰাইক কৰেছি"। "ষ্ট্ৰাইক কৰেছ"? "হে ষ্ট্ৰাইক কৰেছি।" "ষ্ট্ৰা-ই-ক কৰেছ?" "হে চাৰ, ষ্ট্ৰাইক কৰেছি" বুলি কৰলৈহে পালে ঠাচকৈ নেতাজনক চৰ এটা মাৰি "যাও, সব ভিতৰে যাও—ভি-ত-ৰে যাও" বুলি কোৱাৰ লগে লগে সকলো ছাত্ৰ সুৰ সুৰকৈ নিজ নিজ শ্ৰেণীলৈ সোমাই আহিছিল। এয়ে আছিল তেখেতৰ ব্যক্তিত্ব। একমাত্ৰ স্কুলখনেই আছিল তেখেতৰ সকলো ধ্যানধাৰণাৰ মূলীভূত কেন্দ্ৰ।

উল্লেখযোগ্য যে, ছাত্ৰসকলৰ 'ইউনিফৰ্ম' আৰু চিত্ৰ শিল্পকে ধৰি, স্কুলত বিভিন্ন কাৰিকৰী বিষয়ৰ নিয়মিত শিক্ষাৰ প্ৰচলন অসমত প্ৰথম বিবেকানন্দ বিদ্যালয়ত কৰা হৈছিল। অসমৰ শিক্ষা বিভাগে পাচত তাকেই অনুসৰণ কৰিছিল।

বিবেকানন্দ স্কুল বঙালী মাধ্যমৰ আছিল। স্কুলখন এখন সৰ্ব্ব ভাৰতীয় স্কুল কৰাৰ মানসেৰে আৰু মেধাবী ছাত্ৰক আৰ্কষণ কৰিবৰ কাৰণে, ইংৰাজী মাধ্যমলৈ ৰূপান্তৰিত কৰিবলৈ চিন্তা কৰা হৈছিল। এই বিষয়ত অধ্যক্ষ দাশ গুপ্ত মোৰ লগত একমত আছিল। কিন্তু কমিটিৰ সৰহ ভাগ সদস্যৰেই অমত আছিল। দাশগুপ্ত আৰু মই নিশ্চিত আছিলোঁ যে, ইংৰাজী মাধ্যম হ'লে, বাহিৰৰপৰাও মেধাবী ছাত্ৰ আহিব, স্কুলৰ মান দণ্ড বাঢ়িব, বিবেকানন্দ নাম সাৰ্থক হ'ব। মই মনত কিবা এটা চিন্তা কৰি, চিলঙৰ ৰামকৃষ্ণ মিচনত স্বামী সৌম্যানন্দ মহাৰাজক লগ ধৰি, আমাৰ অভিপ্ৰায়ৰ বিষয়ে আলোচনা কৰিছিলোঁ। মই তেতিয়া ডিগবৈ ৰামকৃষ্ণ সেৱাশ্ৰমৰ উপ-সভাপতি আৰু বিবেকানন্দ বিদ্যালয়ৰ পৰিচালনা সমিতিৰ এজন সদস্য আছিলোঁ। মহাৰাজে মোৰ প্ৰস্তাৱ সৰ্বান্তঃকৰণে সমৰ্থন কৰিছিল। তাৰ পাচতে মহাৰাজ ডিগবৈলৈ আহি, কমিটিৰ কেইগৰাকীমান সদস্যৰ আগত তেখেতৰ অভিমত প্ৰকাশ কৰিছিল। তাৰ পাচত পৰিচালনা সমিতিয়ে ইংৰাজী মাধ্যমৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। অৱশ্যে ইংৰাজীৰ লগতে বঙালী মাধ্যম ৰখাৰ সিদ্ধান্তও লৈছিল। ফলস্বৰূপে, বহুতো তোলা ল'ৰা অসমৰ বিভিন্ন ঠাইৰপৰা বিবেকানন্দলৈ আহিছিল আৰু তেওঁলোকৰ নিজৰ কীৰ্ত্তিৰে বিবেকানন্দ বিদ্যালয়ৰ নাম উজ্জ্বলাইছিল।

বিবেকানন্দ বিদ্যালয়ৰ বৰ্তমান অধ্যক্ষৰ কাৰ্য্যালয়ত এখন প্ৰকাণ্ড বাহিৰে স্বামী মাটি,

ঘৰ-দুৱাৰ সকলো ৰামকৃষ্ণ সেবাশ্ৰমৰ যত্নত হৈছিল। ১৯৭৯ চনতহে স্কুলৰ শ্ৰেণীসমূহ সেবাশ্ৰমৰ চৌহদৰ পৰা সম্পূৰ্ণৰূপে বিদ্যালয়ৰ নিজ গৃহলৈ স্থানান্তৰিত কৰা হৈছিল। সেবাশ্ৰমৰ চৌহদত বিদ্যালয় থকা ঘৰটো এতিয়া সেবাশ্ৰমৰ ছাত্ৰাবাস হিচাপে ব্যৱহাৰ কৰা হৈছে। উল্লেখনীয় যে এই ছাত্ৰাবাসত অকল বিবেকানন্দ বিদ্যালয়ৰ ছাত্ৰকহে লোৱা হয়।

স্কুলখন প্ৰাদেশী কৰণ হৈছিল ১৯৭৭ চনত। তাৰিণী মোহন দাশ গুপ্তই অৱসৰ লৈছিল ৩০।৬।৭৯ তাৰিখে আৰু নতুন অধ্যক্ষ হৈছিল শ্ৰীগুণেন্দ্ৰ নাথ চৌধুৰীদেৱ।

স্কুলৰ নিজাববীয়াকৈ এটি ছাত্ৰাবাস আৰু খেল পথাৰৰ কাৰণে মাটি কিনা হৈছিল দুই কিস্তিত।

(১) ২১ হাজাৰ টকাৰে ডিগবৈ মিচনপাৰাত থকা চৰ্দ্দাৰি মোহন সিঙৰ ১৯৪ নং ম্যাদি পট্টাৰ ৩৪৮ নং দাগৰ ১১ বিঘা মাটি ৰামকৃষ্ণ সেবাশ্ৰমৰ টকাৰে কিনি, বিবেকানন্দ স্কুলৰ নামত দিয়া হৈছিল। এই সম্পূৰ্ণ টকা সেবাশ্ৰমৰ আছিল। ১৯।২।৬০ তাৰিখে মাটি কিনা দলিল পঞ্জীভুক্ত হৈছিল। সেবাশ্ৰমৰ সম্পাদক কালীপদ চৰকাৰৰ পৰামৰ্শক্ৰমে মই চৰ্দ্দাৰি মোহন সিঙৰ লগত মাটিৰ বন্দবস্ত কৰিছিলোঁ।

(২) চৰ্দ্দাৰি মোহন সিঙৰ ৩৫৩ নং ম্যাদি পট্টাৰ ৬১৬, ১১৯৮ আৰু ১১৯৯ নং দাগৰ ৪ বিঘা ২ কঠা ১ লোচা মাটি ১২।১।৮০ তাৰিখে ১৮ হাজাৰ টকাত স্কুলৰ নামত স্কুলৰ টকাৰে কিনা হৈছিল। এই মাটি আগেয়ে কিনা মাটিৰ লগত লগ লাগি আছিল। সেয়ে এই মাটি বিবেকানন্দৰ কাৰণে বৰ দৰ্কাৰী আছিল। স্কুলৰ স্বাৰ্থৰ কাৰণেই সুখময় ৰায়ে এই মাটিডোখৰৰ ওপৰত সদায় চকু ৰাখিছিল। ৰায়ে সদায় এই মাটিডোখৰ কিনাৰ কাৰণে কিবা এটা কৰিবলৈ কৈ আছিল। মইও মোহন সিঙৰ ল'ৰা তথা উত্তৰাধিকাৰী সুৰন্দৰ সিঙৰ লগত যোগাযোগ ৰাখিছিলোঁ।

সুৰন্দৰ সিং হঠাতে পাঞ্জাবলৈ যাবলগীয়া হোৱাত মোক মতাই নি, মাজতে এদিন সময় দি, মাটি বেচাৰ কথা কৈছিল, তাতে আকৌ দলিল পঞ্জীভুক্তৰ কাৰণে তেওঁ চাব ৰেজিষ্ট্ৰাৰ অফিচলৈ যাবলৈ অস্বীকাৰ কৰিছিল। যি কি নহওক অধ্যক্ষ/সম্পাদক গুণেন্দ্ৰ নাথ চৌধুৰী আৰু সুখময় ৰায়ৰ লগত আলোচনা কৰি, মই তেওঁৰ স্বৰ্ত্ত মানি লৈছিলোঁ। এদিনৰ পাচতেই সুৰন্দৰ সিঙে পঞ্জাবলৈ বুলি ৰাতি তিনিচুকীয়াত ৰেলত উঠাৰ আগমুহূৰ্ত্তত পঞ্জীয়কৰ ঘৰত, বিক্ৰী দলিল কৰি, তেওঁক টকা দিয়া হৈছিল। উকীল ৰত্নেশ্বৰ শৰ্ম্মাৰ যত্নত এইটো সম্ভৱ হৈছিল। আমি পঞ্জীয়ক আৰু উকীল দুয়োৰো প্ৰতি কৃতজ্ঞ হৈছিলোঁ। পঞ্জীয়কে সহায় নকৰাহেতেন মাটি কিনা নহ'লহেতেন। পঞ্জীয়কৰ ঘৰত সুৰন্দৰ সিং, সুখময় ৰায়, গুণেন্দ্ৰ নাথ চৌধুৰী, নিহাৰ দত্ত আৰু মই উপস্থিত আছিলোঁ।

স্কুল প্ৰাদেশিকৰণ হোৱাৰ পাচত স্কুলৰ ওপৰত সেবাশ্ৰমৰ কোনো হাত নথকা হৈছিল যদিও, স্কুলৰ স্বাৰ্থৰ প্ৰতি সেবাশ্ৰমে বাহিৰৰ পৰাই সদায় চকু ৰাখি আহিছে। প্ৰাদেশিকীকৰণ হোৱাৰ পাচতো সেবাশ্ৰমে স্বেচ্ছাই, বিবেকানন্দ স্কুলৰ কোঠাৰ অনাটন হোৱাত, খুজি-মাগি ঘৰটো দীঘলীয়া কৰি দিছিল। এই বিষয়ত সুখময় ৰায়ৰ নিস্বাৰ্থ একাগ্ৰতা প্ৰণিধানযোগ্য।

এইখিনিতে এটা কথা উল্লেখ নকৰি নোৱাৰোঁ যে, স্বামী শুদ্ধাত্মানন্দ মহাৰাজ আৰু স্বামী সৌম্যানন্দ মহাৰাজৰ আশীৰ্বপুষ্ট আছিল বিবেকানন্দ বিদ্যালয়। ৰামকৃষ্ণ সেবাশ্ৰমৰ কৃতী

সম্পাদক শ্রীবিজয় ভট্টাচাৰ্য্যদেৱে বিবেকানন্দ বিদ্যালয় সম্পৰ্কে লিখা টোকা এটাত লিখিছে—

"Swami Suddhatmanandaji Maharaj, Swami Soumyanandaji Maharaj, Sarbashri Sukhamay Roy, Kalipada Sarker, Tarini Mohan Das Gupta, Tarakeswar Mukherjee and Dwijesh Ch. Deb Sarmah were among others who contributed much to the establishment and development of the school."

এই বিদ্যালয়ৰ লগত মই ১৯৫২ চনৰপৰাই প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে জড়িত হৈ পৰিছিলোঁ। ১৯৫৭ চনৰ পৰা ১৯৯৬ চনৰ অক্টোবৰ মাহলৈকে, নিৰবচ্ছিন্ন ভাবে, পৰিচালনা সমিতিৰ সদস্য আছিলোঁ। ১৯৬৬ চনৰপৰা ১৯৬৯ চনলৈ উপ-সভাপতি, ১৯৭৩ চনৰপৰা ১৯৮১ চনৰ ৩০ অক্টোবৰলৈ, আৰু ১৯৮৪ চনৰপৰা ১৯৯৬ চনৰ অক্টোবৰ মাহলৈকে সভাপতিৰ পদত আছিলোঁ।

শেষত উল্লেখ নকৰি নোৱাৰোঁ যে, দাশগুপ্তৰ নিচিনা প্ৰধান শিক্ষকৰ ওপৰতো, তেখেতৰ তলৰে দুজনমান শিক্ষক, নিজৰ স্বাৰ্থতে, কষ্ট হৈ পৰিছিল। তেওঁলোকৰ ভুৱা প্ৰৰোচনাৰ বলী হৈ, আৰু দুজনমানে সহযোগী হৈ, দাশগুপ্তৰ ওপৰত অনা গুৰুতৰ অভিযোগে আৰু প্ৰচাৰে স্কুলৰ ভিতৰে-বাহিৰে এক প্ৰবল আলোড়নৰ সৃষ্টি কৰিছিল। এই অভিযোগৰ অনুসন্ধান কৰি, প্ৰতিবেদন দিবলৈ, পৰিচালনা সমিতিয়ে এই লিখকক আহ্বায়ক কৰি আৰু শ্ৰীদ্বিজেশ চন্দ্ৰ গুপ্ত, শ্ৰীশৈলেশ চন্দ্ৰ দত্ত ৰায়, শ্ৰীবীৰেশ চন্দ্ৰ গোস্বামীক সদস্য হিচাপে লৈ অনুসন্ধান সমিতি কৰি দিছিল। সমিতিয়ে প্ৰায় এমাহ ধৰি অনুসন্ধান কৰিছিল। বহুদিন ৰাতি ১২।১ বজালৈ কাম কৰিবলগীয়া হৈছিল। অনুসন্ধানত পোৱা তথ্য-পাতিয়ে অভিযোগ অসত্য আৰু চক্ৰান্তমূলক বুলি প্ৰতিপন্ন কৰিছিল। এই প্ৰতিবেদনৰ পাচত, দাশ গুপ্তৰ প্ৰতি মানুহৰ শ্ৰদ্ধা আৰু বাঢ়িছিল। আৰু সুখৰ কথা যে, প্ৰতিবেদনত পতীয়ন গৈ, অভিযোগনামাত স্বাক্ষৰকাৰী দুজনমানে মিছা প্ৰৰোচনাৰে প্ৰৰোচিত হৈ, অভিযোগ নামাত চহী কৰাৰ কাৰণে দুখ প্ৰকাশ কৰিছিল আৰু দাশগুপ্তৰ ভক্ত হৈ পৰিছিল। অনুসন্ধানৰ বিস্তৃত তথ্যৰ প্ৰতিবেদন স্কুল সমূহৰ পৰিদৰ্শকক দিয়া হৈছিল। এই প্ৰতিবেদনখনৰ নামেই দিছিল "শৰ্ম্মা কমিটিৰ প্ৰতিবেদন।" এই কামত আন তিনি গৰাকী সদস্যৰ আন্তৰিক সহযোগিতাৰ কথা মোৰ সদায় মনত থাকিব।

## বিবেকানন্দ বিদ্যালয় প্ৰাথমিক বিভাগ

প্ৰতিষ্ঠিত হৈছিল ১৯৪৮ চনত। প্ৰতিষ্ঠাপক তাৰিণী মোহন দাশগুপ্ত। ৰামকৃষ্ণ সেৱাশ্ৰমৰ পৰিচালনাত প্ৰতিষ্ঠাপক শিক্ষয়িত্ৰী প্ৰিয়বালা মজুমদাৰ। চৰকাৰী কৰণ ১-৪-৬৪। বৰ্ত্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩৩৬, শিক্ষক-শিক্ষয়িত্ৰী—১৩ গৰাকী, প্ৰধান শিক্ষক শ্ৰীগণেশ ৰঞ্জন চৌধুৰী।

## ৰাজহুৱা পঢ়াশালি

অসম অইল কোম্পানীয়ে ১৯৫২ চনৰ পৰা তেওঁলোকৰ স্কুলত নিজ কৰ্ম্মচাৰীৰ বাহিৰে আন মানুহৰ ল'ৰা-ছোৱালীক ভৰ্ত্তি নকৰিবলৈ সিদ্ধান্ত লৈছিল। কোম্পানীৰ স্কুলৰ বাহিৰে আন কোনো স্কুল নথকাত অভিভাৱক সকল চিন্তান্বিত হৈ পৰিছিল।

আনমীয়া ল'ৰা-ছোৱালীৰ অসুবিধা আঁতৰাবৰ কাৰণে প্ৰিয়নাদ তালুকদাৰৰ উদ্যোগত

কেন্দ্ৰীয় নামঘৰত ৰাজহুৱা সভা পাতি, নাম ঘৰৰ প্ৰেক্ষাগৃহতে প্ৰাথমিক স্কুল এখন কৰাৰ সিদ্ধান্ত লৈছিল। প্ৰস্তাৱিত স্কুলখনৰ নাম 'পাবলিক স্কুল' নামৰ পৰিবৰ্ত্তে দাস তালুকদাৰৰ পৰামৰ্শ ক্ৰমে 'পাবলিক স্কুলৰ, অসমীয়া পৰিভাষা 'ৰাজহুৱা পঢ়াশালি' ৰখা হৈছিল। প্ৰতিষ্ঠাপক সভাপতি শ্ৰীপ্ৰিয় দাস তালুকদাৰ আছিল।

ছাত্ৰ-ছাত্ৰীৰ পৰা মাহিলি ফিজ লৈ, নাম মাত্ৰ দৰমহা দি দুজন শিক্ষকেৰে স্কুলখন চলোৱা হৈছিল। স্কুলে নামঘৰৰ অনুমতি লৈ, নিজৰ ৰবীয়াকৈ অৰ্দ্ধ পকাঘৰ এটাও সাজি উলিয়াইছিল। ২৭-১১-৫৭ তাৰিখে ডিব্ৰুগড় মহকুমাৰ ডেপুটী ইন্‌স্পেক্টৰ ব্ৰহ্মানন্দ পাঠকে স্কুল পৰিদৰ্শন কৰিছিল। ১৯৫৮ চনৰ ফেব্ৰুৱাৰী মাহলৈকে বোৰ্ডে স্কুলখন নোলোৱাত, স্কুলৰ প্ৰায় অচলাবস্থা হৈ আহিছিল। ২-৩-৫৮ তাৰিখে স্কুলখন ল'বলৈ লিখিত অনুৰোধ জনাই, মই শিক্ষামন্ত্ৰীক দেখা কৰিছিলোঁ। তাত লিখিছিলোঁ—"............ This School has been established about 5 years ago. School has its own semi pacca building with two trained teachers. The D.I. of Schools, Dibrugarh visited the school on 27.11.57 and he remarked ......... the school committee request for taking over this L.P. School by the School Board seems to be quite deserving and as such recommended to the School Board for the needful........" vide his memo No. 11550-51 dated 4.12.57. ১৯৫৮ চনৰ এপ্ৰিল মাহৰ পৰা স্কুলখন বোৰ্ডে লৈছিল।

## সৌমাৰ বিদ্যাপীঠ

১৯৫২ চনত 'ৰাজহুৱা পঢ়াশালি' প্ৰাইমাৰী স্কুলৰ লগতে সেই একে নামতে, ৫ম শ্ৰেণীলৈকে মাইনৰ স্কুলৰ (M.E.) শ্ৰেণীও খোলা হৈছিল। ১৯৫৪ চনত এই ৫ম শ্ৰেণীটোৱেই ৭ম মান হৈছিল। প্ৰথমতে শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱাক প্ৰধান শিক্ষক হিচাপে লৈ মাইনৰৰ শ্ৰেণী আৰম্ভ কৰা হৈছিল। কিছু দিনৰ পাচত বৰুৱাই এ. ও. চি. হাইস্কুলত চাকৰি পোৱাত তেখেতৰ ঠাইত লক্ষ্মী গোহাঁই আৰু গোহাঁইও অসম অইল কোম্পানীত চাকৰি পাই কাম এৰি যোৱাত তাৰিণী ভট্টই দায়িত্ব লৈছিল। ১৯৫৪ চনত তাৰিণী ভট্টই কাম এৰি দিলত শ্ৰীগোলাপ চন্দ্ৰ কাকতি দেৱক স্থায়ী প্ৰধান শিক্ষক হিচাপে মকৰল কৰা হৈছিল। তেখেতে আহি ৭ম মান শ্ৰেণীলৈকে পাইছিল। শ্ৰীমতী সৰস্বতী প্ৰধান, চন্দ্ৰ কলা প্ৰধান, বেণু দত্ত, ভবেন বৰদলৈ, নৃপেন বৰদলৈ, কণক দত্ত আদি ৭ম মানৰ ছাত্ৰ-ছাত্ৰী আছিল।

দুবছৰ মানৰ ভিতৰতে ছাত্ৰ-ছাত্ৰীৰ সংখ্যা যথেষ্ট বৃদ্ধি পোৱাত হাইস্কুলৰ কাৰণে বেলেগ ঠাই আৰু ঘৰৰ আৱশ্যক হৈ পৰিছিল।

এই উদ্দেশ্যে আহুত ৰাজহুৱা সভাত হাইস্কুলখনৰ নাম, ঠাই আৰু ঘৰৰ বিষয়ে মুকলি আলোচনা হৈছিল। অধিকাংশ সমূহয়াই হাইস্কুলখনৰ নাম 'ৰাজহুৱা পঢ়াশালি'ৰ সলনি আন নাম দিয়াৰ পক্ষপাতী আছিল। কেইবাটাও নামৰ পৰামৰ্শ আহিছিল। শেষত মই দিয়া পৰামৰ্শ অনুসৰি 'সৌমাৰ বিদ্যাপীঠ' নামটোকেই সকলোৱে সমৰ্থন কৰিছিল। তেতিয়াৰপৰা 'ৰাজহুৱা হাইস্কুল' 'সৌমাৰ বিদ্যাপীঠ' নামেৰে জনাজাত হৈছিল।

হাইস্কুলৰ স্থান আৰু ঘৰ সম্পৰ্কত দুটা মত প্ৰকাশ পাইছিল—

(১) বেলেগ ঠাইত বেলেগে আহল-বহল মাটি লৈ হাইস্কুলৰ ঘৰ সাজিব লাগে। কিয়নো

ভবিষ্যতে হাইস্কুলৰ কাৰণে আৱশ্যকীয় মাটি নামঘৰে দিব নোৱাৰিব।

(২) নামঘৰতে নামঘৰৰ চৌহদৰে খালি ঠাইত ঘৰ সাজি স্কুলখন আৰম্ভ কৰিব লাগে। সৰহ সংখ্যক ৰাইজ দ্বিতীয় মতৰ পক্ষপাতী আছিল। মই ব্যক্তিগত ভাবে প্ৰথমটোৰ ওকালতি কৰিছিলোঁ। নগেন গগৈ, নাৰায়ণ গগৈ, গোলাপ কাকতি আদি ব্যক্তিসকলে মোক সমৰ্থন কৰিছিল। কিন্তু বহুতো সংখ্যাধিক্য মতত নামঘৰতে হাইস্কুল কৰাৰ সিদ্ধান্ত হৈছিল। তেতিয়া মই পৰামৰ্শ দিছিলোঁ যে, যদি নামঘৰতে স্কুল কৰা হয় তেন্তেহ'লে এই স্কুলখন নামঘৰ কমিটিৰ তলত, নামঘৰৰ স্কুল হিচাপে চলিব লাগিব। একেটা চৌহদত দুটা অনুষ্ঠান, দুখন কমিটিৰ পৰিচালনাত চলিবলগীয়া হলে ভবিষ্যতে অনুষ্ঠান দুটাৰ মাজত কাজিয়া হ'ব। এই পৰামৰ্শ দি কেইজনমান লোকৰ মই তিৰস্কাৰীৰ পাত্ৰ হৈছিলোঁ—যেন মই নামঘৰ বিৰোধী। ৰাইজৰ সভাৰ সিদ্ধান্ত অনুসৰি নামঘৰ চৌহদতে বাঁহৰ তোৰ্জ্জা বেৰ দি দীঘলীয়াকৈ টিনৰ ঘৰ এটা সাজি হাইস্কুলৰ শ্ৰেণী বহুৱা হৈছিল। মই আৰু মোৰ লগৰ কেইবাজনেও আমাৰ মানুহৰ অদূৰদৰ্শিতাৰ কাৰণে বেজাৰ পাইছিলোঁ।

যিমান দূৰ মনত পৰে ১৯৫৬ চনৰ কোনোবা এদিন স্কুল কমিটিয়ে নামঘৰৰ গেটত 'সৌমাৰ বিদ্যাপীঠ হাইস্কুল' লিখা নাম ফলক লগাই দিয়াত নামঘৰ কমিটিয়ে মুৰ্কোৰ আপত্তি কৰিছিল আৰু দুদিনমানৰ পাচতেই স্কুলৰ নাম ফলক দলিয়াই দিছিল। নামঘৰৰ চৌহদতেই স্কুল ৰখাৰ সমৰ্থক সকলৰ চকু খোল খাইছিল।

বৰ্ত্তমান সৌমাৰ বিদ্যাপীঠ থকা মাটি ডোখৰ খালী হৈ পৰি আছিল। স্কুল কমিটিয়ে স্কুলৰ কাৰণে সেই মাটিৰে আঠ বিঘা মাটি কোম্পানীক খুজিছিল। কোম্পানীয়ে ৩-১২-৫৭ তাৰিখে ১১৪৬ ৭১ বৰ্গফুট (৭বিঘা ৪ কঠা ১৮ লোচাৰ ওপৰ) মাটি অৰ্থাৎ ২ লোচা কম ৮ বিঘা মাটি সৌমাৰ বিদ্যাপীঠৰ নামত লিজত দিছিল। মাটি পাইয়েই বাঁহৰ তোৰ্জ্জা বেৰৰ, ওপৰত টিন আৰু তলত পকা ভেটিৰ ঘৰ এটা সাজি তালৈ সৌমাৰ বিদ্যাপীঠ হাইস্কুল স্থানান্তৰিত কৰা হৈছিল। ইমান খৰতকীয়াকৈ ঘৰ সাজি স্কুল স্থানান্তৰিত কৰাৰ কৃতিত্ব আছিল নগেন গগৈৰ। সৌমাৰ বিদ্যাপীঠ হাইস্কুলক প্ৰথম গঢ় দিয়াত তেখেতৰ নিষ্ঠা আৰু অক্লান্ত পৰিশ্ৰমেৰে দিয়া অৱদান সদায় স্মৰণীয় হৈ থাকিব। ১৯৫৮ চনৰ মাজ ভাগত নগেন গগৈ অইল ইণ্ডিয়ালৈ বদলি হৈ দুলিয়াজানলৈ যোৱাত সৌমাৰ বিদ্যাপীঠৰ নতুন পৰিচালনা সমিতি হৈছিল। সভাপতিৰ দায়িত্ব মোৰ ওপৰত পৰিছিল। মই ১৯৭৩ চনৰ চেপ্তেম্বৰ মাহলৈকে এই দায়িত্বত আছিলোঁ।

(ক) স্কুলৰ বিজ্ঞান ভৱন ঃ

১৯৬৪ চনত অসম চৰকাৰে প্ৰতিবছৰে ১০।১২ খন হাইস্কুলক বিজ্ঞান ভৱনৰ কাৰণে ধন দিয়াৰ পৰিকল্পনা কৰি, প্ৰথম বছৰত ৬খন স্কুলক ধন দিয়াৰ সিদ্ধান্ত হৈছিল। আপোনা ভাবে তেনেই নতুন স্কুল সৌমাৰ বিদ্যাপীঠে প্ৰথম কিস্তিতেই ধন পোৱাৰ আশা মুঠেই নাছিল মই তেতিয়া বিধায়ক আছিলোঁ। যি কি নহওক, সৌমাৰ বিদ্যাপীঠক অগ্ৰাধিকাৰ দিয়াৰ কাৰণে মই দেশুৱা যুক্তিত, শিক্ষা মন্ত্ৰী দেৱকান্ত বৰুৱাদেৱক পতিয়ন নিয়াব পাৰিছিলোঁ। সেয়ে প্ৰথম কিস্তিতে সৌমাৰ বিদ্যাপীঠে এখন [illegible] বিজ্ঞান ভৱন সাজি উলিয়াইছিল।
[illegible]
[illegible]

(খ) ঋণ লোৱাত বাধা ঃ

স্কুলৰ নিজৰ মাটি নহ'লে চৰকাৰে ঋণ নিদিয়ে। সেই কাৰণে কোম্পানীয়ে দিয়া স্বৰ্ত্তত লিজত লোৱা মাটি দেখুৱাই ঋণ পোৱা সম্ভৱপৰ নাছিল। স্কুল কমিটিৰ হৈ মই নাৰায়ণ গগৈক লগত লৈ, কোম্পানীৰ প্ৰশাসনীয় মেনেজাৰ বেয়াৰ্ড চাহাবক লগ ধৰি, মাটিডোখৰ কোম্পানীৰ স্বত্ব এৰি, স্কুলক দিবলৈ অনুৰোধ কৰিছিলোঁ। কোম্পানীৰ মাটি বিভাগে আইনৰ কথা কৈ, আপত্তি কৰিছিল যদিও, বেয়াৰ্ডে খোলা ভাবেই মোৰ প্ৰতি সৌজন্যতা দেখুৱাই, মেনেজমেণ্টৰ অনুমোদন সাপেক্ষে, কোম্পানীৰ স্বত্ব এৰি, স্কুলৰ নামত দিবলৈ সন্মতি জনাই, স্কুলৰ প্ৰতি সহৃদয়তা প্ৰকাশ কৰিছিল। মোৰ ওপৰত থকা বেয়াৰ্ডৰ বিশ্বাস আৰু মোৰ প্ৰতি দেখুৱা বন্ধুত্ব সুলভ ব্যৱহাৰত নাৰায়ণ গগৈদেৱ মুগ্ধ হৈছিল। তেখেতে এতিয়াও পালেই এই কথাবাৰ মোক স্মৰণ কৰাই দিয়ে। কথা অনুযায়ী কাম হৈছিল। মাটিডোখৰ সৌমাৰ বিদ্যাপীঠৰ নিজস্ব মাটি হৈ পৰিছিল। ঋণ পোৱাৰ অসুবিধা আঁতৰ হৈছিল।

(গ) ছোৱালী হাইস্কুল তথা ছোৱালী শাখা ঃ

সৌমাৰ বিদ্যাপীঠত ছাত্ৰীৰ সংখ্যা যথেষ্ট বৃদ্ধি পোৱাত 'সৌমাৰ বিদ্যাপীঠ গাৰ্লচ্ হাইস্কুল' নামেৰে এখন সুকীয়া ছোৱালী হাইস্কুল কৰাৰ পৰিকল্পনা কৰি, সৌমাৰ বিদ্যাপীঠৰ মাটিৰ লগতে খালী হৈ পৰি থকা মাটি ডোখৰ খুজি, কোম্পানীক নিবেদন কৰা হৈছিল। ২৪-৪-৬৪ তাৰিখে ৬৪৫৫৪ বৰ্গফুট (চাৰি বিঘা ২ কঠা ৮ লোচাৰ ওপৰ) মাটি সৌমাৰ বিদ্যাপীঠ গাৰ্লচ্ স্কুলৰ নামত লীজত দিছিল।

মই এই কথাটো তেতিয়াৰ শিক্ষা সঞ্চালক গোপাল শৰ্ম্মা বৰুৱাৰ লগত আলোচনা কৰিছিলোঁ। তেখেতে বেলেগে গাৰ্লচ্ স্কুল নকৰি, বেলেগ ঘৰ-দুৱাৰ সাজি, ছাত্ৰী শাখাটো বেলেগে বহুৱাৰ ব্যৱস্থা কৰিবলৈ পৰামৰ্শ দিছিল। কাৰণ গাৰ্লচ্ স্কুলৰ নামত নতুন স্কুল কৰিলেই স্কুলখন Venture স্কুল হৈ পৰিব। চৰকাৰৰপৰা স্বীকৃতি, মজুৰী আদি পাবলৈ কেইবা বছৰো লাগিব। তেতিয়ালৈ কমিটিয়ে নিজৰ খৰচেৰে স্কুল চলোৱা সম্ভৱ নহ'ব। মই তেখেতৰ কথা মানি লৈ, ছোৱালী শাখাৰ ঘৰ সাজিবৰ কাৰণে শকত পৰিমাণৰ অৰ্থ মজুৰীৰ ব্যৱস্থা কৰিবলৈ তেখেতক অনুৰোধ জনাইছিলোঁ। তেখেত সৌমাৰ বিদ্যাপীঠৰ প্ৰতি বৰ সহানুভূতিশীল হৈ পৰিছিল। সেই সময়ত স্কুল ঘৰৰ কাৰণে মজুৰী দিবলৈ কোনো পুঁজি নাছিল। কিন্তু আন এটা পুঁজিৰপৰা গাৰ্লচ্ হোষ্টেলৰ নামত টকা দিয়াৰ সুবিধা আছিল। তেখেতে সেই পুঁজিৰপৰা হোষ্টেলৰ কাৰণে মজুৰী খুজি, ডিব্ৰুগড়ৰ স্কুল পৰিদৰ্শকৰ জৰীয়তে দৰ্খাস্ত দিবলৈ, আৱশ্যকীয় পৰামৰ্শ দিছিল। মই বৰ উৎসাহিত হৈছিলোঁ। তেখেতৰ পৰামৰ্শ লৈ আহি, হেড মাষ্টাৰ তথা চেক্ৰেটৰী কাকতিদেৱক কথাটো কোৱাত, তেখেতেও আনন্দেৰে এই পৰামৰ্শ অনুসৰি যথাবিহিত দৰ্খাস্ত পঠাইছিল। সঞ্চালক শৰ্ম্মা বৰুৱাই স্কুল পৰিদৰ্শক চম্পক গগৈক দিলগীয়া পৰামৰ্শ দিছিল। ইতিমধ্যে ১৯৬৬ চনৰ মাৰ্চ্চ মাহত ছোৱালী শাখাৰ নামত ৩০০০ (তিনি হাজাৰ) টকাৰ চৰকাৰী মজুৰী পোৱা হৈছিল।

প্ৰস্তাবিত উক্ত ঘৰৰ কাৰণেও দুই কিস্তিত টকা মঞ্জুৰ হৈছিল।

(১) ১৯৬৭ চনৰ মাৰ্চ্চ মাহত ২৮৮০০ টকাৰ ড্ৰাফ্‌ট্ এখন পোৱা হৈছিল। দৰাচলতে ২৯০০০ (উনত্ৰিশ হাজাৰ) টকা মঞ্জুৰ হৈছিল। ড্ৰাফ্‌ট্ আদিৰ খৰচ বাদ দি বাকী টকা পঠাইছিল।

(২) ১৯৬৮ চনৰ মাৰ্চ্চ মাহত ২০,০০০ (বিশ হাজাৰ) টকাৰ মজুৰী পোৱা হৈছিল।

এই মঞ্জুৰী দুটাৰেই সৌমাৰ বিদ্যাপীঠৰ হোৱালী শাখাৰ ঘৰ সজা হৈছিল। এতিয়া এখন স্কুল হ'লেও বাস্তৱত সুকীয়া ছোৱালী স্কুলৰ নিচিনাকৈ চলি আছে। ভাল কাম এটা অজান মিছাৰ আশ্রয় লৈ কৰিবলগীয়া হোৱাত কেইদিনমানলৈ কিবা-কিবি লাগি আছিল। হোষ্টেলৰ কথা কৈ স্কুল ঘৰ কৰিছিলোঁ। অৱশ্যে নিজৰ মনত পাপ নাছিল। কাৰণ কৰ্তৃপক্ষৰ জ্ঞাতসাৰেই কামটো কৰা হৈছিল। যি কি নহওক, সৌমাৰ বিদ্যাপীঠৰ ছাত্রীসকল যথেষ্ট উপকৃত হৈছে। গোপাল শৰ্ম্মা বৰুৱা! নমস্কাৰ।

সৌমাৰ বিদ্যাপীঠে ঘাটি মঞ্জুৰী পাইছিল ১৯৫৯ চনৰপৰা। প্ৰদেশিকীকৰণ হৈছিল ১৯৭৭ চনত আৰু উচ্চতৰ মাধ্যমিকলৈ উন্নীত হৈছিল ১৯৮৪ চনত।

**(ঘ) শিক্ষক হোষ্টেল ঃ**

মুলিয়াবাৰীত অসম অইল কোম্পানীৰ কেইটামান 'লেবাৰ বেৰেক' খালী হৈ পৰিছিল। সেই সময়ত সৌমাৰ বিদ্যাপীঠৰ শিক্ষকসকলে থকা ঘৰৰ অভাৱত বৰ হাবাথুৰি খাবলগীয়া হৈছিল। এই খালী হৈ পৰা 'বেৰেক' কেইটামান মেৰামত কৰি শিক্ষকসকলৰ কাৰণে সৌমাৰ বিদ্যাপীঠক দিব পৰাৰ সম্ভৱনীয়তা সম্পৰ্কে সেই সময়ৰ লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট ডঃ প্ৰহ্লাদ কুমাৰ বৰুৱাদেৱৰ লগত মই ব্যক্তিগত ভাৱে আলোচনা কৰিছিলোঁ। তেখেতৰ পৰামৰ্শ অনুসৰি স্কুলৰ ফালৰপৰা, 'বেৰেক' কেইটামান দিবলৈ হেডমাষ্টাৰ/চেক্ৰেটৰীয়ে দৰ্খাস্ত কৰিছিল। ডাঃ বৰুৱাই (লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট) কোৱাৰ্টাৰে প্ৰতি মাহে পাঁচ টকা ভাৰা বান্ধি ১৩ টা কোৱাৰ্টাৰ স্কুলক দিছিল। এতিয়া অৱশ্যে ভাৰা বেছি হৈছে। কোম্পানীৰ এই সহায়ৰ কাৰণে স্কুল কৰ্তৃপক্ষই কৃতজ্ঞতা প্ৰকাশ কৰিছিল। ডাঃ প্ৰহ্লাদ কুমাৰ বৰুৱা নোহোৱাহেতেন স্কুলে হয়তো কোৱাৰ্টাৰবোৰ পোৱা সহজ নহ'লহেতেন। এই সাহায্যই আজিও শিক্ষক সকলক তথা স্কুল কৰ্তৃপক্ষক ডাঃ বৰুৱাৰ নামটো সোঁৱৰাই আছে।

অধ্যক্ষ শ্ৰীগোলাপ চন্দ্ৰ কাকতি ৩১-১২-৮৬ তাৰিখে অৱসৰ লোৱাত শ্ৰীতাৰা নাথ হাজৰিকা তেখেতৰ স্থলাভিষিক্ত হৈছিল। ৩১-৩-৮৯ তাৰিখে হাজৰিকাইও চাকৰিৰপৰা অব্যাহতি লোৱাত তেখেতৰ ঠাই পূৰণ কৰিছিল শ্ৰীদ্ৰোণ কান্ত ফুকনে। ফুকনৰ পাছত শ্ৰীযোগ্যলতা দত্ত অধ্যক্ষা হয়। কেইমাহ মানৰ পাছতে শ্ৰীদত্তয়ো অব্যাহতি লোৱাত, বৰ্ত্তমান শ্ৰীপুণ্য শইকীয়া অধ্যক্ষ পদত অধিষ্ঠিত হৈছে।

স্কুলৰ বৰ্ত্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—উচ্চ মাধ্যমিক শাখাত ৭৮১ আৰু উচ্চতৰ মাধ্যমিক শাখাত ১১৫, মুঠ ৮১৬ জন।

শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যা—উচ্চ মাধ্যমিকত ২৭ জন আৰু উচ্চতৰ মাধ্যমিকত ১১ জন মুঠ ৩৮ গৰাকী। কাৰ্য্যালয় সহকাৰী—উচ্চ বৰ্গৰ ২, নিম্ন বৰ্গৰ ১, মুঠ ৩ জন আৰু ৪ৰ্থ শ্ৰেণীৰ চাকৰিয়াল ৩, মুঠ শিক্ষক কৰ্মচাৰী মিলি ৪৪ জন।

## <u>সৌমাৰ প্ৰাথমিক বিদ্যালয়</u>

সৌমাৰ বিদ্যাপীঠ হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীগোলাপ চন্দ্ৰ কাকতিৰ যত্নত ১৯৬০ চনত সৌমাৰ প্ৰাথমিক বিদ্যালয় স্থাপিত হৈছিল। স্কুলৰ শ্ৰেণীসমূহ সৌমাৰ [illegible] বহিছিল। দুবছৰ কাল কাকতিয়েবে শ্ৰীকুঞ্জ অধ্যাপক আৰু মন বাহাদুৰ ছেত্ৰীৰ লগত মিলি শিক্ষকতাৰ কাম চলাই দিছিল। ১৯৬২ চনৰ চেপ্তেম্বৰ মাহত শ্ৰীমতী তিলোত্তমা বৰুৱা (বৰ্ত্তমান

গগৈ) স্থায়ী শিক্ষয়িত্ৰী হিচাপে যোগ দিছিল। ১৯৬৩ চনৰ এপ্ৰিল মাহত তিলেশ্বৰী বৰুৱাই দুলিয়াজান প্ৰাথমিক স্কুলত যোগ দিয়াত শ্ৰীঅনিল চন্দ্ৰ শইকীয়াই শিক্ষক হিচাপে যোগদান কৰে। তেওঁৰ পৰিচালনাতেই আজিলৈকে স্কুলখন চলি আছে।

স্কুলখন শিক্ষাবোৰ্ডৰ অন্তৰ্ভুক্ত হৈছিল ১৯৬৪ চনৰ ১ ফেব্ৰুৱাৰী তাৰিখে। বৰ্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ২৬৮ জন আৰু শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যা ৮ গৰাকী।

সৌমাৰ বিদ্যাপীঠৰ চৌহদতে ৩ বিঘা ৩ কঠা ১৭ লোচা মাটি কোম্পানীয়ে আচুতীয়াকৈ ৰাখি থৈছিল। সেই মাটিয়েই সৌমাৰ বিদ্যাপীঠৰ লগত সলনি কৰি সম পৰিমাণৰ মাটি ১৯৬৫ চনৰ ১ মাৰ্চ্চ তাৰিখে সৌমাৰ প্ৰাথমিকক দিছিল। বৰ্তমান প্ৰধান শিক্ষক শ্ৰীঅনিল শইকীয়াৰ যত্নত স্কুলখন ঘৰে দুৱাৰে জাতিষ্কাৰ হৈ উঠিছে। ১৯৬৫ চনত ৫০০০ (পাঁচ হাজাৰ) টকা 'বিল্ডিং গ্ৰাণ্ট' পাইছিল। তেতিয়াৰপৰা আৰু কোনো চৰকাৰী অনুদান স্কুলে পোৱা নাই। আনন্দৰ কথা যে ১৯৬৫ চনৰ পৰা ১৯৯৫ চনলৈকে একেবাহে এই স্কুলৰ পৰা ৯৮ জন ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি লাভ কৰি স্কুলখনলৈ গৌৰৱ কঢ়িয়াই আনিছে।

## বালিকা বিদ্যা মন্দিৰ

অনিল ভট্টাচাৰ্য্যৰ উদ্যোগত ৰবি ঘোষ, ধীৰেন্দ্ৰ নাথ সেন, পীযূষ কান্তি দেব, মনীন্দ্ৰ চক্ৰৱৰ্ত্তী আদি ব্যক্তিসকলৰ সক্ৰিয় সহযোগত, ১১-৩-৫৪ তাৰিখে ৭ জনী ছাত্ৰী লৈ ডিগবৈ ইণ্ডিয়ান ক্লাবত বালিকা বিদ্যা মন্দিৰ প্ৰতিষ্ঠিত হৈছিল। অবৈতনিক শিক্ষক আছিল মনোৰমা দেৱী, জে. এল. ধৰ, প্ৰবোধ নন্দী আদি। ১৯৫৫ চনত ইণ্ডিয়ান ক্লাব এৰি ১৯৫৭ চনলৈ বিবেকানন্দ বিদ্যালয়ত স্কুলখন বহিছিল। ২৯-৬-৫৫ তাৰিখে কোম্পানীৰপৰা ৪৪৯০৭ বৰ্গফুট মাটি লৈ, নিজৰ ঘৰ সাজি, ১৯৫৭ চনৰপৰা নিজৰ ঘৰলৈ স্কুল আহিছিল। স্কুলখনৰ প্ৰধান গুৰি ধৰোঁতা আছিল অনিল ভট্টাচাৰ্য্য। পিচত প্ৰথম স্থায়ী প্ৰধান শিক্ষক হিচাপে মকৰল কৰিছিল এইচ. চি. দেব চিকদাৰক। ওপৰত উল্লেখ কৰা সকলৰ উপৰিও স্কুলখনৰ প্ৰধান পৃষ্ঠপোষক আছিল মিচেচ এ. টি. বানাৰ্জ্জী, মিচেচ ইউ. ঘোষ, মি. আৰ এন. ঘোষ, এ. আৰ. সেন, এন. বি. মজুমদাৰ, টি. এম. দাশগুপ্ত, ডা০ পি. চি. ঘোষ, শৈলেশ চন্দ্ৰ দত্তৰায় আদি ব্যক্তিসকল। স্কুল কমিটিয়ে চৰকাৰী শিক্ষা বিভাগৰ স্বীকৃতি পাবৰ কাৰণে চেষ্টা কৰিবলৈ মোকো সুবিধা দিয়াত কৃতাৰ্থ হৈছিলোঁ।

## জনতা বিদ্যালয়

কোম্পানীৰ স্কুলত পঢ়িবলৈ সুবিধা নোপোৱা মুক্তিয়াবাৰী, বাপাপুং অঞ্চলৰ বঙালী ল'ৰা-ছোৱালীৰ কাৰণে বঙালী মাধ্যমৰ জনতা বিদ্যালয় নামৰ প্ৰাইমাৰী আৰু হাইস্কুল স্থাপন কৰা হৈছিল। অসম অইল কোম্পানীয়ে দিয়া ২½ বিঘা মাটিৰ ওপৰত সজা স্কুল ঘৰটোৰ শুভ উদ্বোধন কৰিছিল ১৯৫৯ চনৰ ১৬ জানুৱাৰী তাৰিখে অসম অইল কোম্পানীৰ জেনেৰেল মেনেজাৰ মিঃ ডব্লিউ. পি. জি. মেক্লেক্লন (Mr. W. P. G. Maclachlan) চাহাবে। ১ম মানৰ পৰা ৭ম শ্ৰেণীলৈকে ল'ৰা-ছোৱালী লৈ, স্কুল আৰম্ভ কৰিছিল। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি আছিল নাৰায়ণ প্ৰসাদ দাশ আৰু সম্পাদক আছিল ।

মইও এজন প্ৰতিষ্ঠাপক সদস্য হিচাপে আছিলোঁ। প্ৰথম কোনো স্থায়ী প্ৰধান শিক্ষক নাছিল। ১৯৬০ চনৰ ১ জানুৱাৰী তাৰিখে পৰিমল কান্তি পালদেৱে প্ৰধান শিক্ষকৰ দায়িত্বভাৰ গ্ৰহণ কৰিছিল।

১৯৬০ চনত ৮ম মান শ্ৰেণী আৰু ১৯৬১ চনত এ.ও.চি. স্কুলৰ ৯ম আৰু ১০ম মান শ্ৰেণীত উত্তীৰ্ণ নোহোৱা ছাত্ৰ-ছাত্ৰীক লৈ ৯ম আৰু ১০ম মান শ্ৰেণী খোলা হৈছিল। ১৯৬২ চনত এই স্কুলৰ পৰা প্ৰথম ১৩ জন ছাত্ৰৰ ৮ জন হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈছিল। উল্লেখনীয় যে এই ১৩ জন ছাত্ৰ আছিল এ.ও.চি. স্কুলৰ ৯ম আৰু ১০ম মান শ্ৰেণীৰ বছেৰেকীয়া পৰীক্ষাত অকৃতকাৰ্য্য হৈ ওলাই অহা ছাত্ৰ।

৭ম আৰু ৮ম মান শ্ৰেণীলৈকে চৰকাৰী শিক্ষা বিভাগৰ স্বীকৃতি পাইছিল ১৯৬৪ চনত। স্বীকৃতি পোৱাৰ আগতে বিভাগীয় পৰামৰ্শ ক্ৰমে, স্কুলৰ প্ৰাইমাৰী শাখাটো বেলেগ কৰা হৈছিল আৰু মাধ্যমিক শাখাটো (M.E. School) দুৰ্গাবাৰী মাধ্যমিক স্কুলৰ লগত লগ লগাই দি, জনতা বিদ্যালয়ক অকল ৪ শ্ৰেণীৰ হাইস্কুল হিচাপে ৰখা হৈছিল। ১৯৬৬ চনৰ আগলৈকে এইখন এখন ল'ৰাৰ স্কুল আছিল। ১৯৬৬ চনত স্থানীয় অভিভাৱক সকলৰ দাবী অনুসৰি, ল'ৰা-ছোৱালীৰ সহ শিক্ষা প্ৰৱৰ্তন কৰা হৈছিল। ইয়াকে লৈ দুৰ্গাবাৰীত হাইস্কুলৰ শ্ৰেণী খুলি দিছিল। কিন্তু আৱশ্যকীয় ছাত্ৰ পোৱা নাছিল। শেষত স্কুল পৰিদৰ্শকৰ মধ্যস্থতাত দুৰ্গাবাৰীত এম. ই. খন ৰাখি জনতাক ৪ৰ্থ মানৰ পৰা ১০ম মানলৈকে লৈ, পূৰ্ণাঙ্গ হাইস্কুল কৰাৰ সিদ্ধান্ত লোৱা হৈছিল।

১৯৬৮ চনত শ্ৰীনিখিল চৌধুৰী পৰিচালনা সমিতিৰ সম্পাদক আৰু মই সভাপতি নিৰ্বাচিত হৈছিলোঁ। কমিটিৰ অনুৰোধক্ৰমে শ্ৰীশৈলেশ চন্দ্ৰ দত্ত ৰায়দেৱে চুপাৰভাইজিং হেড মাষ্টাৰ হিচাপে কাম কৰি ১৯৭৪ চনত কাম এৰিছিল। ১৯৭২ চনত স্কুলখনে বিভাগীয় স্বীকৃতি পাইছিল আৰু ১-৪-৭৬ তাৰিখৰপৰা ঘাটি মঞ্জুৰী পাইছিল। ১-১০-৭৭ তাৰিখৰপৰা প্ৰাদেশিকীকৰণ হৈছিল।

১৯৬০ চনৰপৰা ১৯৯৬ চনৰ ৩১ জুলাইলৈকে শ্ৰীপৰিমল পালদেৱে প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰি অহাৰ লগতে প্ৰাদেশিকীকৰণ হোৱাৰ পাচৰ পৰা সম্পাদকৰ বোজাও বহন কৰি আহিছে। ১৯৬৮ চনৰ পৰা ১৯৯৬ চনৰ জুলাই মহালৈকে মইয়েই সভাপতি আছিলোঁ। ঘাটি মঞ্জুৰী পোৱা দিনৰ পৰা বিভাগীয় নিয়ম অনুসৰি ৫ম মানৰ পৰা ১০ম মানলৈ ৬ শ্ৰেণীৰ হাইস্কুল হিচাপে চলি আহিছে।

## জনতা প্ৰাথমিক বিদ্যালয়

জনতা বিদ্যালয়ৰ প্ৰাথমিক শাখা এটাও জনতা প্ৰাথমিক বিদ্যালয় নাম দি আৰম্ভ কৰা হৈছিল। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আছিল অমূল্য সেন। এবছৰৰ পাচতে বিধুভূষণ নাথে প্ৰধান শিক্ষকৰ দায়িত্ব লৈছিল। বৰ্ত্তমান প্ৰধান শিক্ষক—শ্ৰীবিধু ভূষণ দেব নাথ। ছাত্ৰ-ছাত্ৰী ১৫৫ জন, শিক্ষক-শিক্ষয়িত্ৰী ৩ গৰাকী।

## ৰাষ্ট্ৰীয় বিদ্যালয়

১৯৪৮ চনত বিশ্বনাথ সিং জোম্পালীৰ মেনেজাৰ চকৰিয়লৰ ল'ৰাক অসম অইল

কোম্পানীৰ স্কুলত ভৰ্ত্তি কৰিবলৈ অনুমতি নিদিয়াত, বিশ্ব নাথ সিঙে জেদ কৰি, কোম্পানীৰ এই কামক প্ৰত্যাহ্বান জনাই, তেওঁৰে 'মাকুম মটৰ্চ্'ৰ গেৰেজ এটাত 'ৰাষ্ট্ৰীয় বিদ্যালয় প্ৰাইমাৰী' স্কুল নামেৰে হিন্দী মাধ্যমৰ স্কুল এখন সেই বছৰতেই আৰম্ভ কৰিছিল। গেৰেজত ঠাইৰ অকুলান হোৱাত ১৯৫০-৫১ চনত স্কুলখন বৈষ্ণৱ মন্দিৰলৈ স্থানান্তৰ কৰিছিল।

৯-৯-৫৫ তাৰিখে ৰাষ্ট্ৰীয় বিদ্যালয়ৰ নামত অসম অইল কোম্পানীৰপৰা ৫৩২৪৭ বৰ্গফুট মাটি লৈ প্ৰাইমাৰীৰ লগতে মাধ্যমিক স্কুল (M.E.) আৰম্ভ কৰিছিল।

১৯৫৭ চনত কোম্পানীৰপৰা লোৱা স্কুলৰ নিজস্ব মাটিত স্কুল ঘৰৰ আধাৰশিলা স্থাপন কৰিছিল এ.ও.চি.ৰ প্ৰশাসনীয় মেনেজাৰ কে. বি. কানুগাই। প্ৰথম ঘৰটো সম্পূৰ্ণ কৰাৰ পাচত ক্ৰমে ১৯৬০—৬১ চনত দ্বিতীয় ঘৰ, ১৯৬৩-৬৪ চনত কাৰ্য্যালয়ৰ ঘৰ আৰু ১৯৬৮ চনত প্ৰেক্ষাগৃহ সাজি উলিয়াইছিল।

মাইনৰ (M.E.) স্কুলখনে ১৯৫৯-৬০ চনত চৰকাৰৰপৰা লিখিত অনুমতি (Permission) পাইছিল। ইতিমধ্যে স্কুল হাইস্কুলৰ পৰ্য্যায় পাইছিল গৈ। ১৭-১২-৬২ তাৰিখে স্কুলৰ কাৰণে অৰ্থ মঞ্জুৰী বিচাৰি, লিখিত আবেদন লৈ, যথাক্ৰমে শিক্ষা সঞ্চালক আৰু শিক্ষা মন্ত্ৰীক মই লগ ধৰিছিলোঁ। ১৯৬৩ চনত হাইস্কুলখনে অস্থায়ী (Ad-hoc) চৰকাৰী মঞ্জুৰী পাইছিল। মহাবীৰ প্ৰসাদ চৌধুৰী, মহাত্তম প্ৰসাদ তেৱাৰী আৰু ৰাম সুমিৰণ গোস্বামীয়ে স্কুলৰ ঘাটি মঞ্জুৰীৰ কথা কোৱাত ২২-১১-৬৫ তাৰিখে ঘাটি মঞ্জুৰীৰ কাৰণে শিক্ষা সঞ্চালকলৈ লিখি, শিক্ষা মন্ত্ৰীক প্ৰতিলিপি দি, লগ ধৰিছিলোঁ। ১৯৬৬ চনত স্কুলে ঘাটি মঞ্জুৰী পাইছিল। প্ৰাদেশিকীকৰণ হৈছিল ১৯৭৭ চনৰ অক্টোবৰ মাহত। স্কুলখনক উচ্চতৰ মাধ্যমিকলৈ উন্নীত কৰিবলৈ লৈছিল ১৯৮৩ চনত। চৰকাৰী অনুমতি পাইছিল ১৯৮৪ চনত। চৰকাৰী মঞ্জুৰী পাইছিল ১৯৮৫ চনত।

১৯৮৯ চনত কেন্দ্ৰীয় চৰকাৰৰ কাৰিকৰী শিক্ষাৰ (Vocational) আঁচনি অনুসৰি অসমৰ শিক্ষা বিভাগে ৰাষ্ট্ৰীয় বিদ্যালয়ত 'ওৱেল্ডিং আৰু টাৰ্নিং' বিষয় দুটাৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছিল।

স্কুলৰ প্ৰতিষ্ঠাপক সভাপতি আছিল—বিশ্ব নাথ সিং আৰু সিঙৰ পাচত আছিল মহাবীৰ প্ৰসাদ চৌধুৰী। প্ৰতিষ্ঠাপক সম্পাদক এজনৰ পাচত এজনকৈ ক্ৰমে লক্ষ্মী প্ৰসাদ ত্ৰিপাঠী, ললিত ৰাজ ঠাকুৰাই, ৰাম কিশোৰ চান্দ আৰু সূৰয দেও সিং আছিল। কমিটিৰ অন্যান্য সদস্যসকল আছিল—মহাত্তম প্ৰসাদ তেৱাৰী, ললিত ৰাজ ঠাকুৰাই, ৰাম সুমিৰণ গোস্বামী, চলাফল চান্দ, কপিলদেউ ডুবে, কাশী যাদব, ৰাম কিশোৰ চান্দ, সুখ দেউ সিং, আৰ. এন. সিং. পি. আৰ. খৈতান, বিক্ৰম সিং আৰু লক্ষ্মী প্ৰসাদ আগৰৱালা।

হেডমাষ্টাৰ সকল আছিল—আৰ. ডি. সিং, আৰ. বি. ডুবে, আৰ. আৰ. সিং, এচ. চি. দত্তৰায়, বংশ ৰাজ যাদব। বংশ ৰাজ যাদবৰ দিনতে স্কুলখন উচ্চতৰ মাধ্যমিকলৈ উন্নীত হোৱাত বংশ ৰাজ যাদব অধ্যক্ষ হৈছিল। বৰ্ত্তমান অধ্যক্ষ এচ. এচ. যাদব।

বংশ ৰাজ যাদব ১৯৬৯ চনৰ পৰা ১৯৯৪ চনৰ জানুৱাৰী মাহলৈকে স্কুলৰ হেডমাষ্টাৰ/অধ্যক্ষ হৈ আছিল। এওঁৰ নেৰা নেপেৰা চেষ্টা আৰু অক্লান্ত পৰিশ্ৰমে স্কুলখনৰ অগ্ৰগতিত প্ৰভূত বৰঙনি যোগাইছিল। যাদব এজন নিষ্ঠাবান সমাজ কৰ্মীও।

## ডিগবৈ হাইস্কুল

ডিগবৈ হাইস্কুল ১৯৭০ চনত প্ৰতিষ্ঠা হৈছে। [illegible] সভাপতি, [illegible] মহন্ত তেতিয়াৰ ডিগবৈ বন সংমণ্ডলৰ প্ৰাধিকাৰী আৰু সম্পাদক [illegible]। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক ৰাধা নাথ গগৈ।

স্কুল ঘৰৰ কাৰণে মাটিৰ আৱশ্যক হোৱাত [illegible] অনুৰোধক্ৰমে ডিগবৈ শিক্ষা প্ৰচাৰ সমিতিয়ে নুনী বায়ানৰ মাটি [illegible] মাটিৰ বিস্তৃত বিৱৰণ যথাস্থানত দিয়া হৈছে। সুকীয়া ভুক্তি পাইছো যে, এই মাটিও [illegible] সমিতিৰ নামত নহয়েই বহুত ফেৰা কাটি আবিষ্ক্ৰমণ কৰি, পট্টা ল'বলৈ সমৰ্থ হৈছিলে। [illegible] ভাবে মাটি এৰি দিয়াৰ পাচত পট্টা বদ হৈছিল। এই মাটি নহ'লে হয়তো ডিগবৈ [illegible] কাৰণে উপযুক্ত মাটি এটুকুৰা পোৱা সহজ নহ'লহেঁতেন।

## ইটাভাটা নিম্ন বুনিয়াদী স্কুল

বৰ্ত্তমান ইটাভাটা নিম্ন বুনিয়াদী স্কুল আৰু টিপাম নামঘৰ থকা ঠাই জোৰৰ দ্বিতীয় মহাসমৰৰ সময়ত সৈন্য বিভাগৰ দখলত আছিল। তাত সৈন্য বিভাগৰ ২।৩ টা [illegible] ঘৰ আছিল। যুদ্ধ বিৰতিৰ লগে লগে সৈন্যবোৰ গুচি যোৱাত ঘৰ কেইটা খালী হৈ পৰি আছিল। সেই সময়ত ইটাভাটাত থকা অসমীয়া বাইজে প্ৰাইমাৰী স্কুল এখনৰ অভাৱ অনুভৱ কৰি, সাম্ভাব্য ছাত্ৰ-ছাত্ৰীৰ সংখ্যা উলিয়াবলৈ শ্ৰীগোপাল চন্দ্ৰ হাজৰিকাক ভাৰ দিছিল। [illegible] প্ৰাইমাৰী স্কুলত পঢ়িবলগীয়া ১৬ জন ল'ৰা আৰু ৪ জনী ছোৱালীৰ হিচাপ উলিয়াইছিল। এই কেইজন ছাত্ৰ-ছাত্ৰীকে লৈ ২৮-২-৫৭ তাৰিখে (১৬ ফাগুন) বৃহস্পতিবাৰে সৈন্য বিভাগৰ খালী হৈ থকা উক্ত ঘৰ কেইটাৰ এটাতে, স্কুলখনৰ শুভ উদ্বোধন কৰিছিল। [illegible] আছিল সৰু ৰাম ভূঞা। ছয় মাহৰ পাচত নতুন শিক্ষক [illegible] কান্তি চন্দ্ৰ [illegible]। [illegible] প্ৰাথমিক সাম্ভাব্য খৰচৰ কাৰণে বাইজে দিয়া বৰঙণি আছিল ৩৪ টকা [illegible] কৰাত শ্ৰীগোপাল চন্দ্ৰ হাজৰিকা আৰু নগেন্দ্ৰ নাথ বৰুৱাই আগভাগ লৈছিল।

## আনন্দ প্ৰাইমাৰী তথা জানেকী এল. পি. স্কুল

১৯৫৮ চনৰ কোনোবা এটা দিনত বাগাপুৰৰ [illegible] আৰু [illegible] মাজত মাটি লৈ বিবাদ হোৱাত, আপোচ মীমাংসা কৰাৰ কাৰণে বাগাপুৰ [illegible] কমিটিয়ে বৰ্ত্তমান জানেকী স্কুল থকা ঠাইতেই, [illegible] পঞ্চায়তৰ ৰায় বাদী-বিবাদী উভয় পক্ষই সন্তোষেৰে মানি লোৱাত, উপস্থিত [illegible] আনন্দ প্ৰকাশ কৰিছিল আৰু এই আনন্দৰ চিন স্বৰূপে সেই ঠাইতেই, [illegible] ছোৱালীবোৰৰ জ্ঞানৰ অভাৱ এটা দূৰ কৰিবৰ কাৰণে, এখন প্ৰাইমাৰী স্কুল [illegible] সিদ্ধান্ত লৈছিল। উপস্থিত পঞ্চায়তৰ [illegible] প্ৰফুল্ল কলিতা, ৰাম ৰাম ৰাজবংশী, [illegible] আদি।

এই পঞ্চায়তত সদস্য সকলৰ উদ্যোগতে বাইজে হাবিৰপৰা বাঁহ-পাত কাটি আনি, পাত-বাঁহৰ ঘৰ এটা সাজি, স্কুল স্থাপন কৰিছিল। সকলোৱে আনন্দিত হৈ, আনন্দেৰে স্কুলঘৰ সাজি উলিওৱাৰ কাৰণে স্কুলখনৰ নাম দিছিল "আনন্দ প্ৰাইমাৰী"।

বাঁপাপুঙত ল'ৰা-ছোৱালী কেও কিছু নথকা প্ৰাক্তন চাহ বনুৱা সম্প্ৰদায়ৰ জানেকী নামৰ বুঢ়ী এগৰাকী আছিল। তেওঁৰ কিছু পথাৰ মাটি আছিল। বুঢ়ী হৈ নিজে মাটি চহাব নোৱাৰা হ'লত দাছ হাজাৰ টকাত মাটিবোৰ বিক্ৰী কৰি, সেই সমুদায় টকা বাপাপুঙৰ কিজনুৰ আলিৰ হাতত জমা ৰাখিছিল। বুঢ়ীয়ে আৱশ্যক অনুসৰি টকা নোপোৱাৰ কাৰণে খং কৰি বাপাপুং কংগ্ৰেছ পঞ্চায়তত গোচৰ দিছিল। বাপাপুং কংগ্ৰেছ পঞ্চায়তৰ অনুৰোধক্ৰমে, কেন্দ্ৰীয় কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীহিতেশ চন্দ্ৰ দেৱ শৰ্ম্মা আৰু সম্পাদক শ্ৰীমানিক চন্দ্ৰ হাজৰিকা পঞ্চায়তত উপস্থিত আছিল। প্ৰথম দিনাখন দুই এজন সদস্যৰ লগত বাদ প্ৰতিবাদ কৰি, আলিয়ে পঞ্চায়ত এৰি গুচি গৈছিল। কিন্তু বাপাপুং কংগ্ৰেছ কমিটিয়ে কথাটো এৰি দিয়া নাছিল। ইতিমধ্যে জানেকী ঢুকুৱাত পাচৰ আৰু এখন পঞ্চায়তত জানেকীৰ টকাৰে আনন্দ পাইমাৰীৰ ঘৰটো টিন-ইটাৰে জানেকীৰ নামত সাজি দিবলৈ আলি মান্তি হৈছিল। আলিৰ এই প্ৰস্তাৱ পঞ্চায়তে হৰ্ষেৰে গ্ৰহণ কৰিছিল। পিচত তেখেতে বৰ্ত্তমানৰ ঘৰটো নিজে সাজি দিছিল। তেতিয়াৰপৰা এই স্কুল 'জানেকী স্কুল' নামেৰে চলি আহিছে।

## বাপাপুং পাণবাৰী এম. ই. স্কুল

জানেকী প্ৰাইমাৰী স্কুলৰ ওচৰতে পৰি থকা চৰকাৰী মাটিত ১৮-২-৭৯ তাৰিখে বাপাপুং পাণবাৰী এম. ই. স্কুল প্ৰতিষ্ঠিত হৈছে। ১-৯-৮৬ তাৰিখৰপৰা প্ৰাদেশিকীকৰণ হৈছে। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক তৰুণ কুমাৰ খনিকৰ আৰু শিক্ষয়িত্ৰী শোক প্ৰভা খনিকৰ। বৰ্ত্তমান শিক্ষক ৮ জন।

মই সন্তোষ পাইছিলোঁ যে, স্কুল দুখনে মাটিৰ কাৰণে চিন্তা কৰিবলগীয়া হোৱা নাছিল। অসম অইল কোম্পানীৰ ভোজি বাৰী পট্টা বদ কৰাই, চৰকাৰী কৰা ৩২০ বিঘা মাটিৰ পৰাই স্কুল দুখনে আৱশ্যকীয় মাটি সংগ্ৰহ কৰিছিল। এই চৰকাৰী কৰণৰ প্ৰধান কাৰক আছিলোঁ মই। ডিগবৈ কলেজৰ কাৰণে মাটি সংগ্ৰহৰ বিৱৰণ দ্ৰষ্টব্য।

## দুৰ্গাবাৰী প্ৰাথমিক স্কুল

স্থাপিত ১৯৫৪ চন। প্ৰতিষ্ঠাপক ৺নৰেণ দাস, ৺ধৰ্মেশ্বৰ বৰুৱা আদি। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩৫, শিক্ষক দুগৰাকী।

বৰ্ত্তমান কমিটিৰ সদস্যসকল— সভাপতি শ্ৰীহিৰণ্ময় চক্ৰবৰ্ত্তী, চেক্ৰেটৰী শ্ৰীমতী [illegible] ভৌমিক (প্ৰধান শিক্ষয়িত্ৰী), সদস্য সকল—শ্ৰীসুনীল দত্ত চৌধুৰী, শ্ৰীসুনীল চন্দ, শ্ৰীমতী [illegible] শৰ্ম্মা. শ্ৰীমতী আৰতী দে, শ্ৰীমতী বিষ্ণু প্ৰিয়া দেৱী, শ্ৰীবীৰ বাহাদুৰ ছেত্ৰী।

## দুৰ্গাবাৰী এম. ই. স্কুল

স্থাপিত ১৯৬৩ চন। প্ৰাদেশিকীকৰণ ১-৭-৭৭ তাৰিখ। প্ৰতিষ্ঠাপক ৺নৰেণ দাস, হৰেন্দ্ৰ

চন্দ্র দাস (শিক্ষক) আদি।

বৰ্ত্তমান কমিটি—সভাপতি শ্ৰীনাৰায়ণ প্ৰসাদ দাশ, চেক্ৰেটৰী শ্ৰীতপন কান্তি ভট্টাচাৰ্য্য (প্ৰধান শিক্ষক), সদস্য—শ্ৰীসুশীল দত্ত চৌধুৰী, শ্ৰীহিৰণ্ময় চক্ৰবৰ্ত্তী, শ্ৰীবিমল দত্ত চৌধুৰী, শ্ৰীজিতেন দেব নাথ, শ্ৰীমতী সুবালা ৰয়।

ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—৫৪, শিক্ষকৰ সংখ্যা—৮ জন

## দুৰ্গাবাড়ী ছোৱালী হাইস্কুল

স্থাপিত—১৯৭৫ চন। ছাত্ৰীৰ সংখ্যা—৯৮, শিক্ষক—৭ জন

বৰ্ত্তমান কমিটি—সভাপতি—শ্ৰীৰামেশ্বৰ ধানোৱাৰ এম. এস. এ, চেক্ৰেটৰী—শ্ৰীনাৰায়ণ প্ৰসাদ দাশ, সদস্য—মহম্মদ বাবুল হুচেইন, শ্ৰীচিত্ত ৰঞ্জন ৰাউট, শ্ৰীসুনীল বিহাৰী লাল, শ্ৰীমতী সাৰদা তালুকদাৰ, শ্ৰীমতী বকুল ৰাণী দেৱী, শ্ৰীমতী সুখী দেব, শ্ৰীঅনুৰাধা বৰুৱা, শ্ৰীঅৰুণ বৰুৱা, শ্ৰীপ্ৰবাল পাল, শ্ৰীপৰেশ চন্দ্ৰ ৰায় (হেড মাষ্টাৰ—পদেন সদস্য)।

## কালীবাৰী এম. ই. স্কুল

প্ৰতিষ্ঠিত হৈছিল—১৫-১২-৬০ তাৰিখে। প্ৰাদেশীকৰণ হৈছে ১৯৭২ চনত। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—৩৫, শিক্ষকৰ সংখ্যা—৬জন (১ জন হিন্দী আৰু ১ জন অসমীয়াৰ শিক্ষক)

প্ৰতিষ্ঠাপক কমিটি—সভাপতি—শ্ৰীএ. পি. চক্ৰবৰ্ত্তী, চেক্ৰেটৰী—শ্ৰীসাধন চন্দ্ৰ দাস, কোষাধ্যক্ষ—শ্ৰীমণ্টু ঘোষ, সদস্য—শ্ৰীকে. এন. সাহা, শ্ৰীজে. কে. কৰগুপ্ত, শ্ৰীএ. চি. দে, শ্ৰীবি. ভট্টাচাৰ্য্য, শ্ৰীএন. জি. দে।

বৰ্ত্তমান কমিটি—সভাপতি—শ্ৰীজ্যোতিৰ্ম্ময় দে, চেক্ৰেটৰী—শ্ৰীমতী নমিতা ভট্টাচাৰ্য্য—(প্ৰধান শিক্ষয়িত্ৰী) সদস্য সকল—শ্ৰীমতী আৰাধনা সৰকাৰ, শ্ৰীঅসীম দে, শ্ৰীদুলাল চন্দ্ৰ সেন, শ্ৰীঅনিল ৰয়, শ্ৰীসুকুমাৰ খাস্তগীৰ, শ্ৰীহিৰণ্ময় চক্ৰবৰ্ত্তী, শ্ৰীফটিক চন্দ্ৰ ভট্টাচাৰ্য্য, শ্ৰীমিণ্টু লাল আৰু শ্ৰীবিমল ভট্টাচাৰ্য্য।

মাটি আৰু ঘৰ কালীবাৰীয়ে দিছে।

## কালীবাৰী প্ৰাথমিক স্কুল

প্ৰতিষ্ঠিত ১৫-১২-৬০ তাৰিখে। প্ৰাদেশিকীকৰণ ১৯৭২ চনলৈপৰা
ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—৪২ জন, শিক্ষক— ২জন।
মুখ্যতঃ কালীবাৰীয়েই মাটি ঘৰ দি প্ৰতিষ্ঠা কৰিছিল।
বৰ্ত্তমান কমিটিৰ সদস্য সকল—সভাপতি—আনন্দ মুখাৰ্জ্জী।
সম্পাদক—সবিতা দাস (প্ৰধান শিক্ষয়িত্ৰী)
সদস্য—ইউ. দত্ত, এইচ ধৰ, এম. চি. মণ্ডল।

## নব বিদ্যাপীঠ প্ৰাথমিক স্কুল

স্থাপিত ১৯৬৮ চনত। প্ৰতিষ্ঠাপক—সত্য জীৱন পাল।
ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—১০০, শিক্ষক—৪ জন।
প্ৰধান শিক্ষয়িত্ৰী—শ্ৰীমতী নিভা চক্ৰবৰ্ত্তী।

## নব বিদ্যাপীঠ এম. ই. স্কুল

১৯৬৮ চনত ১৯ ফেব্ৰুৱাৰী তাৰিখে প্ৰতিষ্ঠিত হৈছিল।

প্ৰতিষ্ঠাপক—সত্য জীৱন পাল।

ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—১০০ জন। শিক্ষক—৭ জন।

প্ৰাদেশিকীকৰণ হৈছে ১৯৭৭ চনত।

বৰ্ত্তমান কমিটি—সভাপতি—ৰামেশ্বৰ ধানোৱাৰ এম. এল. এ.।

চেক্ৰেটৰী—শ্ৰীমতী মিতালী দে (প্ৰধান শিক্ষয়িত্ৰী)।

সদস্যসকল—বি. আৰ গুপ্ত, ডাঃ অপূৰ্ব্ব চক্ৰবৰ্ত্তী, মায়াদেবী শৰ্ম্মা, এচ. বি. চক্ৰবৰ্ত্তী, সমৰ দেব ৰয়, ললিতা মণ্ডল।

## নব বিদ্যাপীঠ হাইস্কুল

প্ৰতিষ্ঠাপক—সত্য জীৱন পাল। এম. ই ৰ পৰা হাইস্কুললৈ উন্নীত কৰা হৈছিল।
প্ৰধান শিক্ষয়িত্ৰী—অপৰাজিতা চক্ৰবৰ্ত্তী।
ছাত্ৰ-ছাত্ৰীৰ সংখ্যা—৭০। শিক্ষক-শিক্ষয়িত্ৰী—৬।
প্ৰাদেশিকীকৰণ হোৱা নাই।
বৰ্ত্তমান কমিটি—সভাপতি—ৰামেশ্বৰ ধানোৱাৰ এম. এল. এ., চেক্ৰেটৰী—সুশীল দত্ত চৌধুৰী, সদস্য—আৰতী দেব, এচ. দাস, এচ. পি. পাল, সমৰ দেব ৰয়, জিতেন দত্ত, সুবোধ ঘোষ আৰু বি তলাপাত্ৰ।

## লিটল ষ্টাৰচ স্কুল

১ নং বৰবিলত (বৰ্ত্তমান ডিগবৈ নগৰৰ ১ নং ওৱাৰ্ডত) ব্যক্তিগত খণ্ডত এটি ছাত্ৰাবাস আছিল। এই ছাত্ৰাবাসতেই ১৯৮১ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখে ইংৰাজী মাধ্যমৰ 'লিটল্ ষ্টাৰচ্ (Little Stars) স্কুলখন স্থাপিত হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক ব্যক্তিগৰাকী আছিল—বিবেকানন্দ বিদ্যালয়ৰ কাৰিগৰী শিক্ষক আৰু ছাত্ৰাবাসৰ অধীক্ষক (Superintendent) প্ৰয়াত সুখেন্দু ভূষণ ভট্টাচাৰ্য্য আৰু তেখেতৰ সহযোগী আছিল শৰদিন্দু দাস, অজিত কৰ, বিনোদ অধিকাৰী, স্বামী বোধাত্মানন্দ পুৰী, নাৰায়ণ বিশ্বাস, গুৰুপদ ভট্টাচাৰ্য্য, চন্দন নন্দী আদি শিক্ষক সকল।

প্ৰথম অৱস্থাত স্বামী বোধাত্মানন্দৰ সহযোগিতাত ডেভিয়াৰ কলেজৰ ছাত্ৰী শ্ৰীমতী মণিষা ভট্টাচাৰ্য্য, গাৰ্গী কৰ আৰু সংঘমিত্ৰা বিশ্বাসক শিক্ষয়িত্ৰী বাপে নিযুক্তি দিয়া হৈছিল। ৫

জন জন-জাতিৰ ছাত্ৰেৰে মুঠ ১১ জন ছাত্ৰ-ছাত্ৰীক লৈ স্কুলৰ পাতনি মেলিছিল। প্ৰাইমাৰী শাখাৰে আৰম্ভ কৰা লিট্‌ল্‌ষ্টাৰ্চ্‌ এতিয়া নাচৰীৰপৰা ১০ম মানলৈকে পূৰ্ণাঙ্গ হাইস্কুলত পৰিণত হৈছে। বৰ্ত্তমান নাচৰীৰপৰা ১০ম মানলৈ মুঠ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা প্ৰায় ৯০০ আৰু শিক্ষক শিক্ষয়িত্ৰীৰ সংখ্যা ৩০, কৰ্ম্মচাৰীৰ সংখ্যা ১১ জন।

প্ৰতিষ্ঠাপক সুখেন্দু ভূষণ ভট্টাচাৰ্য্যই স্কুলৰ কাৰণে আঢ়ৈ কঠা মাটি দান কৰিছিল আৰু স্কুল পৰিচালনাৰ কাৰণে এটা ট্ৰাষ্ট গঠন কৰি দিছিল। এই ট্ৰাষ্টৰ দ্বাৰা নিৰ্মিত স্কুলৰ নিজৰ ঘৰ ১৯৮৭ চনত এন. চি. ই. আৰ. টি ৰ প্ৰাক্তন সহকাৰী সঞ্চালক প্ৰয়াত অধ্যাপক এইচ. চি. মজুমদাৰে উদ্বোধন কৰিছিল। ১৯৮৮ চনত প্ৰাইমাৰী স্তৰলৈকে অসম শিক্ষা বোৰ্ডে স্বীকৃতি দিয়ে। কিন্তু মাধ্যমিক স্তৰত সময় মতে অসম মাধ্যমিক শিক্ষা বোৰ্ডৰ স্বীকৃতি নোপোৱাত ১৯৯০ চনত দিল্লীৰ কেন্দ্ৰীয় শিক্ষা বোৰ্ড (C. B. S. E.) ৰ স্বীকৃতি লয়। ১৯৯১ চনত ইয়াৰ ছাত্ৰ-ছাত্ৰী প্ৰথম মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হৈছে।

স্কুলৰ ছাত্ৰ সংখ্যা বাঢ়ি যোৱাত ১ নং ৰৰবিলত ৩ বিঘা মাটি কিনি নতুন স্কুল ঘৰ সাজিবলৈ লৈছিল। ঘৰ সম্পূৰ্ণ হোৱাত এতিয়া স্কুলখন এই নতুন ঘৰলৈ স্থানান্তৰ কৰিছে।

স্কুল ট্ৰাষ্ট বোৰ্ডে স্কুলৰ উন্নয়ন আৰু সামগ্ৰিক শৈক্ষিক পৰিবেশৰ ওপৰত চকু ৰাখি, ল'বলগীয়া আৱশ্যকীয় ব্যৱস্থা গ্ৰহণ কৰে আৰু পৰিচালনা সমিতিয়ে স্কুলৰ শৈক্ষিক আৰু প্ৰশাসনীয় দিশটোৰ দায়িত্ব বহন কৰে। ইতিমধ্যে ডিগবৈত এখন ভাল শিক্ষানুষ্ঠান হিচাপে ই মূৰ ডাঙি উঠিছে।

## 'প্লে হাউচ' স্কুল

১৯৭৪ চনত বাল ভৱনত ডিগবৈ লেডিজ এচোচিয়েচনে ইংৰাজী মাধ্যমৰ প্ৰাইমাৰী স্কুল এখন স্থাপন কৰিছিল। মিচেচ পি. কাকতীয়ে ইয়াৰ গুৰি ধৰিছিল। ১৯৭৫ চনত ডিগবৈ ক্লাবৰ ওচৰত থকা কোম্পানীৰ ঘৰ এটালৈ স্থানান্তৰ কৰা হৈছিল। এতিয়াও তাতেই চলি আছে। বৰ্ত্তমান K. G. I. ৰ পৰা (প্ৰথম মানৰ পৰা) ষষ্ঠ মানলৈ শ্ৰেণী সমূহ আছে। স্কুলখন চৰকাৰী সাহায্য প্ৰাপ্ত নহয়—ছাত্ৰ-ছাত্ৰীৰ ফিজেৰে চলে। ইয়াৰ প্ৰতিষ্ঠাপক শিক্ষয়িত্ৰী আছিল মালা বৰকাকতি আৰু মিচেচ এচ. ভঁড়ালী। অসম চৰকাৰৰ স্বীকৃতি পোৱা নাই বা লোৱা নাই। বৰ্ত্তমান অধ্যক্ষাকে ধৰি শিক্ষকৰ সংখ্যা ১২ আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩০০ (১ জানুৱাৰী ১৯৯৬)। কেৰানী ১, চতুৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰী ৩। অধ্যক্ষা মিচেচ এচ. ভট্টাচাৰ্য্য।

## চেণ্টমেৰী স্কুল—মোৰ নতুন অভিজ্ঞতা

এই স্কুলখন কেথলিক চাৰ্চৰ অধীনত ১৯৮৭ চনত স্থাপিত হৈছে। স্কুলখনৰ প্ৰতিষ্ঠাপক অধ্যক্ষ, কেনে অনুষ্ঠানৰ স্বীকৃতি প্ৰাপ্ত, শ্ৰেণী আদিৰ কথা জানিবলৈ বিচৰাত অধ্যক্ষই মোক পোন চাটেই কৈছিল— এইবোৰ কথা লোৱাৰ আগতে মই দেখোন কেথলিক চাৰ্চ সম্পৰ্কে জানি লোৱা উচিত আছিল। স্কুলৰ পৰিসংখ্যাবোৰ প্ৰাথেনীতাৰ মহকুমাধিপতিক সুধিবলৈ ক'লে। মই এতো বুজি না

জানিবলৈ কেথলিক নীতি-নিয়ম জানিব লাগে বুলি মই জনা নাছিলো। স্কুলৰ পৰিসংখ্যা

(Biodata) জানিবলৈ মহকুমাধিপতিৰ ওচৰলৈ যাব লাগে—ইও এক নতুন অভিজ্ঞতা। এতিয়া মৰিবৰ কালত এই অভিজ্ঞতাই মোক বেচ পুলকিত কৰিছে।

## কাৰ্মেল স্কুল—আৰু এক অভিজ্ঞতা

কাৰ্মেল স্কুলৰ অধ্যক্ষাই আনহে নালাগে স্কুল স্থাপিত হোবাৰ বছৰটোকো তেওঁলোকৰ হেড অফিচৰ বিনানুমতিত দিব নোৱাৰে বুলি ক'লে। গতিকে মইও ইমান গোপনীয় কথাৰ সন্ধেদ ল'বলৈ ইচ্ছা নকৰিলোঁ। মই কিবা কিবি জানিলেও লিখাটো উচিত নহয় বুলি ভাবিলোঁ। উল্লেখযোগ্য যে, এই স্কুলখনো কেথেলিকৰ।

## পূৰ্ব্বাঞ্চল বিদ্যালয়

অসম অইল কোম্পানীয়ে কোম্পানীত কাম নকৰা মানুহৰ ল'ৰা-ছোৱালীক কোম্পানীৰ স্কুলত ভৰ্ত্তি কৰা বন্ধ কৰাত ২৫/২/৬১ তাৰিখে বিষ্ণু মন্দিৰ প্ৰাঙ্গনত টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ সভাপতিত্বত বহু নেপালী সম্প্ৰদায়ৰ সাধাৰণ সভা এখনে 'পূৰ্ব্বাঞ্চল বিদ্যালয়' নামেৰে নেপালী ভাষা মাধ্যমৰ স্কুল এখন খুলিবলৈ সিদ্ধান্ত লৈছিল। ৮/১/৬২ তাৰিখে একেলগে প্ৰাইমাৰী আৰু এম. ই. স্কুলৰ শ্ৰেণী সমূহ আৰম্ভ কৰা হৈছিল। হাইস্কুলৰো ৭ম মান শ্ৰেণী খোলা হৈছিল। অৱশ্যে এবছৰৰ পাচত হাইস্কুলৰ শ্ৰেণী বন্ধ কৰি দিয়া হৈছিল।

প্ৰতিষ্ঠাপক কমিটিৰ সদস্য সকল আছিল—সভাপতি-ধৰ্ম্মানন্দ উপাধ্যায়, উপ সভাপতি-দেৱী লাল উপাধ্যায়, যুটীয়া সম্পাদক-সৰ্ব্বশ্ৰী চন্দ্ৰ বাহাদুৰ ছেত্ৰী, হৰিশ চন্দ্ৰ পুৰী আৰু অগ্নি বাহাদুৰ ছেত্ৰী, কোষাধ্যক্ষ—বিষ্ণু প্ৰসাদ জৈচী। প্ৰাইমাৰী শাখাৰ শিক্ষক তথা প্ৰধান শিক্ষক আছিল গণপতি জৈছি। ১৯৬৪ চনত প্ৰাইমাৰী স্কুলখনে স্কুল বোৰ্ডৰ স্বীকৃতি পাইছিল আৰু ৫-৯-৭৫ তাৰিখৰপৰা চৰকাৰী হৈছিল। এম. ই. শাখাটো ১৭-১০-৭৭ তাৰিখৰপৰা প্ৰাদেশিকীকৰণ হৈছে।

বিষ্ণু মন্দিৰ প্ৰেক্ষাগৃহক স্কুল ঘৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল। এতিয়া কোম্পানীৰপৰা মাটি লৈ এম. ই. স্কুলৰ কাৰণে বেলেগ ঘৰ সজা হৈছে। প্ৰাইমাৰী স্কুলখন বেচিক এড্যুকেশ্যন বোৰ্ডে ল'বৰ কাৰণে মইও মোৰ সামান্য সেৱা আগবঢ়াইছিলোঁ।

## শিশু নিকেতন, ডিগবৈ

ডিগবৈত ইংৰাজী মাধ্যমৰ স্কুল বাঢ়ি যোৱাত আৰু তাতো বহুতো অসমীয়া ল'ৰা-ছোৱালীয়ে নাই নোপোৱাত বৰ্ত্তমান কালৰ শিক্ষাৰ অগ্ৰসৰতাৰ লগত খাপ খোৱাকৈ এখন অসমীয়া মাধ্যমৰ স্কুলৰ আৱশ্যকতাৰ কথা বহুতে চিন্তা কৰিছিল। তাকে পূৰণ কৰিবৰ কাৰণে ডাঃ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মাৰ উদ্যোগত ১৯৮৭ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে প্ৰাক্ প্ৰাথমিক আৰু প্ৰাথমিক শ্ৰেণীৰ লৈ শিশু নিকেতন, ডিগবৈ স্থাপিত হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি ডাঃ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা, সম্পাদক—ফিৰোজ কমল বৰুৱা, অধ্যক্ষ ভবৰ ধৰ শৰ্ম্মা আৰু নিৰীক্ষক [illegible] টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য।

স্কুলখন অসমীয়া মাধ্যমৰ হ'লেও ইংৰাজীও অতিৰিক্ত ভাষা হিচাপে প্ৰাথমিক [illegible] পৰাই শিকোৱা হয়। তদুপৰি বিভিন্ন পৰ্য্যায়ত যোগাসন, ফাইন আৰ্ট, উচ্চ গণিত, [illegible] বুৰঞ্জী, গীত-নৃত্য, আবৃত্তি কুইজ আদি শিকোৱাৰ ব্যৱস্থা কৰা হৈছে।

প্ৰথমতে ৬৫ জন ছাত্ৰ-ছাত্ৰীক লৈ ৩ গৰাকী শিক্ষক শিক্ষয়িত্ৰী আৰু ২ গৰাকী সহায়িকাৰে সৈতে স্কুল আৰম্ভ কৰা হৈছিল। বৰ্ত্তমান প্ৰাক প্ৰাথমিক [illegible] শ্ৰেণীলৈকে হৈছে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৰ্ত্তমান (১৯৯৬) ৫২৩ জন। শিক্ষক-শিক্ষয়িত্ৰী [illegible] জনেৰে সৈতে মুঠ কৰ্ম্মচাৰী ২৯ জন।

পৰীক্ষাৰ ফলাফলো বেচ আশাপ্ৰদ। প্ৰাইমাৰী বৃত্তি পৰীক্ষাত ১৯৯১ চনত [illegible] জিলাৰ ভিতৰত ২য় স্থান অধিকাৰ কৰি এজন, ১৯৯২ চনত এজন, ১৯৯৩ আৰু ১৯৯৪ [illegible] দুজনকৈ ছাত্ৰই বৃত্তি পাইছে। সেইদৰে মাধ্যমিক বৃত্তি পৰীক্ষাতো ১৯৯৪ চনত জিলাৰ ভিতৰত ১ম আৰু ৫ম স্থান লৈ দুজন আৰু ১৯৯৫ চনত এজনে বৃত্তি পাইছে।

ভৱিষ্যতে ই এখন আদৰ্শ স্কুল হ'ব বুলি ৰাইজে আশা কৰিছে।

## জাগৃতি কলা-পৰিষদ

ডিগবৈত বহুতেই গাইগুটীয়া ভাবে সঙ্গীত চৰ্চ্চা কৰিছিল। কিন্তু সঙ্গীত শিক্ষাৰ কোনো অনুষ্ঠান নাছিল। এবাৰ সম্ভৱতঃ ১৯৬৪।৬৫ চনত কেইজনমান স্থানীয় সঙ্গীতানুৰাগীৰ যত্নত এ.ও.চি. বয়জ হাইস্কুলৰ প্ৰেক্ষাগৃহত এটি সঙ্গীত সন্ধিয়াৰ আয়োজন কৰা হৈছিল। তাতে লক্ষ্ণৌৰ পৰা এজন শাস্ত্ৰীয় সঙ্গীত গায়ক আৰু বাৰানশীৰ পৰা এজন তবলা বাদকক অনা হৈছিল। মইও সেই সঙ্গীত সন্ধিয়া উপভোগ কৰিছিলোঁ। শাস্ত্ৰীয় সঙ্গীত আৰু তবলাৰো যে মোহিনী শক্তি থাকিব পাৰে মই সিদিনাহে অনুভৱ কৰিছিলোঁ। গায়ক আৰু তবলা বাদকৰ নাম-ধাম পাহৰিলোঁ যদিও আজিও মোৰ চকুৰ আগত তেওঁলোকৰ মুখ দুখন [illegible] আছে। গায়ক বয়সস্থ আছিল আৰু তবলা বাদক আপেক্ষিক ভাবে ডেকা আছিল। প্ৰায় দুঘণ্টা ধৰি সেই একেজন গায়ক আৰু একেজন তবলা বাদকৰ গীত-তবলাৰ প্ৰদৰ্শনত প্ৰেক্ষাগৃহত [illegible] দৰ্শক মণ্ডলী তবধ মানিছিল আৰু প্ৰশংসাত উৎফুল্লিত হৈছিল। তবলাই কথা কৈছিল। তবলাৰ বোলত সঙ্গীতৰ শব্দাবলী গায়কৰ ভাষাত ফুটি উঠিছিল।

এই সঙ্গীত সন্ধিয়াৰ পাচৰ পৰাই ডিগবৈতো এখন নিয়মীয়া সঙ্গীত বিদ্যালয় [illegible] কাৰণে কেইজন মান উৎসাহী ডেকাই চেষ্টা কৰিছিল। এনেতে এদিন [illegible] কলিয়াবৰত এক সাংস্কৃতিক অনুষ্ঠানত যোগ দিবলৈ ডিগবৈৰ [illegible] কান্তেশ্বৰ ডেকা) তপন দত্ত, বৰুণ দেব, অনু দত্ত, শিৱতোষ চক্ৰৱৰ্ত্তী [illegible] (বাকীবোৰৰ নাম পাহৰিলোঁ) গৈছিল। তাত ডিগবৈৰ শিল্পী সকল বেচ [illegible]। এই কৃতকাৰ্য্যতাই ডিগবৈত সঙ্গীত বিদ্যালয় স্থাপনত তেওঁলোকক [illegible]। সেই [illegible] ১৯৬৬ চনৰ কোনোবা এটা শুভ দিনত ডিগবৈ কেন্দ্ৰীয় নামঘৰত সভা [illegible] হৈছিল। সভাত অমৰেন্দ্ৰ নাথ ঠাকুৰ, দুলাল চন্দ্ৰ বৰুৱা, [illegible] ডেকা, তপন দত্ত, বৰুণ দেব, শৈলেশ লহকৰ, শিৱতোষ চক্ৰৱৰ্ত্তী [illegible] উপস্থিত আছিল। সভাত সভাপতিত্ব কৰিছিল অমৰেন্দ্ৰ নাথ ঠাকুৰে। সেই [illegible]

"জাগৃতি কলা পৰিষদ"ৰ। এতিয়াৰপৰা মৃত্যুলৈকে অমৰ ঠাকুৰ আছিল ইয়াৰ সভাপতি। জাগৃতি কলা পৰিষদে ডিগবৈৰ বিভিন্ন অনুষ্ঠানত, যেনে সতী জয়মতী উৎসৱ, যেজবৰুৱা জন্ম বাৰ্ষিকী, বৰ্গীয়া জয়ন্তী, নেপালী বিষ্ণু মন্দিৰৰ বাৰ্ষিক সভা আদিত গীত-বাদ্য পৰিবেশন কৰি, দৰ্শকক আপ্লুত কৰিছিল।

জাগৃতি কলা পৰিষদৰ প্ৰধান উদ্দেশ্যে আছিল ডিগবৈত এখন সঙ্গীত বিদ্যালয় স্থাপন কৰা। তাৰ কাৰণে উৎসাহী শিল্পীসকলে ডিগবৈৰ বাহিৰলৈ, আন কি অৰুণাচলৰ দেওমালী, খুনসা, জাইৰলৈ গৈ, গীত বাদ্য পৰিবেশন কৰি, পুঁজি সংগ্ৰহ কৰিছিল।

১৯৬৮ চনত প্ৰস্তাৱিত সঙ্গীত বিদ্যালয় আৰম্ভ কৰিছিল এ.ও.চি. হিন্দী হাইস্কুলত। ইয়াৰ পাছত ক্ৰমে বালিকা বিদ্যা মন্দিৰ, গৌৰাঙ্গ মন্দিৰ, আকৌ বালিকা বিদ্যা মন্দিৰলৈ স্থান পৰিবৰ্তন কৰিবলগীয়া হৈছিল। শেষত বিবেকানন্দ বিদ্যালয়ৰ সমিতিৰ অনুমতি ক্ৰমে সঙ্গীত বিদ্যালয় বিবেকানন্দ বিদ্যালয়লৈ স্থানান্তৰ কৰা হৈছিল। এতিয়ালৈকে তাতেই এই বিদ্যালয় চলি আছে।

জাগৃতি কলা পৰিষদ সঙ্গীত বিদ্যালয়ৰ প্ৰতিষ্ঠাপক শিক্ষকসকল হ'ল— সৰ্বশ্ৰী দুৰ্গেশ ব্ৰহ্মচাৰী, তপন দত্ত, ডি. এছ. গিৰি আৰু বৰুণ দেব। তেওঁলোকৰ অবৈতনিক মাহিলি ভাট্টা আছিল ৩৫, ২৫ আৰু ১৫ টকা। পাচলৈ শিক্ষয়িত্ৰী আৰু যোগদান কৰিছিল শান্তা ৰায় চৌধুৰী, [illegible] ভৌমিক, মন্দা গুপ্তভাৰ্য্য আদিয়ে।

১৯৭৫ চনত এই সঙ্গীত বিদ্যালয়খন লক্ষ্ণৌ ভাত খাণ্ডে সঙ্গীত বিদ্যালয়ৰ স্বীকৃতি প্ৰাপ্ত হোৱাত এতিয়া ইয়াৰ ছাত্ৰ-ছাত্ৰীসকলে ডিগবৈ কেন্দ্ৰতেই ভাতখাণ্ডে সঙ্গীত বিদ্যালয়ৰ পৰীক্ষা সমূহ দিয়াৰ সুবিধা পাইছে।

১৯৭৮ চনত ১৮৬০ চনৰ Assam Society Act XXI অনুসৰি অনুষ্ঠানটোক পঞ্জীভুক্ত কৰা হৈছে।

এতিয়ালৈকে এই বিদ্যালয়ৰপৰা ৫৫ জন সঙ্গীত বিশাৰদ, ৮ জন তবলা বিশাৰদ আৰু ১ জন নৃত্য বিশাৰদ হৈ ওলাইছে।

ছাত্ৰ-ছাত্ৰীৰ সংখ্যা প্ৰথম ২৫ জনৰপৰা এতিয়া (১৯৯৬) ১১০ জন হৈছে।

যিসকলৰ যত্নত এই অনুষ্ঠানটিয়ে অগ্ৰগতি লাভ কৰি আজিৰ পৰ্য্যায় পালে, সেইসকল হৈছে—স্বৰ্গীয় অমৰেন্দ্ৰ ঠাকুৰ, সৰ্বশ্ৰী দুৰ্গেশ ব্ৰহ্মচাৰী, তপন দত্ত, বৰুণ দেব, কৃষ্ণ ভট্টাচাৰ্য্য, [illegible] চক্ৰবৰ্তী (সম্পাদক), সত্য ৰঞ্জন সৰকাৰ, চম্পক দত্ত, সুকুমাৰ খাস্তগীৰ, বিচিত্ৰ দাস, [illegible] অৰবিন্দ ভট্টাচাৰ্য্য, এ. পি. ৰাও (অধ্যক্ষ), সুবিমল চক্ৰবৰ্তী, পৱন ভট্টাচাৰ্য্য, শিৱতোষ [illegible] দাস, নলিনীৰ মিত্ৰ, মিনু মণ্ডল, ৰবি ৰায়, প্ৰমোদ দাস, পতুল দে আদি।

## ডিগবৈ শিশু কল্যাণ পৰিষদ

অসম অইল কোম্পানীৰ তত্বাৱধায়ক অধিকাৰ মধুসূদন দত্তৰ প্ৰচেষ্টাত ১৯৫৮ চনৰ [illegible] ডিগবৈ শিশু কল্যাণ পৰিষদ গঠন হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক কমিটিৰ সদস্য [illegible]

সভাপতি—শ্ৰীমধুসূদন দত্ত, সম্পাদিকা—শ্ৰীমতী উমা দেবী সহঃ সম্পাদক—শ্ৰীভদ্ৰ কৃষ্ণ গোস্বামী, ধনভঁৰালী—শ্ৰীমতী শোভনা বাগাদে, দাতা সদস্য—৺বি. এন. সিং আৰু ৺কে. এল. শুক্লা।

সদস্যসকল—প্ৰতিভা পাল, প্ৰিয় দাস তালুকদাৰ, ডা০ হৰেন্দ্ৰ নাথ বৰুৱা, শ্ৰীমতী সাহানী, শ্ৰীমতী বন্দনা বৰুৱা, শ্ৰীপি. চি. চাংকাকতি, শ্ৰীএচ. বৰদলৈ, শ্ৰীখৰ্গেশ চন্দ্ৰ দত্তৰায়,। হিচাপ পৰীক্ষক—পি. দত্তৰায়।

উদ্দেশ্য আছিল—(১) খেল-ধেমালিৰ জৰিয়তে প্ৰাক্ প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰা, (২) আন্তৰ্জাতিক সমাজ কল্যাণ সংস্থাৰপৰা আনি পুষ্টিকৰ খাদ্য ল'ৰা-ছোৱালীক দিয়া (৩) ল'ৰা-ছোৱালীৰ স্বাস্থ্য পৰীক্ষা আৰু চিকিৎসাৰ ব্যৱস্থা কৰা (৪) নাচ-গীত শিকোৱাৰ ব্যৱস্থা কৰা (৫) খেল-ধেমালি আৰু শৰীৰ চৰ্চাৰ শিক্ষাৰ ব্যৱস্থা কৰা (৬) সপ্তাহত ৩ দিনকৈ আবেলি কেন্দ্ৰলৈ অহা ল'ৰা-ছোৱালীক গাখীৰ খুওৱাৰ ব্যৱস্থা কৰা আৰু (৭) চিত্ৰাংকণ শিক্ষা দিয়া।

পৰিষদৰ শিক্ষয়িত্ৰী আছিল—শ্ৰীমতী আৰ. দুগল আৰু শ্ৰীমতী সৰস্বতী প্ৰধান (এতিয়া ছেত্ৰী)।

বৰ্ত্তমান শিশু নিকেতনৰ চৌহদটোৱেই আছিল শিশু কল্যাণ পৰিষদৰ চৌহদ। অসম অইল কোম্পানীৰপৰা মাটি লৈ, তাতেই বালভৱন নাম দি, এটি ঘৰ সজা হৈছিল। এই বাল ভৱনটোৱেই এতিয়া শিশু নিকেতনৰ প্ৰথম ঘৰ। পৰিষদে নানা খেলনাৰ ব্যৱস্থাও কৰিছিল।

আন্তৰ্জাতিক সমাজ কল্যাণ সংস্থাৰপৰা পোৱা পুষ্টিকৰ খাদ্য বাল ভৱনক কেন্দ্ৰ কৰি দুৰ্গাবাৰী আদি কেইবা ঠাইকো কেন্দ্ৰ হিচাপে লৈ ল'ৰা-ছোৱালীক সপ্তাহত দুদিনকৈ যোগান ধৰা হৈছিল। খাদ্য প্ৰস্তুত কৰি, ল'ৰা-ছোৱালীক খুওৱাৰ দায়িত্ব লৈ, সেৱা আগবঢ়াইছিল লক্ষ্মী বৰঠাকুৰে কেইজনমান সহযোগীক লৈ। ক্ৰমান্বয়ে চৰকাৰৰ খাদ্য যোগান অনিয়মীয়া হৈ, শেষত বন্ধ হোৱাত, পৰিষদৰ কামো নোহোৱা হৈ পৰিছিল। লাহে লাহে কমিটিৰ প্ৰায়বোৰ সদস্য নিজৰ নিজৰ ব্যক্তিগত কাৰণত ডিগবৈৰপৰা আঁতৰি যোৱাত ভদ্ৰকৃষ্ণ গোস্বামীয়ে বাল ভৱনক বৰুণা বেঙ্কল দি আছিল।

## ডিগবৈ সঙ্গীত বিদ্যালয়

১৯৭৫ চনৰ ফেব্ৰুৱাৰী মাহত সঙ্গীত প্ৰেমী উদ্যোগী কৰ্ম্মী ঠগী ৰাম বৰদলৈৰ উদ্যম আৰু অক্লান্ত প্ৰচেষ্টাত ডিগবৈ কেন্দ্ৰীয় নামঘৰতে 'ডিগবৈ সঙ্গীত বিদ্যালয়ৰ জন্ম হৈছিল। প্ৰতিষ্ঠাপক কমিটিখনৰ সদস্যসকল আছিল—চেয়াৰমেন—শ্ৰীবিশ্ব নাথ বৰুৱা, সভাপতি—শ্ৰীৰোহিনী ধৰ বৰুৱা, উপ-সভাপতি—ডা০ দেৱী প্ৰসাদ গোস্বামী, যুটীয়া সম্পাদক—শ্ৰীঠগী ৰাম বৰদলৈ আৰু শ্ৰীজীৱ কান্ত বৰুৱা। কেইদিনমানৰ পাচত ৰোহিণী ধৰ বৰুৱা আৰু ডা০ দেৱী প্ৰসাদ গোস্বামী ডিগবৈ এৰি যোৱাত তেখেতসকলৰ দায়িত্ব লৈছিল ক্ৰমে হিৰণ্ময় ধৰ আৰু মনোৰম চেতিয়াই।

পৰ্য্য নিৰ্বাহক সমিতিৰ অনুৰোধক্ৰমে অনুষ্ঠানটিৰ সংবিধান ৰচনা কৰিছিল অধ্যাপক শ্ৰীদ্বিজেন শাস্ত্ৰী। আইন অনুযায়ী ৰবানিয়মে পঞ্জীভুক্তও কৰা হৈছিল।

অভিভাৱকসকলৰ বাহিৰেও এই 'বিদ্যালয়ৰ' পৰিচালনাত আন্তৰিকতাৰে সহযোগ

আগবঢ়াইছিল লিখেশ্বৰ ভাজনি, শিব প্ৰসাদ গোস্বামী, বিনন্দ গগৈ, ধীৰেন্দ্ৰ নাথ বৰুৱা, বীৰেন কলিতা, হেম নাথ দত্ত, নৰেন্দ্ৰ নাথ গগৈ, প্ৰাণ নাথ বৰঠাকুৰ, ডাঃ হৰেন্দ্ৰ নাথ বৰুৱা আৰু হৰি বৰা (Junior) আদিয়ে। প্ৰতিষ্ঠাপক অধ্যক্ষ আছিল আজিত কুমাৰ বানাৰ্জী এম. মিউজ (লক্ষ্ণৌ) আৰু সহযোগী শিক্ষক আছিল নগেন চাংমাই (তবলা মাষ্টৰ)।

লাহে লাহে উদ্যোক্তা সকলৰ বহুতে ডিগবৈ এৰি স্বাবলম্বীয়া হোৱাত, আৰু নানা কাৰণত, ক্ৰমান্বয়ে অনুষ্ঠানটিৰ আচলাবস্থা হৈ আহিছিল। শেষত বচিডাল ধৰি আছিল কেৱল শিব গোস্বামীয়ে। তেখেতৰো অৱসৰৰ সময় আহি পৰাত ১৯৮৮ চনৰ মাৰ্চ্চ মাহত কেন্দ্ৰীয় নামঘৰত এখন সভা পাতি, ডিগবৈ সঙ্গীত বিদ্যালয়ৰ দায়িত্ব লুইত শিল্পী সমাজৰ ওপৰত অৰ্পণ কৰে।

## লুইত শিল্পী সমাজ

অসম অইল কোম্পানীৰ চাকৰিয়াল, উদ্যোগী, সমাজ সচেতন, ডেকা কৰ্ম্মী অৰুণ দত্তই ডিগবৈত শঙ্কৰী কলা-কৃষ্টিৰ তথা চাৰিওপিনে সিঁচৰতি হৈ থকা বিবিধ লোক গীতৰ চৰ্চ্চা আৰু শিক্ষা দানৰ মাধ্যমেৰে, অসমৰ বিভিন্ন জনগোষ্ঠীৰ কলা-কৃষ্টিৰ মাজত সমন্বয় সাধনৰ উদ্দেশ্যেৰে, এটা অনুষ্ঠান গঢ়িবৰ মানসেৰে, ১৯৮১ চনৰ ২৯ আগষ্ট তাৰিখে, উক্ত হল ভৱনতে এখন সাধাৰণ সভা আহ্বান কৰিছিল। সভাত সভাপতিত্ব কৰিছিল টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্যই। সেই সভাতেই উক্ত উদ্দেশ্য সাধনৰ কাৰণে 'লুইত শিল্পী সমাজ'ৰ জন্ম হৈছিল। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি আছিল ডাঃ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা আৰু সম্পাদক আছিল অৰুণ দত্ত। কিছুদিনৰ পিচতে অৰুণ দত্ত ডিগবৈৰপৰা বদলি হৈ, আন ঠাইলৈ যাব লগীয়া হোৱাত শ্ৰীদীক্ষিত কুমাৰ ভট্টাচাৰ্য্যই সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল। ভট্টাচাৰ্য্যৰ অনুপস্থিতিত দুবছৰমান শ্ৰীঅজিত কুমাৰ সিংহ পাঠক সম্পাদকৰ দায়িত্বত আছিল। বৰ্ত্তমান সম্পাদক শ্ৰীপ্ৰবীণ বৰা।

লুইত শিল্পী সমাজক স্থায়ী ৰূপ দিয়াৰ কথা চিন্তা কৰি, ইয়াৰ নিয়মাৱলী প্ৰস্তুত কৰি, চচাইটি এক্ট XXI অনুসৰি, ১৯৮২ চনত পঞ্জীভুক্ত কৰা হয়। পঞ্জীয়ন নম্বৰ ৭১৩।

লুইত শিল্পী সমাজে ইয়াৰ স্বকীয় কৰ্ম্ম আঁচনি অনুসৰি কেইবাটাও দিশত আগবাঢ়ি গৈছে।

(১) শিশু নিকেতন ডিগবৈ, লুইত শিল্পী সমাজৰে সৃষ্টি।

(২) ১৯৮৮ চনৰ পৰা নিয়মীয়াকৈ ডিগবৈ সঙ্গীত বিদ্যালয় পৰিচালনা কৰি বিবিধ গীত, বাদ্য আৰু শাস্ত্ৰীয় সঙ্গীত শিক্ষাৰ ব্যৱস্থা কৰিছে।

(৩) শঙ্কৰী কলা-কৃষ্টিত অৰ্হতা সম্পন্ন স্থায়ী শিক্ষক ৰাখি, স্থানীয় ল'ৰা-ছোৱালীক নিয়মিত শিক্ষা দানৰ ব্যৱস্থা কৰিছে।

(৪) বৃহৎ অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠীৰ কলা-কৃষ্টিৰ চৰ্চ্চা, অধ্যয়ন আৰু সংৰক্ষণৰ ব্যৱস্থা কৰি, পৰস্পৰৰ মাজত সমন্বয় সাধনৰ মানসেৰে, কাম আৰম্ভ কৰিছে।

(৫) অসমীয়া কথা ছবি উৎসৱ, ভাৰতীয় নাট্য মহোৎসৱ পাতি আৰু মাজে-মধ্যে খ্যাতনামা শিল্পীক আনি, অভ্যৰ্থনা জনাই, স্থানীয় শিল্পীসকলক উৎসাহিত কৰাৰ ব্যৱস্থা কৰিছে।

(৬) দুখীয়া আৰু পিচ পৰা মহিলাক নিজৰ জীৱিকা নিৰ্ব্বাহৰ উপায় কৰিবলৈ, চিলাই

(Sewing), গোঠা (Kniting) আৰু কাপোৰত ফুল বছা (Embroidery) শিকাৰ শ্ৰেণী এটা নিয়মীয়া কৈ চলাই আছে।

(৭) ইয়াৰ বাহিৰেও আন আন সেৱা মূলক কাম কিছুমানো আৱশ্যক বুজি, সামৰ্থ্য অনুসৰি কৰি আছে।

বৰ্ত্তমান লুইত শিল্পী সমাজে কোম্পানীৰপৰা মাটি লৈ, নিজা ঘৰ সাজি স্বয়ং সম্পূৰ্ণ হৈছে। কৰ্ম্মীসকলৰ সক্ৰিয় সহযোগত ডা০ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মাৰ পৰিচালনাত আৰু অসম তেল সংমণ্ডলৰ উদাৰ আৰ্থিক সহায়েৰে, লুইত শিল্পী সমাজ পূৰ্ব্বাঞ্চলৰ ভিতৰতেই এটা অতি আগশাৰীৰ সাংস্কৃতিক অনুষ্ঠান হৈ পৰিছে।

## বিৰাজ কৃষ্ণ কলা কেন্দ্ৰ

সঙ্গীতাচাৰ্য্য দুৰ্গেশ ব্ৰহ্মচাৰীৰ যত্নত ১৯৬৮ চনত 'বিৰাজ কৃষ্ণ কলা কেন্দ্ৰ' নামৰ ডিগবৈত আন এটি সঙ্গীত বিদ্যালয় স্থাপিত হয়। বৰ্ত্তমান অধ্যক্ষ শ্ৰীসুভাশীষ ব্ৰহ্মচাৰী। ইয়াত শাস্ত্ৰীয় সঙ্গীত, কথক নৃত্য আৰু তবলা শিকোৱা হয়। এই শাখাই ডিগবৈ আৰু মাৰ্ঘেৰিটা—দুটা শাখাত শিক্ষা দানৰ কাম কৰি আছে।

১৯৯২ চনত এই অনুষ্ঠানটিয়ে প্ৰয়াগ সঙ্গীত সমিতিৰ স্বীকৃতি লাভ কৰিছে।

## এল. কে. মিউজিক কলেজ, ষ্টেচনপাৰা

ৰবীন্দ্ৰ ভাৰতী বিশ্ব বিদ্যালয়ৰ, কলিকতা ইন্দিৰা গান্ধী সঙ্গীত বিদ্যালয় আৰু বঙ্গীয় সঙ্গীত পৰিষদৰ দ্বাৰা স্বীকৃত, আন এটি সঙ্গীতানুষ্ঠান 'এল. কে. মিউজিক কলেজ' ডিগবৈ ষ্টেচনপাৰাত স্থাপিত হৈছে। প্ৰতিষ্ঠাপক অধ্যক্ষ শ্ৰীলক্ষ্মী কান্ত চক্ৰবৰ্ত্তী সঙ্গীত বিশাৰদ, অনাতাঁৰ আৰু দূৰদৰ্শনৰ গায়ক। তেখেতৰ লোকগীতৰ কেচেটো ওলাইছে।

## ডিগবৈ কলেজ

ডিগবৈত কলেজ এখনৰ অভাৱ অনুভৱ কৰি অসম অইল কোম্পানীৰ চুপাৰভাইজিং হেদ মাষ্টাৰ সত্য জীৱন পালে কেইগৰাকীমান লোকৰ লগত আলোচনা কৰি ১৯৫৭ চনত কোম্পানীৰ অনুমতি লৈ এ.ও.চি. গাৰ্লচ্ হাইস্কুলত কলেজৰ প্ৰথম বাৰ্ষিকৰ নৈশ 'Coaching Class' এটা আৰম্ভ কৰিছিল। পৰিচালনা কৰিবৰ কাৰণে পালক সভাপতি আৰু ডেকা ইঞ্জিনিয়াৰ অমিতাভ চৌধুৰীক সম্পাদক কৰি, এখন পৰিচালনা সমিতি কৰি লোৱা হৈছিল। অৰ্হতা সম্পন্ন ব্যক্তি কেইগৰাকীমানে অবৈতনিক ভাবে শিক্ষাদান কৰিবলৈ আগবাঢ়ি আহিছিল। এনেদৰে দুবছৰ চলিছিল। দুবছৰৰ অন্তত পৰীক্ষা দি ছাত্ৰ-ছাত্ৰীয়ে বিশ্ববিদ্যালয়ৰ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণও হৈছিল।

ইতিমধ্যে সম্পাদক অমিতাভ চৌধুৰী ডিগবৈ এৰি বিদেশলৈ যোৱাত আৰু কমিটিৰ অন্যান্য সদস্যবো আন্তৰিকীয় সহযোগ নোপোৱাত, কলেজ বন্ধ হোৱাৰ উপক্ৰম হৈছিল। তেনে

সময়তে ১৯৫৯ চনৰ ১১ জানুৱাৰী তাৰিখে আন কেইজনমান্ ডেকা উদ্যোগী ব্যক্তিয়ে আৰ. বি. বৰুৱাক সভাপতি, এন. কে চৌধুৰীক সাধাৰণ সম্পাদক আৰু সাধন কুমাৰ বোসক ধনভঁৰালী হিচাপে লৈ, এখন অৰ্গেনাইজিং কমিটি কৰি লৈছিল। গাৰ্লচ্ হাইস্কুল এমুৰীয়া হোৱাৰ কাৰণে কোম্পানীৰ অনুমতি লৈ ডিগবৈৰ মধ্য স্থানত, বৰ্ত্তমান অসম অইল কোম্পানীৰ কেন্দ্ৰীয় অসমীয়া প্ৰাইমাৰী স্কুলত, 'ডিগবৈ কলেজ' নামাঙ্কনেৰে প্ৰথম কলেজ আৰম্ভ কৰিছিল। বিশ্ববিদ্যালয়ৰ আৱশ্যকীয় অনুমতি আনি ১৯৬০ চনৰ মাৰ্চ্চ মাহত পকা সিদ্ধান্তলৈ আহিছিল। অবিভক্ত গোৱালপাৰা জিলাৰ অভয়াপুৰী কলেজৰ প্ৰবক্তা অম্বেশ্বৰ বুঢ়াগোহাঁইক অধ্যক্ষ পদত মকৰল কৰা হৈছিল।

১৯৫৯ চনৰ নবেম্বৰ মাহৰ 'ডিগবৈ বাতৰি'ত (Vol. VI) তলৰ বাতৰিটো প্ৰকাশ পাইছিল।

## "Digboi College"

"The organisers of the Digboi College have decided to start an allround drive for donations cmounting to Rs. 15,000. This amount, the joint secretary of the Governing Body says, is essential as Reserve Fund for recognition of the College by the university and also to open a library. Smti. Swarnalata Gogoi has already promised a regular monthly donation of Rs. 100 for one year.

The need of a College in the Oil Town was felt by the citigens for a long time. But this cherished idea could not be materialised until this year in January when some young enthusiasts took up the cause and an Organising Committee was formed on 11th January with Sri R.B. Baruah as President, Sri N.K. Choudhury General Secretary and Sri S.K. Basu Treasurer.

On receipt of 130 applications for admission, mostly from the AOC employees, the Committee endorsed to abtain necessary permission from the University for affiliation etc. As soon as they obtained the formel permission the Committee approached the Assam Oil Company for temporary accomodation for the College. The Company allotted the Central Assemese Primary School premises to hold their classes.

Although the College has at present only a night section it is proposed to convert it gradually in to a Day College. The admission fee is Rs. 55 to be paid in August and the tution fee is Rs. 15 per month. Admission in to the College started from 11th August and Sri Ambeswar Buragohain an ex-professor of Abhayapuri College, Goalpera is undertaking the responsibility of Acting Principal of the institute.

The College has at present 112 students (including four girls) in its roll with seven professors—Sri Subhas Chetterjee, Smti Swarnalata Gogoi, Sri Ambeswar Buragohain, Sri Sachi Sarmah, Sri Naba Kumar Ghosal, Sri T.M. Das Gupta and Sri B.N. Dutta.

The members of the Advisory Board are Mr. T.G. Hunter Chairman,

Sri K.K. Das Vice-Chairman, Mr. W.P.G. Maclachlan, Dr. N.C. Sen Gupta, Dr. P.K. Baruah, Sri M.S. Dutta, Sri P.S. Khokhar, Sri U. Bhuyan and Sri D. Ramaswamy. The Joint Secretaries of the College Governing Body are Sri N.K. Choudhury and R.B. Barua."

কলেজৰ নতুন সভাপতি আছিল শ্ৰীকে. বি. কানুগো আৰু উপ-সভাপতি সত্যজীৱন পাল। ইয়াৰ পাচত কলেজৰ অৱস্থাৰ যথাৰ্থতা বুজিবলৈ তলত দিয়া চিঠিখনেই যথেষ্ট বুলি ভাবিছোঁ।

OFFICE OF THE PRINCIPAL, DIGBOI COLLEGE, DIGBOI

Memo No. DC/33/61/31-7 Date : 26-2-61

From : Sri Ambeswar Buragohain, M.A.
Principal, Digboi College

To

The President Governing Body, Digboi College

and

Hon'ble Members of the Governning Body, Digboi College

Sub : Present critical period of the College and is immediate solution.

Sir,

Kindly permit me, to begin with, to offer my heartiest thanks and gratitude to you all for your keen interest evinced sofar for the Welfare of the Digboi College despite your pree-occupation and other engagement. Needless to emphasise, therefore, this is in all conscience, a nice examplication of service for common good, and as such your benevolent services will be remembered and appriciated by all the lovers of education. Further, I cannot help saying that had I not recieved your valuable suggestion and help from time to time, it would have been imposible on my part to run the College so long. As such, I shall remember you all so long my memory does not betray me.

Despite my little experience and knowledge coupled with a number of peculiar problem faced by me at Digboi, I have tried to run the college as best as I could. I know not whether I was successful or not. I have left it entirely for your consideration. However two years have elapsed since I assumed office.

Now, I very much regret to inform you in black and white that it would be imposible on my part to run the college smoothly as I have faced some difficult problem mainly caused by financial improverishment of the College. Be it mentioned, in this connection, that all our discussions about financial improvement seemed to bear no fruit since discussion was not followed by action.

It is not unknown to us that this college of Digboi has been maintained so long out of the College general fund raised entirely from the tution and other relevent dues from the students. Unlike some infant colleges we have not taken any steps, worth the name, till today to stabilize and consoidate the financial condition of the College. Thanks to God no major difficulties have been faced by us in regard to meeting the necessary expendture of the college during the last two years. But now it seems imposible to run the college only out of the tution fees of the students since there are only twenty two students in this college. the monthly income of the College, therefore, is Rs. 264.00 (i.e. 22x12) only, whereas the minimum expenditure per month is about Rs. 1400.00 only. It is high time, therefore, that the Govern-ing Body of the College should take appropriate measure in no time to improve the financial condition, failing which, I am afraid, the college may result in total fiasco.

It may be mentioned, in this connection, that some members of the teaching staff could not be paid even the salary for the month of January last.

The following picutre will reveal the present picture of the financial position of the college.

**From July, 1960 to Jebruary, 1961**

| Income (Approx) | Expenditure (Approx) | Balance |
|---|---|---|
| Rs. 10,933.00 np. | Rs. 12, 251.92 np. | Rs. 1,318.92 (Deficit) |

(Total deficit balance rupees one thousand three hundred eighteen and ninety two np.) only.

**Immediate Problem**

1. Finance
2. Security of Service of the teaching staff.
3. Adequate and regular pay to teaching staff.
4. Shifting the College classes to a more suitable place.
5. Improvement of enrolment
6. Appointment of an English teacher on payment basis.

Problem No. 1, 2, 3 and even 6 are inter related. Security of service and adequate and regular pay to the teaching staff etc. entirely depend upon the financial condition of the College. The following measure may be adopted to improve the financial condition.

1. Membership drive (as discussed many times in G.B. meeting).
2. General collection drive at Digboi and its vicinity.
3. Varaity performence, charity show etc.
4. To approach some benevolent and philantropic gentlemen for consid-erable donation to the college.
5. All posible help from the Assam Oil Company Ltd.

With regard to collection drive, an appeal in writing may be made by the Governing Body to the public to contribute their mite towards college

fund. Wide publicity should precedes collection drive. The appeal may be published in English, Hindi, Bengali and Assamese.

## Shifting of the College Classes

We have experienced many difficulties in the present building to run our classes. Further more it does not also seen decent to hold the college classes in the primary school which is an un-psychological back ground. Far aught I know "Tipam House" (C.M.H.) seems to be of little use by the Company. The said building may very convenience be made available to the College for running the classes for which the Company may kindly be approached.

## Poor Enrolment

If everything goes well, enrolment will be automatically improved if needed facilities are available to students. And I am sure, the college will never sterve for want of studonts. Present poor enrolment is a temporary eclipse caused by abvious reasons.

## Important problem of the College (short term & long term)

1. FINANCE : STRONG GENERAL AND RESEVE FUND.
2. SELECTION OF COLLEGE SITE AND ACQUISITION OF LAND
3. BUILDING PROJECT OF THE COLLEGE.
4. APPOINTMENT OF ALL NECESSARY PROFESSORS.
5. APPOINTMENT OF CONTENDED AND BRILLIANT TEACHING STAFF
6. PAY SCALE TO THE COLLEGE STAFF
7. ENROLMENT-HOW TO ATTRACT LARGE NUMBER OF STUDENTS.
8. PROVISION FOR EXTRA CURRICULAR ACTIVITIES OF THE STUDENTS.
9. AN WELL EQUIPPED LIBRARY.
10. PROVISION FOR COMMON ROOMS FOR BOYS AND GIRLS, TEACHERS.
11. PROVISION FOR HOSTEL ACCOMODATION FOR STUDENTS OUTSIDE DIGBOI.
12. INTRODUCTION OF DAY CLASSES WITH NIGHT SHIFT, IF NECESSARY.
13. INTRODUCTION OF THREE YEARS DEGREE COURSE.
14. AFFILIATION AND GRANT-IN-AID.

## Hon'ble President and Members

It will be no exeggeration to say that you are the most competant persons of this Oil Town of Digboi, I cannot help saying that our President Mr. K.B. Kanuga is much an able man who can do a miracle if we follow and assist him Let us, therefore, be up and doing. Let us also hope that the golden dream of the citizen of Digboi will certainly materialige. Digboi College will never allow itself to be a victim of any circumstances.

Thanking you,

Yours Faithfully
Sd/-

(A. Buragohain)
Principal, Digboi College

**(ক) অধ্যক্ষৰ পদত্যাগ ঃ**

অধ্যক্ষৰ এই চিঠি কোনো কামত নাহিল। কমিটিয়ে মাজে মাজে বহি, মুখৰোচক আলোচনা কৰাৰ বাহিৰে, কোনো ৰকমৰ পদক্ষেপ লোৱা নাছিল। কোনোৱে কৈছিল, অধ্যক্ষ অত্যুৎসাহী, কোনোৱে আকৌ তেখেত আলাসত চাং পতা বিধৰ বুলি হাঁহিছিল। আৰু কিছুমানে অধ্যক্ষই এইবোৰ লিখি কমিটিৰ ওপৰত দোষ জাপি দি, যোৱাৰ মতলব কৰা বুলি গহীনাই সমিধান দিছিল। মুঠতে কমিটিয়ে নিজৰ দায়িত্ব পালনত বিমুখ হৈছিল। শেষত আভ্যন্তৰীণ খকা-খুন্দাত অধ্যক্ষ বৰগোহাঁইয়ে পদত্যাগ কৰি গুচি গৈছিল।

সত্যজীৱন পালে খা-খবৰ কৰি, নতুন অধ্যক্ষ (সম্ভৱতঃ কলিকতাৰ) আনিছিল। তেখেত ইংৰাজীত বৰ চোকা আৰু অভিজ্ঞ বুলি জনাজাত হৈছিল। কিন্তু কাকো সমীহ কৰি চলা বিধৰ নাছিল। মুকলি ভাবেই তেখেতে কমিটিক আলোচনা কৰিবলৈ আৰম্ভ কৰিছিল। এদিন কমিটিৰ বৈঠকতে হেনো তেখেতে সদস্যসকলক অকৰ্ম্মণ্য (Worthless) বুলি কৈ কাৰ এৰি গুচি গৈছিল। বাস্তৱত কলেজৰো ইতি পৰিছিল যদিও কাগজে পত্ৰই কলেজ আছিল।

অধ্যক্ষ যোৱাত ১৯৬৩ চনৰ মাজ ভাগত ওৱেল ফেয়াৰ চেন্টাৰত গভাৰ্ণিং বডিৰ বৈঠক বহিছিল। মইও বিশেষভাবে আমন্ত্ৰিত হৈ উপস্থিত আছিলোঁ। গভাৰ্ণিং বডিয়ে কাগজে পত্ৰই কলেজ বন্ধ কৰি দিবলৈ প্ৰস্তাৱ লৈছিল। মই লক্ষ্য কৰিছিলোঁ সত্যজীৱন পাল মৰ্ম্মাহত হৈছিল। পালে মোলৈ চাই বাৰে বাৰে এটা প্ৰশ্নই কৰিছিল—"এইবাৰ নহ'ল বাৰু নহ'ল, ভৱিষ্যতে কৰাৰ কিবা উপায় আছেনে?" মই এই কলেজ স্থাপনৰ গুৰিতে থকা কেইটামান কেৰোণৰ কথা আঙুলিয়াই দি, কৈছিলোঁ "কলেজৰ বাবে নিজা ৰবীয়াকৈ মাটিৰ কথা চিন্তা নকৰাকৈ কলেজ স্থাপনৰ কথা চিন্তা কৰা নিৰৰ্থক। মাটি উলিয়াব পাৰিলেই কলেজ হ'ব।" উল্লেখযোগ্য যে, সভাপতি কে. বি. কানুগাই কলেজৰ আশা এৰি দিছিল।

সমিতিয়ে সৰ্ব্ব সম্মতিক্ৰমে ডিগবৈ কলেজ বন্ধ কৰি দি, পৰিচালনা সমিতিখনো তৎকালিক ভাবে ভঙ্গ কৰি দিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। সমিতিৰ আন এজন সদস্য কৃষ্ণ প্ৰসাদ বৰুৱাই আৰু এবাৰ ৰাজহুৱা সভা পাতি, চেষ্টা কৰাৰ কথা কোৱাত, সভাপতি কানুগাই সম্পূৰ্ণ নতুন ভাবে, নতুনকৈ ডিগবৈ কলেজ পাতিবৰ কাৰণে ৰাজহুৱা সভা পাতি চেষ্টা কৰিবলৈ বৰুৱাকেই কৈছিল। লগতে আৰু কৈছিল—"আপুনিওতো কমিটিত আছিল, উপায় নিদিলে কিয়? তথাপি যদি পাৰে, আপুনিয়েই সভা আহ্বান কৰক।"

**(খ) মাটিৰ সন্ধান ঃ**

মই মনতে ডিগবৈ কলেজ উঠি যোৱাটোত ডিগবৈ সমাজৰ আত্মসম্মানৰ কথা জড়িত থকা বুলি ধৰি লৈছিলোঁ। লগতে ডিগবৈত কলেজৰ একান্ত আৱশ্যক বুলি ভাবিছিলোঁ। স্থায়ী কলেজ এখন কৰিবলৈ হ'লে নিজৰ মাটি সংগ্ৰহ কৰা প্ৰথম কৰ্ত্তব্য বুলি মই বিবেচনা কৰি, মনে মনে মাটিৰ সন্ধানত লাগিছিলোঁ। তিনিচুকীয়া উপ সমাহৰ্ত্তা গোপাল শৰ্ম্মাৰ ওচৰ পাই, মাটিৰ খবৰ কৰিলোঁ। গোপাল শৰ্ম্মা আগতে এ.ও.চি. হাইস্কুলৰ শিক্ষক আছিল। গতিকে ডিগবৈৰ প্ৰতি তেওঁৰ এটা টান আছিল। ডিগবৈত কলেজ এখন হোৱাটো তেওঁ বিচাৰিছিল। তেওঁৰপৰা গম পাইছিলোঁ যে, বৰ্ত্তমান বৰজান চেটেলমেণ্ট এৰিয়াকে লৈ ১৮৫ বিঘা মাটি পূৰ্ব্বতে চৰকাৰী চৰণীয়া পথাৰ আছিল। পিচত অসম অইল কোম্পানীয়ে এখচনা পট্টা লৈ, মাটিডোখৰ নিজৰ কৰি লৈছিল। মই কোম্পানীক এনেদৰে মাটিৰ পট্টন দিয়া কাৰ্য্যক আইন বিৰোধী বুলি লিখিত ভাবে আপত্তি তুলিছিলোঁ। কাৰণ কোনো চৰণীয়া পথাৰ, ৰাজহুৱা জাননী নিদিয়াকৈ, কাকো

দিয়াৰ নিয়ম নাছিল। এই ক্ষেত্ৰত কোনো ৰাজহৱা জাননী দিয়া নাছিল বুলি মই দাবী কৰিছিলোঁ। অৱশেষত উপায়ুক্তৰ ফাইলত এখন জাননী আছিল কিন্তু সেই জাননী বাইজে জানিবৰ কাৰণে ক'ত ক'ত দিয়া হৈছিল তাৰ কোনো বিৱৰণ নাছিল। এনে কাৰ্য্যই ভিতৰুৱা বন্দবস্তত, মনে মনে কামটো কৰাকেই সূচাইছিল বুলি মই জোৰেৰে কৈছিলোঁ। তদুপৰি ৰাজহুৱা স্বাৰ্থত যিকোনো একচনা পট্টা নাকচ কৰি, মাটি চৰকাৰী কৰি ল'ব পাৰে। মই কলেজকে আদি কৰি বিভিন্ন ৰাজহুৱা কামৰ কাৰণে, মাটিডোখৰ চৰকাৰী কৰণৰ কাৰণে অনুৰোধ কৰি, দৰ্খাস্ত লৈ, উপায়ুক্ত লক্ষেশ্বৰ শৰ্মাৰ ওচৰ পাইছিলোঁ। তেখেতে সকলো শুনি, ভাবি-চিন্তি, কিবা এটা কৰিব বুলি কৈছিল। লগতে ৰাইজৰ চহীৰে ৰাজহুৱা দৰ্খাস্ত এখন দিয়াৰ ব্যৱস্থা কৰিবলৈকো পৰামৰ্শ দিছিল। (উল্লেখ্য যে, মই তেতিয়া বিধায়ক আছিলোঁ)।

মই দৰ্খাস্ত এখনৰ খচৰা প্ৰস্তুত কৰি, দুজন সহকৰ্মীক ৰাইজৰ চহী লৈ, পঠাবলৈ কৈছিলোঁ। এনে কাম কৰিলে কোম্পানীয়ে বেয়া পাব বুলি বন্ধু দুজনে একো নকৰিলে। শেষত চিলঙলৈ গৈ ডিব্ৰুগড় জিলাৰ ছয়জন বিধায়কৰ চহীলৈ, ৰাজহ মন্ত্ৰীক তলত দিয়া চিঠিখন দিয়া হৈছিল।

To,

The Minister in Charge of Revenue, Assam.
Shillong.

Dated Shillong the 5th April, 1958.

Sir,

"................. the Deputy Commissioner of Lakhimpur alloted about 185 Bighas of land at Digboi to the A.O.C. at Digboi. Later on an Annual Patta was issued to the Company by the then D.C. of Lakhimpur,..........".

"We beg to say that there is no sarkari or any waste land at Digboi. It is growing town. The public of Digboi will require lands for very many public institutions which are absolutely necessary for a society. The public of Digboi were expecting to have there institutions in this plot of land as there is no other land."

"We beg further to say that the company has got its own lands for any expansion or for employees quarters. So we do not see any reason to allot lands to the Company depriving the public of Digboi from the only available land for public purposes and for future expansion of the town."

"Under these circumstances we request you not to issue further Patta to the Company for any period.

Yours Faithfully
Sd/- Indreswar Khaund, M.L.A.
Sd/- L. Sengupta, M.L.A.
Sd/- J.K. Baruah, M.L.A.
Sd/- D. N. Hazarika, M.L.A.
Sd/- M.C. Das, M.L.A.
Sd/- D. C. Deb Sharmah, M.L.A.

এইখিনিতে উনুকিয়াই থওঁ যে, এ. ও. চি. লেবাৰ ইউনিয়নৰ সজাতি দল এটাই মজদুৰৰ ঘৰৰ কাৰণে কোম্পানীক সেই মাটি দিবলৈ ৰাজহ চেক্ৰেটৰীক লগ ধৰি কৈ আহিছিল।

মই চিলঙৰপৰা আহি আকৌ উপায়ুক্ত লক্ষেশ্বৰ শৰ্ম্মাক লগ ধৰিছিলোঁ। তেখেতে এইবাৰ মাটি চৰকাৰী কৰণৰ প্ৰতিশ্ৰুতি দিছিল। যেনে কথা, তেনে কাম। ১৮৫ বিঘা মাটি চৰকাৰী হৈছিল। উপায়ুক্ত শৰ্ম্মাই মোক কেৱল চৰকাৰৰ ওপৰ মহলক ঠিক কৰি ৰখাৰ কথা কৈছিল।

**(গ) গুৱাহাটী উচ্চ ন্যায়লয়ত গোচৰ ঃ**

মাটি চৰকাৰী কৰণৰ জাননী পাই কোম্পানীয়ে বিস্ময় মানিছিল। প্ৰথমতে জাননীখন নাকচ কৰাৰ কাৰণে উপায়ুক্তক খাটনি ধৰি, লৰাব নোৱাৰি, চিলঙলৈ গৈ, অসম চৰকাৰৰ ৰাজহ চেক্ৰেটৰীক ধৰিছিল। মইও বহি থকা নাছিলোঁ। ৰাজহ মন্ত্ৰী হৰেশ্বৰ দাসক দেখা কৰি, আদ্যোপান্ত কৈ, ডিগবৈৰ ৰাইজক সহায় কৰিবলৈ অনুৰোধ কৰিছিলোঁ। তেখেতে সহায় কৰিব বুলি কথা দিছিল। দাসদেৱ, বিশেষকৈ ৰাজহ বিষয়ত, এজন সুনিপুণ অভিজ্ঞ উকীল আৰু দৃঢ় মনৰ মানুহ আছিল। তেখেতে হা কৰাৰ পাচত মই নিশ্চিন্ত হৈছিলোঁ। কোম্পানীয়ে নানা ধৰণে চেষ্টা কৰিও সফল হ'ব নোৱাৰি গুৱাহাটী উচ্চ ন্যায়লয়ত গোচৰ তৰিছিল। কোম্পানীয়ে নিজৰ কৰ্ত্তব্য কৰাত মই অকণো বেয়া পোৱা নাছিলোঁ। কিন্তু মইও বিধায়ক হিচাপে সমাজৰ প্ৰতি থকা দায়িত্ব পালন কৰাত, কোম্পানীৰ বিষয়াই ব্যক্তিগত আক্ৰোশৰ ভাব লৈ, মোৰ বিৰুদ্ধেও আদালতত এবাৰ মিছা কথাৰ অৱতাৰণা কৰিছিল। যদিও আইনৰ দৃষ্টিত তেনে কৰা অবাস্তৱ আছিল।

**(ঘ) আৰু ৩২০ বিঘা চৰকাৰী কৰণ ঃ**

এই কালচোৱাত কোম্পানীৰ এচিষ্টেণ্ট জেনেৰেল মেনেজাৰ মিঃ কে. বি. কানুগা ছুটীত আছিল। তেখেত ছুটীৰপৰা ঘুৰি আহি, ন্যায়লয়লৈ যোৱা কথাটো অদূৰদৰ্শিতাৰ পৰিচায়ক বুলি কৈছিল আৰু কিবা এটা আপোচ কৰাত গুৰুত্ব দিছিল।

সেই সময়ত ডাঃ বিজয় বৰ্ম্মণ চিলঙত কোম্পানীৰ প্ৰতিনিধি আছিল। মইও বিধান সভাৰ অধিবেশনৰ কাৰণে চিলঙতে আছিলোঁ। কানুগাই ডাঃ বৰ্ম্মণক মোক লগ ধৰি, ৰাজহ মন্ত্ৰী দাসদেৱৰ ওচৰলৈ গৈ, আপোচৰ প্ৰস্তাৱ দিবলৈ নিৰ্দ্দেশ দিছিল। ডাঃ বৰ্ম্মণে মোৰে সৈতে মন্ত্ৰীক দেখা কৰিলত, মন্ত্ৰীৰ দৃঢ় মনোভাব দেখি ডাঃ বৰ্ম্মণ বিমোৰত পৰিছিল। মই মন্ত্ৰীদেৱক নিজে ডিগবৈলৈ আহি, পৰিস্থিতি সৰজমিন অধ্যয়ন কৰাৰ পাচত, শেষ সিদ্ধান্ত ল'বলৈ অনুৰোধ কৰিছিলোঁ। তেখেত সন্মত হৈছিল। অনুৰোধ কৰাৰ কাৰণ আছিল—(১) কোম্পানীৰ যুক্তি আছিল, শ্ৰমিকৰ ঘৰৰ কাৰণে তেওঁলোকক মাটি লাগে। (২) মোৰ যুক্তি আছিল, কোম্পানীৰ বহুত মাটি পৰি আছে, ৰাইজৰ কামৰ কাৰণেহে এক চাহি মাটি নাই। লগতে কৈছিলোঁ—যদিহে সঁচাকৈয়ে কোম্পানীৰ মাটি নাই, তেনেহ'লে মানুহক উচ্ছেদ কৰি হ'লেও কোম্পানীক আৱশ্যকীয় মাটি দিয়ৰ কাৰণে, মইয়েই চৰকাৰক খাটনি ধৰিম।

বিধান সভাৰ অধিবেশন শেষ হোৱাৰ পাচতেই মন্ত্ৰী দাসদেৱ ডিগবৈলৈ আহি কোম্পানীৰ প্ৰতিনিধি, উপ-সমাহৰ্ত্তা, মণ্ডল আৰু মোক লৈ কোম্পানীৰ এলাকাৰ বৰজানৰপৰা গোলাইলৈ আৰু লিকালৈ ৰাপাপুঙলৈ, গোটেই এলাকাটো চাইছিল। মই ক'ত ক'ত কোম্পানীয়ে

বাহিৰৰ মানুহক মাটি দিছিল আৰু ক'ত ক'ত খালী মাটি পৰি আছিল, সকলোবোৰ দেখুৱাইছিলোঁ। শেষত বাপাপুঙৰ বৰ্ত্তমান চৰকাৰী পশু চিকিৎসালয় আৰু পানবাৰী এম. ই. স্কুল আৰু জানকী প্ৰাইমাৰী স্কুল থকা মাটিডোখৰ পোৱাত, সেই মাটি তৌজি খাজনাৰ লৈ, কোম্পানীয়ে অকৰ্ম্মণ্যশীল ভাবে প্ৰথমতে বি. কে. দাস নামৰ মানুহ এজনক 'দ্যুৱৰি ফাৰ্ম' কৰিবলৈ লিজত দিয়া আৰু ফাৰ্ম উঠি গ'লত ব্যক্তিগত মানুহক (কোম্পানীৰ বাহিৰৰ) টুকুৰা টুকুৰা কৰি লিজত দিয়াৰ কথা কৈ, মানুহবোৰে নিজে সাজি লোৱা ঘৰবোৰ দেখুৱাইছিলোঁ। মন্ত্ৰী দাস্‌দেৱে উপ-সমাহৰ্ত্তা আৰু মণ্ডলক কথাটো সঁচানে বুলি সোধাত তেখেতসকলে কাকো একো নজনোৱাকৈয়ে, কোম্পানীয়ে নিজে নিজে কৰি আছে বুলি কৈছিল। তেতিয়া মন্ত্ৰীদেৱে কোম্পানীক সঁচানে বুলি সোধাত সঁচা বুলি কোৱাৰ লগে লগে, তেতিয়াই তাত থকা ৩২০ বিঘা মাটি কোম্পানীৰপৰা কাটি, চৰকাৰী কৰণৰ হুকুম দি, মণ্ডলৰ চিঠা বহিত কটাই, উপ-সমাহৰ্ত্তাৰ চহী কৰোৱাই নিজেও চহী কৰিছিল। ঘটনাৰ মোৰ বেলেগ হোৱাত কোম্পানীৰ কৰ্তৃপক্ষ চিন্তাত পৰিছিল। সিদিনাই দুপৰীয়া অসম অইল কোম্পানীৰ তেতিয়াৰ জেনেৰেল মেনেজাৰ মিঃ ডব্লিউ. পি. জি. মেক্লেক্লন (Mr W.P.G. Machlaclan) চাহাবে মন্ত্ৰীক অনুৰোধ কৰি, আপোচৰ প্ৰস্তাৱ দিছিল। মন্ত্ৰী দাসদেৱে মোকৰ্দ্দমা ন্যায়লয়ত বিচাৰাধীন হৈ থকালৈকে, কোনো কথা নহয় বুলি সমিধান দিছিল। শেষত কোম্পানীয়ে বিনা স্বৰ্ত্তে গোচৰ উঠাই লৈছিল।

### (ঙ) আপোচ মীমাংসা ঃ

মোকৰ্দ্দমা প্ৰত্যাহাৰৰ পাচত লক্ষীমপুৰ জিলাৰ তেতিয়াৰ উপায়ুক্ত ধৰ্ম্মানন্দ দাসৰ মধ্যস্থতাত, আপোচ মীমাংসা হৈছিল। মীমাংসা অনুসৰি কোম্পানীয়ে ইতিমধ্যে কাম আৰম্ভ কৰা বৰ্ত্তমান বৰজান চেটেলমেণ্ট এৰিয়ালৈকে লৈ, ৫০ বিঘা মাটি কোম্পানীয়ে পাইছিল। এই ৫০ বিঘাৰ ভিতৰতে বৰ্ত্তমান ডিগবৈ কলেজৰ খেলপথাৰখনৰ সম্পূৰ্ণ মাটিও পৰিছিল। বাকী ১২২ বিঘা ২ কঠা ১৫ লোচা মাটি চৰকাৰী কৰা হৈছিল। মই গপচ হৈ পৰিছিলোঁ, কিয়নো এতিয়া ৰাইজে কলেজ পাতিলে মাটিৰ অভাৱ নহ'ব বুলি গৰ্হীনাই ক'ব পৰা হৈছিলোঁ। এই কথাটো ডিগবৈৰ দুই চাৰিৰ আগত, বিশেষকৈ কৃষ্ণ প্ৰসাদ বৰুৱাৰ আগত কৈ, কলেজৰ বিষয়ে আলোচনা কৰিছিলোঁ।

### (চ) পুনৰ ডিগবৈ কলেজ স্থাপন ঃ

১৯৬৫ চনত (তাৰিখ পাহৰিলোঁ) কৃষ্ণ প্ৰসাদ বৰুৱাই ডিগবৈত কলেজ স্থাপনৰ কথাটো পুনৰ আলোচনা কৰিবলৈ এ.ও.চি. কোম্পানীৰ কেন্দ্ৰীয় অসমীয়া প্ৰাইমাৰী স্কুলৰ কোঠা এটাত প্ৰতিনিধিমূলক ৰাজহুৱা সভা এখন আহ্বান কৰিছিল। এই সভাই বিজ্ঞান আৰু কলা একেলগে [illegible] শাখা সামৰি, 'ডিগবৈ কলেজ' নামাকৰণেৰে, নতুনকৈ কলেজ এখন স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি, নিম্নোক্ত সকলক লৈ পৰিচালনা সমিতি এখন গঠন কৰিছিল।

সভাপতি—তৰুণ চন্দ্ৰ গোস্বামী এম. এচ. চি., আই. এফ. এচ. (ডিগবৈ বন সংৰক্ষণ প্ৰাধিকাৰী) উপ-সভাপতি—দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা, এম. এল. এ., সম্পাদক—মেৰাচ অচেইল, সহঃ সম্পাদক—কৃষ্ণ প্ৰসাদ বৰুৱা, কোষাধ্যক্ষ—প্ৰফুল্ল চন্দ্ৰ বৰুৱা।

সদস্যসকল—শৈলেশ চন্দ্ৰ দত্ত ৰায়, তাৰিণী মোহন দাশগুপ্ত, তুলসী ৰাম মহন্ত, ধৰ্ম্মানাথ উপাধ্যায়, গোলাপ চন্দ্ৰ কাকতি, মতিলাল পেৰিৱাল আৰু কৃষ্ণানন্দ গোস্বামী (মনোনীত)।

মাটিৰ কথা উঠিলত মই নিজে মাটিৰ দায়িত্ব গাত পাতি লৈছিলোঁ।

**(ছ) অস্থায়ী কাৰ্য্যালয় আৰু কলেজৰ স্থান ঃ**

বৰ্ত্তমান সৌমাৰ বিদ্যাপীঠৰ গাতে লাগি থকা বগাই ৰাম তামুলীৰ ঘৰটো, তেতিয়া ডিগবৈৰ ব্যৱসায়ী মহাবীৰ চৌধুৰীৰ আছিল। ঘৰটো খালী হৈ পৰি আছিল। তেখেতক অনুৰোধ কৰাত কলেজৰ অস্থায়ী কাৰ্য্যালয়ৰ কাৰণে ঘৰটো দিবলৈ সন্মত হৈছিল। চৌধুৰীয়ে মোৰ অনুৰোধ ৰক্ষা কৰাত মই বৰ কৃতজ্ঞ হৈছিলোঁ। সৌমাৰ বিদ্যাপীঠৰ প্ৰধান শিক্ষক গোলাপ চন্দ্ৰ কাকতিদেৱে ৰাতিপুৱাৰ ভাগত, কলেজৰ শ্ৰেণীসমূহ সৌমাৰ বিদ্যাপীঠতে বহুৱাবলৈ অনুমতি দি, পৰম উপকাৰ কৰিছিল।

**(জ) প্ৰতিষ্ঠাপক শিক্ষকসকল ঃ**

ডিগবৈ মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক শিক্ষক মণ্ডলী আছিল শ্ৰীমতী স্বৰ্ণলতা গগৈ, বিমল গগৈ (বৰ্ত্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পঞ্জীয়ক), ৰফিক হুচেইন (বৰ্ত্তমান ভাৰপ্ৰাপ্ত অধ্যক্ষ), অকেলা খানম, স্বদেশ সহায় ৰায়চৌধুৰী, তৰুণ চন্দ্ৰ দাস, কান্তেশ্বৰ ডেকা (বৰ্ত্তমান ডিগবৈ মহিলা মহাবিদ্যালয়ৰ অধ্যক্ষ), মদন মোহন চৌধুৰী, ৰাজৰূপ সিং, হেমেন গগৈ (বৰ্ত্তমান উত্তৰ লক্ষীমপুৰ কলেজৰ অধ্যক্ষ), অনিলা দত্ত আৰু নীলিমা দাস। পিচৰ দুগৰাকীয়ে বেছি দিন কাম কৰা নাছিল। কাৰ্য্যালয় সহকাৰী আছিল আনন্দ শৰ্ম্মা।

প্ৰথম অৱস্থাত স্থায়ী অধ্যক্ষ এজন নিয়োগ কৰিব নোৱাৰাত শ্ৰীমতী স্বৰ্ণলতা গগৈক নিজৰ কামৰ উপৰিও অস্থায়ী অধ্যক্ষাৰ দায়িত্বও দিয়া হৈছিল। তেখেতে এই কলেজৰ পৰাই ক্ৰমে উপাধ্যক্ষা আৰু অধ্যক্ষা হৈ অৱসৰ লৈছে।

**(ঝ) অধ্যক্ষ নিয়োগ ঃ**



[redacted]

এতিয়া এজন অভিজ্ঞ কলেজ শিক্ষকক অধ্যক্ষ হিচাপে আনিবলৈ আমি চিন্তা কৰিছিলোঁ। যিহেতু বিজ্ঞান শাখাও আৰম্ভ কৰাৰ সিদ্ধান্ত লোৱা হৈছিল। সেই কাৰণে প্ৰথম অৱস্থাত বিজ্ঞানৰ ব্যক্তি এজনক অধ্যক্ষ কৰাৰ কথা চিন্তা কৰি, মই সভাপতি তৰুণ গোস্বামীক লগত লৈ গৈ, ডিব্ৰুগড় কানৈ কলেজৰ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক নৰেন চৌধুৰীক অনুৰোধ কৰিছিলোঁ। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পঞ্জীয়ক বন্ধুবৰ অশ্বিনী বৰকাকতি আৰু শিক্ষামন্ত্ৰী দেৱ কান্ত বৰুৱাৰ লগতো আলোচনা কৰিছিলোঁ। দুয়োজনেই এই বাচনি উত্তম বুলি কৈছিল। আনকি তেখেতসকল দুয়োজনে অধ্যক্ষ হৈ আহিবৰ কাৰণে নৰেণ চৌধুৰীক পৰামৰ্শও দিছিল। শেষত চৌধুৰীয়ে অস্থায়ীভাবে অধ্যক্ষৰ পদ গ্ৰহণ কৰিছিল।

**(ঞ) বিজ্ঞান শাখাৰ লেবোৰেটৰী আৰু নৰেন চৌধুৰী ঃ**

বিজ্ঞান শাখাত ছাত্ৰ ভৰ্ত্তি হৈছিল কিন্তু তাৰ কাৰণে কোনো লেবোৰেটৰী বা সা-সঁজুলি নাছিল। চৌধুৰীৰ পৰামৰ্শক্ৰমে এখন সাধাৰণ টিনৰ চালি কৰি, বাঁহৰ বেৰ দি, সৌমাৰ বিদ্যাপীঠৰ বৰ্ত্তমান ছোৱালী শাখাৰ ঠাইতেই লেবোৰেটৰীৰ কাম আৰম্ভ কৰা হৈছিল। এখন কৰত, এটা হাতুৰী আৰু এটা বটালি লৈ অধ্যক্ষ চৌধুৰীয়ে পৰণত লুঙী আৰু গাত গেঞ্জীটো সুমুৱাই লৈ, কোনো মিস্ত্ৰী, যোগালীৰ সহায় নোলোৱাকৈ, নিজে কাঠ-বাঁহ কাটি, দিনে-নিশাই

পৰিশ্ৰম কৰি, কেইদিন মানৰ ভিতৰতে লেবোৰেটৰীৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা কৰি লোৱাৰ দৃশ্য আৰু তেখেতৰ নিষ্ঠা, কৰ্ত্তব্য পৰায়ণতা আৰু কলেজখনৰ লগত একীভূত হৈ পৰা আন্তৰিক সহানুভূতিশীলতাৰ কথা সুঁৱৰিলে, আজিও এক অনাবিল আনন্দ অনুভৱ কৰোঁ। নবেন চৌধুৰী নোহোৱা হেতেন হয়তো বিজ্ঞান শাখা তৰাযতে আৰম্ভ কৰিবপৰা নহ'লহেঁতেন আৰু সেয়েহ'লে আমাৰ ওপৰত বিশ্বাস স্থাপন কৰি, ভৰ্ত্তি হোৱা ছাত্ৰ আৰু অভিভাৱকসকলে আমাকো সুধাই নেৰিলেহেঁতেন।

### (ট) কলেজৰ মাটি ঃ

ওপৰত 'আপোচ মীমাংসা' শিতানত উনুকিয়াই অহা ১২২ বিঘা ২ কঠা ১৫ লোচা মাটি চৰকাৰী কৰণৰ পাছতেই মই তাৰে ৭৫ বিঘা মাটি ডিগবৈ কলেজৰ কাৰণে আচুতীয়াকৈ ৰাখিবৰ কাৰণে ৰাজহ মন্ত্ৰীক লিখিত আবেদন জনাইছিলোঁ। ২১-৩-৬৪ তাৰিখে অসম চৰকাৰৰ আণ্ডাৰ চেক্ৰেটৰীয়ে তেখেতৰ চিঠি নং RSS 170/63/284 যোগে অসম চৰকাৰৰ ৰাজহ (Revenue) বিভাগক আৰু লক্ষীমপুৰ জিলাৰ উপায়ুক্তক ৭৫ বিঘা মাটি কাটি, কলেজৰ কাৰণে আচুতীয়াকৈ সংৰক্ষণ কৰিবৰ কাৰণে জনাইছিল।



ইয়াৰ পাচত ৩।৮।৬৪ তাৰিখে "মাকুম মৌজাৰ অইল কোম্পানীৰ চেটেলমেন্ট ব্লকৰ, চৰকাৰী ৪ নং দাগৰ, ১২২ বিঘা ২ কঠা ১৫ লোচাৰ ভিতৰত (ক) অংশ ৭৫ পঁচত্তৰ বিঘা মাটি কলেজৰ কাৰণে" চিঠি বহীত আচুতীয়াকৈ ৰখা হৈছিল। ১৯৬৫ চনত কলেজ স্থাপনৰ প্ৰস্তাৱ লোৱাৰ লগে লগে মাটিৰ প্ৰশ্ন আহিলত, মই মাটি দিম বোলা প্ৰতিশ্ৰুতি ৰক্ষা কৰিব পাৰিছিলোঁ।

অৱশেষত বহুতো চৰকাৰী নিয়ম-নীতিৰ জেঙা মাৰি, অসম চৰকাৰৰ ৰাজহ বিভাগৰ ডেপুটী চেক্ৰেটৰীয়ে তেখেতৰ ২-৬-৬৬ তাৰিখৰ RSS 170 /63/341 নং চিঠিৰে, লক্ষীমপুৰ জিলাৰ উপায়ুক্তক জনাইছিল—"I am directed to request you to take necessary action immediately for settlement of 75 (Seventy five) bighas of land for the Digboi College.".

উপায়ুক্তই ৭৫ বিঘা মাটি ডিগবৈ কলেজৰ কাৰণে জৰীপ কৰি, ডিব্ৰুগড়ীয়া ৰাজহ চক্ৰৰ

উপ-সমাহৰ্তা তথা Asst. Settlement Officer ক চমজাই দিবলৈ হুকুম দিছিল। তিনিচুকীয়া ৰাজহ চক্ৰৰ উপ-সমাৰ্হতা মহেন্দ্ৰ অধিকাৰীয়ে মাৰ্ঘেৰিটাৰ ব্লক উন্নয়ণ বিষয়া (B.D.O.) গণেশ ভূঞাক লগত লৈ, মাটি চমজাই দিবলৈ আহিছিল। মাটি চমজি ল'বলৈ কলেজৰ হৈ সভাপতি তৰুণ গোস্বামী, সম্পাদক মেৰাচ হুচেইন আৰু মই গৈছিলোঁ। চৰকাৰী মাটিৰ টিলা এটাৰ (এতিয়া নতুন প্ৰশাসনীয় ভৱন কৰা ঠাইত) ওপৰত থিয় হৈ অধিকাৰীয়ে হাতেৰে মাটি দেখুৱাই দি তাৰে কোন ডোখৰ লাগে ল'বলৈ কৈছিল। তৰুণ গোস্বামী আৰু মেৰাচ হুচেইনে মোৰ মুখলৈ চাইছিল, কাৰণ কলেজৰ কাৰণে সুচল আৰু সুবিধাৰ সমান মাটি ডোখৰ আছিল কোম্পানীৰ আৰু টিলা, নলা, খালেৰে ভৰা অংশ চৰকাৰী আছিল। আপাত দৃষ্টিত সেই মাটিত ডিগবৈ কলেজৰ অৱস্থাৰে ঘৰ-দুৱাৰ সজা দূৰৰ কথা, কলেজলৈ যাবলৈ ব্যৱহাৰৰ উপযোগীকৈ পথ এটা উলিয়াবলৈকে কল্পনা কৰা টান আছিল। মই কিবা ভাবি, কোম্পানীৰ টেঙ্ক ফাৰ্মৰপৰা খাল-নলা-টিলা থকা মাটি ডোখৰ ল'ব খোজাত সকলো আচৰিত হৈছিল। তেওঁলোকে প্ৰশ্ন কৰিছিল "ইয়াত ঘৰ ক'ত সাজিব, ৰাস্তা কেনেকৈ উলিয়াব, টকা পাব ক'ত?" মই স্বাভাৱিক প্ৰাকৃতিক দৃশ্য আদি নানা কথাৰে মাটি ডোখৰৰ গুণ বৰ্ণাই, কলেজৰ কাৰণে বৰ উপযুক্ত মাটি হ'ব বুলি কৈ, যুক্তি প্ৰদৰ্শন কৰাত, সকলোৱে হাঁহি হাঁহি মোক সমৰ্থন কৰিছিল। কিন্তু সেই মাটিত কলেজৰ ঘৰ সাজিব নোৱাৰিব বুলি তেওঁলোকে মন্তব্য দিছিল। যি কি নহওক শেষত মোৰ কথামতেই মাটি দেখুৱাই দিছিল আৰু আমিও মাটি সমজি লৈছিলোঁ।

(ঠ) কোম্পানীৰ লগত মাটিৰ সালসলনি ঃ

মাটি সমজি লোৱাৰ পাচতেই বৰ্ত্তমান কলেজৰ খেলপথাৰ থকা সমান মাটিডোখৰ কলেজক দি, তাৰ সলনি টেঙ্ক ফাৰ্মৰ সীমাৰপৰা সমান পৰিমাণৰ কলেজৰ মাটি ল'বলৈ কোম্পানীক অনুৰোধ কৰিছিলোঁ। কোম্পানীৰ প্ৰশাসনীয় মেনেজাৰ মিঃ এল. বেয়াৰ্ডে অসম্মতি প্ৰকাশ কৰাত মই গহীনাই কৈছিলোঁ—"এই সলনিত কলেজৰ স্বাৰ্থতকৈ কোম্পানীৰ স্বাৰ্থ বহুত বেছি। আপোনালোকে মাটি সলনি নকৰিলে আমি টেঙ্ক ফাৰ্মৰ সীমাত লাগি থকা ওখ ঠাইডোখৰত ঘৰ সজাৰ বাহিৰে আমাৰ আন গত্যন্তৰ নাই। ভৱিষ্যতে কোনোবা কূটাঘাটকাৰীয়ে কলেজলৈ অহাৰ চলেৰে টেঙ্ক ফাৰ্মৰ ভিতৰলৈ জ্বলি থকা অঠঙা বা আধাখোৱা বিৰি চিগাৰেটৰ টুকুৰা দলিয়াই দি, বা সীমাৰ বেৰৰ ওঁৰ লৈ, আন প্ৰকাৰে হ'লেও জুই লগাবলৈ যত্ন কৰিলে, তাৰ কাৰণে কলেজ দায়ী নহ'ব। এই মৰ্মে কালিলৈ আমি লিখিতভাবে আপোনালোকক জনাম।" বেয়াৰ্ডে উৰ্দ্ধতন বিষয়াৰ লগত আলোচনা কৰিবলৈ এসপ্তাহৰ সময় লৈছিল। এসপ্তাহৰ পাচত মাটি সলনি কৰিবলৈ সন্মত হৈছিল যদিও তেওঁলোকৰ সমান মাটি ২৫ বিঘাৰ ঠাইত কলেজৰ খাল, টিলা থকা ৩৩ বিঘা মাটি খুজিছিল। বহুতো আলোচনাৰ পাচত কলেজ কমিটি সন্মত হৈছিল। ১৫-৭-৬৬ তাৰিখে Ref. D.C. Misc/Land-66 যোগে এই সলনিৰ প্ৰস্তাৱ দি কোম্পানীলৈ লিখা হৈছিল—"The Govt. has been pleased to allot us a plot of land measuring 75 Bighas in the Makum Mouza, Digboi Town. This land is contiguous to A.O.C. land in its northern boundary (Barjan area) measuring 25 Bighas land.

For the convenience of the College we propose to exchange this plot of A.O.C. land with approx. 33 Bighas of College land contiguous to your Tank Flarm.

We hope you will pleare agree to this exchange and to take necessary steps to register this."

এই সলনিত অনুমোদন জনাবলে উভয় পক্ষই ৰাজহ বিভাগলৈ (মন্ত্ৰী আৰু Settlement Officerলৈ) কৰা অনুৰোধ অনুসৰি, চৰকাৰী অনুমোদন পোৱা হৈছিল। মাটি বদলি কৰাৰ পাচতো কলেজৰ ৬৭ বিঘা মাটি আছিল।

**(ড) কলেজৰ প্ৰাথমিক পুঁজি ঃ**

প্ৰাথমিক পুঁজি সংগ্ৰহৰ কাৰণে তৰুণ গোস্বামী, প্ৰফুল্ল বৰুৱা আৰু মই বৰগোলাইৰ বিখ্যাত ঠিকাদাৰ টি. বি. প্ৰধানক লগত লৈ লিডু মাৰ্ঘেৰিটাৰ কাঠৰ ব্যৱসায়ীসকলৰ ওচৰ চাপিছিলোঁ। বিশেষকৈ তৰুণ গোস্বামী ডি. এফ ও. হোৱাৰ কাৰণে তেখেতৰ প্ৰভাৱত, অতি কম সময়ৰ ভিতৰতে ১৫।১৬ হাজাৰ মান টকা সংগ্ৰহ হৈছিল। দৈনন্দিন খৰচৰ কাৰণে অসম অইল কোম্পানীৰ কাৰ্য্যালয় সমূহলৈ গৈ প্ৰতিজন ব্যক্তিকে লগ ধৰাৰ পৰিকল্পনা কৰি এ.ও.চি. হাইস্কুলৰ হেডমাষ্টাৰ শৈলেশ চন্দ্ৰ দত্তবায় আৰু মই লগ লাগি অফিচবোৰলৈ গৈ, পৰ্য্যায়ক্ৰমে প্ৰতিজন ব্যক্তিকে লগ ধৰি, ১২।১৩ হাজাৰ মান টকা সংগ্ৰহ কৰিছিলোঁ। দত্তবায় এজন প্ৰকৃত শিক্ষাবিদ, মিষ্ট ভাষী আৰু সমাজ সচেতন ব্যক্তি আছিল। দান বৰঙনি খোজোঁতে কাৰোপৰা আমনিদায়ক ব্যৱহাৰ পালে, মই মনতে বিৰক্তি বোধ কৰিলেও দত্তবায়ে কিন্তু হাঁহি মুখে, মিঠা কথাৰেই, তেওঁৰ পৰা বিদায় লৈছিল। তেখেতৰ এই গুণটো ল'বলগীয়া। সকলো মানুহকে লগ ধৰাটো সম্ভৱ হৈ নুঠিল।

**(ঢ) আধাৰ শিলা স্থাপন ঃ**



কোম্পানীৰ লগত মাটি সলনি কৰাৰ আগতে ১৩।৫। ৬৫ তাৰিখে দিনৰ ১০-১৫ মিনিটত ডিব্ৰুগড়ৰ প্ৰসিদ্ধ চাহ ব্যৱসায়ী হনুমান বক্স কানৈৰ দ্বাৰা বৰ্ত্তমান কলেজৰ প্ৰশাসনীয় ব্লকটো থকা টিলাটোত, ডিগবৈ কলেজৰ আধাৰ শিলা স্থাপন কৰা হৈছিল। পূৰ্ব্ব নিৰ্দ্ধাৰিত কাৰ্য্যসূচী অনুযায়ী শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা অসুস্থতা বশতঃ আহিব নোৱাৰাত, লক্ষীমপুৰ জিলাৰ উপায়ুক্ত গোলোক চন্দ্ৰ বৰুৱাই উৎসৱৰ অধ্যক্ষতা কৰিছিল। সিদিনাৰ বিশেষ আকৰ্ষণীয় কথা আছিল যে, আধাৰ শিলা স্থাপন কৰোঁতে ব্যৱহাৰ কৰা কৰ্ণিখন ডাক দিলত, মাকুমৰ ত্ৰিবেণী সিঙে এহেজাৰ টকাত ডাকি লৈছিল। আধাৰশিলা স্থাপন কৰি, অৰ্থৰ অভাৱত ঘৰ আৰম্ভ কৰিব পৰা নহ'ল। পূৰ্ব্বতে আমাক দিয়া ইঙ্গিত অনুসৰি 'দানবীৰ' কানৈদেৱে পাচত একো কাণ সাৰ নকৰিলে। আশা এৰা নাছিলোঁ। কেইবাবাৰো গৈও সফল নহলোঁ—শেষত আশা এৰিলোঁ।

**(ণ) নৰেশ চৌধুৰীৰ বিদায় আৰু নতুন অধ্যক্ষ নিয়োগ ঃ**

বিজ্ঞান শাখাটো আৰম্ভ কৰি দি, নৰেশ চৌধুৰীয়ে বিদায় লৈছিল। তেখেতে নিজৰ ব্যক্তিগত অসুবিধাৰ কাৰণেই কোনোপধ্যে থাকিবলৈ সন্মত নহ'ল। পৰিচালনা সমিতিৰ লগত আলোচনা কৰি লৈ, এজন ভাল, কাৰ্য্যদক্ষ অধ্যক্ষ বিচাৰি, শিক্ষা বিভাগৰ সঞ্চালক সুৰেশ

ৰাজখোৱাৰ পৰামৰ্শক্ৰমে, মই প্ৰথমে যোৰহাট জে. বি. কলেজৰ ৰসায়ণ বিভাগৰ মুৰব্বী ত্ৰৈলোক্য গোস্বামীক আৰু পাচত কটন কলেজৰ ইংৰাজীৰ অধ্যাপক কমলেশ্বৰ শৰ্ম্মাক অধ্যক্ষ হৈ আহিবলৈ অনুৰোধ কৰিছিলোঁ। গোস্বামীয়ে ইতিমধ্যে তিনিচুকীয়া কলেজৰ অধ্যক্ষ পদ গ্ৰহণ কৰাত আৰু শৰ্ম্মাই লিয়েন নোপোৱাৰ কাৰণে, নাহিল। পিচত ডিফু কলেজৰ অধ্যক্ষ প্ৰফুল্ল কুমাৰ ভূঞাক অধ্যক্ষ হিচাপে মকৰল কৰা হৈছিল।

### (ত) কলেজৰ ভাঙৰ ক্ষতি ঃ

ইতিমধ্যে কলেজ পৰিচালনা সমিতিৰ সভাপতি তথা ডিগবৈ সংমণ্ডল বন প্ৰাধিকাৰী তৰুণ গোস্বামী বদলি হৈছিল। তেখেতৰ বদলি কলেজৰ কাৰণে ক্ষতিকাৰক আছিল। গোস্বামী এজন স্বভাৱ সুলভ সমাজকৰ্মী আছিল। তেখেতৰ উৎসাহ দায়ক কথাই আমাক অনুপ্ৰাণিত কৰিছিল। তেখেতৰ স্থান পূৰোৱা ব্যক্তি এজন আমি পোৱা নাছিলোঁ। তেখেত যোৱাত মোৰ ওপৰত সভাপতিৰ দায়িত্ব পৰিছিল।

### (থ) কলেজৰ নিজা ঘৰ ঃ

সৌমাৰ বিদ্যাপীঠত আৰু কিছুদিন কলেজ চলোৱাটো অসম্ভৱ হৈ উঠিছিল। যিকি নহওক সাধাৰণ কাঠ বাঁহেৰেই সেই সময়ত বজাৰত ওলোৱা সস্তীয়া কলা টিনপাত কিনি কলেজৰ নিজা মাটিত ঘৰ সাজিবলৈ সিদ্ধান্ত কৰা হৈছিল। ই এটা তেনেই অস্থায়ী ব্যৱস্থা আছিল। আমি জানিব পাৰিছিলোঁ যে, কলা টিন পাতবোৰৰ আয়ুস পাঁচ বছৰতকৈ বেছি নাছিল। অৰ্থ অনাটনৰ হেতুকেই এনে ব্যৱস্থা ল'বলৈ পৰিচালনা সমিতি বাধ্য হৈছিল। আৱশ্যকীয় টিনপাত কিনি পেলোৱা হৈছিল।

সেই বছৰত অসম চৰকাৰে প্ৰথম বাৰৰ কাৰণে ১২খন কলেজক এক ককালীন ৬০ হাজাৰ টকাকৈ 'বিল্ডিং গ্ৰাণ্ট' দিবলৈ সিদ্ধান্ত লৈছিল। ভগবানৰ কৃপাত এই বাৰখনৰ এখন আছিল ডিগবৈ কলেজ। কেৱল এবছৰীয়া কলেজ এখনে কোনো ঘৰ দুৱাৰ নথকা অৱস্থাত, পূৰণি কলেজবোৰক চেৰ [illegible] চৰকাৰৰ [illegible] অনুদান পোৱাৰ উদাহৰণ আৰু নাছিল। এইটো সম্ভৱ হৈছিল, সেই সময়ৰ শিক্ষামন্ত্ৰী [illegible] দেৱকান্ত বৰুৱাদেৱৰ ডিগবৈ কলেজৰ প্ৰতি থকা আন্তৰিক সদিচ্ছা, আৰু মোৰ প্ৰতি দেখুৱা [illegible] সহৃদয়তাৰ কাৰণে। এই অনুদানৰ কাৰণে মই বহুতো বিধায়ক বন্ধুৰ ঈৰ্ষাৰ পাত্ৰ হৈ পৰিছিলোঁ। এই ৬০ হাজাৰ টকাৰ এক কালীন মঞ্জুৰী [illegible] আগৰ আঁচনি সলনি কৰি, পকা [illegible] আঁচনি লৈ, তলৰ মহলাটো সাজি উলিওৱাৰ সিদ্ধান্ত লোৱা হৈছিল। কলা [illegible] কৰি দিয়া হৈছিল। অধ্যক্ষ প্ৰফুল্ল ভূঞাৰ পৰিকল্পনা অনুসৰি ঠিকাদাৰ বীৰেণ মণ্ডলে ঘৰটো সাজি উলিয়াইছিল। ঘৰটোৰ তল মহলাত খৰচ পৰিছিল প্ৰতি বৰ্গফুটত ১৫.৯০ টকাকৈ। ইমান কম সময়ত, কম খৰচত তেনেকুৱা ঘৰ এটা সাজি উলিওৱাৰ নজিৰ আৰু নাছিল। ডিগবৈ কলেজে বীৰেণ মণ্ডলৰ সততা আৰু নিষ্ঠাক সদায় স্মৰণ কৰিব লাগিব।

### (দ) প্ৰেক্ষাগৃহ ঃ

দুবছৰ পিচতে আকৌ প্ৰেক্ষাগৃহৰ কাৰণে ১৫ হাজাৰ টকাৰ চৰকাৰী অনুদান এটা আনিবলৈ সমৰ্থ হৈছিলোঁ। সেই অনুদানেৰেই প্ৰেক্ষাগৃহটো সজা হৈছিল। বৰ্তমান এ.ও.চি. কোম্পানীৰ অনুদানেৰে প্ৰেক্ষাগৃহৰ উন্নতি সাধন কৰা হৈছে। চৰকাৰী অনুদানৰ কাৰণে গোপাল শৰ্মা বৰুৱাৰ প্ৰতি মই কৃতজ্ঞ।

এনেদৰে তিনি বছৰৰ ভিতৰত ডিগবৈ মহাবিদ্যালয় ধনে-মানে সুপ্ৰতিষ্ঠিত হৈছিল।

**(খ) অধ্যক্ষৰ ঘৰ ঃ**

দুৰ্ভাগ্যৰ কথা যে, অধ্যক্ষ প্ৰফুল্ল কুমাৰ ভূঞাদেৱক ডিগবৈ কলেজৰ পৰিচালনা সমিতিয়ে অধ্যক্ষৰ বাস গৃহ হিচাপে থাকিবলৈ দিয়া ঘৰ আৰু মাটি ভূঞা ডাঙৰীয়াই নিজৰ বুলি দাবী কৰাত ডিগবৈৰ একাংশ ৰাইজো পতিয়ন যোৱা যেন অনুমান হৈছিল, কাৰণ ভূঞা ডাঙৰীয়াৰ নিচিনা এজন উচ্চ শিক্ষিত, ডক্টৰেট সন্মানেৰে সন্মানিত অভিজ্ঞ অভিভাৱক এজনে কিবা প্ৰমাণ নাথাকিলে, কেতিয়াও এনে মিছা দাবী নকৰিলেহেঁতেন। ৰাইজৰ এনে ধাৰণাৰ পৰিপ্ৰেক্ষিতত সকলো কথা মুকলিমূৰীয়াকৈ সদৰি কৰাৰ উদ্দেশ্যেৰে, মই ব্যক্তিগত ভাৱে মোৰ নিজৰ দায়িত্বত ১।১২।৯৩ তাৰিখে ডিগবৈ মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ ড° প্ৰফুল্ল কুমাৰ ভূঞাদেৱলৈ মুকলি চিঠি, অসমীয়া, ইংৰাজী আৰু হিন্দীত ছপা কৰি প্ৰচাৰ কৰিছিলোঁ।

৮।১২।৯৩ তাৰিখে প্ৰফুল্ল কুমাৰ ভূঞাই চালেবেৰে কোবাই মোৰ উক্ত 'মুকলি চিঠি'ৰ মুকলি উত্তৰ দিছিল।

১৬।১২।৯৩ তাৰিখে প্ৰফুল্ল কুমাৰ ভূঞাৰ উক্ত 'মুকলি উত্তৰ'ৰ মই মুকলি প্ৰত্যুত্তৰ দিছিলোঁ।

ইয়াৰ পাচত আৰু ভূঞা ডাঙৰীয়াৰ কোনো উত্তৰ পোৱা নাছিলোঁ। কিন্তু ডিগবৈৰ নিম্ন লিখিত ব্যক্তিসকলে মোৰ ওচৰলৈ আহি, বিষয়টোৰ তথ্য ভিত্তিক আপোচ-মীমাংসা কৰাৰ কাৰণে চেষ্টা কৰিবলৈ সুবিধা দিবলৈ, মোক প্ৰস্তাবিত অনশনৰপৰা বিৰত থাকিবলৈ অনুৰোধ জনাইছিল। ব্যক্তিসকল আছিল—

১। শ্ৰীৰামেশ্বৰ ধানোৱাৰ, এম. এল. এ.
২। শ্ৰীমানিক চন্দ্ৰ হাজৰিকা, ডিগবৈ নগৰ সমিতিৰ তেতিয়াৰ সভাপতি
৩। শ্ৰীবিষ্ণুভক্ত উপাধ্যায়, ডিগবৈ নগৰ সমিতিৰ তেতিয়াৰ উপ-সভাপতি
৪। শ্ৰীনাৰায়ণ প্ৰসাদ দাশ, ডিগবৈ প্ৰেছ ক্লাবৰ সভাপতি
৫। শ্ৰীলক্ষী প্ৰসাদ বৰঠাকুৰ, বয়োজ্যেষ্ঠ সমাজকৰ্মী
৬। শ্ৰীৰফিকউদ্দিন আলী চৌধুৰী, বয়োজ্যেষ্ঠ সমাজকৰ্মী
৭। শ্ৰীসুধাংশু কুমাৰ ভট্টাচাৰ্য্য, এ.ও.চি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ এজন প্ৰবীণ শিক্ষক।

মই তেখেতসকলৰ এনে সাধু প্ৰস্তাৱৰ প্ৰতি ওলগ জনাইছিলোঁ। ২৮।৫।৯৪ তাৰিখে উক্ত ব্যক্তিসকলে তেখেতসকলৰ চেষ্টাৰ ফলাফল জনাই, 'ডিগবৈ ৰাইজলৈ সশ্ৰদ্ধ নিবেদন'খন প্ৰকাশ কৰিছিল। তেখেতসকলে নথি পত্ৰ পৰীক্ষা কৰি, ঘৰ আৰু মাটি তথ্য সহকাৰে কলেজৰ বুলি নিশ্চিত মত প্ৰকাশ কৰিছিল। তলত প্ৰতিবেদনৰ পূৰ্ণ পাঠ দিয়া হ'ল—

<u>ডিগবৈ বাসী ৰাইজলৈ সশ্ৰদ্ধ নিবেদন</u>

**বিষয় — ডিগবৈ কলেজৰ অধ্যক্ষৰ বাসগৃহ**

*পৰম শ্ৰদ্ধাভাজন ডিগবৈবাসী ৰাইজ।*

[illegible]

কুমাৰ ভূঞা থকা বৰ্ত্তমানৰ ঘৰটো কলেজৰ বুলি আৰু আনহাতে ডঃ ভূঞাই নিজৰ ঘৰ বুলি দাবী কৰাৰ বিষয় লৈ, ডিগবৈৰ বয়োবৃদ্ধ সমাজ কৰ্ম্মী তথা ডিগবৈ কলেজ পৰিচালনা সমিতিৰ প্ৰতিষ্ঠাপক সদস্য, শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মাৰ ১।১২।৯৩ তাৰিখৰ মুকলি চিঠি, ৮।১২।৯৩ তাৰিখৰ ডঃ ভূঞাৰ মুকলি উত্তৰ আৰু ১৬।১২।৯৩ তাৰিখৰ দেব শৰ্ম্মাৰ চিঠিৰ প্ৰত্যুত্তৰৰ অন্তত ৭।১।৯৪ তাৰিখে ৰাইজলৈ লিখা আন এখন মুকলি চিঠিৰে দেৱশৰ্ম্মাই আপোনালোকক জানিবলৈ দিছিল যে, ৰাইজৰ হৈ আমি কেইগৰাকীমান ব্যক্তিয়ে মধ্যস্থতা কৰি বিষয়টোৰ এটা আপোচ-মীমাংসা কৰিব খুজিছোঁ আৰু এই চেষ্টাক আদৰণি জনাই তেখেতৰ প্ৰস্তাবিত 'অনশন' স্থগিত ৰাখিছে। দেৱশৰ্ম্মাৰ লিখিত আৰু কলেজ কৰ্ত্তৃপক্ষৰ নিম্নলিখিত মৌখিক প্ৰতিশ্ৰুতিবোৰে আমাৰ চেষ্টা ফলৱতী হ'ব বুলি আমাক আশান্বিত কৰিছিল।

১। ডঃ ভূঞাক কলেজৰপৰা নিয়ম আৰু বিধিমতে পাবলগীয়া এটা পয়চালৈকে আদায় দিয়া হ'ব।

২। নিয়ম আৰু বিধিমতে ডঃ ভূঞাই কলেজক কিবা দিবলগীয়া হ'লেও দিব লাগিব।

৩। আপোচ মীমাংসা নহ'লে তিনচুকীয়া জিলা উকীল সন্থাৰ প্ৰতিনিধি এজনক ধৰি, সীমিত সংখ্যাৰ কেইজনমান বিশেষ ব্যক্তিৰে গঠিত, পঞ্চায়তৰ দ্বাৰা অথবা ডিগবৈৰ সকলো অনুষ্ঠানৰ প্ৰতিনিধিৰে গঠিত এখন চালিচি কমিটিৰ তথ্যভিত্তিক ৰায়, বিনা প্ৰতিবাদে মানি ল'ব। এনে বিচাৰৰ বাবে আগবাঢ়ি আহিবলৈ শ্ৰীদেৱশৰ্ম্মাই ডঃ ভূঞাক আহ্বান জনাইছিল।

আমি অতি আশাবাদী হৈ ১।১।৯৪ তাৰিখে ডঃ ভূঞাৰ বাসগৃহলৈ গৈ, তেখেতক লগ কৰিছিলোঁ। তেখেতে আমাৰ এই চেষ্টাক আদৰণি জনাইছিল। আৰু তলত দিয়া তেখেতৰ আপত্তিবোৰ আমাক জানিবলৈ দিছিল—

১। প্ৰভিডেণ্ড ফাণ্ডৰ মাত্ৰ ২৫ শতাংশ তেখেতক দিয়া হৈছে বাকী ৭৫ শতাংশ আদায় দিব লাগে।

২। তেখেতৰ দৰমহাৰ পৰা কাটি থোৱা ১৬০০.০০ টকা আৰু ভ্ৰমণ বানচৰ বাবদ পাবলগীয়া ২৮০০০.০০ টকা কলেজ কৰ্ত্তৃপক্ষৰপৰা পাব লাগে।

৩। ঘৰ মেৰামতিৰ বাবদ বছৰি ৩০০০.০০ টকাকৈ ১৮ বছৰত মুঠ ৫৪০০০.০০ টকা কলেজে তেখেতক দিব লাগে। অৱশ্যে এই বিষয়ত এৰাধৰা হ'ব পাৰে বুলি তেখেতে কয়।

৪। তেখেতৰ নিজা খৰচেৰে সজা মটৰ গেৰেজটোৰ কাৰণে ৭০০০.০০ টকা দিব লাগিব। অন্যথা গেৰেজটো তেখেতে ভাঙি লৈ যাব।

৫। কলেজে তেখেতৰপৰা পাব লগা ঘৰভাড়া সম্পৰ্কত আপোচ আলোচনাৰে এটা সিদ্ধান্তলৈ অহাৰ কথা তেখেতে বিবেচনা কৰিব।

৬। ডঃ ভূঞাই আৰু কৈছিল যে, নীতিগত ভাবে তেখেতৰ প্ৰাপ্যখিনি পালে, তেখেতে তিনিমাহৰ ভিতৰত ঘৰ-মাটি কলেজ কৰ্ত্তৃপক্ষক চমজাই দি, গুচি যাব।

কলেজ কৰ্ত্তৃপক্ষৰ ১নং প্ৰতিশ্ৰুতি আৰু ডঃ ভূঞাৰ ৬নং প্ৰতিশ্ৰুতিৰ মিল দেখি আমি সমস্যাটোৰ আশুসমাধানৰ সম্ভাৱনা উজ্জ্বল হৈ পৰা যেন অনুভৱ কৰিছিলোঁ। ডঃ ভূঞাই দুখ

প্ৰকাশ কৰি কৈছিল যে, ডিগবৈ কলেজ পৰিচালনা সমিতিয়ে বা ডিগবৈ সমাজৰ আন কোনো ব্যক্তিয়ে, এই বিষয়ে আলোচনা কৰিবলৈ তেখেতক কেতিয়াও মতা নাই।

ইয়াৰ ৩/৪ দিনৰ পিচত কলেজ পৰিচালনা সমিতিৰ সৈতে আলোচনাৰ কাৰণে এটা দিন আৰু সময় স্থিৰ কৰি দিবলৈ ডঃ ভূএগক অনুৰোধ কৰাত তেখেতে একেচাতেই কৈছিল যে তেখেতে আলোচনাৰ কাৰণে কলেজলৈ নাযায়। পৰিচালনা সমিতি তেখেতৰ ঘৰলৈ আহিব পাৰে। ডঃ ভূএগৰ এই অযুক্তিকৰ প্ৰস্তাৱ পৰিচালনা সমিতিক জনোৱাৰ আৱশ্যকতা আছে বুলি আমি বিবেচনা নকৰিলোঁ যদিও ডঃ ভূএগক বুজাই-বঢ়াই আলোচনাৰ ব্যৱস্থা কৰিবলৈ আমাৰ চেষ্টা অব্যাহত ৰাখিছিলোঁ। শেষত ডঃ ভূএগৰ নেতিবাচক মনোভাৱ দেখি, তেখেতৰ দাবীবোৰৰ যথাৰ্থতা নিশ্চিত কৰিবৰ কাৰণে, আমি ১৯।৩।৯৪ তাৰিখে কলেজ পৰিচালনা সমিতিৰ দুজন সদস্য সহ ছেক্ৰেটাৰীৰ লগত মিলিত হৈ আলোচনা কৰোঁ; আৰু সংশ্লিষ্ট সকলো নথি-পত্ৰ, নিয়মাৱলী, কাৰ্য্যবিৱৰণি, আদেশ, নিৰ্দ্দেশিকা খৰচি মাৰি চাওঁ।

ক) ডঃ ভূএগই কোৱামতে প্ৰভিডেণ্ড ফাণ্ডৰ ২৫ শতাংশ নহয়, ৫০ শতাংশ আগতে তেওঁক দিয়া হৈছিল। বাকী থকা ৫০ শতাংশ ইতিমধ্যে উচ্চ-ন্যায়ালয়ৰ নিৰ্দ্দেশত ডঃ ভূএগই আদায় পাইছে।

খ) বেতন কৰ্ত্তন—অমঞ্জুৰী ছুটীৰ বেতন কৰ্ত্তন কৰা হৈছে।

গ) ভ্ৰমণ বানচ—ৰেকৰ্ডে কয়—ডঃ ভূএগই ১৯৮৯ চনৰ ৩১ ডিচেম্বৰৰপৰা অৱসৰ লৈছে। অৱসৰ লোৱাৰ পাচত ১৯৯০।৯১।৯২।৯৩ চনত তেখেতৰ নিজাববীয়াকৈ ভ্ৰমণ কৰাৰ বাবদ খৰচ কৰা ভ্ৰমণ বানচৰ দাবী কোনো নিয়মৰ ভিতৰত নপৰে।

ঘ) ঘৰ মেৰামতিৰ খৰচ—কলেজ কৰ্ত্তৃপক্ষৰ মতামত এনেধৰণৰ—

১) চাকৰীত থকা কালছোৱাত ডঃ ভূএগ নিজে পৰিচালনা সমিতিৰ ছেক্ৰেটাৰী আছিল। তেখেত থকা ঘৰটোৰ আৱশ্যকীয় মেৰামতিৰ কথা যেতিয়াই পৰিচালনা সমিতিক কৈছিল, তেতিয়াই কলেজৰ খৰচত মেৰামতি কৰি দিয়া হৈছিল। কলেজৰ ৰেকৰ্ডে এই কথা প্ৰমাণ কৰে।

২) বছৰি ৩০০০.০০ টকাকৈ ঘৰ মেৰামতিৰ বাবদ কোনো চুক্তি নাই।

৩) ওঠৰ বছৰ কাল মনে মনে বহি থাকি এতিয়া কলেজৰ ঘৰটো এৰি দিবলৈ কোৱাৰ লগে লগে বছৰি ৩ হাজাৰ টকাৰ দাবীটো নিয়ম বহিৰ্ভূত আৰু অবাঞ্ছিত।

কলেজ কৰ্ত্তৃপক্ষৰ উপৰোক্ত মতৰ বিপৰীতে ডঃ ভূএগই কোনো নথিপত্ৰ দেখুৱাব পৰা নাই। মেৰামতিৰ বাবদ কলেজে কৰা খৰচৰ ৰেকৰ্ড আছে।

৪) মেৰামতিৰ আৱশ্যক হ'লে পৰিচালনা সমিতিক জনাব লাগে। তেতিয়া সমিতিয়ে 'নিৰ্ম্মাণ চেল্' (চাব কমিটি)ৰ দ্বাৰা পৰীক্ষা-নিৰিক্ষা কৰাই মেৰামতিৰ ব্যৱস্থা লয়। কোনোবাই নিজৰ খুচিমতে মেৰামতি কৰিব নোৱাৰে।

৫) ডঃ ভূএগ্রা কলেজৰ চেক্ৰেটাৰী আছিল যদিও ওঠৰ বছৰ কাল মনে মনে বহি থাকি, এতিয়া বছৰি ৩ হাজাৰ টকাকৈ ৫৪ হাজাৰ টকা মেৰামতিৰ বাবদ কৰা দাবী অযুক্তিকৰ। এনে দাবী ডিগবৈ কলেজ পৰিচালনা সমিতিয়ে নহয়, যিকোনো অনুষ্ঠানে মানি ল'ব নোৱাৰে।

ঙ) বাসভৱনটো থকা মাটি—দেখাযায় এই মাটি ডিগবৈৰ ব্যৱসায়ী জয়প্ৰকাশ নাৰায়ণে ৰেজিষ্টাৰ দলিল যোগে কলেজক দান কৰি দিছে। মাটিৰ নামজাৰিও নিয়মমতে কলেজৰ নামত হৈছে। চৰকাৰী খাজনাও কলেজে নিয়ম মতে দি আছে।

চ) আলোচ্য ভৱনটো— ১) ঘৰটো ১৯৭০ চনত বৈজনাথ সিঙৰ পৰা মাহে ১০০ টকা ভাড়াত কলেজ অধ্যক্ষৰ ঘৰ হিচাবে লোৱা হৈছিল। এককালিন এবছৰৰ ভাড়া কলেজৰ পুঁজিৰ পৰা বৈজনাথ সিঙক দিয়া হৈছিল (Dv. voucher No. A/c. No. 65 head of Expense House rent)।

২) পূৰ্ব্বৰ মাটিৰ মালিকে আয়কৰ আদায় নিদিয়াত আয়কৰ বিভাগে ঘৰটো Attached কৰি ৰাখিছিল, 'অক্সনত' কলেজে কিনি লৈছিল।

৩) সময়ে সময়ে কলেজৰ পুঁজিৰ পৰা ঘৰটো মেৰামতি কৰাই থকা কথাই ঘৰটো কলেজৰ বুলি প্ৰমাণ কৰে।

৪) ডঃ ভূএগ্ৰাই নিজে কলেজৰ ঘৰটোৰ মেৰামতিৰ বাবদ টকা দাবী কৰি প্ৰকাৰন্তৰে ঘৰটো কলেজৰ বুলি স্বীকাৰ কৰিছে। চাকৰীৰপৰা অৱসৰ নোলোৱালৈকে ডঃ ভূএগ্ৰাই এই ঘৰৰ বাবদ মাহে এটকাকৈ ঘৰ ভাড়া দিয়াৰ ৰেকৰ্ড আছে।

এতিয়া আমাৰ কোনো সন্দেহ নাই যে— ঘৰটো কলেজৰ।

ছ) মটৰ গেৰেজ— ডঃ ভূএগ্ৰাই গেৰেজটো ভাঙি নিয়াত কলেজৰ কোনো আপত্তি নাই।

জ) ঘৰভাড়া— পৰিচালনা সমিতিয়ে, ডঃ ভূএগ্ৰাই অৱসৰ লোৱাৰ দিনৰেপৰা তিনিমাহলৈ বিনা ভাড়াই ডঃ ভূএগ্ৰাক থাকিবলৈ অনুমতি দি, তাৰ পিচৰপৰা চলিত নিয়ম অনুসৰি ঘৰটোৰ ভাড়া নিৰ্দ্ধাৰণ কৰিছিল। এই বিষয়ে পৰিচালনা সমিতিয়ে বাৰে বাৰে লিখাৰ পিচতো ভূএগ্ৰাই ঘৰটো এৰা নাই, ভাড়াও দিয়া নাই। আমাৰ বিশ্বাস ঘৰটো এৰি দিলে ভাড়াৰ ক্ষেত্ৰত কিছু এৰাধৰা হ'ব।

আমাৰ এই অনুসন্ধানৰ পিচতো ডঃ ভূএগ্ৰাক আলোচনাৰ মাজলৈ আনিবলৈ আমি চেষ্টাৰ ক্ৰটী কৰা নাছিলোঁ। কিন্তু শেষত ভূএগ্ৰাৰ লগত হোৱা ৫।৩।৯৪ তাৰিখৰ আলোচনাই আমাক হতাশ কৰিলে। তেখেতৰ দাবীৰ পৰিষৰ ভলাত দিয়া ধৰণে বাঢ়ি গ'ল অৰ্থাৎ তেখেতৰ আগৰ স্থিতি সলনি হ'ল।

| বিষয় | আমাৰ দাবী | এতিয়াৰ দাবী |
|---|---|---|
| ১। ভৱনৰ বিনা মূল্য— | নাই | ১৫০০০.০০ টকা |

| | | | |
|---|---|---|---|
| ২। | বাস ভৱনৰ ১৮ বছৰৰ মেৰামতি খৰচ— | ৫৪০০০.০০ টকা | ৫৪০০০.০০ টকা |
| ৩। | টিএ/ডিএ— | ২৮০০০.০০ টকা | ৩২০০০.০০ টকা |
| ৪। | আৰ্জ্জিত ছুটীৰ ধন— | নাই | ৩৬১৫৫.৮৩ টকা |
| ৫। | তেখেতৰ দৰমহাৰ পৰা কাটি ৰখা ধন— | ১৬০০.০০ টকা | নাই |
| ৬। | ১২% সুদ— | নাই | ২২০০০.০০ টকা |
| ৭। | গেৰেজৰ মূল্য অথবা ভাড়া নিয়াৰ অনুমতি— | ৭০০০.০০ টকা | ৭০০০.০০ টকা |
| | মুঠ— | ৯০,৬০০.০০ টকা | ১,৬৬,১৫৫.৮৩ টকা |

ডঃ ভূঞাৰ এই পৰিবৰ্ত্তনৰ বাহিৰেও চিঠিত লিখা তেখেতৰ তলৰ বাক্যটোৱে আমাৰ আলোচনাৰ সকলো পথ বন্ধ কৰি দিয়া বুলি আমি বিবেচনা কৰিছোঁ।

"Whereas the building and the land occupied by me are mine and fully mine."

আমি অতি দুখেৰে ৰাইজক জনাওঁ যে, গোটেই বিষয়টোৰ এটা শান্তিপূৰ্ণ সুমীমাংসালৈ আহিবলৈ আমি নিষ্ঠা সহকাৰে অহোপুৰুষাৰ্থ কৰিও সফল হ'ব নোৱাৰিলোঁ। আমাৰ এই বিফলতাৰ বিচাৰৰ ভাৰ ৰাইজৰ ওপৰত অৰ্পণ কৰিলোঁ।

বিনীত,

ৰাইজৰ হৈ—

স্বাক্ষৰ
১। শ্ৰীৰামেশ্বৰ ধানোৱাৰ—এম, এল, এ
২। শ্ৰীমানিক চন্দ্ৰ হাজৰিকা
৩। শ্ৰীবিষ্ণু ভক্ত উপাধ্যায়
৪। শ্ৰীনাৰায়ণ প্ৰসাদ দাস
৫। শ্ৰীলক্ষ্মীপ্ৰসাদ বৰঠাকুৰ
৬। শ্ৰীৰফিকুদ্দিন আলীচৌধুৰী
৭। সুধাংশু কুমাৰ ভট্টাচাৰ্য্য।

ডিগবৈ
তাং ২৮/৫/৯৪

প্ৰতিলিপি পঠোৱা হ'ল—

১। ডিগবৈ মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভাপতি, সম্পাদক, সদস্যসকল।
২। উপায়ুক্ত তিনিচুকীয়া জিলা, তিনিচুকীয়া
৩। মহকুমাধিপতি, মাৰঘেৰিটা।
৪। ডিগবৈ আৰক্ষী থানাৰ ভাৰপ্ৰাপ্ত বিষয়া।
৫। ডিগবৈ আৰক্ষী চক্ৰ পৰিদৰ্শক।
৬। সম্পাদক, ডিগবৈ মহাবিদ্যালয়ৰ শিক্ষক গোট।
৭। সম্পাদক, ডিগবৈ মহাবিদ্যালয়ৰ ছাত্ৰ সন্থা।

৮। সভাপতি/সম্পাদক, ডিগবৈ প্ৰেচ্ ক্লাব।

৯। সভাপতি/সম্পাদক, তিনিচুকীয়া উকীল সন্থা।

১০। ডিগবৈৰ বিভিন্ন ধৰ্ম্মীয় আৰু শিক্ষানুষ্ঠান।

১১। শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱশৰ্ম্মা।

১২। ডঃ প্ৰফুল্ল কুমাৰ ভূঞা।

৭-৭-৯৪ তাৰিখে উক্ত ব্যক্তিসকলক বক্ৰোক্তি কৰি ৭ জন 'ভূঞা চাৰৰ গুণমুগ্ধ ছাত্ৰ-ছাত্ৰী'ৰ নামত 'ডিগবৈ মহাবিদ্যালয় আৰু অৱসৰ প্ৰাপ্ত অধ্যক্ষৰ মাজত 'মধ্যস্থতাকাৰীৰ নিবেদনৰ প্ৰকৃত স্বৰূপ' শিতানেৰে এখন ছপা পত্ৰিকা প্ৰচাৰ হৈছিল।

উক্ত ৭ জন 'গুণমুগ্ধ ছাত্ৰ-ছাত্ৰী'ৰ এজনকো বহুত খা-খবৰ কৰিও বিচাৰি পোৱা নগ'ল। গোপী মোহন শৰ্ম্মা নামৰ এজনক পোৱা হৈছিল যদিও তেওঁ সমাজ বিদ্যামানে তেনে কোনো কাকতত চহী নাই কৰা বুলি কৈছিল। তেওঁৰ অজ্ঞাতে তেওঁৰ নাম দিয়া কাৰ্য্যক গৰিহণা দিছিল। শেষত এইবোৰ ভূৱা নাম বুলি বাইজে ধৰি লৈছিল সেয়ে ভূৱা নামৰ ভূৱা প্ৰতিবেদন ইয়াত প্ৰকাশ কৰাৰ আৱশ্যকতা অনুভৱ নকৰিলোঁ।

২৪-৭-৯৪ তাৰিখে উক্ত মধ্যস্থতাকাৰী সকলৰ 'ডিগবৈ ৰাইজলৈ সশ্ৰদ্ধ নিবেদন'ৰ শেষ শাৰীৰ পৰিপ্ৰেক্ষিতত আহুত প্ৰতিনিধিমূলক ৰাজহুৱা সভাই বিষয়টো অনুসন্ধান কৰি তথ্য ভিত্তিক আপোচ মীমাংসা কৰিবৰ কাৰণে চেষ্টা কৰিবলৈ পুনৰ ১৩ জনীয়া কমিটি এখন গঠন কৰি দিছিল। কমিটিৰ সদস্য সকল আছিল :—

ধীৰেন্দ্ৰ নাথ বৰুৱা, ডাঃ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা, টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, সুখময় দে (আহবায়ক), বিজয় ভট্টাচাৰ্য্য, কৃপাময় চক্ৰবৰ্ত্তী, তৰুণ হাজৰিকা, তপন কুমাৰ হাজৰিকা, লক্ষ্মী নাথ বুঢ়াগোহাঁই, সঞ্জয় হাজৰিকা, ক্ষীৰোদ দত্ত, অমিয়া গন্ধীয়া আৰু বিজু ভট্টাচাৰ্য্য।

এই কমিটিয়ে ৬।৮।৯৪ তাৰিখে ৩ বজাত ডিগবৈ কেন্দ্ৰীয় নামঘৰৰ প্ৰেক্ষাগৃহত শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱাৰ সভাপতিত্বত প্ৰতিনিধি মূলক ৰাজহুৱা সভাত, ২০ পৃষ্ঠাৰ অনুসন্ধানৰ বিস্তৃত প্ৰতিবেদন দাখিল কৰিছিল। কমিটিৰ শেষ সিদ্ধান্ত অনুসৰি :—

"১। ডিগবৈ মহাবিদ্যালয়ৰ অধ্যক্ষৰ বাসভৱন আৰু বাসভৱন থকা মাটি ডোখৰ সন্দেহাতীত ভাবে ডিগবৈ মহাবিদ্যালয়ৰ।"

"২। প্ৰাক্তন অধ্যক্ষ ডঃ প্ৰফুল্ল কুমাৰ ভূঞাই ঘৰ আৰু মাটি ডিগবৈ মহাবিদ্যালয়ক শোধাই দি স-সন্মানে গুচি যাব লাগে।"

"৩। গুৱাহাটী উচ্চ ন্যায়লয়ৰ ৰায় অনুসৰি ডঃ ভূঞাৰ আন কোনো আৰ্থিক দাবীৰেই যুক্তি নাই।"

"৪। ডঃ ভূঞাই পাবলগীয়া উপদান (gratuity) ৪৩,৯৭০.০০ টকা মহাবিদ্যালয়ৰ বাসভৱন আৰু মাটি খালী কৰি দিয়াৰ লগে লগেই তেখেতক আদায় দিব লাগে।"

"৫। ডঃ ভূঞাই এৰা-ধৰাৰ মাজেৰে দীঘলিনীয়া বিবাদৰ অন্ত পেলাবলৈ সাজু নহ'ল যদিও তেখেতে জানে যে, তেখেতৰ দাবীৰ (ঘৰ আৰু মাটি সংক্ৰান্তত) কোনো তথ্য ভিত্তিক ছিতি নাই। তেখেতে অনুসন্ধান সমিতিক দেখুৱা নামজাৰী নোহোৱা দলিলৰ কোনো আইন সঙ্গত

স্থিতি নাই বুলি তেখেতক অনুসন্ধান কৰা সময়তেই জনাই দিয়া হৈছিল।"

"৬। গতিকে ডিগবৈ মহাবিদ্যালয়ৰ অধ্যক্ষৰ বাসভৱন আৰু তাৰ মাটিখিনি, নিজৰ অধিকাৰলৈ আনিবলৈ, মহাবিদ্যালয়ৰ পৰিচালনা সমিতিয়ে বেদখল উচ্ছেদ কৰাৰ ব্যৱস্থা ল'ব লাগে।"

ইয়াৰ পাচতে কলেজ কর্তৃপক্ষই তিনিচুকীয়া জিলাৰ এচিষ্টেন্ট ডিষ্ট্ৰিক্ট জাজৰ আদালতত মোকৰ্দ্দমা ৰুজু কৰিছে। (Title suit No. 34 of 1995).

## (খ) ঘাটি মঞ্জুৰী

উল্লেখনীয় যে কলেজৰ কলা শাখাই ১৯৬৯ চনত, বিজ্ঞান শাখাই ১৯৭৪ চনত আৰু ১৯৭৬ চনত আৰম্ভ কৰা 'কমাৰ্চ' শাখাই ১৯৮৩ জনত চৰকাৰৰ ঘাটি মঞ্জুৰী পাইছিল।

## ডিগবৈ মহিলা মহাবিদ্যালয় আৰম্ভনী

(১৯৯১ চনৰ জানুৱাৰী মাহত ডিগবৈ মহিলা মহাবিদ্যালয়ৰ ১০ বছৰ পূৰ হোৱাৰ মূৰত কলা-ভৱনটোৰ উদ্বোধনী উৎসৱ উপলক্ষে প্ৰকাশিত স্মৃতি গ্ৰন্থত লিখা এই লিখকৰ 'ডিগবৈ মহিলা মহাবিদ্যালয় ঃ জন্ম লগ্নৰ পৰা এতিয়ালৈ' প্ৰবন্ধৰ লগত ২/৪ টা কথা সংযোগ কৰি লিখা প্ৰবন্ধটোৰ পূৰ্ণ পাঠ)।

১৯৮১ চনৰ জুন মাহৰ প্ৰথম সপ্তাহৰ কোনোবা এটা তাৰিখত ডিব্ৰুগড়লৈ যাম বুলি ডিগবৈৰ চৰকাৰী বাচ ষ্টেচনলৈ গৈছিলোঁ। ঘটনাক্ৰমে ডিগবৈ কলেজৰ অধ্যাপক ৰাজৰূপ সিঙো তাত উপস্থিত আছিল। কথাই কথাই দুয়োৰো মাজত ডিগবৈত এখন সুকীয়া ছোৱালী কলেজ স্থাপনৰ চিন্তাই প্ৰাধান্য লাভ কৰিছিল। দুদিনমানৰ পাচতেই আন কিবা কাৰণত ডিগবৈ কলেজৰ উপাধ্যক্ষা শ্ৰীমতী স্বৰ্ণলতা গগৈৰ ঘৰত আমি দুয়ো লগ লাগিছিলোঁ। সিদিনাখনো আলোচনাক্ৰমে ছোৱালী কলেজৰ কথাটো ওলাইছিল। আমি তিনিওজনে ডিগবৈত বেলেগে ছোৱালী কলেজ এখন স্থাপন কৰাৰ পোষকতা কৰিছিলোঁ। ১৯ জুন তাৰিখে ৰাতিপুৱা ৰাজৰূপ সিং মোৰ ঘৰলৈ আহি সিদিনাখনেই শ্ৰীমতী গগৈৰ বাস গৃহ ৪২ নং বঙলাত ছোৱালী কলেজৰ বিষয়টো ঘৰুৱাভাবে আলোচনা কৰিবলৈ, মোক যেনে তেনে উপস্থিত থাকিবলৈ ক'লে। যথাসময়ত মই গৈ আৰু কেইগৰাকীমান অভ্যাগতক লগ পালোঁ। তেখেতসকল আছিল—শ্ৰীৰামেশ্বৰ ধানোৱাৰ এম. এল. এ, শ্ৰীমতী জয়শ্ৰী দত্ত, শ্ৰীমতী শান্তনা বৰুৱা, শ্ৰীসুশীল ভাৰ্গৱ, শ্ৰীহৰদীপ সিং, শ্ৰীৰাজৰূপ সিং আৰু বংশ ৰাজ যাদৱ। লগতে গৃহস্থ ডাঃ মহেন্দ্ৰ নাথ গগৈ আৰু তেখেতৰ সহধৰ্মিণী শ্ৰীমতী স্বৰ্ণলতা গগৈ। আলোচনাত মাইকে তিনিটা কথাৰ অৱতাৰণা হৈছিল।

১। ডিগবৈত সুকীয়া ছোৱালী কলেজ এখনৰ আৱশ্যক আছে নে?

২। সুকীয়া ছোৱালী কলেজ এখন হ'লে ডিগবৈ কলেজৰ কিবা অন্তৰায় হ'ব পাৰেনেকি?

৩। আলোচ্য কলেজখনৰ কাৰণে মাটি পোৱা যাব জানো?

এটা কথাত সকলোৱে এক মত আছিল যে ডিগবৈ কলেজৰ কোনো হানি বিঘিনি হ'ব নালাগিব। এই কথাষাৰ মনত ৰাখিয়েই সকলো দিশ খৰচি মাৰি, আলোচনা কৰি ডিগবৈত সুকীয়া ছোৱালী কলেজ এখনৰ আৱশ্যক হৈছে বুলি, সকলোৱে একমত প্ৰকাশ কৰে আৰু নিশ্চিত হয় যে, এই প্ৰস্তাৱিত কলেজে ডিগবৈ কলেজৰ অকণো ক্ষতি নকৰে বৰং ব্যৱহাৰিক দিশত ডিগবৈ কলেজৰ এটি পৰিপূৰক অনুষ্ঠান হিচাপে, সহায়কহে হ'ব আৰু ডিগবৈকে কেন্দ্ৰ কৰি বিৰাট অঞ্চলটোৰ অভাৱ এটা পূৰণ কৰিব। মাটি সম্বন্ধে কোনো এটা স্থিৰ সিদ্ধান্তলৈ আহিব পৰা নাছিল যদিও, এনে এটা সৎ উদ্দেশ্যৰ কাৰণে ভাৰতীয় তেল নিগমে মাটিৰ বিষয়টো সহৃদয়তাৰে বিবেচনা কৰিব বুলি ধাৰণা কৰা হৈছিল; কিয়নো তেওঁলোকৰ চাকৰিয়াল সকলেই ঘাইকৈ ইয়াৰদ্বাৰা উপকৃত হ'ব। লগতে এইটোও সিদ্ধান্ত কৰে যে, প্ৰস্তাৱিত কলেজখন হ'বলগীয়া হ'লে এই শিক্ষা বছৰৰ পৰাই হ'ব লাগিব। যি কি নহওক, এই বিষয়ে আৰু বহল ধৰণে আলোচনা কৰি, সিদ্ধান্ত ল'বৰ কাৰণে ডিগবৈৰ বিভিন্ন গোটৰ নাগৰিকৰ প্ৰতিনিধিমূলক সভা এখন আহ্বান কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি, এই লিখকক আৰু হৰদীপ সিঙক যুটীয়া আহ্বায়কৰ দায়িত্ব দিয়া হৈছিল।

১৪ জুনত অসম অইল ডিভিজনৰ 'ওৱেলফেয়াৰ চেন্টাৰ'ত উক্ত সভাখন আহ্বান কৰা হৈছিল। সভাত উপস্থিত আছিল শ্ৰীৰামেশ্বৰ ধানোৱাৰ এম. এল. এ., ডাঃ সুব্ৰত চক্ৰবৰ্ত্তী, ডাঃ মহেন্দ্ৰ নাথ গগৈ, শ্ৰীমতী স্বৰ্ণলতা গগৈ, শ্ৰীপ্ৰবীণ বৰা, শ্ৰীভদ্ৰ কৃষ্ণ গোস্বামী, শ্ৰীমনতোষ দাশগুপ্ত, ৺নাৰায়ণ চন্দ্ৰ বৰপূজাৰী, শ্ৰীনবীন চন্দ্ৰ বৰুৱা, শ্ৰীহৰিশ ভট্টাচাৰ্য্য, শ্ৰীমদন মোহন চৌধুৰী, শ্ৰীবিজয় কৃষ্ণ ভট্টাচাৰ্য্য (শিক্ষক), শ্ৰীসমৰেন্দ্ৰ ভাগৱতী, শ্ৰীবি. চি. গোস্বামী, শ্ৰীধীৰেন্দ্ৰ মোহন দত্তগুপ্ত, শ্ৰীএ. খায়েৰ, শ্ৰীবি. এইচ. চেইঢ়া, শ্ৰীনাৰায়ণ চন্দ্ৰ গগৈ, শ্ৰীডম্বৰুধৰ গগৈ, বিজয় ভট্টাচাৰ্য্য, শ্ৰীজে. এন. বৰগোহাঁই, চৈয়দা আকেলা খানাম, শ্ৰীমতী কুশদা বালা শইকীয়া, শ্ৰীমতী লাবণ্য প্ৰভা দেৱী, শ্ৰীঅমৰ. এচ. গিৰি., ৺হেম দত্ত, শ্ৰীপ্ৰফুল্ল কান্ত বৰুৱা, শ্ৰীপৰেশ পাঠক, শ্ৰীহৰদীপ সিং আৰু শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা। সভাত সভাপতিত্ব কৰিছিল শ্ৰীৰামেশ্বৰ ধানোৱাৰ এম. এল. এ. ডাঙৰীয়াই।

আহ্বায়ক শৰ্ম্মাই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ পাচত উপস্থিত সদস্য সকলে বৰ মুকলি মূৰীয়াকৈ আৰু আন্তৰিকতাৰে আলোচনাত অংশ গ্ৰহণ কৰিছিল। বিভিন্ন দৃষ্টি কোণৰপৰা খৰচি মাৰি আলোচনা কৰাৰ পাচত, সভাই সৰ্ব্ব সন্মতিক্ৰমে চলিত বছৰতেই শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাৰ প্ৰস্তাৱ আৰু শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱাৰ সমৰ্থন ক্ৰমে, 'ডিগবৈ মহিলা মহাবিদ্যালয়' নামেৰে সুকীয়া ছোৱালী কলেজ এখন স্থাপনৰ সিদ্ধান্ত কৰে। শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাই আগ বঢ়োৱা কলেজৰ নামটো সৰ্ব্ব সন্মতিক্ৰমে গৃহীত হৈছিল। সিদ্ধান্ত কাৰ্য্যকৰী কৰাৰ কাৰণে নিম্ন লিখিত ব্যক্তিসকলক লৈ এখন তদৰ্থ 'গভাৰ্ণিং বডি' গঠন কৰা হৈছিল।

| | | |
|---|---|---|
| সভাপতি | — | শ্ৰীৰামেশ্বৰ ধানোৱাৰ এম. এল. এ। |
| উপ-সভাপতি | — | শ্ৰীহৰদীপ সিং, শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱা। |
| সম্পাদক | — | শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা। |
| যুটীয়া সম্পাদক | — | শ্ৰীমতী শান্তনা বৰুৱা, শ্ৰীৰাজৰূপ সিং। |
| সদস্য সকল | — | ডাঃ মহেন্দ্ৰ নাথ গগৈ, ডাঃ সুব্ৰত চক্ৰবৰ্ত্তী, ডম্বৰুধৰ গগৈ, শ্ৰীমতী স্বৰ্ণলতা গগৈ, শ্ৰীভদ্ৰ কৃষ্ণ গোস্বামী, শ্ৰীবি. চি. গোস্বামী, শ্ৰীমানিক চন্দ্ৰ হাজৰিকা। |



শ্ৰীনাৰায়ণ চন্দ্ৰ বৰপূজাৰী আৰু শ্ৰীসমৰেন্দ্ৰ ভাগৱতীক আভ্যন্তৰীণ হিচাপ পৰীক্ষক হিচাপে নিয়োজিত কৰা হয়।

সাধাৰণ সভাই দিয়া ক্ষমতা ক্ৰমে, গভাৰ্ণিং বডিয়ে শিক্ষক আৰু নিয়া ব্যক্তিসকলক সহযোগী সদস্য হিচাপে লোৱাৰ সিদ্ধান্ত কৰে।

ডিগবৈ বন সংমণ্ডল প্ৰাধিকাৰী, গোলাপ চন্দ্ৰ কাকতি, চন্দ্ৰ বাহাদুৰ ছেত্ৰী, সুকয দেও সিং আৰু মতিলাল পেৰিৱাল, ভাৰতীয় তেল নিগমৰ প্ৰতিনিধি হিচাপে ৰবীন্দ্ৰ লাল বৰুৱা গভাৰ্ণিং বডিৰ সদস্য হয়।

প্ৰথম অৱস্থাত সৌমাৰ বিদ্যাপীঠৰ হেড মাষ্টাৰ কাকতিদেৱে সৌমাৰ বিদ্যাপীঠতেই স্কুলৰ সময়ৰ লগত খাপ খুৱাই বাতিপুৱা ৯-৩০ বজালৈ কলেজে শিক্ষাদান কৰাৰ সময় নিৰ্দ্ধাৰণ কৰাৰ চৰ্ত্তত, মহাবিদ্যালয়খন তাতেই বহুৱাবলৈ অনুমতি দিছিল। কিন্তু, এই সময় কলেজৰ কাৰণে বৰ কম হ'ব বুলি বিবেচিত হোৱাত আৰু ভবিষ্যতে সৃষ্টি হ'ব পৰা কিছুমান অসুবিধালৈ লক্ষ্য কৰি, সৌমাৰ বিদ্যাপীঠৰ আশা ত্যাগ কৰিছিলোঁ। সৌমাৰৰ ৰুৰুণা কাৰণৰা বঞ্চিত হৈ বৰ অসহায় অনুভৱ কৰিছিলোঁ। যি কি নহওক শেষত আমাৰ আবেদনৰ প্ৰতি সহাৰি জনাই ডিগবৈ জিলা শিশু কল্যাণ কেন্দ্ৰৰ কৰ্তৃপক্ষই তেওঁলোকৰ ১১-৭-৮১ তাৰিখৰ DDCCM/10-135/গ/81-82 নং চিঠি যোগে কিছুমান চৰ্ত্ত সাপেক্ষে, মাত্ৰ এবছৰৰ কাৰণে, বালভৱনটো ব্যৱহাৰ কৰিবলৈ মহাবিদ্যালয় কৰ্তৃপক্ষক অনুমতি দিছিল। আমি বালভৱনৰ কৰ্তৃপক্ষৰ কৃতজ্ঞ।

## অস্থায়ী ঘৰ আৰু ভূমি লাভ

আমাৰ সাম্প্ৰতিক বাধা আঁতৰিল। কিন্তু দ্বিতীয় বছৰৰপৰা ক'লৈ যাম ভাবি চিন্তান্বিত হৈছিলোঁ। তেনেই. সৰু হোৱাৰ কাৰণে এনেয়ে হ'লেও দ্বিতীয় বছৰত মহাবিদ্যালয়খন বালভৱনত ৰখা সম্ভৱপৰ নাছিল। এনেতে ভগৱানে আমাক পথ দেখুৱাই দিলে। আমি ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনৰ কৰ্তৃপক্ষক নিবেদন কৰাত, তাহানিৰ এ. ও. চি. মুলীয়াবাৰী প্ৰাইমাৰী স্কুলৰ ব্যৱহাৰ নোহোৱাকৈ থকা ঘৰটো, তেওঁলোকৰ ৩১-৭-৮২ তাৰিখৰ ADM/DMM/1-862 নং চিঠি যোগে, নিম্ন লিখিত চৰ্ত্ত সাপেক্ষে, মাত্ৰ এবছৰৰ কাৰণে ব্যৱহাৰ কৰিবলৈ অনুমতি দিছিল।



(i) You will give us vacant possession of our said building by 31-7-83.

(ii) You will use our building only for the classes of Mahavidhyalaya from 6.30 A.M. to 11.30 A.M.

(iii) You will pay a token rental of Rs 1/- (Rs. One only) for the said period for the use of the building and the previleges as a special previlege to you by the Corporation. You will also pay a sum of Rs 10/- per month as the rental for water tap and electricity charges as the standard rate on actual consumption. You will pay the charges regularly on receipt of the bills from us.

(iv) You will be responsible for up-keeping of the building, fixtures and fittings and these will not be changed/tempered or removed during the period the building is under your occupation.

(v) You are not allowed to do any modification or alteration to our building during the said period.

(vi) You shall maintain the building lawn and the compound in proper state of repair and cleanliness.

(vii) You will ensure that the peace of our housing area is not disturbed in any way by operating the college in our above building.

We shall be grateful if you will please return the enclosed copy of this letter duly signed by you as a token of your acceptance of the tarms and conditions here in quoted.

আমি চৰ্ত্ত মানি লৈ ঘৰটো ললোঁ যদিও চিন্তা আছিল, আৰু এবছৰৰ পাচত ক'লৈ যাম। কলেজৰ নিজা ঘৰ হ'বই লাগিব। মাটি ক'ত? কাৰ্মেল স্কুলৰ কাষতে খালী পৰি থকা তেল নিগমৰ মাটি এডোখৰ বিচাৰিবলৈ সিদ্ধান্ত কৰি, অসম তেল সংমণ্ডলৰ জেনেৰল মেনেজাৰ শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত দেৱৰপৰা সময় লৈ, শ্ৰীমতী স্বৰ্ণলতা গগৈ, শ্ৰীমানিক চন্দ্ৰ হাজৰিকা আৰু মই গৈ দেখা কৰিছিলোঁ। সিদিনাখনো ভগবানে আমাক পৰীক্ষা কৰিছিল। সিদ্ধাৰিত সময়ৰ প্ৰায় এঘণ্টামান আগৰপৰা ভীষণ বতাহ-বৰষুণ, নিৰ্দ্দিষ্ট সময়ৰ ১৫ মিনিটমান আগতে হাজৰিকা আৰু মই গগৈৰ বঙলাত লগ হৈ, একেলগে যোৱাৰ কথা আছিল। বতৰৰ দুৰ্য্যোগ দেখি, হাজৰিকা আৰু মই যাব নোৱাৰিম বুলি ভাবি, গগৈ চিন্তাম্বিত হৈছিল। শেষলৈকে চাই, বতাহ বৰষুণ নকমা দেখি, মুৰকত তেখেতেই গাড়ী লৈ আমাক নিবলৈ ৰাওনা হৈ, বঙলাৰপৰা নামি আহি ঘাই পথ পাওঁতেই, মোক তিতি বুৰি চাইকেলেৰে গৈ থকা দেখি, পৰম বিস্ময় মানিছিল। মোৰ প্ৰতি বোধহয় তেখেতৰ পুতৌ জন্মিছিল আৰু সেয়ে মই এনেদৰে যোৱাত ভাল পোৱা নাছিল। তেখেতক দিয়া কৈফিয়তত মই মাথো কৈছিলোঁ, "সময় ৰাখিব লাগিব। ইও এক ভগবানৰ পৰীক্ষা।" হাজৰিকাক তেখেতে গৈ লৈ আহিছিল আৰু আমি তিনিওজনে দত্ত দেৱক লগ পাইছিলোঁ। তেখেতে মাটি পোৱাৰ আশা দিছিল। দত্তদেৱৰ লগত আলোচনাক্ৰমে মুখ্য কাৰ্য্যবাহী বিষয়া শ্ৰীআৰ গুৰুমূৰ্ত্তিয়েও সহৃদয়তাৰে মাটিৰ কথাটো বিবেচনা কৰিছিল কিন্তু মাটি মঞ্জুৰ কৰাৰ আগতে দুটা চৰ্ত্ত পূৰণ কৰিবলৈ কৈছিল।

(১) মহিলা মহাবিদ্যালয়খন পঞ্জীভুক্ত হ'ব লাগিব।

(২) আইন অনুসৰি গভৰ্ণিং বডিয়ে কোনো এজনক 'Power of Attorny' দি ৰেজিষ্টাৰ্ড দলিল কৰিব লাগিব।

মাটিৰ কাৰণে এই দুয়োটা স্বৰ্ত্ত পালন কৰিবলৈ আমি বাধ্য হৈছিলোঁ। আৱশ্যকীয় নিয়মাৱলী প্ৰস্তুত কৰি, সাধাৰণ সভাৰ অনুমোদন লৈ, ২১-১০-৮২ তাৰিখে মহাবিদ্যালয়খন Registration of sociaties Act XXI, 1860 অনুসৰি পঞ্জীভুক্ত কৰা হ'ল। পঞ্জীয়ন নং ৮৩৮।



গভৰ্ণিং বডিয়ে সৰ্ব্বসম্মতিক্ৰমে মোক Power of Attorny দিবলৈ সিদ্ধান্ত কৰিলে। ডিগবৈৰ নিজা অধিবক্তা শ্ৰীবি. কে. ফুকনে কোনো

মাননি নোলোৱাকৈ দলিলখন প্ৰস্তুত কৰি, পঞ্জীভুক্ত কৰাত সহায় কৰি দিছিল। তেখেতে এনেদৰে সহায়ৰ হাত আগ বঢ়োৱাৰ কাৰণে আমি বৰ আনন্দিত হৈছিলোঁ। আমাৰ সকলোৰে আশীৰ্বাদ তেখেতে পাইছে।

চৰ্ত্ত দুটা পূৰণ কৰাৰ লগে লগে, ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনৰ কৰ্তৃপক্ষই মহাবিদ্যালয়ৰ স্থায়ী ঘৰৰ কাৰণে স্থানীয় কাৰ্মেল স্কুলৰ গাতে লগাই, ছয় বিঘা মাটি দিবলৈ সন্মত হ'ল আৰু ১৯৮৩ চনৰ ২৭ জানুৱাৰী তাৰিখে দিনৰ ৩-৩০ বজাত অসম অইল ডিভিজনৰ হৈ, মুখ্য কাৰ্য্যবাহী বিষয়া শ্ৰীআৰ. গুৰুমূৰ্ত্তিৰপৰা মাটিডৰা আনুষ্ঠানিক ভাবে মহাবিদ্যালয়ৰ কৰ্তৃপক্ষৰ হৈ, মই সমজি লৈছিলোঁ। ঘৰ আৰু মাটিৰ সমস্যা এনেদৰে সমাধান কৰি দিয়াৰ কাৰণে অসম অইল ডিভিজনৰ প্ৰতি কলেজ কৰ্তৃপক্ষ সদায় কৃতজ্ঞ হৈ থাকিব। এই সহায় নোপোৱাহেঁতেন হয়তো, সুকীয়া ছোৱালী কলেজ স্থাপন কৰাৰ পৰিকল্পনা আকাশ-কুসুম হৈয়েই থাকিলহেঁতেন। এই বিষয়ত আজি মই ডিগবৈ বাইজৰ হৈ, অসম অইল ডিভিজনৰ তেতিয়াৰ জেনেৰেল মেনেজাৰ শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত আৰু মুখ্য কাৰ্য্যবাহী বিষয়া শ্ৰীআৰ. গুৰুমূৰ্ত্তিলৈ আমাৰ হিয়াভৰা শলাগ আগ বঢ়াইছোঁ।

## (খ) বিষয় আৰু অধ্যাপক

ইংৰাজী, অসমীয়া, হিন্দী, বঙালী, দৰ্শন (Logic/Philosophy). অৰ্থশাস্ত্ৰ (Economics), ৰাজনীতি বিজ্ঞান (Political Science), শিক্ষা (Education) সমাজ বিজ্ঞান (Sociology) আৰু ভূগোল এই দহটা বিষয় লৈ প্ৰাক্ স্নাতক শ্ৰেণী খুলিবলৈ সিদ্ধান্ত লোৱা হৈছিল। দুবছৰৰ পাচত শিক্ষকৰ অভাৱত ভূগোল বিষয়টো উঠাই দিয়া হৈছিল।

তেতিয়া অৰ্হতা সম্পন্ন শিক্ষক লোৱাৰ আৰ্থিক ক্ষমতা আমাৰ নাছিল। প্ৰথমতে ডিগবৈ কলেজৰ উপাধ্যক্ষা শ্ৰীমতী স্বৰ্ণলতা গগৈক অবৈতনিক, অস্থায়ী অধ্যক্ষা আৰু অধ্যাপক ৰাজৰূপ সিঙক অবৈতনিক অস্থায়ী উপাধ্যক্ষ হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰিবলৈ, গভাৰ্ণিং বডিয়ে অনুৰোধ কৰাত, ডিগবৈ কলেজ কৰ্তৃপক্ষৰ অনুমতি সাপেক্ষে, নিজ নিজ দায়িত্ব লৈ, আংশিক ভাবে কাম কৰিবলৈ, তেখেত সকল মান্তি হৈছিল। আমাৰ অনুৰোধক্ৰমে ডিগবৈ কলেজৰ নিম্ন লিখিত অধ্যাপক সকলেও কৰ্তৃপক্ষৰ অনুমতি সাপেক্ষে, অবৈতনিক আংশিক অধ্যাপনা কৰিবলৈ বৰ আগ্ৰহেৰে সন্মতি দিছিল। তেখেতসকল হ'ল— সৰ্ব্বশ্ৰী হিতেন শৰ্ম্মা, মদন মোহন চৌধুৰী, বিনোদ গগৈ, শ্ৰীমতী বীণা কৰ, মোহিনী বৰদলৈ, সমৰেন্দ্ৰ ভাগৱতী, তৰুণ হাজৰিকা আৰু টি. এন. পাণ্ডে। উক্ত অধ্যাপক সকলৰ বাহিৰেও তলত দিয়া ব্যক্তিসকল বিনামূলীয়াকৈ শিক্ষা দান কৰি মহিলা মহাবিদ্যালয়খন গঢ়িবলৈ আগবাঢ়ি আহিছিল। তেখেতসকল হ'ল— শ্ৰীমতী শান্তনা বৰুৱা, সৰ্ব্বশ্ৰী বংশ ৰাজ যাদব, পূৰ্ণ [illegible], শ্ৰীমতী (সকল) গায়ত্ৰী দাশগুপ্ত, [illegible] ৰায়, বীণা বৰুৱা, অঞ্জলী উপাধ্যায় আৰু শ্ৰীশম্ভু সিং যাদব। মহিলা মহাবিদ্যালয়ৰ ইতিহাসত সদায় এই শিক্ষক সকল শ্ৰদ্ধাৰ পাত্ৰ হৈ থাকিব।

ডিগবৈ কলেজৰ উক্ত অধ্যাপক সকলে ব্যবহাৰ [illegible] প্ৰতিশ্ৰুতি দিয়াৰ পাচতো তেখেতসকলৰ এই একান্তপূৰ্ণ সেৱা আমি ল'ব [illegible]। [illegible] ইয়াৰ কাৰণ ডিগবৈ মহিলা মহাবিদ্যালয়ৰ [illegible] [illegible] [illegible],

উচিত হ'ব বুলি ভাবিছোঁ। ডিগবৈ কলেজৰ অকণো ক্ষয়-ক্ষতি নকৰাকৈ তেনেহে অস্থায়ী হিচাপে অবৈতনিক আৰু আংশিক কাম কৰিবলৈ ডিগবৈ কলেজৰ উপৰোক্ত অধ্যাপক সকলক অনুমতি দিবৰ কাৰণে কৰা আবেদনৰ উত্তৰত ডিগবৈ কলেজৰ চেক্রেটৰীয়ে জেখেচৰ ২৩-৫-৮১ তাৰিখৰ DIG/G-B(6)/SI/16 নং চিঠিৰে দিয়া উত্তৰ পঢ়ি হুতভম্ব হৈছিলোঁ। চিঠিখন অকল নেতিবাচকেই নাছিল ডিগবৈ মহিলা মহাবিদ্যালয়ৰ প্ৰতি কটাক্ষও আছিল। অৱশ্যে অতি মাৰ্জিত ভাষাত ২৯-৬-৮১ তাৰিখৰ DMM/1/81/82/7 নং চিঠিৰে উক্ত চিঠিৰ যথাযথ উত্তৰ দিয়া হৈছিল। উত্তৰ দিলেও ৰাতি টোপনি নোহোৱা অৱস্থা এটা মোৰ হৈছিল। সৌভাগ্য বশতঃ সেই সময়তে ডিগবৈ কলেজ গভার্ণিং বডিৰ বৈঠক বহাত মই কথাটো উলিওৱাত গভার্ণিং বডিয়ে সৰ্ব্ব সম্মতিক্ৰমে ডিগবৈ কলেজৰ কোনো ক্ষতি নোহোৱাকৈ ইচ্ছুক অধ্যাপক সকলক মহিলা মহাবিদ্যালয়ত কাম কৰিবলৈ অনুমতি দিছিল। উল্লেখনীয় যে মই নিজেও এজন সদস্য আছিলোঁ। যি কি নহওক ডিগবৈ কলেজৰ গভার্ণিং বডিয়ে অতি সহৃদয়তাৰে আমাৰ আবেদন মঞ্জুৰ কৰাতহে আমি সকাহৰ হুমনিয়াহ পেলাইছিলোঁ। ডিগবৈ কলেজৰ গভার্ণিং বডিলৈ আমাৰ সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ। উক্ত শিক্ষক সকলকো কৃতজ্ঞতা জনোৱাৰ উপযুক্ত ভাষা আমাৰ নাছিল।

পাঠকৰ খুদুৱনি মাৰিবৰ কাৰণে ওপৰত উল্লেখ কৰা চিঠি তিনিখনৰ পূৰ্ণ পাঠ তলত দিয়া হ'ল।

## Letter No 1

DMM/1/81-82/5 — 23rd June 1981

From :—
**Shri D. C. Deb Sarmah**
Secretary,
Digboi Mahila Mahavidyalaya
P. O. Digboi, Assam

To

The Secretary.
Digboi College Governing Body, Digboi

Subject — Request for no-objection to teachers for part-time honarary teachership in the proposed Digboi Mahila Mahabidyalaya.

Sir,

Upon the subject noted above I have the honour to approach your kindness as follows —

That sir, the public meeting held on 14-6-81 under the presidentship of Sri Rameswar Dhanowar M.L.A. resolved to establish a girls college at Digboi under the name of "Digboi Mahila Mahavidyalaya" and to start the 1st year P. D. Arts class from this academic session. Accordingly, the Ad-hoc-Governing Body has made necessary arrangements for admission of girls students in to the said class. As regards teachers, I appeal to you for your no-objection to a number of your teachers, provided their personal will,

being appointed for part-time teaching on purely honorary terms in our Mahavidyalaya.

I also look forward to your constant guidance and valuable suggestions for the steady growth and well being of the proposed Mahavidyalaya.

*With thanks to you,*

Yours faithfully
S/d **(Shri D. C. Deb Sarmah)**
Secretary
Ad-hoc-governing Body
Digboi Mahila Mahavidyalaya, Digboi

**Letter No 2**

DIGBOI COLLEGE
ডিগবৈ মহাবিদ্যালয়
Memo No. DIG/G.B. (6)/81/16

Digboi P.O.
Assam
Phone No. 16
Date : 23-6-81

From :—
**Dr. P.K. Bhuyan.** M.A. (Double), Ph. D., L.L.B.
Secretary, Governing Body
Digboi College, Digboi.

To
**Shri D. C. Deb sarmah**
Secretary
Ad-hoc Governing Body
Digboi Mahila Mahavidyalaya
Digboi.

**Ref—Your letter No. DMM/1/81-82/5 dtd. 23-6-81**

Thanks for your letter under reference. As to Your contention of issuing no objection to a number of our teachers it is not me but the G. B. which accords it. But your letter is so vague that it is not worthy to be placed before the G. B. every individual marit. So unless you refer to specific names your prayer cannot be placed before the next G.B. meeting. If you at all want the matter to be discussed and decided by the G. B. please mention special names.

*Thanking you again,*

Yours faithfully
sd/ **(Dr. P. K. Bhuyan)**
Secretary
G. B. Digboi College.

**Letter No 3**

DMM/1/81-82/7 29th June 1981

From :—
**Shri D. C. Deb Sarmah**
Secretary,
Digboi Mahila Mahavidyalaya
Digboi

To
The Secretary,
Governing Body,
Digboi college
Digboi

Sir,

**Ref—Your Memo No. DIG/G.B. (6)/81/16 dated 23-6-81**
**In reply to our letter No. DMM/1/81-82/5 dtd. 23-6-81**

With reference to your above memo I beg to lay the following few lines for your kind perusall and necessary action.

1. That sir, I like most humbly to point out that my letter to you under reference was addressed to the secretary, governing Body of Digboi college. So, to my humble opinion. It was meant for the consideration of the G.B. as a whole also of which you are the secretary.

2. That sir, I am sorry that you have termed the contents of my letter as 'Contention'. Sir, I assure you that it was a letter of pyayer and not of any contention. I sincerely believe that nothing should ever drag us to contention. I request you kindly to treat my letter under reference as a letter of pyayer for a noble cause of the society of Digboi and its environs.

If you have found any discrepency in the letter please conive it and take the very purpose of the letter for consideration and help us giving necessary instructions and guidance.

3. That sir, it is not possible for us to submit the individual names of the required teachers at present. I Think you are aware of the fact that we are not in a position to pay a single paise to any teacher as remuneration. Their services will be purely honorary, valuntary and temporary. So only after getting no objection from you we will be in a possition to appeal to teachers of your college to help us by offering their honorary services. It may also be happend that some of the honorary teachers may discontinue after some time due to their personal inconvinienees. In that case we shall have to approach another lot of teachers for their services. Taking all these practical difficulties in to consideration. I think, it would be better if you (G. B.) kindly treat the matter of 'No objection' requested for by us as a matter of principle at least at this initial stage of the proposed Mahila Mahavidyalaya. We ferventhy hope that the Digboi Mahila Mahavidyalaya

will not be deprived of your help and able guidance. Your whole hearted Co-operation will be a source of encouragement to us.

*thanking you,*

Sd/- **(D. C. Deb Sarmah)**
Secretary
Digboi Mahila Mahavidyalaya

Memo No. DMM/1//81-82/8
Copy to :—
President
Governing Body,

Digboi College with a copy to our letter No. DMM/1/81-82/5 dated 23-6-81 addressed to the secretary. G.B., Digboi college and his reply, memo under reference for kind and svmpathetic consideration.

Sd/- Secretary
**Digboi Mahila Mahavidyalaya**

এই চিঠিৰ পাচত গভাৰ্ণিং বডিৰ সিদ্ধান্ত ওপৰত দিয়া হৈছে।

শ্ৰীমতী গীতাঞ্জলী বৰবৰাই (বিজু) প্ৰথম বছৰ কাল বিনা পইচাত কাৰ্য্যালয়ৰ সহকাৰীৰ কাম কৰি দিছিল। এবছৰৰ পাচত আমি সামান্য মাননি এটা দিছিলোঁ। তেওঁ কিন্তু কোনো দিনে পইচা খোজা নাছিল। তিনি বছৰৰ পাচত শ্ৰীমতী তনুজা দেবীয়েও (ৰাণী) এবছৰৰ কাৰণে কোনো পাৰিতোষিক নোলোৱাকৈ কাৰ্য্যালয়ত সহকাৰীৰ কাম কৰি গীতাঞ্জলীক সহায় কৰিছিল। বিয়া হৈ গীতাঞ্জলী ডিগবৈ এৰি গ'ল যদিও তেওঁ আমাৰ মনৰপৰা যোৱা নাই। ভগবানে তেওঁৰ মঙ্গল কৰক। প্ৰথমাৱস্থাত শ্ৰীদুৰ্গা বাহাদুৰ থাপাই এবছৰ আৰু তাৰ পাচতেই শ্ৰীমন বাহাদুৰ থাপাই মাহিলি মাত্ৰ ১০০ টকা দৰমহাত অতি নিষ্ঠা আৰু সততাৰে দিনে নিশাই পিয়নৰপৰা ৰাতিৰ চকিদাৰলৈকে সকলো কাম কৰি, সংশ্লিষ্ট সকলোৰে মনত এখন বিশেষ স্থান অধিকাৰ কৰিছিল। এবছৰ পিচৰপৰাহে তেওঁৰ দৰমহা বাঢ়ি বাঢ়ি ১৯৮৮ চনত ২২০ টকা হৈছিল। ভগবানৰ ওচৰত তেওঁৰ সুদীৰ্ঘ শান্তিময় জীৱন কামনা কৰিছোঁ। গভাৰ্ণিং বডিৰ সদস্য বি. চি. গোস্বামী (বীৰেশ চন্দ্ৰ গোস্বামী) ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনৰ জেনেৰেল মেনেজাৰৰ চেক্ৰেটৰী আছিল। তেখেতে অফিচত দিনে ৰাতিয়ে অবিশ্ৰান্ত কাম কৰিব লগীয়াত পৰিছিল। ইমান কামৰ মাজতো, আনকি কেতিয়াবা নিজৰ কাম শেষ কৰি, ৰাতি ১০/১১ বজাৰ পাচতো, মহিলা মহাবিদ্যালয়ৰ প্ৰায় সকলো চিঠি পত্ৰ, স্মাৰক পত্ৰ আদি অলপো আপত্তি নকৰাকৈ, অতি আগ্ৰহেৰে টাইপ কৰি দি, সহায় কৰিছিল। তেখেতৰ মই কোনো দিন খং বা বিৰক্তিৰ ভাব নেদেখিলোঁ। তেখেতৰ নিচিনা নিষ্ঠাবান কৰ্ম্মী এজন অৱসৰ লৈ, ডিগবৈ এৰি যোৱাৰ ক্ষতি অপূৰণীয়। অম্লান বদনে সকলো সময়তে শ্ৰীকিৰণ দাসেও সহায় সহযোগ আগ বঢ়োৱাৰ কাৰণে আমি আন্তৰিক শলাগ লৈছোঁ। আৰম্ভণীৰপৰা মাটি মজুৰী পোৱালৈকে, মই নিজেই অবৈতনিক চেক্ৰেটৰীৰ দায়িত্ব পালনৰ উপৰিও, অবৈতনিক হিচাপ ৰক্ষকৰ (Accountant) কামো কৰিছিলোঁ। লগতে কাৰ্য্যালয়ৰ পৰোক্ষ Head clerk হৈ পৰিছিলোঁ। ভগবানৰ অসীম কৰুণা যে, এতিয়ালৈকে শৈক্ষিক দিশটো বাদ দি, বাকী উন্নয়ন মূলক কামবোৰ পৰোক্ষ চেক্ৰেটৰী হিচাপে নিজ ইচ্ছাৰে, সাধ্যানুসৰি, কৰি আছোঁ। কাম কৰাত বাধা নিদিয়াৰ কাৰণে অধ্যক্ষ তথা চেক্ৰেটৰী ডঃ কামেশ্বৰ ডেকাৰ শলাগ নলৈ নোৱাৰোঁ।



বিঃদ্রঃ—চৰকাৰে বৰ্ত্তমান গভাৰ্ণিং বডিৰপৰা মোক বাদ দি, এই বয়সত জিৰণিৰ অৱকাশ দিয়াৰ কাৰণে কৃতজ্ঞতা জনাইছোঁ। ইতিমধ্যে প্ৰবক্তা তৰুণ হাজৰিকাৰ অকাল বিয়োগত মৰ্ম্মাহত হৈছোঁ। ভগবানৰ ওচৰত তেখেতৰ আত্মাৰ চিৰশান্তি কামনা কৰিছোঁ।

## (গ) ছাত্ৰী ভৰ্ত্তিত বাধা

শিক্ষক আৰু কৰ্ম্মচাৰী নিয়োগৰ সমস্যাটো কাটি উঠাৰ লগে লগে, আন এটা অভাৱনীয় সমস্যাই খুমুৰি দি ধৰিছিল। ইতিমধ্যে কোনো এটা অজ্ঞানিত শক্তিশালী চক্ৰৰ দ্বাৰা প্ৰভাৱিত মহিলা মহাবিদ্যালয়খনৰ বিৰুদ্ধে, বাইজৰ মাজত নানা অপ-প্ৰচাৰ বিয়পি পৰিছিল। ৰাইজক তথা ছাত্ৰী সকলৰ অভিভাৱক সকলক, ডিগবৈ মহিলা মহাবিদ্যালয়ৰ অৱস্থিতি আৰু স্থায়িত্বৰ বিষয়ে সন্দিহান কৰি তোলা হৈছিল। আন কি, প্ৰাক্ স্নাতক শ্ৰেণীত ভৰ্ত্তি হ'বলগীয়া ছোৱালীবোৰৰ ঘৰে ঘৰে এনে অপ-প্ৰচাৰ বিয়লাই দি, ডিগবৈ মহিলা মহাবিদ্যালয়ৰ ভৰ্ত্তি কৰম্ ভৰ্ত্তি কৰাত বাধা দিয়া হৈছিল। এই তল খুচুৰীয়া কথাবোৰ মহাবিদ্যালয়ৰ কৰ্তৃপক্ষৰ জ্ঞাত

নাছিল। এদিন গধূলি মহাবিদ্যালয়ৰ প্ৰকৃত পক্ষত প্ৰথম ছাত্ৰী ৺ভানু প্ৰভা দাসৰ দেউতাক শ্ৰীকৰুণা কান্ত দাসে মোৰ ঘৰলৈ আহি মোক প্ৰশ্ন কৰিলে "আন কোনোৱে ভৰ্ত্তি নহ'লেও যদি অকল মোৰ ছোৱালীজনী দিওঁ তেতিয়াও আপোনালোকে কলেজ চলাবনে?" এই প্ৰশ্ন কিয় কৰিছা বুলি সোধাত তেওঁ ক'লে, "বাহিৰত প্ৰস্তাৱিত কলেজখনৰ বিৰুদ্ধে নানা অপ প্ৰচাৰ চলিব ধৰিছে। ডিগবৈ ছোৱালী কলেজ কেতিয়াও নহয়, গতিকে ভৰ্ত্তি হোৱা ছোৱালীবোৰে পিচত নিজৰ মূৰ খাব। কিন্তু মই নিশ্চিত যে, ডিগবৈত ছোৱালী কলেজ এখনৰ আৱশ্যকতা আছে আৰু আৰম্ভ কৰিলে ই এদিন হ'বই। সেয়ে এজনী ছোৱালী ভৰ্ত্তি হ'লেও কলেজ পাতিব বুলি, আৰু নিয়মিত শিক্ষা দানৰ ব্যৱস্থা কৰিব বুলি, আপুনি যদি প্ৰতিশ্ৰুতি দিয়ে, তেনেহ'লে মই মোৰ ছোৱালীজনী এই মহাবিদ্যালয়তে দিম।" মই কোনো চিন্তা নকৰি ছোৱালীজনীৰ সম্পূৰ্ণ দায়িত্ব ল'ম বুলি প্ৰতিশ্ৰুতি দিছিলোঁ। পিচত গভাৰ্ণিং বডিয়েও দাসৰ এই কথাষাৰ এটা প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিছিল আৰু সৰ্ব্ব সন্মত সিদ্ধান্ত লৈছিল যে, এজনী ছোৱালী ভৰ্ত্তি হ'লেও মহিলা মহাবিদ্যালয় নিয়মিত শিক্ষা দানৰ ব্যৱস্থা কৰি চলোৱা হ'ব। কথা মতে কাম হ'ল। ভানু ভৰ্ত্তি হ'ল। লগতে শ্ৰীমতী স্বৰ্ণলতা গগৈৰপৰা অনুপ্ৰেৰণা পাই, সন্তানৰ মাতৃ শ্ৰীমতী ৰাণী লক্ষ্মী গোহাঁই ভৰ্ত্তি হ'ল। ভৰ্ত্তি ফৰ্ম্ মূৰাই নিদি দোধোৰ মোধৰত থকা ১০ জনী ছোৱালীৰ ঘৰলৈ মই নিজে হাতত ৰচিদ বহী আৰু ফৰ্ম্ লৈ গৈ, অভিভাৱকক লগ ধৰি, তেখেতসকলক পতিয়ন নিয়াই, ঘৰতে ৰচিদ কাটি ভৰ্ত্তি মাচুল লৈ, ফৰ্ম্ লৈ আহিছিলোঁ। অভিভাৱক সকলৰ আগ্ৰহ প্ৰণিধান যোগ্য আছিল। তেখেত সকলৰপৰাই কোনে কোনে মানা কৰিছিল জানিব পাৰিছিলোঁ। ১২ জনী ছোৱালীয়ে নাম লিখা বুলি শুনি আৰু ৬ গৰাকী ছাত্ৰী নিজে আহি নাম লিখিছিল।

এদিন এঠাইত মই বিমুখ হৈছিলোঁ। চৈচন পাবাৰ এজনী ছোৱালীৰ দেউতাকে দুখন ভৰ্ত্তি ফৰ্ম্ লৈছিল আৰু ফৰ্ম্মৰ মূল্য দুটকা ফৰ্ম্ জমা দিয়াৰ সময়ত দিব বুলি কৈছিল। ফৰ্ম্ ঘূৰি নহাত মই ফৰ্ম্খন আনিবলৈ গৈ দেউতাকৰ লগত কথা পাতি থাকোঁতে, ঘৰৰ বাৰান্দাৰপৰা ছোৱালী আৰু মাকে, মোক শুনাই শুনাই মহিলা মহাবিদ্যালয়ৰ বিৰুদ্ধে নানা অপযশ গাইছিল আৰু দেউতাকে ফৰ্ম্ দিয়াৰ কাৰণে ছোৱালী আৰু মাকে তেখেতক দোষাৰোপ কৰিছিল। মই লাহেকৈ উঠি, তেওঁলোক ঘৰৰ বাৰান্দাত বহি থকা অৱস্থাত ওচৰলৈ আহি, কৈছিলোঁ— "তুমি পঢ়িব নালাগে। তোমালোকে মহিলা কলেজ নহয় বুলি কৈছা। আজি লিখি থোৱা, মহিলা কলেজ হ'ব। আৰু ভগবানে নকৰক তুমি নহ'লেও তোমাৰ ভনীয়েৰাই সেই কলেজলৈকে যাব।" মই গুচি আহিছিলোঁ। সঁচাসঁচিকৈ তেওঁলোকৰ ছোৱালী কেওজনী শেষত মহিলা মহা বিদ্যালয়তে পঢ়িছিল। ওপৰত উল্লেখ কৰা ভৰ্ত্তি ফৰ্ম্ দুখনৰ মূল্য দুটকা হ'লে মই নিজৰপৰা দিবলগীয়া হৈছিল।

এনেদৰে এই প্ৰতিকূল পৰিস্থিতিৰ মাজতে, প্ৰতিষ্ঠা দিবসৰ আগে আগে, ১৮ গৰাকী ছাত্ৰী ভৰ্ত্তি হৈছিল। মহাবিদ্যালয়খন হোৱাত শ্ৰীকৰুণা কান্ত দাসৰ পদক্ষেপ আমাৰ কাৰণে সদায় অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব।

প্ৰথম ছাত্ৰী সকল আছিল— শ্ৰীমতী (সকল) ৰাণী লক্ষ্মী গোহাঁই, ভানু দাস, মীনা কুমাৰী তাঁতি, বিভা দেবী, দিব্য গোস্বামী, দীপালী বয়, যুথিকা দে, তুল্য মাই বৰগোহাঁই, বিন্দু শৰ্ম্মা, মঞ্জু লোহিয়া, নীতা কুমাৰী চাউ, মিলন বৰুৱা, প্ৰতিমা দত্ত, মনমায়া থাপা, মায়া কুমাৰী শৰ্ম্মা, মায়া

দেৱী, ৰূপমণি ছেত্ৰী, আৰু চোনেমা খাতুন।

## (ঘ) প্ৰাথমিক পুঁজি

শ্ৰীমতী চন্দ্ৰা দাসে প্ৰথম এশ টকা দান দি প্ৰাথমিক কাগজ পত্ৰ কিনাত সহায় কৰিছিল। তাৰ পাচতেই প্ৰাথমিক খৰচৰ চিন্তা দূৰ কৰিছিল নিম্ন লিখিত ব্যক্তি সকলে।

ডঃ মহেন্দ্ৰ নাথ গগৈ ১০০.০০ টকা, শ্ৰীমতী স্বৰ্ণলতা গগৈ ১০০.০০ টকা, শ্ৰীভদ্ৰকৃষ্ণ গোস্বামী ৫০.০০ টকা, শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা ৫০.০০ টকা, শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱা ৩০.০০ টকা, শ্ৰীডম্বৰু ধৰ গগৈ ২০.০০ টকা, শ্ৰীএ. থায়েৰ ৫০.০০ টকা, শ্ৰীঅমিয় কুমাৰ গোহাঞি দেৱে এটা মূল্যবান ডাঙৰ কাঠৰ আলমাৰি আৰু এখন চকি দান দি আমাক উৎসাহিত কৰিছিল।

## শুভাৰম্ভ

এনে ধৰণৰ স্বাভাৱিক জন্ম যন্ত্ৰণা নেওচি, ডিগবৈ মহিলা মহাবিদ্যালয়ৰ সেই শুভ ক্ষণ সমাগত হ'ল। ১৯৮১ চনৰ ২৪ জুলাইৰ আবেলি ৩-৩০ বজাত ধূপ-ধূনাৰ সুগন্ধেৰে ডিগবৈ শিশু কল্যাণ কেন্দ্ৰৰ বাল ভৱনটো পৰিপূৰ্ণ হৈ উঠিল। স্থানীয় ৰামকৃষ্ণ সেৱাশ্ৰমৰ বয়োজ্যেষ্ঠ, জ্ঞানোদ্দীপ্ত, লব্ধ প্ৰতিষ্ঠ, শিক্ষানুৰাগী, সন্যাসী স্বামী শুদ্ধাত্মানন্দ মহাৰাজ বাল ভৱনত উপস্থিত হ'ল। লগে লগে শঙ্খ ঘণ্টা আৰু উৰুলী ধ্বনিৰে বালভৱন মুখৰিত হৈ পৰিল। ছাত্ৰী সকলে পৰম শ্ৰদ্ধাস্পদ মুখ্য অতিথি তথা স্বামীজীৰ কপালত চন্দনৰ তিলক লগাই, বেদীলৈ আগ বঢ়াই লৈ গ'ল। পণ্ডিত ৰেৱতী মোহন ভট্টাচাৰ্য্যই গোৱা বেদ সূক্তৰ ধ্বনিয়ে গোটেই সভাস্থলী প্ৰতিধ্বনিত কৰি তুলিলে। ইয়াৰ পাচতেই স্বামীজী মহাৰাজে সভাসদৰ হৰ্ষধ্বনি, আইসকলৰ উৰুলী, শঙ্খ ধ্বনি আৰু বাহিজৰ হাত চাপৰিৰ মাজত পঞ্চ প্ৰদীপ জ্বলাই, ডিগবৈ মহিলা মহাবিদ্যালয় প্ৰতিষ্ঠিত হ'ল বুলি ঘোষণা কৰিলে। লগে লগে শ্ৰীমতী দীপালী ভাজনীৰ বৰগীতৰ সুমধুৰ সুৰে সভাৰ পৰিবেশ মধুৰতম কৰি তুলিলে।



স্বামীজী মহাৰাজে বেদৰপৰা উদ্ধৃতি দি শিক্ষাৰ আদৰ্শৰ বিষয়ে ব্যাখ্যা কৰে আৰু ডিগবৈ

মহিলা মহাবিদ্যালয়ক এখন আদৰ্শ শিক্ষানুষ্ঠানত পৰিণত কৰিবলৈ সকলোকে শক্তি সামৰ্থ্য আৰু কষ্ট সহিষ্ণুতা দিবলৈ ভগবানৰ ওচৰত প্ৰাৰ্থনা জনায়। শ্ৰীমতী দীপালী ভাজনীৰ আন এটা সুললিত গীতেৰে সভাৰ সামৰণি পৰে। সূৰয দেও সিং ডাঙৰীয়াই সভাসদ সকলক জলজোগেৰে আপ্যায়িত কৰে।

ইয়াৰ পাচতেই আহিল নবজাত শিশুটিৰ লালন পালনৰ সমস্যা। ভগবানৰ কৃপাত প্ৰাথমিক স্তৰত এই সমস্যাৰ সমাধান কৰিলে, তলত নাম দিয়া দাতাসকলে তেখেত সকলৰ দানেৰে।

সূৰয দেও সিং ১০,০০০.০০ টকা, ইৰচাদ আলি ৩০৫১.০০ টকা, নেশ্যনেল উড প্ৰডাক্টচ্ ১০০০.০০ টকা, আৰ. আৰ. সিং ২০০.০০ টকা, খৈতান ষ্টোৰ ৫০০১.০০ টকা, ডিগবৈ শ্ব মিল ৫০০১.০০ টকা, নৰেন বৰুৱা ১০১.০০ টকা, লোহিয়া অটো ট্ৰেডাৰ্চ ১০০১.০০ টকা, এইচ. এচ. ডুবে ২০০০.০০ টকা, ওম প্ৰকাশ শ্ব মিল ২০০১.০০ টকা, কেশৱ চান্দ ৩০০০.০০ টকা, এইচ. এচ. চাঁন্দ ২০০১.০০ টকা, ডিগবৈ মটৰচ্ ২০০০.০০ টকা, আৰ. কে. চেৰিটেবুল ট্ৰাষ্ট ২০০০.০০ টকা, উমা কান্ত গগৈ ২০০০.০০ টকা, হনুমান বক্স মঙ্গল চান্দ ২০০০.০০ টকা, চৌধুৰী ট্ৰেন্সপোৰ্ট ৬০০০.০০ টকা, গোৱেল শ্ব মিল ৩০০০.০০ টকা, আগৰৱালা ব্ৰাদাৰ্চ ২০০১.০০ টকা, চি. আৰ নাগিনা ১০০১.০০ টকা, তাচেৰ মালি ১০০০.০০ টকা, ডি. বি. প্ৰধান ১০০০.০০ টকা, অধেশ সাহী ৩০০১.০০ টকা, পৰমানন্দ পাঞ্জাপী ৬০০০.০০ টকা, কে. এন. গনেৰিৱাল ১০০১.০০ টকা, চি. বি. আগৰৱালা ১১০০.০০ টকা, আৰ. ডি. কদমৱালা ১০০১.০০ টকা, পুনাম ২০০১.০০ টকা, খৈতান কাৰ্পেট ৫০১.০০ টকা, ডি. চি. সোণাৰ ৫০১.০০ টকা, মায়া সোণাৰ ৫০১.০০ টকা, ডি. বি. সোণাৰ এণ্ড চন্স, ৫০১.০০ টকা, ডি. বি সোণাৰ ৫০১.০০ টকা, কে. কে. চাউ ২৫০১ টকা, ৰজনী কান্ত গগৈ ১০০০.০০ টকা, দিহিং দহোটীয়া ৮০০০.০০ টকা, আৰ. এন. সিং ২৫০০.০০ টকা, ডি. বি. চুৰবা ১০০১.০০ টকা, আৰ. এন. পাণ্ডে ১০০১.০০ টকা, পি. এন. সিং ৫০১.০০ টকা. হৰগোবিন্দ সিং ৩০০০.০০ টকা, মাৰ্ঘেৰিটা লিডু টিম্বাৰ ইণ্ডাষ্ট্ৰিজ এচোচিয়েচন ১০,০০০.০০ টকা, বি. চি. আগৰৱালা ১০০০.০০ টকা, কে. এন. টেৱাৰী ১০০১.০০ টকা, ডাঃ এচ. কে. চক্ৰবৰ্ত্তী, ১০০.০০ টকা, বি. আৰ যাদব ২০০.০০ টকা, স্বৰ্ণলতা গগৈ ৩০০.০০ টকা, বিজেশ চন্দ্ৰ দেব শৰ্ম্মা ১০০০.০০ টকা, খেমানি ফাম্মাচী ১০১.০০ টকা, [illegible] চক্ৰবৰ্ত্তী ২১.০০ টকা, এটেন্দ্ৰেল মেডিকেল ব্ৰাঞ্চ, ডিব্ৰুগড় ৫০০.০০ টকা, শ্ৰীএণ্ড কো. ৩০১.০০ টকা, ইণ্ডিয়ান মেডিকেল এচোচিয়েচন ১০,০০০.০০ টকা, হাইস্কুল শিক্ষক পৰিষদ [illegible] পৰিচালনা সমিতি, ডিগবৈ [illegible] টকা, মোহিনী বৰদলৈ ৫০.০০ টকা, [illegible] ১১.০০ টকা, [illegible] ২০.[illegible] উপাধ্যায় ২৫.০০ টকা, শম্ভু যাদব ৫০.০০ টকা, বি. এল. পাণ্ডে ৫০.০০ টকা, গায়ত্ৰী দাশগুপ্ত ২০.০০ টকা, বিনোদ গগৈ ২০.০০ টকা, শান্তনা বৰুৱা ১০০.০০ টকা, সমৰেন্দ্ৰ ভাগৱতী ২০.০০ টকা, বীণা বৰুৱা ২০.০০ টকা, পূৰ্ণ শইকীয়া ১৩৪.৮০ টকাৰ কিতাপ, মদন মোহন চৌধুৰী ১৩৬.০০ টকাৰ কিতাপ, হিতেন শৰ্ম্মা ৫০.০০ টকা, ভৱকান্ত গগৈ ৩০.০০ টকা, এ. ও. চি. এমপ্লয়জ ওৱেল ফেয়াৰ ফাণ্ড ১০০০.০০ টকাৰ কিতাপ।

মহাবিদ্যালয়খন প্ৰতিষ্ঠা হোৱাৰ পাচতে আৰু এটা শুভ লক্ষণে আমাক লগ দিছিলহি। ধন ভঁড়ালী শ্ৰীখায়েৰৰ বল্লভ, তিনিচুকীয়াৰ ষ্টিলচ্ ওৱৰ্থ পাবলিক ওৱেলফেয়াৰ ট্ৰাষ্টে ১৯৮১ চনৰ আগষ্ট মাহৰপৰাই দুবছৰলৈ, আৰ্থিক ভাবে পিচপৰা ৫ গৰাকী ছাত্ৰীক, মাহে ৩০ টকাকৈ জলপানী মঞ্জুৰ কৰিছিল। এই দানে সকলোকে উৎসাহিত কৰিছিল। কলেজ আৰম্ভ কৰিয়েই পাঁচ

জনীকৈ ছোৱালীক বৃত্তি দিব পাৰি গভাৰ্ণিং বডিয়েও পৰম তৃপ্তি লাভ কৰিছিল। বৃত্তি লাভ কৰা ছাত্ৰী কেইগৰাকী আছিল ভানু দাস, মীনা কুমাৰী তাঁতি, দীপালী ৰয়, তুল্যমাই বৰগোহাঁই আৰু বিভা দেৱী।

উল্লেখনীয় যে মহাবিদ্যালয় প্ৰতিষ্ঠা হোৱাৰ পাচতো অধ্যাপকৰ অভাৱ আছিল। সেই অভাৱ পূৰ কৰিলে শ্ৰীমতী সুৰমা দে, ভাৰতী বৰঠাকুৰ আৰু বিজয় চৌধুৰীয়ে। লগতে চন্দ্ৰপাল গোস্বামীয়ে আংশিকভাবে আৰু উৎপল শৰ্ম্মাই পূৰ্ণাঙ্গ শিক্ষক হিচাপে অধ্যাপনাৰ কাৰ্য্য কৰি সহায় কৰিছিল। প্ৰতিষ্ঠাপক শিক্ষক কৰ্ম্মচাৰীৰ আৰু তাৰ পাচতো নিয়মীয়া নিয়োগ প্ৰাপ্ত আৰু দৰমহা নোহোৱাকৈ সামান্য মাননি লৈ কাম কৰা সকলৰ নামৰ তালিকা তলত দিয়া হ'ল।

| নাম | অবৈতানিক কামৰ সময় | মাননি দিয়াৰ সময় | মাননিৰ নিৰিখ |
|---|---|---|---|
| শ্ৰীমতী স্বৰ্ণলতা গগৈ (অধ্যক্ষা) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-১-৮৫ লৈ | ৩৫০.০০ টকা |
| শ্ৰীমতী শান্ত্বনা বৰুৱা | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ১১-১-৮৫ লৈ | ১৫০.০০ টকা |
| শ্ৰীমোহিনী কুমাৰ বৰদলৈ (অসমীয়া) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-১০-৮৪ লৈ | ১৫০.০০ টকা |
| শ্ৰীতৰুণ চন্দ্ৰ হাজৰিকা (অসমীয়া) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৮-৮২ লৈ | ৫০.০০ টকা |
| শ্ৰীবীণা কৰ (বঙালী) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৩-৮৫ লৈ | ১৫০.০০ টকা |
| শ্ৰীবি. এল. পাণ্ডে (হিন্দী) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৩-৮৫ লৈ | ১০০.০০ টকা |
| শ্ৰীমতী দলি ৰয় (লজিক) | ১-৭-৮১ৰ পৰা ২৮-২-৮২ লৈ | ........................ ........................ | .................. |
| শ্ৰীসমৰেন্দ্ৰ ভাগৱতী (অৰ্থনীতি) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৩-৮৫ লৈ | ১৫০.০০ টকা |
| শ্ৰীমতী গায়ত্ৰী দাশগুপ্ত (অৰ্থনীতি) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ১-১২-৮৪ লৈ | ১৫০.০০ টকা |
| শ্ৰীআৰ. আৰ. সিং (সমাজ বিজ্ঞান, হিন্দী) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-১-৮৫ লৈ | ২৫০.০০ টকা |
| শ্ৰীপূৰ্ণ কান্ত শইকীয়া (সমাজ বিজ্ঞান) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৫-৮৫ লৈ | ২৫০.০০ টকা |
| শ্ৰীমদন মোহন চৌধুৰী | ১-৭-৮১ ৰ পৰা | ১-৮-৮২ ৰ পৰা | ১৫০.০০ টকা |

| | | | |
|---|---|---|---|
| | ৩১-৭-৮২ লৈ | ৩১-৩-৮৫ লৈ | |
| শ্ৰীবিনোদ কুমাৰ গগৈ (ৰাজনীতি) | ১-৭-৮১ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৩-৮৫ লৈ | ১৫০.০০ টকা |
| শ্ৰীমতী বীণা বৰুৱা (ৰাজনীতি) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৭-৮৩ লৈ | ৫০.০০ টকা |
| শ্ৰীবি. আৰ. যাদব (ভূগোল) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৪-৮৩ লৈ | ২০০.০০ টকা |
| শ্ৰীহিতেন শৰ্ম্মা (ইংৰাজী) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-১২-৮৩ লৈ | ১৫০.০০ টকা |
| শ্ৰীএচ. এচ. যাদব" (ইংৰাজী) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-৫-৮৫ লৈ | ১৫০.০০ টকা |
| শ্ৰীমতী অঞ্জলী উপাধ্যায় (শিক্ষা) | ১-৭-৮১ ৰ পৰা ৩১-৭-৮২ লৈ | ১-৮-৮২ ৰ পৰা ৩১-১২-৮৪ লৈ | ২০০.০০ টকা |
| শ্ৰীমতী ভাৰতী বৰঠাকুৰ (দৰ্শন) | ........................ | ১-১-৮৩ ৰ পৰা ৩১-১২-৮৪ লৈ | ১৫০.০০ টকা |
| শ্ৰীমতী সুৰমা দে (বঙালী) | ........................ | ১-১-৮৩ ৰ পৰা ৩১-১২-৮৪ লৈ | ১৫০.০০ টকা |
| শ্ৰীবিজয় চৌধুৰী (ইংৰাজী) | ১-১-৮৪ ৰ পৰা ৩০-৯-৮৪ লৈ | ১-১০-৮৪ ৰ পৰা ৩১-১২-৮৪ লৈ | ২২৫.০০ টকা |
| শ্ৰীমতী কবিতা কুঞ্জ বৰদলৈ (অসমীয়া) | ........................ | ১-১১-৮৪ৰ পৰা ৩১-১২-৮৪ লৈ | ১৫০.০০ টকা |
| শ্ৰীচন্দ্ৰ পাল গোস্বামী (ইংৰাজী) | ........................ | ১-১-৮৪ ৰ পৰা ৩০-৭-৮৪ লৈ | ১৫০.০০ টকা |
| শ্ৰীমতী শঙ্কৰী চৌধুৰী (অৰ্থনীতি) | ........................<br>........................ | ১-৮-৮৪ ৰ পৰা ২৮-২-৮৫ লৈ | ২২৫.০০ টকা |
| শ্ৰী এচ. এল. প্ৰজাপতি (Foundation Course-History) | ........................ | ১-৩-৮৫ ৰ পৰা ৩১-৩-৮৫ লৈ | ১৫০.০০ টকা |
| শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা (Foundation Course-Assamese) | ........................ | ১-৩-৮৫ ৰ পৰা ৩১-৩-৮৫ লৈ | ১৫০.০০টকা |
| শ্ৰীপবিমল কান্তি পাল | ........................ | ১-৩-৮৮ ৰ পৰা ১-৪-৮৮ লৈ | ৩০০.০০ টকা |
| শ্ৰীমতী ৰূপালী চেতিয়া | ........................ | ১-৩-৮৮ ৰ পৰা | ৩০০.০০ টকা |

| | | | |
|---|---|---|---|
| (ইংৰাজী, আংশিক) | | ৩১-৫-৮৮ লৈ | |
| শ্ৰীমতী গুৰমিত কৌৰ<br>(হিন্দী) | ........................ | ১-৯-৮৮ ৰ পৰা<br>৩১-১০-৮৮ লৈ | ৩০০.০০ টকা |
| শ্ৰীলক্ষী নন্দন গগৈ<br>(অৰ্থনীতি) | ........................ | ১-১-৮৫ ৰ পৰা<br>৩১-৭-৮৫ লৈ | ২০০.০০ টকা |
| শ্ৰীমতী গীতাঞ্জলী বৰবৰা<br>(কাৰ্য্যালয় সহকাৰী) | ১-৭-৮১ ৰ পৰা<br>২৮-২-৮২ লৈ | ১-৩-৮২ ৰ পৰা<br>১১-৭-৮৫ লৈ | ২৫০.০০ টকা |
| শ্ৰীমতী তনুজা দেৱী<br>(কাৰ্য্যালয় সহকাৰী) | ১-১-৮৪ ৰ পৰা<br>৩১-১২-৮৪ লৈ | ১-১-৮৫ ৰ পৰা<br>২৮-২-৮৮ লৈ | ১৫০.০০ টকা |
| শ্ৰীমতী মীৰা বেগম<br>(কাৰ্য্যালয় সহকাৰী) | ........................ | ১-৩-৮৮ ৰ পৰা<br>২৮-২-৮৮ লৈ | ১৫০-৩৫০ টকা |
| শ্ৰীমতী ৰশ্মি কউৰ | ........................ | ১-৩-৮৮ ৰ পৰা<br>১৭-১-৯০ লৈ | ১৫০-৩৫০ টকা |
| শ্ৰীদীন নাথ দাস | ........................ | ২-৮-৯১ ৰ পৰা | ৩০০.০০ টকা |
| শ্ৰীদুৰ্গা বাহাদুৰ থাপা<br>(চৌকিদাৰ) | ........................ | ১-১০-৮১ ৰ পৰা<br>৩০-৮-৮২ লৈ | ১০০.০০ টকা |
| শ্ৰীমন বাহাদুৰ থাপা<br>(চৌকিদাৰ) | ........................ | ১-৯-৮২ ৰ পৰা<br>২৮-২-৮৮ লৈ | ১০০-২২০ টকা |
| শ্ৰীবিষ্ণু বাহাদুৰ থাপা<br>(চৌকিদাৰ) | ........................ | ১-১-৮২ ৰ পৰা<br>২৮-২-৮৮ লৈ | ২২০.০০ টকা |
| শ্ৰীকমল চন্দ্ৰ দাস<br>(চৌকিদাৰ) | ........................ | ৩-৩-৮৫ ৰ পৰা<br>২৮-২-৮৮ লৈ | ১৫০-২২০ |
| শ্ৰীই. মাইকেল<br>(চৌকিদাৰ) | ........................ | ১-১-৮৯ ৰ পৰা | ২০০-২২৫ |

তেখেতসকলৰ মাননি পুনৰ কলেজকে দান দিছিল।

১৯৮৪ চনৰ শেষৰফালে গভাৰ্ণিং বডিয়ে ১৯৮৫ চনৰ পৰা পৰাপক্ষত স্থায়ী শিক্ষক নিয়োগ কৰাৰ কথা চিন্তা কৰি ১-১—৮৫ তাৰিখৰপৰা স্থায়ী শিক্ষকৰ দৰমহা মাহে ৫০০-১০০-৭০০ টকা ধাৰ্য্য কৰিছিল। সেই চনৰে মাৰ্চ্চ মাহৰপৰা সৰহ সংখ্যক অবৈতনিক আংশিক কাম কৰা শিক্ষকক সশ্ৰদ্ধ কৃতজ্ঞতা জনাই, বিদায় দিয়া হৈছিল আৰু তেখেতসকলৰ ঠাইত চৰকাৰী শিক্ষা বিভাগৰ সকলো নিয়োগ নীতি মানি, নতুন স্থায়ী শিক্ষক নিয়োগ কৰা হৈছিল। ১-২-৮৫ তাৰিখৰপৰা অধ্যক্ষ শ্ৰীমতী স্বৰ্ণলতা গগৈ আৰু ১-৮-৮৫ তাৰিখৰ পৰা শ্ৰীৰাজৰাণ সিঙে বিদায় লৈছিল। ১৯৮৮ চনৰ মাৰ্চ্চ মাহৰপৰা বিদ্যালয়খনে ঘাটি মজুৰী লাভ কৰে। ঘাটি মজুৰী পোৱাৰ

পাচতো নিম্নতম আৱশ্যকীয় সংখ্যক শিক্ষকো চৰকাৰে মঞ্জুৰ নকৰাত, কলেজৰ পৰাই শিক্ষকৰ ঘাটি পূৰোৱা হৈছিল। এনেদৰে নিয়োগ কৰা শিক্ষকৰ দৰমহা ৮০০-১০০-১০০০ কৰা হৈছিল।

এই মহাবিদ্যালয়খন প্ৰতিষ্ঠা কৰাত শ্ৰীমতী স্বৰ্ণলতা গগৈ আৰু ৰাজৰূপ সিঙৰ ভূমিকা প্ৰণিধানযোগ্য। মই ব্যক্তিগত ভাবে তেখেতসকল দুয়ো গৰাকীৰ লগতে সকলো প্ৰতিষ্ঠাপক শিক্ষক-শিক্ষয়িত্ৰীলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম যাচিছোঁ। শ্ৰীমতী গগৈৰ প্ৰশাসনীয় দক্ষতাই মোক বহুতখিনি সকাহ দিছিল।

লিখিবলগীয়া কথা নহ'লেও এই মহাবিদ্যালয়খনৰ পাতনিৰ শোচনীয়, পুতৌ লগা অৱস্থাটোৰ বিষয়ে জানিবলৈকে উল্লেখ কৰোঁ যে, আমি ভাৰতীয় তেল নিগমৰ অসম ডিভিজনৰ পৰা মেজ ১খন, ব্লেক বোৰ্ড দুখন আৰু কাঠৰ Portable Partition ৩খন ধাৰলৈ লৈহে প্ৰথম কাম চলাবলগীয়া হৈছিল। ইয়াৰ দ্বাৰাই বুজিব পাৰি যে, সেই সময়ত অতিকৈ আৱশ্যকীয় সামগ্ৰীৰ নিম্নতম চাহিদাকণ পূৰণ কৰিবলৈকে আমাৰ সামৰ্থ্য কিমান আছিল।

ডিগবৈ মহিলা মহাবিদ্যালয়ৰ অৱস্থা সম্যক ভাবে বুজিবলৈ আৰু পাঠকে আমোদ লাভ কৰিবলৈ, প্ৰতিষ্ঠাপক অধ্যক্ষা শ্ৰীমতী স্বৰ্ণলতা গগৈয়ে ৭-১-৯২ তাৰিখে ডিগবৈ মহিলা মহাবিদ্যালয়ৰ নতুনকৈ সাজি উলিওৱা দুমহলীয়া নিজস্ব কলা ভৱনটোৰ উদ্বোধন উৎসৱ উপলক্ষে, প্ৰকাশিত স্মৰণিকালৈ পঠোৱা শুভেচ্ছাবাণী পঢ়িলেই কলেজখনৰ সেই সময়ৰ অৱস্থাৰ কথা, সম্যক ধাৰণা কৰিব পাৰিব। শুভেচ্ছাবাণীৰ অংশ বিশেষৰ উদ্ধৃতি দিয়া হ'ল।

"....................১৯৮১ চনৰপৰা ১৯৮৫ চনলৈকে অশেষ কষ্ট কৰি এই মহাবিদ্যালয়খনিৰ কাম-কাজত ব্যস্ত আছিলোঁ। পৰিচালনা সমিতিৰ সম্পাদক শ্ৰীযুত দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা ডাঙৰীয়াই ৰাতি-দিন কাম কৰি মহাবিদ্যালয়খনিক লালন-পালন কৰি উন্নতিৰ পথত আগুৱাই লৈ গ'ল। তেখেতৰ অক্লান্ত পৰিশ্ৰম, একাগ্ৰতা আৰু অধ্যৱসায়ৰ ফলতেই মহাবিদ্যালয়খনিয়ে আজি এই ৰূপ পাইছে। শ্ৰেণীবোৰ আৰম্ভ হোৱাৰ প্ৰথম দিনটো আজি মনত পৰে। এটি ফৰকাল ৰাতিপুৱা। শ্ৰেণী আৰম্ভ হোৱাৰ সঙ্কেত দিবলৈ আমাক এটা ঘণ্টা লাগে—আমাৰ নাই। এই কথা জনাত শ্ৰীযুত দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাই নিজৰ ঘৰৰ গোসাঁই ঘৰৰ পৰা টিলিঙা এটি আনি বজাবলৈ দিছিলহি। এই ঘণ্টা ধ্বনি নিশ্চয় পৰম পিতা পৰমেশ্বৰৰ কৰ্ণ গোচৰ হৈছিল। তেনেকৈয়ে কিছুদিন গ'ল। পিচতহে ঘণ্টা যোগাৰ হ'ল। ............মনত পৰে প্ৰথম এশ টকা দৰমহাত ২৪ ঘণ্টা কৰ্ত্তব্যত থকা বুঢ়া চকীদাৰ শ্ৰীমন বাহাদুৰ থাপালৈ। এইবিলাক সৰু সৰু মানুহৰ ত্যাগ আৰু মহত্বৰ কথা আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। তেওঁৰ দৰমহা আমিহে অলপ অলপকৈ বঢ়াই দিছিলোঁ—তেওঁ কোনোদিনে দাবী কৰা নাছিল।"

এইখিনিতে উল্লেখ কৰা উচিত হ'ব বুলি ভাবিছোঁ যে, শ্ৰীমতী গগৈয়ে মোৰ প্ৰতি যি প্ৰশংসা বাণী আগবঢ়াইছে, দৰচলতে এই প্ৰশংসা তেখেতৰেই প্ৰাপ্য। কিয়নো চেক্ৰেটৰীৰ কাৰণে মোৰ নামটো তেখেতেই প্ৰস্তাৱ কৰিছিল। মই যেতিয়া এই দায়িত্ব ল'বলৈ খেবো-গেবো কৰিছিলোঁ তেতিয়া তেখেতে একৰকম আদেশৰ সুৰত কৈছিল "যদি কলেজ সঁচাকৈয়ে কৰিব খুজিছে আপুনি চেক্ৰেটৰী হ'বই লাগিব। নহ'লে আজিয়েই কলেজৰ কথা শেষ কৰি দিয়ক। তেখেতৰ মোৰ ওপৰত থকা অটল বিশ্বাসৰ এই কথাষাৰেই মোৰ মনত বিজুলীৰ সঞ্চাৰ কৰিছিল—শক্তি দিছিল। বিশ্বাস ভঙ্গৰ ভয়ত কষ্ট কৰিছিলোঁ আৰু আজিও কৰি আছোঁ। ভগৱানৰ ওচৰত খাটিছোঁ যাতে, গগৈ তথা বাইজে মোৰ ওপৰত স্থাপন কৰা এই বিশ্বাস মই

শেষলৈকে ৰাখিব পাৰোঁ।

## (চ) ভূতৰ ওপৰত দানহ

ভূতৰ ওপৰত দানহৰ নিচিনাকৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ এখন চিঠিয়ে আমাক পেপুৱা লগাইছিল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ১৩-৭-৮১ তাৰিখৰ Memo No. DU/DMM/PREM/COLL/81/3034 অনুসৰি বিশ্ববিদ্যালয়ৰ পঞ্জীয়কে তেখেতৰ ৮-৮-৮১ তাৰিখৰ Du/Admin/AFF/3259 চিঠিৰে কোনো ছাত্ৰী ভৰ্ত্তি কৰিবলৈ মানা কৰি দিছিল আৰু কোনো ছাত্ৰী ভৰ্ত্তি কৰিলে পৰীক্ষা দিয়াৰ অনুমতি নাপাব বুলিও সকীয়াই দিছিল। এই চিঠিয়ে উদ্যোক্তাসকলক বজ্ৰাহত কৰিছিল। যদি সঁচাকৈয়ে তেনে এটা পৰিস্থিতি হয়, তেনেহ'লে আমি ছাত্ৰী আৰু অভিভাৱক সকলৰ আগত মুখ দেখুৱাম কেনেকৈ? অলপো সময় অতিবাহিত নকৰি গভাৰ্ণিং বডিৰ হৈ ডাঃ মহেন্দ্ৰ নাথ গগৈ, শ্ৰীমতী স্বৰ্ণলতা গগৈ আৰু এই লিখকেৰে গঠিত সজাতি দলে বিশ্ববিদ্যালয়ৰ উপচাৰ্য্যদেৱক লগ ধৰি ডিগবৈ মহিলা মহাবিদ্যালয়ক ছাত্ৰী ভৰ্ত্তিৰ অনুমতি দিবৰ কাৰণে যুক্তি ডাঙি ধৰিছিল। বিশ্ব বিদ্যালয়ৰ উক্ত মেমো ভঙ্গ নকৰিও ডিগবৈ মহিলা মহাবিদ্যালয়ক ছাত্ৰী ভৰ্ত্তিৰ অনুমতি দিয়াৰ উপায় এই সজাতি দলে ডাঙি ধৰিছিল। সন্তোষৰ কথা যে, সজাতি দলে আগবঢ়োৱা যুক্তিত উপচাৰ্য্যদেৱ প্ৰত্যয় গৈছিল আৰু কলেজ পৰিদৰ্শকৰ প্ৰতিবেদন সাপেক্ষে অনুমতি দিয়াৰ আশ্বাস দিছিল। ৬-৮-৮২ তাৰিখে পৰিদৰ্শকে পৰিদৰ্শন কৰি আৱশ্যকীয় সকলো ৰেকৰ্ড পত্ৰ, হিচাপ আৰু বেঙ্কত থকা গচ্ছিত পুঁজি চাই সন্তোষ প্ৰকাশ কৰিছিল। ফল স্বৰূপে মহাবিদ্যালয়ে বিশ্ববিদ্যালয়ৰ আৱশ্যকীয় অনুমতি লাভ কৰিছিল। এই বিষয়ত সেই সময়ৰ উপাচাৰ্য্য শ্ৰীশৈলেশ গগৈদেৱ মহাবিদ্যালয়খনৰ জন্ম লগ্নত বৃহস্পতি হৈ ৰহিছিল।

## (ছ) অৰ্থ সংগ্ৰহৰ উপায়

ঘৰৰ কাৰণে পুঁজি, মাহিলি দৰমহা আৰু অন্যান্য খৰচৰ কাৰণে ধন সংগ্ৰহাৰ্থে কেইটা উপায় লোৱা হৈছিল।

১। এটা কথা বৰ গভীৰ ভাবে চিন্তা কৰা হৈছিল। খুজি অনা পইচা শিক্ষক কৰ্ম্মচাৰীৰ দৰমহা আৰু মাহে নিয়মিতভাবে কৰিবলগীয়া খৰচতেই যদি শেষ কৰিবলগীয়া হয় তেনেহ'লে ঘৰ সজা কামটো কেতিয়াও হৈ নুঠিব। সেয়ে সদায় কৰিবলগীয়া মাহিলি খৰচৰ বাবদ যদি ডিগবৈত থকা ভাৰতীয় তেল নিগম, অইল ইণ্ডিয়া আৰু বেঙ্ককে আদি কৰি চৰকাৰী বেচৰকাৰী আৰু স্কুল-কলেজসমূহৰ চাকৰিয়াল সকলৰ প্ৰত্যেকে মাহে গড়ে পাঁচটকামানকৈ অন্ততঃ দুবছৰ মানলৈ দিয়ে তেনেহ'লে আমাৰ এই সমস্যাৰ সহজে সমাধান হয় আৰু তেতিয়া হ'লে আন সংগৃহীত দানেৰে ঘৰ সজাৰ কাম চিন্তা কৰিব পাৰি। সেয়ে সকলো বিভাগৰ প্ৰতিজন কৰ্ম্মচাৰীকে ব্যক্তিগত ভাবে লিখিত আবেদন কৰা হ'ল আৰু তেওঁলোকৰ বৰঙনি সংগ্ৰহ কৰি ৰচিদ দিবৰ কাৰণে প্ৰতি বিভাগৰে এজন-দুজন কৰ্ম্মচাৰীক ভাৰ দিয়া হ'ল। এই ব্যৱস্থাৰে উৎসাহজনক সঁহাৰি পোৱা নগ'ল। পৰিশিষ্টত এনেদৰে পোৱা বৰঙনিৰ আৰু দানৰ তালিকা দিয়া হৈছে। তাৰ পৰাই পাঠকে বেতনভোগী বিষয়া কৰ্ম্মচাৰীসকলৰ দান আৰু ত্যাগৰ পৰিমাণ অনুমান কৰিব পাৰিব। তথাপি তাৰ মাজতো যিসকলে ২।৪ টকা দিছে তেখেতসকলো কিন্তু

আমাৰ শলাগৰ পাত্ৰ।

২। ভ্ৰাম্যমান থিয়েটাৰ আনি আৰু কুপন খেল আদি খেলি, ধন সংগ্ৰহৰ কাৰণে 'ডিগবৈ মহিলা মহাবিদ্যালয় সাহায্য সমিতি' নামেৰে গভাৰ্ণিং বডিৰ লগত সম্বন্ধ নথকাকৈ ৰাজহুৱা ভাবে এখন বেলেগ কমিটি গঠন কৰি দিয়া হ'ল। এই কমিটিৰো সভাপতি মইয়েই আছিলোঁ। কমিটিখনে ৪,৩৬,৭২৪.৪৫ টকা মহাবিদ্যালয়ৰ পূঁজিত জমা দিবলৈ সক্ষম হৈছিল।

## (জ) ঘৰ সজাৰ পৰিকল্পনা আৰু আধাৰশিলা স্থাপন

গভাৰ্ণিং বডিয়ে বহুতো ভবা-চিন্তাৰ মূৰত ঘৰ সাজিবলৈ নিশ্চিত মতত উপনীত হ'ল। চেক্ৰেটৰীয়ে দৃঢ়মত ব্যক্ত কৰিলে যে, এনেদৰে ৰাজহুৱা অনুষ্ঠান কৰিব লাগিলে আগতে পইচা জমা কৰি ঘৰ সাজিব পৰা নহ'ব। ঘৰৰ পৰিকল্পনা কৰি, ঘৰ সজাৰ কাম আৰম্ভ কৰিহে পইচাৰ কথা চিন্তা কৰিব লাগিব। পইচা জমা কৰি ঘৰ নহয়, ঘৰ আৰম্ভ কৰিহে পইচা গোটাব লাগিব। মোৰ এই মতক সকলোৰে সমৰ্থন কৰাত, মই বৰ উৎসাহিত হৈছিলোঁ। "অসম টাইপ" সাধাৰণ ঘৰৰপৰা দুমহলা পকা ঘৰলৈকে চিন্তা কৰা হ'ল। শেষত আৱশ্যকীয় ঠাইৰ দুমহলীয়া ঘৰ এটা সজাৰ ব্যৱস্থা ৰাখি, ভেটি স্থাপনৰ সিদ্ধান্ত লৈ, এজন Architectৰে হতুৱাই ঘৰৰ 'প্লেন' এটা কৰাবলৈ মোৰ ওপৰত ভাৰ দিয়া হ'ল। এনেদৰে ঘৰৰ নক্সা আৰু ড্ৰইং কৰিবলৈ Architectক বৃজন পৰিমাণৰ টকা দিব লাগে বুলি জনাত, মোৰ গা বেজ বেজাই গৈছিল। সেয়ে মই নিজেই প্লেন কৰি নক্সা তৈয়াৰ কৰি গভাৰ্ণিং বডিক দিয়াত নক্সা অনুমোদিত হৈছিল। অসম অইল ডিভিজনৰ শ্ৰীদানীশ ৰঞ্জন চৌধুৰীক মই অনুৰোধ কৰাত অতি আগ্ৰহেৰে বিনা মূলীয়াকৈ নক্সা অনুসৰি ড্ৰইংখন কৰি, ব্লু প্ৰিন্ট কৰাই দিছিল। পিছত জানিব পাৰিছিলোঁ যে, চৌধুৰীক তেওঁৰ সহযোগী শ্ৰীবিক্ৰমাদিত্য বুঢ়াগোহাঁয়ে ড্ৰইং কৰাত সহায় কৰিছিল। তেওঁলোকৰ এই সহায়ক আমি অমূল্য দান হিচাপে গণ্য কৰিছিলোঁ।



শেষত ২-৫-৮৫ তাৰিখে ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনৰ Director-in-charge শ্ৰীকে. কে. মালহোত্ৰাৰ দ্বাৰা, এটা গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশত, ঘৰৰ আধাৰ শিলা স্থাপন কৰা হৈছিল। সঁচাকৈয়ে ভেটি স্থাপনৰ পাচত অলপ ধন আমাৰ হাতলৈ আহিছিল আৰু তাৰে



পৰিকল্পনা অনুসৰি ২৭৭´×৩২´ বৰ্গফুট ভেটিৰ দুমহলীয়া ঘৰটোৰ ১১৫´×৩২´ বৰ্গফুটৰ ভেটিটো উঠাবলৈ সমৰ্থ হৈছিলোঁ।

## (ঝ) বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ

১৯৮৭ চনৰ চেপ্তেম্বৰ মাহত বিশ্ববিদ্যালয়ৰ Academic Councilৰ বৈঠক বহিছিল। পৰিদৰ্শকৰ ৰিপোর্ট ভাল হোৱা স্বত্বেও ডিগবৈ মহিলা মহাবিদ্যালয়ক স্বীকৃতি নিদিলে। কাৰণ আমাৰ ঘৰ নাই বুলি Councilৰ ডিগবৈৰে সদস্যজনে হেনো আপত্তি তুলিছিল। দেখাত নতুন কলেজখনৰ প্ৰতি অন্যায় কৰা যেন লাগিলেও সদস্যজনে কিন্তু (যদি সঁচা হয়) অসত্য কথা কোৱা নাছিল। সঁচাকৈয়ে আমাৰ নিজস্ব ঘৰ নাছিল। কিন্তু প্ৰথম অৱস্থাত আনৰ ঘৰত থাকিও





স্বীকৃতি পোৱা কলেজ আছিল। সেই সময়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়তে M. Phill কৰি থকা আমাৰ কলেজৰ অধ্যাপক শ্ৰীউৎপল শৰ্মাই পূজাৰ ছুটীত আহি অক্টোবৰ মাহৰ ৫ নে ৬ তাৰিখে এই খবৰটো দিলেহি আৰু ক'লে যে, এমাহৰ ভিতৰত ঘৰ কৰি অনুৰোধ জনালে পৰিদৰ্শক আকৌ আহিব। তেখেতৰ প্ৰতিবেদনৰ ভিত্তিত Academic Council এ পৰৱৰ্ত্তী অধিবেশনত স্বীকৃতিৰ কথাটো পুনৰ বিবেচনা কৰিব পাৰে। সেয়ে নহ'লে আৰু কমেও এবছৰলৈ স্বীকৃতি পোৱাৰ কোনো আশা নাই। এই খবৰটোৱে মনলৈ এটা অদম্য সাহস আনি দিলে। কলেজৰ পুঁজিত অলপ টকা আছিল। পূজাৰ ছুটীত কলেজ বন্ধ আছিল। ততাতৈয়াকৈ গভাৰ্ণিং বডি বহুৱাৰ উপায় নাছিল। গভাৰ্ণিং বডিৰ অনুমতি সাপেক্ষে বাঁহ আৰু টিনেৰে ১৫ দিন মানৰ ভিতৰতে ৫' ফুট বাৰান্দা সহ ১২৭'×২৭' বৰ্গফুটৰ বাঁহৰ খুটাৰ ওপৰত টিনৰ চালি আৰু টিনৰ বেৰ দি ঘৰ এটা সাজি উলিয়াই, পূজাৰ ছুটীৰ পাচতেই তেল নিগমৰ ঘৰ এৰি দি, মাটিৰ ভেটিৰ ওপৰত টিনৰ চালিৰ তলতে শ্ৰেণীসমূহ বহুৱাই দিয়া হ'ল। পাচত গভাৰ্ণিং বডিয়েও মোৰ এই কামত অকুণ্ঠ সমৰ্থন জনাই ধন্যবাদ দিছিল।

এনে অৱস্থাত পঢ়িবলৈ আৰু পঢ়ুৱাবলৈ শিক্ষক ছাত্ৰীসকলে আমনি বোধ কৰিব বুলি মোৰ মনত কিন্তু বৰ শংকা উপজিছিল। কিন্তু তেওঁলোকে দেখুৱা কামে-কাজে আমাক উৎসাহিত হে কৰিছিল। মই নিজে এদিন ছাত্ৰী কেইজনীমানক সুধিছিলোঁ—'তোমালোকে চাগে, ইয়াত বৰ বেয়া পাইছা।' উত্তৰ—'অকনো বেয়া পোৱা নাই'। মই পুনৰ সুধিলোঁ—'তলত কেচুমতাৰে ভৰি থকা মাটিৰ ভেটি, ওপৰত আৰু চাৰিওকাষে টিনৰ চালি আৰু বেৰ, আটাল (চিলিং) নাই, কোনো বিজুলী পাংখা নাই, পকা ঘৰ এৰি আহি ইয়াত কিয় ভাল পাইছা?" ছাত্ৰীসকলে ক'লে—'এয়া আমাৰ নিজৰ ঘৰ, সেৱা আছিল পৰৰ ঘৰ।" ছাত্ৰীসকলৰ এই উত্তৰত মই বৰ অভিভূত হৈ পৰিছিলোঁ। মই মনতে ভাবিছিলোঁ ছাত্ৰীসকলৰ এই আন্তৰিকতাত আৰু আত্ম নিৰ্ভৰশীলতাত ভগবান নিশ্চয় সন্তুষ্ট হৈছে। সেয়ে মহিলা মহাবিদ্যালয় এখন সুন্দৰ কলেজ হ'ব আৰু অচিৰে পৰিকল্পিত পকা ঘৰো হ'ব।

টিনৰ চালিলৈ অহাৰ কেইদিনমানৰ পাচতে পৰিদৰ্শক আহিল। ইমান ততাতৈয়াকৈ এমাহৰ ভিতৰতে নিজৰ ভেটিলৈ অহাত তেখেতে সন্তোষ প্ৰকাশ কৰিলে, লগতে মিচিকিয়া হাঁহিৰে 'জোক' কৰি ক'লে—'ইমান সুন্দৰ স্থায়ী ঘৰ এটাৰে জানো স্বীকৃতি দিয়া উচিত হ'ব?' মইও হাঁহি হাঁহি ক'লোঁ—'আমাৰ জীৱনবোৰেই অস্থায়ী। এবক, আপোনাৰ চাকৰিটোৱেই জানো প্ৰথমে অস্থায়ী আছিল? অস্থায়ীবোৰবা স্থায়ী হয়। ঘৰো এদিন স্থায়ী হ'ব।' পৰিদৰ্শক আছিল

শ্ৰীবিমল চন্দ্ৰ গগৈ, ডিগবৈ কলেজৰ প্ৰাক্তন ইংৰাজী বিভাগৰ অধ্যাপক। এটা সময়ত একেটা পৰিয়ালৰ মানুহেই আছিলোঁ, গতিকে যেমালিৰ সুৰত কথাবোৰ ক'ব পাৰিছিলোঁ। বৰ্ত্তমান তেখেত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ১৮-১১-৮৭ তাৰিখৰ Memo No. DU/Admn/AFF/DMM/1/87/1030 নং চিঠি যোগে ডিগবৈ মহিলা মহাবিদ্যালয়ক স্বীকৃতি (Affiliation) দিলে। ইয়াৰ পাচত চৰকাৰে ১৯-১-৮৮ তাৰিখৰ Memo No. 123/85/Rt—1/48A নং চিঠিৰে বিশ্ববিদ্যালয়ৰ স্বীকৃতিত অনুমোদন জনালে। ডিগবৈ মহিলা মহাবিদ্যালয়ৰ স্থায়িত্বৰ বিষয়ে বিভ্ৰান্তকাৰী সকলৰ অপ প্ৰচাৰ বন্ধ হ'ল। জনসাধাৰণৰ মনৰপৰা সন্দেহ চিৰদিনৰ কাৰণে আঁতৰিল। ডিগবৈ মহিলা মহাবিদ্যালয় গজ-গজীয়া হৈ ৰহিল।

ইতিমধ্যে চৰকাৰেও ৩-৮-৮৪ তাৰিখৰ PWR 58/83/29 নং চিঠিৰে ২৫ হাজাৰ টকাৰ এক কালীন অনুদান এটা আগবঢ়াইছিল। এই অনুদানে আমাৰ মনৰ জোৰ বঢ়াইছিল।

## (এঃ) ঠিকাদাৰ হৈছিলোঁ—লাভো কৰিছিলোঁ

অসম অইল ডিভিজনৰ ৰিফাইনাৰীৰ পৰিবৰ বঢ়াবৰ কাৰণে কিছুমান মানুহ থকা লাইন (বেৰেক) আৰু কেইটামান বঙলা ঠিকাদাৰ লগাই ভঙাইছিল। ঘৰ ভাঙি তাৰ টিনপাত আৰু কেচি বাতামৰ লো কোম্পানীক দি বাকী ইটা কাঠ আদি যি পায়, ঠিকাদাৰৰ আছিল। তদুপৰি ভঙাৰ বাবদ হাজাৰৰ লেখত কিবা এটা টকাও পাইছিল। এনেকৈ কেইবাটাও লাইন আৰু বঙলা ভঙাৰ পাচত, মই কথাটো গম পাই, বাকী থকা কেইটামান লাইন আৰু বঙলা ভঙাৰ ঠিকা মহিলা মহাবিদ্যালয়ক দিবলৈ অনুৰোধ কৰিলোঁ। মই কৈছিলোঁ—'ভঙাৰ কাৰণে আমাক একো দিব নালাগে, আমিও কোম্পানীক একো নিদিওঁ। লাভ-লোকচান আমাৰ।' আমাৰ অনুৰোধ ৰক্ষা কৰি ৪টা লাইন আৰু এটা বঙলা আমাক দিছিল। কোম্পানীৰ পঞ্জীভুক্ত ঠিকাদাৰ সকল অসন্তুষ্ট হ'ব বুলি আৰু বেছি ঘৰ আমাক নিদিলে। এই ঠিকাত আমি যথেষ্ট লাভ কৰিছিলোঁ। খৰচ পৰিছিল (ভাঙি বস্তুবোৰ আনি কলেজ পোৱালৈকে) ৭২ হাজাৰ টকা। বস্তু পাইছিলোঁ প্ৰায় (নতুনৰ দামত) তিনিলাখ টকা। ইটাবোৰ আছিল লিডুৰ এ. আৰ. এণ্ড টি কোম্পানীৰ Machanised ইটা। টিনপাত আৰু কেচি বাতামৰ লোবোৰ (Angle iron) তাহানি বৃটেইনত কৰা—আজি আমাৰ নতুনে যেন মাৰিব নোৱাৰে। বহুত কাঠো ওলাইছিল। এই কামৰ খবৰ দিয়া মানুহজন আছিল আমাৰ ঠিকাদাৰ অৰুণ দেবনাথ। ভঙা-মেলাৰ কামো তেওঁয়েই কৰাইছিল। তাৰ কাৰণে বিশেষ পাৰিশ্ৰমিক একো পোৱা নাছিল। ভগবানে তেওঁৰ মঙ্গল কৰক—এয়ে প্ৰাৰ্থনা।

সঁচাকৈয়ে ভগবানৰ অসীম কৃপা। এই বস্তুবোৰ পোৱাৰ পাচত ঘৰৰ কাম দ্ৰুতৰ গতিৰে আগবাঢ়িব ধৰিলে। কিছুদিনৰ ভিতৰতে পূৰ্ব্বতে আৰম্ভ কৰা ১১৫´×৩২´ বৰ্গফুটৰ ঘৰটোৰ দুয়ো মহলাতে শ্ৰেণী বহুৱাব পৰা হ'ল। লগে লগে টিনৰ চালি ভাঙি, তাৰ ঠাইত সাজি উলিওৱা দুমহলীয়া ঘৰৰ লগতে লগ লগাই, বাকী পূৰ্ব্ব আঁচনি অনুসৰি, একেধৰণৰ দুমহলীয়া কৰি, আন অংশটোও সম্পূৰ্ণ কৰি, এটা ঘৰ কৰা হ'ল। পাচতে তোৰণ আৰু পাঠাগাৰ সহ সম্পূৰ্ণ ঘৰটো হৈ উঠিল। এই ঘৰত সংযোজন কৰা হৈছে প্ৰশাসনীয় বিভাগ, কলা বিভাগ, গ্ৰন্থাগাৰ আৰু পাঠাগাৰ। লগতে এখন সুন্দৰ তোৰণ সহ ৫২´×২৪´ আয়তনৰ এটা Porch, সন্মুখত তোৰণৰ

দুয়োকাষে অসমৰ দুজন আন্তৰ্জাতিক খ্যাতি সম্পন্ন বিদগ্ধ পণ্ডিত আনন্দ ৰাম বৰুৱা আৰু কৃষ্ণ কান্ত সন্দিকৈৰ পূৰ্ণাঙ্গ ছবি দুখন ৰখাৰ ব্যৱস্থা কৰা হৈছে। এই ছবি দুখন আঁকিছে অসমৰ খ্যাতনামা চিত্ৰ শিল্পী, নগাওঁৰ শ্ৰীপ্ৰণৱ বৰুৱাই। এই ব্যৱস্থাৰে ইয়াকেই আশা কৰা হৈছে যে, এই প্ৰাতঃ স্মৰণীয় পণ্ডিত দুগৰাকীৰ অধ্যয়নপুষ্ট, জ্ঞান পিপাসু আত্মাই, আমাৰ ছাত্ৰী আৰু অধ্যাপক সকলক প্ৰেৰণা যোগাই থাকিব। বেলেগ প্ৰেক্ষাগৃহ হৈ নুঠালৈকে গ্ৰন্থাগাৰটোকেই এতিয়া প্ৰেক্ষাগৃহ হিচাপে ব্যৱহাৰ কৰা হৈছে। পাঠাগাৰটোক বৰ্ত্তমান গ্ৰন্থাগাৰ কৰা হৈছে। একো অসুবিধা হোৱা নাই। মঞ্চৰ সমুখৰ পৰ্দ্দাখন (Screen) দান দিছে ডিগবৈ ষ্টোৰচ্ আৰু ৰাম প্ৰকাশ টেইলৰিঙে।

ঘৰটো দুয়ো মহলা মিলি আয়তন হৈছে ৮৭৬৮×২=১৭৫৩৬ বৰ্গফুট। ঘৰ আৰু তোৰণৰ সম্পূৰ্ণ পৰিকল্পনা Architectক পইচা দিয়াৰ ভয়ত মোৰ অনভিজ্ঞ ক্ষুদ্ৰ মগজুৰেই কৰিছিলোঁ।

ঘৰটোৰ ড্ৰইং কৰাইছিলোঁ কিন্তু তোৰণৰ ড্ৰইং কৰোৱা নহ'ল। সজাৰ সময়ত মই নিজে উপস্থিত থাকি, মুখে মুখে ক'ত কি হ'ব লাগে কৈ আছিলোঁ আৰু ঠিকাদাৰ অৰুণে নিজৰ বুদ্ধি আৰু কাৰিকৰী জ্ঞানেৰে সাজি গৈছিল। অৰুণৰ কাৰিকৰী জ্ঞান আৰু কৌশল নহ'লে মোৰ পৰিকল্পনা বাস্তৱত ৰূপায়িত নহ'লহেতেন।

## (ট) নিয়মীয়া শিক্ষক আৰু অধ্যক্ষ নিয়োগ

লাহে লাহে নিয়মীয়া শিক্ষক আৰু অধ্যক্ষ নিয়োগৰ কথা চিন্তা কৰা হ'ল। ৯-১২-৮৪ তাৰিখে গভাৰ্ণিং বডিয়ে প্ৰতি স্থায়ী শিক্ষকৰ মাহে ৫০০ টকা আৰু অধ্যক্ষৰ মাহে ১০০০ টকা ধাৰ্য্য কৰি, মুঠতে দৰমহাৰ বাবদ মাহে ৯৮২০ টকা খৰচ মঞ্জুৰ কৰিছিল। ১৬ জন শিক্ষকক নিয়মীয়া নিযুক্তি দিয়া হ'ল। অধ্যক্ষ পদৰ কাৰণে প্ৰাৰ্থী নোহোৱাৰ কাৰণে, অস্থায়ী অধ্যক্ষা শ্ৰীমতী গগৈক আৰু কিছুদিন তেখেতৰ দায়িত্ব পালন কৰিবলৈ অনুৰোধ কৰা হ'ল। বিশ্ববিদ্যালয়ৰ স্বীকৃতি পাবলৈ হ'লে অধ্যক্ষজন অন্ততঃ ১০ বছৰ কাল কলেজত অধ্যাপনা কৰা বা ৫ বছৰ কাম কৰা Ph.D. ডিগ্ৰী থকা হ'ব লাগে। মই ডিগবৈ কলেজৰ কেইবাগৰাকীও অধ্যাপকৰ কাণ চোৱাইছিলোঁ। তেখেতসকলে আৰ্থিক ক্ষতিলৈ চাই আহিবলৈ নিবিচাৰিলে। বহুত খা-খবৰ কৰিও লাভ নহ'ল। বাতৰি কাকতত জাননী দিও প্ৰাৰ্থী নাপালোঁ। শেষত অধ্যক্ষা গগৈয়ে মোক মানুহ এজন দেখুৱাই দিলে। তেখেতে ক'লে 'ডিগবৈ কলেজৰ প্ৰাক্তন অধ্যাপক কান্তেশ্বৰ ডেকা Ph.D. ডিগ্ৰীসহ ৫ বছৰ শিক্ষকতা কৰাৰ অভিজ্ঞতা থকা ব্যক্তি। তেওঁ এতিয়া কোনো কাম নকৰি তিনিচুকীয়াৰ নিজৰ ঘৰত বহি আছে। আপুনিও তাহানিৰপৰাই তেওঁক জানে। পাৰিলে তেওঁক আনক। লাগিলে মোৰ কথাও ক'ব।' মই তিনিচুকীয়ালৈ গৈ, ডেকাক লগ ধৰি, আলোচনা কৰিলোঁ। ভাবি চিন্তি ডেকা প্ৰাৰ্থী হ'ল। ডেকাৰখনেই একমাত্ৰ আবেদন আছিল। নিয়োগ কমিটিৰ পৰামৰ্শ অনুসৰি ড০ কান্তেশ্বৰ ডেকাক অধ্যক্ষ পদত মকৰল কৰা হ'ল। তেখেতে ১৭-৩-৮৫ তাৰিখে কাৰ্য্যভাৰ গ্ৰহণ কৰিলে। দৰমহা ধাৰ্য্য হ'ল মাহে ১২০০ টকা। এনেদৰে স্থায়ী শিক্ষকৰ আৰু অধ্যক্ষৰ সমস্যা সমাধান হ'ল।

## (ঠ) অন্যান্য সহায়

ঘৰ সজাৰ কাম হাতত লৈ ধনৰ নাটনি হোৱাত আমি কিছু চিন্তাযুক্ত হৈ পৰাৰ সময়তে

ডা০ মহেন্দ্ৰ নাথ গগৈৰ চেষ্টাত, মাৰ্ঘেৰিটা আৰু নামদাং টি. কোম্পানীয়ে পঞ্চাশ হাজাৰকৈ মুঠ এক লাখ টকা আৰু ইণ্ডিয়া মেডিকেল এচোচিয়েচনৰ ডিগবৈ শাখাই ১০,০০০.০০ টকা দান দিয়াত, আমাৰ জিভালৈ কিছু পানী আহিছিল। ইয়াৰ পিচতে ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনে নগদ এক কালীন পাঁচ লাখ টকা আৰু এক লাখ পঞ্চাশ হাজাৰমান টকাৰ বয়বস্তু দি সহায় কৰিছিল। ইয়াৰ উপৰিও বিশ্ববিদ্যালয়ৰ স্থায়ী স্বীকৃতি পাবৰ কাৰণে, নগৰৰ কলেজ এখনৰ আৱশ্যক অন্ততঃ ১৫ বিঘা মাটিৰ অভাৱ পূৰ কৰি, অসম অইল ডিভিজনে আৰু ৯ বিঘা মাটি আগৰ ৬ বিঘাৰ লগতে কলেজক দি, যি মহৎ উপকাৰ সাধিলে, তাৰ কাৰণে ডিগবৈ মহিলা মহাবিদ্যালয়ে ভাৰতীয় তেল নিগমৰ ওচৰত সদায় ঋণী হৈ থাকিব। এই মাটিৰ কাৰণে শ্ৰীজয়ন্ত ভূঞাদেৱৰ সহায় আৰু তৎপৰতা বিশেষ উল্লেখযোগ্য।

কলেজৰ পানীৰ স্থায়ী সমাধানৰ কাৰণে শ্ৰীহৰেন্দ্ৰ নাথ হাজৰিকাদেৱে কলেজৰ নিজৰ পানী যোগানৰ স্থায়ী ব্যৱস্থা কৰণৰ পৰামৰ্শ দি, তেখেতেই আঁচনিখন যুগুতাই দিছিল। তেখেতৰ পৰামৰ্শক্ৰমেই তেল নিগমে আঁচনিখন কাৰ্য্যকৰী কৰি দিছিল।

নাৰায়ণ চন্দ্ৰ বৰপূজাৰী আৰু অধ্যাপক সমৰেন্দ্ৰ ভাগৱতীয়ে ১৯৮১-৮২, ১৯৮২-৮৩ আৰু ১৯৮৩-৮৪ চনৰ হিচাপ বিনা পাৰিশ্ৰমিকে পৰীক্ষা কৰি দিছিল। শ্ৰীপুষ্পধৰ শৰ্ম্মাই ১৯৮৪-৮৫, ১৯৮৫-৮৬ আৰু ১৯৮৬-৮৭ চনৰ হিচাপ পৰীক্ষা কৰি দিছিল। তেখেতক আমি বছৰি এশ টকাকৈ মাননি দিছিলোঁ। তেখেতে পুনৰায় সেই টকা কলেজকে দান দিছিল। দাতাসকলক আয়কৰৰপৰা ৰেহাই দিবৰ কাৰণে ১৯৬১ চনৰ ইনকমটেক্স এক্টৰ 12A(B) ধাৰা অনুযায়ী চাৰ্টাৰ্ড একাউণ্টেণ্টে কৰিবলগীয়া হিচাপ পৰীক্ষা ১৯৮৪ চনলৈকে বিনমূলীয়াকৈ কৰি দিছিল অসম অইল ডিভিজনৰ অভিজ্ঞ জ্যেষ্ঠ চাৰ্টাৰ্ড একাউণ্টেণ্ট শ্ৰীএইচ. কে. দত্তই। তেখেতসকল সকলোটি আমাৰ নমস্য। ইয়াৰ পাচত নিয়মমতে পাবলগীয়া পাৰিশ্ৰমিকৰ বিনিময়ত ৰেহাই হাৰত মাননি লৈ, চাৰ্টাৰ্ড একাউণ্টেণ্টৰ দায়িত্ব বহন কৰি আহিছে তিনিচুকীয়াৰ অজয় পাল এণ্ড এচোচিয়েটে। তেখতসকলো বিশেষ শলাগৰ পাত্ৰ।

১৯৮৫ চনত অসম তেল সংমণ্ডলৰ ডেপুটী জেনেৰেল মেনেজাৰ শ্ৰীৰঞ্জিত কুমাৰ দত্তক সভাপতি হিচাপে লৈ, পৰিচালনা সমিতিখন পুনৰ গঠন কৰা হৈছিল। সম্পাদক মইয়েই আছিলোঁ।

২-৭-৮৯ তাৰিখে অসম উচ্চতৰ মাধ্যমিক শিক্ষা বোৰ্ডৰ পৰামৰ্শ অনুযায়ী তলত দিয়া ধৰণে কমিটিখন পুনৰগঠিত কৰা হয়।

সভাপতি—শ্ৰীৰঞ্জিত কুমাৰ দত্ত, উপ-সভাপতি—ডা০ দয়ানন্দ দুৱৰা, সম্পাদক—শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা; যুটীয়া সম্পাদক—ড০ কামেশ্বৰ ডেকা (অধ্যক্ষ), ধনভড়ালী—এ. খায়েৰ। সদস্যসকল—বোৱা কমিটিৰ পৰা—ডা০ মহেন্দ্ৰ নাথ গগৈ, শ্ৰীমতী স্বৰ্ণলতা গগৈ, শ্ৰীৰাজকাপ সিং, শ্ৰীৰামেশ্বৰ ধানোৱাৰ, এম. এল. এ., শ্ৰীনাৰায়ণ চন্দ্ৰ গগৈ, শ্ৰীবি. চি. গোস্বামী।

অভিভাৱকৰ পৰা—শ্ৰীমনিক চন্দ্ৰ হাজৰিকা, শ্ৰীচিট প্ৰসাদ মোহিয়া, শ্ৰীশিৱ প্ৰসাদ গোস্বামী।

শিক্ষক প্ৰতিনিধি—শ্ৰীনকুল চন্দ্ৰ গগৈ, শ্ৰীমতী সুৰমা দে।

দাতা প্ৰতিনিধি—অসম তেল সংমণ্ডলৰ পৰা—শ্ৰীটি. শইকীয়া, মাৰ্ঘেৰিটা নামদাং টি. কোম্পানীৰ পৰা—শ্ৰীজয়ন্ত বৰুৱা।

উচ্চ মাধ্যমিক শিক্ষাবোৰ্ডৰ প্ৰতিনিধি—ড০ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা, শ্ৰীনিৰ্ম্মল চৌধুৰী, শ্ৰীমতী চৈয়দা মাজনী আহমেদ ৰহমান, শ্ৰীডম্বৰুধৰ গঁগৈ।

অসম অইল ডিভিজনৰ জেনেৰেল মেনেজাৰলৈ পদোন্নতি হোৱাত শ্ৰীৰঞ্জিত কুমাৰ দত্তই সভাপতি পদৰ পৰা অৱসৰ লোৱাৰ কাৰণে গভাৰ্ণিং বডিৰ সৰ্ব্ব সন্মত সিদ্ধান্ত ক্ৰমে শ্ৰীমতী জুলি দত্তই সভানেত্ৰীৰ দায়িত্বভাৰ গ্ৰহণ কৰে। চৰকাৰৰ ১।২।৮৯ তাৰিখৰ G (A) RC. 21/88/23 নং চিঠি যোগে ১৯৮৮ চনৰ মাৰ্চ্চ মাহৰ পৰা কলেজে ঘাটি মঞ্জুৰী পোৱাত চৰকাৰী নিয়ম অনুসৰি চলিত গভাৰ্ণিং বডি ভঙ্গ কৰি ২১।৯।৮৯ তাৰিখৰ G(A) GB/1/89/110 নং চিঠি যোগে অসম চৰকাৰৰ শিক্ষা সঞ্চালকে নিম্ন লিখিত ব্যক্তিসকলক মনোনীত কৰি নতুন গভাৰ্ণিং বডি কৰি দিয়ে।

সভাপতি—শ্ৰীমতী জুলী দত্ত, পদেন সম্পাদক—ড০ কান্তেশ্বৰ ডেকা, অধ্যক্ষ, সদস্যসকল—শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা, শ্ৰীপাৰ্থ সৰথি দাস, ডা০ বি. পি. শৰ্ম্মা, চৈয়দা মাজনী আহমেদ ৰহমান।

শিক্ষক প্ৰতিনিধি (এবছৰৰ কাৰণে) শ্ৰীনকুল গঁগৈ, শ্ৰীমতী সুৰমা দে।

বৰ্ত্তমান শিক্ষক প্ৰতিনিধি —শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্ম্মা, শ্ৰীমতী ইভা কোৰ্বঁৰ।

দাতা প্ৰতিনিধি—অসম তেল সংমণ্ডলৰ পি. এল. বৰুৱা।

মাৰঘেৰিটা নামদাং টি. কোম্পানীৰ পৰা—ডা০ মহেন্দ্ৰ নাথ গগৈ। কমিটিৰ দ্বাৰা মনোনীত শ্ৰীমানিক চন্দ্ৰ হাজৰিকা শ্ৰীটি. এন. বৰুৱা।



শ্ৰীৰঞ্জিত কুমাৰ দত্তই সভাপতিৰ পদত্যাগ কৰাৰ পাচত তেওঁ নিজে আৰু অধ্যক্ষ ড০



কান্তেশ্বৰ ডেকাই মোক সভাপতি হোৱাৰ কাৰণে হেঁচা দিছিল। মই বহু কথা চিন্তা কৰি, নিজে সভাপতি হ'বলৈ অস্বীকাৰ কৰি, শ্ৰীমতী জুলি দত্তক সেই দায়িত্বভাৰ দিবৰ কাৰণে যুক্তি ডাঙি ধৰিছিলোঁ। শ্ৰীদত্ত আৰু ড০ ডেকাই মোৰ কথা মানি লোৱাত, মই বৰ সুখী হৈছিলোঁ।#

শ্ৰীৰঞ্জিত কুমাৰ দত্তক এই মহিলা মহাবিদ্যালয়খনৰ বাজহাড় বুলি ক'লে অত্যুক্তি কৰা নহ'ব। তেওঁৰ নিষ্ঠা, ঐকান্তিক কাৰ্য্যকৰী সহযোগিতা আৰু আৱশ্যকীয় পৰামৰ্শ নোপোৱাহেতেন মহাবিদ্যালয়খনৰ নিৰ্ম্মাণ কাৰ্য্য মন্থৰ গতিত হ'লহেতেন আৰু ইমান সোনকালে ই সম্পূৰ্ণ নহ'লহেতেন। ভগবানৰ ওচৰত তেওঁৰ সৰ্ব্বাঙ্গীণ মঙ্গল আৰু উত্তৰোত্তৰ উন্নতি কামনা কৰিছোঁ।



দাতাসকলৰ উদাৰ বদান্যতা আৰু অনুষ্ঠানটিৰ প্ৰতি থকা অটল বিশ্বাসৰ কাৰণেই তুলনামূলক ভাবে অতি কম সময়ৰ ভিতৰতে ই আজিৰ অৱস্থা প্ৰাপ্ত হৈছে। তেখেতসকলৰ নাম আৰু মুঠ দানৰ পৰিমাণ বেলেগে প্ৰকাশ কৰা হ'ল। (পৰিশিষ্ট দ্ৰষ্টব্য)



মুখ্যমন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়াই ৭।১।৯২ তাৰিখে ভৱনটো উদ্বোধন কৰিছিল। এই উদ্বোধনী সভাতেই আনুষ্ঠানিক ভাবে বৃদ্ধ, অৱসৰ প্ৰাপ্ত চৌকিদাৰ মনবাহাদুৰ থাপাক তেওঁৰ সততা, কৰ্ত্তব্য পৰায়ণতা আৰু তেওঁ আগবঢ়োৱা অকৃত্ৰিম সেৱাৰ স্বীকৃতি দি কলেজৰপৰা এখন এৰি চাদৰ মুখ্যমন্ত্ৰীৰ হতুৱাই দি সন্মান জনোৱা হৈছিল। থাপাৰ কৰ্ত্তব্য



পৰায়ণতা আৰু নিষ্ঠাৰে কৰা সেৱাৰ বিৱৰণ শুনি সেই সভাতেই তেতিয়াই মুখ্যমন্ত্রী শইকীয়াই তেখেতৰপৰা নগদ পাঁচ হাজাৰ টকা মনবাহাদুৰক দি উচ্চ প্রশংসা কৰিছিল। সিদিনাখন মনবাহাদুৰে সমাজ-বিদ্যমানে কৃত কাৰ্য্যৰ এনে সম্মানজনক স্বীকৃতি পোৱাত ডিগবৈ মহিলা মহাবিদ্যালয়ৰ সমূহ শিক্ষক-কৰ্ম্মচাৰী, ছাত্রী আৰু গভার্ণিং বডিৰ সদস্যসকলে তেওঁৰ গৌৰৱেৰে গৌৰৱান্বিত হৈছিল। সমজুৱাই ধন্য বুলি হাত চাপৰি দিছিল। আজি মনবাহাদুৰ নাই যদিও তেওঁৰ স্মৃতি আমাৰ অন্তৰত সজীৱ হৈ আছে।

ভৱিষ্যতলৈ ডিগবৈ মহিলা মহাবিদ্যালয়ৰ সম্প্রসাৰণৰ কাৰণে এখন সু-পৰিকল্পিত 'মাষ্টাৰ প্লেন' কৰি থোৱা হৈছে। এই প্লেন অনুসৰি বৰ্ত্তমানে কলা বিভাগ, প্রশাসনীয় বিভাগ, গ্রন্থাগাৰ, পাঠাগাৰ সামৰি ১ নং ব্লক সম্পূর্ণ কৰা হৈছে। বিজ্ঞান বিভাগ, প্রেক্ষাগৃহ, ছাত্রীবাস, কাৰিকৰী বিষয়ৰ প্রশিক্ষণ বিভাগ, শিক্ষক-কৰ্ম্মচাৰীৰ আবাস গৃহ আৰু উপযুক্ত খেলপথাৰ এখন কৰাৰ পৰিকল্পনাৰে 'মাষ্টাৰ প্লেন' কৰি, ব্লু প্রিন্ট কৰি থোৱা হৈছে। সময়ৰ পৰিবৰ্ত্তনৰ লগত এই প্লেনবো পৰিবৰ্ত্তন হ'ব পাৰে। ওপৰত উল্লেখিত ভৱিষ্যতে হ'বলগীয়া বাকী ঘৰবোৰৰ প্লেন, ডিজাইন আৰু নক্সা মই কৰিছোঁ। ড্রইং কৰি ব্লু প্রিন্ট কৰি দিছে শ্রীমান বিক্রমাদিত্য বুঢ়াগোহাঁয়ে। ঘৰ সাজোঁতে সংগ্রহ কৰিবলগীয়া বস্তু-বাহানি আৰু খৰচৰ হিচাপ উলিয়াই দিছে বা থৈছে শ্রীমান সুভাষ চক্রবর্ত্তীয়ে। তদুপৰি তেওঁ ঘৰৰ নিৰ্ম্মাণ কাৰ্য্য মাজে সময়ে নিৰীক্ষণ কৰি, ভুলবোৰ দেখুৱাই দিছে। লগতে ঠিকাদাৰৰ বিল সমূহো তন্ন তন্নকৈ পৰীক্ষা কৰি দি, আমাক সহায় কৰি আহিছে। শ্রীমান বুঢ়াগোহাঁই আৰু চক্রবর্ত্তীক আমি, বিশেষকৈ মই, হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দিছোঁ।



বৰ্ত্তমানে প্রেক্ষাগৃহ, ছাত্রীসকলৰ জিৰণি কোঠা, কেন্টিন, গুডামঘৰ, সামৰি মুঠ ১৩০২৪ বর্গফুট আৰু লগতে ২৩৬০ বর্গফুটৰ চাইকেল ষ্টেণ্ড সৈতে, 'Auditorium Complex' সাজিবলৈ লোৱা হৈছে। ইঞ্জিনিয়াৰ সকলৰ মতে, খৰচ পৰিব ৩২ লাখ। ইতিমধ্যে [illegible]

পুৰণি পাইপ লৈ ঘৰৰ কাম আৰম্ভ কৰা হৈছে। প্ৰায় ৬ লাখ মান টকাৰ কাম সম্পূৰ্ণ কৰা হৈছে। আৰু আগবাঢ়িবলৈ টকা নাই। হতাশ হোৱা নাই। বিশ্বাস ৰাখিছোঁ ভগবানে দিব। কিয়নো ইয়াত সমাজৰ মঙ্গল নিহিত আছে। আনন্দ পাইছোঁ যে, সম্ভৱ হ'লে অসম তেল সংমণ্ডলৰ প্ৰশাসনৰো সহায় কৰাৰ মন আছে। কেনেকৈ হ'ব নাজানোঁ, কিন্তু মই নিশ্চিত যে এই কাম সম্পূৰ্ণ হ'ব। প্ৰস্তাৱিত বিজ্ঞান ভৱনৰ ড্ৰইং আৰু ব্লু প্ৰিণ্ট কৰি, বস্তু বাহানি সহ খৰচৰ বিতং হিচাপ উলিয়াবলৈ দিয়া হৈছে। মোৰ জীৱন কালত হয়তো এইবোৰ সম্পূৰ্ণ নহ'ব কিন্তু এদিন কোনোবাই কৰিব। পইচা খৰচৰ ভয়ত ইয়ালৈ নক্সা মই কৰিছোঁ। কোম্পানীৰ ড্ৰইং অফিচৰ শ্ৰীডি. আৰু আৰু শ্ৰীবিক্ৰমাদিত্য বুঢ়াগোহাঁইয়ে ড্ৰইং কৰি, ব্লু প্ৰিণ্ট কৰি দিছে। তেওঁক শতকৌটি ধন্যবাদ।

সাহায্য কমিটিৰ কৃতকাৰ্য্যতাৰ গৌৰৱৰ অংশ শ্ৰীযতীন মহন্ত, শ্ৰীডি. আৰ. মোদক, শ্ৰীএইচ. এল. দাস, পুৰুষোত্তম দাস তালুকদাৰ, এচ. কে. চাটাৰ্জ্জী, বিচু ভট্টাচাৰ্য্য, ডিম্বেশ্বৰ কোৱঁৰ আদি বিষয়াবৰ্গৰ প্ৰাপ্য। অন্যান্য উন্নয়নৰ কামত পি. এল. বৰুৱা, হৰেন্দ্ৰ নাথ হাজৰিকা আৰু তৰুণ শৰ্ম্মাৰ সহযোগ আৰু পৰামৰ্শ মনত ৰাখিবলগীয়া।

## (ড) ছাত্ৰীবাস

ছাত্ৰীবাস এটাৰ কাৰণে বৰ হেঁচা পৰিছিল। সেয়ে ছাত্ৰীবাস এটা সজাবৰ কাৰণে ড্ৰইং কৰি ব্লু প্ৰিণ্ট কৰি থোৱা আছে। কিন্তু বৰ্ত্তমান অৱস্থাত কলেজে তেনে এটা ব্যয় বহুল কাম হাতত লোৱা অসম্ভৱ। ছাত্ৰীবাসৰ কথা চিন্তা কৰি থাকোঁতে, হঠাতে চকুত পৰিল যে কলেজৰ নাতি দূৰত, নিউ চেটেলমেণ্ট এৰিয়াত, অসম অইল ডিভিজনৰ চাকৰিয়ালৰ কোৱাৰ্টাৰৰ ৭টা লাইন বা 'বেৰেক' খালী হৈ পৰি থকাত, সুযোগ পাই সুযোগ সন্ধানী সকলে তাৰ দুৱাৰ খিড়িকী আৰু কাঠবোৰ নিয়াৰ উপৰিও, ক্ৰমান্বয়ে পকা বোৰবোৰ ভাঙি ইটাবোৰ একৰাই নিব ধৰিছিল। মাজে মধ্যে ২।৪ খন চালৰ টিনো নোহোৱা হৈছিল। সেই ঘৰবোৰ অদূৰ ভৱিষ্যতে কোম্পানীৰ কিবা কামত লগোৱাৰ কোনো আঁচনি নাছিল। মই কোম্পানীৰ যাবছু হলোঁ। মই ঘৰবোৰ আৱশ্যকীয় মেৰামতি কৰি ছাত্ৰীবাসৰ কাৰণে মহিলা মহাবিদ্যালয়ক দিবৰ কাৰণে অনুৰোধ কৰিলোঁ। অনুৰোধ ৰক্ষা কৰি ঘৰবোৰ মেৰামতি কৰি, অস্থায়ীভাবে ছাত্ৰীবাসৰ কাৰণে কলেজক দিবলৈ সম্মত হ'ল। কিন্তু তিনিটা বেৰেক মেৰামতি কৰোঁতেই কোম্পানীৰ লাখৰ ওপৰত টকা খৰচ হৈছিল। পিচত টকা নাই বুলি বাকী ঘৰ কেইটা মেৰামতি কৰিব নোৱাৰে বুলি ক'লত অনুমতি লৈ আমি কলেজৰ নিজৰ পুঁজিৰ পৰাই ১,৪৮,৪৬০.০০ টকা খৰচ কৰি বাকী ঘৰবোৰ মেৰামতি কৰি লৈছিলোঁ। ঘৰবোৰৰ কাৰণে এটা সাধাৰণ ভাড়া নিৰ্দ্ধাৰণ কৰিছিল। কথা আছিল যে, আমি মেৰামতিত কৰা সম্পূৰ্ণ খৰচৰ টকা তেল সংমণ্ডলে আমাক দিব।

ঘৰবোৰ মেৰামতি কৰাৰ পাচত ছাত্ৰীসকলৰ নিৰাপত্তাৰ কথা চিন্তা কৰি, ছাত্ৰীবাসৰ চৌহদত ৭ ফুট ওখ পকা বেৰ এখন দি দিবলৈ কোম্পানীক অনুৰোধ কৰিছিলোঁ। কোম্পানীয়ে টকা নাই বুলি কোৱাত বেৰ নোহোৱাকৈ ছাত্ৰীবাস ৰখাটো অনুচিত বুলি ভাবি, কলেজৰ খৰচেৰে বেৰ দিবলৈ তেল সংমণ্ডল কৰ্তৃপক্ষৰ পৰা অনুমতি লৈ, ১,২৬,৭৫৩.০০ টকা খৰচ কৰি, ৭ ফুট ওখ, পকা বেৰৰ ওপৰত কাঁটা-তাঁৰ লগাই সাজি সম্পূৰ্ণ কৰা হ'ল।

## (চ) মোৰ জীৱনৰ আটাইতকৈ দুৰ্ভাগ্যজনক আৰু অতি বেদনা দায়ক ঘটনাটো

আমি ঘৰ মেৰামতি কৰি চৌহদৰ পকা বেৰ দিয়ালৈকে কোনোৱে একো কোৱা নাছিল। কোনোৱে এই মাটি-ঘৰ কোনো কামৰ কাৰণে কেতিয়াও খোজা নাছিল। এই ঘৰ আৰু মাটিৰ প্ৰায় গৰাকী নোহোৱাৰ নিচিনা হৈ পৰাত ওচৰৰ প্ৰতিবেশী সকলৰ কাৰণে এটা অস্বস্তিকৰ পৰিবেশৰ সৃষ্টি হৈছিল। সেয়ে ছাত্ৰীবাসৰ কাৰণে কলেজে লোৱাত প্ৰতিবেশীসকলে অন্তৰেৰে ভাল পাইছিল আৰু কোম্পানীক শলাগিছিল। কিন্তু আমি ঘৰবোৰ মেৰামত কৰি লৈ, চৌহদৰ বেৰ দিয়াৰ লগে লগে, এ.ও.চি. লেবাৰ ইউনিয়নে হেনো দুৰ্ঘোৰ আপত্তি তুলি ঘৰবোৰ কলেজক ছাত্ৰীবাসৰ কাৰণে দিয়াৰ বিৰোধ কৰিছিল আৰু বেৰ ভাঙি ঘূৰাই ল'ব লাগে বুলি দাবী তুলিছিল। ইউনিয়নৰ আঁকোৰগোজ মনোভাৱত অইল সংমেগুলৰ সংশ্লিষ্ট বিষয়াসকল এটা অস্বস্তিকৰ পৰিবেশত সোমাই পৰিছিল। তেখেতসকলে কলেজৰ কথা লৈ ইউনিয়নৰ নেতৃত্বৰ লগত বিবাদত জড়িত হ'ব নিবিচাৰিছিল। আনফালে কলেজকো পকা বেৰ ভাঙি দিবলৈ আৰু ঘৰবোৰ নিদিওঁ বুলি ক'বলৈ বিবেকে বাধা দিছিল। কিয়নো কামটো আছিল এটা উৎকৃষ্ট জন-কল্যাণৰ কাম আৰু আমি সকলো কাম তেখেতসকলৰ সন্মতি লৈয়েই কৰিছিলোঁ। প্ৰতিবাদীসকলে যেতিয়া দেখিছিল যে, ছাত্ৰীবাসৰ কাৰণে দিয়া ঘৰ আৰু মাটি ঘূৰাই লোৱা সম্ভৱ নহ'ব তেতিয়া, আন উপায় নাপাই নিজৰ জেদ ৰাখিবলৈকে, 'নাই মোমাইতকৈ কণা মোমাই ভাল' বুলি ঘৰবোৰ বাদ দি, থকা অতিৰিক্ত খালী চুকটোকে ঘূৰাই ল'বলৈ কোম্পানীক হেঁচা দিছিল এই বুলি যে, তেওঁলোকে হেনো তাত এখন শিশু উদ্যান (Children Park) কৰাৰ আঁচনি লৈছিল। মহিলা মহাবিদ্যালয়ক সকলো সময়তে প্ৰকৃত বন্ধু সুলভ মনোভাৱেৰে দিহা পৰামৰ্শ দি, নানা ধৰণে সহায় কৰি অহা বিষয়াবৰ্গক, কলেজৰ স্বাৰ্থৰ কাৰণে কোনো ৰকমৰ দুশ্চিন্তাত ৰখাটো মই বিচৰা নাছিলোঁ। সেয়ে সংশ্লিষ্ট বিষয়াৰ লগত আলোচনা ক্ৰমে কলেজ কমিটিৰ সন্মতি লৈ, সেই চুকটোৰ চৌহদৰ পকাবেৰ মাটিৰ ওপৰত ৪´ ফুট ৰাখি বাকী ওপৰৰ ৩´ ফুট ভঙাই দিছিলোঁ। কেতিয়াবালৈ যদি উদ্যান হয়, তেনেহ'লে বেৰ লাগিব বুলি এই ৪´ ফুট বেৰ ৰাখি দিবলৈ কৈছিল আৰু তাৰ খৰচো কলেজক দিব বুলি কৈছিল। অৱশ্যে এতিয়ালৈকে বেৰৰ খৰচ আৰু ঘৰ মেৰামতিৰ খৰচৰ টকা দিয়া নাই। কথা ৰাখি মই আগত থাকি পকাবোৰ ভঙাইছিলোঁ। কিন্তু বেৰ ভঙা হাতুৰীৰ প্ৰতিটো কোৰ আৰু চাবুলৰ প্ৰতিটো খোচ মোৰ বুকুত লগা যেন অনুভৱ কৰিছিলোঁ। মই কিন্তু আজিলৈকে ভাবি পোৱা নাই, এ.ও.চি. লেবাৰ ইউনিয়ন কি কাৰণে ডিগবৈ মহিলা মহাবিদ্যালয়ৰ প্ৰতি নাৰাজ। কোম্পানীয়ে বহু বাজহুৱা অনুষ্ঠানক মাটি দি, অনুষ্ঠান গঢ়াত সহায় কৰিছে। বহু মানুহে কোম্পানীৰ মাটি লৈ উপকৃত হৈছে। এনে স্থলত দূৰ-দূৰণিৰ ছাত্ৰীসকলৰ সুবিধাৰ্থে, ছাত্ৰীবাস এটা কৰিবৰ কাৰণে, এচুকত জৰাজীৰ্ণ হৈ পৰি থকা ঘৰ আৰু মাটি দিয়াত ইউনিয়নৰ আপত্তিৰ একো যথাৰ্থ কাৰণ নেদেখি, মহাবিদ্যালয়খনৰ কিবা দৈৱ-দোষ বুলিয়েই শান্তনা লভিছোঁ। আমি চিন্তা কৰিছোঁ এই ছাত্ৰীবাসটোৱে জানো অৰুণাচললৈকে বিভিন্ন প্ৰান্তৰ ছাত্ৰীসকলক পঢ়াত সুবিধা দি, সমাজ সেৱাৰ কাম কৰা নাই? এই কলেজখনে আৰু তাৰ ছাত্ৰীবাসটোৱে জানো ডিগবৈ সমাজৰ তথা এ.ও.চি. লেবাৰ ইউনিয়নৰ গৌৰৱ বহন কৰা নাই? এই ছাত্ৰীবাসটোৰ প্ৰতি সমস্ত পূৰ্বাঞ্চলৰ ছাত্ৰীসকল আকৰ্ষিত হোৱাত, ডিগবৈবাসী হিচাপে ইউনিয়নৰ সদস্যসকলেও জানো গৌৰৱৰ ভাগী হোৱা নাই? এই মহাবিদ্যালয়খন জানো ডিগবৈ বাইজৰ

তথা এ.ও.চি. লেবাৰ ইউনিয়নৰ নহয়? তথাপিও নিজৰ অগোচৰে, কলেজ পৰিচালনা সমিতিৰ যদি কিবা ক্রটী ঘটিছিল, তেনেহ'লে ইউনিয়নৰ কৰ্মকৰ্ত্তাসকলে তেওঁলোকৰ নিজৰ কলেজখনৰ মঙ্গলৰ কাৰণে আগবাঢ়ি আহি, কমিটিক উচিত দিহা পৰামৰ্শ দিয়া হেতেন, কমিটি তেওঁলোকৰ ওচৰত কৃতজ্ঞ হৈ থাকিলহেঁতেন।

## (ন) কলেজ সঙ্গীত

১৯৮১ চনতেই ডিগবৈ মহিলা মহাবিদ্যালয়ৰ প্ৰতীক চিন আৰু কলেজ সঙ্গীত এটি কৰি লোৱা হৈছিল। প্ৰতীক চিনটোৰ পৰিকল্পনা কৰিছিলোঁ মই আৰু গীতটি ৰচনা কৰিছিল অধ্যাপিকা শ্ৰীমতী শান্তনা বৰুৱাই। সুৰ দিছিল তেখেতৰ ভায়েক শ্ৰীমান প্ৰণৱী ৰাম বৰুৱাই।

*হে ৰুদ্ৰ জ্যোতিষ্মান*
*দিয়া সত্যৰ অভিজ্ঞান*
*নাশা অজ্ঞান অন্ধকাৰ*
*জ্বালা জ্ঞানদীপ অনিৰ্ব্বাণ*
*আজি তোমাৰ দক্ষিণ মুখৰ*
*জ্যোতিৰ দৃষ্টি ঢালা—*
*মঙ্গল আশীষেৰে*
*আজি বৰ্ষণ কৰা সত্যৰ*
*শুভ্ৰ দীপ্তি ধাৰা*
*জ্ঞানৰ নিৰ্ম্মালিৰে*
*আজি উঠলি উঠক পূৰ্ব্ব দিশৰ*
*মহা আকাশ*
*জ্ঞানৰ গৰিমাৰে।*
*আজি প্ৰদীপ্ত হওক নতুন প্ৰাণৰ*
*মহাবিকাশ*
*সত্যৰ মহিমাৰে।*
*আজি আলোকিত হওক প্ৰবেশ দুৱাৰ*
*বিশ্ব সভাৰ*
*জ্ঞানৰ দীপ্তিকে*
*আজি ধন্যহওক ভাৰত বাসীৰ*
*মুক্ত জীৱন*
*জয়ৰ গৌৰৱেৰে।*

## (ত) কলেজ প্ৰতীক



## (থ) কলেজ প্ৰতীকৰ পৰিকল্পিত তাৎপৰ্য্য



হাঁহ হ'ল ত্ৰিভুবনৰ সকলো সুৰুচী সম্পন্ন কলা, শিল্প আৰু পৰম সত্য জ্ঞানৰ বাহক—অবিদ্যানাশী বিদ্যাৰ আধাৰশিলা। ফুলা পদুম ফুল হ'ল শতধাৰে বিকশিত হোৱা অপূৰ্ব্ব ক'লা-কৃষ্টি, শুদ্ধ সত্য স্বৰ্গীয় জ্ঞান। পানী হ'ল জীৱন দায়ক আৰু শান্তি প্ৰদায়ক। সংস্কৃতৰ শ্লোক দুফাঁকি হ'ল, সকলো বেয়াক নেওচি সুন্দৰক আকোৱালি লৈ অন্তৰ শুদ্ধ কৰিব পৰা, পোহৰৰ কামনাৰে আগবাঢ়ি যোৱা। সেয়ে আমাৰ আশাৰ ডিগবৈ মহিলা মহাবিদ্যালয় হ'ল শিক্ষক, শিক্ষাৰ্থী, সমাজ তথা বিশ্বৰ কাৰণে কঢ়িয়াই অনা উপৰোল্লিখিত কামনাৰ কলা, কৃষ্টি, জ্ঞান আৰু বিদ্যাৰ বাহক, সকলো অশান্তি-অসূয়া নাশি সত্যৰ জ্যোতিৰে জীৱন দায়ক—শান্তি প্ৰদায়ক।



ইতিমধ্যে গাৰ্হস্থ্য বিজ্ঞান বিভাগটো সংলগ্ন কৰা হৈছে। লগতে অৰ্থশাস্ত্ৰ, শিক্ষা, অসমীয়া, ৰাজনীতি বিজ্ঞান আৰু ইংৰাজীত অনাৰ্চ পাঠ্যক্ৰম অন্তৰ্ভুক্ত কৰা হৈছে।

মহিলা বিদ্যালয়ৰ বৰ্ত্তমান (১৯৯৬) ছাত্ৰীৰ সংখ্যা ৬০০। শিক্ষক শিক্ষয়িত্ৰীৰ সংখ্যা (অধ্যক্ষক ধৰি) ৩০। কাৰ্য্যালয় সহকাৰী ৪ আৰু চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল ৪, লাইব্ৰেৰীয়ান (পুথিভঁৰালী)১।

সুখৰ কথা যে, তুলনা মূলক ভাবে পৰীক্ষাৰ ফলাফলো সন্তোষজনক হৈ আহিছে। এই বছৰ (১৯৯৬) উচ্চতৰ মাধ্যমিকৰ শেষ পৰীক্ষাৰ উত্তীৰ্ণৰ হাৰ ৮৯%। ৰশ্মিবালা গোখৰ নামৰ ছোৱালীজনীয়ে অসমৰ ভিতৰত দুটা লেটাৰসহ পঞ্চম স্থান অধিকাৰ কৰিছে। তদুপৰি তলত দিয়া ধৰণে তিনিটা বিষয়ত সৰ্ব্বোচ্চ নম্বৰ পাইছে।



কুমাৰী ৰশ্মি বালা গোখৰ — গাৰ্হস্থ্য বিজ্ঞান
কুমাৰী ৰিঙ্কুমণি বৰদলৈ — সমাজ বিজ্ঞান
কুমাৰী ৰঞ্জিতা শইকীয়া — অতিৰিক্ত অসমীয়া (Advance Assamese)

পৰিশিষ্টত দাতাসকলৰ নাম আৰু দানৰ পৰিমাণ দিয়া হ'ল।

## শিক্ষা বিভাগ আৰু হীনমন্য ৰাজনীতি

দেখি বৰ আমোদ পাইছোঁ যে, আজি কালি স্কুল-কলেজৰ কমিটিবোৰ শাসনাধিষ্ঠ ৰাজনৈতিক দলৰ মুখপাত্ৰ বা মুখপাত্ৰৰ মনোনীত ব্যক্তিক লৈ গঠন কৰা হয়। তথাকথিত নেতাসকলক কাম নালাগে—তেওঁলোক কিমান জন সেবা মূলক কমিটিৰ লগত জড়িত তাৰ চাৰ্টিফিকেট লাগে।

যোৱা ৭-৮-৯৭ তাৰিখে মহিলা মহাবিদ্যালয়ৰ গভাৰ্ণিং বডিৰ সলনি চৰকাৰে 'স্পেচিয়েল কমিটি' কৰি দিলে। নতুন 'বডিত' নতুন মানুহ অহাত আনন্দ পাইছিলোঁ দুটা কাৰণত—(১) বুঢ়া কালত মোক অব্যাহতি দিয়াৰ কাৰণে আৰু (২) নতুন কমিটিয়ে নতুন প্ৰেৰণাৰে মহিলা মহাবিদ্যালয়ৰ অসমাপ্ত প্ৰেক্ষা গৃহটো সমাপ্ত কৰিব বুলি আশা কৰি। মই এটি আহল বহল সুন্দৰ প্ৰেক্ষাগৃহ সজাৰ কল্পনা কৰি ড্ৰইং, ব্লুপ্ৰিন্ট কৰি খুজি মাগি কাম আৰম্ভ কৰিছিলোঁ। প্ৰেক্ষাগৃহৰ লগতে ছাত্ৰীসকলৰ 'কমনৰুম', কেনটিন্, এটা আহল বহল সুবিস্তৃত চাইকেল ষ্টেণ্ড সংলগ্ন কৰি আঁচনিখন কৰা হৈছিল। কল্পনা কাৰ্য্যত পৰিণত হ'লে, মোৰ বিশ্বাস, অসমৰ কলেজবোৰৰ প্ৰেক্ষাগৃহবোৰৰ ভিতৰতে এই প্ৰেক্ষাগৃহ সৰ্ব্বোৎকৃষ্ট হ'লহেঁতেন।

অইল ইণ্ডিয়াৰপৰা আৱশ্যকীয় পাইপ আনি সম্পূৰ্ণ প্ৰকল্পটোৰ খুটা পুতি ভেটিলৈকে ইটাৰ কাম সম্পূৰ্ণ কৰা হৈছিল, চালৰ ট্ৰাচৰ কাৰণেও পাইপ অনা হৈছিল, আৱশ্যকীয় ইটাও কিনি মজুত কৰা হৈছিল। কিন্তু যোৱা দুটা বছৰে এক ইঞ্চি কামো আগনাবাঢ়িল। আনকি অধ্যক্ষ তথা চেক্ৰেটৰীয়েও এই বিষয়ে কাণত্ৰাৰ নকৰা দেখি মনতে বেজাৰ পাইছোঁ। বোধহয় এই

কামটো সম্পূৰ্ণ কৰা অসম্ভৱ বুলি ভবা হৈছে অন্যথা ই মোৰ বিকৃত মগজুৰ অবাস্তৱ কল্পনা বুলি ধৰা হৈছে। আন নালাগে, অকল চালখন দিয়াৰ ব্যৱস্থা কৰিলেও কলেজৰ বহুত কামত আহিলহেতেন। ছাত্ৰীসকলেও ইয়াক অন্ততঃ মুকলি মঞ্চ হিচাপে ব্যৱহাৰ কৰিব পাৰিলেহেতেন। আজি এনে এটা অনুভৱ হৈছে যে, এই আধাসজা প্ৰকল্পটো সম্পূৰ্ণ কৰাৰ কাৰো একো দায়িত্ব নাই—ই যেন অলাগতিয়াল। সংশ্লিষ্টসকলক ভগবানে সাহস আৰু কৰ্ম্ম প্ৰেৰণা দিবৰ কাৰণে প্ৰাৰ্থনা জনাইছোঁ।

## দিল্লী পাবলিক স্কুল (D.P.S.)

দিল্লী পাবলিক স্কুল চচাইটিয়ে ভাৰতীয় তেল নিগমৰ অসম অইল ডিভিজনৰ সক্ৰিয় সহযোগত ডিগবৈতো দিল্লী পাবলিক স্কুল নামেৰে উক্ত চচাইটিৰ সম্পূৰ্ণ কাৰ্য্য ক্ৰমণিকা অন্তৰ্ভুক্ত কৰি, স্কুল এখন খুলিছে। এই স্কুল প্ৰতিষ্ঠা হৈছে ১৯৯৬ চনৰ ১৭ জুন তাৰিখে। ইয়াৰ দ্বাৰা অকল ডিগবৈৰে নহয়, এই গোটেই অঞ্চলৰ মানুহৰ শিক্ষাৰ ক্ষেত্ৰত অতি প্ৰত্যাশিত অভাৱ এটা পূৰণ হৈছে। ইতিমধ্যে বহু দূৰ দূৰণিৰপৰা শিক্ষাৰ্থী আহি ইয়াত ভৰ্ত্তি হৈছে। ইয়াৰ প্ৰতিষ্ঠাপক তথা বৰ্ত্তমান অধ্যক্ষ শ্ৰীজীৱন গাঙ্গুলী। বৰ্ত্তমান তেখেতৰ পৰিচালনাত ৩০ গৰাকী শিক্ষক-শিক্ষয়িত্ৰীয়ে ৬০০ জন ছাত্ৰ-ছাত্ৰীক শিক্ষা দান কৰিছে। অৰ্থাৎ প্ৰতি ২০ জন ছাত্ৰ-ছাত্ৰীৰ কাৰণে এজনকৈ শিক্ষকৰ ব্যৱস্থা কৰা হৈছে। জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো বৰ্গৰ ল'ৰা-ছোৱালীয়ে ইয়াত পঢ়িছে।

ইতিমধ্যে স্কুলখনে নিয়মীয়া পাঠ্যক্ৰমৰ উপৰিও বিবিধ বিষয়ত প্ৰশিক্ষণ দি, ছাত্ৰ-ছাত্ৰীসকলক বৰ্ত্তমান যুগৰ উপযোগী কৰি তুলিবৰ কাৰণে কমপিউটাৰ, প্ৰায় ৩৫০০ কিতাপেৰে পৰিপূৰ্ণ পুথিভঁৰাল, বিবিধ কাৰিকৰী বিদ্যাত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা, শৰীৰ চৰ্চ্চা, গীত-নৃত্য, বাদ্য, পেইণ্টিং, বিবিধ খেল-ধেমালি আদিৰ সুবন্দবস্ত কৰি, ল'ৰা-ছোৱালীক স্বয়ং সম্পূৰ্ণ কৰি তোলাৰ আঁচনি সম্পূৰ্ণ কৰা হৈছে। নচৰীপৰা আৰম্ভ কৰি ৮ম মানলৈ শিক্ষা দিয়া হয়। ছাত্ৰাবাসৰো বন্দবস্ত হৈছে।

## ডিগবৈ কমাৰ্চিয়েল ইনষ্টিটিউট (Digboi Commercial Institute)

স্থাপিত ১৯৪৬ চনত। প্ৰতিষ্ঠাপক আৰু পৰিচালক শ্ৰীনিখিলেশ্বৰ চৌধুৰীৰ (নিখিল চৌধুৰী) যত্ন আৰু সুপৰিচালনাতেই এই ব্যক্তিগত খণ্ডৰ অনুষ্ঠানটো উত্তৰ পূৰ্ব্বাঞ্চলৰ এটা সুবৃহৎ Vocational Training Institute হিচাপে গঢ়ি উঠিছে।

প্ৰথমতে চাৰিআলিত পুৰণি দুই তলা ঘৰ এটাৰ সৰু কোঠা এটা, মাহে ১৫ টকা ভাড়াত লৈ, ৩।৪ টা টাইপ মেচিনেৰে কাম আৰম্ভ কৰিছিল। পাচত অসম অইল কোম্পানীৰ মাটি লীজত লৈ নিজস্ব ঘৰ কৰে। ১৯৫১ চনত অসম চৰকাৰৰ Technical Education বিভাগৰ স্বীকৃতি লাভ কৰে আৰু চৰকাৰৰ ২০০০ টকাৰ এক কালীন অনুদান পায়। ইয়াত Type Writing, Short hand আৰু Telegraphy শিক্ষা দিয়া হয়। মাহে প্ৰায় ১০০ জন ছাত্ৰ-ছাত্ৰীয়ে ইয়াত

শিক্ষা লাভ কৰে।

১৯৫১ চনৰ আগষ্ট মাহত, নিজস্ব ঘৰ মাটিৰে সৈতে, তিনিচুকীয়াতো ইয়াৰ শাখা এটা খোলা হৈছে। প্ৰতিষ্ঠাপক আৰু পৰিচালক শ্ৰীনিখিলেশ চৌধুৰীৰ ব্যক্তিগত তত্ত্বাৱধানতে এই শাখাটো চলি আছে। তেখেতৰ নিজৰ ভাষাত, "আমাৰ এই অনুষ্ঠানত টাইপ, (Short hand) সংক্ষিপ্ত লিখনি, স্পোকেন ইংলিচ, এই সকলো শিক্ষা দিয়াৰ উপৰিও নানা ধৰণৰ সাংস্কৃতিক আৰু সামাজিক কামত আমি জড়িত থাকোঁ। আমি আজি কেইবছৰ মানৰ আগতে এখন আলোচনীও উলিয়াইছিলোঁ আৰু তাৰ নাম ৰাখিছিলোঁ "মৌচুমী।"

প্ৰতিষ্ঠাপক পৰিচালক শ্ৰীনিখিলেশ চৌধুৰীৰ নিজৰ ভাষাত—"বিভিন্ন সময়ত যি সকল বৰেণ্য ব্যক্তিয়ে আমাৰ ইনষ্টিটিউটৰ উন্নতিৰ কাৰণে সহায় আগবঢ়াইছিল তেওঁলোকৰ ভিতৰত ৺সত্য জীৱন পাল, ৺প্ৰবীৰ চৌধুৰী, শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা, শ্ৰীকে. বি. কানুগা, শ্ৰীদ্বিজেশ গুপ্ত, মৌলবী ৺আটাউৰ ৰহমান, শ্ৰীশৈলেশ চন্দ্ৰ দত্ত ৰায় আৰু ডা০ বি. কে বৰ্ম্মণ প্ৰধান আছিল।"

সেইদৰে তিনিচুকীয়া শাখাটোত সহায়কাৰী সকলৰ ভিতৰত "গোলাপ বৰবৰা, ৺গংগেশ চৌধুৰী, শৈলেন্দ্ৰ কুমাৰ চৌধুৰী, নিৰ্ম্মল কান্তি চৌধুৰী আৰু বিজয় ভট্টাচাৰ্য্যৰ নাম উল্লেখযোগ্য।"

ইয়াৰপৰা উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীয়ে অসম অইল কোম্পানীৰ বাহিৰেও ভাৰতৰ চৰকাৰী-বেচৰকাৰী বিভিন্ন সংস্থাত সুখ্যাতিৰে কাম কৰি আছে।

## —অন্যান্য অনুষ্ঠান—

### মল্লাৰ শিল্পী গোষ্ঠী

১৯৯২ চনত কেইজনমান ডেকা সঙ্গীত প্ৰেমীৰ উদ্যোগত মল্লাৰ শিল্পী গোষ্ঠীৰ জন্ম হৈছে। উদ্দেশ্য সঙ্গীতৰ চৰ্চা আৰু প্ৰসাৰ বঢ়োৱা। ডিগবৈৰ গায়কসকলক উৎসাহিত আৰু প্ৰেৰণা দিবৰ কাৰণে ৰাজ্যিক ভিত্তিত বা জিলা ভিত্তিক সঙ্গীত প্ৰতিযোগিতাৰ ব্যৱস্থা কৰি আৰু শ্ৰেষ্ঠ সঙ্গীতজ্ঞ সকলক মাতি আনি তেখেতসকলৰ গীত শুনা আৰু পৰামৰ্শ গ্ৰহণ কৰা।

প্ৰতিষ্ঠাপক যুটীয়া সম্পাদক—প্ৰদ্যুৎ হাজৰিকা আৰু উৎপল দাস, কোষাধ্যক্ষ—নলিনী চক্ৰবৰ্ত্তী। সদস্য সকল— অঙ্কুৰ দাস, বীৰেণ গগৈ, জয়ন্ত দত্ত, সুকোমল ধৰ, প্ৰহ্লাদ শইকীয়া, ৰাণা বৰা, লুটুমনি দত্ত, প্ৰণালী গগৈ, স্বপ্নালী বৰুৱা, শ্ৰীময়ী বৰা, প্ৰাঞ্জলী বৰগোহাঁই, দলী গোস্বামী, ৰাণী পাঠক। সভাপতি—দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা।

### সমকালীন শিল্পী গোষ্ঠী

ডিগবৈৰ কেইজনমান উদ্যোগী ডেকাৰ অশেষ চেষ্টাত ১৯৮৯ চনত লিটল্ ষ্টাৰ স্কুলত জন্ম হয় সমকালীন শিল্পী গোষ্ঠীৰ। চাৰু (নন্দন) কলাৰ মাধ্যমত এক সৃষ্টিশীল বাতাবৰণৰ সৃষ্টি কৰি শিশু, কিশোৰ আৰু যুৱকসকলৰ মানসিক আৰু বৌদ্ধিক বিকাশ সাধন কৰাই সমকালীন

শিল্পি গোষ্ঠীৰ উদ্দেশ্য।

প্ৰতিষ্ঠাপক কমিটিৰ সদস্যসকল আছিল—সভাপতি—শ্ৰীদিপ্তীময় আচাৰ্যী, চেক্ৰেটৰী—শ্ৰীতপন দত্ত, এচিষ্টেণ্ট চেক্ৰেটৰী আৰু ধনভঁৰালী—শ্ৰীঅসীম কুমাৰ শীল, প্ৰতিষ্ঠাপক পৰামৰ্শদাতা—শ্ৰীশৰদিন্দু দাস, শ্ৰীনাৰায়ণ বিশ্বাস, শ্ৰীঅজিত কৰ, সদস্যসকল—শ্ৰীমৃদুল চক্ৰবৰ্ত্তী, শ্ৰীবিদ্যুৎ ৰক্ষিত।

বৰ্ত্তমান কমিটি—সভাপতি—শ্ৰীসুৰজিত দেব, চেক্ৰেটৰী—শ্ৰীগৌতম বানাৰ্জ্জী, এচিষ্টেণ্ট চেক্ৰেটৰী—শ্ৰীপাৰ্থসাৰথী দত্ত, ধনভঁৰালী—শ্ৰীঅসীম কুমাৰ শীল, পৰামৰ্শদাতা—শ্ৰীশৰদিন্দু দাস আৰু শ্ৰীঅজিত কৰ, সদস্যসকল—শ্ৰীউজ্জ্বল চক্ৰবৰ্ত্তী, শ্ৰীৰূপাঙ্কৰ চৌধুৰী, শ্ৰীকাজল মণ্ডল আৰু শ্ৰীশিবু সৰকাৰ।

এই অনুষ্ঠানে তলত দিয়া চিত্ৰাঙ্কন প্ৰদৰ্শনীবোৰ অনুষ্ঠিত কৰি আহিছে।

| | | |
|---|---|---|
| ১ম প্ৰদৰ্শনী | স্থানীয় গৌৰাঙ্গ মন্দিৰ প্ৰাঙ্গন | ১৮৮৯ |
| ২য় প্ৰদৰ্শনী | ইণ্ডিয়া ক্লাব (ডিগবৈ) | ১৯৯০ |
| ৩য় প্ৰদৰ্শনী | ইণ্ডিয়া ক্লাব (ডিগবৈ) | ১৯৯১ |
| ৪ৰ্থ প্ৰদৰ্শনী | ইণ্ডিয়া ক্লাব (ডিগবৈ) | ১৯৯২ |
| ৫ম প্ৰদৰ্শনী | ইণ্ডিয়া ক্লাব (ডিগবৈ) | ১৯৯৩ |
| ৬ষ্ঠ প্ৰদৰ্শনী | ইণ্ডিয়া ক্লাব (ডিগবৈ) | ১৯৯৫ |
| ৭ম প্ৰদৰ্শনী | ৰাজ্যিক কলা বিথীকা (গুৱাহাটী) | ১৯৯৫ |
| ৮ম প্ৰদৰ্শনী | ইণ্ডিয়া ক্লাব (ডিগবৈ) | ১৯৯৭ |

## অম্বিকাগিৰি ৰায় চৌধুৰী পুথিভঁৰাল আৰু বাপাপুং নবোদয় সঙ্ঘ

বাপাপুঙৰ কেইগৰাকীমান অধ্যয়ন-পিপাসু লোকৰ যত্নত ১৯৬৭ চনতেই প্ৰতিষ্ঠিত হৈছিল 'অম্বিকাগিৰি ৰায় চৌধুৰী পুথিভঁৰাল'। নিজা ঘৰৰ অভাৱত পুথিভঁৰালটিৰ থানথিত নোহোৱা অৱস্থা এটা হোৱাত, স্থায়ী ঘৰ নিৰ্ম্মানৰ আঁচনি লৈ, লগতে ল'ৰা-ছোৱালীবোৰৰ দৈহিক, সামাজিক আৰু সাংস্কৃতিক দিশত সৰ্ব্বাঙ্গীণ উন্নয়নৰ চিন্তা কৰি, ১৩।১২।৮৭ তাৰিখে 'বাপাপুং নবোদয় সংঘ' প্ৰতিষ্ঠিত হয়। প্ৰতিষ্ঠাপক কমিটিৰ সদস্যসকল আছিল—

সভাপতি—শ্ৰীডিম্বেশ্বৰ কোৰঁৰ, উপ-সভাপতি—মঃ আবু হুচেইন, শ্ৰীদেৱ বৰুৱা, সাধাৰণ সম্পাদক—শ্ৰীপ্ৰদীপ কুমাৰ দত্ত, সহঃ সাধাৰণ সম্পাদক—শ্ৰীদিগন্ত গঁগে, শ্ৰীউত্তম চেতিয়া, সমাজসেবা সম্পাদক—শ্ৰীজিতুমণি শৰ্ম্মা, সাংস্কৃতিক সম্পাদক—শ্ৰীঘনশ্যাম কলিতা, কোষাধ্যক্ষ—শ্ৰীৰবীন কোৰঁৰ।

কাৰ্য্যনিৰ্ব্বাহক সদস্যা—শ্ৰীমতী যোগদা হাজৰিকা, শ্ৰীমতী কুসুমৰাণী কোৰঁৰ। ইয়াৰ পাচত ২৬।৩।৯১ আৰু ২৪।১০।৯২ তাৰিখৰ সাধাৰণ সভাই শ্ৰীদিগন্ত দত্তক খেল-ধেমালিৰ সম্পাদক, শ্ৰীমতী সাৰদা তালুকদাৰ আৰু শ্ৰীমতী চিনু বুঢ়াগোহাঁইক কাৰ্য্যনিৰ্ব্বাহকৰ সদস্যা হিচাপে মনোনীত কৰে।

৩০।৭।৯৬ তাৰিখে সাধাৰণ সভাত গৃহীত সাধাৰণ সম্পাদকৰ প্ৰতিবেদন অনুসৰি—

"থিয়েটাৰ, উপহাৰ কুপন খেলৰপৰা হোৱা লাভ, ভাৰতীয় তেল নিগম (অসম অইল সংমণ্ডল)ৰপৰা পোৱা আৰ্থিক সাহায্য, বিভিন্ন ব্যক্তিৰপৰা ৰচিদ বহী যোগে সংগৃহীত ধন আৰু বেঙ্কৰ সুতকে ধৰি, সংঘৰ পুঁজিত ১৯৮৬ চনৰপৰা ৩২।৩।৯৬ তাৰিখলৈ মুঠ জমা হয় ২,৯৭,২৬২.৭০ টকা আৰু ৩১।৩।৯৬ তাৰিখলৈকে মুঠ খৰচ হয়—২,৯৪,৪৬২.৯০ টকা আৰু সংঘৰ পুঁজিত জমা থাকে ২,৭৯৯.৮০ টকা"।

সংঘই ডিগবৈৰ যশস্বী শিল্পী শ্ৰীচন্দন নন্দীৰ পৰিচালনাত এখন আৰ্ট স্কুলো চলাই আছে। আৰ্ট স্কুলখন প্ৰতিষ্ঠিত হৈছিল ১৬।৮।৯২ তাৰিখে। বৰ্ত্তমান শিক্ষাৰ্থীৰ সংখ্যা ৬০ জন।

## সদৌ ডিগবৈ মহিলা সমিতি

স্থাপিত ১৯৮০ চন। পঞ্জিয়ন নং ১০৬২, তাৰিখ—১৯।১২।৮৩। জন্ম গ্ৰহণ কৰিছিল ডিগবৈ কেন্দ্ৰীয় নামঘৰত।

প্ৰতিষ্ঠাপক সভানেত্ৰী আছিল ৺কুশদা শইকীয়া, সম্পাদিকা—শ্ৰীমতী ৰেণু পাঠক, কোষাধ্যক্ষা—শ্ৰীমতী লিলি ভট্টাচাৰ্য্য। ইয়াৰ পাচত ক্ৰমে শ্ৰীমতী লাবণ্য শৰ্ম্মা সভানেত্ৰী, ৰেণু শৰ্ম্মা কাকতি সম্পাদিকা, টঙ্কেশ্বৰী বৰবৰা সভানেত্ৰী, অমিয়া গন্ধীয়া সম্পাদিকা আৰু ৰিজু ভট্টাচাৰ্য্য কোষাধ্যক্ষা। শেষত ১৯৯৩ চনত মায়া গগৈ সভানেত্ৰী, মঞ্জু লতা গগৈ উপ-সভানেত্ৰী, ৰিজু ভট্টাচাৰ্য্য সাধাৰণ সম্পাদিকা, ৰুমী শইকীয়া আৰু বীণা ফুকন সহঃ সম্পাদিকা, গোলোক দত্ত কোষাধ্যক্ষ আৰু নিলীমা গগৈ, ৰাণী পাঠক, প্ৰমীলা শইকীয়া, হেমন্তী শৰ্ম্মা, চিত্ৰলেখা বৰা, অজন্তা শৰ্ম্মা, দুলু বৰা, ৰেখা বৰা, অৰ্পণা কোঁৱৰ, চিনু বৰ গোহাঁই, ভবানী নেওগ, মণিকা ভূঞা, হৰি প্ৰভা শইকীয়া, নলিনী কোঁচ আৰু অমিয়া গন্ধীয়া (পদেন) সদস্যা নিৰ্ব্বাচিত হৈ এতিয়ালৈকে এই কমিটিয়েই কাম চলাই আছে।

কমিটিখনে নিজাববীয়াকৈ মহিলা সমিতিৰ নিজা ঘৰ এটা সাজি উলিয়াবলৈ সমৰ্থ হৈছে। কমিটিখনে অন্যান্য কামৰ উপৰিও নাৰী-নিৰ্য্যাতনৰ বিৰুদ্ধে সজাগ দৃষ্টি ৰাখি, কাম কৰি আছে। এতিয়ালৈকে ১০২ টা নাৰী-নিৰ্য্যাতনৰ বিৰুদ্ধে যুঁজি, কেইবাগৰাকীও নিৰ্য্যাতিতা নাৰীক সকাহ দিবলৈ সক্ষম হৈছে।

## LIONS CLUB OF DIGBOI

১০-১০-৯৩ তাৰিখে প্ৰকাশিত ডিগবৈ লায়ঞ্চ ক্লাবৰ 'বুলেটিন' অনুসৰি—

"LIONS CLUB OF DIGBOI"

"(District 322-D. Region-1, Zone-1)"

"Sponsor Club : Calcutta, Club No. : 02 60 95"

Charter Date : 19-9-58. Inauguration : 5-9-58

Charter President : Lion K.B. Kanuga

Meeting place : Digboi Club, Meeting Date :- Monthly Second Thursday."

## চান ৰাইজ ক্লাব

স্থাপিত ১৯৭৫ চন। প্ৰতিষ্ঠাপক সভাপতি—শ্ৰীকিশোৰ বৰুৱা আৰু সম্পাদক—শ্ৰীঅৰুণ গগৈ।

## গৰীয়সী সংঘ, ডিগবৈ

কেইজনমান উদীয়মান যুবকৰ চেষ্টাত গৰীয়সী সংঘ প্ৰতিষ্ঠা হৈছিল ১৯৯৫ চনত। সংঘৰ সভাপতিৰ ভাষাৰে "সম্প্ৰতি জন-জীৱনৰ জীৱন-যাত্ৰাত ব্যাহত হ'ব ধৰা সহজাত অনুভূতিবোৰ, নৈতিক তথা আদৰ্শগত চিন্তা-চৰ্চ্চাৰে, এক সবল জাতিৰ ভেটি নিৰ্ম্মাণৰ লক্ষ্যই 'গৰীয়সী সংঘ'ৰ মূল কৰ্ম্ম আঁচনি।

গৰীয়সী সংঘই এতিয়ালৈকে বৌদ্ধিক জ্ঞান-চৰ্চ্চা আহৰণৰ কাৰণে এক পৰিবেশ সৃষ্টি কৰাৰ মানসেৰে, দুটা কাম সফলতাৰে সমাপন কৰিছে—

(১) '১৯৯৭ চনৰ মাৰ্চ্চ মাহত সদৌ অসম ভিত্তিত 'প্ৰাইজমানী' একাঙ্ক নাট প্ৰতিযোগিতা সফলতাৰে অনুষ্ঠিত কৰিছিল'।

(২) ১৯৯৭ চনৰ ডিচেম্বৰ মাহত ডিগবৈত গ্ৰন্থ মেলাৰ আয়োজন কৰি, ডিগবৈ সমাজ জীৱনত এক বৌদ্ধিক জাগৰণৰ সৃষ্টি কৰাত কৃতকাৰ্য্য হৈছিল। প্ৰাপ্ত বাতৰি অনুসৰি, এই গ্ৰন্থ মেলাত ১৫ লাখৰ ওপৰ টকাৰ কিতাপ বিক্ৰী হৈছিল।

সংঘৰ প্ৰতিষ্ঠাপক কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ সদস্যসকল—

সভাপতি—শ্ৰীদীপেন বৰা, উপ-সভাপতি—শ্ৰীচফিকুল হাচান বৰা, শ্ৰীজিতু দত্ত আৰু শ্ৰীপ্ৰণৱ জ্যোতি বৰা, সাধাৰণ সম্পাদক—শ্ৰীনুপুৰ বৰা, সহকাৰী সম্পাদক—শ্ৰীপবিত্ৰ কুমাৰ গগৈ, শ্ৰীবিতুল কুমাৰ দত্ত, ধনভঁৰালী—শ্ৰীতিলক চন্দ্ৰ দত্ত, সাংস্কৃতিক সম্পাদক—শ্ৰীঅঞ্জন শইকীয়া আৰু শ্ৰীহেমন্ত বৰুৱা, সাহিত্য সম্পাদক—শ্ৰীসুৰজিত দেব আৰু কুমাৰী শ্ৰীময়ী বৰা, সাংগঠনিক সম্পাদক—শ্ৰীঅৰুণ কুমাৰ চইচামুন্দাৰ, সদস্যসকল—শ্ৰীহৰি কান্ত হাজৰিকা, শ্ৰীসুমল বৰুৱা, শ্ৰীপূৰ্ণ বৰা, শ্ৰীথীৰেশ্বৰ শৰ্ম্মা, কুমাৰী শোভাৰাণী বৰা, শ্ৰীমতী শান্তি গগৈ, শ্ৰীমতী মামনী গগৈ, কুমাৰী হেমা বৰুৱা।

পৰামৰ্শদাতা—শ্ৰীআৰ. এন. হাজৰিকা, শ্ৰীলক্ষ্মীনন্দন গগৈ, শ্ৰীএন. কে. হাজৰিকা, শ্ৰীকে. ডি. শৰ্ম্মা।

## স্নেহময়ী শিল্পীগোষ্ঠী

স্থাপিত ১৯৯৪ চন। "মহিলাসকলৰ মাজত সুপ্ত হৈ থকা প্ৰতিভাক পোহৰলৈ আনি, একঘেয়ামী জীৱন-সংগ্ৰামৰপৰা সাময়িক অব্যাহতি দিয়াৰ উদ্দেশ্যকে প্ৰধান লক্ষ্য হিচাপে লৈ গঠিত হৈছে স্নেহময়ী শিল্পীগোষ্ঠী"।

কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সদস্যসকল—সভানেত্ৰী—শ্ৰীমতী বৈজয়ন্তী বড়া, যুটীয়া

সম্পাদিকা—শ্ৰীমতী বিনু হাজৰিকা আৰু শ্ৰীমতী ৰাধিকা শইকীয়া, কোষাধ্যক্ষা—শ্ৰীমতী প্ৰণতি দলৈ, সদস্যা—(সৰ্ব্ব শ্ৰীমতী) সাবিত্ৰী চেতিয়া, দীপা গগৈ, দীপা তামুলী, গীতা ৰাজবংশী, ৰাজু দোলাকাষৰীয়া, ৰূপৰেখা চলিহা ভূঞা, শিখা ভঁৰালী, ৰাণী পাঠক, ৰাজু ভঁৰালী, দলী গোস্বামী, ইলা দত্ত, শান্তি ৰাও, বিভা গগৈ, মীৰা দাস, মীনাক্ষি শইকীয়া আৰু ৰূপা হাজৰিকা।

## ইণ্ডিয়া ক্লাব লেডীজ ফ'ৰাম

স্থাপিত ১৯৯৩ চনত। উদ্দেশ্য—"সমাজ, ভাতৃত্ববোধ আৰু কলা—এই তিনিওকে শিৰোগত কৰি সমাজৰ প্ৰায় সকলো শ্ৰেণীৰ মহিলাকে তেওঁলোকৰ সৃষ্টিমূলক কাম্যত উদগনি দিয়াৰ লগতে কণ-কণ শিশুসকলৰ মাজত সাহিত্য, খেলা-ধূলা আৰু শাস্ত্ৰীয় সঙ্গীত জনপ্ৰিয় কৰি তোলা"।

সভানেত্ৰী সম্পাদিকাসকল—

| বছৰ | সভানেত্ৰী | সম্পাদিকা |
|---|---|---|
| ১৯৯৩-৯৪ | শ্ৰীমতী মণিকা ভূঞা | শ্ৰীমতী অঞ্জনা দত্ত |
| ১৯৯৪-৯৫ | শ্ৰীমতী ৰঞ্জুমণি দত্ত | শ্ৰীমতী সুদেষ্ণা শইকীয়া |
| ১৯৯৫-৯৬ | শ্ৰীমতী মনিকা ভূঞা | শ্ৰীমতী সুদেষ্ণা শইকীয়া |
| ১৯৯৬-৯৭ | শ্ৰীমতী অজিতা কটকী | শ্ৰীমতী উমা বৰুৱা |
| ১৯৯৭-৯৮ | শ্ৰীমতী অজিতা কটকী | শ্ৰীমতী পাপৰি কলিতা |

মহিলা আৰু ১-৩ বছৰৰ শিশুসকলৰ বিনামূলীয়া স্বাস্থ্য পৰীক্ষা কৰোৱাৰ ব্যৱস্থা কৰোৱাৰ উপৰিও ডিগবৈ টেবুল টেনিচ এচোচিয়েচন গঠনত আগভাগ লয়।

## প্ৰয়াসী মহিলা সঙ্ঘ

৯-৬-৯৬ তাৰিখে মহিলাসকলৰ সৰ্ব্বাঙ্গীন উন্নয়নৰ অৰ্থে ইটাভাটাত প্ৰয়াসী মহিলা সঙ্ঘ স্থাপিত হয়। সভানেত্ৰী শ্ৰীমতী অণু বৰ গোহাঁই আৰু সম্পাদিকা শ্ৰীমতী মলয়া হাজৰিকা।

## তিনিচুকীয়া জিলা যোগ-ফিজিক এচোচিয়েচন (TINSUKIA DISTRICT YOGA PHYSIQUE ASSOCIATION)

স্থাপিত ডিচেম্বৰ ১৯৯২ চন। অসম যোগ ফিজিক এচোচিয়েচন, উত্তৰ লক্ষীমপুৰৰ দ্বাৰা স্বীকৃত। প্ৰতিষ্ঠাপক সভাপতি—শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, উপ-সভাপতি—শ্ৰীতৰুণ শৰ্ম্মা, শ্ৰীফজলুৰ ৰহমান, শ্ৰীদেৱজিত গোহাঁই, অধ্যাপক ৰাজেন শইকীয়া, শ্ৰীপবিমল দেবনাথ আৰু শ্ৰীৰতন মহাজন। সম্পাদক—শ্ৰীসুখময় নাথ, সহকাৰী সম্পাদক—শ্ৰীঅচ্যুত শৰ্ম্মা, শ্ৰীদেৱজিত দাস আৰু ধনভঁৰালী—শ্ৰীনিবাস চন্দ্ৰ শৰ্ম্মা।

ইয়াৰ প্ৰশিক্ষাৰ্থীসকলে জাতীয়, উত্তৰ-পূৰ ভাৰত আৰু অসম ৰাজ্যিক স্তৰত স্তৰত দিয়া ঠাইবোৰত অনুষ্ঠিত যোগ প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি আহিছে।

জাতীয় স্তৰত ঃ ১৯৯৫ চনত ডিগবৈ, ১৯৯৬ চনত কলিকতা আৰু ১৯৯৭ চনত তেজপুৰ।

উত্তৰ পূৱ ভাৰতৰ—১৯৯৫ চনত বদৰপুৰ।

অসম ৰাজ্যিক স্তৰত ঃ ১৯৯৫ চনত উত্তৰ লক্ষীমপুৰ, ১৯৯৬ চনত ধেমাজী আৰু ১৯৯৭ চনত গুৱাহাটী।

তিনিচুকীয়া জিলা যোগ-ফিজিক এচোচিয়েচনৰ আতিথ্যতে ১৯৯৫ চনৰ ১০, ১১ আৰু ১২ ফেব্ৰুৱাৰী তাৰিখে ডিগবৈত '4th National Yoga Physique Competition" হৈছিল। এই প্ৰতিযোগিতা পৰিচালনা কৰিছিল মি. ইউনিভাৰ্চ সন্তোষ ৰয় দেৱে। এই প্ৰতিযোগিতাত সুনাম অৰ্জ্জন কৰা ডিগবৈৰ প্ৰশিক্ষাৰ্থী হ'ল—১৯ বছৰৰ তলত শ্ৰীমতী নিভাৰাণী গগৈ আৰু শ্ৰীনয়ন জ্যোতি শৰ্ম্মা দ্বিতীয়, মমিতা দেব নাথ চতুৰ্থ; ১৯-২৫ বছৰৰ ভিতৰত শ্ৰীমতী নয়না ৰায় চৌধুৰী দ্বিতীয়; ২৫-৩৫ বছৰৰ ভিতৰত শ্ৰীমতী দীপ শিখা ভট্টাচাৰ্য্য প্ৰথম, শ্ৰীমতী জ্যোতি প্ৰভা নাথ দ্বিতীয় আৰু শ্ৰীমতী বন্তী বৰুৱা তৃতীয় হৈছিল।

ৰাজ্যিক স্তৰত ঃ ১৯-৩৫ বছৰৰ ভিতৰত নুকুমণি বাৰৈ আৰু সুজিত নাথ প্ৰথম, তপন নাথ দ্বিতীয় হৈছিল।

তদুপৰি ১৯৯৩ আৰু ১৯৯৪ চনত নয়না ৰায় চৌধুৰীয়ে অসম যোগ সম্ৰাজ্ঞী আৰু দীপাঙ্কৰ দেবনাথে অসম যোগ সম্ৰাট আৰু তিনিচুকীয়া জিলা যোগ সম্ৰাট, মৌমিতা দেবনাথে তিনিচুকীয়া জিলা যোগ-সম্ৰাজ্ঞী উপাধিৰে বিভূষিত হৈছিল।

উক্ত '4th National Yoga Physique Competition' উপলক্ষে অধ্যাপক শ্ৰীহিতেন শৰ্ম্মাৰ সম্পাদনাত কেইবাটাও মূল্যবান প্ৰবন্ধ সম্ভাৰেৰে স্মৃতিগ্ৰন্থ 'যোগাচাৰ' প্ৰকাশ হৈছিল। সম্পাদনা সমিতিৰ সভাপতি আছিল ডা০ শ্ৰীভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা। এইখিনিতে বিশেষ উল্লেখনীয় যে, এই জাতীয় প্ৰতিযোগিতা কৃতকাৰ্য্যতাৰে সম্পাদন হোৱাত শ্ৰীননী গোপাল শইকীয়াৰ অৱদান প্ৰভৃত।

তিনিচুকীয়া জিলা যোগ ফিজিক এচোচিয়েচনৰ স্থায়ী কাৰ্য্যালয় বা কোনো নিজস্ব ঘৰ নাছিল। লুইত শিল্পী সমাজৰ কাৰ্য্যালয়তে তেওঁলোকে কাম চলাইছিল। লুইত শিল্পী সমাজে নিয়মীয়াকৈ যোগ, প্ৰশিক্ষণৰ ব্যৱস্থা কৰাত বাস্তৱত জিলা সন্থাটোৰ আৱশ্যক নোহোৱা হৈ পৰিছিল। সেয়ে যোৱা ১৫-৫-৯৮ তাৰিখে তিনিচুকীয়া জিলা যোগ ফিজিক এচোচিয়েচনৰ সাধাৰণ সভাই বিশদ আলোচনা কৰি, তলত দিয়া প্ৰস্তাৱ যোগে জিলা এচোচিয়েচনখন ভঙ্গ কৰি দি, এচোচিয়েচনৰ হাতত থকা জমা পুঁজি ৩১,৬৫০ টকা লুইত শিল্পী সমাজৰ যোগ-ট্ৰেইনিং কেন্দ্ৰলৈ হস্তান্তৰিত কৰে।

## RESOLUTION

"The General meeting of the Tinsukia District Yoga Physique Association held on 15th May 1998 at Luit Shilpi Samaj Auditorium under the Presidentship of Shri D.C. Deb Sarmah, the President of the Association, discussed the present scenerio of the Association and resolve to disolve the Association with immediate effect and to transfer the entire fund of Rs.

31,650.00 in the A/C No. 58/207 with State Bank of India, Digboi, to the A/C No. 56/506 of the Yoga Training Centre of Luit Shilpi Samaj, Digboi of SBI, Digboi."

## ডিগবৈ চাইন্স চচাইটি (DIGBOI SCIENCE SOCIETY)

অসম চাইন্স চচাইটিৰ এটা শাখা হিচাপে ১৯৭১ চনৰ ২ আগষ্ট তাৰিখে 'ডিগবৈ চাইন্স চচাইটি' প্ৰতিষ্ঠিত হৈছিল। প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদক আছিল ক্ৰমে অধ্যাপক আৰ. হুচেইন আৰু অধ্যাপক ড০ এচ. কে. কৰ। উদ্দেশ্য আছিল—

"To popularise science among common people and to encourage Younger generation for research and development of scientific attitude."

১৯৮৩ চনত আৰ্থিক কাৰণেতই অনুষ্ঠানটো বন্ধ হৈ গৈছিল। পুনৰায় ১৯৯৫ চনত অধ্যাপক আৰ. হুচেইনক সভাপতি আৰু অধ্যাপক পি. কে. খাউণ্ডক সম্পাদক হিচাপে লৈ এই অনুষ্ঠানটো পুনৰুজ্জীবিত কৰা হৈছে। বৰ্ত্তমান কমিটিত আছে—সভাপতি—অধ্যাপক এচ. কে. কৰ, কাৰ্য্যকৰী সভাপতি—অধ্যাপক পি. কে. খাউণ্ড, উপ-সভাপতি—ডা০ বি. কে. দাস আৰু চেক্ৰেটৰী—অধ্যাপক টি. চি. দত্ত।

## THE INQUIZITIVE FORUM (দ্যা ইনকুইজিটিভ ফোৰাম)

"Progressive Eyes of a Progressive Nation" কথাষাৰ সাৰ্থক ৰূপায়ণৰ কাৰণে ছাত্ৰ-ছাত্ৰীসকলক জ্ঞান-পিপাসু কৰি তুলিবৰ কাৰণে ১৯৯৭ চনত ডিগবৈৰ কেইজনমান ছাত্ৰৰ আশাসুধীয়া যত্নত "The Inquisitive Forum"ৰ সৃষ্টি হৈছিল। প্ৰতিষ্ঠাপক সকল আছিল সৰ্ব্বশ্ৰী সুপ্ৰতিম কৰ, সোম নাথ মিশ্ৰ, দীপাংশু দেৱ শৰ্ম্মা, পিনাক ভট্টাচাৰ্য্য, ইন্দ্ৰজিত সেনগুপ্ত, প্ৰকাশ থাপা, দীপাযুতি পুৰকায়স্থ, সৌম্য দাস, ইন্দ্ৰনীল চক্ৰবৰ্ত্তী, অভিনৱ গগৈ, সিদ্ধাৰ্থ কুমাৰ চাহ, জয়ৰাজ দাশগুপ্ত, সন্দীপ শইকীয়া, জ্যোতিৰ্ময় গুহ। পিচত আহি আৰু লগ লাগিছে—অৰূপ ভট্টাচাৰ্য্য, বীৰাজানে থমাচ, পাপৰি হাজৰিকা, দীপান্বিতা চক্ৰবৰ্ত্তী, পম্পী গোহাঁই, চয়নিকা মোহন, দেবব্ৰত হাজৰিকা, জয়দীপ দাস, অঙ্কুৰ তালুকদাৰ, কিৰাণজি দেব, সমৰজিত কৰ, জ্যোতিষ গগৈ আদি। ইনকুইজিটিভ ফোৰামে বিবিধ কুইজ প্ৰতিযোগিতাৰ ব্যৱস্থা কৰাৰ উপৰিও ১৯৯৯ চনৰ নবেম্বৰ মাহত সৰ্ব্ব ভাৰতীয় খ্যাতি সম্পন্ন কুইজ মাষ্টাৰ শ্ৰীজয়দীপ মুখাৰ্জ্জীৰ পৰিচালনাত All Assam Open Prize Money Quiz Competition পাতি সুখ্যাতি অৰ্জ্জন কৰিছে।

## সংবাদ জগতত ডিগবৈ

১৯৪০ চনতেই ডিগবৈত সাংবাদিকতাৰ পাতনি মেলিছিল বন্ধুবৰ শ্ৰীদ্বিজেশ চন্দ্ৰ গুপ্তই। ডিব্ৰুগড়ৰপৰা ওলোৱা প্ৰথম ইংৰাজী সাপ্তাহিক 'Assam Tribune'ৰ সংবাদদাতা হিচাপে কাম আৰম্ভ কৰি পিচত দৈনিক Assam Tribuneৰো সংবাদদাতা ৰূপে ১৯৬২ চনলৈকে কাৰ্য্য নিৰ্ব্বাহ কৰিছিল। ১৯৪৪ চনৰপৰা ১৯৬২ চনলৈকে আনন্দ বাজাৰ পত্ৰিকা আৰু হিন্দুস্তান ষ্টেণ্ডাৰ্ড কাকতৰ সাংবাদিক আছিল। ডিব্ৰুগড় জিলা জাৰ্নেলিষ্ট এচোচিয়েচনৰ



সহকাৰী সম্পাদকো আছিল। ১৯৬২ চনত তেখেত কোম্পানীৰ এজন Executive হোৱাৰ পাচত চাকৰিৰ বাধ্য-বাধকতাৰ কাৰণেই সংবাদদাতাৰ কাম বাদ দিবলগীয়াত পৰে। ১৯৬২ৰ পৰা ১৯৬৮ চনলৈ শ্ৰীনিখিলেশ চন্দ্ৰ চৌধুৰী আনন্দ বাজাৰ আৰু হিন্দুস্তান কাকতৰ সংবাদদাতা আছিল।

১৯৪৮ চনত অসম অইল কোম্পানীয়ে প্ৰচাৰ বিভাগ (Publicity Department) এটা খুলি 'Home Joulnel' এখন প্ৰকাশ কৰিছিল। Publicity Officer আছিল Mr. H. Twist. ১৯৫৪ চনৰ জানুৱাৰী মাহত 'Home Journel'ৰ সলনি 'Digboi Batori' নাম দি ইংৰাজীত কাকতখন প্ৰকাশ কৰিছিল। তেতিয়া কোনো সম্পাদকৰ নাম নাছিল। জগদীশ ফুকন Assistant Publicity Officer হিচাপে কোম্পানীৰ চাকৰিত যোগ দিছিল। ১৯৫৬ চনৰপৰা ফুকন ডিগবৈ বাতৰিৰ সম্পাদক হৈছিল। আৱন্তনিৰপৰা চাকৰি এৰালৈ, ১৯৭৪ চনলৈকে ফুকন ডিগবৈ বাতৰিৰ সম্পাদক আছিল। ১৯৬১ চনৰপৰা DIGBOI BATARI কেৱল 'বাতৰি' হৈছিল।

শ্ৰীবিজয় ভট্টাচাৰ্য্যই বাতৰিৰ মুখ্য সহকাৰী হিচাপে কাম কৰিছিল। তেখেত ১৯৫৮ চনৰপৰা ১৯৬৮ চনলৈ Statesman কাকতৰ আৰু ১৯৬২ চনৰপৰা ১৯৮২ চনলৈ আনন্দ বাজাৰ আৰু হিন্দুস্তান ষ্টেণ্ডাৰ্ড কাকতৰ সংবাদদাতা আছিল।



১৯৬৯-৭০ চনলৈ দুই বছৰ কাল তেখেত অবিভক্ত লক্ষীমপুৰ জিলাৰ জিলা জাৰ্ণেলিষ্ট এচোচিয়েচনৰ (District Journelist Association)ৰ সম্পাদক আছিল।

১৯৬৭-৬৮ চনত 'ডিগবৈ জাৰ্ণেলি এচোচিয়েচন'ৰ জন্ম হৈছিল। ইয়াৰ সভাপতি আৰু সম্পাদক আছিল ক্ৰমে শ্ৰীনাৰায়ণ প্ৰসাদ দাশ আৰু শ্ৰীবিজয় ভট্টাচাৰ্য্য। পিচত Journelist Association ডিগবৈ প্ৰেছ ক্লাবলৈ ৰূপান্তৰিত হয়.................. প্ৰেছ ক্লাবৰ প্ৰথম সভাপতি শ্ৰীনাৰায়ণ প্ৰসাদ দাশ আৰু যুটীয়া সম্পাদক শ্ৰীক্ষেত্ৰধৰ শৰ্ম্মা আৰু শ্ৰীপ্ৰবীণ বৰা আছিল। পিচত ক্ৰমান্বয়ে সভাপতি শ্ৰীনাৰায়ণ প্ৰসাদ দাশ সম্পাদক লক্ষ্মী নাথ বুঢ়াগোহাঁই, সভাপতি শ্ৰীনাৰায়ণ প্ৰসাদ দাশ, সম্পাদক শ্ৰীৰতন বৰুৱা আছিল। বৰ্ত্তমান সভাপতি শ্ৰীক্ষেত্ৰধৰ শৰ্ম্মা আৰু সম্পাদক শ্ৰীলক্ষ্মী নাথ বুঢ়াগোহাঁই।

বৰ্ত্তমান শ্ৰীনাৰায়ণ প্ৰসাদ দাশ Assam Tribune'ৰ, শ্ৰীজি. বি. চক্ৰৱৰ্ত্তী North East Timesৰ, শ্ৰীবিনন্দ কোৰৰ 'আমাৰ অসম'ৰ, শ্ৰীলক্ষ্মী নাথ বুঢ়াগোহাঁই 'দৈনিক জনম ভূমি'ৰ, শ্ৰীক্ষেত্ৰধৰ শৰ্ম্মা 'Eastern Clarion' আৰু 'আজিৰ বাতৰি'ৰ, শ্ৰীনিখিল বৰকটকী 'নতুন দৈনিক'ৰ, শ্ৰীবদন কটকী Sentinel'ৰ, সময় প্ৰবাহৰ ৰঞ্জন বৰুৱা, শ্ৰীআৰ. ডি. সিং 'পূৰ্ব্বাঞ্চল প্ৰহৰী'ৰ আৰু শ্ৰীপুণ্য শইকীয়া 'অগ্ৰদূত'ৰ সাংবাদিক হিচাপে কাৰ্য্যনিৰ্ব্বাহ কৰি আছে। উল্লেখযোগ্য যে বৰ্ত্তমান কোম্পানীৰ চাকৰিৰপৰা অৱসৰপ্ৰাপ্ত শ্ৰীবিপিন ৰবঠাকুৰ আৰু শ্ৰীভদ্ৰ

কৃষ্ণ গোস্বামীও একোজন সাংবাদিক আছিল।

ডিগবৈ সংবাদ জগতৰ গৌৰৱৰ কথা যে, 'সময় প্ৰবাহ'ৰ সংবাদদাতা শ্ৰীমান ৰতন বৰুৱাই অনুসন্ধান মূলক সাংবাদিকতাৰ বাবে ১৯৯৫ চনৰ চেন্টিনেল বঁটা লাভ কৰিছে। শ্ৰীবৰুৱা এতিয়ালৈকে এই বঁটাৰে পুৰস্কৃত হোৱা উজনি অসমৰ প্ৰথম আৰু একমাত্ৰ সাংবাদিক। তেওঁ ১৯৮৩ চনৰপৰা সংবাদ জগতৰ লগত জড়িত। বৰুৱা গুৱাহাটীৰপৰা প্ৰকাশিত 'পূৰ্বাঞ্চল সংবাদ'ৰ যোগেদিয়েই সাংবাদিক জীৱন আৰম্ভ কৰে। ১৯৯০ চনৰপৰা 'সময় প্ৰবাহ'ৰ ডিগবৈৰ সংবাদদাতা হিচাপে নিৰবচ্ছিন্ন ভাবে সেৱা আগবঢ়াই আহিছে। তেওঁ ডিগবৈ প্ৰেছ ক্লাবৰ প্ৰাক্তন সম্পাদক আৰু তিনিচুকীয়া জিলা সাংবাদিক সন্থাৰ বৰ্ত্তমান কোষাধ্যক্ষ। পূৰ্ব্বতে উল্লেখ কৰা হৈছে যে, তেওঁ একক প্ৰচেষ্টাত 'উত্তৰণ' নামে এখন ত্ৰৈমাহিয়া সাহিত্য আলোচনী ১৯৯৩ চনৰপৰা নিয়মীয়াকৈ চলাই আহিছে। ৰতন বৰুৱা আৰু নাই।

## —অসম অইল কোম্পানীৰ মজদুৰ সংগঠন—
## সুভাষ বোসৰ নিৰ্দ্দেশ আৰু চৌখা সিঙৰ চেষ্টা



১৯৩৭ চনত অসম অইল কোম্পানীত কোনো মজদুৰ সংগঠন নাছিল। পেট্ৰোলিয়ামৰ একমাত্ৰ গুৰুত্বপূৰ্ণ বিদেশী তেল কোম্পানীৰ উদ্যোগটোত মজদুৰ সংগঠন কৰাৰ আৱশ্যকতাৰ কথা সৰ্ব্ব ভাৰতীয় স্তৰত আমাৰ নেতাসকলে চিন্তা কৰিছিল। ১৯২৯ চনত সুভাষ চন্দ্ৰ বোসে (নেতাজী) জামছেদপুৰৰ মজদুৰ নেতা চৌখা সিঙক অসম অইলত মজদুৰ সংগঠন কৰিবলৈ পঠাইছিল।

"The necessity of organising the industrial labour was keenly felt by the Socialists, Early in September 1929 Subhas Chandra Bose sent Chowkha Singh from Jamshedpur to Tinsukia to organise the Oil workers of the Assam Oil Company. Chowkha Singh succeeding in getting an audience of about 250 Oil workers of Tinsukia on 25 September 1929 and explained to them the necessity and function of trade union in protecting the interests of labour. He distributed pamphlets printed both in Hindi and Assamese formulating the demands which the labourers should make in future. Chowkha Singh and one of his lieutenants Swami Jitananda, addressed several public meetings from time to time in the subsequent period to gain the labourers confidence."

—Political History of Assam, Page 260

কিন্তু চৌখা সিং কৃতকাৰ্য্য নহ'ল। চাহাবৰ ভয়ত, চাকৰিৰ নিৰাপত্তাৰ খাতিৰত, কোনোৱে মজদুৰ ইউনিয়ন কৰিবলৈ আগবাঢ়ি নাহিল। মই ১৯৩৬ চনত ডিগবৈলৈ আহি কোনো শ্ৰমিক ইউনিয়ন পোৱা নাছিলোঁ বা ইউনিয়ন গঠন সম্পৰ্কে শ্ৰমিকৰ মাজত কোনো আলোচনা হোৱাও শুনা নাছিলোঁ। অৱশ্যে চৌখা সিঙৰ নাম মানুহৰ মুখত মাজে-মধ্যে শুনাইছিল। ইউনিয়ন গঠন হোৱাৰ পাচত ১৯৩৮ চনত চৌখা সিং আকৌ এবাৰ ডিগবৈলৈ আহি, ইউনিয়নৰ সাধাৰণ সভাত ভাষণ দি, আনন্দ প্ৰকাশ কৰিছিল।

## পণ্ডিত জৱাহৰলাল নেহৰুৰ প্ৰথম ডিগবৈ ভ্ৰমণ



১৯৩৭ চনত অসমৰ কংগ্ৰেছ মন্ত্ৰী সভা গঠনৰ সম্ভাৱনীয়তা পৰীক্ষা কৰি চাবৰ কাৰণে, ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি সুভাষ চন্দ্ৰ বোস আৰু পণ্ডিত জৱহাৰলাল নেহৰু অগাপিচাকৈ অসমলৈ আহিছিল। সেই চেগতে নেহৰু ডিগবৈলৈকো আহিছিল।

নেহৰু অহাৰ কথা শুনি, ডিগবৈৰ ৰাইজৰ মাজত এটা অভূতপূৰ্ব্ব জাগৰণ আহিছিল। তেখেতক আদৰিবলৈ চৰ্দ্দাৰ মোহন সিঙক সভাপতি হিচাপে লৈ এখন অভ্যৰ্থনা সমিতি গঠন কৰা হৈছিল আৰু 'গাৰ্ড অব অনাৰ' দিবৰ কাৰণে ৩৫০জন স্বেচ্ছাসেৱকৰ বাহিনী এটা প্ৰস্তুত কৰি তুলিবলৈ শ্ৰীপীযূষ কান্তি দেবক ভাৰ দিয়া হৈছিল। আমাৰ সকলোকে আচৰিত কৰি অসম অইল কোম্পানীৰ জেনেৰেল মেনেজাৰ মিঃ ডব্লিউ. ফ্লেমিঙে (Mr. W. Fleming) নেহৰুক তিনিচুকীয়াৰপৰা অনাৰ আৰু প্ৰাৰম্ভিক অভ্যৰ্থনাৰ ভাৰ লৈছিল। সঁচা-মিচা ক'ব নোৱাৰোঁ, ৰাষ্ট্ৰ হৈ পৰিছিল যে, ফ্লেমিং চাহাব হেনো লণ্ডনত নেহৰুৰ সহপাঠী আছিল। ফ্লেমিঙৰ আচৰণে সৰ্ব্ব সাধাৰণ মানুহৰ মনৰপৰা কোনো কংগ্ৰেছী নেতাৰ সভাত যোগ দিবলৈ থকা মনৰ শঙ্কা নিৰসন কৰিছিল।

ফ্লেমিং চাহাবে নেহৰুক আনি জুবিলি ফিল্ডত অভ্যৰ্থনা সমিতিৰ সভাপতি চৰ্দ্দাৰ মোহন সিঙৰ লগত পৰিচয় কৰাই দি, তেখেত গুচি গৈছিল। সমস্ত জুবিলি খেলপথাৰ দৰ্শকেৰে ঠাহ খাই পৰিছিল।

অভ্যৰ্থনা সমিতিৰ সভাপতি চৰ্দ্দাৰ মোহন সিঙে নেহৰুক মালা পিন্ধাই, মঞ্চলৈ আগবঢ়াই নিছিল। ৰাইজৰ হৈ আদৰণি ভাষণো তেখেতেই পঢ়িছিল।

৩৫০ জন স্বেচ্ছা সেৱকে বগা খদ্দৰৰ 'ইউনিফৰ্ম' পৰিধান কৰি, মূৰত গান্ধী টুপীৰে সৈতে শাৰী পাতি থিয় হৈ, পীযূষ কান্তিদেবৰ নেতৃত্বত সম্পূৰ্ণ সৈনিকৰ কায়দাৰে 'গাৰ্ড অব্ অ'নাৰ' দিয়াৰ দৃশ্য অতি আকৰ্ষণীয় আছিল। ডিগবৈৰ ই এটা নতুন কথা, নতুন প্ৰেৰণাৰ উৎস আছিল। মোৰো এজন স্বেচ্ছাসেৱক হোৱাৰ সৌভাগ্য হৈছিল। সিদিনাখন সেই মুহূৰ্ত্তত বগা 'কাবুলী পাগ'টোৰে সৈতে বগা খদ্দৰৰ লং পেন্ট-চাৰ্টেৰে 'ইউনিফৰ্ম' পৰিধান কৰি, গাত চামৰাৰ বেল্ট লগাই, সুন্দৰ, সুঠাম, ওখ দেহৰ পীযূষ কান্তি দেবে যেতিয়া আমাক কমাণ্ড দিছিল, তেতিয়া দৰ্শকে থৰ লাগি, পৰম তৃপ্তিৰে, সেই দৃশ্য উপভোগ কৰিছিল। তেখেতৰ চেহেৰা, পোচাক আৰু কমাণ্ডৰ ভঙ্গীয়ে নেহৰুকো আকৰ্ষিত কৰিছিল। স্বেচ্ছাসেৱকসকলে ২৫ দিন ধৰি কৰা আখৰা আৰু পীযূষ দেবৰ চেষ্টা, সাৰ্থক হৈছিল।

## 'অসম অইল কোম্পানী লেবাৰ ইউনিয়ন'

নেহৰুৰে ভাষণ প্ৰসঙ্গত তেতিয়ালৈকে শ্ৰমিক সকলৰ কোনো সংগঠন নথকাত আশ্চৰ্য্য



প্ৰকাশ কৰিছিল। তেখেতে শ্ৰমিক সংগঠনৰ কাৰ্য্যকাৰিতাৰ বিষয়ে বহলাই ব্যাখ্যা কৰি উদ্যোগত শ্ৰমিকৰ ন্যায্য অধিকাৰ সাব্যস্ত কৰিবৰ কাৰণে ভয়-ভীত এৰি অনতিপলমে শ্ৰমিক সংগঠন গঢ়ি তুলিবলৈ, ডিগবৈৰ শ্ৰমিকসকলক উদাত্ত আহ্বান জনাইছিল।

নেহৰু গ'ল। কিন্তু নেহৰুৰ আহ্বানে তেল শ্ৰমিকসকলৰ প্ৰাণলৈ সাহস আনিছিল— চকুত ভৱিষ্যৎ গৌৰৱময় আশাৰ ৰেঙনি জিলিকি উঠিছিল। তাৰ কেইদিনমানৰ পাচতে ২ নং বৰবিল গাৱঁৰ পথাৰৰ মুকলি পঁজা ঘৰ এটাত কেইগৰাকীমান উদ্যোগী কৰ্ম্মীয়ে সংগোপনে আলোচনা কৰি, 'অসম অইল কোম্পানী লেবাৰ ইউনিয়ন' (A.O.C. Labour Union) নামকৰণেৰে মজদুৰ ইউনিয়ন কৰাৰ সিদ্ধান্ত কৰি, নিম্ন লিখিত সকলক লৈ, এখন অস্থায়ী কমিটি গঠন কৰিছিল।



সভাপতি—জগন্নাথ উপাধ্যায়, উপ-সভাপতি—সাধু সিং, যুটীয়া সম্পাদক—মহম্মদ আহমদ চৌধুৰী আৰু যদুনাথ ভূঞা, সংগঠক আৰু স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক মহম্মদ চফি। সদস্যসকল—বদৰুদ্দিন আহমদ, হৰনাম সিং, ভক্ত বাহাদুৰ প্ৰধান, সত্যেন চক্ৰৱৰ্ত্তী, প্ৰীতম সিং, বেলা সিং আৰু ৪।৫ জন (নামবোৰ পাহৰিলোঁ) আছিল। সভ্য ভৰ্ত্তিৰ কাম আৰম্ভ হ'ল। কলিকতাৰ ট্ৰেড ইউনিয়ন অভিজ্ঞ সুধীন্দ্ৰ পৰমাণিকক পৰামৰ্শদাতা কৰি অনা হ'ল।

২২-২-৩৮ তাৰিখে অসম অইল কোম্পানীৰ মজদুৰ সকলৰ (মজদুৰ অৰ্থে সকলো কৰ্ম্মচাৰীকে বুজোৱা হৈছে) সাধাৰণ সভাত ৰাজহুৱা ভাবে 'অসম অইল কোম্পানী লেবাৰ ইউনিয়ন' গঠন কৰি, বিধিসঙ্গত ভাবে কমিটিৰ সদস্যসকল নিৰ্ব্বাচিত হোৱা বুলি ঘোষণা কৰিছিল আৰু তৎকালিক ভাবে ইউনিয়নক স্বীকৃতি দিবলৈ দাবী কৰি প্ৰস্তাৱ গ্ৰহণ কৰিছিল। এই সভাতে ভক্ত বাহাদুৰ প্ৰধানক আন এজন উপ-সভাপতি কৰা হৈছিল।



২৯-৪-৩৮ তাৰিখে কোম্পানীয়ে স্বীকৃতিৰ কথা বিবেচনা কৰিবলৈ, ইউনিয়ন পঞ্জীভূক্ত হোৱাৰ কথা উল্লেখ কৰি, ইউনিয়নৰ নিয়মাৱলী বিচাৰি, ইউনিয়নলৈ চিঠি দিছিল। ইউনিয়নে কোম্পানীৰ চিঠিৰ উত্তৰ নিদিয়াকে, ২০-৬-৩৮ তাৰিখে ১৯২৯ চনৰ ট্ৰেড ইউনিয়ন এক্ট অনুসৰি, ইউনিয়নক পঞ্জীভূক্ত কৰিবলৈ চৰকাৰলৈ দৰ্খাস্ত কৰিছিল। ৭-৮-৩৮



তাৰিখে পঞ্জীয়নৰ প্ৰমাণ পত্ৰ পাইছিল। পঞ্জীয়ন নম্বৰ আছিল ৩। পঞ্জীভূক্ত হোৱাৰ আগতে ২৭-৭-৩৮ তাৰিখে ইউনিয়নৰ সভা পাতি, কোম্পানীৰ চিঠিৰ কোনো জবাব নিদিয়াকৈ, ১২ টা দাবী সম্বলিত দাবীনামা এখন কোম্পানীৰ ওচৰত পেচ কৰিছিল আৰু ১৪ দিনৰ ভিতৰত দাবী পূৰণ নকৰিলে, কঠোৰ ব্যৱস্থা (Drastic Speps) লোৱা হ'ব বুলিও সঁকিয়াই দিছিল। দাবীবোৰৰ প্ৰথম আৰু প্ৰধান দাবী আছিল ইউনিয়নক বিনাচৰ্ত্তে কোম্পানীৰ স্বীকৃতি প্ৰদান। এই দাবীৰ সম্পৰ্কত কোম্পানীয়ে লিখিছিল—"..............unconditional recognition means accepting with his eyes shut. So the Company must see what the facts are about the union." ইউনিয়নে ইয়াৰ কোনো জবাব নিদি, দাবী পূৰণৰ কাৰণে ১৪ দিনৰ সময় দি, চিঠি দিয়াত কোম্পানীয়ে ইউনিয়নৰ দাবীবোৰৰ যুক্তিযুক্ততা বিচাৰ কৰি দিবলৈ, Trade Union Actৰ ৩ ধাৰা অনুসৰি, এখন "Court of Enquiry" গঠন কৰি দিবৰ কাৰণে, ৩০-৭-৩৮ তাৰিখে চৰকাৰক নিবেদন কৰিছিল। ১-৮-৩৮ তাৰিখে কোম্পানীয়ে ইউনিয়নক এই কথা জনাই দিছিল।

ইউনিয়নৰ দাবী আৰু কোম্পানীৰ উত্তৰ পোৱাৰ পাচত, অসম চৰকাৰে ১৬-৮-৩৮ তাৰিখে Gazatte Notification No.5259 G-J অনুসৰি দুয়ো পক্ষকে আৱশ্যকীয় জাননী দি, Court of Enquiry (তদন্ত আয়োগ) গঠন কৰি দিছিল।

## ডিগবৈ তদন্ত আয়োগ গঠন
## GAZZATTE NOTIFICATION

*The 16th August 1938*

No. 5295 G.J.—Whereas a trade dispute is apprehanded between the Assam Oil Company Ltd. and the Assam Oil Company Labour Union and other employees of the said Company at Digboi and Tinsukia and it is expected that the following matters connected with or relevant to the dispute should be refered to a Court of Enquiry. namely—

1. The demands of the workers of the Assam Oil Company Ltd. and the replies of the Company in their General Notification [illegible]

July 1938 of which copies are appended sofar as they are available at present to the Government of Assam.

2. The wages paid by the Company and the bonus of work required for such wages.

3. The manner in which the said bonus of work compair with those in force in other industries in the Lakhimpur District.

4. The condition of service of the employees particulary in respect of housing, water supply, concervansy, hospital treatment, gratuity and pension, leave and security of employment.

5. The cause or causes of the apprehanded dispute.

Now therefore under the provision of section 3 of the Trade Dispute Act. 1929 (VII of 1929), as subsequently amended, the Governor is pleased to refer the said matters to the following Board of Enquiry—

1. J.C. Higgins C.I.E, I.C.S................Chairman

2. Khan Bahadur Moulabi Sayeedur Rahman M.A., B.L, M.L.A.......Member

3. Srijut Omeo Kumar Das B.A., M.L.A.............. Member

এই কমিটিৰ প্ৰতিবেদন ১৯৩৯ চনৰ ৭ জানুৱাৰী তাৰিখে দাখিল কৰিছিল। তলত ইউনিয়নৰ দাবী, প্ৰতিটো দাবীৰ বিপৰীতে কোম্পানীৰ উত্তৰ আৰু বিচাৰ কৰি দিয়া তদন্ত আয়োগৰ অনুমোদন তথা Recommendation দিয়া হ'ল।

## তদন্তৰ সময়ত উভয় পক্ষকে প্ৰতিনিধিত্ব কৰা ব্যক্তিসকল

Trade Dispute Act.ৰ ১৯ নং ধাৰা অনুসৰি, গৱৰ্ণৰে বান্ধি দিয়া ২৬ নং নিয়ম অনুসৰি, নিজৰ নিজৰ যুক্তি ডাঙি ধৰিবৰ কাৰণে কোম্পানীক প্ৰতিনিধিত্ব কৰিছিল কোম্পানীৰ জেনেৰেল মেনেজাৰ মিঃ এইচ. এচ. বলবি (Mr. H. S. Bowlbi) আৰু কোম্পানীৰ উকীল মিঃ এফ. চি. ব্ৰছাৰে (Mr. F. C. Brosher)।

ইউনিয়নক প্ৰতিনিধিত্ব কৰিছিল ফখৰুদ্দিন আলি আহমদ বাৰ-এট-ল দেৱে। কিন্তু শেষলৈ আহমদদেৱ অসম চৰকাৰৰ মন্ত্ৰী হৈ যোৱাত তেখেতৰ ঠাইত কলিকতাৰ বিখ্যাত উকীল সন্তোষ কুমাৰ বসুৱে প্ৰতিনিধিত্ব কৰিছিল।

## ইউনিয়নৰ দাবী, কোম্পানীৰ উত্তৰ আৰু আয়োগৰ অনুমোদন

তলত পাঠকৰ সুবিধাৰ্থে ইউনিয়নৰ দাবী আৰু প্ৰতিটো দাবীৰ বিপৰীতে কোম্পানীৰ উত্তৰ, লগতে আয়োগৰ অনুমোদন (Recommendation) দিয়া হ'ল।

## GENERAL DEMANDS OF WORKERS
## ASSAM OIL COMPANY LTD.,
## Submitted on 27-7-38

**Demand No. 1 and Company's reply thereto on 29-7-38**

Unconditional recognition of Assam Oil Company Labour Union.

### COMPANY'S REPLY

1. The Company is replying at once to the demands so that all men may know the Company's Views. But unconditional recognition means accepting something we know nothing about and just as a man does not buy something with his eyes shut. So the Company must see what the facts are about the Union.

The Company's letter of 29th April stated the satisfactory answers were required to certatin questions. These included

(a) Do the Union's members represent a large body of the Company's workmen?

(b) Whether its President and committee were properly elected by the members?

(c) Are the Union's rules properly framed?

But the letter was written to show the points which occured to us at the time to which the founders of a sound union should give special attention. We had hoped that an early reply would have enabled us to give advice, which we are still ready to give.

The Company has been and is ready to recognise a sound union, but would expect that when properly formed it would be registered.

### RECOMMENDATION OF THE COURT

The preliminery recognition of the Union by the Company as a conciliatory gesture followed by :—

(1) A friendly an immediate discussion by the representative of both sides of the Union's rules and condition and of the Company's conditions of recognition.

(2) Some relaxation of the condition suggested by the Company.

(3) An improvement in the organisation of the Union.

(4) The maintenance of a friendly spirit towards the Company by the

Union.

**Demands No. 2**

Immediate general increment on the following basis—

(a) Annas 8 per rupee to workers drawing wages up to Rs. 30 per month

(b) Annas 5 per rupee to workers drawing wages over Rs. 30 to 50 per month.

(c) Annas 4 per rupee to workers drawing wages over Rs. 50 to Rs. 100 per month.

(d) Annas 2 per rupee to workers drawing wages over Rs. 100 to 150 per month.

## COMPANY'S REPLY

2. The case of a large number of men who had gained knowledge and skill by experience have been recently dealt with and many who were on 12 annas and 14 annas have received increment.

It is well known that Company's lowest rate of pay are very much higher than anywhere else in Assam and as best as high as any ruling elsewhere in India. We cannot admit any case for general increment.

## RECOMMENDATION OF THE COURT

(5) As regards the higher grades of wage earners and the salaried employees including compounders were are agreed that the rates of pay are sufficient.

(6) As regards the unskilled and semi skilled labour, the Chairman and Khan Bahadur Sayeedur Rahman are of opinion that the existing rates are sufficient.

(7) Mr. Omeo Kumar Das considers that the rates of three classes of labourers should be slighthy increased. Reasons are—(1) The high cost of living at Digboi. (2) The lack of subsidiary occupations and (3) The inability of the women and children of the family to contribute to the family earnings as on tea gardens and elsewhere.

**Demand No. 3**

Introduction of grade system with provision for annual increment. In giving increments and fixing grades due consideration should be given to seniority of service.

## COMPANY'S REPLY

3. It is well known that a grade system has been in use for years. The lowest grade of fitter, for example, is Rs. 1-2 per day for whom these are (very few) and the highest Rs. 3.8 per day. The average rates for fitters is Rs. 2/- per day. The present rule is that such increments do not depend on length of service but are made within a man's grade in accordance with skill and craftsmanship. Investigation are constantly being made in departments to see which skilled men deserve increment and over 1,000 men were given increment in 1937.

The Company is not prepared to change this rule.

## RECOMMENDATION OF THE COURT

(8) The consideration by the Company of the possibility of a time scale among its unskilled and semiskilled workers.

(9) The consideration by the Company of the possibility of promotion by transfer for employees whose chances of advancement in their own department are small.

(10) The considerction by the Company of the possibility of granting personal allowances in case of hardship through failure to obtain promotion or increment of pay.

(11) That the Chief Inspectar of Factories should be instructed by Government to examine the adequecy of the protection allowed by the welding glasses provided by the Company to its employees.

(12) The Chief Inspector of Factories should be instructed by Government to keep a watch on the incidence of occupational diseases and that to assist him in this duty, the company should instruct its Chief Mdeical Officer to maintain a record of such diseases, when they come to his notice or to that of his subordinate medical staff.

**Demand No. 4**

Forty four hours a week for all workers including Medical Staff, Sweepers, Production Department, Chowkidars and Bungalow Servants.

## COMPANY'S REPLY

4. Early this year we fixed 45½ hour week for men on daily rates. This is in advance of other employees and we are not prepared to reduce to 44 hours.

Bungalow servants are not Company employees. They are registered to enable them to get free medical and hospital treatment.

## RECOMMENDATION OF OTHER TWO MEMBERS OTHER THAN THE CHAIRMAN

(13) "........................ we recommend to the Company to reduce to working hours from 45½ to 44 hours reducing 1½ hours on Saturday."

## CHAIRMAN'S OPINION

"The 45½ hour week is by no means exesive and there is no necessity to reduce it."

**Demand No. 5**

Service rules with provision for gratuity, old age pension, one month privilege leave, festival leave on gazzetted holidays, casual leave and sick leave with full pay.

## COMPANY'S REPLY

5. Granting an old age pension, men should join the Company's Provident Funds which are intended to make provision instead of gratuities and old age pension.

   Those wherever in the Company's service before the Provident Fund existed or before it was well known, have been provided for in the the matter of gratuites, but everyone now knows about Provident Fund and those who do not join are reducing their own benefit.

   One month privilege leave, festival leave and casual leave:— The Company's rules for men on daily rates provide for 14 days leave on full pay for each year of service, in addition to 3 days religious holdiays in full pay, with double pay for those who are needed to work on these 3 holidays. Hardly any Companies grant as much as this even in Amerika and England.

   The Company is not prepared to increase beyond 17 days per year.

   Sick leave with full pay—

   The present ruling is half pay for first 7 days of each sickness and full pay there after upto 90 days in all per year.

   This ensures that all cases of real misfortune are provided for. It is men who are a long time ill who need most help.

   The Company is not changing this rule.

## RECOMMENDATION OF THE COURT

(14) The grant by the Company of those religious holidays with pay allowed by Government to Post Office workers.

(15) The re-employment by the Company of Abdullah (Witness No. 17) provided he agrees to obey orders.

(16) The re-employment by the Company in a job for which he is physically fitted of Satya Narayan (Witness No. 61)

(17) The consideration by the Company of the possibility of re-employing Ramani Mohan Dey (Witness No. 20)

(18) The establishment by the Company of a workers Committee on Labour Council.

(19) The framing of service Rules Governing questions of punishment, dismisal and discharge.

(20) The condification Service Rules and notification, dealing with condition of service.

(21) That the signature of man warned or punished should be recorded on their service cards or in a register or both.

(22) The examination of Gopi Mohan Ray (Witness No. 31) with the object of ascertaining whether the effects of his injury entitled him to compensation.

**Demand No. 6**

Security of Service and adequate compensation in case of wrongful dismisal a machinery consisting of representative of employees and of the union should be set up to deal with suspensions/dismisal.

## COMPANY'S REPLY

6. We have taken great care to ensure the greatest possible security of service for all employees and to try to cut out all forms of baksheesh. The Labour Superintendent makes strict enquiries in all cases and no appeal to the General Manager is left unheard. We have never refused to consider the evidence of third parties and we have given a hearing to religious bodies and such like. We are always prepared to consider the evidence and views of third parties including those of a properly constituted Union but the final decision in all such cases must rest with the General Manager.

- Regarding Compensation for wrongful dismisal we have no intention of permitting wrongful dismisal.

## RECOMENDATION OF THE COURT

(23) That there is no ground for complaint regarding the payment of Compensation for injuries. The Company's policy appears to be generous than otherwise.

**Demand No. 7**

Proper quarters to all workers with due regard to the number of family members and with electric light and sufficient water supply, family quarters to be immediately provided with tap and flush latrines inside, arrangement for proper ventilation to all barracks, cemented floor and Verandah on both sides, ceiling, seperate Kitchen and fuel shed and more latrines for all the barracks. House allowance to be given to those workers whom the management fails to provide with quarters.

## COMPANY'S REPLY

7. (a) The Company has been continually building and is spending lakhs of rupees every year on more and more houses. No demand from anyone has been needed to make us do this and it is well known that this programme of building is still going on.

The provision of housing is an act of good will by the Company and we are not prepared to pay house rent to those not housed.

So far as may be possible the rate of building will be speeded up.

The number of members of the family has consideration, but the overall size of a Company house must have some relationship with the job the man holds in the Company. New quarters are being designed and Junior Mistries will get them according to Seniority.

(b) We cannot undertake to instal light in every workman's quarter but we shall continue the programme of improving lighting in housing areas.

(c) Water Supply—All employees have pure artesian well water for drinking and for bathing. In Digboi there was much waste and a man who fixes a tap open is robbing his 'bhai' trying to get water at another tap.

In some cases the Company can help by putting in larger main pipes and this being done.

We are not prepared to put individual taps in every quarter but if it cannot be shown that any taps are inconveniently placed they will be moved if possible.

(d) Flush latrines—M.O. had already recommendal that flush latrines be supplied in Clarical and Mistry married quarters and the quarters about to be built for them will include this.

Changing over old quarters to water flush will take place.

(e) It was unnecessary to mention a demand for Ventilation of C.E.2 quarter and for ceilings since everybody knows that not only

had all such quarters Ventilation in the back wall but the Company has been for a long time building all new quarters with front windows also and has been putting windows in to old quarters as fast as the houses can be completed for the purpose. It is also well known that we have been filling pucca fire places and chimnys and new ceilings to these quarters. We point out that this paragraph refers to houses for the lowest paid workmen and clearly shows that the Company has been serving to their comfort.

(f) Cement Floor—M.O. had also recommmended this and it is part of the Company's programme but more urgent work had to be done first. This refers to C.E.2 quarters as in (e) above.

(g) We are not prepared to supply a Verandah on both sides as suggested.

(h) We are not prepared to supply seperate kitchen and fuel shed for C.E.2 quarters.

(i) We already supply extra latrines wherever congestion is proved.

## RECOMMENDATION OF THE COURT

(24) That the programme of the construction of quarters for employees who have none should be speeded up as far as possible.

(25) That the Company should try to ascertain the real housing requirements of the Tinsukia labour force and draw up its programme accordingly.

(26) That the programme of the improvement of unsatisfactory quarter should be speeded up as far as possible.

(27) Modification of the the type mistries and clerks married quarters.

(28) The construction fo sufficient quarters for men with large families as soon as possible.

(29) A moderate increase in the number of quarters taps serving the labour lines.

(30) The grant of a small house allownace to employees for whom no accomodation is available.

**Demand No. 8**

In filling up vacancies in senior posts, first preference be given to existing workers according to efficiency and seniority of service

## COMPANY'S REPLY

8. This is already done where employee is considered suitable.

## RECOMMEDATION OF THE COURT

(31) A work Council might be useful in ventilating grivances and to enable the company to explain its point of views. But in this matter again we must remind the union that the employers must have the last word.

**Demand No. 9**

Existing system of registering candidates and appointing workers should be radically changed and replaced by competitive examination system, a board consisting of equal member of representative of the Union and of the Management to be set up for the purpose.

## COMPANY'S REPLY

9. The Company's system is designed to prevent the passing of 'bakshees' and make the getting of jobs fair and open.

   We shall continue to make appointment in the present way.

## RECOMMENDATION OF THE COURT

(32) The selection of the Company's employees is no concern of the Union or any present employee. An employer must be permitted to engage the men he considers suitable for his work.

**Demand No. 10**

Candidates of waiting list should be provided with quarter, fooding allowances and medical aid till appointment. In case of all vacancies, registered candidates must be given first chance according to priority of registration and efficiency.

## COMPANY'S REPLY

10. Tne waiting list is for the convenience of the applicants, not for the convenience of the Company. If we had no waiting list hundreds more would be standing at the labour office daily.

    When applicants are registered we grant free medical attention to men who can be helped to get well enough to be accepted on the waiting list.

    We shall not do more than this.

## RECOMMENDATION OF THE COURT

(33) That an employer must of necessity possess not only the last word but the only say in the question of whom he employs. It is a matter of no concern whatever to his other employees, nor have other candidates any legitimate place in a labour union compared of his employees and representing their interests.

**Demand No. 11**

Introduction of profit sharing bonus system

## COMPANY'S REPLY

11. The company's Provident Fund schemes are open to all. We have authentic information that the Company's basic rates are much higher than in places where such bonuses have been granted. Thus a man who is on Company Provident Fund gets very much more per annum in wages and Provident Fund than he could get elsewhere in wages and Provident Fund and bonus.

Also since wages are higher sick pay and leave pay are also higher here.

## RECOMENDATION OF THE COURT

(34) Possibly the Company might consider the introduction of an 'Efficiency Bonus' which has the approval of the Royal Commission.

**Demand No. 12**

All other minor grivances should be given due consideration by the Management according to representations of the Union.

## COMPANY'S REPLY

12. The Company is alsays ready to consider grivances when they are put forward in the proper quarter.

## RECOMMENDATION BY KHAN BAHADUR SAYEEDUR RAHMAN AND OMEO KUMAR DAS

(1) The modification of the system of granting skilled workers and the institution of a time-scale withen each grade.

(2) The adoption by the Company of a 44 hours week.

(3) The grant by the Company of full pay the 1st 7 days of sick leave.

(4) The re-employment by the Company of Hari Nath Mazumder (Witness No. 61)

(5) The grant of three months sick leave to Safar Khan (Witness No. 62)

(6) The payment of the exgratia bonus to Abdul Rashid (Witness No.65)

(7) The framing of Service Rules ensuring seaurity of Service.

(8) Strict enforcement by the Company of its rules forbiding bachelors and families in the same row of barracks.

(9) The necessity for a close and constant supervision of the hospital diet.

(10) The consideration by the Company of the possibility of appointing 'Health Officer'.

**BY OMEO KUMAR DAS**

An increase in rates of pay of the Company's unskilled and semi-skilled labour.

**BY THE CHAIRMAN**

(1) That in order to avoid any possibility of misrepresentation in future cards should be maintained for bungalow servants not employed by the Company.

(2) That the Company should consider the possible re-employment of Safer Khan (Witness No. 62) in same sedetary occupation for which he may be medically fit.

## কোম্পানী আৰু ইউনিয়নৰ স্থিতি

তদন্ত আয়োগৰ এই প্ৰতিবেদনত সেই সময়ৰ কোম্পানীৰ মেনেজমেণ্ট আৰু ইউনিয়ন কমিটিৰ অভিজ্ঞতা, সৌজন্যবোধ আৰু প্ৰকট 'ৰণং দেহি' মনোভাবৰ উমান পোৱা যায়। ইউনিয়নক স্বীকৃতি দিবলৈ আপত্তি কৰাৰ কোম্পানীৰ ভাষ্য আছিল—"..................is ready to recognise a sound union." তদন্ত আয়োগে প্ৰতিবেদনত লিখিছে—"The Company is prepared to recognise a properly recognised Trade Union, which is generally representative of the Company's Employees." কোম্পানীয়ে ভদ্ৰ ভাষাৰে কৰা এই আপত্তিৰ বিপৰীতে তদন্ত আয়োগে 'Royal Commissionৰ ৰিপোৰ্টৰপৰা কেইটামান উদ্ধৃতিৰে কোম্পানীৰ আপত্তি খণ্ডন কৰিছিল। যেনে—৩২৪ পৃষ্ঠাত আছে—"The fact that a union consists of only a minority of employees is no adequate reason for withholding recognition" ৩২৩ পৃষ্ঠাত আছে—"The Royal Commission has recorded its opinion that the Trade Union movement in India, cannot but be expected to begin at the stage achieved in other countries through long experience and after many vicissitudes."

Royal Commissionৰ ৰিপোৰ্টকে ভিত্তি হিচাপে লৈ, কোম্পানীক আয়োগে পৰামৰ্শ দিছিল—"................we would suggest to the Company, therefore, it should not insist too rigidly on the representation Character of the union or on the observation of strict formalities in connection with its institution and management, but should accord it early recognition and negotiate on the rules and formalities later. As regards the representative character of the union it is very obviously desirable that its membership should be as comprehensive as possible, in its own interest as well as in the interest of the employees generally.

এই সম্পৰ্কত ইউনিয়নৰ দুৰ্বলতাবিলাকো সঁকীয়াই দি, কোম্পানীৰ আপত্তিবোৰৰ যথাৰ্থতা আছিল বুলি কৈছিল। ইউনিয়নৰ প্ৰতি পৰামৰ্শ আছিল—"............But we do

desire to draw the attention of the Labour Union to the obvious and urgent necessity of placing its affairs on a more business like footing. The evidence of the Joint Secretary (Witness No. 1) showed that there is considerable lack of organisation at present. The executive of the Labour Union would do well to study the recomendations of the Royal Commission on the management and orgainsation of trade union. They should also be well advised to make themselves familiar with the provision of the Indian Trade Union Act. XVI of 1926. Under this Act., their liabilities does not end with registration. Section 28 lays down that they are to submit certain statements and returns to the Registrar of Trade Union appointed by Government. The evidence of the secretary makes it very clear that they will not be in a position to submit those when called upon to do so and failures entails penalties under section 31. Some measures of organisation, therefore, is not only desirable in the interests of efficiency and with the object of gaining the respectful rather than the grudging recognition of the Company. It is also essential if the union and its executives are to avoid incurring penalties."

এই আয়োগৰ এই প্ৰতিবেদনত ইউনিয়নৰ কৰ্ম্মকৰ্ত্তা সকলক অতি কঠোৰ ভাষাত সমালোচনা কৰা হৈছে। তলত দিয়া অংশটোৰপৰাই সেই সময়ত এ.ও.চি লেবাৰ ইউনিয়নৰ ভিতৰ চ'ৰাৰ বাস্তব অৱস্থা আৰু নেতাসকলৰ জ্ঞান, বুদ্ধি আৰু ব্যৱহাৰৰ সম্যক ধাৰণা কৰিব পাৰি।

"Another point on which we would offer advice to the Labour Union is the attitude it has adopted as against the Company. The formation of a Union undoubtedly confers strength upon the body of employees. But this occasion to strength in no way makes it necessary or desirable to make a display of it, still less so in a violent and tyrannical manner. The formation of an union undoubtedly leads to the discovery of grivances and leads to their being voiced with greater facility and greater strength. But it is matter of regret if the discovery of grivances should be allowed to lead to rancour and bitterness, and if real grivances should be allowed to breed imaginery ones. We trust that the executive of the Labour Union will do everything in their power of check the unfortunate tendency in all these directions which has manifested itself at times during the dispute. We cannot but condemn such behaviour as the burning of the net undesirable bulletin of the Company regarding the recognition of the union an act calculated to inflame the minds of the ignorent. We disapprove of a spirit which led to deliberate failure to reply to a not discourteous letter of the Company. We should disapprove very strongly of any attempt to introduce a racial element into the dispute, and we also advise the union to avoid, as far possible, any element of communalism in its <u>organisation.</u> While congratulating the Labour Union on its efforts to ventilate real grivances and over looking reasonable exaggeration in its demands, as affording a basis for bargaining. We cannot but reprehend certain officials and members of the union for statements in their evidences which were either incorrect or so exaggerated as to decieve the Court. All Their faults and excesses are calculated to ham-

**per the progress of the union by rendering it an object of suspition both to the Company and to the Government and by engendering a spirit of bad feeling inimical to the consideration of and negotiation regarding grivances."**

## এ.ও.চি. লেবাৰ ইউনিয়নৰ ধৰ্ম্মঘট ঘোষণা

চৰ্ত্ত বিহীন স্বীকৃতি দিবলৈ কোম্পানীয়ে শেষ-শেষলৈকে আপত্তি নকৰি লিখিছিল—"The Company is prepared to recognise a properly organised Trade Union which is generally representative of the Company's employees." তদন্ত আয়োগে কোম্পানীৰ যুক্তিৰ যথাৰ্থতা স্বীকাৰ কৰিও উভয় পক্ষৰ মাজত সমিল-মিলেৰে, বুজা-পৰাত আহিবৰ কাৰণে আয়োগে প্ৰথমতে স্বীকৃতি দি, পাচত আলোচনাৰ যোগে, পালিবলগীয়া নিয়ম আদি ঠিক কৰি ল'বলৈ কোম্পানীক পৰামৰ্শ দিছিল আৰু ভাবিছিল যে, কোম্পানীৰ এনে কাৰ্য্যই "Will creat a more favourable atmosphere for their discussion and will induce the Labour Union to adopt a more friendly referred to before us on behalf of the union as having been persisted in by the Company in their subsequent dealings with the union."

এই প্ৰতিবেদনৰ ওপৰত আলোচনা কৰি, কোম্পানী আৰু ইউনিয়ন কোনো মীমাংসালৈ আহিব নোৱাৰিলে। আলোচনা চলি থাকোঁতেই কোম্পানীয়ে কেইজনমান কৰ্ম্মচাৰীক এক পক্ষীয় ভাবে কামৰপৰা বৰ্খাস্ত কৰিছিল। তদুপৰি ১৯৩৯ চনৰ ২০ মাৰ্চ্চ তাৰিখে এ.ও.চি. লেবাৰ ইউনিয়নক স্বীকৃতি দিয়াৰ পাচতো, কোম্পানীয়ে ইউনিয়নৰ সদস্য নোহোৱা কৰ্ম্মচাৰীকো মজদুৰৰ অভাৱ-অভিযোগ পোনে পোনে কোম্পানীক দিবলৈ উৎসাহিত কৰিছিল। কোম্পানীৰ এনে কামক ইউনিয়ন বিৰোধী বুলি ধৰা হৈছিল আৰু মজদুৰসকল বেছি সংগঠিত হৈছি- শেষত, ইউনিয়নে ১৯৩৯ চনৰ ৩ এপ্ৰিলৰপৰা ধৰ্ম্মঘট কৰাৰ সিদ্ধান্ত ঘোষণা কৰিলে। ধৰ্ম্মঘট পৰিচালনাৰ কাৰণে প্ৰমানিকক চেক্ৰেটৰী কৰি, এখন শক্তিশালী ধৰ্ম্মঘট কমিটিও কৰা হ'ল বিভিন্ন ভাষা, বিভিন্ন ধৰ্ম্ম, বিভিন্ন পদমৰ্য্যাদাৰে সানমিহিলি হৈ থকা, প্ৰায় ছয় হাজাৰ শ্ৰমিকে (ঠিকাদাৰ মজদুৰক বাদ দি) এক মুঠ হৈ, ধৰ্ম্মঘট চলাই যাব পাৰিব বুলি কোম্পানীয়ে ভবা নাছিল। ধৰ্ম্মঘটৰ জাননী দিয়াৰ পাচতো কোনো আলোচনাই ফল নিদিলে। জাননী অনুসৰি ১৯৩৯ চনৰ ৩ এপ্ৰিলৰপৰা ধৰ্ম্মঘট আৰম্ভ হ'ল। ধৰ্ম্মঘট সৰ্ব্বাত্মক আছিল। এই ধৰ্ম্মঘট নিৰবচ্ছিন্ন ভাবে ৫ চেপ্তেম্বৰলৈকে ৫ মাহ ৩ দিন চলিছিল। ২য় মহাসমৰৰ চেলু লৈ, ৪ চেপ্তেম্বৰ তাৰিখে চৰকাৰে জৰুৰী আইন ঘোষণা কৰি, ধৰ্ম্মঘট ভাঙি নিদিয়াহেতেন আৰু কিমান দিন চলিলেহেতেন, অনুমান কৰা টান আছিল।

## ধৰ্ম্মঘটৰ প্ৰভাৱ আৰু পৰিণতি

শ্ৰমিকৰ সংগঠিকা শক্তি, ৰাজনৈতিক পৰিস্থিতি, ধৰ্ম্মঘটৰ ওপৰত দ্বিতীয় মহাসমৰৰ প্ৰভাৱ আৰু পৰিণতিৰ সম্যক ধাৰণাৰ কাৰণে, ডিগবৈ কলেজৰ স্মৃতিগ্ৰন্থ 'পঁচিছ বছৰ ডিগবৈ কলেজ'ত প্ৰকাশিত এই লিখকৰ 'এজন ধৰ্ম্মঘটকাৰীৰ অভিজ্ঞতা' শীৰ্ষক প্ৰবন্ধটোৰ পূৰ্ণ পাঠ দিয়া হ'ল।

"কোম্পানীয়ে কিন্তু মূলতঃ এইটো শ্ৰমিক আন্দোলন বুলি নাভাবি, বৃটিছ বিৰোধী, স্বাধীনতা আন্দোলনৰ এটা কৌশলগত সংগঠন বুলিহে ভাবিছিল। গতিকে ইয়াৰ কৰ্ম্মকৰ্তা সকলৰ ওপৰত চাৰিওফালৰপৰা চকু ৰাখিছিল। কোম্পানীৰ সেই সময়ৰ লেবাৰ চুপাৰিন্টেণ্ডেণ্ট টাউল্যাৰ চাহাব খবৰ সংগ্ৰহ কৰি আগে-ভাগে ব্যৱস্থা লোৱাত বৰ পটু আছিল। তেতিয়া ইউৰোপীয় উপায়ুক্ত মিঃ হিগিঞ্চ আৰু পুলিচ অধীক্ষক মিঃ ৰিডে কোম্পানীৰ লগত এটা হৈ, কাৰ্য্য নিৰ্ব্বাহ কৰিছিল। এহাতে ইউনিয়নৰ সংগঠন অধিক মজবুত হৈ পৰিছিল, আনহাতে কোম্পানীয়ে ইউনিয়নৰ দাবীৰ প্ৰতি কেৰেপ নকৰি, ইউনিয়নক স্বাধীনতা আন্দোলনৰ এটা অংশ বুলি ধৰি, কাৰ্য্য ব্যৱস্থা গ্ৰহণ কৰিছিল।

১৯৩৮ চনৰ ১৯ চেপ্তেম্বৰ তাৰিখে অসমৰ চাদুল্লা মন্ত্ৰী সভাৰ ঠাইত কংগ্ৰেছৰ বৰদলৈ মন্ত্ৰী সভাই কৰ্য্যভাৰ গ্ৰহণ কৰিছিল। ইউনিয়নে কংগ্ৰেছ তথা মন্ত্ৰীসকলৰ নৈতিক সমৰ্থন পাইছিল। এবছৰো অধিক কাল জুৰি কোম্পানীয়ে ইউনিয়নৰ দাবীৰ প্ৰতি অলপো কৰ্ণপাত নকৰিলে। (অৱশ্যে ইউনিয়নেও কিছুমান পালিবলগীয়া প্ৰাথমিক নিয়ম মনা নাছিল।) উপায়ান্তৰ হৈ ১৯৩৯ চনৰ ৩ এপ্ৰিল তাৰিখৰপৰা, শেষ অস্ত্ৰ হিচাপে, ধৰ্ম্মঘট কৰাৰ সিদ্ধান্ত ল'লে। তেতিয়ালৈকে ইউনিয়নৰ সংগঠনৰ সম্যক ধাৰণা কোম্পানীৰ নাছিল। ৩ এপ্ৰিল তাৰিখে যেতিয়া কোম্পানীৰ নানা প্ৰচাৰ চত্ত্বেও, কোনো মানুহ কামলৈ নগ'ল, তেতিয়াহে কোম্পানীৰ কাণ থিয় হৈছিল। হাজাৰ চেষ্টা আৰু প্ৰলোভন দেখুৱাইও মানুহক কামলৈ নিব নোৱাৰি, ঠিকাদাৰৰ সহায়ত বাহিৰৰপৰা নতুন মানুহ আনিবলৈ চেষ্টা কৰি, কোম্পানীৰ চাহাবসকল ইউনিয়নৰ স্বেচ্ছাসেৱক সকলৰ সেন চকুৰ কাৰণে কৃতকাৰ্য্য নহ'ল। ইউনিয়নৰ ফালৰপৰা স্বেচ্ছাসেৱক সকলক অধিক সতৰ্ক কৰি দিয়া হ'ল। অন্যান্য দিনৰ দৰে ১৮ এপ্ৰিল তাৰিখেও আবেলি চাহাবে গাড়ী লৈ, আন এখন গাড়ীত বন্দুকধাৰী পুলিচৰ দল এটা লগত লৈ, তেতিয়াৰ অসম ট্ৰাঙ্ক ৰ'ড আৰু এতিয়াৰ ৰাষ্ট্ৰীয় ঘাই পথেৰে বগাপানীৰ ফাললৈ যোৱা দেখা গৈছিল। সেচ্ছাসেৱক সকলে মানুহ আনিবলৈ যোৱা বুলি ধৰি লৈ, মানুহ আনিলে বাধা দিবৰ কাৰণে সাজু হৈ ৰ'ল। সেই সময়ত কোম্পানীয়ে কৰ্ম্মচাৰীসকলক ৪ টকাত গৰুৰ গাড়ীৰে এগাড়ীকৈ খৰিৰ কুন্দা (গা-গছৰ টুকুৰা) যোগান ধৰিছিল। যোগান ধৰাৰ কামটো কৰিছিল ঠিকাদাৰে। বৰ্ত্তমানৰ দৰে তেতিয়াৰ চাৰি আলিত কোনো বজাৰ, ডাঙৰ ঘৰ-দুৱাৰ বা দোকান-পোহাৰ নাছিল। আলিবাটৰ কাষত ঠিকাদাৰে খৰিৰ কুন্দাবোৰ ঠাক ঠাক কৰি থৈছিল আৰু অ'ত ত'ত জুপুৰী ঘৰত নেপালী মানুহৰ চাহৰ দোকান আছিল। চাহাবৰ গাড়ী বগাপানীৰ পিনে যোৱাৰ পাচত, মানুহ অনাত বাধা দিয়াৰ উদ্দেশ্যেৰে স্বেচ্ছাসেৱক সকলে মাজে মাজে খৰিৰ কুন্দা আলিত পেলাই ৰাখিছিল আৰু বৰ উদগ্ৰীৱ হৈ গাড়ী উভতি অহালৈকে বাট চাই আছিল। সৌভাগ্য বা দুৰ্ভাগ্য বশতঃ, সিদিনা বৰ্ত্তমানৰ চাৰিআলিৰ পুলিচ পইণ্টৰপৰা বগাপানীৰ ফাললৈ কিছু আঁতৰত প্ৰাণেশ্বৰ চৌধুৰী আৰু মোৰ (লিখকৰ) 'ডিউটি' পৰিছিল। তেজ গোৰা, কাৰ্ত্তিক চেহেৰাৰ ধুনীয়া মানুহজন, সত্যেন চক্ৰৱৰ্ত্তীয়ে ধূতি পাঞ্জবী পিন্ধি, গান্ধী টুপীটো মূৰত লৈ, স্বেচ্ছা সেৱক সকলে যাতে কোনো হিংসাৰ আশ্ৰয় নলয়, তাকে ইমূৰৰ পৰা সিমূৰলৈ বুজাই ফুৰিছিল।

## কাল ৰাতি চাপি আহিছিল

ৰাতি অনুমান ন বাজো বাজো। স্বেচ্ছাসেৱক সকল উদগ্ৰীৱ হৈ পৰিছে। চাহাবৰ দেখা দেখি নাই। যিমানেই ৰাতি হৈ আহিছে, সিমানেই জনসমাগম বেছি হৈ আহিছে। প্ৰাণেশ্বৰ



চৌধুৰীয়ে ক'লে—"দাদা! বৰ পিয়াহ লাগিছে, চাহ খাই আহোঁ বলক। চাহৰ দোকান আমি থকা ঠাইৰপৰা কিছু আঁতৰত, চাৰিআলি নামঘৰৰ ওচৰত আছিল। মই কলোঁ—"দুয়ো একলগে যাব নোৱাৰিম। তুমি খাই আহাঁগৈ, পিচত মই যাম।" প্ৰাণেশ্বৰে আগেয়ে মোক যাবলৈ কোৱাত মই অলপ দাদাগিৰি দেখুৱাই, মৰম সনা ধমকিৰ সুৰত কলোঁ—"দাদাৰ হুকুম পালন কৰা, তুমি আগেয়ে চাহ খাই আহাঁগৈ।" প্ৰাণেশ্বৰে চাহ খাই আহিল। মই গলোঁ। কি হ'ল ক'ব নোৱাৰোঁ। চাহৰ কাপটোত মুখ দিছোঁহে, দেখো আলিবাটত থকা মানুহবোৰৰ মাজত হুৰা দুৰা লাগিছে—মানুহবোৰে লৰা-লৰি কৰিছে। এনেতে গুৰুম গুৰুম বন্দুকৰ শব্দ। আচৰিত হৈ থিয় হলোঁ। এনেতে আৰু এটা বন্দুকৰ শব্দ। দেখিলোঁ গুলীৰ আঘাটত চাৰিআলি নামঘৰৰ ওচৰত থিয় হৈ থকা সত্যেন চক্ৰবৰ্ত্তী ঠিতাতে ঢলি পৰিল। কিবা এটা হৈ চৈৰ সৃষ্টি হ'ল। একো ত'তকে ধৰিব নোৱাৰিলোঁ। ক্ষন্তেকতে বন্দুকধাৰী পুলিচে চাৰিওপিনে ঘেৰি লৈ, বজাৰৰ ঘৰবোৰত সোমাই থকা মানুহবোৰক বাহিৰলৈ ওলাব নোৱাৰা কৰিছিল। প্ৰাণেশ্বৰৰ পিনে চাই, তেওঁক নেদেখিলোঁ। অনুমান কৰিছিলোঁ, জনতা লাহে লাহে আঁতৰি গৈছিল। আঁতৰত বহুত মানুহৰ চিঞৰ-বাখৰ শুনিছিলোঁ। কিন্তু কি হৈছিল একো জনা নাছিলোঁ। এই ঘটনাৰ বহু পাচত আৰু এটা বন্দুকৰ শব্দ শুনিছিলোঁ। শব্দটো ৰিফাইনাৰীৰ পিনৰপৰা অহা যেন লাগিছিল। প্ৰায় দুঘণ্টামানৰ পাচতহে জানিব পাৰিছিলোঁ যে, সত্যেন চক্ৰবৰ্ত্তীৰ লগতে প্ৰাণেশ্বৰ চৌধুৰীৰো মৃত্যু হৈছিল। শেষনিশা আমাক চুপ চাপ, পোনে পোনে, নিজ নিজ ঘৰলৈ যাবলৈ পুলিচে হুকুম দিছিল। পিচদিনাখন ৰাতিপুৱাহে চাৰিআলিত পেঙেৰী বাটৰ কাষত, নলাৰ পাৰত (তেতিয়া তাত নলাৰ ওপৰত থকা বৰ্ত্তমানৰ দোকানবোৰ নাছিল) চণ্ডী অহিৰৰ গুলীবিদ্ধ মৃতদেহ মানুহৰ দৃষ্টি গোচৰ হৈছিল। মই অনুমান কৰিছিলোঁ, শেষত শব্দ শুনা গুলীটোৱেই চণ্ডী অহিৰৰ কাল আছিল। সম্ভৱতঃ তাত থিয় হৈ থাকোঁতে চাৰিআলিৰ বৰ্ত্তমান পুলিচ পইণ্টৰ ওচৰৰপৰা তেওঁক গুলী কৰা হৈছিল। আমি শুনা মানুহৰ চিঞৰ বাখৰ আন একো নাছিল, বন্দুকৰ শব্দ শুনি বাপাপুং, মুলিযাবাৰী, পূজা ফিল্ড আদিৰপৰা জাকে জাকে মানুহ ইউনিয়নৰ জয়ধ্বনি দি চাৰিআলিৰ পিনে ঢাপলি মেলিছিল। কিন্তু ঘটনাস্থলী পোৱাৰ আগতেই বন্দুকধাৰী পুলিচে তেওঁলোকক বাধা দি ছত্ৰভঙ্গ দিযাইছিল। পুলিচৰ গুলীত কেইবাজনো মানুহ আহত হৈছিল।

এই ঘটনাই শ্ৰমিকসকলক বেছি সংগঠিত কৰিছিল। কোম্পানীৰ তৰফৰপৰা শ্ৰমিকৰ মাজত বিভাজন আনিবলৈ নানা ধৰণৰ ব্যৰ্থ চেষ্টা চলাইছিল। কিছুদিন পাচতেই নানা কাৰণত, বিশেষকৈ খোৱা লোৱাৰ অভাৱৰ কাৰণতেই, ইউনিয়নৰ ভাঙন আহিব বুলি কোম্পানীয়ে কৰা

চিন্তা আৰু চেষ্টা অৰ্থহীন হৈ পৰিছিল। কিছু মানুহ ভিক্ষাৰ জুলি লৈ বাহিৰ হৈছিল। দুসাজৰ কাৰণে দুমুঠি চাউল সংগ্ৰহ কৰা লাহে লাহে টান হৈ পৰিছিল। তথাপি মানুহ অলৰ অচৰ আছিল। যিমানেই দিন গৈছিল সিমানেই মানুহে বেছি দৃঢ়তাৰ পৰিচয় দিছিল। কোম্পানী আৰু তেওঁলোকৰ সহায়কবোৰ হতাশ হৈ পৰিছিল। কোম্পানীয়ে লুকুৱাই লুকুৱাই বাহিৰৰপৰা মানুহ মকৰল কৰিছিল, কিন্তু আৱশ্যকীয় কাৰিকৰী শিক্ষা বা অভিজ্ঞতা নথকাৰ কাৰণে কোম্পানীৰ ভিতৰত কোনো কাম চলা নাছিল। এই ধৰ্ম্মঘটৰ বিষয়ে বৃটিছ চাহাব জৰ্জ্জ মেকেঞ্জিৰ (George Makengie) লিখনিৰপৰাই সম্যক ধাৰণা কৰিব পাৰি। তেওঁ লিখিছিল—"1939 saw Digboi strike bound from April until the out break of hostilities in September of that year. Those who did not have to suffer the strike period will be imaged to learn that **this was one of the best organised strike that the writer has seen anywhere.**

Not only were the Company employees on strike, but all the Dhobis and bungalow servants were forced to stop working for the Europians in the station. It was usual to go home, empty the garbage can, clean the cook house, sweep the nullahs, wash dishes and generally become completely domesticated.

The new hospital has turned into a barrack for the troops then stationed here and it was also a communal kitchen where all who wanted could fed and if necessary live in building. Lingaman was acting General Manager at this period and did a grand job. This strike was in many ways a bad time for all, but if had its amusing breaks, who, for instance, can forget Michal Johnson (who laterly joined the Royal Armoured corps during the last war) starting off on his daily trip in a vanatte to carry out his duties on local sewage disposal expart or, the patent washing machine invested by a number of the field staff.

The cloth were put into a stool box with the requisite amount of soap. The box was then closed and steam turned on. Unfortunately the person who turned on the steam forget all about this until next day and when the box was opened all that was found was a few shuds of cloth and many buttons."

"Ladies and members of the staff buried themslves washing dishes, cleaning vegetables, cooking and oing all necessary works in and around this commercial feeding house.

Coal for the bungalows was transported and delivered by the huskier types and the most popular fatigue of all was the transporting of the Club Beer from the Railway station to the club Manager seemed to always reward his fatigue party suitably when one saw them after their effort."

(—Batari July-September 1989)

এই ধৰ্ম্মঘটত অসম কংগ্ৰেছ মন্ত্ৰী সভাৰ নৈতিক সমৰ্থন আছিল। ফখৰুদ্দিন আলি আহমেদ, বিজয় চন্দ্ৰ ভাগৱতী, অমিয় কুমাৰ দাস আৰু কেদাৰ গোস্বামীয়ে সকলো ৰকমৰ দিহা পৰামৰ্শ দি, ইউনিয়নৰ কৰ্ম্ম কৰ্ত্তাসকলক সহায় কৰিছিল। বাবা ৰাঘৱ দাস আৰু কাকা কালেল কাৰেও ডিগবৈলৈ আহি, ধৰ্ম্মঘটৰ বুজ লৈছিল আৰু শ্ৰমিকসকলৰ সভাত ভাষণ দি, উৎসাহিত

কৰিছিল। ইয়াৰ বাহিৰেও সৰু বৰ বহুতো নেতাই ডিগবৈ ভ্ৰমণ কৰিছিল।

## শ্বহীদ ৩ জনহে ৪ জন নহয়



১৮ এপ্ৰিলৰ ঘটনাৰ ৭ দিন পাচত তিনিচুকীয়াৰ ওচৰৰ অলিবাটিৰ কাষত, কোনো হাবিত, বীৰবল কেওট নামৰ কোম্পানীৰ শ্ৰমিক এজনৰ আঘাট প্ৰাপ্ত দেহ মৰো মৰো অবস্থাত পোৱা গৈছিল। ১৮ তাৰিখেই গুলীবিদ্ধ হোৱা বুলি প্ৰচাৰ কৰা হৈছিল। তিনিচুকীয়া হাস্পাতাললৈ নিয়াৰ পাচতেই তেওঁৰ মৃত্যু হোৱা বুলি কোৱা হৈছিল। এই প্ৰচাৰ সত্য ভিত্তিক নাছিল। দৰাচলতে বীৰবল কেওট ক'ত, কেনেকৈ আহত হৈছিল, তাৰ সঠিক তথ্য কোনোৱে দিব পৰা নাছিল। ঘটনাৰ ৭ দিন পাচত বীৰবলৰ দেহ কেনেকৈ তিনিচুকীয়াৰ হাবি পাইছিল, তাৰো কোনো বিৱৰণ কোনোৱে দিয়া নাছিল। গুলীয়াগুলীৰ ঘটনা মাত্ৰ এদিনেই, কেৱল ডিগবৈতেই হৈছিল। তিনিচুকীয়াত তেনে কোনো ঘটনা ঘটা নাছিল। তদুপৰি ছয়দিনৰ পাচত, ২৪ এপ্ৰিল তাৰিখে তদন্তকাৰী মেজিষ্টেট পি. এন দাসক ইউনিয়নে দিয়া অভিযোগনামাতো, বীৰবলৰ নাম নাছিল। বীৰবলৰ দেহ পোৱাৰ আগলৈকে বীৰবল নামৰ শ্ৰমিক এজন যে হেৰাইছিল তাৰো কোনো খবৰ নাছিল।

এ.ও.চি. লেবাৰ ইউনিয়নে দিয়া "Appeal to National Government for implementing the recommendations of Hajara Committee with reference to COMPENSATION TO THE LONG SUFFERING DIGBOI STRIKERS THE FIRST VICTIMS OF THE WAR ORDINANCE"ৰ ১৫ ছেদত আছে—"AT THE HEAD THIS LIST FOR COMPENSATION ought to stand the BEREVED FAMILIES OF THE DIGBOI MARTYRE Sree Satyenda Nath Chakraborty, Praneswar Choudhury and Chandi Ohir who lost their lives in the firing incidents and Birbal Keot a missing volunteer whose bleeding and injured body was found on 25th April



going on leave and on the very day of termination of service.

**AWARD**

"The demand was not pressed."

অসম অইল কোম্পানীৰ ঠিকাদাৰৰ মজদুৰসকলে এই প্ৰথম বাৰৰ কাৰণে দৰমহাকে ধৰি অন্যান্য দাবীৰ ক্ষেত্ৰত অইল প্ৰদত্ত স্বীকৃতি লাভ কৰিলে। তাৰ কাৰণে এ.ও.চি লেবাৰ ইউনিয়ন নিশ্চয় ধন্যবাদৰ পাত্ৰ।

## এ. ও. চি. লেবাৰ ইউনিয়নৰ মাটি

বৰ্ত্তমান এ.ও.চি. লেবাৰ ইউনিয়নৰ কাৰ্য্যালয় থকা মাটি ১৩৴//১৩ লেচা (এককিঘা চাৰি কঠা ১৩ লেচা) দান সূত্ৰে পোৱা গৈছিল। এই মাটিৰ নামজাৰি ইউনিয়ৰ প্ৰতিষ্ঠাপক সভাপতি জগন্নাথ উপাধ্যায়ৰ নামত হৈছিল।

## নামজাৰি প্ৰমাণ পত্ৰ

"প্ৰমাণ পত্ৰ দিয়া যায় যে মাকুম মৌজাৰ ডিগবৈ টাউনৰ পুঃ ১৮৩/নঃ ১৭০ নং ম্যাদী পট্টাৰ পুঃ ২৯১/নঃ ৬৯২ দাগে ১৩৴/১ লেচা, পুঃ ১৩৩৭/নঃ ৬৯৩ দাগে মাত্ৰ ১০ লেচা, পুঃ ১৩৩৮/নঃ ৬৯৪ দাগে মাত্ৰ ৬ লেচা আৰু পুঃ ১৩৭৭/নঃ ৭৫৭ দাগে মাত্ৰ ৴/১৬ লেচা মুঠ ১৩৴//১৩ (এক বিঘা চাৰি কঠা তেৰ লেচা) মাটিত শ্ৰীজগন্নাথ উপাধ্যায় প্ৰেচিডেণ্ট ডিগবৈ লেবাৰ ইউনিয়নৰ নামত নামজ্যাৰি আছে।

বৰ্ত্তমান জৰিপৰ কাম চলি আছে বাবে চিঠা ৩ জমাবন্দী (নথি) ড্ৰাফট অৱস্থাত আছে।"

স্বাঃ

১।৬।৭৬

সহকাৰী বন্দবস্তী প্ৰাধিকাৰী
তিনিচুকীয়া (ক) চাৰ্কেল
তিনিচুকীয়া
(মোহৰ)

কাৰ্য্যালয়ৰ মোহৰ

## দুৰ্গতৰ সহায়

আদৰ্শনীয় কথা যে এ.ও.চি লেবাৰ ইউনিয়নে প্ৰাকৃতিক আৰু আকস্মিক দুৰ্য্যোগত ক্ষতিগ্ৰস্ত সকলৰ প্ৰতি সময়ে সময়ে, সহায়ৰ হাত আগবঢ়াই আহিছে। ইউনিয়নৰ দ্বাৰা প্ৰচাৰিত তালিকা অনুসৰি "The Union has always helped the Government as and when the country felt emergency. For instance, during the Chinese Aggresion in 1962 the union contributed a substantial amount Rs. 39,000.00 to civil defence fund, During the Pakistan Aggresion in 1965 the union also made a considerable contribution to help the Country. In the last devastating flood in Assam, the union also paid its due attention and shared towards the

Chief Minister's fund with an amounts Rs. 2 lacs in 1989. It also provided a relief of Rs. 3,16,486/- to Prime Minister's Relief Fund for the victims of Maharastra Earthquake."

"The union has paid an amount of Rs. 2.25 lacs towards rehabilitation of affected people of severe cyclone storm with huricane wind struck at Andhra Pradesh East."

## মোৰ তৃপ্তি



অধুনা এ.ও.চি. লেবাৰ ইউনিয়নে কৰা বিশেষকৈ তিনিটা কামত, মই পৰম তৃপ্তি লাভ কৰিছোঁ।

(১) ইয়াৰ আগতে দি অহা বৰ্ণনা অনুসৰি এ.ও চি লেবাৰ ইউনিয়নৰ অবিসম্বাদী নেতা সুধীন্দ্ৰ প্ৰামাণিকে মই এ.ও.চি. লেবাৰ ইউনিয়নক সৰ্ব্ব ভাৰতীয় শ্ৰমিক সন্থা এটাৰ স্বীকৃতি প্ৰাপ্ত ইউনিয়ন হৈ কাম কৰিবলৈ পৰামৰ্শ দিয়াত, মোক কোম্পানীৰ এজেণ্ট বুলি ইতিকিং কৰি, অফিচৰপৰা প্ৰকাৰান্তৰে বাহিৰ ওলাই আহিবলৈ কৈছিল। ইউনিয়নৰ কমিটিয়েও এনে পৰামৰ্শৰ জোৰেৰে বিৰোধীতা কৰিছিল। আজি পলমকৈ হ'লেও এ.ও.চি. লেবাৰ ইউনিয়নে ভাৰতৰ বৃহত্তম শ্ৰমিক সংস্থা Indian National Trade Union Congress (INTUC) ৰ Affiliation লৈ কাম কৰিবলৈ লোৱাত মোৰ তেতিয়াৰ পৰামৰ্শৰ সাৰ্থকতা প্ৰমাণিত হৈছে। তিনি দশকৰ পাচত মোৰ জয় হৈছে।



(২) আগতে থকা সাধাৰণ শ্বহীদবেদী এটাৰ ঠাইত ১০ লাখ টকা খৰচ কৰি ১৯৯৪ চনৰ চেপ্তেম্বৰ মাহত ১৯৩৯ চনৰ বিখ্যাত ধৰ্ম্মঘটত হোৱা সকলৰ ২২ ফুট ওখ স্মাৰক সুন্দৰ, গাম্ভীৰ্য্যপূৰ্ণ, মনোমোহা বেদীৰ ওপৰত প্ৰতিষ্ঠা কৰি, শ্বহীদ সকলক সদায় স্মৰণীয় কৰি ৰখাৰ ব্যৱস্থা কৰিছে। ইয়াৰ দ্বাৰা সমগ্ৰ চৌহদটোকেই এক মননশীল, গম্ভীৰ,

অৰ্থপূৰ্ণ পৰিবেশলৈ ৰূপান্তৰ কৰা হৈছে।

(৩) প্ৰায় ৫৭ বছৰ পাচত ১৯-৬-৯৭ তাৰিখে এ.ও.চি. লেবাৰ ইউনিয়নৰ সভাপতি মোহন ডেকাৰ নেতৃত্বত উপ-সভাপতি পদ্ম নাথ গগৈ আৰু ওৱাই. আৰ. প্ৰধান, যুটীয়া সম্পাদক পদ্ম নাথ গগৈ আৰু মুক্তা বাহাদুৰ ছেত্ৰী, সহকাৰী সম্পাদক দীপক শৰ্ম্মা আৰু প্ৰদীপ বৰুৱাৰ সম্মিলিত প্ৰতিনিধিৰ দল এটা সুদূৰ পশ্চিম বঙ্গৰ ২৪ পৰগণাৰ যশোৰ বনগ্ৰামলৈ গৈ, প্ৰথিত যশা সাংবাদিক ৰথীন্দ্ৰ মোহন বন্দোপাধ্যায়ৰ পৌৰহিত্যত এক বৰ্ণাঢ্য অনুষ্ঠানৰ ব্যৱস্থা কৰি, শ্বহীদ সত্যেন চক্ৰৱৰ্ত্তীৰ বিধবা পত্নী শ্ৰীমতী সৰযুবালা দেৱীৰ হাতত পৰিয়ালৰ সংস্থাপনৰ কাৰণে ১ লাখ টকাৰ ডিমান্দ ড্ৰাফট এখন দি, শ্বহীদ পৰিয়ালৰ প্ৰতি সহানুভূতি আৰু কৃতজ্ঞতা জনাই আহিছে। এই কাম বহু পূৰ্ব্বেই হ'ব লাগিছিল। যি কি নহওক, পলমকৈ হ'লেও এই কামটো কৰাৰ কাৰণে ইউনিয়নৰ সংশ্লিষ্ট কমিটিৰ সদস্যসকলক, তথা এ.ও.চি. লেবাৰ ইউনিয়নৰ সমূহ সদস্যৰ প্ৰতি আন্তৰিক ধন্যবাদ যাচিছোঁ। কষ্টসাধ্য হ'লেও প্ৰাণেশ্বৰ চৌধুৰী আৰু চণ্ডী অহিৰৰ ঠিকনা উলিয়াই, তেওঁলোকৰ পৰিয়ালৰ চমু পৰিচয় এটা ৰখা হেতেন অতি উত্তম হ'লহেতেন।

## এ.ও.চি. লেবাৰ ইউনিয়নৰ সভাপতি সম্পাদকসকল

| কাৰ্য্যকালৰ বছৰ | সভাপতি | সম্পাদক |
|---|---|---|
| ১৯৩৮-৪২ | জগন্নাথ উপাধ্যায় | যদু ভঞা, মহম্মদ আহমেদ চৌধুৰী |
| ১৯৪৩ | বাৰিণ চৌধুৰী | |
| ১৯৪৪-৫২ | ডিম্বেশ্বৰ বৰুৱা | হবিবুদ্দিন আহমেদ |
| ১৯৫৩-৫৫ | উপেন ভূঞা | উষা মুখাৰ্জ্জী, অমৰেন্দ্ৰ ভট্টাচাৰ্য্য |
| ১৯৫৬-৫৭ | নিৰঞ্জন বিশ্বাস | ধৰ্ম্মেশ্বৰ বৰুৱা এন. বি. ছেত্ৰী |
| ১৯৫৮-৫৯ | কে. চি. দাস | জে. চি. বিশ্বাস |
| ১৯৬০-৬১ | মেৰাচ হুচেইন | এন. বি. ছেত্ৰী |
| ১৯৬২-৬৩ | টি. এন. ভট্টাচাৰ্য্য | নিৰঞ্জন বিশ্বাস নাৰায়ন প্ৰসাদ দাশ |
| ১৯৬৪-৬৫ | নাৰায়ণ প্ৰসাদ দাশ | নিৰঞ্জন বিশ্বাস, জে. চি. বিশ্বাস |
| ১৯৬৬-৭১ | নিৰঞ্জন বিশ্বাস | এন. বি. ছেত্ৰী |
| ১৯৭২ | নাৰায়ণ প্ৰসাদ দাশ | নিৰঞ্জন বিশ্বাস |
| ১৯৭৩-৭৬ | নিৰঞ্জন বিশ্বাস | এ. চি. পাল এ. চি. বৰপূজাৰী |
| ১৯৭৭-৮৩ | টুপীধৰ গগৈ | এ.চি. পাল |
| ১৯৮৪-৮৫ | নাৰায়ণ চাহী | টি. আৰ. দত্ত আৰ. আৰ. চক্ৰৱৰ্ত্তী |

| | | |
|---|---|---|
| | | জে: চি: দাসগুপ্ত |
| ১৯৮৬-৮৭ | ৰামায়ণ চাহী | আৰ. আৰ. চক্ৰবৰ্ত্তী, |
| | | আৰ. কে. বৰুৱা |
| ১৯৮৮-৮৯ | মোহন ডেকা | আৰ. কে. বৰুৱা |
| | | আই. বি. ছেত্ৰী |
| ১৯৯০-৯১ | মোহন ডেকা | আই. বি. ছেত্ৰী |
| | | এইচ. চি. গগৈ |
| ১৯৯২-৯৪ | মোহন ডেকা | আই. বি. ছেত্ৰী |
| | | পি. এন. গগৈ |
| ১৯৯৪-৯৬ | .................হাজৰিকা | |
| ১৯৯৬-২০০০ | মোহন ডেকা | |

## শ্ৰমিক মহীয়ান

যোৱা ৭-৩-৯৮ তাৰিখে এ.ও.চি. লেবাৰ ইউনিয়নে 'শ্ৰমিক মহীয়ান' উপাধিৰে মোক সম্মানিত কৰি ইউনিয়নে নিভৃত কোণত সাঁচি ৰখা মোৰ প্ৰতি থকা মৰম কন উজাৰি দিছে। এই মৰমৰ যোগ্য প্ৰতিদান দিবলৈ মোৰ একো নাই।

## মিনাৰেল অইল ওৱাৰ্কাচ্ ইউনিয়ন (Minarel Oil Workers Union)

১৯৭৮ চনত অসম অইল কোম্পানীৰ ঠিকাদাৰ মজদুৰসকলক সংগঠিত কৰি, তেওঁলোকৰ ন্যায় সঙ্গত দাবী পূৰণৰ কাৰণে চেষ্টা কৰা আৰু এই মজদুৰসকলক সমাজ সচেতন ব্যক্তি হিচাপে গঢ়ি তোলাৰ উদ্দেশ্যেৰে, ডিগবৈ মিনাৰেল অইল ওৱাৰ্কাচ্ ইউনিয়ন গঠিত হয়। ইয়াৰ পঞ্জীয়ন নম্বৰ TUR-7, প্ৰধান কাৰ্য্যালয় আনন্দপাৰা, ডিগবৈ।

১৯৭৮ চনৰ আগতে শ্ৰীবিজয় ৰাজখোৱা, শ্ৰীৰোহিত ফুকন আদি ব্যক্তিসকলে Mineral Oil and Gas Workers Union গঠন কৰি AITUC (All India Trade Union Congress) ৰ স্বীকৃতি লৈ কাম আৰম্ভ কৰিছিল। কিন্তু নানা কাৰণত এই ইউনিয়ন অচল হৈ পৰাত কমৰেডসকল—ৰাম যতন দাস, খলিল আহমদ, হাকিম আলি হুচেইন, সীতা ৰাম বনিয়া আদিৰ চেষ্টাত এ.ও.চি. শ্ৰমিক আন্দোলনৰ লগত জড়িত, কমৰেড আশুতোষ মিশ্ৰ, এ.ও.চি. লেবাৰ ইউনিয়নৰ কমৰেড মণ্টু ঘোষ আৰু ভাৰতীয় জীৱন বীমা নিগমৰ কমৰেড অৰুণ মজুমদাৰ আদিৰ নেতৃত্বত Mineral Oil Workers Union গঠিত হৈ ১৯৮০ চনৰ পৰা CITU (Central of Indian Trade Union) ৰ স্বীকৃতি লৈ, কাৰ্য্য নিৰ্ব্বাহ কৰি আহিছে। প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদক আছিল ক্ৰমে আশুতোষ মিশ্ৰ আৰু অৰুণ মজুমদাৰ, লগত আছিল মণ্টু ঘোষ, অৰবিন্দ পাল, টুপীধৰ গগৈ আদি বামপন্থী নেতাসকল।

১৯৮৬ চনত ক্ৰমে নগেন চুতীয়া আৰু মথুৰা শৰ্ম্মাই সভাপতি আৰু সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল। ১৯৯৪ চনত সভাপতিৰ দায়িত্ব লয় মনেশ্বৰ বৰ্মণে আৰু সম্পাদক হয় নগেন

চুতীয়া। ১৯৯৮ চনৰপৰা ৰঞ্জিত দাসে সভাপতি আৰু নগেন চুতীয়াই সম্পাদকৰ দায়িত্ব বহন কৰি আহিছে।

ঠিকাদাৰ শ্ৰমিক সকলৰ দিন হাজিৰা ৭ টকাৰপৰা বাঢ়ি বাঢ়ি বৰ্ত্তমান ৬০ টকা হোৱাৰ কৃতিত্ব এই ইউনিয়নৰ চেষ্টা আৰু আন্দোলনৰ ফল বুলি কোৱা হৈছে।

উল্লেখযোগ্য যে, এ.ও.চি. লেবাৰ ইউনিয়নৰ কাৰ্য্য প্ৰণালীত অসন্তুষ্ট হৈ, বামপন্থী শ্ৰমিসকলে ১৯৯৩-৯৪ চনত স্থায়ী শ্ৰমিকৰ শাখা এটা স্থাপন কৰে। ইউনিয়নে দিয়া পৰিসংখ্যা অনুযায়ী ইয়াৰ সদস্য ১০০০ জন। এই শাখাৰ প্ৰথম সভাপতি মথুৰা শৰ্ম্মা আৰু সম্পাদক দীপক দাস। শৰ্ম্মাৰ পাচত বৰ্ত্তমান নুমলীগড় ইউনিয়নৰ সাধাৰণ সম্পাদক কুমুদ শইকীয়াই সভাপতিৰ দায়িত্ব বহন কৰিছিল। বৰ্ত্তমান সভাপতি জ্যোতিৰ্ম্ময় দে আৰু সম্পাদক নগেন চুতীয়া (চুতীয়া বৰ্ত্তমান নুমলীগড় ইউনিয়নৰ NRLEU সভাপতি)। কমিটিৰ অন্যান্য সদস্য হ'ল ৰঞ্জিত দাস, প্ৰণৱজ্যোতি বৰুৱা, তীৰ্থ গগৈ, প্ৰদীপ গুপ্ত, দেবব্ৰত দেব, দীপক দাস, চণ্ডীপদ আচাৰ্য্য আদি।

এতিয়া সমগ্ৰ অসম জুৰি এই ইউনিয়নৰ নিম্ন লিখিত শাখাসমূহে কাম কৰি আছে।

1. Duliajan LPG Bottling Plant Unit.
2. Tinsukia Terminal Contract Labour Unit
3. Lumding Transport Contract Labour Union.
4. North Guwahati L.P.G. Bottling Plant Unit.
5. Silchar LPG Bottling Plant Unit.
6. Gauhati T.O.P. Contract Labour Unit.

এই ইউনিয়নে ঠিকা-শ্ৰমিকে পাবলগীয়া আইনগত সুবিধাসমূহ আদায় কৰি দিয়াৰ উপৰিও, প্ৰায় ৫০০ শ্ৰমিকক P.F.ৰ টকা আদায় কৰি দিয়াত কৃতকাৰ্য্য হৈছে। D.R.M.P.ৰ বহু শ্ৰমিকক কামৰ শেষত পাবলগীয়া সুবিধা আৰু টকা আদয় কৰি দিছে। শ্ৰমিকৰ স্বাৰ্থ পূৰণ আৰু সংৰক্ষণ কৰাৰ কাৰণে ২১ দিনলৈকে সুদীৰ্ঘ ধৰ্ম্মঘটো কৰিব লগা হৈছিল।

ঠিকা-শ্ৰমিকৰ মঙ্গলাৰ্থে কৰিবলৈ লোৱা কৰ্ম্ম আঁচনিবোৰ হৈছে—

(১) ঠিকা-শ্ৰমিকসকলৰ মাজত বহল ভিত্তিত এখন সমবায় স্থাপন কৰা।

(২) সকলো ঠিকা-শ্ৰমিকৰ বাবে ESI Hospital আদায় কৰা আৰু

(৩) ঠিকা-শ্ৰমিকক শিক্ষা দান কৰাৰ কাৰণে বিনামূলীয়া শিক্ষাদান কেন্দ্ৰ স্থাপন কৰা।

## ৰাজনীতিৰ সুৰুঙাৰে

## ভাৰতীয় জাতীয় কংগ্ৰেছৰ সদস্য পদ

১৯৩৭ চনত গৰমৰ বন্ধত মই ঘৰলৈ যাওঁতে মাইনৰ স্কুলৰ সহপাঠী আৰু পিচত, মানে তেতিয়া 'মামা শহুৰ', পাঠশালাৰ (গণা গাওঁৰ) ৺মাধৱ শৰ্ম্মাই মোক কংগ্ৰেছৰ সাধাৰণ সভ্য হিচাপে ভৰ্ত্তি কৰিছিল। তাৰ পাচৰপৰাই খদ্দৰ পিন্ধিবলৈ লৈছিলোঁ। তেতিয়া কোম্পানীৰ চাকৰিয়ালৰ ভিতৰত জগন্নাথ উপাধ্যায়, হুৰিদ্বাৰ টৈৰাৰী সুখময় ৰায় আৰু মই নিয়মীয়াকৈ

খদ্দৰ পিন্ধিছিলোঁ। খদ্দৰ পিন্ধিলেই চাহাবৰ চকুত পৰে। গতিকে চাহাবৰ চকুত নপৰিবৰ কাৰণেই, ইচ্ছা থাকিলেও বহুতে খদ্দৰ ব্যৱহাৰ নকৰাৰ কাৰণ আছিল। কংগ্ৰেছ তথা খাদী বিৰোধী মানুহো কম নাছিল। কোম্পানীৰ চাকৰিয়ালৰ বাহিৰতো দুই চাৰিজন খদ্দৰ পিন্ধা মানুহ আছিল। তাৰে এজন আছিল দাশীৰাম বৰা। আনবোৰ মনত নাই।

কংগ্ৰেছ সদস্য হৈয়েই প্ৰথমতে অলপ ঠোটা-মোজা খাইছিলোঁ। মোৰ ঘনিষ্ঠ বন্ধু কেইজনেও মোৰ ভাল চিন্তা কৰিয়েই, মোক নিৰুৎসাহ কৰিছিল। কংগ্ৰেছী সকলক চাহাবসকলে বৃটিছ বিৰোধী বুলি জ্ঞান কৰিছিল। গতিকে অলপ চেলু পালেই মোৰ চাকৰি যোৱাৰ সম্ভৱনা আছিল। মই মোৰ কৰ্ত্তব্য স্থিৰ কৰি পেলালোঁ। কংগ্ৰেছৰ ৰাজনীতি বা স্বাধীনতা আন্দোলনৰ অংশটো বাদ দি, সমাজ সেৱাৰ কাৰণে গঠনমূলক কামৰ দিশটো, চিন্তা কৰিব ধৰিলোঁ।

ডিগবৈৰ কাষতে লাগি থকা চাৰিওফালৰ বৰবিল, বাপাপুং, গোলাই আদি গাওঁবোৰত প্ৰাক্তন চাহ-শ্ৰমিক আৰু নিচেই কম সংখ্যক অসমীয়া, বঙালী আদি অন্যান্য লোকৰ বসতি আছিল। বালিজান, বৰজান, পাণবাৰী, ২নং বাপাপুং, ভীম পথাৰ, খেৰজান, ঢেকিয়াজান আদি গাওঁবোৰ তেতিয়া আগৰ দিহিং ফৰেষ্ট ৰিজাৰ্ভৰ অন্তৰ্গত সংৰক্ষিত বনাঞ্চল আছিল। গাওঁবোৰ নিজে ঘূৰি চাবলৈ মনস্থ কৰি, প্ৰথমতে ১ নং বৰবিল গাৱঁলৈ গৈছিলোঁ। তাত তিনিঘৰ অসমীয়া মানুহ আছিল। লোহিত ডেকা, তেখেতৰেই জোৱায়েক কানুৰাম দত্ত আৰু বলো ৰাম বৰা। লোহিত ডেকাই লোৰ থালীত খাৰুৱা তেল উতলাই কেৰাচিন উলিওৱা প্ৰথম অসমীয়া শ্ৰমিক আছিল বুলি ওপৰত কোৱা হৈছে। তেখেতৰ মুখে সেই সময়ৰ, কাম কৰা দিনবোৰৰ, গল্পৰ লেখিয়া বহুতো কথা শুনিছিলোঁ। মই ডিগবৈলৈ অহাৰ কেইবাবছৰো আগতে তেখেতে কামৰ পৰা অৱসৰ লৈছিল। মই তেখেতৰ ডাঙৰ ল'ৰা গণেশ ডেকাক লগত লৈ বৰবিল গাৱঁত (১,২ আৰু ৩ নং) ঘূৰি, প্ৰথমতে ১নং বৰবিল গাৱঁৰ মাতলা মাঝি (গাওঁবুঢ়া), দুলাল তাঁতী, অঙ্কু গোৱালা, চাহাচু আদি বয়সস্থ লোকসকলক লগ ধৰিছিলোঁ। সেইদৰে ২নং বৰবিলৰ সোণা মাঝি, ফগা মাঝি, ৩নং বৰবিলৰ পদো মাঝি, ভৰাং মাঝি, মেহেন্দি চাচা আদিক লগ ধৰি, কথা-বতৰা হৈছিলোঁ। পিচলৈ গৈ মই তেওঁলোকৰ ঘৰুৱা মানুহৰ নিচিনা হৈ পৰিছিলোঁ। নিজৰ চাকৰি কৰি আহি, চাহ একাপ খাই, আবেলি চাইকেলেৰে গাৱঁলৈ গৈ, ৰাতি ৭।৮ বজাত ঘূৰি আহিছিলোঁ। ইও মোৰ এটা নিয়মিত চাকৰিৰ নিচিনাই হৈ পৰিছিল।

## মোৰ উপলব্ধি

গাৱঁলৈ আহোঁতে কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ কবিতা ফাঁকি চাইকেলৰ ওপৰতে মুখৰ ভিতৰতে গুণ গুণাই আওৰাইছিলোঁ—

"হে মোৰ দুৰ্ভাগা দেশ যাদের করেছ অপমান
অপমানে হ'তে হ'বে তাহাদের সবার সমান।
মানুষের অধিকারে বঞ্চিত করেছ যারে
সম্মুখে দাঁড়ায়ে রেখে তবু কোলে দাও নাই স্থান
অপমানে হ'তে হ'বে তাহাদের সবার সমান।।

* * * *

যারে তুমি নীচে ফেল সে তোমারে বাধিবে যে নীচে।
পশ্চাতে রেখেছ যারে সে তোমারে পশ্চাতে টানিছে।
অজ্ঞানের অন্ধকারে আড়ালে ঢাকিছ যারে
তোমার মঙ্গল ঢাকি গড়িছে সে ঘোর ব্যবধান।
অপমানে হ'তে হ'বে তাহাদের সবার সমান।।

* * * *

দেখিতে পাওনা তুমি মৃত্যুদূত দাঁড়ায়েছে দ্বারে
অভিশাপ আঁকি দিল তোমার জাতির অহঙ্কারে
সবারে না যদি ডাকো, এখনো সরিয়া থাকো
আপনারে বেঁধে রাখো চৌদিকে জড়ায়ে অভিমান—
মৃত্যু মাঝে হ'বে তবে চিতাভস্মে সবার সমান।।"

আৰু গাইছিলোঁ—

"মরতে হ'বে পবের তরে
করতে হবে আত্ম দান
ভুলতে হ'বে নিজের সুখ
পরের দুখে কাদুক প্রাণ
ঘূরবে যে জন সুখের পাছে
সে কি রে বেঁচে আছে
জীবনটা যার পরের তরে
রাখেন তারে ভগবান।"

মই অন্তৰৰপৰা উপলব্ধি কৰিছিলোঁ যে, অসমৰ নগা, আদি, চিংফৌ, ফাকিয়াল, দুৰনীয়া, বড়ো-কছাৰী, মিচিং, কাৰ্বী, ৰাভা, টিয়া, চাহ শ্ৰমিক আদি বিভিন্ন জন গোষ্ঠীক লৈয়েই বৃহত্তৰ অসমীয়া জাতি। এওঁলোকৰ সমিল-মিলতেই অসমীয়া জাতিৰ জাতিয়তাৰ সুন্দৰ সৌধ গঢ়ি উঠিছিল। এই সৌধ অক্ষুন্ন ৰাখি, অসম আৰু গঢ় লৈ উঠা অসমীয়া জাতি-সত্তাক উন্নত কৰি আগবঢ়াই নিয়াই আমাৰ একান্ত কৰ্ত্তব্য। ই আত্ম-তৃপ্তিৰ কল্পনা বিলাস নহয়, বাস্তব, অতি বাস্তব উপলব্ধি। এই সকলোবোৰ জাতি-উপজাতিয়ে নিজৰ ভিতৰত নিজৰ নিজৰ ভাষা বা দোৱান ক'লেও সামূহিক ক্ষেত্ৰত অসমীয়া ভাষাকেই নিজ ভাষা কৰি, অসমীয়াৰ মাধ্যমতেই লিখা-পঢ়া কৰি, অসমীয়া জাতীয় জীৱনৰ লগত একাঙ্গীভূত হৈ আহিছে। তেতিয়াৰ নগা পাহাৰ জিলাৰ সদৰ ঠাই কহিমা হাইস্কুলত প্ৰথম হেড মাষ্টাৰ আছিল লম্বোদৰ বৰা বি.এ.। এই হাইস্কুলৰ শিক্ষাৰ মাধ্যম আছিল অসমীয়া। তেখেতৰ পাচতেই হেড মাষ্টাৰ আছিল যশস্বী শিক্ষাবিদ চন্দ্ৰ মোহন গোস্বামী। অসমীয়া সাহিত্যৰ একনিষ্ঠ পূজাৰী, অসম সাহিত্য সভাৰ প্ৰথম সভাপতি, পদ্ম নাথ গোহাঞিবৰুৱা এই কহিমা হাইস্কুলত পঢ়িয়েই এণ্ট্ৰেন্স পৰীক্ষা পাচ কৰিছিল। (মোৰ জীৱন সোঁৱৰণ দ্ৰষ্টব্য)। নগাসকল অসমৰ বুকুত অসমীয়া আছিল। সেইদৰে প্ৰতিটো জনগোষ্ঠীয়ে স্বাভাৱিক ভাৱেই অসমীয়া হৈ পৰিছিল। আমি কিন্তু অসমীয়া সকলৰ মাজৰে, শ্ৰেষ্ঠত্বৰ দাবীদাৰ 'অসমীয়া' সকলে, তেওঁলোকক আমাৰ ব্যৱহাৰেৰে, আমাৰ সহৃদয়তাৰে সমভাৱ

প্ৰদৰ্শন কৰি আমাৰ বুকুৰ মাজত সুমাই ল'ব নোৱাৰিলোঁ। 'অসমীয়া'সকল সংৰক্ষণশীল হৈ পৰিল। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ সকলোকে সামৰি লৈ বৃহৎ অসমীয়া জাতি গঠনৰ আদৰ্শক আমি, আমাৰ পাণ্ডিত্য জাহিৰ কৰি, শঙ্কৰী কলা-কৃষ্টিৰ মহা সাধকৰ ভাও দি, ভাৱত গদ গদ হৈ, প্ৰশংসোবাদ পাবলৈ কৰ্ম্ম বিহীন, ত্যাগ বিহীন, আন্তৰিকতা বিহীন বক্তৃতা দিয়াটোকেই আমাৰ আদৰ্শ কৰি ল'লোঁ। আমি এদিনলৈকো, ভাবিব নোৱাৰিলোঁ যে, কৰ্ম্ম বিহীণ, সেৱা বিমুখ, লক্ষ্যহীন আদৰ্শৰ আৰু সংকীৰ্ণ দৃষ্টিভঙ্গীৰ সংকোচন অৱশ্যম্ভাবী।

অসমৰ সকলো জনগোষ্ঠীয়েই অসমীয়া, তেওঁলোকৰ ভাষা, কৃষ্টি অসমীয়া ভাষা, কৃষ্টিৰেই অপৰিহাৰ্য্য অঙ্গ—মনোভাবেৰে সকলোকে সামৰি, বৃহত্তৰ অসমীয়া ভাষা-কৃষ্টি গঢ়ি তোলাৰ আৱশ্যকতাৰ বিষয়ে চিন্তা কৰি, কোনো দূৰদৰ্শী পৰিকল্পনা লৈ, কাম কৰিবলৈ অপাৰগ হলোঁ বা তেনে কৰাৰ আৱশ্যক আছে বুলিও নাভাবিলোঁ। নিজৰ গেলা গপত নিজেই ওফন্দি থাকিলোঁ। 'অসমীয়া' সাহিত্যিক আৰু সমাজৰ মাজত সংৰক্ষণশীল মনোভাবে শিপাই ল'লে। আনে আমাৰ হুকুম মানি আমাৰটো গ্ৰহণ কৰিব লাগিব কিন্তু আমি আনৰপৰা গ্ৰহণ কৰিবলগীয়া একো নাই—আমাৰ এই মনোভাব কামে-কথাই প্ৰকট হৈ পৰিল আৰু সিদিনাখনেই, সেই মুহূৰ্ত্ততেই, অসমীয়া জাতিৰ বিভাজনৰ বীজ আমি ৰোপণ কৰিলোঁ।

মোৰ চিন্তাই সঁকীয়াই দিছিল যে, অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোকসকল অসমীয়া—অসমীয়া জাতীয় জীৱনৰ অবিচ্ছেদ্য অংশ। এইসকলৰ অবিহনে অসমীয়াৰ জাতীয় জীৱন ভঙ্গুৰ হৈ পৰিব। সেয়ে, সংখ্যা গৰিষ্ঠ আৰু আপেক্ষিক ভাবে আগবঢ়া 'অসমীয়া'সকল অচিৰেই স্বেচ্ছাই আগবাঢ়ি গৈ, শিক্ষাদান আৰু সেৱাৰ মাধ্যমেৰে, সকলো সুখ-দুখ, আনন্দ-উৎসৱৰ সমভাগী কৰি, এওঁলোকক আমাৰ বুকুৰ মাজত সামৰি ল'ব নোৱাৰিলে, সময়ৰ অগ্ৰগতিৰ লগে লগে স্বাৰ্থজড়িত ৰাজনীতিৰ মেৰপাকত, এই বৃহৎ অসমীয়া সমাজখন ভাঙি টুকুৰা-টুকুৰ হ'ব। এতিয়াও সময় একেবাৰে পাৰ হৈ যোৱা নাই। এতিয়াও বিভিন্ন জনগোষ্ঠীক 'অসমীয়া' সমাজৰ সম অংশীদাৰ হিচাপে, ব্যৱহাৰিক ক্ষেত্ৰত সমান স্বত্বেৰে স্বত্ত্বৱান কৰি, বক্তৃতাৰে নহয় কামেৰে, সহৃদয়তাৰে 'তেওঁলোক আমাৰ, আমি তেওঁলোকৰ' বুলি বাস্তৱত পতিয়ন নিয়াব নোৱাৰিলে আৰু তেওঁলোকৰ স্বাভাৱিক অনুভূতিৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবলৈ অপাৰগ হ'লে, অসমীয়া সমাজখন ঠান বান হ'ব। তেতিয়া শ্ৰেষ্ঠত্বৰ দাবীদাৰ 'অসমীয়া' নেতাৰ হুকুমত আজিৰ অসমীয়া জাতি, অদূৰ ভৱিষ্যতে এক অসমীয়া জাতি হৈ নাথাকিব। দিয়া আৰু লোৱাৰ ভাৱসাম্যই হে সকলোৰে অন্তৰত সমত্ত্বৰ উত্তৰণ ঘটাব, স্থায়ী মিলন আৰু শান্তিৰ পথ প্ৰসস্ত হ'ব, অসমীয়া ভাষা সাহিত্য জাতিষ্কাৰ হ'ব। এই বিশ্বাস লৈয়েই মই মোৰ চুক ভেকুলীৰ শক্তি, ফোপোলা সামৰ্থ্য আৰু বাহিৰ নেদেখা, আন্ধাৰ কোঠাৰ সীমিত জ্ঞানেৰে, এই গাওঁবোৰত শিক্ষাৰ ব্যৱস্থা কৰাই প্ৰথম কৰ্ত্তব্য বুলি বিবেচনা কৰিছিলোঁ।

## গাৱঁৰ পৰিস্থিতি অধ্যয়ন

গণেশ ডেকাক লগত লৈ গাৱঁত ঘূৰিছিলোঁ। এই ডেকা পৰিয়ালটোক গাৱঁৰ মানুহে মানিছিল। ঘূৰি-পকি আলোচনা কৰি, মোৰ ধাৰণা হৈছিল যে, মাক-বাপেকসকল ল'ৰা-ছোৱালীক লিখা-পঢ়া শিকোৱাত আগ্ৰহী নাছিল।

স্কুল নাই, কিতাপ ফলি কিনাৰ পইচা ক'ত পাব, পণ্ডিতৰ দৰমহা কোনে দিব, আদি এনে-



এবুৰি অসুবিধাৰ কথা অৱতাৰণা কৰাৰ পাচত, যেতিয়া এই সকলো মই যোগাৰ কৰি দিম বুলি কৈছিলোঁ, তেতিয়া আকৌ, ল'ৰা-ছোৱালী স্কুললৈ গ'লে গৰু কোনে চৰাব, মাক-বাপেক কামলৈ গ'লে কেঁচুৱা কোনে ৰাখিব, খেতিৰ পথাৰলৈ জলপান কোনে নিব, খেতি পথাৰৰ গৰু-ছাগলী কোনে খেদাব ইত্যাদি ওজৰ-আপত্তি দেখুৱাই মোখনি মাৰিছিল, 'আমাৰ ল'ৰাই পঢ়ি কোনদিনাখন বাবু হ'ব' ইত্যাদিৰে। ২।৪ জনে মোৰপৰা অলপ আঁতৰলৈ গৈ, মই শুনাকৈ কৈছিল—'ল'ৰা-ছোৱালীবোৰ স্কুললৈ গ'লে বাবুটোৱে আমাৰ কামবোৰ কৰি দিবনেকি? এইবোৰ কথাত মই কাণ দিয়া নাছিলোঁ। কাৰণ এইবোৰ তেওঁলোকৰ অজ্ঞতাৰ পৰিমাণৰ পৰিচায়ক আছিল। মই হতাশ নহৈ, তেওঁলোকৰ লগত অধিক ঘনিষ্ঠতা বঢ়াই তুলিলোঁ। ফল ধৰিলে! মাতলা গাওঁবুঢ়া, পুতেক দেবীলাল, দুলাল তাঁতী, সোণা মাঝি, ভোৰাং মাঝি, মেহেন্দি চাচা, অঙ্কু গোৱালা আদিয়ে স্কুল পতাত সন্মতি দিলে। অঙ্কু গোৱালাৰ পৰিবাৰে মহিলাসকলৰ মাজত কিছু প্ৰচাৰ কৰিছিল।

## মহান দাতা-কৰ্ণক সাক্ষাৎ পালোঁ

ৰাইজক লগ লগাই, স্কুল পতাৰ সিদ্ধান্ত লোৱা হ'ল। বাঁহ থকাবোৰে স্কুল ঘৰটোৰ কাৰণে আৱশ্যকীয় বাঁহ দিবলৈ সন্মত হ'ল। বাকীবোৰে হাবিৰপৰা টকৌপাত, জেঙুপাত আনি শ্ৰমদান দি, ঘৰটো কৰাৰ ঠিক-ঠাক হ'ল। এতিয়া প্ৰশ্ন আহিল, স্কুল ঘৰৰ কাৰণে মাটি এডোখৰৰ। মাটি নাই। কোনোৱে মাটি দিবলৈ সন্মত নহয়। এনেতে আলোচনাৰ মাজতে ভোৰাং মাঝি, গোৰা মাঝি আৰু মিৰ্জ্জা বুঢ়ী, মাৰ্ঘেৰিটাত মাটিৰ খাজনা দি আহি, সভাত উপস্থিত হ'ল। তেওঁলোকৰ খাজনাৰ ৰচিদত আছিল ২।৩ টকা লিখা। কিন্তু আচলতে হেনো ৪।৫ টকাকৈ লৈছিল। এই কথাটো ওলাই পৰাত তেওঁলোকৰ নিৰক্ষৰতাই যে ইয়াৰ কাৰণে দায়ী, সকলোৱে মানি ল'লে। হঠাতে ৰাইজৰ মাজৰ পৰা কেশৱ গোৱালাই (ডাক নাম পটল গোৱালা) থিয় হৈ, তেওঁৰ মাটি সম্পত্তি বুলিবলৈ মাত্ৰ দুকঠা মাটিৰে একঠা স্কুলৰ কাৰণে এৰি দিব বুলি ঘোষণা কৰিলে। ৰাইজ কাঁহ পৰি জীণ গ'ল। কেশৱ গোৱালা ঠিকাদাৰৰ তলত মাত্ৰ আঠ অনা দিন হাজিৰাত কাম কৰা মানুহ। ল'ৰা-ছোৱালীৰে সৈতে এটা পৰিয়াল পোহ পাল দিব লাগে। সম্পত্তি বুলিবলৈ মাত্ৰ পাত বাঁহৰ এটা জুপুৰী ঘৰেৰে সৈতে দুকঠা মাটি। ৰাষ্ট্ৰীয় ঘাই পথৰ (তেতিয়া অসম ট্ৰাঙ্ক ৰ'ড) কাষৰ দুকঠা মাটিৰ



একঠা দিবলৈ ওলোৱাত মানুহে তবধ মানিলে। মই কথাটো জানি, তেওঁক আৰু এবাৰ ভাবি চাবলৈ কৈছিলোঁ। কেশৱ অলৰ-অচৰ। মোক ফেৰ পাতি ধৰিলে—"আপুনি ডিগবৈ নগৰত কোম্পানীৰ চাকৰি কৰে। আপুনি কিয় আহি আমাৰ কাৰণে স্কুল কৰিবলৈ, শিক্ষকৰ দৰমহা আৰু কিতাপ-ফলি দিয়াৰ দায়িত্ব লৈছে? আপুনি যদি টাউনৰপৰা আহি আমাৰ ল'ৰা-ছোৱালীৰ কাৰণে ইমানখিনি কৰিব পাৰে, মই মোৰ গাৱঁৰ, মোৰ সমাজৰ ল'ৰা-ছোৱালীৰ কাৰণে মাটি কণ দিব নোৱাৰিম কিয়? আমি কণা হৈ থাকিলোঁ। আমাৰ নিজৰ সমাজৰ ল'ৰা-ছোৱালীবোৰক চকু দিয়াৰ দায়িত্ব আমাৰ নাই জানোঁ? সমাজৰ ল'ৰা-ছোৱালীবোৰ মোৰ নিজৰ ল'ৰা-ছোৱালী নহয় জানোঁ? মোক মানা নকৰিব।" ৰাইজৰ হৈ মই তেওঁৰ দান গ্ৰহণ কৰিলোঁ। সেই সময়ত কেশৱ গোৱালাৰ সমুখত মই নিজকে অতি তুচ্ছ যেন দেখিছিলোঁ। মই মনতে ভাবিছিলোঁ, 'আজি মই কৰ্ণতকৈও দাতা মহা দাতা-কৰ্ণক প্ৰত্যক্ষ কৰিলোঁ। কৰ্ণই প্ৰতিজ্ঞা পাশত বান্ধ খাইহে সেই সময়ৰ দেশৰ প্ৰথা অনুসৰি পুতেকক বলি দিছিল। তদুপৰি কৰ্ণ আছিল ৰজা, মহাবীৰ, শিক্ষিত, জ্ঞানী। কিন্তু কেশৱ আছিল নিৰক্ষৰ, ভিকহু সদৃশ। লিখা পঢ়াৰ অলপো আও-ভাও নোপোৱা কেশৱৰ এই দান আছিল স্বেচ্ছাকৃত দান, সমাজৰ স্বাৰ্থৰ কাৰণে, নিজৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ উদং কৰি, সৰ্ব্বোচ্চ ত্যাগেৰে কৰা দান।

কোনোবা এজন লাখপতি, কৌটিপতি, অগাধ সম্পত্তিৰ মালিকে ক'ৰবাত কিবা দান কৰিলে সমাজত তেওঁৰ নাম, যশ বৈ বৈ যায়। ৰাইজ প্ৰশংসাত পঞ্চমুখ হৈ পৰে। তেনে প্ৰশংসাত কোনোৱে বেয়া পোৱাৰ কোনো কাৰণ থাকিব নোৱাৰে। কিন্তু এই কেশৱ গোৱালাৰ দানৰ মূল্যাঙ্কণ কৰাৰ আৱশ্যকতা কেতিয়াবা কোনোবাই অনুভৱ কৰিবনে? আজি কোনোবাই জানো কেশৱ গোৱালাক মনত ৰাখিছে? কেশৱ গোৱালা সৰু মানুহ— নিৰক্ষৰ, আধুনিক সভ্যতাৰ গোন্ধ নোপোৱা, পিচপৰা, দৰিদ্ৰ মানুহ। গতিকে তেওঁৰ মহৎ কামৰো মূল্য তেনেই নগণ্য, চকুত নপৰা—শূণ্য। ডাঙৰ লোকৰ সৰু কামেও মহৎ ৰূপ ধাৰণ কৰে। তেওঁৰ প্ৰশস্তি গাই সৰু সৰু বোৰে নিজকে ধন্য মানে।

## ১নং বৰবিল স্কুল স্থাপন

শেষত বহু আকাঙ্খিত ১নং বৰবিল প্ৰাইমাৰী স্কুল প্ৰতিষ্ঠা হ'ল ১৯৩৯ চনৰ জানুৱাৰী মাহত। প্ৰতিষ্ঠা দিবসৰ সকলো ব্যৱস্থা কৰিছিল গণেশ ডেকা, ভায়েক কাৰ্ত্তিক ডেকা আৰু দেবী লাল মাঝিয়ে।

হাইস্কুলৰ ৯ম মান শ্ৰেণীলৈকে পঢ়া, ডিগবৈলৈ চাকৰি বিচাৰি অহা, শিৱসাগৰ জিলাৰ ডেকা এজনক অস্থায়ীভাবে শিক্ষকৰ কামত মকৰল কৰা হ'ল। দৰমহা মাহে ১২ টকা। তেতিয়া বোৰ্ডৰ প্ৰাইমাৰী স্কুলবোৰৰ শিক্ষকৰ দৰমহা মাহে ১২ টকা আছিল। ডিগবৈ নগৰৰ ৬ জন মানুহে ৬ মাহলৈ প্ৰত্যেক মাহে দুটকাকৈ দি শিক্ষকৰ দৰমহাৰ জোৰা মাৰিবলৈ প্ৰতিশ্ৰুতি দিছিল। প্ৰথম অৱস্থাত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হৈছিল ২৭ জন। ডিগবৈৰ এজন ব্যৱসায়ীক কোৱাত, খনে ৬ পইচাকৈ ২৭ খন কিতাপৰ দাম ২ টকা ৮ অনা ২ পইচা, খনে ১০ পইচাকৈ ২৭ খন ফলিৰ দাম ৪ টকা ৩ অনা ২ পইচা আৰু চক মাটি পেঞ্চিল আদিৰ কাৰণে মুঠতে এটকা আঠ অনা মুঠ ৮ টকা চাৰি অনাৰে তেখেতে নিজে কিনি দিছিল। কাঠৰ মিস্ত্ৰি এজনে ব্লেক বোৰ্ড এখন দান কৰি পুণ্য আৰ্জিছিল। কোনোবা এজনে শিক্ষকৰ কাৰণে পুৰণি মেজ এখন আৰু এখন চকি

এখন দিছিল। মুঠতে কোনোৱে মোক বিমুখ কৰা নাছিল। বহিবৰ কাৰণে ল'ৰা-ছোৱালীবোৰৰ প্ৰত্যেকেই নিজে নিজে ধাৰি বা পুৰণি বস্তা লৈ আহিছিল। ওপৰত উল্লেখ কৰা দাতা সকলৰ নাম পাহৰি যোৱাত মই দুঃখীত। এনেকৈয়ে জুন মাহলৈকে স্কুল চলিছিল। মই আনন্দিত হৈছিলোঁ যে, ২ নং আৰু ৩ নং বৰবিলৰ ল'ৰা-ছোৱালীও স্কুললৈ আহিছিল। ইয়াৰ কৃতিত্ব আছিল পদো মাঝিৰ আৰু সোণা মাঝিৰ। কিন্তু অসম অইল কোম্পানীৰ শ্ৰমিক ধৰ্ম্মঘট আৰু যুদ্ধই ডিগবৈৰ মানুহবোৰেই থিতাপি নোহোৱা যেন কৰিছিল। তাতে আকৌ জৰুৰী অবস্থা ঘোষণা কৰাত মানুহে টেঁটু চেপি ধৰা যেন অনুভৱ কৰিছিল। গতিকে স্বাভাৱিক ভাবেই স্কুল বন্ধ হৈছিল।

## 'শেঠ' হোৱাৰ কল্পনা

অসমৰ বাহিৰৰপৰা ডিগবৈলৈ আহি লিখা পঢ়া নজনা মানুহ কিছুমানো ধনী, আঢ্যবন্ত হোৱা চকুৰ আগতে দেখিছিলোঁ। তেওঁলোকে যদি পাৰে, আমিনো কিয় নোৱাৰিম?' এই ভাবেৰে মই কাঠৰ ব্যৱসায় কৰাৰ কথা চিন্তা কৰিলোঁ। সেই সময়ত ২নং আৰু ৩নং বৰবিলতেই বন বিভাগে ঠিকাদাৰক গছৰ 'পাৰমিট' দিছিল। ১৯৩৯ চনত জৰুৰী অবস্থা ঘোষণা কৰাৰ পাচত কোম্পানীৰ কামৰ বাহিৰে মোৰ আৰু একো কাম নোহোৱা হৈ পৰিছিল। ১নং বৰবিলৰ গণেশ ডেকাৰ লগত আলোচনা কৰিলোঁ। গণেশ ডেকায়ো কোম্পানীত কাম কৰিছিল। তেওঁ দেউতাকক কথাটো কোৱাত, মোৰ লগত ব্যৱসায় কৰাত আপত্তি নাই বুলি গণেশক অনুমতি দিছিল।

তেতিয়া ডিগবৈত ৰেঞ্জ অফিচ বা ডিভিজনেল (সংমণ্ডল) কাৰ্য্যালয় নাছিল। বৰ্ত্তমানৰ ৰেঞ্জ অফিচৰ ঠাইতেই, এটা সৰু ঘৰত, মাৰ্ঘেৰিটাৰ ৰেঞ্জাৰৰ তলত, এজন বিট্ অফিচাৰ আৰু এজন ফৰেষ্টাৰেৰে সৈতে এটা বিট্ অফিচ আছিল। মই অঙ্কটো বৰ সহজ কৰি পেলাইছিলোঁ। তেখেতসকল অসমীয়া যেতিয়া, নিশ্চয় সকলো দিহা পৰামৰ্শেৰে আমাক সহায় কৰিব। আমিও লাহে লাহে শিকি-বুজি ভাল কাঠ ব্যৱসায়ী হ'ব পাৰিম। কাঠৰ ব্যৱসায় কৰি ভবিষ্যতৰ সুখ সম্পদৰ সোণৰ-সোলেং লাভ কৰাৰ কল্পনাও নকৰাকৈ থকা নাছিলোঁ।

## "চুগাৰ কোটেড বিটাৰ পিল"

বিট্ অফিচাৰ জন মোৰ চিনাকি আছিল। এদিন তেখেতৰ ওচৰ চাপি মনৰ কথাটো কৈ তেখেতৰ দিহা পৰামৰ্শ খুজিলোঁ। তেখেতে বৰ আগ্ৰহ দেখুৱাই মোক উৎসাহিত কৰিলে। "এই ব্যৱসায় কৰিবলৈ আপোনালোক অসমীয়া দুজন আগবাঢ়ি অহাত মই আনন্দ পাইছোঁ। মই কৰিবপৰা সকলো সহায় কৰিম। কিন্তু প্ৰথম অবস্থাত কোনো মানুহক পোনে পোনে গছৰ পাৰমিট দিয়াৰ নিয়ম নাই। গাৱঁত গছ কিনি কাটি অলপ অভিজ্ঞ হ'লেহে পাৰমিট দিব পৰা হ'ব। গতিকে সম্প্ৰতি গাৱঁৰ মানুহৰপৰা পট্টা মাটিৰ গছ কিনি কামটো আৰম্ভ কৰক। গছ কিনি আমাক জনাই কাটিব। আমি গৈ চাই কাঠৰ কুন্দাত (টুকুৰাত) আমাৰ হেমাৰ মাৰি 'ৰয়েল্টি' ঠিক কৰি দিম। তেতিয়া ফলাব।" আমি সেই কথাকে মুঠি মাৰি লৈ গছ বিচৰাত লাগিলোঁ। গছ বিচৰাৰ দৰ দাম ঠিক কৰাৰ কাম গণেশ ডেকাই কৰিছিল। গছ কেইজোপামান ঠিক কৰিলে। দাম গছে প্ৰতি ৩ টকাৰ পৰা ৭ টকাৰ ভিতৰত আছিল। কিন্তু সমস্যা হ'ল (১) মূল ধনৰ (২) গছ

কাটি হাবিৰপৰা উলিওৱাৰ। দুয়োৰো মাজত ৫০০ টকা মূলধন সংগ্ৰহ কৰি দুডাল গছ কিনি, কাটি, ঠাইতে ধাৰণ কৰি ফলোৱাৰ ব্যৱস্থা কৰিছিলোঁ। অসুবিধা হৈছিল ফলা কাঠবোৰ অনাৰ। আধাৰাম ঠিকাদাৰৰপৰা ২৯৫ টকাত গৰুৰে সৈতে গৰু গাড়ী এখন কিনি পেলালোঁ। ফলা কাঠ বাহিৰলৈ উলিয়ালোঁ। বন বিভাগৰ ৰয়েল্টি আদায় দি কাঠ বিক্ৰী কৰিলোঁ। কাঠ বিক্ৰীৰ ব্যৱস্থা বন বিষয়াই কৰি দিছিল। দুটামান কিস্তি কাঠ বিক্ৰী কৰি উৎসাহিত হলোঁ।

৩নং বৰবিলত মাটিৰ মালিকৰপৰা আৰু এডাল গছ ৭ টকাত কিনিলোঁ। গছডাল কাটিবলৈ গৈ দেখিলোঁ যে, গছৰ গাত ফৰেষ্ট বিভাগৰ হেমাৰৰ ডাগ। অৰ্থাৎ ফৰেষ্ট বিভাগে কাৰোবাক গছডাল কাটিবলৈ পাৰমিট দিছে। মাটিৰ মালিকক সুধিলোঁ, গছডাল আন কাৰোবাক বিক্ৰী কৰিছিল নেকি। তেওঁ নাই কৰা বুলি কৈ ক'লে 'বাবু! তহঁতেহে গছ কিনিছ। আমাৰ মাটিৰ গছবোৰ এনেদৰেই ফৰেষ্টাৰৰ লগত মিলি, কাটি লৈ, গৈ আছে। আমি চৰকাৰী নিয়ম বুলিয়েই ভাবি আছোঁ। গছ কাটোতে কেতিয়াও, কোনোৱে, আমাক সোধা নাই।''

যি কি নহওক, আমি গৈ ফৰেষ্টাৰ আৰু বিট অফিচাৰক সকলো কথা কৈ গছডাল আমাক দিয়াৰ কথা কলোঁ। নহ'লে আমাৰ টকাও গ'ল, গছো গ'ল বুলি কলোঁ। ফৰেষ্টাৰে ভুলতে ৰামধাৰী ডুবেক গছডাল দিয়াৰ কথা কৈ, আমাক গছডাল কাটিবলৈ ক'লে আৰু ডুবেক আন গছ দিব। কাগজে পত্ৰই এজনক দিয়া গছ, মুখৰ কথাত কাটিবলৈ টান পালোঁ। সেয়ে কাগজে পত্ৰই গছডাল কটাৰ সুবিধা কৰি দিবলৈ কেইবাদিনো ফৰেষ্টাৰক অনুৰোধ কৰিলোঁ। শেষত এদিন আমাক ধমকি দিয়া দি ক'লে গছ কটিবলৈ কৈছোঁ নহয়? আমি আছোঁ ভয় কিহৰ?'' গছ কাটি কৰটীয়াৰ হতুৱাই জোখত টুকুৰাও কৰা হ'ল। পিচদিনা ৰাতিপুৱাই আমাৰ কৰতীয়াৰ চৰ্দাৰ চনচৰা কুৰ্মীয়ে আহি গণেশ ডেকাক খবৰ দিলে যে, আমাৰ কাঠৰ কুন্দাবোৰ হাতীৰ দ্বাৰা টনাই নি ৰামধাৰী ডুবেৰ আধা মাইল নিলগত থকা নিজৰ ধাৰণত ফলাবলৈ সাজু কৰিছে। গণেশ ডেকাই নিজে গৈ ৰামধাৰীক নাপাই তেওঁৰ মানুহক সাৱধান বাণী শুনাই মোৰ ওচৰ পালে। মই কথাটো শুনি প্ৰমাদ গণিলোঁ। দুপৰীয়া দুয়ো ফৰেষ্ট অফিচ পালোঁ। ফৰেষ্টাৰক নাপালোঁ। জানিব পাৰিলোঁ, আমাক গছ কাটিবলৈ কোৱা ফৰেষ্টাৰেই ৰামধাৰীয়ে টনাই নিয়া আমাৰ কাঠৰ কুন্দাবোৰ পাচ কৰি, ৰামধাৰীক সমজাই দিবলৈ গৈছে। অসমীয়া ফৰেষ্টাৰে এনে ধৰণে আমাক প্ৰতাৰণা কৰিব বুলি সপোনতো ভবা নাছিলোঁ। মনটো বৰ বিদ্ৰোহী হৈ উঠিল। মই গণেশেৰে পৰামৰ্শ কৰি বৰবিল পুলৰ ওচৰত, তেওঁলোক হাবিৰপৰা ওলাই অহালৈকে খাপ দিলোঁ। গধূলিৰ আগে আগে ফৰেষ্টাৰ আৰু ৰামধাৰী চাইকেল মাৰি সেইখিনি পালত মই দুয়োকো ৰখালোঁ। গণেশে ৰামধাৰীৰ চাইকেলত ধৰি, ভালদৰে সাৱধান বাণী শুনালে। মই ফৰেষ্টাৰক এই কাৰসাজিৰ কাৰণ কি বুলি সুধিলোঁ। ডুবেক কাঠ কাটিবলৈ মানা কৰা হ'ল। স্পষ্ট কৰি দিয়া হ'ল যে, তেওঁ লাখপতি হ'লেও, এই ঠাই আমাৰ। ইয়াত এনে ধৰণৰ ঠগামী কাৰবাৰ সহ্য কৰা নহ'ব। এতিয়াও গছৰ ৰয়েলিটি আমাৰপৰা লৈ, গছডাল আমাক দিবলৈ ফৰেষ্টাৰক ক'লোঁ। ডুবে আৰু ফৰেষ্টাৰ সন্মত হ'ল আৰু পিচদিনা খন ৰাতিপুৱাই কামটো কৰি দিম বুলি ক'লে। কিন্তু আমাক ৩/৪ দিন ঘূৰাইও ফৰেষ্টাৰে কামটো কৰা নাছিল। অৱশ্যে কিয় ক'ব নোৱাৰোঁ, কাঠো ফলা নাছিল।

## "বগা ভাত ছটিয়ালে কাউৰীৰ অভাব নহয়"

তিনদিনামখনৰ গধূলি মই কি ভাবি ক'ব নোৱাৰোঁ, আকস্মিক ভাবে বিট অফিচৰ

সন্মুখতে থকা 'চদাফলচান্দ'ৰ দোকানলৈ গৈ, তেওঁক ডাঙৰ পাতি, কাঠৰ কাৰবাৰ কৰাৰ বুদ্ধি আৰু পৰামৰ্শ খুজিলোঁ। চদাফলচান্দৰ লিখা-পঢ়া নাছিল। কিন্তু কাঠৰ কাৰবাৰ কৰি লাখপতি হোৱাৰ কথা মানুহে কৈছিল। তেখেতে অতি সৰল ভাবেই ক'লে "মাষ্টাৰ বাবু! মই লিখা-পঢ়া নাজানোঁ। মোৰ সকলো কাম ফৰেষ্টাৰেই কৰি দিয়ে। মই তেওঁলোকক সন্তোষ পোৱাকৈ টকা দিওঁ। আপুনি নাজানে নেকি যে বগা ভাত ছটিয়াই দিলে কাউৰীৰ অভাৱ নহয়? টকা দি মহামান্য অফিচাৰক উঠ-বহ কৰাব পাৰি। এহাতে টকাৰ টোপোলা দি, আনহাতে গালত চৰিয়ালেও তেওঁলোকে মৰম কৰা বুলি ভাবে।" চদাফলচান্দৰ এনে ধৰণৰ কথা কোৱাৰ সাহস দেখি মই থৰ লাগিছিলোঁ।

পিচদিনাখন গণেশক লগ ধৰি আবেলি দুয়ো বিট্ অফিচলৈ গলোঁ। গণেশক অকলে বিট্ অফিচাৰৰ ঘৰলৈ পঠাই, বিট্ অফিচাৰেনো কি কয় তাকে শুনিবলৈ, মই অফিচৰ আঁৰালত থাকিলোঁ। গণেশে 'চাৰ' বুলি মাতষাৰ দিয়াৰ লগে লগে অফিচাৰ গৰজি উঠিল। "অসমীয়া মানুহে কি কাৰবাৰ কৰিব? আজি ইমান দিনে কাঠবোৰ পেলাই ৰাখিলি। আমি পহৰা দিব লাগিছিল নেকি? ৰামধাৰীৰ কাঠ ৰামধাৰীয়ে ফলাব আমি কি কৰিম?" বুলি কোৱাৰ লগে লগে মই আৰু মনে মনে শুনি থাকিব নোৱাৰিলোঁ। মই লাহেকৈ তেখেতৰ উপাধিটো ধৰি 'অমুক আছে নে' বুলি আঁতৰৰ পৰাই মাত লগালোঁ। মোৰ মাতটো শুনিয়েই অ' মাষ্টাৰ বাবু, মই আপোনাৰ গণেশক ধমকি লগাইছোঁ। সি থাকোঁতে আপুনি অহা যোৱা কৰি কষ্ট কৰিব লাগেনে? এই অহা-যোৱা কামবোৰ সিয়ে দেখোন কৰিব পাৰে। আমাৰ অসমীয়া ল'ৰাৰ এলাহ বৰ বেছি" কথাৰ সুৰ বদলাই দিয়াত মোৰ পেটে পেটে হাঁহি উঠিছিল। মই কলোঁ—"গণেশ মোৰ অংশীদাৰ। সি কাম নকৰিলে, তাৰ বাবে তাৰ লগত মই কাজিয়া কৰিম। আপুনি মোৰ হৈ মিছাতে কাজিয়া কৰা উচিত হোৱা নাই। যি কি নহওক, স্পষ্ট কথা কওক, আমি কিনা গছ, আমাক দিব নে নিদিয়ে?" 'অফিচাৰে ক'লে গছডাল বহুদিন পেলাই ৰাখিলে।' আপোনালোকে লগে লগে ফলাই পেলোৱা হেতেন জঞ্জাল নাছিল।" মই অলপ খঙেৰে কলোঁ—"চাওক, গছ কাটিবলৈ কাগজে-পত্ৰই আপোনালোকে আমাক দিয়া নাছিল। আমিতো চুৰ কৰা নাছিলোঁ। আপোনালোকৰ জ্ঞাতসাৰে গছ কিনি, আমি কাটিছিলোঁ। আমি যেতিয়াই নাফালোঁ কিয়, তাত আপোনালোকৰ কি? আনহাতে গাৱঁৰ ভোদা নীৰিহ মানুহক ঠগাই তেওঁলোকৰ পট্টা মাটিৰ গছ তেওঁলোকৰ অজ্ঞাতসাৰে, শ শ গছ ঠিকাদাৰক দিয়াতো জানো উচিত হৈছে?" অফিচাৰে অফিচাৰৰ ভেমত কৈ উঠিল "ফৰেষ্ট ম্যানুৱেল অনুসৰি আমি গছ দিব পাৰোঁ।" মোৰো অলপ খং উঠিছিল নেকি? মই কলোঁ— 'ফৰেষ্ট ম্যানুৱেল অকল আপোনালোকৰ একচেটিয়া সম্পত্তি নহয়—আমাৰো। আপোনালোকে পট্টা মাটিৰ গছ দিব পাৰে, কিন্তু ম্যানুৱেল অনুসৰি পট্টাদাৰক দিব লগীয়া শ শ গছৰ মূল্য নিদিয়াৰ দোষ আপোনালোকৰ হৈছে নে নাই?" অফিচাৰ শান্ত হ'ল। পিচদিনাখনেই ৰয়েল্টি আদায় দি আমি আমাৰ গছ পালোঁ। আনকি ফৰেষ্টাৰৰ অনুগ্ৰহত ৰামধাৰীয়ে তেওঁৰ হাতীৰে কুন্দাবোৰ টনাই, পুনৰ আমাৰ ধাৰণৰ ওচৰত পেলাই দিছিল।

## 'পুনৰ মুচিকো ভৱ'—মই মুৰ্খ কিন্তু অধম নহয়

গছ পোৱাৰ পাচত মোৰ মনত অলপ বেলেগ ধৰণে প্ৰতিক্ৰিয়া হ'ল। ৰাতি শুবৰ সময়ত মই অকলে অকলে ভাবিলোঁ—"কাঠৰ কাৰবাৰ কৰিবলৈ ওলাইছোঁ ধন ঘাটি ধনী হোৱাৰ আশাৰে। কিন্তু যি টকাই আত্ম সন্মানত আঘাত কৰে, মনৰ শান্তি নষ্ট কৰে, নিজৰ স্বতন্ত্ৰতা খৰ্ব

কৰে, সেই টকাৰ আৱশ্যক কিয়? টকাৰ কাৰণে চদাফলচান্দক অনুকৰণ কৰি, নৈতিক পতনৰ পথ কৰি লোৱাটো উচিত হ'ব জানোঁ? মই জানোঁ এতিয়া নোখোৱাকৈ আছোঁ?" ইত্যাদি নানা কথা চিন্তা কৰি, মই আৰু কাঠৰ কাৰবাৰ নকৰাৰ সিদ্ধান্ত কৰি পেলালোঁ। পিচদিনাখন ৰাতিপুৱাই গণেশক মোৰ সিদ্ধান্তৰ কথা কোৱাত, মই নকৰিলে গণেশেও কাৰবাৰ নকৰোঁ বুলি ক'লে। লগে লগে, সিদিনাখনেই, গৰু গাড়ী কিনা দামতকৈ পাঁচ টকা কমত, ২৯০ টকাত বিক্ৰী কৰি দিলোঁ। বাকী হাবিত য'ত, যি কাঠ আছিল মাত্ৰ আমাৰ খৰচটো লৈ, কানু ৰাম দত্তক বিক্ৰী কৰি দিলোঁ। তিনি মাহৰ কাৰবাৰত আমাৰ লাভ হৈছিল গাইপতি ৩৭০ টকাকৈ।

এনিশাৰ ভিতৰতে মই কাঠ মহাজনৰপৰা আকৌ স্কুল পণ্ডিত হৈ পৰিলোঁ। মনতে ভাবিলোঁ—'চদাফলচান্দ মূৰ্খ, নে মই মূৰ্খ? ঠিৰাং কৰিলোঁ—

"মই মূৰ্খ কিন্তু অধম নহয়, চদাকলচান্দ অধম আৰু ফৰেষ্টাৰ অধমতকৈও অধম।"

আমাৰ কৰ্তীয়া আছিল গাবঁৰে মংৰা, পিঠু, পাতু, ফগা আৰু চানচৰা।

## বিশ্বযুদ্ধ

## দ্বিতীয় মহাসমৰ আৰু ডিগবৈ

জাপানে মিত্ৰ শক্তিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিয়েই চিঙ্গাপুৰত থকা বৃটিছৰ প্ৰশান্ত মহাসাগৰীয় সৰ্ব্বপ্ৰধান নৌ ঘাটিটো আকস্মিক আৰু দুঃসাহসিকতাৰে ধ্বংস কৰি, লাহে লাহে আগবাঢ়ি আহি, ১৯৪১ চনৰ ডিচেম্বৰ মাহত ব্ৰহ্মদেশ আক্ৰমণ কৰি, ১৯৪২ চনৰ ৯ মাৰ্চ্চ তাৰিখে ব্ৰহ্মদেশৰ ৰাজধানী ৰেঙ্গুন অধিকাৰ কৰি, ক্ৰমে ভাৰতবৰ্ষ তথা অসম সীমান্তৰ পিনে আগ বাঢ়ি আহে। ১৯৪২ চনৰ মে মাহত ভাৰতৰ সীমাৰ তেনেই ওচৰ পাইছিলহি। কিছুদিনৰ কাৰণে ডিগবৈৰপৰা মাত্ৰ ৭৫ মাইল দূৰত অৱস্থিত ছিংবইয়াং (Shingbwiyan) জাপানী সৈন্যৰ প্ৰধান ঘাটি হৈ পৰিছিল। মিত্ৰ শক্তি জাপানী সৈন্যৰ সমুখত তিষ্ঠিব নোৱাৰি এখনৰ পাচত এখনকৈ ঠাইবোৰ এৰি দি, পিচ হুহকি আহিছিল। তেওঁলোকে 'পোৰা' নীতি অনুসৰণ কৰিছিল। শত্ৰু পক্ষই যাতে কোনো ৰচদ পাতি আৰু তেল নাপায় তাৰ কাৰণে খাদ্য ভাণ্ডাৰৰ ভড়ালবোৰ, সাত লাখ বেৰেল খাৰুৱা তেল জ্বলাই দিয়াৰ উপৰিও, তেলৰ খাদবোৰ, তিনি হাজাৰৰো অধিক ডেৰিক, শ শ মাইল জোৰা বাচ লাইন সম্পূৰ্ণ নষ্ট কৰি, সুপ্ৰসিদ্ধ চিৰিয়াম (Syrium) ৰিফাইনাৰী জ্বলাই দি, পিচ হুহকি আহিছিল। বাৰ্ম্মাৰ অতি দুৰ্গম হুকং (Hukong) উপত্যকা পাৰ হৈ, আৰু বাৰ্ম্মাৰ সীমান্তৰ ৮০০০ ফুট ওখ পাটকাই পৰ্ব্বতমালা পাৰ হৈ অহাটো সম্ভৱ নাছিল। সেয়ে কিছুমানে তাহানিৰ অসম আৰু এতিয়াৰ অৰুণাচল—বাৰ্ম্মাৰ সীমান্তত থকা ৩০০০ ফুট ওখ পাংচু পাচ হৈ, আৰু কিছুমানে মনিপুৰ হৈ, ভাৰতত সোমাইছিল। হেজাৰ হেজাৰ মানুহ, ল'ৰা-তিৰোতা সমান্বিতে ব্ৰহ্মদেশৰ অটব্য হাবি, দুৰ্গম নদ-নদী, পৰ্ব্বত-পাহাৰ ভাঙি, সৰ্ব্বস্ব এৰি, অনাহাৰে, অনিদ্ৰাই পাংচু পাৰ হৈ এতিয়াৰ অৰুণাচলত সোমাইছিল। Hundred Years of Oilৰ ৫১-৫২ পৃষ্ঠাত দিয়া বিবৰণ অনুসৰি "About 10,000 Indians and 500 Europeans took this route, assembling and starting from around Myitkyina. Most were sick and wounded, all were very hungry. One of the participant, in this exodus was W.P.G. Maclochlan then of the Burma Rifles and subsequently General Manager of the Assam oil Company Limited and first Chairman of

Oil India Private Limited." বহুতে মণিপুৰ হৈ, নগা পাহাৰ পাৰ হৈ আহিছিল। পলাই আহোঁতে কোনে, ক'ত মৃত প্ৰায় ল'ৰা-তিৰোতা, ভাই, বন্ধুক পেলাই থৈ আহিছিল, তাৰ বিৱৰণ ভুক্ত-ভোগীৰপৰা শুনি, সাধু কথা যেন বোধ হৈছিল। লৰ্ড ওৱাভেলৰ (Lord Wavell) ভাষাত— "No large scale migration of people can surely ever have taken place under worse condition. The vast majority of refugees were ill clad and ill equipped. The movement took place at the height of the monsoons in one of the wettest parts of the world. The country was unknown, almost trackless, the thick jungle was infested with all the tropical plague of mosquitoes, leeches, flies and similar pests, there were tong steep ascents and descent, deep, swift, swollen rivers lay across the path, there were no local supplies of food available...........".

পাংচু পাচ হৈ অৰুণাচলত সোমোৱা ভগনীয়া সকলৰ কাৰণে নামফুক, টিপং, লিডু, মাৰ্ঘেৰিটা আৰু ডিগবৈত আশ্ৰয় শিবিৰ কৰা হৈছিল। এই আশ্ৰয় শিবিৰবোৰত ভগনীয়া সকলৰ কাৰণে খোৱা-বোৱা, চিকিৎসা আদিৰ ব্যৱস্থা আছিল। লাহে লাহে নিজ নিজ গন্তব্য স্থানলৈ খা-খৰচ দি পঠোৱা হৈছিল।

সেই সময়ত ডিগবৈৰ গুৰুত্ব বহুত বাঢ়িছিল। কাৰণ— (১) সমগ্ৰ ভাৰতবৰ্ষৰ ভিতৰত যুদ্ধৰ এবিধ প্ৰধান আহিলা পেট্ৰোলিয়ামৰ ভঁৰাল আছিল একমাত্ৰ ডিগবৈত। ডিগবৈ শোধনাগাৰ আছিল একমাত্ৰ শোধনাগাৰ। (২) ভাৰতৰ পূব প্ৰান্তত সৈন্যৰ প্ৰধান ঘাটি হৈ পৰিছিল ডিগবৈ। (৩) ৰিফিউজী থকাৰ আন এটা প্ৰধান আশ্ৰয় স্থল আছিল ডিগবৈ।

## ডিগবৈত ভগনীয়া

য'লৈকে নাযাওক কিয়, পাংচু পাচেৰে অহা সকলো ভগনীয়াই ডিগবৈ হৈ যাবলগীয়া হৈছিল। বাৰ্মা অইল কোম্পানীত চাকৰি কৰা কিছু সংখ্যক ভগনীয়াক অসম অইল কোম্পানীয়ে চাকৰি দি সংস্থাপন কৰিছিল। ইয়াৰে দুজনৰ কথা মোৰ মনত আছে। এজন হ'ল উপেন্দ্ৰ চক্ৰবৰ্ত্তী (চেপ্‌টা ঠাকুৰ) আৰু আনজন মি, ডব্লিউ, পি, জি, মেক্লক্লন (Mr. W. P. G. Maclachlon)ৰ কথা ওপৰত কৈ অহা হৈছে। চক্ৰবৰ্ত্তীয়ে বাটতে তেখেতৰ পৰিবাৰক হেৰুৱাই, সৰু সৰু ল'ৰা-ছোৱালী দুটাক অশেষ কষ্টেৰে কঢ়িয়াই আনি, ডিগবৈ পাইছিল। তেখেতক ওৱৰ্কচপত কাম দিছিল। ল'ৰা-ছোৱালী দুটাই এ, ও, চি, মুলিয়াবাৰী প্ৰাইমাৰী স্কুলত পঢ়িছিল। ল'ৰাটোৰ নাম সুধীৰ আৰু ছোৱালীজনীৰ নাম মাধুৰী আছিল। এতিয়া ছোৱালীজনী বিয়া হৈ নামৰূপত আৰু ল'ৰাটোৱে বিয়াবাৰু কৰাই দুলিয়াজানত আছে বুলি শুনিছোঁ। চক্ৰবৰ্ত্তী বৰ স্বাধীন চিন্তীয়া মানুহ আছিল। আজি কালি বিয়া-সবাহে ৰভাৰপৰা আৰম্ভ কৰি বাচন-বৰ্ত্তনলৈকে যোগান ধৰাৰ ঠিকাদাৰ ডিগবৈত কেইবাজনো ওলাইছে। ডিগবৈত এই ব্যৱসায়টোৰ বাটকটীয়া আছিল চক্ৰবৰ্ত্তী—'চেপ্‌টা ঠাকুৰ'। অৱশ্যে সেই দিনত ৰভাৰ ঠিকাদাৰৰ বিশেষ আৱশ্যক নাছিল। চক্ৰবৰ্ত্তীয়ে বাচন বৰ্ত্তনৰ যোগান ধৰি, প্ৰথম ব্যৱসায়টোৰ পথ মুকলি কৰিছিল।

## সৈন্য-শিবিৰ



ভাৰতৰ একমাত্ৰ তেল সম্পদ আৰু ডিগবৈৰ ৰিফাইনাৰী যি কোনো প্ৰকাৰে ৰক্ষা কৰাটো ভাৰত চৰকাৰৰ, তথা মিত্ৰ শক্তিৰ অতীব আৱশ্যকীয় কৰ্ত্তব্য হৈ পৰিছিল। সেয়ে ডিগবৈ এটা প্ৰধান সৈন্য শিবিৰ হৈ পৰিছিল। বৰ্ত্তমানৰ টিপাম হাউচ আৰু তাৰ ওচৰতে শিশু নিকেতনৰ সমুখত থকা 'গ্ৰেজুৱেট ইঞ্জিনিয়াৰ্চ ট্ৰেইনিং হোষ্টেল'টো কেন্দ্ৰীয় মিলিটাৰী হাস্পাতাল (Central Military Hospital), পাচত বেঙ্গলী প্ৰাইমাৰী স্কুল আছিল। তাৰপৰাই এই চুবুৰীটোৰ নাম C. M. H. Area হ'ল। এই হাস্পাতালৰ কাৰণে বৰ্ত্তমান সৌমাৰ বিদ্যাপীঠৰ খেল পথাৰখনত কেইটামান জুপুৰী ঘৰ সাজিছিল। এই ঘৰবোৰক 'বাসা ঘৰ' বুলি কোৱা হৈছিল। ঘৰবোৰ জুপুৰী হলেও পানী, গেচ আৰু চেনিটাৰী লেট্ৰিনৰ ব্যৱস্থা আছিল। কোনো মিলিটাৰী বিষয়া হাস্পাতালত থাকিবলগীয়া হ'লে এই ঘৰবোৰত ৰখা হৈছিল। ডিগবৈ নগৰক কেন্দ্ৰ কৰি, পেঙেৰী আলিৰ বাওঁফালে দুৰ্গাবাৰীৰ পৰা পেঙেৰী গেটলৈকে অঞ্চলটো, ডিগবৈ নগৰতে লাগি থকা ২ নং বৰবিল নামঘৰ থকা অঞ্চলটো, ইটাভাটাৰ নামঘৰকে লৈ বৰজান চেটেলমেণ্ট এৰিয়াকে ধৰি বৰ্ত্তমান ডিগবৈ কলেজৰ ভূখণ্ড আৰু ২নং গোলাইত মিলিটাৰি শিবিৰ আছিল। কোম্পানীৰ স্কুলবোৰ বন্ধ কৰি দি, শিক্ষক সকলক বিভিন্ন অফিচত ক্লাৰ্কৰ কাম দিয়া হৈছিল। মই নিজে ফিল্ডত 'টাইম কিপিং' ক্লাৰ্কৰ কাম কৰিছিলোঁ। স্কুল ঘৰবোৰো সৈন্যসকলে ব্যৱহাৰ কৰিছিল। বৰ্ত্তমান এ, ও, চি, উচ্চতৰ মাধ্যমিক স্কুলৰ ঘৰটো মিলিটাৰীৰ চিকিৎসা কেন্দ্ৰ হৈছিল।

প্ৰতিটো আবাস অঞ্চলত, অফিচত, কাৰখানাত আৱশ্যক অনুসৰি 'ট্ৰেঞ্চ' খনা হৈছিল। শত্ৰু পক্ষৰ বিমান অহা বুলি সঙ্কেট দি চাইৰেন বাজিলেই, সাম্ভাব্য বোমাৰপৰা ৰক্ষা পাবলৈ সকলো ট্ৰেঞ্চবোৰত সোমাই পৰিছিল। ইটাভাটাৰপৰা গোলাই, বৰবিল, বাপাপুঙলৈকে গোটেই অঞ্চলটোৰ ঠায়ে ঠায়ে বিমান বিধ্বংসী কামান বহুৱা হৈছিল। কেইবাদিনো ১০/১২ খন জাপানী বিমানৰ 'ফ্লিট' একোটা ডিগবৈৰ ওপৰেদি উৰি গৈছিল। কামানবোৰ গৰ্জ্জি উঠিছিল। আমি গাঁতৰ (ট্ৰেঞ্চ) পৰাই বহু ওপৰত চেকুৰা-চেকুৰ ক'লা ধোঁৱা দেখা পাইছিলোঁ। দুখন সৰু জাপানী বগা বিমান ৩ দিন (২৫, ২৬ আৰু ২৮ অক্টোবৰ) ডিগবৈৰ ওপৰত বহু সময় ধৰি ঘূৰি ফুৰিছিল। এই বিমানৰপৰা ইংৰাজী, হিন্দী, অসমীয়া আৰু বঙালীত লিখা প্ৰচাৰ পত্ৰ তললৈ পেলাইছিল। এই প্ৰচাৰ পত্ৰবোৰ নেতাজী সুভাজ বোসৰ ভাৰতীয় জাতীয় বাহিনী (I.N.A.)ৰ নামত দিয়া হৈছিল। আমি গাঁতৰ পৰাই দেখি আছিলোঁ। জাপানী বিমান দুখনে ২ দিন কোনো বাধা পোৱা নাছিল। কিন্তু তৃতীয় দিনা মিত্ৰ পক্ষৰ বিমানে খেদাখেদি কৰা আমি দেখিছিলোঁ। সি দিনাখন ডুমডুমাৰ চক্ৰেটিঙৰ ওচৰত জাপানী বিমান এখন কামানৰ গুলীত ভূপতিত হৈছিল। পিচত এই বিমানখন ঠায়ে ঠায়ে প্ৰদৰ্শন কৰা হৈছিল। ডিগবৈতো ৩/৪ দিন ৰিফাইনাৰী খেল পথাৰত ৰাখি মানুহক চাবলৈ দিয়া হৈছিল। মিত্ৰ শক্তিৰ শক্তি প্ৰদৰ্শনৰ গৰিমা প্ৰচাৰ কৰাই এই প্ৰদৰ্শনৰ উদ্দেশ্য আছিল। তাৰ পাচত আৰু জাপানী বিমান অহা নাছিল। জাপানী সৈন্যৰ ছাউনী

ডিগবৈৰপৰা মাত্ৰ ৭৫ মাইল আঁতৰত 'ছিংগাউইন'ত (Shingawin) আছিল। আনফালে নেতাজী সুভাষ বোসৰ নেতৃত্বত আজাদ হিন্দ ফৌজ তথা ভাৰতীয় জাতীয় বাহিনীয়ে (I.N.A.) বিশেষ বাধা নোপোৱাকৈ মনিপুৰ দখল কৰি কহিমা পাইছিলহি।

আনফালে ইউৰোপত ৰুচিয়াই মিত্ৰ শক্তিৰ লগত যোগদান কৰাৰ লগে লগে মিত্ৰশক্তি বলবান হৈ পৰিল। হিটলাৰে চম্ভালিব নোৱাৰা অৱস্থা হ'ল। ফলত নাজি শক্তি লাহে লাহে নিশকতীয়া হৈ পৰিল। দক্ষিণ পূব এচিয়াতো মিত্ৰ শক্তিয়ে জাপানী সৈন্যৰ ওপৰত প্ৰবল চাপৰ সৃষ্টি কৰিলে। জাপানীসকলে নিজৰ খুটি এৰি পিচ হুহকি যাবলৈ ধৰিলে। ১৯৪৫ চনৰ এপ্ৰিল মাহত বৃটিছ সৈন্যই বাৰ্মাৰ ইয়েনায়ুং (yenangyung) তেল পথাৰ পুনৰ অধিকাৰ কৰি, ক্ৰমে ৰেঙ্গুন অধিকাৰ কৰি, চিঙ্গাপুৰক লক্ষ্য কৰি, আগ বাঢ়ি গ'ল। ১৯৪৫ চনৰ ৮ মে তাৰিখে মাজনিশা ইউৰোপৰ যুদ্ধৰ সমাপ্তি ঘটিল। ১৯৪৫ চনৰ ১ চেপ্তেম্বৰ তাৰিখে জাপানৰ নাগাচাকি আৰু হিৰোচিমাত আমেৰিকাই এটম বোমা পেলাই জাপানী শক্তিক চিন্ন-ভিন্ন কৰি পেলালে। ২ চেপ্তেম্বৰ তাৰিখে জাপানে মিত্ৰ শক্তিৰ ওচৰত আত্ম সমৰ্পণ কৰিলে। অৰ্থাৎ ২য় মহাসমৰৰ সমাপ্তি ঘটিল। জাপানৰ অজস্ৰ সৈন্য, সেনাপতি বন্দী হ'ল। নেতাজীৰ জাতীয় সৈন্য বাহিনীৰ (আজাদ হিন্দ ফোৰ্চ— INA) নেতাজীৰ বাহিৰে বাহিনীটোৰ সৰহ সংখ্যককেই বৃটিছ সৈন্যই বন্দী কৰিলে। পাংচু পাচ হৈ অনা বন্দী জাপানী সৈন্যবোৰক ডিগবৈৰ মাজেৰেই গন্তব্য স্থানলৈ লৈ গৈছিল। আমি ডিগবৈ ৰেল ষ্টেচনলৈ চাবলৈ গৈছিলোঁ। বন্দী জাপানী সকলৰ মুখত হাঁহি দেখিছিলোঁ—অলপো বেজাৰৰ ভাব দেখা নাছিলোঁ।

পাচত জানিব পৰিছিলোঁ যে, আজাদ হিন্দ ফৌজত (INA) তিনিজন অসমীয়াও আছিল। তাৰে এজন আছিল বৰ্ত্তমান বজালী মহকুমাৰ পাট্টাচাৰকুছিৰ লেফ্‌টেনেণ্ট শ্ৰীউমেশ চন্দ্ৰ দেৱ চৌধুৰী আৰু আন দুজন আছিল হাজোৰ ৺জালালুদ্দিন আহমেদ আৰু চিদানন্দ মহন্ত। তেখেতসকলৰ গৌৰবেৰে অসমবাসীও গৌৰৱান্বিত হৈছিল।

ডিগবৈত পুনৰ স্বাভাবিক জীৱন যাত্ৰা আৰম্ভ হৈছিল। কিন্তু তেতিয়াও জৰুৰী অৱস্থা বাহাল আছিল।

## Digboi War Services News

যুদ্ধৰ কাল চোৱাত ডিগবৈত থকা অসম অইল কোম্পানীৰ বৃটিছ চাকৰিয়াল সকলে 'Digboi war services News' নামেৰে এখন ঘৰুৱা বাতৰি উলিয়াইছিল। উদ্দেশ্য আছিল—(১) তেতিয়াৰ অবিভক্ত ভাৰতৰ বিভিন্ন ঠাইত বিভিন্ন দায়িত্বত থাকি, যি সকল বৃটিছ বিষয়া যুদ্ধত লাগি আছিল, তেওঁলোকৰ খা-খবৰবোৰ লৈ জনোৱা। (২) ডিগবৈৰ অসম অইল কোম্পানীৰ চাকৰিয়াল বৃটিছ সকলে কোম্পানীৰ চাকৰিত থাকিও যুদ্ধত কিদৰে পৰোক্ষ সহায় কৰিছিল তাৰ বাতৰি দি, বৃটিছ সৈন্যসকলক উৎসাহিত কৰা।

কাকতখন সম্পাদনা কৰিছিল অসম অইল কোম্পানীৰ জেনেৰল মেনেজাৰ মিঃ ক্ৰোমিং চাহাবে ব্যক্তিগত নামত। তাৰে ১৯৪১ চনৰ ২৫ জুলাই তাৰিখৰ চিঠি এখন, তথা বাতৰিৰ প্ৰতিলিপি, তলত দিয়া হ'ল।

Digboi
9th July 1941

Dear

I am sending you with this a copy of the second Digboi War Service News. It is difficult to realise that the last one is as far back as 31st December. We are all grateful to those of you who have written giving news of themselves and others, and this will help to get it to everybody. From various requests for another edition I gather the first one proved useful but I can not manage one oftener than twice of three times yearly.

Now that some of you have started to move off overseas we seem to re-member that in The Great War (1) there was a thing called Embarkation Leave. Now this may be a Greater War and it may be shrouded in even Greater Mystery but we would like to have a visit from you after you've "done us proud" (and by all accounts many have) at your training units. Are there no travelling warrants ? Just by luck I met Roach and Raw and I know they had to mark time for nearly a fortnight in Calcutta. What a chance was missed! But come if you can. And if you don't stay too long Digboi can take it.

And if you can't come please tell us the Army postal address or Base post office in India that will forward your mail.

What news from here ? Well, first, almost everybody is in the A.V.L.H. in spite of A.R.P. The squad of the Old and Bold parades on Monday nights, providentially just when the light is too bad for the ciné Kodaks . Tuesdays are still lectures, Thursdays signalling in small doses and Fridays as before. Sunday mornings more signalling. In fact the Digboi air fairly crackles these days and when Squirrel is on the job you can't see the flag for the flashes. The smoker was grand fun. Eddie O. never fails us and Squirrel established himself as a diseur.

Digboi has sent Rs 90,406/5/3 to the War Funds up to the end of June, and £ 6,620/- that we know about to home War Savings, and Rs 17,000/- to Indian War Savings. These are pretty good figures and maybe we can do better yet,

( 2 )

Bishop and the old firm are again putting on charity football matches. Last season they made Rs 2,899/8 and a good start has been made with 2 matches this year. Fast work with 5 goals in the first 6 minutes (3 for and 2 against) in the match here against Lumding gave the crowd a thrill that will bring them back for more.

The Digboi children put on "Alice Through the Looking Glass" and astonished those grown ups who came along just because it was Digboi children and then found they were seeing a most competent performance. And it drew Rs 552/-/- and was worth more. That was at Easter. We don't seem to have any grown up talent though there are rumours.

The golf course has almost disappeared. Only the 9th, 10th, 5th and 8th holes remain, with a cross shot from the old 6th tee to the 7th green making a fifth hole. With 5 holes in all, played almost in a circle, you nearly feel dizzy if you go round it 3 times on Saturday. Nobody has tried it on week days lately.

There's a ladies' Auxiliary Nurses Class doing strenuous work three days each week under the very able and keen direction of Mrs. Malcolm of Bogapani and there's a small cadre of volunteer lady signallers ready to take over at any moment on the W/T and another class in training. Some husbands complain of being wireless widowers. The less experienced don't let their wives attend.

"Soldiers' Night" at the A.V.L.H. Club is now a weekly fixture. Groups of ladies in the station cook and bake and make the supper table at the club look like the soldier's dream of home (one of the dreams anyway!) for the Very Young Militiamen who have fetched up here at the end of their 8000 mile trip. It is a real pleasure to be able to do something for them.

There's also the Ladies' Work Party, which has had a band of loyal workers and now consists of almost everybody. Besides pullovers for Digboi bachelors on service (which were a very small part of its work) it has kept up a considerable and steady supply of knitting and sewing for the Red Cross.

( 3 )

This is a rather plain record of happenings but the happenings are in fact just plain. There are trial Blackouts to put up with from time to time but the war is still a long way off from us on the map and we hope it will come no nearer either in time or space. There are preparations for it that we hope we'll never need and meantime we go on to some extent as if there were nothing unusual but realising more and more that there is. If it gets no nearer us no doubt we'll have a Club show or two between Saint Andrew's night and New Year - and enjoy them and wish you were all back again and the Whole Business over even if we don't yet see when that is possible.

And meantime this brings kind thoughts from all of us.

Yours sincerely,

H. Fleming

P.S. - If anyone happens to meet one Desmond Dewhurst he is the son of Mr. T. Dewhurst in the London office. So please make him welcome.

MG.

( 1 )

1) AKERLAND, G.W. (2nd Lt) is still a comfort to the troops in Shillong.

2) BELL, J.G. when he wrote from Belgaum on 9th June expected to be posted to an infantry Unit by the end of the month. He had just seen W.E. Fraser off to Sappers & Miners at Bangalore and Thorne to join the Signals at Mhow. He himself has since been posted to the Frontier Force and is doing a special language course. When he wrote to Chittagong on the 30th June he said he would be transferred to Dagshai in a week, but he has not yet given his detailed address.

3) BENTHAM, R. R.A. Mess, Meerut. earlier in the year was training as a gunner at Deolali where apparently some survivor from the old English cadet schools still thought everything should be done at the double. Not that there was any complaint about this but it is reminiscent of long past parades in an alas earlier war when moving at the double in dungarees over breeches and putties (because otherwise there was'nt time to change for breakfast) was one of the many things sent to try us.
And now he is at Meerut awaiting orders.

4) BIRSS, J. O.C.T.U., Sappers & Miners Roorkee. after thoroughly enjoying himself among the New Zealanders in the P.B.I. at Belgaum has been tracked down and is back at Injineorin. Bad luck Jimmy ! But this is a mechanised war and the army is to be congratulated on fishing you out of the Belgaum bran tub.

5) BOWDEN-SMITH, W.H. 4/3rd Gurkha Rifles (2nd Lt.) completed his Belgaum course on 14th March where he increased his shadow despite living in quarters originally built in 1875 for mules and their syces ! He passed on a good story of a cadet of 40 whose report said "his intelligence is average for his age."

6) BRIEN, M.G. (sgt.) Rawalpindi has done a mechanical course, and gunnery and heavy vehicles course and an instrument course. Stick to it! It's a handyman's war !

7) BUCHAN, B.(Engr. Lt) C/o. R.I.M. Officers Mess R.I.M. Dockyard Bombay. was gazetted soon after he left here and has been Assistant Paravane Officer.

8) BUNN, G.A.(Aircraftsman) Will he please write and give me some news of himself ?

9) ELLIOTT, J.C. we've nearly lost sight of him except that Donald Thomson saw him in February. We hear from Chittagong that he is now on active service.

10) FRASER, W.B. O.C.T.U., Queen Victoria's own Madras Sappers & Miners Bangalore Finished at Belgaum where "it was a grand life." How's Bangalore ?

11) Lt. P.E. GROVES Royal Artillery Secunderabad Deccan Philpot is enjoying it but oh for a handy mantlepiece ! The latest news from Chittagong says that he is now on active service, but we don't know where.

( 2 )

| | | |
|---|---|---|
| 12). | HART, W. (Sgt) Base Postal Depot H.Q. 17th Ind.Inf.Bde., Bombay | left us in December and like many others found his A.V.L.H. practical work and map reading stood him in good stead. Is now a Light Aid Detachment sergeant. |
| 13). | HILL, F. (Sgt) I.A.O.C.T.C., Instrument Wing Rawalpindi. | when he wrote on 1/6/41 was finishing his Poona course and going to Rawalpindi in a week. |
| 14). | HUMPHRIES R.H.L. (2nd. Lt. a/Capt.) Cost Accts: Office, C/o. Jt. Financial Advisor 6, Esplanade East Calcutta. | after doing well, we hear indirectly, at Kakul has now been tracked down by Govt. sleuths and made to return to his muttons, much to his disgust. He says he'll have to remain a bachelor because now he'll never be able to answer the question "What did you do in the great War, daddy ?" Never mind! You took a chance on it R.H.L. ! |
| 15). | JOHNSON, R.M. (2nd. Lt) 14th/20th King's Hussars Meerut. | We were sorry to hear of the ill luck after what should have been a simple operation and we hope he has completely recovered. After Belgaum he went to Ahmednagar to the "Armoured Cavalry". A rough ride Michael ? But we heard rumours of softer saddles at Ooty. Has recently joined his regiment at Meerut. |
| 16). | MACMILLAN, J.N. (P.A. Sgt) No. 13(M) W/S Coy., (Last address known - Kirkee Arsenal Poona. ) | had a spell in the N.W. and then left for overseas on 26th June after a farewell do with Brien, Hill and Jimmy Watson that made war look like running a crèche. Oh Jimmy ! |
| 17) | MACGREGOR, A.W.B. Barrackpore. | still on special duty on loan to the Government of India but may be in Digboi for a few months now. Letters should be addressed Digboi accordingly unless their writers have heard from him direct. |
| 18) | MUNDAY, P. (Lieut:) R.I.N.V.R. C/o. H.M.I. Navy Office Willingdon Island, COCHIN. | has put in hard and continuous work in this expanding service - and the expansion is something phenomenal. Also, it is really a navy of landsmen, with some ratings from the Mercantile Marine, and sea mysteries of gunnery, depth charges, mine-sweeping and "stations" have to be made the routine of life for them. Lt. Munday says they take to it amazingly well and incidentally he has a good word to say of Parsee officers. |
| 19) | PATON, R.S. (Sgt:) I.A.O.C. Base Postal Depot, Bombay. | Will he please write and give me some news of himself ? |
| 20) | ROACH, R.L. (2nd Lieut:) 22nd Mountain Regt. Malaya. | We've heard from somebody else that Cadet Roach was top of his course both at Belgaum and Kakul and we've heard of these heavenly twins as being in Malaya. But did they get the December Digboi News ? |
| 21) | RAW, W.S. (2nd. Lieut:) V/22nd Mountain Regt., R.A., Malaya. | We share their regret that Beer is no longer Best. |
| 22) | T.G. ROBSON (Cadet) O.C.T.U. Roorkee | is at Roorkee still and is another who blesses his Digboi A.V.L.H. practical work and map reading. Stick to it T.G. and we'll be hearing of you ! |

( 8 )

| | | |
|---|---|---|
| 23) | SCOTT, T.G. (Engr: Cadet)<br>C/o. H.Q., R.E.,<br>8th Indian Divn.,<br>Base Postal Depot,<br>Bombay. | We believe that Tom is another who was top of his course at Roorkee though like the rest he has been silent about it.<br>He has now gone on active service, we don't yet know where, but the rumour that Jimmy cheered some pre-departure hours in this case too is correct. Good luck Tom ! |
| 24) | SCOTT, W.W. (Lieut:)<br>Sappers & Miners,<br>R.E. Depot, Lahore | has been assistant Adjutant and acting Adjutant. |
| 25) | THOMSON, D.M. (Bombardier)<br>248th Medium Battery,<br>6th Medium Regiment,<br>Gharial, Murree Hills. | Was at Campbellpur and then to Ahmednagar. He saw Elliott at Chaklala in February.<br>Bad luck about the broken ankle. Best wishes for its soundness when it comes out of the plaster. |
| 26) | THORN, H.F.<br>Royal Signals Training School,<br>M h o w. | Will he please write and give me some news of himself ? |
| 27) | WATSON, J.M. (2nd Lieut:)<br>7th Gurkha Regimental Centre,<br>Happy Valley, Shillong. | "See under Akerland", as the Encyclopaedia says. |
| 28) | WEST, A.S. (2nd Lieut:)<br>45th Army Troops Co.,<br>Malaya. | Congratulations on the arrival of his son on 15th July. We've also heard that our A.S.West was top of his course at Kirkee.<br>When he wrote on 14th May he had not seen Roach or Raw, but was still hoping. When he does he'll be glad Jimmy Watson was'nt with them. |
| 29) | WEYMAN-JONES, J.(Aircraftsman)<br>School of Tech. Training<br>Drigh Road -Karachi. | Will he please write and give me some news of himself ? |
| 30) | WILSON, G.F. (Capt:)<br>(Sappers & Miners)<br>C/o. Lourdes Hotel,<br>Quetta. | Congratulations on the arrival of a Cub earlier this year. |
| 31) | CORBETT, A.E.C. (2nd Lieut:)<br>Base Postal Depot,<br>Bombay | is not strictly on this list but it is learned that he has been commissioned and gone to Iraq and we wish him well. |
| 32)<br>33) | HAMISH MACGREGOR and J.N. BAX (O.T.C. Belgaum) | are not strictly of this list either, as they did not leave from here, but they won't mind. Did Section Leader Bax send Cadet Macgregor to crawl along that nullah on the Poona Road and through that culvert ? |

STOP PRESS

R.S. CAREY - is now a 2nd Lt. in the Cameronians (The Scottish Rifles) somewhere in England, or is it Scotland ? He arrived Home punctually for the April luftwaffe blitz on London and knows the ground all round Clapham Junction.

His friends here feel that in him a most useful officer has been lost to the Indian Army but they have no doubt he will give a good account of himself anywhere.

B S. DOWNWARD - is at Dalhousie and is now Brigade Major Jullunder Brigade area.

## যুদ্ধত প্ৰাণাহুতি দিয়া সৈন্যৰ কবৰ স্থান

এই বিশ্ব যুদ্ধত মৃত ২০০ সৈন্যৰ কবৰ স্থান ডিগবৈত আছে। প্ৰতিটো বকৰতে কবৰস্থিত সৈন্যজনৰ নাম ঠিকনা খোদিত কৰা একোখন ফলক আছে। প্ৰথম এখন ফলকত খোদিত কৰা আছে—"THIS CEMETARY WAS BUILT AND IS MAINTAINED BY THE COMMONWEALTH WAR GRAVES COMMISSION".

প্ৰতি বছৰে ২য় সপ্তাহৰ ৰবিবাৰে সৈন্য বিভাগে আৰ্কষণীয় অনুষ্ঠান পাতি, মৃতসকলৰ প্ৰতি শ্ৰদ্ধা তৰ্পন কৰে। বহু দূৰ-দূৰণিৰপৰা কবৰ স্থান চাবলৈ যাত্ৰী আহে।

সৈন্যসকলৰ নাম ঠিকনাসহ এখন ছপা ৰেজিষ্টাৰ আছে। ৰেজিষ্টাৰখনৰ প্ৰথমতে তলত দিয়া বিৱৰণ আছে।

# DIGBOI WAR CEMETERY

Index No. IND. 8

**DURING** the 1939-1945 War the state of Assam, in India's Eastern Command, was and operational area of the Burma Campaign. Digboi, in the north-eastern corner of the state, near the Burmese border and on the road to Ledo, was on the Lines of Communication, and a military hospital was established there. It is most easily reached by road from Mohanbari airfield.

Digboi War Cemetery is outside the town, some two miles from the main Assam Oil Company Works on the road to Pengaree Tea Estate. It was started for burials from the hospital—70 in all—but after the war the Army Graves Service moved to this cemetery graves from burial grounds in Panitola, Jorhat, Margherita, Tinsukia and Ledo where permanent maintenence could not be assured, and one from the U.S. Military Cemetery at Shingvuoiyang in Burma. The total number of burials is 200, and they are classified below.

Originally the cemetery stood on a small spur rising sharply from the main road, but an earthquake in 1950 caused cracks and subsidence, one fissure extending the full length of the cemetery. Subsequent landslides occasioned by heavy rains, particularly in 1953, so endangered the cemetery that it became necessary to move the graves to the present site, on slightly sloping ground at the foot of the spur, which is not likely to be affected by erosion. It is an attractive site, backed by a tree-clothed slope and enclosed by a hedge. Along the hedge tall trees screen it and give shade, while a central avenue of bottle-brush trees leads from the entrance to the Cross of Sacrifice. On each side of the wide path across the cemetery are beds of plumbago. The graves are set in mown turf and are marked by bronze plaques.

| FORCES | ARMY | | AIR FORCE | | TOTALS | |
|---|---|---|---|---|---|---|
| | Known | Unknown | Known | Unknown | Known | Unknown |
| Unnited Kingdom ............ | 142 | 1 | 2 | — | 144 | 1 |
| Indian ............ | 45 | 5 | — | — | 45 | 5 |
| West African ............ | 1 | — | — | — | 1 | — |
| Burma ............ | 1 | — | — | — | 1 | — |
| Belgian ............ | 1 | — | — | — | 1 | — |
| U.S.A. ............ | — | — | 1 | — | 1 | — |
| Italian ... ......... | 1 | — | — | — | 1 | — |
| | 191 | 6 | 3 | — | 194 | 6 |

## যুদ্ধৰ পিচত

এ,ও,চি লেবাৰ ইউনিয়নৰ ধৰ্ম্মঘটে ডিগবৈৰ সমাজ জীৱনলৈ অনা ধুমুহা, ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলন আৰু দ্বিতীয় মহাসমৰৰ কাৰণে, ডিগবৈত কংগ্ৰেছ সদস্য ভৰ্ত্তি কৰি নিয়মীয়া কংগ্ৰেছ কমিটি গঠণ কৰা সম্ভৱ হোৱা নাছিল। লাহে লাহে আন্দোলন শাম কাটি আহিবলৈ ধৰাত ১৯৪৩ চনৰ শেষৰ ফালে, দুই এজন বন্ধুৰ লগত আলোচনা কৰি, ৪/৫ জন লগ লাগি অঘোষিত কংগ্ৰেছ কমিটি গঠন কৰি, কাম কৰাৰ সিদ্ধান্ত কৰিছিলোঁ।

## —গঠনমূলক কাম—
## ডিগবৈত কংগ্ৰেছ কমিটি

১৯৪৩ চনৰ শেষৰ ফালে যুদ্ধৰ চোক ডিগবৈত নাইকীয়া হ'ল। সৈন্য শিবিৰবোৰ খালী হৈ পৰিল। দেখাত সকলো কাম স্বাভাৱিক ভাবে চলিলেও, জৰুৰী কালিন আইন বলবৎ থকাৰ কাৰণে, চাকৰিৰ খাতিৰত, মানুহে কথা বতৰাত বৰ সাৱধানতা অৱলম্বন কৰিছিল। ডিগবৈ ফৰেষ্ট বিট্ অফিচৰ (এতিয়া ৰেঞ্জ অৰিচ) কাৰ্য্যালয়ৰ ঘৰেৰে সৈতে চৌহদটো সৈন্য বিভাগৰ A.R.P. (Air Raid Precaution)ৰ কাৰ্য্যালয় আছিল। বিমান আক্ৰমণৰ সম্ভৱনা নোহোৱা হোৱাৰ লগে লগে এই কাৰ্য্যালয়ৰ ঘৰবোৰ খালী হৈ পৰিছিল। ইতিমধ্যে অসমৰপৰা নিৰ্ব্বাসিত হোৱা ডিগবৈৰ ভক্ত বাহাদুৰ প্ৰধান আৰু সাধু সিং পুনৰ ডিগবৈ পাইছিলহি। ডিগবৈত তদৰ্থ কংগ্ৰেছ কমিটি এখন গঠন কৰাৰ উদ্দেশ্যেৰে A. R. P. ৰ এই খালী ঘৰতেই এদিন সভা এখন পাতিবলৈ মনস্থ কৰি, কংগ্ৰেছৰ সমৰ্থক চাই চাই, কেইগৰাকী মান মানুহক নিমন্ত্ৰণ কৰিছিলোঁ। ভক্ত বাহাদুৰ প্ৰধান আৰু সাধু সিঙকো সভাত উপস্থিত থাকিবলৈ বিশেষভাবে অনুৰোধ কৰিছিলোঁ। প্ৰধানে বৰ আগ্ৰহেৰে অনুৰোধ ৰক্ষা কৰিছিল কিন্তু সাধু সিঙে ব্যক্তিগত অসুবিধা দেখুৱাই সভাত উপস্থিত থাকিবলৈ অপাৰগ বুলি কৈছিল। অৱশ্যে সকলো ৰাজহুৱা কামত মোৰ লগত সহযোগ কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। নিমন্ত্ৰিত লোকৰ ভিতৰত মাত্ৰ ১০/১২ জন মানহে সভাত উপস্থিত আছিল। ভক্ত বাহাদুৰ প্ৰধানক সভাপতি পাতি সভাৰ কাম আৰম্ভ কৰিছিলোঁ। সেই সভাতেই ভক্ত বাহাদুৰ প্ৰধানক সভাপতি, দীননাথ ৰাজখোৱা আৰু কামাখ্যা আগৰৱালাক যুটীয়া সম্পাদক আৰু মোক কোষাধ্যক্ষ কৰি, ডিগবৈত ১৯৪৪/৪৫ চনৰ কাৰণে প্ৰথম তদৰ্থ প্ৰাথমিক কংগ্ৰেছ কমিটি গঠন কৰা হ'ল। দীননাথ ৰাজখোৱা কোম্পানীৰ ফিল্ড ষ্টোৰৰ ক্লাৰ্ক আছিল। পাচত গৈ এই ৰাজখোৱাই হিতেশ্বৰ শইকীয়া মন্ত্ৰী সভাৰ এজন মন্ত্ৰীও হৈছিল। কামাখ্যা আগৰৱালা ডিগবৈৰ সেই সময়ৰ, ওপৰত উল্লেখ কৰা, সম্ভ্ৰান্ত ব্যৱসায়ী মোহন লাল আগৰৱালাৰ পুত্ৰ আছিল। এবছৰত এই কমিটিখনে ৬৩ জন কংগ্ৰেছৰ প্ৰাথমিক সদস্য ভৰ্ত্তি কৰিবলৈ সমৰ্থ হৈছিল।

চাহাবৰ ভয়ৰ বাহিৰেও আৰু এটা কথাই মানুহৰ মাজত বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল। ভাৰতীয় জাতীয় কংগ্ৰেছে যেতিয়া এই যুদ্ধ ভাৰতৰ যুদ্ধ নহয় বুলি ঘোষণা কৰি, যুদ্ধৰ বিৰোধিতা কৰিছিল সেই সময়তে আকৌ ভাৰতীয় কম্যুনিষ্ট পাৰ্টিয়ে, ৰুচিয়াই মিত্ৰ শক্তিৰ লগত যোগ দিয়াৰ লগে লগে, এই যুদ্ধক জনসাধাৰণৰ যুদ্ধ বুলি (Peoples War) ঘোষণা কৰি, যুদ্ধত সহায় কৰাৰ পক্ষপাতী হৈ পৰিছিল। ডিগবৈতো যুদ্ধৰ পক্ষে কিছুমান প্ৰবক্তা নথকা

নাছিল। এই মানুহখিনিৰ ওপৰত কোম্পানীৰো শুভ দৃষ্টি আছিল। নিজে এটা নিৰাপদ স্থানত থকাৰ কাৰণেই এই বিবাদত জন সাধাৰণে দেখা-দেখিকৈ সোমাব নুখুজিছিল। হয়তো সৰহ ভাগৰেই কংগ্ৰেছৰ প্ৰতি অনুকম্পা আছিল। কিন্তু তেওঁলোকৰ প্ৰথম আৰু প্ৰধান কথা আছিল চাকৰিৰ নিৰাপত্তা। সেইদেখি দেখ-দেখকৈ কংগ্ৰেছৰ সমৰ্থক বুলি ওলাই পৰিব নুখুজিছিল।

১৯৪৫ চনৰ শেষৰ ফালে সেই একেটা A.R.P.ৰ ঘৰতেই প্ৰথম বাৰৰ কাৰণে, নিয়মিত সভ্য সকলক মাতি, কংগ্ৰেছৰ সাধাৰণ সভা এখন আহ্বান কৰা হৈছিল। ভক্ত বাহাদুৰ প্ৰধানে সভাত সভাপতিত্ব কৰিছিল। ২০/২৫ জন সভ্য উপস্থিত আছিল। সেই সভাতে ভক্ত বাহাদুৰ প্ৰধানৰ প্ৰস্তাৱ আৰু দীন নাথ ৰাজখোৱাৰ সমৰ্থন ক্ৰমে মই ডিগবৈ কংগ্ৰেছৰ সৰ্ব্ব সম্মতিক্ৰমে সভাপতি নিৰ্ব্বাচিত হৈছিলোঁ। উপ-সভাপতি ভক্ত বাহাদুৰ প্ৰধান আৰু সম্পাদক আগৰ দুজনেই নিৰ্ব্বচিত হৈছিল। এনেকৈয়ে ১৯৪৫/৪৬ চনৰ কাৰণে প্ৰথম নিয়মিত স্থায়ী কমিটি গঠিত হৈছিল। সদস্যসকলৰ নাম মনত নাই। ১৯৫২ চনত ডিগবৈৰ ৮ টা ওৱাৰ্ডত ৮ খন আৰু বৰবিল, গোলাই আৰু বাপাপুং গাওঁৰ কাৰণে এখনকৈ প্ৰাইমাৰী কংগ্ৰেছ কমিটি গঠন কৰি, এই সকলোবোৰ কমিটিৰ মাজত সমন্বয় ৰক্ষী কমিটি হিচাপে ডিগবৈ কেন্দ্ৰীয় কংগ্ৰেছ কমিটি গঠন কৰা হৈছিল। এনে ধৰণৰ কেন্দ্ৰীয় কংগ্ৰেছ কমিটি ক'তো নাছিল— সংবিধানতো নাছিল। মই যুক্তি ডাঙি ধৰি, পৰীক্ষা মূলক ভাবে, ডিগবৈ কেন্দ্ৰীয় কংগ্ৰেছ কমিটিক মান্যতা দিবলৈ জিলা আৰু প্ৰাদেশিক কমিটিক অনুৰোধ কৰি লিখা-লিখি কৰিছিলোঁ। শেষলৈ কমিটিখন ভাঙি দিবলৈকো কোৱা নাছিল আৰু মান্যতাও দিয়া নাছিল। কিন্তু কেন্দ্ৰীয় কমিটি কৰাৰ সাৰ্থকতা উপলব্ধি কৰিছিল। ডিগবৈত কেন্দ্ৰীয় কংগ্ৰেছ কমিটিয়ে সক্ৰিয়ভাবে কাম কৰি আছিল। শেষত কেন্দ্ৰীয় কমিটিৰ ঠাইত সকলোতে মণ্ডল কমিটি কৰা হৈছিল। ডিগবৈত কোনো সলনি নোহোৱাকৈ কেন্দ্ৰীয় কমিটিয়েই মণ্ডল কমিটি হৈছিল।

তলত ১৯৪৪/৪৫ চনৰপৰা ১৯৫১/৫২ চনলৈ ডিগবৈ প্ৰাইমাৰী কংগ্ৰেছ কমিটি আৰু ১৯৫২/৫৩ চনৰ পৰা কেন্দ্ৰীয় তথা মণ্ডল কংগ্ৰেছ কমিটিৰ সভাপতি সম্পাদকৰ নাম দিয়া হ'ল।

| | | | |
|---|---|---|---|
| ১৯৪৪/৪৫ চন.................... | সভাপতি | — | ভক্ত বাহাদুৰ প্ৰধান |
| | সম্পাদক | — | দীননাথ ৰাজখোৱা, কামাখ্যা আগৰৱাল |
| ১৯৪৫/৪৬ চনৰ পৰা ১৯৪৭/৪৮ লৈ | সভাপতি | — | দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা |
| | সম্পাদক | — | উক্ত ৰাজখোৱা আৰু আগৰৱাল |
| ১৯৪৮/৪৯ৰ পৰা ১৯৫২/৫৩ লৈ | সভাপতি | — | দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা |
| | সম্পাদক | — | সুখময় ৰায় |
| ১৯৫৩/৫৪ৰ পৰা ১৯৫৬/৫৭ লৈ | সভাপতি | — | দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা |
| | সম্পাদক | — | টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য |
| ১৯৫৭/৫৮ৰ পৰা ১৯৫৮/৫৯ লৈ | সভাপতি | — | দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা |
| | সম্পাদক | — | ধৰ্ম্মেশ্বৰ দত্ত |
| ১৯৫৯/৬০ৰ পৰা ১৯৬১/৬২ লৈ | সভাপতি | — | মহাত্তম প্ৰসাদ তেৱাৰী |

| | | | |
|---|---|---|---|
| | সম্পাদক | — | কৃপাময় চক্ৰৱৰ্ত্তী |
| ১৯৬২/৬৩ৰ পৰা ১৯৬৩/৬৪ লৈ | সভাপতি | — | ৰাম সুমিৰণ গোস্বামী |
| | সম্পাদক | — | চন্দ্ৰ বাহাদুৰ ছেত্ৰী |
| ১৯৬৪/৬৫ৰ পৰা ১৯৭০/৭১ লৈ | সভাপতি | — | মানিক চন্দ্ৰ হাজৰিকা |
| | সম্পাদক | — | অনিল বৰণ দে |
| ১৯৭১/৭২ৰ পৰা ১৯৭৬/৭৭ লৈ | সভাপতি | — | দ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা |
| | সম্পাদক | — | মানিক চন্দ্ৰ হাজৰিকা |
| ১৯৭৭/৭৮ৰ পৰা ১৯৭৯/৮০ লৈ | সভাপতি | — | মানিক চন্দ্ৰ হাজৰিকা |
| | সম্পাদক | — | উপেন দত্ত |

উল্লেখ কৰিব খোজোঁ যে, ভাৰতবৰ্ষত জৰুৰী আইন ঘোষণাৰ আৰু ইন্দিৰা গান্ধীৰ কিছুমান কামৰ প্ৰতিবাদ কল্পে মই ১৯৭৭ চনত কংগ্ৰেছৰ সাধাৰণ সভ্যৰ পদ ত্যাগ কৰিছিলোঁ।

## ডিগবৈ কংগ্ৰেছৰ সক্ৰিয় সদস্য সকলৰ তালিকা (মনত থকাবোৰ)

শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, ভক্ত বাহাদুৰ প্ৰধান, সুখময় ৰায়, মহাত্তম প্ৰসাদ তেৱাৰী, ৰাম সুমিৰণ গোস্বামী, টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ধৰ্ম্মেশ্বৰ দত্ত, মানিক চন্দ্ৰ হাজৰিকা, ৰাজেন্দ্ৰ নাথ ডেকা, চোহান সিং কেইথ, ভোলা নাথ দত্ত, দেবেন্দ্ৰ নাথ দাস, ডাঃ ৰথীন্দ্ৰ নাথ ভট্টাচাৰ্য্য, মহেন্দ্ৰ চন্দ, মন মোহন চক্ৰবৰ্ত্তী, ৰাম নাথ দুগল, জগন্নাথ ৰজক, ৰামদাস বাল্মীকি, শোভনা ৰানাডে, শৈলেন্দ্ৰ মোহন দত্ত গুপ্ত, ধীৰেন্দ্ৰ মোহন দত্তগুপ্ত, কৃপাময় চক্ৰবৰ্ত্তী, ভব তাৰণ ভট্টাচাৰ্য্য, গোপাল সেন, গিৰিধৰ ভঁড়ালী বৰুৱা, লক্ষী প্ৰসাদ বৰঠাকুৰ, বিষ্ণু ভক্ত উপাধ্যায়, চন্দ্ৰ বাহাদুৰ ছেত্ৰী, মুখেশ্বৰ খাউন্দ, স্বৰ্ণলতা গগৈ, উপেন দত্ত, যোগেশ দে, গজেন ৰায়, ফণী ৰায়, গণেশ ডেকা, নজমল হুচেইন, বি, কে, চক্ৰবৰ্ত্তী, বংশীধৰ কাকতি, ৰামদেউ পাণ্ডে, বদন চন্দ্ৰ হাজৰিকা, প্ৰফুল্ল কলিতা, বাসনা চক্ৰবৰ্ত্তী, নেত্ৰ মোহন বৰুৱা, ভুবন চন্দ্ৰ বসুমতাৰী, দুৰ্গেশ্বৰ দাস, সুৰেশ সৰকাৰ, ভিবিৰাম শইকীয়া, লক্ষীধৰ হাজৰিকা আদি।

বিঃ দ্ৰঃ—কংগ্ৰেছ ভৱনত কোনো ৰেকৰ্ড নোপোৱাত কাৰো নাম বাদ গ'লে মই দুখীত।

## মাঘ বিহুৰ খেল ধেমালি

১৯৪৫ চনত ডিগবৈ প্ৰায় স্বাভাৱিক অৱস্থালৈ ঘুৰি আহিছিল। কিন্তু তেতিয়াও জৰুৰী অৱস্থা বাহাল থকাৰ কাৰণে মানুহে ভয়ে ভয়ে চলিছিল। ডিগবৈ নামঘৰত (কেন্দ্ৰীয় নামঘৰ) কেইজনমান অসমীয়া মানুহ গোট খাই প্ৰথম বাৰৰ কাৰণে মাঘ বিহুত ল'ৰা-ছোৱালীৰ খেল প্ৰতিযোগিতা পাতিবলৈ সিদ্ধান্ত কৰি, মোক সভাপতি আৰু গণেশ চন্দ্ৰ শইকীয়াক চেক্ৰেটৰী কৰি, বিহু কমিটি এখন পাতি দিছিল। মই অনুমতি বিচাৰি লক্ষীমপুৰ জিলাৰ উপায়ুক্তলৈ দৰ্খাস্ত কৰিলোঁ। খেললৈ মাত্ৰ ৭ দিন আছে তেতিয়াও উপায়ুক্তৰ অনুমতি অহা নাছিল।

এই কথাটো চুপাৰভাইজিং হেড মাষ্টাৰ সত্য জীৱন পালৰ কাণত পৰাত, তেখেতক খবৰ নিদিয়াকৈ তথা অনুমতি নোলোৱাকৈ, স্কুলৰ ল'ৰা-ছোৱালীৰ খেল প্ৰতিযোগিতা পাতিবলৈ লোৱাত পেটে পেটে বাৰুকৈয়ে অসন্তুষ্ট হৈছিল। খেলৰ ৭ দিন মানৰ আগতে এদিন আবেলি

এ.ও.চি. মাইনৰ স্কুলৰ (এতিয়া এ.ও.চি. হিন্দী প্ৰাইমাৰী স্কুল) প্ৰাঙ্গণত, মই আৰু 'শইকীয়া চাৰে' (সাধাৰণতে আমাৰ শিক্ষকসকলে পৰস্পৰে পৰস্পৰক 'শইকীয়া চাৰ', 'দত্ত চাৰ', 'দাস চাৰ' আদি বুলি মাতিছিল।) স্কাউটসকলক কিবা কিবি শিকাই আছিলোঁ। এনেতে 'গণেশ শইকীয়া চাৰ'ক পালে অফিচলৈ মতাই নিলে। অলপ সময়ৰ পাচতে তেখেত ওলাই আহিলত মোক মতালে। মই যোৱাৰ লগে লগে প্ৰশ্ন কৰিলে—'আপুনি মাঘ বিহুত ল'ৰা-ছোৱালীৰ খেল প্ৰতিযোগিতা পাতিছে?'' মই কলোঁ—'মই পতা নাই। মাঘ বিহু কমিটিয়ে পাতিছে। মই সেই কমিটিৰ সভাপতি।'' তেখেতে পুনৰ সুধিলে ''আপুনি সভাপতি অথচ মই নাজানোঁ, কোম্পানীয়ে নাজানে। মাঘ বিহু ইমান গোপনে পাতিছে কিয়?' মই কলোঁ, ''কোম্পানীয়ে অনুমতি নিদিলে ফিল্ড পাম ক'ত? আপোনাক নজনোৱাকৈ জানো স্কুলৰপৰা খেলৰ সা-সঁজুলিকে ধৰি আৱশ্যকীয় সহায় পাম? কিন্তু এতিয়ালৈকে চৰকাৰী অনুমতি পোৱা নাই। চৰকাৰী অনুমতি পোৱাৰ আগতে, অনিশ্চিত অৱস্থাত, আমি কোনো কথা প্ৰকাশ কৰাটো উচিত বুলি ভবা নাই। অনুমতি পোৱাৰ পাচতহে এইবোৰ চিন্তা কৰিম।'' আকৌ সুধিলে ''শইকীয়াই ক'ব পাৰেনে নোৱাৰে?'' মই কলোঁ—''তেখেত বিহু কমিটিৰ চেক্ৰেটৰী। তদুপৰি খেল-ধেমালিৰ দিশটো তেখেতকেই চাবলৈ দিয়া হৈছে।'' পালে মোক আৰু একো নুসুধি তেতিয়াই শইকীয়াক পুনৰ মতাই আনি ধৰিলে, ''শইকীয়া, আপুনি মোক মিছা ক'লে কিয়? আপুনি বিহু কমিটিৰ চেক্ৰেটৰী নহয় জানো? আপুনি এজন অসমীয়া মানুহ। বিহু অসমীয়া মানুহৰ জাতীয় উৎসৱ। এনে অৱস্থাত আপুনি মোক সঁচা কথাটো ক'বলৈ কিয় ভয় কৰিলে? নিজৰ জাতীয় উৎসৱটোৰ কথা ক'বলৈ ভৱিষ্যতে কেতিয়াও ভয় নকৰিব।'' পুনৰ মোক ক'লে, ''দেৱ শৰ্ম্মা! মই আপোনাৰ স্পষ্টবাদিতাত সন্তোষ পাইছোঁ। কিবা সহায় লাগিলে ক'ব, মই সকলো প্ৰকাৰে সহায় কৰিম।''

অনুমতি পালোঁ। অতি সুচাৰুৰূপে খেল প্ৰতিযোগিতা হৈ গ'ল। সত্য জীৱন পালে ভাবিব নোৱাৰাকৈ সহায় কৰিলে।

**অহৈতুক ভয়, সন্দেহ আৰু অসত্যৰ আশ্ৰয় লোৱাটো নিজৰ কাৰণেই অনিষ্ট কাৰক।**

## ডিগবৈত প্ৰথম জয়মতী উৎসৱ

১৯৪৬ চনত জয়মতী উৎসৱ পালন কৰাৰ উদ্দেশ্যে নামঘৰতে মই অসমীয়া পুৰুষ-মহিলাৰ সভা এখন আহ্বান কৰিছিলোঁ। সভাই আলোচনা কৰি জয়মতী উৎসৱ পালন কৰিবলৈ সিদ্ধান্ত কৰি, প্ৰতিভা পালক সভানেত্ৰী আৰু মোক সম্পাদক কৰি, জয়মতী উৎসৱ কমিটি এখন কৰি দিছিল। যথা সময়ত নামঘৰৰ প্ৰাঙ্গণতে ৰভা দি, বৰ উলহ-মালহেৰে প্ৰতিভা পালৰ সভানেতৃত্বত জয়মতী উৎসৱ পালন কৰা হৈছিল। সুখৰ কথা যে, তেতিয়াৰপৰা ডিগবৈৰ মহিলাসকলে জয়মতী উৎসৱ পাতি আহিছে।

## ব্ৰুক্‌চ্ চাহাবৰ অসমীয়া প্ৰীতি

১৯৪৫ চনত ডব্লিউ ডব্লিউ ব্ৰুক্‌চ্ (W.W. Brooks) লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল।

তেখেতে শিক্ষক ৰাখি অসমীয়া শিকিছিল।

আৱশ্যকীয় ফিটাৰ, টাৰ্ণাৰ, ওৱেল্ডাৰ, ইলেকট্রিচিয়ান, মটৰ মেকানিক আদি বিভিন্ন ট্রেডৰ কাৰণে প্ৰতি বছৰে কোম্পানীয়ে 'এপ্ৰেণ্টিচ' (প্ৰশিক্ষাৰ্থী) ভৰ্ত্তি কৰিছিল। শিক্ষাৰ কাৰ্য্যকাল পাঁচ বছৰ আছিল। প্ৰায়বোৰ প্ৰশিক্ষাৰ্থীয়েই অসমীয়া আছিল। এই এপ্ৰেণ্টিচ সকলক ছাত্ৰৰ মৰ্য্যাদা দি বেলেগে ৰখাৰ কথা ব্ৰুক্চ্ চাহাবে চিন্তা কৰিছিল।

## ব্ৰুক্চ্ আৰু অসমীয়া থিয়েটাৰ

এবাৰ সৰস্বতী পূজালৈ এমাহমান থাকোঁতে চুপাৰভাইজিং হেডমাষ্টাৰ পালে ফৰাচী ভাষাৰপৰা অসমীয়া ভাষালৈ অনুবাদ কৰা তেনেই চুটি নাট এখন (হাতে লিখা) আনি মোক চাবলৈ দি ক'লে "দেব শৰ্ম্মা ব্ৰুক্চ্ চাহাবে এইখন আপোনাক পঢ়ি চাবলৈ কৈছে। এইবাৰ সৰস্বতী পূজাত তেখেতে হেনো এপ্ৰেণ্টিচ সকলৰ দ্বাৰা ইণ্ডিয়ান ক্লাবত এই নাটখন মঞ্চস্থ কৰাব। চাহাবে নিজেই 'ডিৰেকচন' দিব। আপুনি সহকাৰী হ'ব লাগিব। ইণ্ডিয়ান ক্লাবৰ সভাপতিয়ে হেনো কৈছে যে, আপুনি কেইবাখনো অসমীয়া থিয়েটৰত যোগ্যতাৰে চৰিত্ৰ ৰূপায়ণ কৰিছে। সেয়ে আপোনাক কামত লগাব খুজিছে।" মই ভালেই পালোঁ।

ব্ৰুক্চ্ চাহাবেই ইণ্ডিয়া ক্লাবৰ সভাপতিক কৈ থিয়েটাৰৰ আখৰা কৰিবৰ কাৰণে ক্লাবৰ মঞ্চ ব্যৱহাৰ কৰাৰ অনুমতি লৈছিল। নাটক কৰাৰ সময় সীমা আছিল ৩৫ মিনিট। নাটকখনৰ নাম আছিল 'নিজেই নিজৰ জালত'।

এপ্ৰেণ্টিচৰ মাজত চৰিত্ৰবোৰ ভগাই দি 'ৰিহাৰ্চেল' আৰম্ভ কৰা হ'ল। ব্ৰুক্চ্ চাহাবৰ হুকুম সপ্তাহত ৬ দিন গধূলি গধূলি 'ৰিহাৰ্চেল' হ'ব। তেখেত নিজে এদিন এৰি এদিন আহিব। বাকী ৩ দিন মই চাব লাগিব। ব্ৰুক্চ্ৰ 'ডিৰেক্চ্ন'ৰ পটুটা দেখি মই স্তব্ধ হৈ পৰিছিলোঁ। বহুত শিকিছিলোঁ। ল'ৰাবোৰো বৰ উৎসাহিত হৈছিল। ইণ্ডিয়া ক্লাবৰ প্ৰেক্ষাগৃহত সৰস্বতী পূজাৰ দিনাখন ৰাতি ঠাহ খোৱা দৰ্শকৰ সমুখত থিয়েটাৰ কৰা হ'ল। চাহাবে নিজে কেইজনমানক পেইণ্টিং কৰি দি, সকলোৰে চৰিত্ৰ অনুযায়ী সাজ পোচাকবোৰত চকু ফুৰাই, দৰ্শকৰ চকিত বহিলগৈ। প্ৰথমৰপৰা শেষলৈ দৰ্শকৰ মাজত হাঁহিৰ আৰু হাত চাপৰিৰ ৰোল উঠিছিল। থিয়েটৰ শেষ হলত ব্ৰুক্চ্ মঞ্চলৈ আহি প্ৰতিজন ভাৱৰীয়াকে পিঠিত চপৰিয়াই প্ৰশংসা কৰিলে। মোক কৰমৰ্দ্দন কৰি ক'লে—"Weldone Deb Sarmah".

এপ্ৰেণ্টিচ শিল্পীসকল আছিল বাপী ৰাম কোৱঁৰ, মহম্মদ আলি, কৃষ্ণ বৰা, আলাউদ্দিন, লাভেশ্বৰ বৰা, ৰোহিতেশ্বৰ শৰ্ম্মা, দুৰ্গেশ্বৰ বৰুৱা, ফাইজউদ্দিন, ডেৰাজউদ্দিন আহমেদ আদি।

## দ্বিতীয় থিয়েটাৰ

পিচৰ বছৰত সৰস্বতী পূজালৈ ডেৰমাহ মান থাকোঁতে এদিন সত্য জীৱন পালদেৱে আহি মোক ক'লে যে, ব্ৰুক্চ্ চাহাবে হেনো এইবাৰো এপ্ৰেণ্টিচসকলৰ দ্বাৰা থিয়েটৰ কৰাব। কিন্তু এইবাৰ মই নাটক লিখি, ১৫ দিনৰ ভিতৰত চাহাবক চাবলৈ দিব লাগিব। নাটকখন খুহটীয়া হ'ব লাগিব আৰু ৪০ মিনিটতকৈ এক মিনিটো সময় বেছি ল'ব নোৱাৰিব। মই

অসমৰ্থতা প্ৰকাশ কৰাত তেখেতে ক'লে—"মই আপুনি লিখিব বুলি কৈ আহিছোঁ। এতিয়া আৰু মোৰ কথা সলাব নোৱাৰিম। মই আপোনাক ক'ব লাগে ক'লোঁ। এতিয়া লিখা-নিলিখাৰ দায়িত্ব আপোনাৰ। নিলিখিলে আপুনি নিজে গৈ ব্ৰুক্‌চ্‌ক কৈ আহিব।" তেখেতে ২।৩ দিনৰ মূৰে মূৰে মোক খুচি আছিল। বাধ্য হৈ বিবিধ গল্পৰ ছাঁ লৈ 'যেন কুকুৰ তেন টাঙোন' নামৰ নাটক এখন লিখি নিৰ্দ্দিষ্ট সময়ৰ ভিতৰতে পালৰ হাতত দিলোঁ। ১৫ দিনৰ পাচতে ব্ৰুক্‌চ্‌ চাহাব স্কুল চাবলৈ আহি মোক নাটখন ভাল হোৱা বুলি কৈ, এইবাৰ মোৰ 'ডিৰেক্‌চন'ত অভিনয় হ'ব লাগে বুলি ক'লে। তেখেত পাৰিলে ২/৪ দিন আহিব। নোৱাৰিলেও থিয়েটাৰৰ দুদিন আগতে শেষ 'ৰিহাৰ্চেল' চাবলৈ যেনে তেনে আহিব।

সঁচা কথা ক'বলৈ গ'লে মোৰ বৰ ভয় লাগিছিল। আথৰা আৰম্ভ কৰিলোঁ। মোৰ যথা শক্তি, যথা জ্ঞানেৰে, 'ডিৰেক্‌চন' দিলোঁ। ব্ৰুক্‌চ্‌ চাহাব থিয়েটাৰৰ ৭ দিনমান আগতে এদিন আহি মোৰ চকুত নপৰা, সুক্ষ্ম কথা কেইটামান দেখুৱাই দিলে। তেনেই সৰু, কিন্তু এক্টিং নিখুট কৰিবৰ কাৰণে অত্যন্ত আৱশ্যকীয় কথা। আকৌ থিয়েটাৰৰ দুদিন আগতে আহি 'ৰিহাৰ্চেল' চাই, আৱশ্যকীয় দিহা পৰামৰ্শ দি গৈছিল।

যথাসময়ত থিয়েটাৰ হ'ল। দৰ্শকৰ সমুখৰ শাৰীতে আছিল ব্ৰুক্‌চ্‌ চাহাব। থিয়েটাৰ কি হৈছিল নাজানোঁ। কিন্তু দৰ্শকে আদিৰপৰা অন্তলৈকে গিৰ্জ্জনি মাৰি হাঁহি থকা শুনিছিলোঁ। থিয়েটাৰ ভগাৰ পাচত ব্ৰুক্‌চ্‌ মঞ্চলৈ আহি হাত মূৰ জোকাৰি ল'ৰাবোৰক ক'লে—"Weldone boys Weldone." শেষত মোৰ হাতখনত ধৰি ক'লে—"Congratulations Director."

## সুষ্ঠ জাতি গঠনৰ চিন্তা আৰু সংগঠন

যুদ্ধৰ টৌ শাম কাটি অহাৰ লগে লগে ১৯৪৫ চনত, ১৯৩৯ চনতে প্ৰতিষ্ঠা কৰা ১ নং বৰবিল প্ৰাইমাৰী স্কুলখনৰ শিক্ষাদানৰ কাম পুনৰ আৰম্ভ কৰা হ'ল। এইবাৰ কিন্তু ১৯৩৯ চনতকৈ চিন্তাৰ পৰিসৰ বাঢ়িল। মই বৰ কল্পনা প্ৰিয় হৈ পৰিলোঁ। মোৰ কল্পনা আছিল এনেধৰণৰ—

(১) ডিগবৈক কেন্দ্ৰ কৰি ইয়াৰ চাৰিওফালৰ গাওঁবোৰত প্ৰতিখনতে একোখন প্ৰাইমাৰী স্কুল হ'ব লাগিব। গাওঁবোৰলৈ শিক্ষাৰ পোহৰ অনাটো হ'ল প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য।

(২) বয়সস্থ সকলকো অক্ষৰ জ্ঞান দিবলৈ নৈশ স্কুল খুলিব লাগিব। তেতিয়াহে শিক্ষা গ্ৰহণৰ পৰিবেশ এটা গাওঁবোৰত গঢ়ি উঠিব।

(৩) গাৱঁৰ মহিলাসকলক বোৱা-কটা শিকাই শিপিনী কৰি তুলি, অসমীয়া মহিলা সমাজৰ শ্ৰীবৃদ্ধি কৰিব লাগিব।

(৪) প্ৰথমতে বোৱা-কটা কেন্দ্ৰ এটা খুলি, তালৈ প্ৰতি বছৰে গাৱঁৰপৰা অন্ততঃ ১০/১২ জনী ছোৱালী, সিহঁতে চলিব পৰাকৈ মাহে জলপানী দিয়াৰ ব্যৱস্থা কৰি, কেন্দ্ৰত ৰাখি প্ৰশিক্ষণ দি, তেওঁলোক ঘৰলৈ উভতি গৈয়েই যাতে নিজৰ বৰীয়াকৈ বোৱা-কটা কাম আৰম্ভ কৰি, অন্ততঃ নিজৰ নিজৰ ব্যৱহাৰৰ কাৰণে আৱশ্যকীয় মেখেলা-চাদৰ কেইজোৰ আৰু পুৰুষসকলৰ কাৰণে গামোচা কেইখনমান বৈ ল'ব পাৰে তাৰ কাৰণে একোখনকৈ তাঁত শাল, এটা যৰ্তৰ, এটা এৰি কটা চৰ্খা আৰু তাঁত শালৰ কাৰণে আৱশ্যকীয় প্ৰাথমিক সঁজুলিখিনি দি পঠাব লাগিব। এই ছোৱালীবোৰে নিজৰ নিজৰ ঘৰত কাম আৰম্ভ কৰাৰ পাচত, গাওঁখনৰ

বাকী মহিলাৰ কাৰণে এইবোৰ একোটা সৰু সৰু প্ৰাৰম্ভিক কেন্দ্ৰত পৰিণত হ'ব। প্ৰশিক্ষণ কেন্দ্ৰ নহ'লেও গাৱঁৰ ছোৱালীবোৰে বোৱা-কটাৰ অন্ততঃ চাক্ষুস ধাৰণা এটা পাব। এনেদৰে বছৰে বছৰে গাৱঁত শিপিনীৰ সংখ্যা বাঢ়ি যাব। মূল কেন্দ্ৰৰপৰা এওঁলোকৰ কামত চকু দি, সূতা, ৰং আদি যোগাৰ দিহা কৰি, আৱশ্যকীয় সকলো ৰকমৰ দিহা-পৰামৰ্শ দিয়াৰ ব্যৱস্থা কৰিলে, এইবোৰ কাপোৰ উৎপাদনৰ একোটা শাখা কেন্দ্ৰ হৈ পৰিব।

(৫) উৎপাদিত কাপোৰ বিক্ৰীৰ ব্যৱস্থা আৰু চিন্তা মূল প্ৰশিক্ষণ কেন্দ্ৰই কৰিব। শিপিনীসকলে যাতে কাপোৰ বিক্ৰীৰ কাৰণে বৈ থাকিব নালাগে তাৰ বাবে কেন্দ্ৰই নগদ ধন দি, নিৰ্দ্দিষ্ট মূল্যত উৎপাদিত সামগ্ৰী কিনি আনি, পাচত বিক্ৰী কৰিব।

(৬) আৱশ্যকীয় সূতা, কোকুন আদিৰ যোগানো কেন্দ্ৰই ধৰিব। পাচত উৎপাদিত সামগ্ৰী কিনি লোৱাৰ সময়ত, সূতা কোকুনৰ কিনা দাম কাটি ৰাখিব।

(৭) উৎপাদিত সামগ্ৰী বিক্ৰীৰ সুবিধাৰ্থে এটা বিক্ৰীকেন্দ্ৰ খুলিব লাগিব। চেষ্টা কৰি চৰকাৰী এম্পোৰিয়াম এখন ডিগবৈত বহুৱাব পাৰিলে বিক্ৰীকেন্দ্ৰৰ কাম চলিব।

(৮) লাহে লাহে কাঠ মিস্ত্ৰিৰ কামৰ আভাস থকা ২/৪ জন ডেকাক তাঁতশাল, যঁতৰ আদি আৱশ্যকীয় সঁজুলি তৈয়াৰ কৰিবলৈকো প্ৰশিক্ষণৰ ব্যৱস্থা কৰি, এই বিষয়ত গাওঁবোৰক স্বাৱলম্বী কৰি তুলিব লাগিব।

(৯) প্ৰশিক্ষণ আৰু প্ৰদৰ্শনৰ কাৰণে সৰুকৈ হ'লেও কেচেৰু আৰু নুনী গছৰ বাগিছা এখন কৰি এৰি, পাট পলু পুহি, সূতা কাটি উলিয়াই দেখুৱাব লাগিব।

(১০) বিভিন্ন জনগোষ্ঠীৰ মাজত যিদৰে সত্ৰীয়া ক'লা-কৃষ্টিৰ, অসমীয়া লোকগীত, লোকনৃত্যৰ প্ৰসাৰৰ কাৰণে অতি জৰুৰী ভাবে ব্যৱস্থা লোৱা উচিত, ঠিক সেইদৰে সেই সেই জনগোষ্ঠীসকলৰ প্ৰচলিত গীত-নৃত্যবোৰকো অসমীয়া গীত নৃত্যৰ অংগ বুলি ধৰি লৈ, অসমীয়াসকলে গ্ৰহণ কৰিব লাগিব। তেতিয়াহে স্থায়ী সাংস্কৃতিক মিলন সম্ভৱ হ'ব। ইয়াকে কৰিবলৈ এটা অনুষ্ঠান লাগিব, যিটোৱে সুপৰিকল্পিত কৰ্ম্ম-আঁচনি লৈ গাওঁবোৰৰ মাজত পাঠক, গায়ক তৈয়াৰ কৰি দিব আৰু গাৱঁৰ বাইজে এওঁলোকৰ পৰিচালনাত গাবলৈ শিকিব আৰু গাৱঁৰ সকাম-নিকামত গাবলৈ আৰম্ভ কৰিব। তেওঁলোকৰ নিজস্ব গীত-নৃত্যক যাতে অৱজ্ঞা কৰা নহয়, বৰং অসমীয়াসকলেও সেইবোৰো অসমীয়া ক'লা-কৃষ্টিৰ অঙ্গ বুলি ধৰি লৈ, সেইবোৰৰো সম্যক অনুশীলন কৰে, তাৰ প্ৰতি দৃষ্টি ৰাখি, আন্তৰিকতাৰে ব্যৱস্থা ল'ব লাগিব। মুঠতে 'অসমীয়া'ৰ নৃত্য-গীত প্ৰচাৰৰ লগতে অসমৰ অসমীয়া বিভিন্ন জনগোষ্ঠীৰ নৃত্য-গীত সমূহক 'অসমীয়া'ৰ বিভিন্ন নৃত্য-গীত হিচাপে অকুণ্ঠ চিত্তে গ্ৰহণ কৰি, গুৰুত্ব সহকাৰে প্ৰচাৰ আৰু প্ৰসাৰ কৰিব লাগিব। তেতিয়াহে এক হৈ মিলি যাবলৈ বিভিন্ন জনগোষ্ঠীৰ মিলনৰ ভেটি স্থাপন হ'ব। অসমীয়া ভাষা কৃষ্টিৰ প্ৰসাৰ হ'ব। সকলোবোৰৰ সমন্বয়ৰ অসমীয়া ভাষা-কৃষ্টি, কেন্দ্ৰ বিন্দু হ'ব। অসমীয়া ভাষা, কৃষ্টি প্ৰসাৰ হ'ব, সঙ্কোচন নহয়। অসমীয়া জাতি এক শক্তিশালী জাতিত পৰিণত হ'ব।

মই তেতিয়া এটা কথা নিশ্চিত ভাবে বিশ্বাস কৰিছিলোঁ আৰু আজিও কৰোঁ যে, বাস্তৱ অধ্যয়ন পুষ্ট, সু-পৰিকল্পিত আঁচনিৰে দেশৰ লক্ষ লক্ষ অশিক্ষিত দৰিদ্ৰ দেশবাসীক, বিশেষকৈ অতিকৈ পিচপৰা প্ৰাক্তন চাহ শ্ৰমিক আৰু অন্যান্য জনজাতিসকলক, ব্যৱসায়িক

**দৃষ্টিৰে, কুটীৰ শিল্পত পটু আৰু একান্ত উপাসক কৰিব নোৱাৰিলে, চৰকাৰী যন্ত্ৰৰ প্ৰচলিত বিধি-ব্যৱস্থাই কুটীৰ শিল্পৰ নামত শিক্ষিত ডেকা কেইজনমানক চাকৰি দিলেই, কোনো কুটীৰ শিল্প জাতীয় কুটীৰ শিল্প হিচাপে নামত হ'লেও কামত গঢ়ি নুঠিব আৰু জনতাক স্বাৱলম্বী কৰিব নোৱাৰিব। আৰু সমাজৰ এই পিচ পৰা সকলো উপকৃত নহ'ব। এইটো এটা ভুল ধাৰণা যে, অশিক্ষিত সকল কোনো প্ৰশিক্ষণৰ উপযুক্ত নহয়। মোৰ অভিজ্ঞতাৰপৰা ন দি ক'ব পাৰোঁ যে, উপযুক্ত প্ৰশিক্ষণ দি, পৰিচালনাৰ ব্যৱস্থা কৰিলে, এই অশিক্ষিত সকলেহে শিল্পৰ ঐকান্তিক স্থায়ী উৎপাদক হৈ, শিল্পক নিজৰ জীৱিকাৰ উপায় হিচাপে গ্ৰহণ কৰিব। আমাৰ কৰ্ম্ম-আঁচনিয়ে এই অনাদৃত সকলক সামৰি শৈক্ষিক, আৰ্থিক আৰু সাংস্কৃতিক উন্নয়নৰ ব্যৱস্থা নোলোৱালৈকে, চৰকাৰী নীতিৰে বিবিধ উন্নয়নৰ নামত কিছু লোকৰ চাকৰিৰ ব্যৱস্থা কৰিলেই জাতিটোৰ সামগ্ৰিক উন্নতি নুসূচায়। সেইদৰে, দেশৰ সংখ্যালঘিষ্ঠ এটা অংশই ধন দৌলতৰ অধিকাৰী হৈ, দেশৰ লোকৰ উপাৰ্জ্জন গড় হিচাপত বঢ়া বুলি পৰিসংখ্যা ডাঙি ধৰিলেই, জনতাৰ বৃহৎ অংশ, অশিক্ষিত দৰিদ্ৰ সকলৰ আয় নাবাঢ়ে।**

আঁচনিখনে তেওঁলোকৰ আৰ্থিক উন্নয়নৰ উপায়ো চিন্তা কৰিব লাগিব। অসমৰ জাতীয় জীৱনৰ লগত সঙ্গতি ৰাখি, নিৰক্ষৰ জনগণেও শিকি, বুজি, ঘৰতে সহজে কৰিব পৰা কুটীৰ শিল্প যেনে, বোৱা-কটাৰ (কপাহী সূতাৰ লগতে এৰি, মুগা আৰু পাট পলু পুহি সূতা কাটি বোৱাৰ) আৰু বাঢ়ে আদি বিভিন্ন কামৰ প্ৰতি, আগ্ৰহী কৰি তুলিব লাগিব আৰু ঘৰতে কাম কৰি ব্যৱসায়িক ভিত্তিত দুটা পইচা ৰোজগাৰ কৰাৰ দিহা কৰিব লাগিব।

আন এটা মন কৰিবলগীয়া কথা যে, চৰকাৰী ব্যৱস্থাপনাত অশিক্ষিত তথা নিৰক্ষৰ হ'লে কোনো কামৰ কাৰণে প্ৰশিক্ষণ লোৱাৰ যোগ্য নহয় বুলি ধৰি লোৱা হয়। চৰকাৰী আঁচনি আৰু এই আঁচনিৰ উদ্দেশ্যও একে নহয়। চৰকাৰী উদ্দেশ্য হ'ল, প্ৰকৃতাৰ্থত, কুটীৰ শিল্পৰ প্ৰসাৰ হওক বা নহওক, এই প্ৰশিক্ষণ ব্যৱসায়িক ভিত্তিত লাভজনক হওক বা নহওক, তেনেই নগণ্য সংখ্যক মানুহক চাকৰিৰ কাৰণে উপযুক্ত কৰা। মানুহক স্বাৱলম্বী কৰাৰ গাঢ় চিন্তা ইয়াত নাই; দেশ আৰু জাতীয় স্বাৰ্থক নিজৰ স্বাৰ্থ বুলি ধৰাৰ, নিজৰ আৰু দেশৰ তথা জাতিৰ স্বাৱলম্বিতাৰ গৌৰৱেই নিজৰ গৌৰৱ বুলি ধৰি, আন্তৰিকতাৰে কাম কৰাৰ মানসিকতা গঢ়ি তোলাৰ আঁচনি চৰকাৰী যন্ত্ৰই দিব পৰা নাই। সেই কাৰণে এই আঁচনিৰ উদ্দেশ্য হ'ব অশিক্ষিত জন সাধাৰণেও কামৰ প্ৰশিক্ষণ লৈ, নিজে কাম কৰি, দুপইচা অৰ্জ্জণ কৰা। অশিক্ষিতা মহিলা সকলেও বোৱা-কটাৰ প্ৰশিক্ষণ ল'লে উৎকৃষ্ট বোৱনী তথা শিল্পী হোৱাত তেওঁৰ শিক্ষাৰ মানে বাধাৰ সৃষ্টি নকৰে। সেইদৰে অশিক্ষিত পুৰুষ সকলেও বাঢ়ৈ, কুমাৰ, কমাৰ আদি বিভিন্ন কামত প্ৰশিক্ষণ লৈ, নিজৰ পাৰদৰ্শিতা দেখুৱাবলৈ সমৰ্থ হ'ব পাৰে। এসময়ত অশিক্ষিতা অসমীয়া মহিলাই বয়ন কুটীৰ শিল্পত সমগ্ৰ ভাৰতৰে আদৰ্শণীয়া হ'ব পাৰিছিল। প্ৰশিক্ষণ দি দুটা পইচা পোৱাৰ মোৰ লগাই দিব পাৰিলে, প্ৰকৃত কুটীৰ শিল্পৰ প্ৰসাৰ হ'ব। দেশৰ অৰ্থনীতিৰ ভেটি মজবুত হ'ব। আৰ্থিক, সাংস্কৃতিক আৰু ব্যৱহাৰিক সমতাৰ যোগেদিহে ঐক্যবদ্ধ অসমীয়া তথা ভাৰতীয় জাতি গঠন সম্ভৱ।

**এই আঁচনি প্ৰথম অৱস্থাত ব্যয় বহুল আৰু কষ্ট সাধ্য বুলি বিবেচিত হ'ব পাৰে। মোৰ বোধেৰে, পুঁজি অলঙ্ঘণীয় সমস্যা নহয়, সমস্যা হ'ল দেশৰ কৰ্ণধাৰ সকলৰ সম্যক মানসিক প্ৰস্তুতিৰ অভাৱ—তলমুখী দৃষ্টিহীনতাৰ। অভাৱ হ'ল স্বাৱলম্বী, কৰ্মক্ষম আৰু ভেজালহীন জাতিয়তা গঢ়ি তোলাৰ নিঃস্বাৰ্থ বাসনা, ত্যাগ, চেষ্টা আৰু নিষ্ঠা, আঁচনি আৰু কৰ্ম্মৰ।**

মোৰ এই চিন্তাক শিক্ষিত 'অসমীয়া' সকলে হয়তো মোৰ অনভিজ্ঞ মগজুৰ অবাস্তৱ চিন্তাৰে কৰা আকাশ-কুসুম কল্পনা বুলি ক'ব। কিন্তু মোৰ অলপো সন্দেহ নাই যে, বৃহৎ ঐতিহ্যশালী অসমীয়া জাতীয় সত্ত্বাক এক কৰি, জাতিটোক সুস্থ, সবল কাৰ্য্যক্ষম আৰু স্বনিৰ্ভৰশীল কৰি তুলিবলৈ হ'লে এনে ধৰণৰ আঁচনিৰ কাৰ্য্যকৰিতাইহে সঠিক পথৰ সন্ধান দিব। ইয়াৰ অৰ্থ এইটো নহয় যে, ইয়াতকৈ ভাল আঁচনি হ'ব নোৱাৰে। যিকোনো আঁচনিয়েই নহওক কিয়, ই ঐক্যবদ্ধ অসমীয়া জাতি গঠনৰ উদ্দেশ্যে বৃহৎ অসমীয়া সমাজৰ পিচপৰা, অনাদৃত গাওঁবাসীৰ শৈক্ষিক, আৰ্থিক আৰু সাংস্কৃতিক মান বঢ়াই, অকল লোৱাৰ মনোভাৱেৰে নহয়, দিয়াৰ মনোভাবেৰে সেৱা আগবঢ়াই কাম কৰা সুচিন্তিত আৰু সুপৰিকল্পিত আঁচনি হ'ব লাগিব। মনত ৰাখিব লাগিব যে, নিঃস্বাৰ্থ ত্যাগ আৰু সেৱাইহে মিলনৰ পথ সুগম কৰিব, বৃহত্তৰ স্বাৰ্থ পূৰণ হ'ব। এক পক্ষীয় ভাবে লোৱাত বিভাজন, দিয়াত আৰু সেৱাত ঐক্য, সম্প্ৰীতি আৰু শান্তি। মনত ৰাখিব লাগিব যে, অসমৰ প্ৰতিটো গোষ্ঠীৰ সুস্থতাইহে অসমৰ সুস্থতা। তেনেদৰে ভাৰতৰ প্ৰতিখন ৰাজ্যৰ সুস্থতাইহে ভাৰতৰ সুস্থতা।

বিঃদ্ৰঃ— মোৰ উক্ত চিন্তা ১৯৪৫ চনৰ। অসম সংৰক্ষিণী সভা তথা অসম জাতীয় মহাসভা আৰু স্বাধীনতাৰ পাচতে অসম চৰকাৰে আৰু সমাজৰ কৰ্ণধাৰসকলে এনে এখন আঁচনি লৈ নিষ্ঠাৰে কাম কৰা হেতেন, হয়তো অসমীয়া জাতি-সত্ত্বাৰ আজিৰ এই গতি, বেদনা দায়ক বিভাজন নাহিলহেতেন। স্বতঃস্ফূৰ্ত ভাবে গঢ়ি উঠা অসমীয়া জাতিটোক এক কৰি ৰখাত, অসম সাহিত্য সভায়ো বছৰি বছৰি মেলা পাতি 'অসমীয়া' অনুভূতিৰে ভাষণ আৰু বক্তৃতাৰ জোৱাৰ তুলি, অন্তঃসাৰশূণ্য 'অসমীয়া' প্ৰেম জাহিৰ কৰাৰ বাহিৰে, কাৰ্য্যকৰী বৰঙণি শূণ্য। অসমৰ দুৰ্ভাগ্য।

## শিক্ষা প্ৰচাৰ সমিতি

এই আঁচনি ৰূপায়িত কৰাৰ প্ৰয়াস ডিগবৈত থাকি মোৰ দৰে চাকৰিজীৱী প্ৰাইমাৰী স্কুলৰ সাধাৰণ শিক্ষক এজনৰ কাৰণে হয়তো সপোন মাত্ৰ আছিল, হয়তো কল্পনা বিলাসৰ আতিশয্য আছিল। তথাপি মনক প্ৰবোধ দিব নোৱাৰি, একেবাৰে হাত সাবটি বহি নাথাকি, সাধাৰণ ভাবে হ'লেও কিবা কৰিব লাগে বুলি মন বান্ধি, অকল ডিগবৈৰ আশে পাশে থকা গাওঁবোৰৰ কাৰণে, ক্ষুদ্ৰ আঁচনি এখনৰ কথা চিন্তা কৰি, তাক কাৰ্য্যকৰী কৰাৰ কাৰণে তলত দিয়া কাৰ্য্য-আঁচনিৰে এটি অনুষ্ঠান গঢ়ি তুলিবলৈ চিন্তা কৰিলোঁ।

অনুষ্ঠানৰ নাম ঃ—শিক্ষা প্ৰচাৰ সমিতি, ডিগবৈ।

উদ্দেশ্য ঃ— (১) অসমৰ পিচপৰা গাওঁবোৰত বিশেষকৈ প্ৰাক্তন চাহ শ্ৰমিক আৰু জনজাতীয় গাওঁবোৰত, স্কুল খুলি শিক্ষা দানৰ ব্যৱস্থা কৰা।

(২) আৰ্থিক, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক দিশত এই ৰাইজসকলক আগুৱাই যোৱাত সহায় কৰা।

(৩) সকলো জনগোষ্ঠীৰ মাজত কথা, কাম আৰু ব্যৱহাৰেৰে সমভাবৰ সৃষ্টি কৰি একাত্মবোধৰ অনুভূতি জগাই তোলা।

## কামৰ আঁচনি

এই গাওঁবোৰৰ জন সাধাৰণক আত্ম বিশ্বাসী, স্বাৱলম্বী কৰি তুলিবলৈ আৰু নিজৰ আত্ম সম্মানৰ প্ৰতি সচেতন হ'বলৈ শিক্ষা প্ৰচাৰ সমিতিয়ে তলত দিয়া আঁচনি অনুসৰি কামত অগ্ৰসৰ হ'ব।

(১) ল'ৰা-ছোৱালীৰ কাৰণে বিনামূলীয়া প্ৰাথমিক স্কুল আৰু বয়সস্থ সকলৰ কাৰণে নৈশ স্কুল স্থাপন।

(২) প্ৰাইমাৰী স্কুল পাচ কৰাৰ পাচত পঢ়িবৰ কাৰণে ঠায়ে ঠায়ে মাধ্যমিক (মাইনৰ বা ছাত্ৰবৃত্তি) স্কুল স্থাপন।

(৩) তলত দিয়া বিষয়বোৰ শিক্ষা দিয়াৰ কাৰণে কুটীৰ শিল্প শিক্ষা কেন্দ্ৰ স্থাপন।

(ক) বোঁৱা-কটা আৰু চিলাই
(খ) এৰি, মুগা আৰু পাট পলু পোহা
(গ) এৰি, মুগা, পাট সূতা কটা আৰু বোৱা
(ঘ) বাঢ়ৈ, কমাৰ, কুমাৰ, দৰ্জ্জী, ৰাজমিস্ত্ৰী, বাঁহ বেতৰ কাম
(ঙ) ইটা তৈয়াৰ কৰাকে ধৰি ইটাৰ পকা কাম
(চ) খেতি কৰাৰ উন্নত প্ৰণালী আৰু ল'বলগীয়া সাৱধানতা
(ছ) গাৱঁৰ মাজৰ পথ-পদূলি নিৰ্ম্মাণ
(জ) নিজৰ আৰু গাৱঁৰ স্বাস্থ্য ৰক্ষা আৰু পৰিস্কাৰ-পৰিচ্ছন্নতাৰ বিষয়ে শিক্ষা।

ইয়াৰ বাহিৰেও লক্ষ্যত উপনীত হ'বলৈ আৱশ্যক হ'লে কামৰ আঁচনি সংযোজন আৰু বিস্তৃত কৰা।

(১) পৰীক্ষামূলক ভাবে ডিগবৈত কাম আৰম্ভ কৰাৰ কাৰণে এটি অনুষ্ঠান খোলা হ'ব। নাম হ'ব শিক্ষা প্ৰচাৰ সমিতি।

(২) প্ৰথম দুখন গাৱঁত প্ৰাইমাৰী স্কুল খোলা হ'ব। শিক্ষকৰ দৰমহা, কিতাপ, ফলি, পেন্সিলৰ খৰচ সমিতিয়ে বহন কৰিব। এই স্কুল দুখন শিক্ষা বোৰ্ড তথা লোকেল বোৰ্ডে ল'লে আৰু দুখন খোলা হ'ব। এনেদৰে সামৰ্থ্য অনুসৰি গাৱঁৰ পাচত গাৱঁত প্ৰাইমাৰী স্কুল খোলা হ'ব।

(৩) আৱশ্যক হ'লে ঠায়ে ঠায়ে ছাত্ৰবৃত্তি বা মাইনৰ স্কুল স্থাপন কৰা হ'ব।

(৪) ডিগবৈত বোৱা-কটাৰ প্ৰশিক্ষণ কেন্দ্ৰ এটা খোলা হ'ব। তাত প্ৰতি বছৰে গাৱঁৰ পৰা অন্ততঃ ১২ জনী ছোৱালী প্ৰশিক্ষাৰ্থীক মাহেকীয়া জলপানি দি, কেন্দ্ৰত ৰাখি, প্ৰশিক্ষণ দিয়া হ'ব।

(৫) বছৰেকৰ মূৰত প্ৰশিক্ষণত উত্তীৰ্ণ হ'লে এখন তাঁত, এটা যঁতৰ আৰু অতি আৱশ্যকীয় প্ৰাথমিক সা-সঁজুলি দি, ঘৰলৈ গৈ প্ৰথম জুটি কাপোৰ লগাব পৰাকৈ সূতা দি পঠোৱা হ'ব। ঘৰত কাপোৰ ববলৈ উৎসাহিত কৰা হ'ব। কেন্দ্ৰৰ শিক্ষক গৈ মাজে মাজে তেওঁলোকক দিহা পৰামৰ্শ দিব।

(৬) প্ৰশিক্ষাৰ্থীসকলে ঘৰলৈ গৈ কাপোৰ বব ধৰিলে স্বাভাৱিকতে গাৱঁৰ মহিলাসকলে বয়ন সম্বন্ধে চাক্ষুস জ্ঞান লাভ কৰিব আৰু কাপোৰ বৈ উলিওৱা দেখিলে তেওঁলোকৰ মনতো

কাপোৰ বৈ লোৱাৰ ইচ্ছা হ'ব। তেতিয়া এই তাতখন গাওঁ বা চুবুৰীটোত এটা ক্ষুদ্ৰ বয়ন শিক্ষা কেন্দ্ৰ নহ'লেও বয়নৰ আভাস পোৱাৰ বা দিয়াৰ সৰু কেন্দ্ৰ এটাত পৰিণত হ'ব।

(৭) এনেদৰে প্ৰতি বছৰে প্ৰশিক্ষণ প্ৰাপ্ত ছোৱালীৰ সংখ্যা বাঢ়ি যাব।

(৮) সূতাৰ যোগান সমিতিয়ে ধৰিব।

(৯) উৎপাদিত কাপোৰ সমিতিয়ে সূতাৰ দাম কাটি ৰাখি, নায্য মূল্য দি, কিনি ল'ব।

(১০) সমিতিয়ে এইবোৰ পৰাপক্ষত চৰকাৰী এম্পোৰিয়ামত বিক্ৰী কৰিব।

(১১) উৎপাদন বাঢ়িলে ডিগবৈলৈ চৰকাৰী এম্পোৰিয়াম এখন অনাৰ কাৰণে যত্ন কৰিব।

(১২) কেন্দ্ৰত থকা সময়ত প্ৰশিক্ষাৰ্থীসকলে নিয়মিত প্ৰাৰ্থনা কৰিব লাগিব। বিভিন্ন ধৰ্ম্মৰ প্ৰশিক্ষাৰ্থীয়ে নিজ নিজ ধৰ্ম্ম অনুসৰি প্ৰাৰ্থনা কৰিব।

(১৩) নিৰ্দ্দিষ্ট জাতীয় উৎসৱ, পৰব আদি শিক্ষকৰ তত্ত্বাবধানত গীত-মাতেৰে পালন কৰিব। চাহ শ্ৰমিককে ধৰি বিভিন্ন জনগোষ্ঠীৰ প্ৰশিক্ষাৰ্থী সকলৰ প্ৰধান পৰবকো সকলোৰে পৰব বুলি গণ্য কৰি, সমূহীয়া ভাবে কেন্দ্ৰত পালন কৰা হ'ব।

(১৪) কেন্দ্ৰত কপাহী সূতাৰ কাপোৰৰ উপৰিও এৰি, মুগা আৰু পাট সূতা কাটিবলৈ শিকোৱা হ'ব।

(১৫) লাহে লাহে সমিতিয়ে সৰুকৈ হ'লেও প্ৰদৰ্শনীৰ কাৰণে এৰী, মুগা আৰু পাট পলু পুহি, সূতা কটাৰ কাৰণে, সমিতিৰ নিজস্ব বাগিছা এখন কৰিবলৈ উপায় চিন্তা কৰিব। ইয়াৰ দ্বাৰা কেন্দ্ৰটো এই বিষয়ত স্বাবলম্বী হ'ব।

(১৬) আন এটা কেন্দ্ৰ কৰি ল'ৰাবোৰক বাঢ়ৈ, কমাৰ, কুমাৰ, দৰ্জ্জী, ৰাজমিস্ত্ৰী আদি বিবিধ কামৰ আৰু লগতে ইটা তৈয়াৰ কৰিবলৈ শিক্ষা দিয়া হ'ব।

আঁচনিখন কাৰ্য্যকৰী কৰাৰ সময়ত দেখা দিয়া আৱশ্যকতা অনুসৰি প্ৰশিক্ষণৰ বিষয়, প্ৰসাৰ আৰু পদ্ধতিৰ সাল সলনি ঘটোৱা হ'ব।

বৰ্ত্তমান মুলিয়াবাৰী পোষ্ট অফিচৰ গাতে লাগি থকা ঘৰবোৰ যুদ্ধৰ সময়ত সৈন্যৰ বাহৰ আছিল। ১৯৪৪ চনৰ মাজভাগত তেওঁলোক গুচি যোৱাত ঘৰ বোৰ খালী হৈ পৰি আছিল। ওপৰত উল্লেখ কৰা আঁচনিৰ বিষয়ে আলোচনা কৰি সিদ্ধান্ত ল'বৰ কাৰণে ১৯৪৪ চনৰ নৱেম্বৰ মাহত এদিন ৰাতি ৭ বজাত উক্ত খালী ঘৰ এটাত সহযোগী কেইজনমানৰ সভা এখন আহ্বান কৰিছিলোঁ। সভাত আঁচনিখন ডাঙি ধৰি বিস্তৃত আলোচনা কৰা হৈছিল। শেষত আঁচনিখন সৰ্ব্বসম্মতি ক্ৰমে গৃহীত হৈছিল আৰু সিদ্ধান্ত হৈছিল যে, প্ৰথমতে দুখন স্কুল খোলা হ'ব। শিক্ষকৰ দৰমহাৰ বাবদ মাহে ২০ টকাকৈ ৪০ টকা আৰু কিতাপ ফলিৰ বাবদ ১০ টকা মুঠ ৫০ টকাৰ কাৰণে মাহে আঠ অনা বৰঙনি দিয়া এশ সভ্য ভৰ্ত্তি কৰা হ'ব।

তলত দিয়া চৰ্ত্ত সাপেক্ষে—

(১) প্ৰতি মাহতে, প্ৰথম সপ্তাহৰ ভিতৰতে যি কোনো এদিন, সমিতিৰ সংগ্ৰাহক গ'লে সভ্যজন ঘৰত নাথাকিলেও পইচা পোৱাৰ ব্যৱস্থা কৰিব লাগিব।

(২) দুবছৰলৈ কোনো ৰকমৰ প্ৰচাৰ কৰিব বা হিচাপ খুজিব নোৱাৰিব। কাম হ'লে দেখিব আৰু নহ'লে কমিটিক আঠ অনা পইচা অৰ্থাৎ দুবছৰত ১২ টকা খাবলৈ দিয়া বুলি ধৰি ল'ব। এনে কৰাৰ কাৰণ আছিল। প্ৰচাৰ হোৱাৰ পাচত কাম নহ'লে বৰ লাজৰ কথা হ'ব বুলি ভাবিছিলোঁ । আনহাতে কাম হোৱাৰ আগতে প্ৰচাৰ হ'লে আন কিছুমান বাধা পোৱাৰ সম্ভৱনা আছিল।

মোক আহ্বায়ক কৰি এখন অস্থায়ী কাৰ্য্য নিৰ্ব্বাহিক সমিতি গঠন কৰা হৈছিল। আন সদস্য সকল আছিল— পদ্মধৰ হাজৰিকা, পোনা ৰাম গোহাঁই, অভয়া প্ৰসাদ ভট্টাচাৰ্য্য, ধৰ্ম্মেশ্বৰ গগৈ আৰু ইন্দ্ৰ নাথ বৰঠাকুৰ। আৰু এজনৰ নাম পাহৰিলোঁ। এবছৰ চলাৰ পাচত ১৯৪৬ চনৰ জানুৱাৰী মাহত সাধাৰণ সভা পাতি স্থায়ী কমিটি কৰাৰো সিদ্ধান্ত হৈছিল।

মাহে আঠঅনীয়া সদস্যৰ তালিকা পোৱাৰ পাচত মাহে মাহে সভ্য বৰঙণি আদায় কৰিবলৈ তলত-দিয়া সকলক ভাৰ দিয়া হৈছিল।

১) ৰিফাইনাৰী পাৰা — শ্ৰীকৃষ্ণ বৰা, গোপাল চন্দ্ৰ হাজৰিকা, নাৰায়ণ বৰপূজাৰী
২) পূজা ফিল্ড — বেদ শৰ্ম্মা, গোপাল শৰ্ম্মা
৩) মধ্য ডিগবৈ — গুণেশ্বৰ কেওট, মাখন বৰঠাকুৰ, পদ্ম বৰঠাকুৰ, মদন মোহন পাল।
৪) জামতলা — মহৎ চন্দ্ৰ বৰুৱা
৫) মুলীয়াবাৰী — সোমেশ্বৰ হাজৰিকা, ক্ষীৰেশ্বৰ বৰদলৈ, গজেন শইকীয়া
৬) বাপাপুং — ধৰ্ম্মেশ্বৰ গগৈ, লক্ষেশ্বৰ খনিকৰ
৭) ষ্টেচনপাৰা — অভয়া প্ৰসাদ ভট্টাচাৰ্য্য
৮) ৰিফাইনাৰী চেটেলমেট এৰিয়া — ইন্দ্ৰ নাথ ঠাকুৰ
৯) ৰিফাইনাৰী বস্তি — নাৰায়ন সেনাপতি

এখেত সকলৰ যত্নতেই বৰঙনি ফেৰা নিয়মিত ভাবে আদায় হৈছিল। ১৯৩৯ চনত স্থাপন কৰা ১ নং বৰবিল প্ৰাইমাৰী স্কুলখন ডিগবৈৰ ধৰ্ম্মঘট আৰু ২য় মহাসমৰৰ কালচোৱাতো কোনো ৰকমে চলি আছিল। ধৰ্ম্মঘট চলি থকা অবস্থাত ৫মাহ শিক্ষকৰ পুৰা দৰমহা দিবপৰা নাছিলোঁ। অলপ টকা আৰু গাৱঁৰপৰা অলপ চাউল উঠাই দি শিক্ষকক ৰখা হৈছিল। ১৯৪৪ চনৰ শেষলৈকে মই নানা জনৰ ভৰিত ধৰি, স্কুলখন কোনো ৰকমে চলাই আছিলোঁ। ধৰ্ম্মঘটৰ সময়ত কোম্পানীৰ মানুহে, সমাজৰ কাম কৰা দূৰৰ কথা, নিজৰে অবস্থা নোহোৱা হৈছিল।

## বাপাপুং আৰু গোলাই প্ৰাইমাৰী স্কুল

১৯৪৫চনৰ জানুৱাৰী মাহত আঁচনি অনুসৰি বাপাপুং আৰু ১নং গোলাইত আৰু দুখন স্কুল খোলা হৈছিল। গোলাইত সংগঠন কাৰ্য্যত সহায় কৰিছিল গাৱঁৰে দুৰ্গেশ্বৰ দাস, পদ্মধৰ সোণোৱাল (মণ্ডল), খুচী ৰাম দৈমাৰী (গাওঁবুঢ়া), গজেন দৈমাৰী, কাৰ্টাৰ সিং আদিয়ে। দুৰ্গেশ্বৰ দাসে শিক্ষকতা কৰিবলৈ গাত লৈছিল। তেখেত আদিতে অসম অইল কোম্পানীত কাম কৰিছিল। ৰাইজে ঘৰটো সাজি দিছিল।

বাপাপুঙৰ বৰ্ত্তমান প্ৰাইমাৰী স্কুলৰ ঠাইতেই সৈন্য বিভাগে এৰি থৈ যোৱা সৰু, দুই



চালিৰ টিনৰ ঘৰ এটা, কেঁচা ভেটিৰে উদং হৈ পৰি আছিল। সেই ঘৰটোকেই দখল কৰি লৈ, বাপাপুং প্ৰাইমাৰী খোলা হৈছিল। সংগঠন কৰাত বিশেষভাৱে সহায় কৰিছিল সোনাৰাম বৰা, তিলক তাঁতি, তাৰাপদ গোৰ (ঠাকুৰ), বিশ্বম্ভৰ গোৰ আৰু ধৰ্ম্মেশ্বৰ গগৈয়ে। এওঁলোকৰ নেতৃত্ব লৈছিল সোনাৰাম বৰাই। বিশেষকৈ সোনাৰাম বৰা আৰু তিলক তাঁতিক লগত লৈ মই গাৱঁত ঘুৰি, বাতি বাতি ৰাইজৰ লগত আলোচনা কৰিছিলোঁ। তাৰাপদ গোৰ আৰু বিশ্বম্ভৰ সহযোগী আছিল। সোনাৰাম বৰা আৰু তিলক তাঁতি বৰ আশাসুধীয়া কৰ্ম্মী আছিল। শিক্ষকৰ দৰমহা আৰু কিতাপ বহী মই দিম বুলি কোৱাত সকলোৱে ল'ৰা-ছোৱালীবোৰক স্কুললৈ পঠাবলৈ সন্মত হৈছিল। সোনাৰাম বৰা, তিলক তাঁতি আৰু তাৰাপদ গোৰৰ চেষ্টাত গাৱঁৰ ৰাইজে ঘৰটো মেৰামতি কৰি, স্কুলৰ উপযুক্ত কৰি দিছিল।

## বাপাপুঙত দুৰ্গা পূজা

বাপাপুং গাৱঁৰ ৰাইজে, বিশেষকৈ প্ৰাক্তন চাহ শ্ৰমিক সকলে, দুৰ্গা দেৱীক অধিষ্ঠাত্ৰী দেৱী বুলি ভাবিছিল আৰু দুৰ্গা পূজাৰ একান্ত অনুৰাগী আছিল। তেওঁলোক সকলোৱে দুৰ্গাবাৰীৰ দুৰ্গা পূজাত যোগ দিছিল। কিন্তু দুৰ্গাবাৰীৰ পূজা ভাগক তেওঁলোকে নিজৰ বুলি ভাবিব পৰা নাছিল। নিজৰ পূজাত পাবলগীয়া আনন্দও তেওঁলোকে নাপাইছিল। যদিও তেওঁলোক দুৰ্গাবাৰীৰ দুৰ্গা পূজাৰ অংশীদাৰ আছিল কাৰ্য্যতঃ কিন্তু তেওঁলোক এলাগী আছিল। সেয়ে পূজাৰ সময়ত তেওঁলোক মানসিক ভাবে হীনমন্য হৈ পৰিছিল। নিজৰ স্কুলখন হোৱাৰ পাচত স্কুলখনক তেওঁলোকে নিজৰ স্কুল বুলি গণ্য কৰিছিল আৰু সামাজিক আত্মসন্মানৰ প্ৰতি সচেতন হৈ পৰিছিল। তেওঁলোকৰ এই আত্মসচেতনাত মই মোৰ উদ্দেশ্য পূৰণত কৃতকাৰ্য্য হোৱা বুলি ভাবিছিলোঁ। দুৰ্গাবাৰীৰ পূজাৰ প্ৰতি তেওঁলোকৰ আলোচনাবোৰ শুনি, মই তেওঁলোকে নিজা ৰবীয়াকৈ দুৰ্গাপূজা ভাগ কৰাৰ কথা চিন্তা কৰিছিলোঁ। মোৰ প্ৰস্তাৱত তেওঁলোকে সঁহাৰি জনাই দুৰ্গাপূজা কৰিবলৈ আগবাঢ়ি আহিল। সোণাৰাম বৰাক সভাপতি আৰু তিলক তাঁতিক সম্পাদক হিচাপে লৈ দুৰ্গাপূজা কমিটি গঠন কৰা হ'ল। বাপাপুং প্ৰাইমাৰী স্কুলৰ চৌহদতেই বাপাপুঙৰ দুৰ্গাপূজা আৰম্ভ হ'ল। বাপাপুঙৰ ৰাইজে এইখন পূজাক নিজৰ পূজা বুলি গণ্য কৰিলে। বৰ্ত্তমান পূজাৰ কাৰণে নিজা স্থায়ী পকা ঘৰ আৰু ৰভা হৈছে। পূজাভক্ত ৰাইজক দিহা পৰামৰ্শ দি চলাইছিল— ৺লক্ষ্মী নাথ বৰঠাকুৰ আৰু শ্ৰীপ্ৰফুল্ল কলিতাই।

## চৰকাৰৰ সঁহাৰি

গোলাই আৰু বাপাপুং স্কুল দুখন ১৯৪৫ চনৰ জানুৱাৰীৰপৰা ১৯৪৬ চনৰ মাজ ভাগলৈকে স্কুল বোৰ্ডে নোলোৱাত আৰু বোৰ্ডৰ অনমনীয় মনোভাবত বৰ চিন্তিত হৈ



পৰিছিলোঁ। কাৰণ, এই দুখন স্কুল বোর্ডে নোলোৱালৈকে নতুন স্কুল খুলিব নোৱাৰোঁ। অৰ্থাৎ আমাৰ আশা আকাঙ্খাত যতি পৰাৰ সম্ভাৱনাই দেখা দিছিল। একো উপায় নাপাই সেই সময়ৰ অসম কংগ্রেছ কমিটিৰ ধৰণী স্বৰূপ সাধাৰণ সম্পাদক শ্ৰদ্ধেয় সিদ্ধি নাথ শৰ্ম্মালৈ সহায় আৰু পৰামৰ্শ বিচাৰি ২১/৮/৪৬ তাৰিখে চিঠি এখন লিখিছিলোঁ। তেখেতে তলৰ চিঠি খনেৰে উত্তৰ দিয়াত আশাবাদী হৈ পৰিছিলোঁ।

**ASSAM PROVINCIAL CONGRESS COMMITTEE**

Date : 28-8-46

প্ৰিয় শৰ্ম্মা,

আপোনাৰ ২১/৮/৪৬ তাৰিখৰ চিঠিখন পালোঁ। আপোনালোকৰ কমিটিয়ে যি কাম হাতত লৈছে সেইটো সকলোৰে প্ৰশংসনীয়। আশা কৰোঁ আপোনালোকৰ যত্ন, চেষ্টা ফলৱতী হ'ব। বৰ্ত্তমান বনুৱাসকলৰ মাজত আপোনালোকে যি কেইখন স্কুল খুলিছে তাৰ লিষ্টি এখন প্ৰধান মন্ত্ৰী মাননীয় বৰদলৈ ডাঙৰীয়াৰ নামে সোনকালে পঠাই দিয়ক। আন এখন মোৰ নামে পঠাই দিব। এখন আপোনালোকৰ বনুৱা প্ৰতিনিধি দলবীৰ সিঙৰ হাতত দি পঠাব আৰু তেওঁকো ক'ব।

আমাৰ গবৰ্ণমেণ্টে অলপতে কিছুমান প্ৰাইমাৰী স্কুল ল'ব। বনুৱা সম্প্ৰদায়ৰ মাজত পতা সকলো স্কুল নিশ্চয় তেওঁলোকে ল'ব। গতিকে অপোনালোকৰ উদ্দেশ্য বৰ্ণনা কৰি, স্কুলৰ লিষ্টি এখন সোনকালে পঠাব। লোকেলবোৰ্ডৰ চেয়াৰমেন সকলক স্থানীয় এম. এল. এ. সকলৰ এখন কমিটি পাতি সেই মহকুমাৰ স্কুলৰ লিষ্ট পঠাবলৈ গবৰ্ণমেণ্টে নিৰ্দ্দেশ দিছে। মোৰ বিশ্বাস, ডিব্ৰুগড়ত তেনে মিটিং এতিয়াও হোৱা নাই। স্থানীয় বনুৱা প্ৰতিনিধি আৰু অন্যান্য প্ৰতিনিধিৰ জৰীয়তে আপোনাসকলে আপোনালোকৰ বনুৱা সম্প্ৰদায়ৰ মাজত পতা স্কুলৰ লিষ্টি এখন পঠাব। আপোনালোকক মই সহায় কৰিবলৈ সদায় প্ৰস্তুত আছোঁ। আৱশ্যকমতে চিঠি পত্ৰ দি জনাব।

ইতি
বিনীত
স্বাঃ শ্ৰীসিদ্ধিনাথ শৰ্ম্মা
প্ৰধান সম্পাদক
অসম প্ৰদেশ কংগ্ৰেছ কমিটি

১৯৪৬ চনৰ নবেম্বৰ মাহৰ শেষলৈকে চৰকাৰৰপৰা কোনো খা-খবৰ নাপাই ২৪-১১-৪৬ তাৰিখে অসম কংগ্ৰেছ পাৰ্লিয়ামেণ্টাৰী বোৰ্ডৰ চেক্ৰেটৰী মহেন্দ্ৰ মোহন চৌধুৰীদেৱলৈ তলৰ

চিঠিখন পঠাইছিলোঁ।

শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰী
চেক্ৰেটৰী, কংগ্ৰেছ পাৰ্লিয়ামেণ্টেৰী বোৰ্ড, চিলং

চৌধুৰী ডাঙৰীয়া,

গুৱাহাটীৰ হেপীলজত (তেতিয়া হেপীলজ পাণ বজাৰত আছিল) শ্ৰীযুত দেৱকান্ত বৰুৱা আৰু আপোনাৰ লগত হোৱা আমাৰ আলোচনাৰ কথা বোধ হয় আপোনাৰ মনত আছে যে, ডিগবৈ শিক্ষা প্ৰচাৰ সমিতিয়ে অসমত স্থায়ী ভাবে বাস কৰিবলৈ লোৱা চাহ বনুৱা গাওঁবোৰত স্কুল আদি পাতি গাওঁ সংগঠনৰ কাম কৰিবলৈ আগবাঢিছে। ১৯৩৯ চনৰপৰা বৰবিল স্কুল আৰু ১৯৪৫ চনৰ মাৰ্চ্চ মাহৰ পৰা উক্ত সমিতিয়ে গোলাই আৰু বাপাপুং নামৰ গাওঁ দুখনত দুখন প্ৰাইমাৰী স্কুল স্থাপন কৰি, শিক্ষকৰ দৰমহা আদি বহন কৰি, স্কুল তিনিখন চলাই আহিছে। কিন্তু এতিয়ালৈকে বহুত আবেদন নিবেদনৰ মূৰতো স্কুল তিনিখন গবৰ্ণমেণ্টে নোলোৱাত আমি আৰু নতুন কামত আগবাঢ়িব পৰা নাই। সেইদেখি আপোনাক বিনীত অনুৰোধ জনাওঁ যাতে সোনকালে উক্ত স্কুল তিনিখন গবৰ্ণমেণ্টে লয়, তাৰ বাবে যত্ন কৰে যেন। এই স্কুল তিনিখন গবৰ্ণমেণ্টে ল'লেই আমি আৰু নতুন ঠাইত কাম আৰম্ভ কৰিব পাৰোঁ। যোৱা চেপ্তেম্বৰ মাহত ডিব্ৰুগড় মহকুমাৰ স্কুলসমূহৰ ডেপুটী ইন্‌স্পেক্টৰ ডাঙৰীয়াই স্কুল কেইখন পৰিদৰ্শন কৰি গৈছে।

এই বিষয়ে আৰু বেছি নিলিখোঁ। ভগবানৰ ওচৰত আপোনাৰ মঙ্গল কামনা কৰোঁ।

আপোনাৰ
শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা
সভাপতি, ডিগবৈ শিক্ষা প্ৰচাৰ সমিতি

২৪-১-৪৬

## সদৌ অসমৰ বনুৱাসকলৰ মাজত শিক্ষা প্ৰচাৰৰ ভাৰপ্ৰাপ্ত শ্ৰীযদুনাথ ভূএগলৈ লিখা চিঠি

প্ৰিয় ভূএগ,

সদৌ অসমৰ বনুৱাসকলৰ মাজত শিক্ষা আদি প্ৰচাৰৰ ভাৰ হেনো আপোনাৰ ওপৰত পৰিছে। সেইবাবে আপোনাক অভিনন্দিত কৰিছোঁ। আশাকৰোঁ আপোনাৰ যত্নত এই অশিক্ষিত, অনুন্নত আৰু নিৰ্য্যাতিত বনুৱাসকলে মানুহৰ ন্যায্য অধিকাৰ লাভ কৰিব পাৰিব।

আপুনি শুনি সুখী হ'ব যে, অসম গবৰ্ণমেণ্টে এই কাম হাতত লোৱাওঁতেই যোৱা ফেব্ৰুৱাৰী মাহতেই ডিগবৈত থকা অসম অইল কোম্পানীৰ কেইজনমান অসমীয়া কৰ্ম্মচাৰী মিলি 'ডিগবৈ শিক্ষা প্ৰচাৰ সমিতি' নামৰ এটি অনুষ্ঠান গঢ়ি তুলিছে। এই অনুষ্ঠানৰ উদ্দেশ্য অসমত, বিশেষকৈ উজনি অসমত, বাগিছা আদিত কাম কৰি থকা বনুৱাৰ উপৰিও স্থায়ী ভাবে বসতি কৰিবলৈ লোৱা হাজাৰ হাজাৰ অশিক্ষিত, অনুন্নত, বনুৱাৰ মাজত স্কুল স্থাপন কৰি তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰৰ শিক্ষা আদিৰ দিহা কৰি দি, সংগঠন কামৰ দ্বাৰা তেওঁলোকক

উন্নত কৰা আৰু অসমীয়া জাতি গঠনত সহায় কৰা। সেই উদ্দেশ্য লৈয়েই উক্ত সমিতিয়ে বৰবিল, বাপাপুং আৰু গোলাই গাৱঁত তিনিখন স্কুল স্থাপন কৰি শিক্ষকৰ দৰমহা আৰু কিতাপ আদিকে ধৰি স্কুলৰ আৱশ্যকীয় খৰচ-পত্ৰ বহন কৰি, স্কুল তিনিখন চলাই আহিছে। এই স্কুলবোৰৰ শতকৰা ৯৫ জন ল'ৰাই বনুৱা ল'ৰা। এতিয়া স্কুল দুখন সোনকালে গবৰ্ণমেণ্টে ল'লে আমি আৰু নতুন ঠাইত এনেদৰে স্কুল কৰিবলৈ যত্ন কৰিব পাৰোঁ। আমি এনেদৰে স্কুল স্থাপন কৰি ৬/৭ মাহ চলোৱাৰ পাচতো যদি গবৰ্ণমেণ্টে অন্ততঃ শিক্ষকৰ দৰমহাৰ ভাৰ নলয়, তেনেহ'লে আমাৰ কাৰণে যে, আৰু আগবঢ়া অসম্ভৱ তাক আপুনি ভালদৰে বুজে। মোৰ বিশ্বাস, ডিগবৈ শিক্ষা প্ৰচাৰ সমিতিৰ এই কামে গবৰ্ণমেণ্টৰ গাওঁ সংগঠনৰ পৰিকল্পনাক বাস্তৱ ৰূপ দিয়াত যথেষ্ট সহায় কৰিব। এতিয়া আপোনাৰ প্ৰতি অনুৰোধ এই যেন অতি সোনকালে উক্ত স্কুল তিনিখন বৰবিল, গোলাই আৰু বাপাপুং প্ৰাইমাৰী গবৰ্ণমেণ্টে লোৱাৰ দিহা কৰি, আমাক কাম কৰিবলৈ উৎসাহ দিয়ে।

মই অলপঁতে আপোনাক লগ ধৰিবলৈ তিনিচুকীয়ালৈ গৈছিলোঁ। তাত আপুনি ঘৰলৈ যোৱা বুলি শুনিলোঁ। যদি অলপতে তিনিচুকীয়া বা ডিগবৈলৈ আহে তেনেহলে অনুগ্ৰহ কৰি মোক জানিবলৈ দিয়ে যেন। তেতিয়া হলে ইয়াৰ পৰিস্থিতি, বনুৱা অৰ্থাৎ চলিত কথাত 'কুলি' গাওঁবোৰৰ আভ্যন্তৰীণ কথাবোৰৰ বিষয়ে আপোনাৰ লগত আলোচনা কৰিব পাৰিম আৰু এই আলোচনাৰ ফলত পোৱা আপোনাৰ উপদেশে আমাক যথেষ্ট সহায় কৰিব।

আৰু বেছি নিলিখোঁ। মোৰ ভাল। আপোনাৰ মঙ্গল কামনা কৰোঁ। ইতি

আপোনাৰ
**শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা**
সম্পাদক, ডিগবৈ শিক্ষা প্ৰচাৰ সমিতি
২৫-১১-৪৬ পাহাৰ লাইন ১০৪৪ বি

ভূঞা আৰু চৌধুৰীদেৱে চিঠিৰ প্ৰাপ্তি স্বীকাৰো নকৰিলে আৰু কোনো সঁহাৰিও নজনালে। স্মৰণীয় যে ভূঞা ডাঙৰীয়াই মজদুৰ সংগঠনৰ শিক্ষা প্ৰচাৰৰ বাবটো লৈ কাম কৰাৰ কোনো নজিৰ নাছিল:

## লাচিত উৎসৱ আৰু মোৰ চাকৰি

১৯৪৭ চনৰ মাৰ্চ্চ মাহত লাচিত উৎসৱ পতাৰ জোক এটা মোৰ মূৰত সোমাল। নামঘৰতে আলোচনা হ'ল। সকলোৱে সমৰ্থন জনালে আৰু মোক সভাপতি কৰি এখন কমিটি কৰি দিলে। নামঘৰৰ লগতে লগ লগাই কোম্পানীৰ জুবিলি ফিল্ডৰ কোণ এটাত ৰভা দি উৎসৱ পতাৰ ঠিক কৰা হৈছিল।

## ব্ৰুক্চ চাহাবৰ ৰোষ

জুবিলি ফিল্ডৰ অনুমতি বিচাৰি আৰু ত্ৰিপাল, বাঁহ, চকি, মেজৰ যোগান ধৰি সহায় কৰিবলৈ এখন দৰ্খাস্ত লিখি লৈ, মই লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট ব্ৰুক্চ্ চাহাবৰ ওচৰ পালোঁগৈ। তেখেতে মোক দেখিও নেদেখাৰ ভাও জুৰি তলমূৰকৈ কামত নিমগ্ন থকা যেন দেখুৱাইছিল।

ব্ৰুক্চ্‌ৰ এই ভাওত মই আশ্চৰ্য্য বোধ কৰিছিলোঁ। যিজন মানুহে মোক কৰবাত ৰাস্তাত দেখিলেও হাতখন ডাঙি হাঁহি মাৰি যায় সেইজন মানুহৰেই এই আচৰণ বৰ আচহুৱা যেন লাগিছিল। মইও একো নকৈ থিয় হৈ থাকিলোঁ। কিছু সময়ৰ পাচত মূৰ ডাঙি মোলৈ চাই খঙেৰে ক'লে—'What do you want?' মই মুখেৰে একো নকৈ দৰ্খাস্তখন আগবঢ়াই দিলোঁ। দৰ্খাস্তখন পঢ়ি মূৰ ওপৰলৈ নকৰাকৈয়ে কলে—'No hope.' মই তেতিয়াও একো নকৈ থিয় হৈ থাকিলোঁ। মূৰটো ডাঙি মোৰ ফালে চাই চিঞৰি উঠাদি পুনৰ ক'লে—"No Hope" তেতিয়া মই কলোঁ—চাৰ! 'No hope" মানে কি বুজাইছে? ধাৰলৈ খোজা বস্তুবোৰ নিদিব পাৰে কিন্তু ফিল্ডখনৰ কোম্পানীয়ে ব্যৱহাৰ নকৰা চুকটো ব্যৱহাৰ কৰিবলৈ নিদিয়াৰ কি কাৰণ হ'ব পাৰে? ফিল্ডখন দিয়ক।" "তেতিয়া এই প্ৰসঙ্গ বাদ দি মোক বকিবলৈ ধৰিলে।" "আপুনি ডিগবৈৰ নেতা হ'ব খুজিছে। কোম্পানীৰ কামত ফাঁকি দি গাৱঁত স্কুল পাতি ফুৰিছে। কোম্পানীৰ কামৰ ধান্দাতকৈ বাহিৰৰ ধান্দা বেছি।" কথাবোৰ শুনি মই মোৰ আত্ম সন্মানত আঘাট কৰা যেন পাইছিলোঁ। মোৰ খং টিকনী পালেগৈ। মই কলোঁ—"আপুনি গালি পাৰক, দোষ দিয়ক সহ্য কৰিম, কিন্তু কামত ফাঁকি দিয়া বুলি কলে সহ্য নকৰোঁ। কোম্পানীৰ কামত ফাঁকি দিয়াৰ প্ৰমাণ কি? মই স্কুলত কাম কৰোঁ। যোৱা দুবছৰ কোম্পানীৰ আটাইবোৰ প্ৰাইমাৰী স্কুলতকৈ মোৰখনৰ পৰীক্ষাৰ ফলাফল বেছি ভাল। আপুনি মোক স্পষ্টকৈ কওক যে, কোম্পানীৰ স্কুলত কাম কৰিলে গাৱঁৰ উন্নয়নত মন দিয়াটো মানা। তেতিয়া হ'লে মই চিন্তা কৰিম। যদি ভাবোঁ যে, কোম্পানীৰ চাকৰি মোৰ বেছি দৰ্কাৰ তেতিয়া গাৱঁৰ কাম বন্ধ কৰিম। আৰু গাৱঁৰ কাম যদি বেছি দৰকাৰী বুলি ভাবোঁ তেতিয়া হ'লে কোম্পানীৰ কাম এৰি দিম।" অলপ নৰম হৈ সুধিলে 'আপুনি শিক্ষা প্ৰচাৰ সমিতিৰ সভাপতি নহয় জানো?" মই 'হয়' বুলি কলোঁ। তেখেতে পুনৰ সুধিলে "শিক্ষা প্ৰচাৰ সমিতিৰ কোনো কমিটি আছেনে?" মই গহীনাই কলোঁ অকল কমিটি কিয় লিখিত সংবিধানো আছে। শুনি সুখী হ'ব যে, ইতিমধ্যে সমিতিৰ কামক চৰকাৰেও স্বীকৃতি দিছে।" তেখেতে আকৌ সুধিলে—"আপুনি কমিটিখন মাতি মোক দেখুৱাব পাৰিবনে?" মই কলোঁ—"পাৰিম, নোৱাৰিম কিয়? তাৰিখ, সময় আৰু স্থান দিয়ক, কমিটিৰ সকলো সদস্যকে মাতি দিম। সদস্যসকলে আপোনাক লগ পালে সুখী হ'ব।" সিদিনাখন শুকুৰবাৰ আছিল। পিচৰ মঙ্গলবাৰে সন্ধিয়া ৫ বজাত হিন্দী গুৰুমুখী প্ৰাইমাৰী স্কুলত কমিটিখন মাতি দিবলৈ ক'লে। মই মাতি দিলোঁ।

## গ্ৰহদেৱতা সুপ্ৰসন্ন হ'ল

ব্ৰুক্চ্ চাহাব যথাসময়ত উপস্থিত হ'ল। কমিটিৰ সকলো সদস্য উপস্থিত আছিল। ব্ৰুক্চে আহিয়েই ক'লে "মই শিক্ষা প্ৰচাৰ সমিতিৰ বিষয়ে জানিবলৈ আহিছোঁ। মোৰ প্ৰশ্নবোৰৰ উত্তৰ দেব শৰ্ম্মাৰি সলনি আপোনালোকে দিলে মই সুখী হ'ম।" এই বুলি কৈ নানা প্ৰশ্নৰ অৱতাৰণা কৰি সদস্যসকলৰপৰা যথাযথ উত্তৰ পাই সন্তুষ্ট হ'ল। শেষত এটা মন্তব্য কৰিলে—"I think other than Assamese are not entitled to be member of the Samiti" মই টপৰাই মাত লগালোঁ—"Why not? Mr. Waragade, Mr. Gokhle, Mr. M. P. Tiwari, Mr. R.S. Goswami and many more Non Assamese are regular members of the Samiti." ব্ৰুক্চ্ চাহাবে মুখ টিপি হাঁহি লাহেকৈ "I think Mr. Pal is not yet a member of the Committee" বুলি কৈয়েই কোনো উত্তৰৰ অপেক্ষা নকৰি বিদায় ল'লে। যাওঁতে বাৰান্দাত মোৰ পিঠিত থপৰিয়াই কৈ গ'ল—"Don't mind Deb Sarmah, I am with you. I shall help you as I can."

কোম্পানীৰ সকলো বস্তু পালোঁ। লাচিত উৎসৱ সুকলমে হৈ গ'ল।

## মুকুল সঙ্ঘ

১৯৪৫ চন মানৰ পৰাই সত্য জীৱন পালদেৱৰ পৰিচালনাত বঙালী ছাত্ৰ-ছাত্ৰীসকলক লৈ 'মনিমেলা' নামৰ অনুষ্ঠান এটা গঢ়ি উঠিছিল। ল'ৰা-ছোৱালীবোৰক চুৰি-লাঠীৰ খেল আৰু শৰীৰ চৰ্চ্চাৰ শিক্ষা দিছিল। শৈক্ষিক, মানসিক বা নৈতিক উৎকৰ্ষ সাধনৰ কাৰণে কেনে ধৰণে কি কৰিছিল বা কিবা কৰিছিল নে নাই বাহিৰৰপৰা জনাৰ উপায় নাছিল। কিন্তু ল'ৰাবোৰে চুৰি লাঠীৰ খেল খেলি বৰ আনন্দ পাইছিল আৰু ডিগবৈৰ য'তে ত'তে ঘৰে-বাহিৰে ইয়াৰ আখৰা চলিছিল। সেয়ে মানুহৰ চকুত পৰিছিল। বিস্ময়ৰ কথা যে, 'মনিমেলা'ৰ প্ৰতিষ্ঠাতা আৰু প্ৰধান পৰিচালক এ.ও.চি. স্কুল সমূহৰ চুপাৰভাইজিং হেডমাষ্টাৰ সত্য জীৱন পালে স্কুলৰ অসমীয়া ছাত্ৰ-ছাত্ৰী বা শিক্ষক-শিক্ষয়িত্ৰীক কোনো দিনে একো কোৱা নাছিল। আনকি এবাৰ আনন্দ বাজাৰ পত্ৰিকাৰ 'মৌ মাছি'ক আনি বৰ জাক জমকেৰে এ.ও.চি. হাইস্কুলত মনিমেলাৰ অধিবেশন পাতিছিল। তাতে অসমৰ শিক্ষা বিভাগৰ সঞ্চালক গোপাল শৰ্ম্মা বৰুৱাকো মুখ্য অতিথি হিচাপে মাতি আনিছিল। কিন্তু আন স্কুলৰ কথা বাদেই এ.ও.চি. বয়জ হাইস্কুলৰ অসমীয়া শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰীকো মতা নাছিল। সেয়ে অসমীয়া ছাত্ৰ-ছাত্ৰী, শিক্ষক আৰু অভিভাৱকসকলৰ মাজত অলপ বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল। পালক এক পক্ষীয় আৰু সাম্প্ৰদায়িক বুলি আলোচনা কৰিছিল। কথাটো মই কিন্তু বেলেগ ধৰণে চিন্তা কৰিছিলোঁ। পাল চুপাৰভাইজিং হেডমাষ্টাৰ হ'লেও 'মনিমেলা' কোম্পানীৰ স্কুলৰ প্ৰশাসনৰ বা কোম্পানীৰ ভিতৰুৱা অনুষ্ঠান নাছিল। ই আছিল এটা সম্পূৰ্ণ বেলেগ ৰাজহুৱা অনুষ্ঠান। যিয়ে যাক লৈ যেনেকৈয়ে নকৰক কিয়, ইয়াৰ দ্বাৰা কিছুমান ল'ৰা-ছোৱালীৰ মঙ্গলকামী শিক্ষামূলক অনুষ্ঠান এটা গঢ়ি তোলাত বাধা কি? মই এ.ও.চি. হাইস্কুলৰ দুজনমান শিক্ষকৰ লগত, প্ৰধানকৈ গোপাল শৰ্ম্মাৰ লগত (পিচত উপ সমাহৰ্ত্তা হৈ কোম্পানীৰ চাকৰি এৰি গৈছিল) আৰু কিছু সংখ্যক অভিভাৱকৰ লগত আলোচনা কৰি, কিবা কৰিবলৈ সঙ্কল্প ললোঁ। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাখন লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট বাৰ্ণেট চাহাবৰ অনুমতি লৈ, এ.ও.চি. হিন্দী, উৰ্দ্দু স্কুলত আবেলি ৪ বজাত অসমীয়া শিক্ষক-ছাত্ৰৰ এখন সভা মই আহ্বান কৰিলোঁ। ৮/১০ জন আগ্ৰহী শিক্ষক আৰু বুজন সংখ্যক ছাত্ৰ-ছাত্ৰী গোট খাইছিল। অভিভাৱক সকলৰো ২/৪ জন আছিল। সভাত সকলোৰে ইচ্ছানুসৰি মই সভাপতিত্ব কৰিছিলোঁ।

কিছু সময় আলোচনা কৰাৰ পাচত অসমীয়া ল'ৰা-ছোৱালীৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে 'মুকুল সঙ্ঘ' নামৰ অনুষ্ঠান এটা কৰাৰ পৰামৰ্শ আগবঢ়াই তলত দিয়া ধৰণৰ এখন থূল মূল আঁচনি ডাঙি ধৰিলোঁ।

(১) এই অনুষ্ঠানৰ নাম মুকুল সঙ্ঘ হ'ব।

(২) ল'ৰা-ছোৱালীৰ শৈক্ষিক, দৈহিক আৰু নৈতিক উন্নতি সাধন কৰি ল'ৰা-ছোৱালীৰ মনত আত্ম নিৰ্ভৰশীলতাৰ সৃষ্টি কৰা আৰু কৰ্ম্ম-কৃষ্টি গঢ়ি তোলাই ইয়াৰ উদ্দেশ্য।

(৩) হাইস্কুলৰপৰা প্ৰাইমাৰী স্কুললৈকে সকলো ল'ৰা-ছোৱালীয়ে ইয়াত যোগ দিব পাৰিব।

(৪) সভাপতি আৰু উপদেষ্টা বয়সস্থ মানুহৰপৰা লোৱা হ'ব। সভাপতি আৰু উপদেষ্টাৰ লগতে ছাত্ৰ-ছাত্ৰীসকলৰ দ্বাৰা নিৰ্বাচিত এখন মন্ত্ৰী পৰিষদ থাকিব। প্ৰত্যেক মন্ত্ৰীৰে একোটা বিভাগ থাকিব। যেনেঃ—সাহিত্য, কলা, শিল্প, সেৱা, খেল-ধেমালি ইত্যাদি। কামৰ পৰিসৰ বৃদ্ধি আৱশ্যক অনুসৰি নতুন বিভাগৰ সৃষ্টি কৰিব পাৰিব।

(৫) এজন জ্যেষ্ঠ মন্ত্ৰী (প্ৰধান মন্ত্ৰী) থাকিব। তেওঁ আটাইবোৰ বিভাগৰ মাজত সমন্বয় ৰক্ষা কৰিব।

(৬) প্ৰতিজন মন্ত্ৰীয়ে নিজ নিজ বিভাগৰ উৎকৰ্ষ সাধনৰ কাৰণে, কামৰ আঁচনি তৈয়াৰ কৰিব আৰু কাৰ্য্যকৰী কৰিব। সভাপতি আৰু উপদেষ্টাই পৰামৰ্শ দিব কিন্তু বিভাগীয় আঁচনি বিভাগীয় মন্ত্ৰীয়ে কৰিব লাগিব। আঁচনিবোৰ মন্ত্ৰী পৰিষদ, সভাপতি আৰু উপদেষ্টাৰ অনুমোদিত হ'ব লাগিব।

(৭) মুকুল সঙ্ঘই কোনো কামৰ কাৰণে আৱশ্যকীয় টকা পইচা কাকো খুজিব নোৱাৰিব। আৱশ্যকীয় খৰচৰ কাৰণে প্ৰথম অৱস্থাত ঋণ লৈ পিচত নিজৰ উপাৰ্জ্জনেৰে সেই ঋণ পৰিশোধ কৰিব লাগিব।

(৮) বিভাগ সমূহৰ কাম ঃ—

(ক) কলা বিভাগ—গীত, বাদ্য, শিক্ষামূলক নাট্যাভিনয়, নৃত্য, ছবি অঁকা আৰু ৰঙৰ ব্যৱহাৰ

(খ) সাহিত্য বিভাগ—পঢ়াৰ প্ৰতি অনুৰাগ বঢ়োৱা, গল্প, কবিতা, প্ৰবন্ধ আদি লিখিবৰ কাৰণে অনুপ্ৰাণিত কৰা। আকস্মিক বক্তৃতা দিবলৈ, তথা কবিতা, ৰচনা আদি পাঠ আৰু আবৃত্তি কৰিবলৈ আগ্ৰহী কৰি তোলা।

(গ) শিল্প বিভাগ—চিলাই, গোঠা, বয়ন, বাঁহ কাঠৰ বস্তু তৈয়াৰ কৰিবলৈ শিক্ষা প্ৰদান।

(ঘ) বিত্ত বিভাগ—পুঁজি সংগ্ৰহ, খৰচ আৰু হিচাপ ৰখাৰ দায়িত্ব ল'ব। অৰ্থ উপাৰ্জ্জন কৰিব লাগিব। তাৰ বাবে অন্যান্য বিভাগৰ সহযোগত আঁচনি প্ৰস্তুত কৰি কাৰ্য্যকৰী কৰিব।

এনেদৰে অন্যান্য বিভাগবো কৰিবলগীয়া কাম নিৰূপণ কৰি দিয়া হ'ব।

এই আঁচনিৰে কাম কৰি অলপ দিনৰ ভিতৰতে মুকুল সঙ্ঘ বাইজৰ বৰ আকৰ্ষণীয় হৈ পৰিছিল। কলা বিভাগে ধ্ৰুব নাটকখন ইণ্ডিয়া ক্লাবত মঞ্চস্থ কৰি দৰ্শকৰ ভূয়সী প্ৰশংসা পোৱাৰ উপৰিও ৪২৭ টকা উপাৰ্জ্জন কৰিছিল। নাটৰ কৃতকাৰ্য্যতাৰ কাৰণে কৰুণা ফুকন আৰু তেখেতৰ পতি গুণীন ফুকনক সদায় সুঁৱৰিব লাগিব। শিল্প মন্ত্ৰী কুঞ্জ ভূঞাই চিলাই আৰু নিটিঙৰ শ্ৰেণী এটা খুলি লৈ, বিবিধ বস্তু তৈয়াৰ কৰিছিল। কিছুমান ল'ৰাই বাঁহ বেতৰ বস্তুও তৈয়াৰ কৰিছিল। এই বিভাগটোৱে কৰা কামৰ দুবাৰমান প্ৰদৰ্শনিও পতা হৈছিল। মানুহে বৰ আগ্ৰহেৰে প্ৰদৰ্শনিলৈ গৈছিল আৰু বস্তুবোৰ প্ৰকৃত মূল্যতকৈ স্বেচ্ছাই বেছি মূল্য দি কিনি লৈছিল। এই বিভাগটোৱে খৰচ বাদ দি ২২৩ টকা আয় কৰিছিল। খেল মন্ত্ৰীয়ে ফুটবল খেল এখন পাতি ৩০৯ টকা উপাৰ্জ্জন কৰিছিল।

মুকুল সঙ্ঘ ইমান জনপ্ৰিয় হৈছিল যে, তেওঁলোকৰ কলা কৌশল প্ৰদৰ্শনৰ কাৰণে ডুমডুমা, তিনিচুকীয়া, মাৰ্ঘেৰিটা আদি ঠাইলৈকো নিমন্ত্ৰিত হৈছিল। ডিগবৈত সকলোৱে মুখে

মুখে মুকুল সঙঘৰ নাম বিয়পি পৰিছিল। কি কাৰণত কব নোৱাৰোঁ, মনিমেলাৰ চিন চাব নোহোৱা হৈছিল। আনকি মনিমেলাৰ প্ৰতিষ্ঠাপক সত্য জীৱন পালদেৱেও তেখেতৰ সম্বন্ধ থকা কিবা এটা অনুষ্ঠান পাতিলেই মুকুল সঙঘক মাতিছিল।

মুকুল সঙঘৰ সভানেত্ৰী আছিল কৰুণা ফুকন। তেখেতে প্ৰধানকৈ গীত, বাদ্য, নৃত্য আদি শিকোৱাৰ দায়িত্ব লৈছিল। মই প্ৰধান উপদেষ্টা, পৰিচালক আৰু কোষাধ্যক্ষ আছিলোঁ। ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত চন্দ্ৰ কান্ত ৰাজকোৱঁৰ, কুঞ্জ ভূঞা (নেওগ), পুষ্প বেজবৰুৱা, হৰিশ পুৰী, স্নেহলতা ভূঞা, যজ্ঞেশ্বৰ শৰ্ম্মা, নীৰু তামুলী, লাবণ্য হাজৰিকা, তৰুলতা গোহাঁই, আঙ্গুৰ বেনেট (পাচত বৰুৱা) হিৰেণ ভূঞা আদিয়ে নেতৃত্ব লৈছিল। আৰু বহুতৰ নাম পাহৰাৰ কাৰণে দুখীত। ইয়াৰ ভিতৰতে কেইবাজনো বিভাগীয় মন্ত্ৰী আছিল। চন্দ্ৰকান্ত ৰাজকোৱঁৰ সম্ভৱতঃ প্ৰধান মন্ত্ৰী আছিল আৰু কুঞ্জ ভূঞা শিল্প মন্ত্ৰী আছিল। বাকীবোৰৰ বিষয় বাব পাহৰিলোঁ। পুষ্প বেজবৰুৱা মন্ত্ৰী আছিল নে নাছিল পাহৰিলোঁ কিন্তু সকলোতে অগ্ৰণী আছিল। কৰুণা ফুকনৰ পৰিচালনাত মুকুল সঙঘই ধ্ৰুব নাটখন ইণ্ডিয়া ক্লাবত মঞ্চস্থ কৰিছিল। ধ্ৰুবৰ ভাওত আঙ্গুৰ বেনেটৰ কৃতিত্বৰ কথা মই পাহৰা নাই। ল'ৰা-ছোৱালীসকলৰ দ্বাৰা এই নাট প্ৰদৰ্শনে ডিগবৈত ভিতৰে-বাহিৰে এক আলোড়ণৰ বতাহ বোৱাইছিল। নাট প্ৰদৰ্শনৰ কৃতকাৰ্য্যতাই কৰুণা ফুকনৰ কষ্ট আৰু ত্যাগৰ সাৰ্থকতাৰেই স্বাক্ষৰ বহন কৰিছিল। শিল্প বিভাগটো গঢ়ি তোলাত কুঞ্জ ভূঞাৰ (নেওগ) একনিষ্ঠতা মই পাহৰা নাই।

## মুকুল সঙ্গীত

স্বনামধন্য সাহিত্যিক আৰু গীতিকাৰ ভূবন চন্দ্ৰ বৰুৱাই (কাঞ্চণ বৰুৱা) মুকুল সঙঘৰ কাৰণে মুকুল সঙ্গীত এটি ৰচনা কৰি সুৰো দিছিল।

গীত

অ' মোৰ অসমী আই
সোণৰ ধৰাত (আমি) সোণৰ মানুহ
আশা ভৰা প্ৰাণ.................
আমি গাওঁ তাৰেই গান,
তাৰেই গান।।
আমি এধানি এধানি সোণৰ মুকুল
তাৰেই চৰণ পূজাত ব্যাকুল।
অ' মোৰ অসমী আই
অ' মোৰ চেনেহী আই
যুগ যুগৰ মলিন বেশ তোৰ গুচাই
আমি নতুন সাজেৰে নতুন বেশেৰে
নতুন আশা লৈ
সজাম সাদৰী আই (তোক)
সজাম মৰমী আই।।

লাখ লাখ ভাৰতবাসী
(তোৰ) চেনেহ কোলাত যতনে ৰাখি
আকৌ গঢ়িম (আমি)
তোৰেই বুকুত
সোণৰ ফুলনি বাৰী।
দেশে দেশে তোৰেই মহিমা
ফুৰিম আমি বিলাই
নতুন জীৱন পাই
অ' মোৰ অসমী আই।

(গীতটি ডিগবৈৰ 'মুকুল সঙঘ'ৰ নিজা গীত হিচাপে পৰিগণিত হৈছিল)।

## মুকুল সঙঘৰ অপমৃত্যু

চাৰি বছৰ মানলৈ মুকুল সঙঘৰ কাম ভালেই চলিছিল। বাহিৰত মানুহৰ মুখে মুখে মুকুল সঙঘৰ প্ৰশংসা শুনি, নিজৰ নাম যশৰ কাৰণে এ, ও, চি, হাইস্কুল দুখনৰ (বয়জ আৰু গাৰ্লচ) অসমীয়া শিক্ষক-শিক্ষয়িত্ৰীৰ মুখপাত্ৰ কেইগৰাকীমানে শিক্ষকৰ প্ৰভাৱ খটুৱাই, নিজে নিজে মুকুল সঙঘৰ প্ৰধান পৰামৰ্শদাতা তথা পৰিচালক হৈ পৰিছিল। ফুকন আৰু মই একো গম পোৱা নাছিলোঁ। এদিন ৮/১০ জনমান ল'ৰা আহি ফুটবল এটা কিনিবৰ কাৰণে টকা ২০ টা খুজিলে। তেওঁলোকক কিবা কিবি সুধি, শিক্ষক পৰামৰ্শদাতাৰ পৰামৰ্শ তথা হুকুম মানি, ফুটবল কিনিবলৈ পইচা খুজিবলৈ অহা বুলি কোৱাত মই টকা ২০ টা দি দিছিলোঁ। এই শিক্ষক সকলৰ কৃপাত কৰুণা ফুকন আৰু মই, আমি নজনাকৈয়ে মুকুল সঙঘৰপৰা বাদ পৰিছিলোঁ। ইতিমধ্যে মুকুল সঙঘৰ জ্যেষ্ঠ সদস্য সকল স্কুল এৰি যোৱাত নতুন চামে তেওঁলোকৰ স্থান লৈছিল। তাৰেই সুবিধা গ্ৰহণ কৰিছিল এই শিক্ষক সকলে।

ফুটবলৰ টকা নিয়াৰ ১৫ দিন মানৰ পাচত আকৌ কেইটামান ল'ৰা আহি মুকুল সঙঘই 'পিকনিক' খাবলৈ বুলি ২০০ (দুশ) টকা খুজিলে। মই 'পিকনিক'ৰ কাৰণে টকা নাই বুলি কলোঁ। তাৰ ফল হ'ল মুকুল সঙঘৰ সভানেত্ৰী কৰুণা ফুকন তেখেতৰ অজ্ঞাতেই সভানেত্ৰী ভঙ্গা গ'ল। তেখেতৰ ঠাইত কোম্পানীৰ উচ্চ পদস্থ বিষয়া মকচুদ আলিৰ পৰিবাৰ (নামটো পাহৰিলোঁ) সভানেত্ৰী হ'ল। মোৰ ঠাইত স্কুলৰেই কেইগৰাকীমান শিক্ষক-শিক্ষয়িত্ৰী পৰামৰ্শদাতা হৈ পৰিল। মই, কৰুণা ফুকন বা মুকুল সঙঘ গঢ়োতাসকলৰ এজনেও গম নোপোৱাকৈ সেই শিক্ষক-শিক্ষয়িত্ৰী সকলৰ পৰিচালনাত মুকুল সঙঘৰ নতুন কমিটি হ'ল। 'পিকনিক'ৰ কাৰণে টকা নিদিওঁ বুলি কোৱাৰ দুদিনমানৰ পাচত এদিন মই কোনোবা এখন গাৰ্ৰৰপৰা ৰাতি প্ৰায় নমান বজাত ঘৰ পাইয়েই মোৰ মেজত নতুন সভানেত্ৰীয়ে দিয়া চিঠি এখন পালোঁ। চিঠিখনৰ বিষয়টো আছিল—মই মুকুল সঙঘৰ টকা খাই বহি আছোঁ। পতিকে চিঠি পোৱাৰ দুদিনৰ ভিতৰত পুৰা হিচাপ সহ সকলো টকা পইচা তেখেতক সমজাই দিব লাগে। আনৰ মৰ্য্যাদাৰ প্ৰতি সন্মান থকা কোনো ব্যক্তিয়েই তেনে ভাষা প্ৰয়োগ কৰি চিঠি লিখিব নোৱাৰে। বিশেষকৈ, মুকুল সঙঘৰ বিষয়ে অজ্ঞ এগৰাকীয়ে মুকুল সঙঘৰ জন্মদাতা আৰু পালন কৰোতাজনলৈ। চিঠিখন পাই বৰ মৰ্ম্মাহত হৈছিলোঁ। এনেকুৱা পৰিণতি হ'ব পাৰে বুলি সপোনতো ভবা

নাছিলোঁ। মনলৈ অনুশোচনা আহিছিল। এটা কথা জানি বেছি দুখ পাইছিলোঁ যে, এই ভূমিকাৰ গুৰি ধৰিছিল দুগৰাকীমান সাহিত্যিক, প্ৰগতিশীল নাম ধাৰী শিক্ষক-শিক্ষয়িত্ৰীয়ে। যিকি নহওক, ৰাতি বেছি হোৱাৰ কাৰণে একো নকৰি, পিচদিনাখন ৰাতিপুৱাই ৭ বজাতেই হিচাপ, ৰচিদপত্ৰ সহ, মোৰ হাতত থকা আঠশ চাব্বিশ টকা তেৰ অনা ধন্যবাদ সূচক চিঠি এখনেৰে ল'ৰা এটাৰ হাতত নব নিৰ্ব্বাচিত সভানেত্ৰীলৈ পঠাই দিলোঁ।

<u>হিচাপ</u>

| জমা | | খৰচ | |
|---|---|---|---|
| থিয়েটাৰৰ পৰা পোৱা | - ৪২৭ টকা | থিয়েটাৰত | । ৩৭ /।.। |
| চিলাই আৰু নিটিঙৰ পৰা | - ২২৩ টকা | চিলাই নিটিঙৰ কাৰণে | |
| ফুটবলৰ পৰা | - ৩০৯ টকা | বস্তু কিনাৰ খৰচ | । ৪৮ ।. |
| | | ফুটবল খেলৰ খৰচ | । ২৬ /৶. |
| | | ফুটবল এটা | - ২০.০০ টকা |
| মুঠ | - ৯৫৯ টকা | মুঠ | - ১৩২ ৶ |
| | | হাতত জমা | - ৮২৬ ৸/. |
| | | মুঠ | - ৯৫৯ টকা |
| | | (নশ উনষাঠী টকা) | |

ইয়াৰ পিচৰ ৬/৭ মাহৰ ভিতৰতে টকাও শেষ হৈছিল আৰু মুকুল সঙ্ঘৰো মৃত্যু ঘটিছিল। আমিও (মই আৰু কৰুণা ফুকন) মানসিকভাবে আধামৰা হৈছিলোঁ। লক্ষ্য আৰু আদৰ্শৰ পতন হ'ল। নেতা-নেতৃসকল কিন্তু বীৰ দৰ্পে থাকি, গণ সমাজৰ আগ শাৰীত ৰহি থাকিল। বহুদিনৰ পাচত সভানেত্ৰী আলিয়ে প্ৰকৃত কথাৰ গম পাই, অনুতপ্ত হৈছিল।

## <u>বোৱাকটা কেন্দ্ৰ</u>

১৯৪৬ চনৰ জুন মাহত ডিগবৈ কেন্দ্ৰীয় নামঘৰলৈ টিয়কৰ দেবানন্দ মহন্ত নামঘৰীয়া হৈ আহিছিল। তেখেত মানুহজন শিক্ষিত, অমায়িক আৰু মুক্তি যোদ্ধা আছিল। পিন্ধন উৰণত খাদী ব্যৱহাৰ কৰিছিল। যঁতৰ আৰু টাকুৰীত কপাহী সূতাও কাটিব পাৰিছিল। সাধাৰণ ভাবে তাঁত ববও জানিছিল। মই তেখেতৰ লগত আলোচনা কৰি, নামঘৰতে আমাৰ আঁচনি অনুসৰি চুৰ্চুৰীয়াকৈ হ'লেও বোৱাকটা কেন্দ্ৰ এটা খুলিবলৈ মনস্থ কৰিলোঁ। মহন্তই শিক্ষকতা কৰিবলৈ মান্তি হ'ল। এই বিষয়ে মোৰ কল্পনাৰ বাহিৰে বিশেষ বাস্তব জ্ঞান নাছিল। যঁতৰত কপাহী সূতা কাটিব জানিছিলোঁ কিন্তু তাঁত শালৰ কাম একো নাজানিছিলোঁ। সেয়ে মই এদিন ডিব্ৰুগড়ৰ নগা খেলিয়া গাৱঁৰ (এতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত) বোৱা-কটা সমবায় সমিতিৰ প্ৰতিষ্ঠাতা আৰু প্ৰধান পৰিচালক মহিম ভূঞাৰ ওচৰলৈ গৈ, আমাৰ আঁচনি সম্পৰ্কে আলোচনা কৰিছিলোঁ। তেখেতৰ সমবায়খনৰ সকলো কাম কাজ তেখেতে দেখুৱালে। ভূঞা ডেপুটী কমিচনাৰ অফিচৰ হেড ক্লাৰ্ক আছিল। তেখেতৰ পৰিবাৰ সৰোজিনী ভূঞা অনবৰত সমবায়খনতেই লাগি আছিল। ভূঞাৰ ঘৰেই আছিল সমবায় সমিতিৰ ঘৰ। ভূঞা দম্পতীয়ে মোক বৰ উৎসাহিত কৰিছিল। কপাহী

সূতাতকৈ এৰী আৰু মুগা সূতা কাটিবলৈ শিকোৱাৰ ব্যৱস্থাহে আগতে কৰিবলৈ পৰামর্শ দিছিল। এৰি আৰু কপাহী সূতা একেটা যঁতৰতে কাটিব পৰাকৈ ভূঞাই নিজে নতুন, উন্নত ধৰণৰ 'সৰোজিনী চৰখা' নাম দি যঁতৰ এটা সাজি উলিয়াইছিল। এই চৰখাটোৱে ইতিমধ্যে সকলোৰে সমাদৰ লাভ কৰিছিল। মই ট্ৰেইনিঙৰ কাৰণে মানুহ পঠালে তেখেতসকলে আলহী হিচাপে ৰাখি, বিনামূলীয়াকৈ ট্ৰেইনিং দিব বুলিও কথা দিছিল।

নামঘৰ কমিটিৰপৰা অনুমতি লৈ দেবানন্দ মহন্তক ট্ৰেইনিঙলৈ পঠোৱা হৈছিল। এমাহৰ পাচত ট্ৰেইনিং শেষ কৰিলত ভূঞাই বাকীকৈ, এপইচাও লাভ নোলোৱাকৈ, তৈয়াৰী মূল্যত, 'সৰোজিনী চৰখা' এটা, মুগা কটা ভাউৰী এটা, আৰু এৰি মুগাৰ বাঁহ (Cocoon) কিছু বাকী হাতে, মহন্তৰ লগত দি পঠাইছিল। মই পিচত ডিব্রুগড়লৈ যাওঁতে বাকী মাৰি আহিছিলোঁ।

আমাৰ কমিটি সন্মত হোৱাত ১নং বৰবিলৰ ৭ জনী মজদুৰ ছোৱালী লৈ, এৰি আৰু মুগা সূতা কাটিবলৈ শিকোৱাৰ কাম আৰম্ভ হ'ল। মহন্তই লগতে কপাহী সূতা কাটিবলৈকো শিকাইছিল। কপাহী সূতা কটাৰ কাৰণে এটা যঁতৰ আৰু ৬ টা টাকুৰী কিনা হৈছিল। প্রতিজনী ছোৱালীক মাহে ৭ টকাকৈ আৰু মহন্তক মাহে ২১ টকাকৈ দিয়া হৈছিল।

নগাখেলীয়াৰ কাম চাই মই বোৱা-কটা কেন্দ্রৰ পৰিচালনাৰ বিষয়ে ধাৰণা এটা কৰিছিলোঁ যদিও, আমাৰ কেন্দ্রৰ আৰু নগাখেলীয়াৰ কেন্দ্রৰ উদ্দেশ্য, লক্ষ্য, কামৰ আৰু পৰিচালনা পদ্ধতিৰ আকাশ পাতাল পার্থক্য আছিল। নগাখেলীয়া কেন্দ্রৰ প্রতিগৰাকী বোৱনীয়েই নিজৰ নিজৰ ঘৰত, অসমীয়া তাঁতত কাপোৰ বোৱা শিপিনী আছিল। কেন্দ্রৰ উদ্দেশ্য আছিল উৰামাকোৰ তাঁত (fly shuttle) প্রবর্ত্তন কৰি, বোৱনী কৰি উৎপাদন বঢ়াই, প্রত্যেকৰে আয় বঢ়োৱা। মহিলা সকলে নিজে নিজে নতুন তাঁত লৈ কাপোৰ বৈছিল। সমবায়ৰ বিশেষ কাম আছিল উৎপাদিত সামগ্রীৰ বিক্রীৰ ব্যৱস্থা কৰা আৰু বজাৰৰ চাহিদা অনুসৰি কাপোৰ বোৱাৰ ব্যৱস্থা কৰা। তদুপৰি শিপিনী সকল লিখা-পঢ়া জনা। আমাৰ উদ্দেশ্য আছিল সম্পূর্ণ অশিক্ষিত, অনভিজ্ঞ, কোনো দিনে বোৱা কটা নেদেখা চামক, আমাৰ মূলধনেৰে জলপানি দি, শিকাই-বুজাই শিপিনী কৰি লৈ, ঘৰতে সন্মানজনক কর্ম্ম সংস্থাপন দিয়াৰ উপৰিও তেওঁলোকক আত্মনির্ভৰশীল কৰি, একীভূত অসমীয়া মহিলা সমাজ গঢ়ি তোলাত সহায় কৰা।

অশিক্ষিত, পিচপৰা হ'লেও, আমাৰ প্রশিক্ষার্থী সকলৰ শিক্ষা গ্রহণৰ যোগ্যতা দেখি, আমি বৰ আশান্বিত হৈ পৰিছিলোঁ। এমাহ মানৰ পাচতেই মহন্তই মোক কৈছিল "চাৰ! যদি তাঁত শিকোৱা ব্যৱস্থা কৰে, এবছৰৰ ভিতৰত ইহঁত একোজনী পাকৈত অসমীয়া বোৱনী হৈ পৰিব।" দুমাহ মানৰ পাচত মহিম ভূঞা নিজে এদিন চাবলৈ আহি আমাৰ প্রশিক্ষার্থী সকলৰ প্রশংসাত পঞ্চমুখ হৈ পৰিছিল।

তিনিমাহ মানৰ পাচত প্রশিক্ষার্থী সকলৰ সুবিধাৰ কাৰণে আৰু গাৱঁৰ অন্যান্য ছোৱালীৰ মাজত প্রচাৰৰ সুবিধার্থে, কেন্দ্রটো নামঘৰৰপৰা বৰবিলৰ গণেশ ডেকাৰ ঘৰলৈ নিয়া হৈছিল।

২৩-২-৪৭ তাৰিখে শিক্ষা প্রচাৰ সমিতিৰ উদ্দেশ্য, কার্য্য-আঁচনি আৰু এতিয়ালৈকে স্থাপিত স্কুলৰ তালিকাসহ, আর্থিক সহায় বিচাৰি আৰু সমগ্র অসমৰ কাৰণে এনে ধৰণৰ আঁচনি এখন চৰকাৰে ল'বলৈ অনুৰোধ জনাই, প্রধান মন্ত্রী বৰদলৈ দেৱলৈ ৰেজিষ্টার্ড ডাক যোগে নিবেদন এখন পঠাইছিলোঁ। মার্চ্চ গ'ল, এপ্রিল গ'ল, মে মাহো যাওঁ যাওঁ, প্রধান মন্ত্রীৰ কোনো

সঁহাৰি নাই, আনকি চিঠিখনৰ প্ৰাপ্তি স্বীকাৰো কৰা নাই। এই সকলোবোৰ 'বহ্বাৰম্ভে লঘু ক্ৰিয়া' হৈ ফুটুকাৰ ফেন হ'ব যেন অনুমান হৈছিল। এনেতে মে মাহৰ শেষৰ ফালে, মাননীয় বিমলা প্ৰসাদ চলিহাই 'Honarary Provisional Rural Development Organiser, Assam' হিচাপে দিয়া তলৰ চিঠিখন পাইছিলোঁ।

Government of Assam
OFFICE OF THE DIRECTOR OF PUBLICITY & RURAL DEVELOPMENT,
Assam, Shillong

Dated 19-5-1947

No. R. D. C / 47
From :- B. P. CHALIHA M.L.A.
Development Organiser, Assam.

To
Sreejut Dijesh Chandra Sarma



Secretary, Digboi Siksha Prachar Samiti
Digboi P.o. Assam

Reference :- Your memorandum dated 23-2-47 to the address of the Honourable Prime Minister, Assam

*Sir,*

In acknowledging the receipt of your above quoted letter which has been passed to me for action I have the honour to say that I will visit your institution shortly when all matter will be discussed on side.

Your Obedient Servant
***Sd/ B.P. Chaliha***
Honarary Provisional Rural Development Organiser
Assam

## শিক্ষা প্ৰচাৰ সমিতি আৰু বিমলা প্ৰসাদ চলিহা

ৰৰদলৈ দেৱলৈ চিঠিখন দি, মই ভবা নাছিলোঁ কিবা ফল হ'ব বুলি। চিঠিখন নিদিলে সিদ্ধিনাথ শৰ্ম্মাৰ পৰামৰ্শক অগ্ৰাহ্য কৰা হ'ব আৰু বাইজেও চৰকাৰক নজনালে কেতিয়াবা মোকে দুষিব বুলিহে, দৰ্খাস্তখন পঠাইছিলোঁ। গ'ল কথা গুচিল। মোৰ দৰ্খাস্তৰ দশা মহেন্দ্ৰ চৌধুৰী, যদু ভূঞাহঁতে দিয়া চিঠিৰ দশাই দশা বুলি ভাবি, পাহৰিবলৈ চেষ্টা কৰিছিলোঁ। চলিহাদেৱৰ চিঠিখন পাই মোৰ সন্দেহযুক্ত মনটোৰ ওপৰত বিৰক্তি উপজিছিল—নিজকে নিজে লাজ পাইছিলোঁ। মোৰ অধৈৰ্য্যৰ কথা ভাবি অনুতপ্ত হৈছিলোঁ।

চলিহাৰ চিঠি পোৱাৰ কেইদিনমানৰ পাচতে, এদিন ৰবিবাৰে দুপৰীয়া এটামান বজাত,



মই ৩নং গোলাই গাৱঁৰপৰা আহি 'আগুৱাৰ ওৱাৰ' এটা পিন্ধি, মূৰত গামোচা এখন মাৰি, গুণ গুণকৈ লোকগীত এটা গাই, ভাত ৰান্ধি আছিলোঁ। এনেতে এজন স্থূল কায়, গুখ-পাখ মানুহ জীপ এখনৰপৰা নামি মোৰ কোৱাৰ্টাৰৰ দুৱাৰ-মুখত আহি থিয় হ'ল। মোক দেখিয়েই সুধিলে 'আপুনি দ্বিজেশ শৰ্ম্মা হয়নে? মই বিমলা চলিহা"। মোৰ কি কৰিম কি নকৰিম লাগিল। ভঙা কাঠৰ চকিখনতে এখন্তেক বহুৱাই লৰালৰিকৈ ধুতিখন পিন্ধি তেখেতৰ ওচৰতে খিচনাখনতে বহিলোঁ। তেখেতে সুধিলে "আপুনি শিক্ষা প্ৰচাৰ সমিতিৰ সভাপতি হিচাপে অসমৰ প্ৰধান মন্ত্ৰীলৈ সহায় বিচাৰি এখন দৰ্খাস্ত কৰিছিল, নহয়? 'হয় কৰিছিলোঁ'। 'এতিয়া কওকচোন প্ৰকৃত কথাটো কি? শিক্ষা প্ৰচাৰ সমিতিৰ লক্ষ্য কি?' মই সুধিলোঁ "আচল কথাটো ক'মনে?" "আপোনাৰ দৰ্খাস্তত সকলো কথা লিখিছে। তথাপি মই নিজে জীপ দৌৰাই আপোনাৰ ওচৰলৈ আহিছোঁ প্ৰকৃত আঁচনিখন আৰু উদ্দেশ্য নিজে জানিবৰ কাৰণে। মই অনুমান কৰিছোঁ দৰ্খাস্তখনত আপোনালোকৰ উদ্দেশ্য সম্পূৰ্ণৰূপে প্ৰকাশ পোৱা নাই। এতিয়া কওক।" মই তেতিয়া এই অঞ্চলৰ গাওঁবোৰৰ সংক্ষিপ্ত বিৱৰণ দি, তাহানি অম্বিকাগিৰিক কোৱা কথাবোৰকেই বিৱৰি ক'লোঁ আৰু এতিয়ালৈকে শিক্ষা প্ৰচাৰ সমিতিয়ে কৰা কামবো বিৱৰণ দি, ক'লোঁ— "আমাৰ আঁচনিখন যদিও ডিগবৈৰ ওচৰ পাজৰৰ গাৱঁৰ ছবিখন লৈ কৰা হৈছে, মই ভাবোঁ, সমগ্ৰ অসমৰ কাৰণে অসমীয়াৰ দাবীদাৰ 'অসমীয়া' সকলে আগবাঢ়ি গৈ, সমতাৰ ভাবেৰে সেৱা আগ বঢ়াই, অসমৰ সমূহ জনগোষ্ঠীৰ মাজত এক দেশ, এক জাতি— এই একাত্মা মনোভাবৰ সৃষ্টি কৰি, প্ৰকৃত মিলনৰ পথ সুগম কৰি, জাতি গঠন নকৰিলে, অদূৰ ভবিষ্যতে আজিৰ অসমীয়া জাতি নাথাকিব। আমাৰ তেমে, আমাৰ আপোনপেটীয়া স্বভাৱে, আমাকেই শেষ কৰিব। ঐক্যবদ্ধ জাতি এটা গঠনৰ কাৰণে, পৰস্পৰে পৰস্পৰৰ প্ৰতি যথাযথ সন্মান প্ৰদৰ্শন কৰাৰ আগ্ৰহ আৰু তাৰ ব্যৱহাৰিক প্ৰয়োগ, আৱশ্যকীয় ত্যাগ, সেৱা আৰু উদাৰ সমভাৱাপন্ন মানসিকতা আমাৰ নাই। আমি আমাৰ নিজৰ অনুভূতিৰে আনৰ অনুভূতিক জুখি চাব নজনাই নহয়, সম্পূৰ্ণ আওকণীয়া মনোভাৱেৰে আনৰ অনুভূতিক আমি বহু সময়ত আঘাটো কৰিছোঁ। ক্ৰিয়াৰ প্ৰতিক্ৰিয়া আছে। আমাৰ এই অদূৰদৰ্শী ক্ৰিয়াবো প্ৰতিক্ৰিয়া অচিৰেই আমি দেখিবলৈ পাম। সময় থাকোঁতেই আমাৰ ভুল শুধৰাই উচিত ব্যৱস্থা নল'লে, অদূৰ ভবিষ্যতে অসমীয়া জাতিক তথা অসমৰ জনগোষ্ঠী সমূহক এক কৰি ৰান্ধি ৰখা এনাজৰীডাল চিঙি টুকুৰা টুকুৰ হ'ব। অসমীয়াৰ জাতীয় সাৰ ভেটি উৰ্ৱলি যাব আৰু শেষত অসমৰ সমূহ জন গোষ্ঠীয়েই দুৰ্ব্বল হৈ পৰিব, আনৰ পুতৌৰ পাত্ৰ হ'ব। আমি কৰ্ম্মহীন, ত্যাগ হীন, সেৱাহীন হৈ ইমানেই দুৰ্ব্বল হোৱা বুলি অনুভৱ কৰিছোঁ যে, ভয় হৈছে, কি জানিবা অসমীয়া জাতি কেতিয়াবা বুৰঞ্জীৰ অতীতৰ উপাখ্যান হৈ পৰে? ভয় হৈছে, কিজানিবা আমাৰ অকৰ্ম্মণ্যতাৰ, অদূৰদৰ্শিতাৰ, দুৰ্ব্বলতাৰ সুযোগ গ্ৰহণ কৰি, কোনোৱাই নিজৰ ঠাচত আমাৰ আঁচনি ৰূপায়ণ কৰি, নিজৰ স্বাৰ্থ পূৰণ কৰে। সেয়ে গাওঁ উন্নয়নৰ কথা কৈ, প্ৰথম পদক্ষেপ হিচাপে তৃণ মূলৰপৰা শিক্ষাদান কাৰ্য্যকেই অগ্ৰাধিকাৰ দিয়া হৈছে। আনৰ বদনাম গাই,

নিজৰ অকৰ্ম্মণ্যতাক ঢাকিবলৈ, অসমীয়া অসমীয়া কৰি, কৰা ফোঁপোলা ৰাগ্মাৰাম্বৰত মই বিশ্বাসী নহয়। মানুহে দুৰ্ব্বল, অযোগ্যৰ দম্ভালিক সম্মান নকৰে, কৰ্ম্ম পটুটা আৰু দক্ষতাকহে সম্মান কৰে—মৰম কৰে। ঠেক চিগা আস্ফালনত কোনোৱে সেও নামানে ৰৰং এনে আস্ফালনক দুৰ্ব্বলৰ ধাৰ নোহোৱা অস্ত্ৰ বুলি, মানুহে নিৰলে হাঁহে— হিতিকিং কৰে। আমাৰ অকণমান চিন্তা কৰাৰো অৱসৰ নাই যে, দমন আৰু একপক্ষীয় আধিপত্য বিস্তাৰৰ প্ৰয়াসে বিচ্ছিন্নতাবাদক আদৰি আনে, সমভাব সমদৰ্শন আৰু নিস্বাৰ্থ সেৱাইহে আনক বুকুৰ মাজলৈ টানি আনে। আৰু চাৰ, অইনে সাজু হয়, কাম কৰে, আমাৰ কথা কওঁতেই যায়।" তেখেতে তেতিয়া আমাৰ স্কুল এখন আৰু স্কুলৰ ওচৰতে থকা সূতা কটা কেন্দ্ৰ এটা চাবলৈ ইচ্ছা কৰাত মই বৰবিললৈ লৈ গৈ স্কুলখন দেখুৱাৰ পাচতে গণেশ ডেকাৰ ঘৰলৈ আমাৰ প্ৰশিক্ষাৰ্থী ছোৱালী কেইজনীক মতাই আনি এৰী আৰু মুগা সূতা কটাই দেখুৱালোঁ। ঘূৰি আহোঁতে বাটত তেখেতে দুটামান বৰ সাৰুৱা কথা কৈছিল।

(১) "শৰ্ম্মা দেউ! আপুনি এই কামটো সৰু বুলি নাভাবিব। অসমত এতিয়ালৈকে এনে চিন্তাৰে এনে ধৰণৰ আঁচনি লৈ, তৃণমূলৰপৰা কোনোৱে কাম কৰা নাই— চিন্তাও কৰা নাই। আপুনি কৰি যাওক। চৰকাৰৰ সীমাবদ্ধতাৰ মাজত থাকি, মই আপোনাক কিবা সহায় কৰিব পাৰোঁ নে নোৱাৰোঁ ক'ব নোৱাৰোঁ, কিন্তু মোৰ মনটো আপোনাৰ লগত থাকিল।"

(২) "মই ভাবোঁ, এতিয়ালৈকে নিশ্চয় বহুত বাধা পাইছে আৰু পাব। এইবোৰ আঁচনিৰ ৰূপায়ণৰ ফলাফল সময় সাপেক্ষ। হয়তো নানা অসুবিধাৰ কাৰণতে শেষত গৈ আপুনি কৃতকাৰ্য্য নহ'বও পাৰে। যদি কৃতকাৰ্য্য নহয়, তেনেহ'লে সমাজৰ কোনো দিনে কাম নকৰা, মুখেৰে নেতাগিৰি কৰা সকলে আপোনাৰ নানা ধৰণৰ কুৎসা ৰতনাত পঞ্চমুখ হৈ পৰিব আৰু যদি কৃতকাৰ্য্য হয় তেতিয়া সমাজত আপোনাৰ অলপ নাম হ'ব। এই নাম বা প্ৰশংসাবাদ আপোনাৰ কিছুমান সঙ্গীৰেই অসহ্য হ'ব আৰু তেতিয়া তেওঁলোকে আপোনাৰ চৰিত্ৰ হননৰ কাৰণে চেষ্টা কৰি, অপপ্ৰচাৰ চলাব। আপুনি সেইবোৰৰ প্ৰতি কাণসাৰ নকৰিব।"

(৩) "এনে ধৰণৰ মিচনাৰী কাম এনেয়ে বৰ টান। তাতে আপোনাৰ নিচিনা চাহাব কোম্পানীৰ তলত প্ৰাইমাৰী স্কুলৰ পণ্ডিতৰ চাকৰি কৰা মানুহ এজনৰ কাৰণে, এনেবোৰ মিচনাৰী কাম কৰা কিমান জটিল মই জানোঁ। এনে ধৰণৰ কামত কৃতকাৰ্য্য হ'বলৈ হ'লে শকত পুঁজি বা মনে প্ৰাণে গুৰি ধৰা ধনবান ব্যক্তি আৰু নিস্বাৰ্থভাৱে, লেকেটো লাগি থাকিব পৰা অক্লান্ত কৰ্ম্মীৰ দল এটাৰ আৱশ্যক। আপোনাৰ পুঁজি নাই, আশাগুধীয়া কৰ্ম্মী কিমান আছে মই নাজানোঁ। এটা কথা মনত ৰাখিব, মিচনাৰী কাম কৰাৰ আমাৰ অৰ্থাৎ অসমীয়া মানুহৰ আগ্ৰহ নাই, ধৈৰ্য্যও নাই। আমি প্ৰায়েই ক্ষণিক ভাবাবেগত কাম কৰোঁ। দিন যোৱাৰ লগে লগে যেই ভাবাবেগ নোহোৱা হয় আৰু আমাৰ কামবো তাতে ইতি পৰে। আৰু এটা কথা। কোনো এটা কাম আৰম্ভ কৰিয়েই তৎকালিকভাৱে ফল পাবলৈ আমি আশা কৰোঁ। ফলৰ কাৰণে দীৰ্ঘ দিন অপেক্ষা কৰাৰ ধৈৰ্য্য, ত্যাগ, কষ্ট সহিষ্ণুতা আদি গুণবোৰ আমাৰ কম। আমাৰ সকলো কাম প্ৰচাৰ ধৰ্ম্মী। কামেৰে নহয়, প্ৰচাৰেৰে কাম কৰি, নেতাগিৰি বোলাই, দপদপাই থাকোঁ। সেয়ে আজিলৈকে প্ৰকৃত পক্ষত জাতিটোৰ কাৰণে আমি আৱশ্যকীয় কোনো মিচনাৰী কাম কৰিবপৰা নাই। আপোনাৰ সমিতিৰ এই এখন উদ্দেশ্য ভিত্তিক নতুন আঁচনি দেখি আৰু চুচুৰীয়াকে হ'লেও আঁচনিখন কাৰ্য্যকৰী কৰিবলৈ আৰম্ভ কৰাত মই অভিভূত হৈছোঁ। ভগবানে আপোনাক শক্তি দিয়ক"।

মোৰ দৰে এজন তেনেই অখ্যাত নামা সাধাৰণ মানুহৰ দৰ্খাস্ত এখনত গুৰুত্ব দি, প্ৰধান

মন্ত্রী ৰৰদলৈ দেৱে চলিহাক কাৰ্য্য ব্যৱস্থা ল'বলৈ কোৱাত মই ৰৰদলৈৰ মহানুভৱতাত মুগ্ধ হৈছিলোঁ। আৰু চলিহা দেৱেও গতানুগতিক গতেৰে কাম নকৰি, বা কোনো অফিচাৰৰ ওপৰত নিৰ্ভৰ নকৰি, নিজে ডিগবৈ লৈ আহি সমিতিৰ কাম সৰজমিন তদন্ত কৰি, চাই যোৱা কথাটো আজি কালি ভাবিব নোৱাৰি। মোৰ বিশ্বাস, সিদ্ধিনাথ শৰ্ম্মাৰ অৱদানো ইয়াত আছিল। এখেত সকলৰ তৎপৰতা আৰু এবাৰ সহানুভূতিসূচক কথাই মোক কিমান পৰিমাণৰ উদগনি দিছিল আজি তাক প্ৰকাশ কৰাৰ ভাষা মোৰ নাই।

## শিক্ষা প্ৰচাৰ সমিতিৰ বেঙ্ক একাউণ্ট

তেতিয়া ডিগবৈত থকা একমাত্ৰ কুমিল্লা বেঙ্কিং কৰপোৰেচন লিমিটেডৰ (Comilla Banking Corporation Ltd.) ডিগবৈ শাখাত ১-৩-৪৮ তাৰিখে শিক্ষা প্ৰচাৰ সমিতিৰ নামত 'Account' খোলা হৈছিল। বেঙ্কলৈ লিখা চিঠিখনৰ উদ্ধৃতি তলত দিয়া হ'ল।

To

The Agent,
Comilla Banking Corporation Ltd.
Digboi

Dated Digboi the 1st March 1948

Dear Sir,

The Annual general Meeting of the Siksha Prachar Samiti, Digboi held on 29th February 1948 under the presidentships of sjt. L. P. Changkakaty of shillong has unanimously passed the following resolution.

"Resolved that the Comilla Banking Corporation Limited be selected as a Banker of the Siksha Prachar Samiti, Digboi."

According to the Resolution I request you to make necessary arrangements to open a saving Bank Account in your Bank against the name of the Siksha Pracher Samiti, Digboi.

I like to inform you also that according to the rules No. 7(VII) of the Samittee no amount can be withdrawn from the Bank without signature of both the President and the Secretary of the said samitee.

This Year President : Sjt. D.C. Deb Sarmah
This Year Secretary : Sjt. A. P. Bhattacharjee.

Thanking You,

Yours faithfully
Sd/
President
Siksha Prachar samiti

## চৰকাৰৰ দুহাজাৰ টকীয়া মনিঅৰ্ডাৰ আৰু নতুন প্ৰাণৰ সঞ্চাৰ

১৯৪৮ চনৰ এপ্ৰিল মাহৰ প্ৰথম সপ্তাহতে তলত দিয়া চিঠিখনেৰে সৈতে অসম

চৰকাৰৰ পৰা দুই হাজাৰ টকাৰ মণিঅৰ্ডাৰ এখন পাইছিলোঁ।

**"GOVERNMENT OF ASSAM**
**OFFICER OF THE DIRECTOR OF RURAL DEVELOPMENT DEPT.**
**ASSAM**

Dated Shillong the 31st March '48

No. DI. 23/48/14
From :— T.T.S. Hayley Esqur, I.C.S.
Director of Rural Development Dept, Assam
Shillong

To
The Secretary, Digboi Siksha Prachar Samiti
P.O. Digboi, Assam
Subject :— Grant to Village self help Enterprises.

Sir/Madam,

I have the honour to say that the govt. of Assam decided to make a grant of Rs. 2000/- (Rupees two thousand) only for your concern.

2. The money has been sent to you by Money order and you are requested to send a stamped receipt for the amount with a statement of the way in which you propore to utilise it.

3. After the money has been utilised, you are requested to send me a short report of the use that has been made, the grant signed by the members of the Committee or other form of Governing Body of there on.

Yours obedient Servant

***Sd/- T.T.S. Hayley***
Director of Reural Development, Assam

এই মণি অৰ্ডাৰে শিক্ষা প্ৰচাৰ সমিতিৰ নতুন প্ৰাণৰ সঞ্চাৰ কৰিছিল। আনন্দৰ কথা যে, বহু চেষ্টাৰ মূৰত ১৯৪৭ চনৰ জানুৱাৰী মাহত ১নং বৰবিল আৰু ১নং গোলাই স্কুল দুখন ডিব্ৰুগড় স্কুল বোৰ্ডে লৈছিল। মনত আছে যে, ডেপুটী ইন্‌স্পেক্টৰে দিয়া ৰিপোৰ্টক বিশ্বাস নকৰি স্কুল বোৰ্ডৰ তথা লোকেল বোৰ্ডৰ চেয়াৰমেন ঘণকান্ত মৰাণে নিজে আহি চাইহে স্কুলৰ এই মঞ্জুৰীৰ কাৰণে অনুমোদন জনাইছিল। তেখেতৰ এই পৰিদৰ্শন কাৰ্য্যত বেয়া পাবলগীয়া একো নাছিল যদিহে বিভাগীয় নীতিৰ কাৰণে পৰিদৰ্শন কৰিলেহেতেন। কিন্তু আমাৰ স্কুলবোৰতকৈ বহুত পাচত হোৱা স্কুল, কোনো কোনো লোকৰ ইঙ্গিততেই চেয়াৰমেন ডাওৰীয়াই লৈ লৈছিল। শেষত মই প্ৰায় অতিষ্ঠ হৈ, অফিচলৈ গৈ, এদিন বহুত তৰ্কাতৰ্কি কৰাৰ মূৰতহে চেয়াৰমেন ডাওৰীয়াই স্কুল চাবলৈ আহিছিল। তথাপি আৰু টকা নাই বুলি বাপাপুং স্কুলখন নল'লে।

এতিয়া আমাৰ হাতত থাকিল বাপাপুং প্ৰাইমাৰী স্কুলখন। আমি লগে লগে পাৱৈ (৩নং গোলাই) আৰু মাৰ্ঘেৰিটাৰ ২নং আলুবাৰীত আন দুখন স্কুল আৰম্ভ কৰিলোঁ।

মাৰ্ঘেৰিটাৰ ২নং আলুবাৰী স্কুলখন কৰোঁতে মই প্ৰতি শনিবাৰে আবেলি মাৰ্ঘেৰিটালৈ ৯ মাইল বাট চাইকেলেৰে গৈ, মৌজাদাৰ চৌকেন গোহাঁইৰ ঘৰতে জা-জলপান খাই,

চাইকেলখন তাতে থৈ, ২নং আলুবাৰীলৈ খোজ কাঢ়িছিলোঁ। তেতিয়া মাৰ্ঘেৰিটাৰপৰা ২নং আলুবাৰী হৈ ভিতৰৰ গাওঁবোৰলৈ যাবলৈ কোনো বাট পথ নাছিল। পথাৰৰ ভুঁই আলিয়েই বাট আছিল। এই স্কুলখনৰ শিক্ষকক আমাৰ পৰা মাহে মাহে ১২ টকা দিছিলোঁ। বাকী ৮ টকা গাৱঁৰ মুখিয়াল আৰু স্কুলখনৰ প্ৰধান পৃষ্ঠপোষক আব্দুল মুনাফে সংগ্ৰহ কৰি দিছিল। স্কুললৈ ল'ৰা-ছোৱালীবোৰক পঠাবৰ কাৰণে অভিভাৱক সকলক সন্মত কৰাবলৈকে মই আৰু মুনাফ লগত খুৰচেদ আলি বহুদিন গাৱঁৰ ঘৰে ঘৰে ঘুৰিবলগীয়া হৈছিল। মই শনিবাৰে আবেলি গৈ ৰাতি ৮/৯ বজালৈকে গাৱঁত ঘুৰি, ৰাতিটো মুনাফৰ ঘৰতে আলহী হৈছিলোঁ। স্কুল হোৱাৰ পাচতো মাজে মাজে স্কুল চাবলৈ আৰু ৰাইজক লগ ধৰিবলৈ গৈ মুনাফৰ ঘৰত আছিলোঁ। এতিয়া আছে নে নাই ক'ব নোৱাৰোঁ, মুনাফে তেওঁ নমৰালৈকে মই শোৱা খাটিয়াখন বৰ যতনেৰে সংৰক্ষণ কৰিছিল আৰু বাহিৰৰপৰা কোনো মানুহ গ'লেই মোৰ নাম লৈ, মই থকা খাটিয়াখন দেখুৱাই, বৰ গৌৰৱ অনুভৱ কৰিছিল।

স্কুলঘৰটো গাৱঁৰ মানুহক লগত লৈ মুনাফ আৰু তেওঁৰ সহযোগী খুৰচেদ আলিয়ে সাজি দিছিল। শিক্ষা প্ৰচাৰ সমিতিৰপৰা ওপৰত উল্লেখ কৰা মাহে ১২ টকা আৰু বিনামূলীয়াকৈ কিতাপ-ফলিৰ যোগান ধৰা হৈছিল। আজিও মুনাফৰ পুতেকহঁতক পালে অপ্ৰকাশিত আনন্দত মোৰ অন্তৰ ভৰি পৰে। লগতে কৃতকাৰ্য্যতাৰ ৰেঙণিকণ সুৱঁৰি কিবা এটা স্বৰ্গীয় আনন্দ অনুভৱ কৰোঁ। কিয়নো মুনাফৰ পুতেক তিনিজনৰ এজনে বি.এ. পাচ কৰি কেটেটং হাইস্কুলৰ শিক্ষক, এজন ডাক্তৰ আনজন ইঞ্জিনিয়াৰ এই ২নং আলুবাৰী প্ৰাইমাৰী স্কুলৰেই প্ৰথম ছাত্ৰ আছিল।

৩নং গোলাই তথা পাৱৈ স্কুলখন পাতোতে ৩নং গোলাই নিবাসী এ. আৰ. টি. এণ্ড কোম্পানীৰ কাঠৰ মিলত চাকৰি কৰা সুৰেশ চৰকাৰ মোৰ প্ৰধান সঙ্গী আছিল। নিজৰ চাকৰি কৰি নিতৌ গধূলি চাইকেলেৰে গৈ, ৰাতি চৰকাৰৰ ঘৰত আলহী হৈছিলোঁ। গধূলি গধূলি দুয়ো গাৱঁৰ ইমূৰৰপৰা সিমূৰলৈ ঘৰে ঘৰে ঘুৰি, সংগঠনৰ কাম কৰিছিলোঁ। এই ঘূৰাৰ একমাত্ৰ উদ্দেশ্য আছিল একমাত্ৰ ল'ৰা-ছোৱালীবোৰক স্কুললৈ পঠাবৰ কাৰণে মাক বাপেকক সন্মত কৰোৱা আৰু লিখা-পঢ়া আৰু স্কুলৰ আৱশ্যকতা বুজোৱা। তাত সুৰেশ চৰকাৰেই মোৰ পথ প্ৰদৰ্শক, অতি বিশ্বাসী গাইড আছিল। ৰাতি এন্ধাৰত কেইবাটাও নলা-নৰ্দ্দমাত বাগৰি পৰাৰ পৰা সুৰেশ চৰকাৰেই মোক ৰক্ষা কৰিছিল। এমাহৰো বেছি কাল চৰকাৰে ৰাতি ৰাতি মোক খুৱাই বুৱাই আলহী সুধিছিল। মোৰ প্ৰতি তেখেতৰ পৰিবাৰে লোৱা যত্ন মই নাপাহৰোঁ। এতিয়া তেওঁলোক তাত নাই। চৰকাৰ দম্পতী ঢুকাল। ছোৱালীজনীৰ বিয়া হৈ গ'ল। পুতেকটোৱে ক'ৰবাত আঁতৰত চাকৰি কৰে। কৃষ্ট মহাতো, নিতাই মহাতো, সুখৰাম মূড়া, বুদৰাম ঘাটোৱাৰ, বুধু কুৰ্ম্মী, হীৰালাল ঘাটোৱাৰ আদিয়েও সহযোগ কৰিছিল। তেওঁলোকো গ'ল।

১৯৪৮ চনৰ এপ্ৰিল মাহত বুঢ়ীদিহিং মৌজাৰ কঠালগুৰি আৰু তৰাণি স্কুল খোলা হৈছিল। তাৰ পাচত লাহে লাহে দুৱাৰমাৰা, দুৱাৰামাৰা দুৱনীয়া গাওঁ, নলনী গাওঁ আদিলৈ সম্প্ৰসাৰিত কৰা হৈছিল। ইপিনে লিডুৰ চিপে গাৱঁলৈ আৰু টিংৰাইৰ চাহাব পথাৰলৈকে স্কুল খোলা হৈছিল। চাহাব পথাৰ স্কুলখন বোৰ্ডে লোৱাৰ পাচত আমাৰ সম্বন্ধ নোহোৱা হৈছিল। টিংৰাই বজাৰত স্কুল এখন আৱশ্যক হোৱাত আৰু চাহাব পথাৰৰ শিক্ষক হেম গগৈয়ে এ.ও.টি.ত চাকৰি পাই শিক্ষক পদ ইস্তফা দিয়াত, চাহাব পথাৰৰ মানুহৰ অজ্ঞতাৰ সুযোগ লৈ, সেইখন স্কুলকেই কিছুমান স্বাৰ্থপৰ মানুহে টিংৰাই বজাৰলৈ উঠাই আনিছিল আৰু বিভাগীয় বিষয়াৰ লগত মিলি, চাহাব পথাৰ নামটো কাটি, টিংৰাই বজাৰ প্ৰাইমাৰী স্কুল কৰি লৈছিল।

মুঠতে ১৯৫১ চনলৈ গাৱঁৰ ৰাইজৰ সহায়ত, শিক্ষা প্ৰচাৰ সমিতিৰ শিক্ষকৰ দৰমহা আৰু বিনামূলীয়াকৈ কিতাপ ফলিৰ যোগান ধৰি, ১৫খন প্ৰাইমাৰী স্কুল পতা হৈছিল। লগতে ভিতৰ পাৰে আৰু মিহলি ৰিতুত দুখন ছাত্ৰবৃত্তি স্কুল স্থাপন কৰা হৈছিল। ভিতৰ পাৰৈত আংশিক সহায় দিয়া হৈছিল .আৰু মিহলি ৰিতুত সম্পূৰ্ণ সহায় দিয়া হৈছিল। পাৰৈ ছাত্ৰবৃত্তি কৰাত আমি প্ৰাথমিক দিহা পৰামৰ্শ দিছিলোঁ, কিন্তু অৰ্থ সহায় দিয়া নাছিলোঁ। পাৰৈ চাহ বাগিচাৰ কৰ্ম্মচাৰীসকলেই নিজৰ চেষ্টাত, এই স্কুলখন স্থাপন কৰি চলাইছিল। ১৯৫৪ চনলৈ শিক্ষা প্ৰচাৰ সমিতিৰ স্কুলৰ সংখ্যা ২০ খন হৈছিল। তাৰে ১৯ খন জীয়াই আছে। চিপে গাৱঁৰ স্কুলখন বহু চেষ্টা কৰিও গাৱঁৰ নেতৃত্বৰ অনিহা আৰু শিক্ষয়িত্ৰী গৰাকীৰ গঠন মূলক কাম কৰাৰ প্ৰৱণতাৰ অভাৱত ৰাখিব পৰা নহ'ল। স্কুল চৰকাৰী হোৱাৰ পাচত, ছাত্ৰৰ অভাৱত অৰ্থাৎ গাৱঁৰ ল'ৰা-ছোৱালীবোৰ স্কুললৈ নহাৰ কাৰণে, বা তেওঁলোকক অনিবলৈ শিক্ষয়িত্ৰী আৰু গাৱঁৰ মুখিয়ালসকলে কোনো যত্ন নকৰাৰ কাৰণে, স্কুল বন্ধ হৈছিল। স্কুল চৰকাৰে লোৱাৰ পাচত মোৰো অহাযোৱা নোহোৱা হৈছিল। মই কথাটো গম পাই নিজে আকৌ চিপে গাৱঁলৈ গৈ, গাৱঁত থাকি, শিক্ষয়িত্ৰী, ল'ৰা-ছোৱালীবোৰৰ মাক-বাপেক আৰু গাৱঁৰ মুখিয়ালসকলক বুজাই-বঢ়াই ল'ৰা-ছোৱালীবোৰক আকৌ স্কুললৈ অহাটো কৰিছিলোঁ। তেতিয়াৰ ডেপুটী ইন্‌স্পেক্টৰ ব্ৰহ্মানন্দ পাঠকক অনুৰোধ কৰি স্কুলখন আকৌ পৰিদৰ্শন কৰাই, পুনৰ চৰকাৰী কৰা হৈছিল। কিছুদিনৰ পাচত আকৌ ল'ৰা-ছোৱালীবোৰ নহা হ'ল। শিক্ষয়িত্ৰী গৰাকী গাৱঁৰে 'অসমীয়া' আছিল। তেখেতৰ পুৰুষ গৰাকীও এজন সমাজ কৰ্ম্মীৰূপেই পৰিচিত আৰু বৃত্তিত শিক্ষক। মই গৈ তেখেতসকলক লগ কৰাত তেখেতসকলে পুনৰ সংগঠন কৰিব নোৱাৰে বুলি ক'লে। মই আচৰিত হৈছিলোঁ। কাৰণ নিজ গাৱঁৰ মানুহখিনিৰ লগত মিল হৈ, আহ-যাহ কৰি স্কুলখন বৰ্ত্তাই ৰখাতকৈ তেখেতসকলে ঘৰৰ পিৰালিতে হোৱা স্কুলৰ চাকৰি এৰি দিয়াটোকেই উচিত বুলি বিবেচনা কৰিছিল। তেখেতসকলৰ এই মনোভাৱত মোৰো মনটো এঙাইছিল। তদুপৰি নিজে চাকৰি কৰা মানুহ এজনে ডিগবৈৰপৰা গৈ চিপে গাৱঁত সংগঠনৰ কাম কৰা মোৰ কাৰণে সম্ভৱ নাছিল। চৰকাৰী মঞ্জুৰী আকৌ বন্ধ হ'ল। স্কুল উঠি গ'ল।

ডিগবৈৰ কাষৰ গাওঁ কেইখনত স্কুল পাতোতে বৰ টান পোৱা নাছিলোঁ। কাৰণ আবেলি চাইকেলেৰে গৈ ৰাতিলৈকে সংগঠনৰ কাম কৰি ঘূৰি আহিব পাৰিছিলোঁ। কিন্তু পিচত যেতিয়া আমাৰ কাম বুঢ়ীদিহিং মৌজাৰ গাওঁবোৰলৈ, আনফালে লিডু-মাৰ্ঘেৰিটাৰ ভিতৰ অঞ্চললৈ, সম্প্ৰসাৰিত হৈছিল তেতিয়া কিন্তু অসুবিধাৰ সম্মুখীন হৈছিলোঁ। সেই সময়ত আজি কালিৰ দৰে বুঢ়ীদিহিং মৌজাকে ধৰি কোনো অঞ্চলৰ গাওঁবোৰলৈ যাবলৈ কোনো আলিবাট বা যান-বাহন নাছিল। বুঢ়ীদিহিং মৌজাত আমাৰ স্কুলবোৰলৈ যাবলৈ একমাত্ৰ উপায় আছিল পেঙেৰী চাহবাগিচালৈ চাইকেলেৰে গৈ, হাবিৰ মাজে মাজে খোজ কাঢ়ি গাওঁবোৰলৈ যোৱা। শনিবাৰে নিজৰ চাকৰি কৰি উঠি, আবেলি ৯ মাইল হাবিতলীয়া ওখোৰা-মোখোৰা বাট চাইকেলেৰে গৈ, পেঙেৰী বাগিচাত যজ্ঞেশ্বৰ চেতিয়াৰ বাগানৰ ঘৰতে চাইকেল থৈ, গাৱঁলৈ খোজ লৈছিলোঁ।

পেঙেৰী বাগিচাৰ কৰ্ম্মচাৰী যজ্ঞেশ্বৰ চেতিয়াৰ মাধ্যমত কঠালগুৰি আৰু ভৰালি গাৱঁৰ মুখিয়ালসকলক লগ পাই, ৰাইজে মাটি আৰু ঘৰ সাজি দিলে, শিক্ষকৰ দৰমহা আৰু কিতাপ ফলি পেন্সিলৰ পইচা দিম বুলি কথা দিছিলোঁ। ৰাইজে ঘৰ সাজি খবৰ দিয়াত শিৱসাগৰ জিলাৰ দুজন শৈক্ষিক অৰ্হতা সম্পন্ন শিক্ষক মকৰল কৰি পঠাই দিছিলোঁ। পেঙেৰীলৈ গাৱঁৰ মানুহ আহি তেওঁলোকক লৈ গৈছিল।

এমাহৰ পাচত কঠালগুৰিৰ শিক্ষক মেঘ ৰাম গগৈ দৰমহা ল'বলৈ আহিল। মই কিন্তু স্কুল দুখন তেতিয়ালৈকে দেখা নাছিলোঁ। স্কুল নোচোৱাকৈ দৰমহা দিবলৈ সঙ্কোচ বোধ কৰিছিলোঁ। সেয়ে দৰমহা নিদি, পিচৰ শনিবাৰে গাৱঁলৈ গৈ, ৰবিবাৰে দৰমহা দিম বুলি কলোঁ। কথা অনুসৰি মই শনিবাৰে চাইকেলেৰে পেঙেৰীলৈ গৈ, চেতিয়াৰ ঘৰৰপৰা মই, শিক্ষক মেঘ গগৈ আৰু যজ্ঞেশ্বৰ চেতিয়া লগ লাগি, গধূলি ছয় মান বজাত কঠালগুৰিলৈ যাত্ৰা কৰিলোঁ। পেঙেৰী বাগিচাৰ মাজেদি কিছুদূৰ গৈ, হাবিতলীয়া লুংলুঙীয়া বাটেৰে আগবাঢ়িলোঁ। লাহে লাহে ঘোৰ অন্ধকাৰ নামি আহিল। ডাঠ অৰণ্যৰ মাজ, ওপৰত বৰষুণ, তলত বোকা। কোনো পোহৰৰ ব্যৱস্থা নাছিল। এনেতে এঠাইত বোকাত ভৰি সোমাই যোৱাত মোৰ এপাট চেণ্ডেল, বোকাৰ তলত থাকি গ'ল। বিচাৰি নাপাই আন পাতো তাতে এৰি, খালী ভৰিৰেই খোজ ললোঁ। কিছু সময়ৰ পাচত বাট হেৰুৱাই এনে এডোখৰ ঠাইত সোমাই পৰিছিলোঁ যে, তাৰপৰা ওলাই আহিবলৈ উৱাদিহ নোপোৱা হলোঁ। পোহৰৰ কোনো ব্যৱস্থা আমাৰ নাছিল। বনৰীয়া হাতীয়ে পায় বুলি সন্দেহ হৈছিল। যি কি নহওক, চেতিয়াই একেলগে দুটা চিগাৰেট আৰু পণ্ডিতে মোৰ অনুমতি পাই একেলগে চাৰিটা বিৰি হুপি, চেতিয়াৰ নোট বুক আৰু ৰুমাল ফালি জুই জ্বলোৱা হ'ল। পোহৰত ভাঙি পৰা হোলোঙৰ শুকান ডাল আৰু শুকান বজাল বাঁহৰ জোপ চকুত পৰিল। তাৰেই ডাঙৰকৈ জুই একুৰা জ্বলাই, গুণা গঠা কৰাৰ পাচত শুকান বজাল বাঁহৰ ৬টা জোৰ কৰি লৈ প্ৰত্যেকেই এটাকৈ জোৰ জ্বলাই লৈ আৰু এটা আনখন হাতত লৈ, পণ্ডিতৰ মতে গাৱঁলৈ বুলি দিশ এটা ঠিক কৰি, লৈ হাবি ভাঙি, পোনে পোনে কিছুদূৰ যোৱাৰ পাচত গাৱঁলৈ যোৱা পটিটো পালোঁ। ৰাতি প্ৰায় ১২ বজাত কঠালগুৰি পাইছিলোঁ। বিনা দোষত পণ্ডিতে গাৱঁৰ ৰাইজৰ বকনি খাইছিল। তেওঁৰ দোষ আছিল আগধৰি ৰাইজক খবৰ নিদিয়াটো। খবৰ থকা হ'লে তেওঁলোক আগবাঢ়ি পেঙেৰীলৈ আহিলহেতেন। হাবিত কিবা এটা অঘটন হোৱা হ'লে গোটেই ৰাইজ পাপত মজিলহেতেন, ইত্যাদি।

মোৰ ধূতিখন তেজেৰে ৰাঙলী হৈ পৰিছিল। জোকে খাইছিল। চেতিয়াৰ মোজাৰ ভিতৰত জোক সোমাই, তেজ খাই, একোটা আঙুলীৰ নিচিনা হৈ পৰিছিল। পণ্ডিতৰ চাবোন এটুকুৰা লৈ নাদৰ পাৰলৈ গৈ, এফাল ধুই মেলি পিন্ধি, আন ফালটো ধুইছিলোঁ। ৰাতি গাৰ কাপোৰ গাতেই শুকাইছিল। চেতিয়াই জোক পেলাই মোজাজোৰ ধুই লৈছিল।

গাৱঁৰ মুখিয়াল মানুহ প্ৰায়বোৰেই আহিছিল। সেই দুপৰ নিশা গোহালিৰপৰা গাখীৰ খীৰাই আনিছিল। বাৰীৰ বন্ধা কবি আনিছিল। পণ্ডিতৰ হতুৱাই ভাত ৰন্ধাই আমাক খুৱাইহে ৰাইজ ঘৰলৈ গৈছিল। কঠালগুৰি আৰু তৰাণিৰ মানুহ সৰহ সংখ্যক মৰাণ সম্প্ৰদায়ৰ আছিল। প্ৰাক্তণ চাহ মজদুৰো আছিল। গাৱঁৰ ৰাইজৰ আলহী সুশ্ৰূষাত সকলো কষ্ট পাহৰি গৈছিলোঁ। চেতিয়া আৰু মই পিচদিনাখন কঠালগুৰি স্কুল চাই, শিক্ষকক দৰমহা দি, তৰাণিলৈ আহি স্কুল চাই শিক্ষকক দৰমহা দি, পেঙেৰীলৈ আহিছিলোঁ। পেঙেৰীৰপৰা চাইকেলেৰে আহি গধূলি ডিগবৈ পাইছিলোঁ।

এবাৰ আকৌ দুৱাৰমাৰা দুবনীয়া গাওঁ হৈ নলনিলৈ যাওঁতে, এটা জুৰিৰ ওপৰত থকা বাঁহৰ সাঁকোডালেৰে পাৰ হওঁতে গাৰ ভাৰসাম্য ৰাখিব নোৱাৰি তলত পৰি গৈছিলোঁ। ওচৰতে হাবিত কাম কৰি থকা মানুহে মোক উঠাই দিছিল। হাতত সামান্য আঁচোৰ এটা লগাৰ বাহিৰে আন ক'তো দুখ পোৱা নাছিলোঁ। খৰালি হোৱাৰ কাৰণে তলত বোকা পানী একো নাছিল।

## শিক্ষকৰ সমস্যা

আমাৰ কাৰণে সকলোতকৈ চিন্তাৰ কাৰণ আছিল নিম্নতম শৈক্ষিক অৰ্হতা সম্পন্ন শিক্ষক পোৱাটো। স্থানীয় ভাবে শিক্ষক পোৱা নগৈছিল। শিৱসাগৰ, নগাওঁ আৰু উত্তৰ লক্ষীমপুৰত খবৰ কৰি শিক্ষক আনিব লগীয়া হৈছিল। তাতে আকৌ কোনো কোনোৱে ২/৪ মাহ কাম কৰি, চাকৰি এৰি গুচি গৈছিল বা বন্ধ বা ছুটীত গৈ ঘূৰি নাহিছিল। কেতিয়াবা আকৌ খবৰ নিদিয়াকৈ শিক্ষক অন্তৰ্ধান হৈছিল। এনে ধৰণৰ পৰিস্থিতি বুজিবৰ কাৰণে মাথো এটা উদাহৰণ সম্পৰ্কত তলত দিয়া চিঠি তিনিখনৰ উদ্ধৃতি দিয়া হ'ল।

## ১নং চিঠি

ডিব্ৰুগড় জিলাৰ ডেপুটী ইন্‌স্পেক্টৰ মহোদয়ৰ সমীপেষু।

মহোদয়।

আজি প্ৰায় এমাহৰ আগতে বুঢ়ীদিহিং মৌজাৰ তৰাণি স্কুলৰ শিক্ষকৰ বিষয়ে আপোনালৈ লিখা হৈছিল। কিন্তু আজিলৈকে আপোনাৰপৰা কোনো নিৰ্দ্দেশ নাপালোঁ। সেই দেখি পুনৰ অনুৰোধ জনাওঁ যেন অতি সোনকালে এজন উপযুক্ত শিক্ষক মকৰল কৰি পঠিয়াই দিয়ে। যদি উপযুক্ত প্ৰাৰ্থী নাপায় তেনেহলে ফটিক চন্দ্ৰ বৰুৱাকেই সেই কামত ভৰ্ত্তি কৰি স্কুলখন চলি থকাৰ দিহা কৰিবলৈ অনুৰোধ জনালোঁ। ইতি

বিনীত

শ্ৰীদ্বিজেশ চন্দ্ৰদেৱ শৰ্ম্মা

১১।৩।৫০ সভাপতি, শিক্ষা প্ৰচাৰ সমিতি ডিগবৈ

## ২নং চিঠি

OFFICE OF THE DEPUTY INSPECTOR OF SCHOOLS

যিহেতু বুঢ়ীদিহিং মৌজাৰ তৰাণি প্ৰাইমাৰী স্কুলৰ শিক্ষক শ্ৰীযুত ব্ৰজনাথ সণোৱাল বিনা কাৰণত, বিনা অনুমতিত স্কুল বন্ধ ৰাখি, ছাত্ৰ-ছাত্ৰীৰ শিক্ষাত ব্যাঘাত কৰিছে। তেখেতক শিক্ষকতা পদৰপৰা অব্যাহতি দিয়া হ'ল। সেই ঠাইত শ্ৰীযুত ফটিক চন্দ্ৰ বৰুৱাক অস্থায়ী ভাবে কাম কৰা দিনৰপৰা নিযুক্তি দিয়া হ'ল।

কামত হাজিৰ হৈ এই অফিচলৈ ৰিপোৰ্ট কৰিব।

নং পি.ই. ১০৩৫৮০-৮৩ তাং ২৯-৩-৫০

Sd/- D. Ahmed
Deputy Inspector of Schools
Dibrugarh

Copy to—

1. S.I., E/Circle, Dibrugarh

2. Secretary, Tarani L.P. School
3. Sjt. Phatik Chandra Baruah
4. Sjt. Dwijesh Chandra Deb Sarmah
   President, Siksha Prachar Samiti, Digboi

Sd/-

Deputy Inspector of Schools
Dibrugarh

## ৩ নং চিঠি

OFFICE OF THE DEPUTY INSPECTOR OF SCHOOLS

From :— Mr. D. Ahmed B.Sc., B.T.
Deputy Inpector of Schools, Dibrugarh
Dated Dibrugarh the 15th April 1950

To

Sjt. Dwijiesh Chandra Deb Sarmah
President, Siksha Prachar Samiti, Digboi

The teacher of Tarani L.P. School of Burhidihing Mouja Sjt. Braja Nath Sanowal having left his post, one Sjt. Phatik Chandra Baruah was temporarily appointed on your request vide this office letter No. 103580 dated 29-3-50. But now it is reported that one Sjt. Sukheswar Moran read upto Class V only has been working there from 18-3-50, as he is under qualified and not appointed by me he cannot be paid from the School Board's fund.

Please suggest a qualified man for the post.

Sd/-

Deputy Inspector of Schools
Dibrugarh

এই বিষয়ে আগেয়ে মই একো জনা নাছিলোঁ। ৰাইজেও মোক একো খবৰ নিদিয়াকৈয়ে কামটো কৰিছিল। যি কি নহওক চিঠিখন পোৱাৰ ২/৩ দিন পাচৰ শনিবাৰে পেঙেৰী হৈ, তাৰ পৰা খোজ কাঢ়ি গৈ, ৰাতি তৰাণিত থাকি, ৰাইজৰ লগত আলোচনা কৰিছিলোঁ। ৰাইজে আপত্তি কৰিছিল যে, চৰকাৰে চৰকাৰী নিয়ম মানি শিক্ষক নিযুক্তি দিয়ে, কিন্তু শিক্ষক নাথাকে। আনকি ৰাইজক খবৰ এটাও দি নাযায়। এনে ধৰণে বিদ্বান শিক্ষক দিয়া আৰু স্কুল নথকা একে কথা। যি কি নহওক আলোচনাৰ অন্তত ৰাইজ মান্তি হ'ল। ফটিক বৰুৱাক পুনৰ কামত ভৰ্ত্তি কৰা হ'ল।

প্ৰথম অৱস্থাত প্ৰতিজন শিক্ষকক নিযুক্তি দি ২/৩ দিন মোৰ ঘৰত ৰাখি স্কুললৈ গৈ কৰিবলগীয়া ব্যৱহাৰ আৰু ছাত্ৰক দিবলগীয়া প্ৰাথমিক জ্ঞানৰ বিষয়ে ট্ৰেইনিং দিছিলোঁ। ছাত্ৰ আৰু অভিভাৱকৰ লগত মধুৰ সম্পৰ্ক গঢ়ি তুলিবলৈ শিক্ষকক কোৱা হৈছিল আৰু তাৰ দিহাও

দিয়া হৈছিল।

## নৈশ স্কুল

প্ৰাইমাৰী স্কুলৰ বাহিৰেও বয়সস্থ সকলক অক্ষৰ জ্ঞান দিবৰ কাৰণে ইতিমধ্যে নৈশ স্কুল খোলা হৈছিল। অৱশ্যে এই স্কুলবোৰৰ শিক্ষকৰ মাননি জন শিক্ষা বিভাগে দিছিল। দৰমহা বুলি নকৈ পুৰস্কাৰ বুলি কৈছিল। ডিব্ৰুগড় মহকুমাৰ স্কুলসমূহৰ ডেপুটী ইন্‌স্পেক্টৰৰ চিঠি এখন তলত দিয়া হ'ল।

"নং ৩৩৫৪" তাং ১০।১০।৪৭

শ্ৰীযুত দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা
সভাপতি, ডিগবৈ শিক্ষা প্ৰচাৰ সমিতি
প্ৰধান শিক্ষক, এ.ও.চি. মুলিয়াবাৰী প্ৰাইমাৰী স্কুল, ডিগবৈ

"তলত উল্লেখ কৰা ডিগবৈৰ পাঁচখন জন শিক্ষা স্কুলৰ ৫ জন শিক্ষকৰ নামে আজি এই অফিচৰপৰা ডিগবৈ ডাক ঘৰৰ ঠিকনাত প্ৰতি শিক্ষকক দিবলৈ বাকী থকা পুৰস্কাৰ ৩০ টকা আৰু তেল খৰচ ২ টকাৰপৰা কমিচন বাদ দি ৩১।। (একত্ৰিশ টকা আঠ অনা) মণিঅৰ্ডাৰ যোগে পঠোৱা হৈছে। এই খবৰ আপুনি পাঁচোজন শিক্ষকক দিব।

যোৱা টাৰ্মত এই ৫খন জন শিক্ষা স্কুল বিশেষ যত্নেৰে সৈতে চলোৱা বাবে ডিগবৈ শিক্ষা প্ৰচাৰ সমিতি উল্লেখযোগ্য।

| | | |
|---|---|---|
| ১। গোলাই | — | শ্ৰীযুত সৰু ৰাম ভূএগ ৩১।। ০ |
| ২। বাপাপুং | — | শ্ৰীযুত ঋষি লাল পুৰী ৩১।। ০ |
| ৩। বৰবিল | — | শ্ৰীযুত অভয় চন্দ্ৰ ডেকা ৩১।। ০ |
| ৪। পাৰৈ | — | শ্ৰীযুত ভৰত চন্দ্ৰ গোহাঁই ৩১।। ০ |
| ৫। ৩ নং বৰবিল | — | শ্ৰীযুত যোগেন্দ্ৰ চন্দ্ৰ শীল ৩১।। ০ |

"আপোনালোকৰ জঞ্জাল কমাবৰ কাৰণে শিক্ষক সকললৈ টকাখিনি পঠোৱা হৈছে।"

স্বাঃ

D.I. of Schools
Dibrugarh

"এই স্কুলবোৰৰ পৰীক্ষক হিচাপে মই নিযুক্তি পাইছিলোঁ। তলত নিযুক্তি পত্ৰখন দিয়া হ'ল।

"জন শিক্ষা স্কুলৰ পৰীক্ষক"

Letter from D. I. of Schools, Dibrugarh

Date 12/8/47

শ্ৰীযুত দ্বিজেশ চন্দ্ৰ শৰ্ম্মা
সভাপতি, শিক্ষা প্ৰচাৰ সমিতি
পাহাৰ লাইন ১০৪৪ বি

"আপোনাক তলত দিয়া জনশিক্ষা প্ৰাইমাৰী স্কুল কেইখনৰ পৰীক্ষা ল'বলৈ পৰীক্ষক নিযুক্ত কৰা হ'ল। সোনকালে পৰীক্ষা লৈ উত্তৰ লিখা পৰীক্ষা কাকতবোৰৰ সৈতে ভৰ্ত্তি ফৰম পূৰ কৰি, অহা ২৭ আগষ্ট বা তাৰ আগতে অফিচ পোৱাকৈ পঠাই দিব। আৱশ্যকীয় পৰীক্ষা কাকত আৰু ফৰম লগতে পঠোৱা হ'ল।। সকলো ছাত্ৰৰে পৰীক্ষা ল'ব। পৰীক্ষা কাকত বেছি হ'লে অফিচলৈ ঘূৰাই পঠাব। কম হ'লে আন কাকতত পৰীক্ষা ল'ব। জন শিক্ষা স্কুলৰ নাম—(১) বৰবিল (২) গোলাই (৩) ৩ নং বৰবিল (৪) পাৰৈ (৫) বাপাপুং

আটাইবোৰ ফৰম ভৰ্ত্তি কৰি পঠাব। পৰীক্ষা কাকতবোৰত ছাত্ৰই উত্তৰ লিখিব।

স্বাঃ

D.I. of Schools
Dibrugarh
12/8

"বিল পালেই শিক্ষকৰ পুৰস্কাৰ পঠাই দিয়া হ'ব।"

এই স্কুলবোৰ পৰিদৰ্শন কৰিবলৈ ডেপুটী ইন্‌স্পেক্টৰ আৰু জনশিক্ষাৰ মহকুমা সংগঠক কেইবাবৰো আহিছিল। মই প্ৰতিখন স্কুললৈ সপ্তাহত অন্ততঃ এদিন গৈ নিজে পাঠ দান কৰি শিক্ষক সকলক পাঠ দানত সহায় কৰিছিলোঁ।

পৰীক্ষাৰ প্ৰশ্ন কাকত, ফৰ্ম্, চিঠিপত্ৰ পঠোৱা খৰচ শিক্ষা প্ৰচাৰ সমিতিয়ে কৰিছিল। উল্লেখ যোগ্য যে পিচত ১নং বৰবিল আৰু ২ নং গোলাইত আৰু দুখন নৈশ স্কুল চলোৱা হৈছিল।



## বি. কে. ভাণ্ডাৰী আৰু শিক্ষা প্ৰচাৰ সমিতি

অসমৰ এজন সুবিখ্যাত মুক্তি যোদ্ধা আৰু সমাজ কৰ্ম্মী ৰবীন কাকতি দেৱৰ পৰামৰ্শক্ৰমে মই কামৰূপ জিলাৰ (এতিয়া নলবাৰী জিলা) বৰমাত প্ৰতিষ্ঠিত 'অসম ট্ৰাইবেল ওৱেলফেয়াৰ ওৱৰ্কচ'ৰ সম্পাদক শ্ৰদ্ধেয় বি. কে. ভাণ্ডাৰীলৈ সহায় খুজি আৰ্জ্জি এখন পঠাইছিলোঁ।

## ভাণ্ডাৰীৰ উত্তৰ (প্ৰথম চিঠি)

"ASSAM TRIBAL WELFARE WORKS
(Under the Supervision of Sri A. M. Thakkar)

President :- Dr. H. K. Das
Secretary :- B. K. Bhandary

Barama P.O.
KAMRUP Dist
Date - 9th July '47

Ref/No 414

Dear Friend,

As recommended by Sri Rabin Kakati, I am taking over the following L.P. Schools with effect from the 1st of July '47

Schools :—

1. Bapapung L.P. School — P.O. Digboi, Pandit - Phatik Chandra Khanikar
2. Powai L. P. School — P.O. Digboi, Pandit - Bharat Chandra Gohain
3. No. 2 Alubari L. P. School — P.O. Margherita, Pandit - Dharmeswar Gogoi

The Pandit will be paid at the rate of Rs 18/- (Eighteen) per month, if they come from distant places and have to live with their own arrangement for boarding and lodging will be paid at Rs 20/- (twenty) per month. Bill forms are sent by separate book post to you. Kindly give to the teachers concerned and ask them to submit the bills through you in the 1st week of the succeeding month. Bills will be paid if they are passed and certified by you for the time being i.e.s., till a supervisor for our schools in your sub division is appointed.

I am sure, you are taking keen interest in those schools and will see that they are working properly.

Thanking you,
Yours Sincerely
**sd/ B. K. Bhandary**

To
Sri Dwijesh Chandra Sarmah
President, Siksha Pracher Samiti, Digboi"

## ভাণ্ডাৰীৰ উৎসাহ দায়ক দ্বিতীয় চিঠি

Rf/No. 581

BARAMA P.O., KAMRUP Dist
Date 17th Sept, 1947

Dear Sri Sarmah,

I am in receipt of your letter dated the 8th instant and also the bills of your three L. P. schools. Yes, the pay of the Pawai Pandit has come back. I will send him again the pay for July and August together to his new address given by you.

You may organise two more L. P. schools in your area for which I will arrange to give you grants.

I have not yet been able to settle any programme of tour in the Upper Assam districts. Any how, I must go that side within the next one month or so. I will surely write to you about it in time.

With best wishes
**Sd/B. K. Bhandary**

To
Dwijesh Chandra Sarmah
President, Siksha Prachar Samiti
Pahar Line 1044 B, Digboi, Assam.

## ভাণ্ডাৰীৰ ভ্ৰমণ সম্বন্ধীয় তৃতীয় চিঠি

Dear Shri Sarmah,

Confirm the enclose programme of my tour. You may kindly note that I will be visiting yours schools on the 19th or 20th. Any way please ask your

pandits to keep the schools working on both the day from 11 A.M. to 4 P.M.

I hope there are hotels in Digboi where we can have our meals. If not, please arrange for a meal for 4 persons at some friends place. The meals may be cooked only after our arrival there on the 19th or 20th.

Yours Sincerely
**Sd/ B. K. Bhandary**

To
Shri Dwijesh Chandra Sarmah
President, Siksha Prachar Samiti
1044 B Pahar Line, Digboi, Assam

২০ তাৰিখে স্কুল কেইখন পৰিদৰ্শন কৰিছিল। কোনো আলি বাট নথকাৰ কাৰণে পথাৰেৰে খোজ কাঢ়ি যাবলগীয়া হোৱাত মাৰ্ঘেৰিটাৰ পৰা ২ নং আলুবাৰীলৈ যাওঁতে ভাণ্ডাৰীয়ে নিশ্চয় কষ্ট পাইছিল।

## ভাণ্ডাৰীৰ চতুৰ্থ আৰু শেষ চিঠি

Ref. No. 246

BARAMA P.O., KAMRUP Dist.
Date - 11th Jan 1948

Dear Sri Sarma,

The Director of Public Instrution, Shillong, has sanctioned a non recurring grant of Rs. 100/- and recurring grant of Rs 12/- per month with effect from the 1st of November '47 to the under mentioned schools in your area. Order will be received in due course by the pandits and Secretaries of the schools through the Deputy Inspector of schools of your sub Division. Please inform the schools accordingly.

There after no payments will be made to those schools from this office. Bills also need not be sent here. Pay for November has been remitted to the pandits. Please ask them to refund the amount to me as early as posible.

Yours Sincerely
**Sd/ B.K. Bhandary**
Secretary

Sri Dwijesh Chandra Sarmah
1044 B, Pahar Line
Digboi

**Name of the schools**

1. Pawai L. P. School
2. No. 2 Alubari School.

ভাণ্ডাৰীৰ ঐকান্তিকতাত আমি মুগ্ধ হৈছিলোঁ। ইয়াৰ পাচত মই এবাৰ বৰমাৰ আশ্ৰমলৈ গৈ ভাণ্ডাৰীক লগ ধৰি বহু কথাই আলোচনা কৰিছিলোঁ। তেখেতৰ "আশ্ৰমৰ কাম কাজবোৰৰ

বুজ দি তেখেতে জানিবলৈ দিছিল যে, আশ্ৰমৰ নিজৰেই কাম ইমান বাঢ়ি গ'ল যে, এতিয়া আৰু শিক্ষা প্ৰচাৰ সমিতিক অৰ্থ সহায় দিয়া সম্ভৱ নহ'ব। শিক্ষা প্ৰচাৰ সমিতিৰ আঁচনিখনৰ গুৰুত্ব বৰ বেছি। চৰকাৰে বুজন পৰিমাণৰ non recuring grant নিদিলে এনে ধৰণৰ আঁচনি কাৰ্য্যকৰী কৰা সহজ সাধ্য নহ'ব। চৰকাৰৰ ১০০/২০০ এক কালীন মঞ্জুৰী অৰ্থহীন। পিচে 'আপুনি হতাশ নহ'ব। শক্তিয়ে কুলায় মানে কৰি যাওক। মইও সময় আৰু সুবিধা পালে চৰকাৰৰ বিভাগীয় কৰ্ত্তৃপক্ষক ক'ম।"

আশ্ৰমৰ কামৰ বুজলৈ জানিব পাৰিছিলোঁ যে, চৰকাৰে বছৰি এটা নিৰ্দ্দিষ্ট মঞ্জুৰী দিয়ে আৰু সেই মঞ্জুৰীৰ ভিতৰতে জনজাতি অঞ্চলৰ আঁচনি অনুসৰি কাম কৰে। ভাণ্ডাৰীৰ অসীম কৰ্ম্ম প্ৰেৰণা, ত্যাগ আৰু কষ্ট সহিষ্ণুতাৰ লগতে 'মক্কৰ বদক', ডাঃ হৰে কৃষ্ণ দাস আদিৰ দৰে সেই সময়ৰ ভাৰতীয় তথা অসমৰ লোক সকলৰ কাৰণে সহায় সহযোগ পোৱাত সুবিধা

## মাননীয় মন্ত্ৰী অমিয় কুমাৰ দাস দেৱৰ লগত সম্বন্ধ স্থাপন



৩০/১১/৪৭ তাৰিখে মাননীয় মন্ত্ৰী শ্ৰদ্ধেয় অমিয় কুমাৰ দাস দেৱলৈ শিক্ষা প্ৰচাৰ সমিতিৰ বিৱৰণ দি সহায়ৰ কাৰণে দৰ্খাস্ত এখন পঠাইছিলোঁ। ইয়াৰ এমাহৰ পাচত নগা খেলীয়া বোৱা কটা সমবায় সমিতিৰপৰা তলৰ চিঠিখন পাইছিলোঁ।

NAGAKHELIA BOAKATA SAMABAYA SAMITY
LIMITED

Mohanaghat P.O.
Dibrugarh, Upper Assam
Date 30-1-1948

To

The Secretary,
Digboi Siksha Prachar Samity
P.O. Digboi

Dear Sir,

As directed by the Honble Minister I/C food and supply we have booked today per passenger train an Endi and cotton spinning charkha No. 105 to your address.

The R/B No. 234555 dt. 30-1-48 is enclosed herewith. Please take delivery of the same early and acknowledge.

Yours faithfully
for Nagakhelia Boakata samabaya samiti
**Sd/Sarojini Bhuya**
Secretary

১৯৪৮ চনৰ জানুৱাৰী মাহলৈকে চৰকাৰে নোলোৱা স্কুল কেইখন ল'বলৈ বিভাগীয় কৰ্ত্তৃপক্ষক আবেদন নিবেদন কৰি, কোনো ফল নোপোৱাত পুনৰ ১/২/৪৮ তাৰিখে মন্ত্ৰী দাস দেৱলৈ তেখেতে আমাৰ হৈ চেষ্টা কৰি, স্কুল কেইখন বোৰ্ডে লোৱাৰ ব্যৱস্থা কৰিবলৈ, অনুৰোধ জনাই চিঠি এখন দিছিলোঁ। তলত তেখেতৰ উত্তৰ দিয়া হ'ল।

To

Sjt Dwijesh Chandra Sarmah
Siksha Prachar Samity
Digboi

Dear friend,

Please excuse me I had not been able to write to you earlier. I have just received your representation for taking up your schools. I had a talk with Sjt. Mahendra Mohan Choudhury just now and he has assured me that your schools will be taken up by government from April next.

Hope you received a sarojini charkha from the Sericulture Department.

Introduction of Endi spinning will be very helpful in future. It may add to their income. It will take some time to learn the art. Production of Endi yarn will certainly help them.

I have a mind to stay in any such village amidst them. I appriciate your service in this line of work and hope you will not fail to work amongst them in future also.

with best wishes
Sd/ Omeo Kumar Das

১৫/২/৪৮ তাৰিখে পুনৰ শ্ৰীদাস দেৱৰ পৰা তলৰ চিঠিখন পাইছিলোঁ।

Shillong
12/2/48

To The Secretary,
Siksha Prachar Samity
Digboi

Dear Sir,

I understand Nagakhelia Boakata Samabaya Samity of Dibrugarh has supplied you one Sorojini Charkha for spinning Endi. I hope you will kindly utilise this charkha for spinning and help in increased production.

The price of the charkha has been paid by me.

Yours Sincerely
**Sd/ Omeo Kumar Das**

মাননীয় অমিয় কুমাৰ দাসৰ প্ৰতি মই কৃতজ্ঞ আছিলোঁ। মই নথকাত তেখেত দুবাৰো ডিগবৈলৈ আহি শিক্ষা প্ৰচাৰ সমিতিৰ খবৰ কৰিছিল আৰু যাকে পাইছিল সমিতিক সহায় কৰিবলৈ কৈ গৈছিল। কিন্তু মোৰেই দুৰ্ভাগ্য যে, আঁচনিখন তেখেতৰ লগত আলোচনা কৰিবলৈ সময়-সুবিধা নাপালোঁ।

## —প্ৰশিক্ষণ কেন্দ্ৰ—

## বোৱা কটা আৰু ৰেচম শিল্প প্ৰশিক্ষণ কেন্দ্ৰ

(Weaving spinning and Sericulture Training Centre)

গাওঁবোৰৰ মধ্য স্কুল আৰু আমাৰো চকু দিয়াৰ সুবিধাৰ্থে ডিগবৈত বোৱা-কটা আৰু ৰেচম শিল্পৰ স্থায়ী প্ৰশিক্ষণ কেন্দ্ৰ এটা কৰাৰ কথা চিন্তা কৰিছিলোঁ। তাৰ কাৰণে প্ৰথম লাগে মাটি। অসম অইল কোম্পানীয়ে নিদিলে মাটি পোৱা টান আছিল। তেতিয়াৰ জেনেৰেল মেনেজাৰ আছিল এফ. জে. ভেলেণ্টাইন (F. J. Valentine)। মোৰ লগৰীয়া সকলৰ এনে এটা ধাৰণা আছিল যে, ভেলেণ্টাইন বৰ গোৰা চাহাব। তেওঁ ক'লা সকলৰ উন্নয়নৰ প্ৰতি অলপো সহানুভূতিশীল নহয়। গতিকে তেওঁক মাটি খুজি লাভ নহ'ব। লাভ নহ'লেও লোকচানোতো

একো নাই। মই ভেলেণ্টাইন চাহাবক দেখা কৰিলোঁ। শিক্ষা প্ৰচাৰ সমিতিৰ উদ্দেশ্য আৰু কামৰ কথা কৈ ভেলেণ্টাইন দম্পতীক কোনো এটা সময়ত নামঘৰতে আমাৰ সূতা কটা কেন্দ্ৰটো চাবলৈ অনুৰোধ কৰিলোঁ। তেখেত অতি আনন্দেৰে আহিবলৈ মান্তি হ'ল। তেখেত সকল ছোৱালীবোৰে এৰি আৰু মুগা সূতা কটা দেখি আনন্দিত হৈছিল আৰু কৈছিল—"আপোনালোকে বৰ ভাল কাম কৰিছে। বেয়া নাপাব— অসমীয়া মানুহে এইবোৰৰ মোল সঠিক নুবুজে। আমাৰ দেশত নুনী গছ একো জোপাক সোণতকৈও বেছি মূল্যবান বুলি ভাবে। কিন্তু মই দেখিছোঁ আপোনালোকৰ মানুহে হাবিৰ মাজেৰে অহা যোৱা কৰোঁতে হাতত থকা দাখনেৰে এনেয়ে দুই ফালৰ গছ পুলিবোৰ মাজে মাজে কাটি থৈ যায়। অসমৰ হাবিত নুনী গছ চিনি নাপাই বা ইয়াৰ মূল্য নাজানি বহুত নুনী গছ কটা মই দেখিছোঁ।" তেখেতে প্ৰশিক্ষাৰ্থী বোৰক গাত থপৰিয়াই উৎসাহিত কৰিছিল। শ্ৰীমতী ভেলেণ্টাইনে ভূয়সী প্ৰশংসা কৰিছিল। মই এই চেগতে ট্ৰেইনিং চেণ্টাৰৰ কাৰণে বৰ্ত্তমান গান্ধী ময়দানৰ সমুখতে চৰকাৰী বয়ন শিক্ষা কেন্দ্ৰ থকা (যিটো কেন্দ্ৰ শিক্ষা প্ৰচাৰ সমিতিয়ে প্ৰতিষ্ঠা কৰি কেইবা বছৰো চলাই চৰকাৰক দিছিল) মাটি ডোখৰ খুজিলোঁ। তেখেত লগে লগে মান্তি হ'ল আৰু সিনিখনেই মাটি মঞ্জুৰ কৰি হুকুম পঠাই দিলে। এদিনৰ পাচতে কোম্পানীৰ মাটি বিভাগে মোক মাটি সমজাই দিছিল। ১৯৪৮ চনৰ শেষৰ ফালে আমি মাটি পাইছিলোঁ। মাটি ডোখৰ দ' আছিল। কে. বি. কানুগাৰ অনুগ্ৰহত কোম্পানীয়ে মাটি দি পুতি দিছিল। তালৈ যাবলৈ নলাৰ ওপৰত দলং আৰু বাটটোও কোম্পানীয়ে কৰি দিছিল।

## মোৰ সপোন ভাগিল

লোকপ্ৰিয় বৰদলৈৰ পাচত শ্ৰদ্ধেয় বিষ্ণু ৰাম মেধি মুখ্যমন্ত্ৰী হ'ল। মহেন্দ্ৰ মোহন চৌধুৰী শিক্ষামন্ত্ৰী হ'ল। বিমলা চলিহাই মেধিৰ লগত মতৰ অমিল হোৱাত পদত্যাগ কৰিলে।

মেধিৰ আৰু চৌধুৰীৰ দেশ প্ৰেমৰ প্ৰতি মোৰ প্ৰগাঢ় শ্ৰদ্ধা আছিল। সেয়ে মই ভাবিছিলোঁ আমাৰ আঁচনিখনৰ প্ৰতি তেখেত সকলৰ মনযোগ আকৰ্ষণ কৰি বুজাব পাৰিলে তেখেত সকলে চৰকাৰৰ ফালৰপৰা এনে এখন আঁচনি লৈ সমগ্ৰ অসমতে চাহ শ্ৰমিক আৰু জনজাতি গাওঁবোৰত আঁচনি ৰূপায়ন কৰিলে কেইবছৰ মানৰ ভিতৰতে হয়তো অসমীয়া সমাজে নতুন ৰূপ ল'ব। ভবিষ্যতৰ বিভাজনৰ সুৰুঙা মাৰি এখন ঐক্যবদ্ধ অসমীয়া সমাজ তথা অসম গঢ়াত সফল হ'ব। এনে সপোন এটাকে মনত সাঁচি মই চিলং পালোঁগৈ। সেই সময়ত মোৰ অৱস্থাৰে চিলঙলৈ যোৱাটো সহজ সাধ্য নাছিল। কিন্তু মোৰ সপোনে সকলো অভাৱ অসুবিধাক নেওচি চিলং পোৱালেগৈ। চৌধুৰীদেৱক লগ ধৰিলোঁ। তেখেত মন্ত্ৰী হোৱাৰ আগৰ পৰাই শিক্ষা প্ৰচাৰ সমিতিৰ কথা জানিছিল। মই কথা আৰম্ভ কৰাৰ লগে লগে তেখেতে কৈ উঠিল, "এহ যাওক। এই সমস্যা অকল ডিগবৈৰে নহয়, সমগ্ৰ অসমৰে। আপুনি জালাহলৈ আহি চাওকচোন, তাত কাম কৰকচোন।" মই তেখেতৰপৰা এনে ধৰণৰ কথা শুনিম বুলি কল্পনা কৰা নাছিলোঁ। মই বিনীত ভাবে কলোঁ— "এই কামটো মোৰ জীবিকা নহয়। জীবিকাৰ কাৰণে মই চাকৰি এটা কৰোঁ। অৱসৰ সময় খিনিত এইবোৰ কৰোঁ। আৰু এটা কথা মই স্পষ্টকৈ কব খুজিছোঁ। মই কোনো টৰ্কা বিচাৰি আপোনাৰ ওচৰলৈ অহা নাই। মোৰ সাধাৰণ জ্ঞানেৰে ঢুকি পাইছোঁ যে, এতিয়াই এই আঁচনিৰ মূল লক্ষ্য প্ৰাপ্তিৰ কাৰণে এই আঁচনিয়েই হওক বা ইয়াতকৈ আৰু বহল আৰু উন্নত আঁচনিয়েই হওক, কাৰ্যকৰী নকৰিলে ভবিষ্যতে অসমীয়া জাতি আৰু অসম যে খণ্ডিত হৈ পৰিব ই ধ্ৰুব নিশ্চয়। সেয়ে সমগ্ৰ অসমৰ কাৰণে এতিয়াই, সময় থাকোঁতেই, লক্ষ্য স্থিৰ কৰি, অসমীয়া জাতিৰ তথা অসমৰ ভবিষ্যৎ চিন্তা কৰি আঁচনি লৈ, কাৰ্য্যকৰী কৰিবৰ কাৰণে ব্যৱস্থা ল'বলৈ, অনুৰোধ কৰিবৰ কাৰণেহে মই আহিছোঁ। সকলো জনগোষ্ঠীক শৈক্ষিক, সামাজিক, আৰ্থিক আৰু সংস্কৃতিক দিশত এক কৰিব পাৰিলেহে অসমীয়া জাতি আৰু অসম এক হ'ব, অন্যথা নিজৰ নিজৰ আশা আকাঙ্খা পূৰণৰ কাৰণেই তেওঁলোক 'অসমীয়া'ক এৰি



যাব। সেই দিন সমাগত। "মই দুখেৰেসৈতে কবলগীয়া হৈছে যে, তেখেতে কোনো কথা শুনিবলৈ ইচ্ছা নকৰিলে। তেখেতৰপৰা বিদায় লৈ মুখ্যমন্ত্ৰী মেধি দেৱৰ ওচৰ পালোঁ। তেখেতে প্ৰথমে মোৰ কুশল সংবাদ সুধি, মই যোৱাৰ কাৰণ সুধিলত মই ক'বলৈ আৰম্ভ কৰিছিলোঁহে "তেখেতে মোৰ মুখৰপৰা কাঢ়ি লৈ ক'লে", স্কুল খুলিছা ভাল কৰিছা। আমাৰ শিক্ষা বিভাগৰ ডিৰেক্টৰ আছে। ইনস্পেক্টৰ আছে। স্কুল ল'বৰ উপযুক্ত হ'লে তেওঁলোকে ল'ব। এই কাম মোৰ নহয়।" তেতিয়া মই ক'লোঁ— "চাৰ' মই কোনো স্কুল ল'বলৈ ক'বৰ কাৰণে আপোনাৰ ওচৰলৈ অহা নাই। অসমৰ ভৱিষ্যৎ জাতীয় স্বাৰ্থৰ কাৰণে চৰকাৰৰ ফালৰ পৰাই অসম জুৰি তেনে এটা অনুষ্ঠান গঢ়ি তোলাত আগ ভাগ ল'বলৈ ক'বৰ কাৰণে অনুৰোধ জনাবলৈহে আহিছোঁ। অসমৰ জন গাঁঠনিৰ সমস্যা বুজি চৰকাৰে নিজে এনে এখন আঁচনি লৈ কাৰ্য্যকৰী কৰক।" মেধিদেৱে মোৰ কথাত কাণ নিদি কলিং বেল টিপি আন এজন দৰ্শনাৰ্থীক মাতিলে। অৰ্থাৎ মুখেৰে যা বুলি নকৈ কামেৰে মোক বিদায় দিলে। মোৰ মনৰ অৱস্থা সেই মুহূৰ্ত্তত যেনে হৈছিল আৰু আমাৰ নেতৃত্বৰ প্ৰতি যেনে এটা বিদ্ৰোহ ভাবৰ উদয় হৈছিল, তাক আজি প্ৰকাশ কৰাৰ ভাষা মোৰ নাই। আমাৰ দৰে ক্ষুদ্ৰ মানুহবোৰে যিটো কথা ভৱিষ্যৎ অসমীয়া জাতি আৰু অসমৰ কাৰণে অত্যন্ত আৱশ্যক বুলি ভাবিছিলোঁ, আমাৰ মুখচত থকাসকলে তেওঁলোকৰ প্ৰাবন্ধ গভীৰ জ্ঞান-গৰিমা, অভিজ্ঞতা আৰু জাতীয় প্ৰেমৰ নামাবলীৰ আবৰণেৰে আবৃত হৈ, সেইবোৰ মূল্যহীন বুলি ভাবিছিল বা আমাৰ ক্ষুদ্ৰ মগজুক তেওঁলোকৰ বহল মগজুৰে অবাঞ্ছিত, তুচ্ছ জ্ঞান কৰিছিল। অসমৰ অসমবাসী জনগোষ্ঠী সমূহৰ তথা সমূহ অসমীয়াৰ এখন ঐক্যবদ্ধ সমাজ গঠনৰ পথত থকা স্বাভাবিক অন্তৰায়বোৰ বিশ্লেষণ কৰি চোৱাৰ বা এই বিশ্লেষণাত্মক ভূমিকাৰে আমাৰ মিলনৰ অন্তৰায়বোৰ গুচাব নোৱাৰিলে, হ'ব পৰা সম্ভাব্য প্ৰতিক্ৰিয়াৰ কথা চিন্তা কৰাৰ মানসিকতা নাছিল। বৰ্ত্তমান অসমীয়া আৰু অসমৰ বিভাজনমুখী প্ৰবাহৰ আমাৰ এই অদূৰদৰ্শিতাৰেই চৰম পৰিণতি। তেখেত সকলক চিঞৰি চিঞৰি ক'বৰ মন গৈছিল—

| | |
|---|---|
| আনৰ হাঁহিত হাঁহিব পাৰিলে | দিলেহে পাবা ল'লে হেৰুৱাবা |
| পৰৰ কান্দোনক নিজা কৰি ল'লে | শান্তি সুখৰ নিঝৰা ধাৰা |
| মৰতত থাকিও সৰগৰ সুধা | ত্যাগৰ গৰিমা ভোগৰ কালিমা |
| কৰিব পাৰিবা পান। | এৰাব নোৱাৰা—মানা যদি পাৰা |

আৰু গমি চালোঁ—

এন্ধাৰেহে আনে শীতল শান্তি
চিন্তাৰ অৱকাশ
এন্ধাৰ নহ'লে নাপালেহেঁতেন
পোহৰৰ গৰিমা প্ৰকাশ।

অৱশ্যে অসমৰ ক্ষেত্ৰতেই নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ কাৰণেও সেই একেটা কথাই প্ৰযোজ্য। এইবোৰ কথা মনত পাগুলিয়েই চিলঙৰ পৰা ডিগবে পালোঁহি।

## মই 'TRAITOR' (বিশ্বাস ঘাটক) নহয়



মনটো সেমেকি আহিছিল যদিও ডিগবৈ পোৱাৰ পাচতে আকৌ জীপাল হৈ পৰিল। ১৯৪৯ চনৰ ৫ মে তাৰিখে শিক্ষা প্ৰচাৰ সমিতিৰ তৃতীয় বাৰ্ষিক অধিবেশন পতা হৈছিল। সৌভাগ্যক্ৰমে অধিবেশনত বিশিষ্ট অতিথি হিচাপে পাইছিলোঁ শ্ৰীৰাম কৃষ্ণ মিচনৰ সুপ্ৰসিদ্ধ সন্ন্যাসী ৰঙ্গনাথনন্দক। (বৰ্ত্তমান তেখেত ৰাম কৃষ্ণ মঠ মিচনৰ সভাপতি) তেখেতে ভাষণ প্ৰসঙ্গত শিক্ষা প্ৰচাৰ সমিতিৰ কাৰ্য্যক ভূয়সী প্ৰশংসা কৰি কৈছিল— "...........They are traitors who themselves being educated do not try to educate their illiterate brothers, It is a pleasure to record that while the country is full of such traitors the organigers and workers of the Siksha Prachar Samity are doing true service to the humanity? কথাষাৰ শুনি আনন্দত বুকু ফুলি উঠিছিল। মাননীয় নেতাদ্বয় চৌধুৰী আৰু মেধিয়ে মোক যি ব্যৱহাৰেই নকৰক কিয়, মই অন্ততঃ 'TRAITOR' নাছিলোঁ। মনটো ফৰকাল হৈ পৰিছিল। ১৯৯৬ চনত মেৰি লুইচ বাৰ্কৰ "বিবেকানন্দ ইন দা ওৱেষ্ট"ৰ বঙ্গানুবাদ 'পাশ্চাত্যে বিবেকানন্দ' পঢ়ি মোৰ চৰম অকৃত কাৰ্য্যৰ বাবে অনুভূত বেজাৰৰ মাজতো ক্ষণিকৰ কাৰণে হ'লেও আপ্লুত হৈছিলোঁ।

বিবেকানন্দই তেওঁৰ লগৰীয়া সন্ন্যাসী সকলক কৈছিল—"এই যে আমারা এত জন সন্ন্যাসী আছি, ঘুরে ঘুরে বেরাচ্ছি, লোককে Metaphysics শিক্ষা দিচ্ছি, এসব পাগলামি। ঐযে গরিবগুলো পশুর মতো জীবন যাপন করছে, তার কারণ মূর্খতা.............। মনে কর কতকগুলি নিঃস্বার্থ পরহিত চিকীর্ষু সন্নাসী (যদি) গ্রামে গ্রামে বিদ্যা বিতরণ করে বেড়ায়, নানা উপায়, নানা কথা, মানচিত্র, ক্যামেরা, গোলক ইত্যাদির সহায়ে আচণ্ডালের উন্নতিকল্পে বেড়ায়, তাহলে কালে মঙ্গল হতে পারে কিনা! ...........গরিবরা এত গরিব যে, তারা পাঠশালে আসতে পারেনা, আর কবিতা-টবিতা পড়ে তাদের কোনো উপকার নাই।"

মেৰি লুইচ বাৰ্কৰ মন্তব্য ঃ—"ভারতীয় সন্ন্যাসীর কার্য্যাবলীর আদর্শ সম্পর্কে এই চিন্তা বৈপ্লবিক এবং মঠ জীবনের এই নতুন লক্ষের ওপর ভিত্তি করেই পরে শ্রীরামকৃষ্ণ মঠ ও মিশনের প্রতিষ্ঠা।"

—পাশ্চাত্যে বিবেকানন্দ—১২/১৩ পৃষ্ঠা



উক্ত কথাখিনি পঢ়াৰ পাচত মোৰ চিন্তা যে সঠিক পথৰ নিৰ্দ্দেশক আছিল, —'পাগলামি' বা অবান্তৰ কল্পনা প্ৰসূত নাছিল, তাকে চিন্তা কৰি আত্মতৃপ্তি লাভ কৰিছিলোঁ—মনটো ক্লেদ-মুক্ত হৈছিল।

## স্থায়ী বোবা-কটা প্ৰশিক্ষণ কেন্দ্ৰ

চিলঙৰপৰা আহি, পৰাপক্ষত চৰকাৰী সহায় নোখোজাকৈ বোবা-কটা প্ৰশিক্ষণ কেন্দ্ৰটো স্থাপন কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হলোঁ। কোম্পানীয়ে দিয়া মাটিত ১৯৫১ চনৰ ১৮ মাৰ্চ্চ তাৰিখে তাৰ ভেটি স্থাপন কৰা হ'ল। মুখ্যমন্ত্ৰী মেধি আৰু মন্ত্ৰী অমিয় কুমাৰ দাসদেৱৰপৰা তলত দিয়া বাণী দুটা পাইছিলোঁ। মন্ত্ৰী মাননীয় মহেন্দ্ৰ মোহন চৌধুৰীদেৱে এইবাৰো আমাৰ চিঠিৰ জবাব দিয়াৰ আৱশ্যকতা বোধ নকৰিলে। আমাৰ দৰে সৰু মানুহবোৰৰ প্ৰতি পোষণ কৰা তেখেতৰ অনীহাৰ ৰূপটো আৰু এবাৰ প্ৰকট হৈ পৰিছিল।

"SHILLONG
Dated March 13/51

**Massage from the chief Minister, Assam**



"I am glad to learn that Siksha Prachar Samiti of Digboi has embarked on a comprehensive scheme for the upliftment of the ex-tea garden labaurers and tribals in and arround Digboi. The success which the Samity has achieved during the past five years since the launching of the scheme is really commendable and I consider the worker of the Samity have set on example before others of missionery jeal through which construction work can be carried.

The area to which the samity has confined its sphere of activities has importance of its own, being adjacent to the tribal and the garden areas in which the population urgently need various welfare measures, I belive it is through such organisations like the Digboi Siksha Prachar Samity that this urgency can be adequately met. I trust spirit of social service of the band of workers of the Samity will ever guide them till their noble persuit fully success.

**Sd/ B. R. Medhi**

এই বাণীটোৱে মোৰ চিন্তাৰ শুদ্ধতা আৰু নৈতিক জয়কেই সূচাইছিল। কিন্তু একীভূত অসমীয়া তথা অসম গঢ়াৰ পথত থকা মৌলিক অন্তৰায়বোৰ গুচাই এক সুস্থ সবল জাতি গঠনৰ কাৰণে কথাই, কামে চৰকাৰী যন্ত্ৰই একো কৰা দেখা নগ'ল। ইয়াতেই মোৰ চৰম পৰাজয়। চিলঙত মোৰ প্ৰতি কৰা ব্যৱহাৰৰ আৰু এই বাণীৰ বিসঙ্গতিয়ে আমাৰ নেতৃত্বৰ কথা আৰু কামৰ সঙ্গতিবিহীনতাকেই প্ৰমাণ কৰিছিল। যি কি নহওক, স্বাধীনতা যুঁজৰ সময়ত কৰা তেখেতৰ ত্যাগ আৰু সবল নেতৃত্বৰ কথা সুঁৱৰি, মই তেখেতৰ প্ৰতি পৰম শ্ৰদ্ধাশীল আছিলোঁ আৰু সদায় থাকিম।

## Massage from Shri Omeo Kumar Das, the Minister, Assam

To

The President
Siksha Pracher Samity
Digboi

Dear Sir

Your letter dated nil regarding foundation stone laying ceremony of the weaving spinning and sericulture Institutuion on the 18th instant is received. It would have been great pleasure for me if I would have attended this function. The Assembly in session now and it is not possible for me to do so. The spirit of a missionery is needed in uplifting the backword people. I trust the workers of your organisation will inbibe such spirit. **Present education isolated from production activities will not benefit the people. I congratulate you for striking a right note by opening productivity section.** I have to request you to lay much stress on silk rearing. Endi and Mulbery weaving section may be organised as a counter part to this preliminery activity. In many of the institutions I find weaving section being established prior to spinning section. I trust you will not commit their mistake. You may begin with endi spinning instead of cotton as endi eocoons are easily available. At the same time you may plant a bigha of land with good variety of endi plants and try to rear endi cocoons yourselves. You may take all necessary help from the sericulture Dupartment, Planting a mulbery will take time. But within a year you can start endi rearing section. If the boys taught in your school are made to spin for an hour production of per day will be near about 100 yards per day, Three months will be required for training.

Better supervision is needed. I trust your institution will be success.

Yours sincerely
**Sd/ Omeo Kr. Das**

দাস দেৱে অকল বাণী পঠাই ক্ষান্ত নাছিল। মাজে মধ্যে চিঠি লিখিও খা-খবৰ লৈছিল। মোক লগ পালেও প্ৰথম শিক্ষা প্ৰচাৰ সমিতিৰ কথা সুধি নানা পৰামৰ্শ দিছিল। মই মানসিক ভাবে পৰম উপকৃত হৈছিলোঁ।

## —বাস্তৱ কিমান কঠ—
## নুনী গছৰ বাগিছা

প্ৰশিক্ষণ কেন্দ্ৰটোক ভবিষ্যতে বোৱা-কটা আৰু ৰেচম সূতা উৎপাদন কৰাকৈ এটা ডাঙৰ কুটীৰ শিল্পৰ প্ৰশিক্ষণ কেন্দ্ৰ তথা উৎপাদন কেন্দ্ৰ কৰি তোলাৰ কথা চিন্তা কৰা হ'ল। বৰ্ত্তমান ২ নং বৰবিল নামঘৰপৰা ৰেল লাইনৰ কাষে কাষে ডিগবৈ-লক্ষ্মী পথাৰ আলিলৈকে জুৰি থকা মাটি ডোখৰ যুদ্ধৰ সময়ত সৈন্যৰ শিবিৰ আছিল। যুদ্ধৰ পাচত সৈন্য শিবিৰ উঠি যোৱাত মুঠ ৩৪ বিঘা ২ কঠা ১২ লোচা মাটি খালী হৈ পৰিছিল। এই মাটি ১৯৪২-৪৩ চনত ২৩৫ নং

"আৰ কিউ শ্ৰীযুত ডি. চি. চাহাবৰ ১৯/১/৪০ তাং হুঃ মতে মিলিটাৰী কামৰ বাবে একোৱাৰ কৰি" লৈছিল।

| দাগ নং | মাটিৰ পৰিমাণ | | | পট্টাদাৰ |
|---|---|---|---|---|
| | বিঘা | কঠা | লোচা | |
| ৮২ | ১ | ২ | ১৬ | সতীৰ কৈৰী |
| ৯১ | ২ | ০ | ৮ | আয়ুব আলি, অফিজুৰ ৰহমান |
| ৯২ | ১ | ০ | ১০ | আলি আহমদ |
| ৯৩ | ০ | ৪ | ১৬ | অমিনুল্লা |
| ৯০ | ৩ | ০ | ১৬ | অইয়া আলি |
| ৮৩ | ৩ | ২ | ১৬ | হেম চন্দ্ৰ পাল |
| ৮৪ | ৫ | ৪ | ০ | গেঠৰী তাঁতি |
| ৮৫ | ২ | ১ | ০ | গেঠৰী তাঁতি |
| ৮৭ | ২ | ১ | ১৭ | বাহাদুৰ ছেত্ৰী |
| ৮৮ | ১ | ০ | ১৫ | উদিত নাৰায়ণ তেলী |
| ৮৯ | ৩ | ১ | ১৭ | ভোগাই কলিতা |
| ৩০৫ | ০ | ১ | ১১ | উদিত নাৰায়ণ তেলী |
| ৩০৬ | ০ | ২ | ১৭ | উদিত নাৰায়ণ তেলী |
| ৩০৩ | ১ | ০ | ১৪ | ৰেংধু তাঁতি |
| ৩২৭ | ১ | ৩ | ১৩ | উদিত নাৰায়ণ তেলী |
| ৩২৮ | ৩ | ২ | ৪ | চৰিফা খাতুন বিবি |
| ৩২৯ | ০ | ০ | ১২ | গৌৰ তাৰিণী |
| মুঠ | ৩৪ | ২ | ১২ | লোচা |

আমি জানিব পাৰিছিলোঁ যে, এই মাটি পট্টাদাৰক সম্পূৰ্ণ মূল্য দি, সৈন্য বিভাগে লৈছিল। তথাপিতো পট্টাদাৰসকলক বিচাৰি নাপাই ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহত অসম চৰকাৰৰ ৰাজহ বিভাগৰ জৰীয়তে এই মাটি শিক্ষা প্ৰচাৰক দিবৰ কাৰণে সৈন্য বিভাগৰ সংশ্লিষ্ট কৰ্তৃপক্ষলৈ দৰ্খাস্ত কৰিছিলোঁ। বহুতো লিখালিখিৰ পাচত ১৯৫১ চনৰ আগষ্ট মাহত ডিব্ৰুগড়ৰৰ ডেপুটী কমিচনাৰৰপৰা তলৰ চিঠিখন পাইছিলোঁ।

OFFICE OF THE DEPUTY COMMISSIONER, LAKHIMPUR

No. 10723 	R. dt. 7-8-51

From :— G. P. Jarman Esqur, I-A-S.
Deputy Commissioner Lakhimpur
Dibrugarh

To

The Assistant Secretary to the govt. of Assam
Revenue settlement Department
Shillong

Subject :— Petition for settlement of land at Digboi by Siksha Prachar Samity.

Reference :— Your letter No. Ass 20/50/5 dt. 3-3-50 and subsequent reminder.

Sir,

I enclose herewith a copy of letter No. Ass/ADM/Gen/56E dt. 4-8-51 from the Area lands Hiring & Disposel officer, Assam. Dibrugarh for information and necessary action.

The petisioner has been asked to report if the Samity is prepared to pay the full price of the land in case the Central government decides to release the land in favour of the Samity, and a copy of his report will be forwarded to you in due course.

Yours faithfully

**Sd/ G.P. Jarman**
Deputy Commissioner, Lakhimpur

Memo NO 10724 R. dt. 7-5-51
Copy forwaaded to the President , Digboi Sisksha Prachar Samity, P.O. Digboi for information and report if the samity is prepared to pay the full price of the land if released in their favour.

A reference is limited to his letter dt.18-1-48 in this report.

**Sd/ G. P. Jarman**
Deputy Commissioner

Forward
Sd/
Sub Deputy Magistrate
Dibrugarh

এই মাটি সংক্ৰান্তত সৈন্য বিভাগৰ ৪-৮-৫১ তাৰিখৰ চিঠি এখন তলত দিয়া হ'ল।

Copy of the letter No-ASS/ADM/GEN/56E/ Dated the 4th August '51 from the Area Land Hiring & Dispased officer, Assam, Dibrugarh to the Deputy Commissioner, Lakhimpur.

Subject :— Release of land for Siksha Parchar Samity (Digboi)

Reference :— Assam. Govt letter No. RA 153/148/0 dated 1st sept.' 48 and personal conversation of date.

It is not possible to relinquish the land purchased and paid for by the Minister of Defence.

2. In case the Siksha Pracher Samity desire to purchase the land they will have to pay full price of the land. Even in case of sale preference is to be given to the original owner and special sanction of the Govt of India may have to be obtained in the cases.

3. It will be better if the matter is taken on direct by the Assam govt, with the govt. of India in Ministry of Defence explaining the facts of the case.

এই চিঠিৰ নকল পোৱাৰ পাচত তলৰ চিঠিখন ডেপুটী কমিচনাৰলৈ পঠোৱা হৈছিল।

From — D. C. Deb Sarmah
President, Siksha Prachar Samity
Digboi.

To

The Deputy Commissioner, Lakhimpur
Dibrugarh
Dated Digboi the 14th November 1951

Subject :— Petition for settlement of land at Digboi by Siksha Prachar Samity
Ref :— Your memo No. 10724 R. dt. 7-8-51 to the President Siksha Prachar Samity, Digboi

Sir,

We beg to inform you that we are prepared to pay the full price of the land in question provided the government cannot afford to allot this free of cost.

Further we request you to kindly arrange for the release of the land as soon as possible, delaying of which will cause immense loss to us.

Yours faithfully
**Sd/ D. C. Deb Sarmah**
President
Siksha Prachar Samity, Digboi

ইয়াৰ পাচতো কেইবাখনো চিঠি আদান-প্ৰদান কৰিও সিদ্ধান্ত নোপোৱাত মই অসমৰ ৰাজহ আৰু বিত্ত মন্ত্ৰীলৈ তলৰ চিঠিখন পঠাইছিলোঁ।

From :— Sri D C. Deb Sarmah
President, Siksha Prachar Samity, Digboi
Dated Digboi the 3rd September 1952

To
The Minister in charge of Finance and Revenue Government of Assam. Shillong
Subject :— Release of land for the Siksha Prachar Samity.
Ref :— Copy of the Memo No. RSS 20/50/10 dated shillong the 13th March 1952 from the under secretary. Govt of Assam to the Deputy Commissioner of Lakhimpur.

Sir,

I, on behalf of the Siksha Prachar Samity, Digboi, beg to state that an application was made in 1948 for the land for siksha Prachar samity, Digboi. In reply I was asked whether the Samity can pay the cost of the land.

The under Secretary of the Assam govt. has referred to the area lands Hiring and disposed Officer, Assam, Shillong on 13th March 1952 for

his final decision in the matter and the cost of land to be paid by the Samity. But no further information regarding the land has yet been received.

Would you, therefore, please take up the matter in suspense due to nonavailibity of land applied for measuring 34 bighas in Makum Mouja, Barbil, Digboi should we hang over this question sine-die, considerable turnover in materialising the scheme would result.

May I, therefore, pray that you would take such steps with the authority concerned with a view to expedite the matter which not only help speading up of the scheme but would also save considerable amount of public money.

Thanking you in anticipaion and counting on your valid operation.

Your faithfully
**Sd/ D. C. Deb sarmah**
President
Siksha Prachar Samity, Digboi, Assam

খা-খবৰ নাপাই, ডিব্রুগড়ৰৰপৰা লোক সভাৰ সদস্য শ্ৰীযোগেন্দ্ৰ নাথ হাজৰিকা দেৱলৈকো তলৰ চিঠিখন পঠাইছিলোঁ।

Digboi
5th September 1950

To Sri J. N. Hazarika
Member of the Parliament,
New Delhi

Dear Sri Hazarika,

I enclose herewith a copy of our letter addressed to the under secretary to the govt. of Assam, shillong, together with his letter (Copy of) No. 55-20/50/42 dated shillong the 13th May 1953, which are self explanatory.

In this opprotunity, it may be recalled that we are in correspondence with the state government since 1948 to release the land measuring 34 bighes in Makum Mouja Borbil, Digboi. which has been held under the disposal of the Military since war year, but so far no result. As for this the schemes undertaken by the Samity are in suspense and hence our work and activities are stand still instead of steady progress.

I, therefore hope, you would kindly take up the matter with Military Athorities at your end and see that the land in question be released to us without further delay.

Thanking you in anticipation
With best wishes and regards

Your faithfully
**Sd/ D. C. Deb Sarmah**
President,
Siksha Prachar Samity, Digboi

হাজৰিকাই প্ৰাপ্তি স্বীকাৰ কৰি দিয়া উত্তৰ তলত দিয়া হ'ল।

MINISTRY OF EXTERNAL AFFAIRS
NEW DELHI
Sept. 16, 1958

J. N. Hazarika
Parliamentary Secretary to P.M.
Government of India

My Dear Sarmah,

I thank you for your kind letter dated the 5th september 1953, regarding lands, I shall see how best I can be of any help in thtat matter.

with best wishes.

Yours faithfully
**Sd/ J. N. Hazarika**
**Shri D. C. Deb Sarmah**
President,
Central Congress Committee
Digboi, Assam

ইয়াৰ পাচত আৰু বহুতো লিখা-লিখিৰ মূৰতো কোনো ফল নধৰাত, মই প্ৰায় হতাশ হৈ পৰিছিলোঁ। কিন্তু আশা এৰিব পৰা নাছিলোঁ। সৈন্য বিভাগৰ সংশ্লিষ্ট বিষয়ালৈ আকৌ ২১/৯/৫৪ তাৰিখে চিঠি এখন দিছিলোঁ। এই চিঠিখনৰ উত্তৰ এবছৰৰ পাচত তলত দিয়া চিঠিখনেৰে দিছিল।

No.ASS/ACG/416
LANDS HIRING & DISPOSALS SERVICE (ASSAM)
SHILLONG, 9 Aug. '55

To

The President,
Siksha Prachar Samity
Digboi
Dated 9th August 1955

Sub :— Transferred of Acquired land at Barbil gaon,
Mouja Makum
Ref :— Your letter dtd. 21 sept. '54

Sir

A plan showing boundary of acquired land (verged RED) at this site and areas demanded by you (Verged Yellow) is enclosed for your perusal and return.

2. You will observe from the plan that your demand for Dag No. 228, 100 cannot be met as these are govt. lands.

3. Further in your demand you have left out a small portion consisting of Dag No. 341, 102 & 162, disposal of which may be affected by transfer

to you of this...............portion. Dag No. 456, 194, 210 & 304 are also govt. land and will not be available for transfer.

4. It is therefore considered that the land covered by Dag No. 303, 305, 308, 306, 327, 328, 84, 85, 88, 89A, 89B, 370, 102 Ka, 102 kha, 162, 182, 83, 90, 91, 92, 93 and 329 may be taken over by Samity.

5. Your consent or otherwise to take over the area as suggested in para 4 above may please be intimated at the earliest to anable a decision being taken of govt. of India level.

Your reply may please be sent on or before the 20th August' 55 latest.

Your faithfully
Sd/
(M.B. LUKTUKE)
N.G.O.
I/C L.H. & D.S.

Enclosed :—
BCB 1918
Copy to— D.D.E.C., Calcutta with reference to his letter of even no.

dt. 5-8-55

## মোখ উত্তৰ

SIKSHA PRACHAR SAMITY, DIGBOI
Digboi P.O. Assam.
The 23rd August 1955
To

The N.G.O. I/C
Lands Hiring & Disposals Service
Shillong (Assam)

Sir,

Subject :— Transfer of Acquired land at Barlil gaon, Mouja Makum

1. We are very much grateful to you for letter No. ASS/ACG/415 of 9th August 1955 with an enclosure the plan showing boundary of the acquired land in question.

2. In reply we beg to inform you that the Siksha Prachar Samity, Digboi is willing to take over the land covered by dag No. 303, 305, 306, 327, 328, 86, 85, 88, 89A, 89B, 37A, 37B, 102Ka, 102Kha, 162, 82, 83, 90, 91, 92 ,93, and 329 as mentioned in para 4 of your above letter.

3. If you have no objection, Dag No. 341 may also be added to para 2 of our this letter.

4. As desired we return the plan to you along with this letter.

Thanking you,

Yours faithfully
**Sd/ D.C. Deb Sarmah**
President
Siksha Prachar Samity, Digboi

এই চিঠিৰ পাচত আৰু কোনো খবৰ নাপালোঁ। ১৯৪৮ চনৰ ১ জানুৱাৰীৰ পৰা ১৯৫৫ চনৰ আগষ্টলৈকে ৭ বছৰ ৮ মাহ কাল ধৰি চেষ্টা কৰি, মাটিৰ সম্পূর্ণ মূল্য দিবলৈ প্রস্তুত বুলি প্রতিশ্রুতি দিয়াত, মাটি শিক্ষা প্রচাৰ সমিতিক দিয়াৰ ইচ্ছা প্রকাশ কৰাৰ পাচতো, আমি মাটি নাপালোঁ আনকি খবৰ এটাও নাপালোঁ। কিন্তু Lands Hiring & Disposal Service লৈ ২৩/৮/৫৫ তাৰিখে চিঠি দিয়াৰ পাচত চকুত পৰিল যে, মাটি ডোখৰ কিছুমান মানুহে দখল কৰি ল'লে। ইয়াৰ ৰহস্য আমি একো বুজি নাপালোঁ। কি যাদুৰ বলত মাটি পালে, তাকো নাজানিলোঁ। কর্তৃপক্ষৰ ফালৰপৰা উচ্ছেদ কৰাৰো কোনো উমঘাম নেদেখিলোঁ। ইয়াৰ পাচত মাটি পালেও যুঁজ কৰাৰ সাহস আৰু সম্বল আমাৰ নাছিল। গতিকে মাটিৰ আশা এৰি, হাত ধুলোঁ। **আৰু এবাৰ প্ৰমাণ হ'ল যে, কাম কৰোঁতাৰ Status অনুসৰিহে কামে গুৰুত্ব লাভ কৰে। কামৰ গুৰুত্বই কৰোঁতাৰ Status নির্ণয় নকৰে। ইমান দিনে মাটি ডোখৰ আমি দখল কৰি নোলোৱাৰ কাৰণে বহুতে আমাক বুৰ্বক বুলি কৈছিল। এবা, আমি বুৰ্বক নহয়—মহা বুৰ্বক। কাৰণ আমি আইন মানি চলিছিলোঁ; সৰল অন্তঃকৰণেৰে চৰকাৰী যন্ত্ৰক, আইনৰ দোহাই দিয়া প্ৰশাসক সকলক, বিশ্বাস কৰিছিলোঁ।**

## নতুন মাটিৰ সন্ধানত

**১৯৪৮ চনৰ পৰা ১৯৫২ চনলৈকে মাটিৰ একো নোহোৱা দেখি আৰু চৰকাৰৰ কাৰ্য্য প্ৰণালীৰ ৰেহ-ৰূপ চাই, মই সেই মাটিৰ আশাত বহি থকা নাছিলোঁ। বৰ্ত্তমান ডিগবৈ হাইস্কুল থকা মাটি ডোখৰ বিচাৰি ডেপুটী কমিচনাৰৰ ওচৰ পালোঁ। জানিব পাৰিলোঁ যে, এই মাটি ডোখৰ অসম অইল কোম্পানীৰ দখলত চৰণীয়া পথাৰ হিচাপে আছিল। গতিকে কোম্পানীয়ে দখল এৰি দিবলৈ প্ৰস্তুত হ'লে, শিক্ষা প্ৰচাৰ সমিতিক দিয়াত অসুবিধা নাছিল। মই সেই সময়ৰ জেনেৰেল মেনেজাৰ মিঃ ই. এইচ. ই. লুইচক (Mr. E. H. E. Lewis) অনুৰোধ কৰাত তেখেতে ১২ বিঘা মাটিৰ স্বত্ব এৰি দিবলৈ সন্মত হৈছিল যদিহে চৰকাৰে শিক্ষা প্ৰচাৰ সমিতিক দিয়ে। মোৰ অনুৰোধ ক্ৰমে লুইচ চাহাবে ডেপুটী কমিচনাৰৰ লগত আলোচনা কৰি, নিশ্চিত হৈ, লিখিত ভাবে স্বত্ব ত্যাগ কৰিছিল। তেতিয়া ডেপুটী কমিচনাৰে নিয়মানুসৰি, তলত দিয়া জাননীখন জাৰি কৰিছিল।**

## 'পৰওৱানা'

**4/S 95 (A) of the ALRR (ফাইলত আখৰ কেইটা মৰহি যোৱাৰ কাৰণে, ভালকৈ ধৰিব নোৱাৰাৰ কাৰণে ভুল হ'ব পাৰে)**

ইয়াৰ দ্বাৰা সৰ্ব্ব সাধাৰণক জনোৱা যায় যে, মাকুম মৌজাৰ মাকুম মৌজা নন্‌কে গ্ৰেজিং ৰিজাৰ্ভ'ৰ ৮০ একৰ মাটিৰ পৰা ১২ বিঘা মাটি ডিগবৈ শিক্ষা প্ৰচাৰ সমিতিৰ নামত পট্টা দিবলৈ স্থিৰ কৰা হৈছে। এই সম্বন্ধে আপোনাৰ আপত্তি থাকিলে এই নটিছ জাৰি হোৱা তাৰিখৰপৰা এমাহৰ ভিতৰত এই অফিচত লিখিত আপত্তি দাখিল কৰিবহি। ইতি

For ডেপুটী কমিচনাৰ লক্ষীমপুৰ

(বিঃ দ্ৰঃ— তাৰিখটো মৰহি যোৱাৰ কাৰণে ধৰিব পৰা নহ'ল)

কোনো আপত্তি নোহোৱাত এমাহৰ পাচত সেই ১২ বিঘা মাটি শিক্ষা প্ৰচাৰ সমিতিৰ নামত একচনা পট্টা দিছিল। মাটি ডোখৰ বৰ খলা বমা আছিল। আমাৰ অনুৰোধ ক্ৰমে এ. ও. চি. য়ে ট্ৰেক্টৰেৰে সমান কৰি দিছিল। সমিতিয়ে নিজৰ খৰচেৰে মাটি ডৰাৰ চাৰিওপিনে ঢাপ মাৰি, জেওৰা দি, দখল কৰি লৈছিল। পিচত জানিব পাৰিছিলোঁ যে, কোম্পানীয়ে এই চেগতে ডেপুটি কমিচনাৰৰ লগত মিলি, কোম্পানীৰ দখল থকা ৮০ একৰ 'গ্ৰেজিং লেণ্ডৰ' সমিতিক দিয়া ১২ বিঘা বাদ দি বাকী মাটি চুপ চাপ কোম্পানীৰ নামত একচনা পট্টা কৰি লৈছিল। ডিগবৈ কলেজৰ কাৰণে মই যেতিয়া এই গ্ৰেজিং লেণ্ডৰ মাটি খুজিছিলোঁ, তেতিয়াহে গম পাইছিলোঁ যে, তাত কোনো গ্ৰেজিং লেণ্ড নাছিল। এই সমস্ত মাটি কোম্পানীয়ে একচনা পট্টা লৈ, নিজৰ দখলি স্বত্ব গজগজীয়া কৰি লৈছিল। তেতিয়াহে শিক্ষা প্ৰচাৰৰ প্ৰতি সহৃদয়তা দেখুৱাই ১২ বিঘা মাটিৰ দখল স্বত্ব এৰি দিয়াৰ ৰহস্যটো বুজি পাইছিলোঁ।

এই ১২ বিঘা মাটিত নুনী গছৰ বাগিছা কৰিবৰ মনেৰে মই চেৰিকালচাৰ চুপাৰিণ্টেণ্ডেণ্টলৈ লিখি তিতাবৰৰপৰা নুনী গছৰ 'কাটিংচ' আনিছিলোঁ। তলৰ চিঠিখনে ক'ব ঃ—

To

Shri D. C. Sarmah
President, Siksha Pachar Samity, Digboi
Subjict :— Mulbury Cuttings
Ref :— SSJSG '/53/' 69 DT. 17-11-53

Sir,

By direction of the superintendent of sericulture, Assam, I have dispatched today 2 Bundles of Mulbury sticks containing 2000 cuttings for you to the Rly. Station, Digboi.

The R. R. No. 350135 of 27-11-53 is sent herewith. Please acknowledge receipt the same.

Yours faithfully
**Sd/ A. A. Rahman**
**27/1/53**
**Field Assistant**
**Mulbury Research Garden, Titabar.**

## নুনী গছৰ বাগিছা কৰিলোঁ কিন্তু ৰাখিব নোৱাৰিলোঁ

মই মানুহ লগাই, নিজে উপস্থিত থাকি, ১৮০০ নুনী গছৰ ডাল লগাইছিলোঁ। বাকী ২০০ গাৱঁৰ মানুহক নিজৰ নিজৰ বাৰীৰ ঢাপত লগাবলৈ দিছিলোঁ। নুনীগছবোৰ লগাবৰ সময়ত ইটাভাটাৰ গোপাল চন্দ্ৰ হাজৰিকাই মোক মাজে-মধ্যে সহায় কৰিছিল।

চেৰিকালচাৰ বিভাগৰ পৰামৰ্শ অনুসৰি দুবছৰ সমিতিৰপৰাই প্ৰতিপাল কৰাৰ পাচত তৃতীয় বছৰত গছবোৰ সুন্দৰ জোপোহা হৈ উঠিছিল আৰু পাট পলু পুহিব পৰা হৈছিল। এই দিশত এতিয়ালৈকে চৰকাৰৰপৰা কোনো ৰকমৰ সঁহাৰি পোৱা নাছিলোঁ। পাট পলু পুহিবৰ কাৰণে আমি বালিজানৰ দ্ৰোণ স্বৰ্গীয়াৰীৰ চুবুৰীটোকে বাচি লৈছিলোঁ। কাৰণ পলু পোহাৰ আৰু সূতা কটাৰ বিষয়ে তেখেত সকলৰ সম্যক জ্ঞান আছিল। আমি এনে এখন আঁচনি কৰিছিলোঁ যে, এই চুবুৰীটোৰ মানুহে পলু পুহি, সূতা কাটি, কাপোৰ বৈ, বিক্ৰী কৰি, যি উপাৰ্জ্জন কৰিব, সেই উপাৰ্জ্জন তেওঁলোকৰ হ'ব। তাৰ কাৰণে শিক্ষা প্ৰচাৰ সমিতিক একো দিব নালাগে। কিন্তু বাগিচাখন তেওঁলোকে যতন কৰি ৰাখিব লাগিব। আৱশ্যক হ'লে তেওঁলোকৰ উৎপাদিত সূতা-কাপোৰ বিক্ৰীৰ ব্যৱস্থাও সমিতিয়ে কৰি দিব। এনেকৈয়ে ইয়াত ৰেচম শিল্পৰ কেন্দ্ৰ এটা গঢ়ি তোলা হ'ব। দ্ৰোণ স্বৰ্গীয়াৰীকে মুখপাত্ৰ হিচাপে লৈ আলোচনা কৰা হৈছিল। তেখেতৰ পৰিচালনাতেই চুবুৰীটোৰ কেইঘৰ মানে পলু পুহি, কিছু সূতাও উৎপাদন কৰিছিল। কিন্তু এবছৰৰ পাচত বাগানখন প্ৰতিপাল কৰিবলৈ কোৱাত, দ্ৰোণ স্বৰ্গীয়ে জানিবলৈ দিলে যে, তেওঁলোকে নিজৰপৰা বাগানখন প্ৰতিপাল কৰি ৰাখিব নোৱাৰিব। সমিতিয়ে খৰচ দিলে হ'ব। এনে অৱস্থাত সমিতিৰ কাৰণে খুজি মাগি বাগিচাখন প্ৰতিপাল কৰি ৰখা সম্ভৱ নাছিল আৰু তেনে কৰাৰ অৰ্থও নাছিল। কাকুতি মিনতি কৰিও চৰকাৰৰপৰা কোনো সহায় বা পৰামৰ্শ নাপালোঁ। ওচৰৰ আন কিছুমান মানুহকো কৈছিলোঁ। প্ৰত্যেকৰেই এটাই কথা, মাটিডৰা তেওঁলোকৰ নামত দিব লাগে। মোৰ কোনো উপায় নোহোৱা হৈছিল। লাহে লাহে ৰাইজে আৱশ্যক অনুসৰি নুনী বাগিছাৰ জেওৰা ভাঙি নি, খৰিৰ অভাৱ পূৰ কৰিছিল। মোৰ আবেদন নিবেদনৰ প্ৰতি কোনোৱে কৰ্ণপাত কৰা নাছিল।

এই নুনী বাগিছাখন চেৰিকালচাৰ বিভাগক, তথা চৰকাৰক ল'বলৈ নিষ্ফল অনুৰোধ কৰিছিলোঁ। চৰকাৰৰ ওচৰত মই এজন তেনেই অৱজ্ঞাত, মগনীয়া হৈ পৰিছিলোঁ। সমিতিয়ে নিজৰ খৰচত কৰি তোলা ১২ বিঘা মাটিৰ সুন্দৰ ধুনীয়া ১৮০০ নুনী গছৰ বাগিছাখন চৰকাৰক বিনা ক্ষতিপূৰণত হস্তান্তৰ কৰিব খোজাতো বাগিছাখন ৰক্ষা কৰি, চলোৱাৰ দায়িত্ব, চৰকাৰে ল'বলৈ অসমৰ্থ হ'ল।

মৰ্ম্মান্তিক আঘাট পাইছিলোঁ, মই অকৃতকাৰ্য্য হোৱাৰ কাৰণে নহয়, আঘাট পাইছিলোঁ আমাৰ মানুহক ৰান্ধি-বাঢ়ি খুৱাই দিলেও নিগিলাৰ কাৰণত, আঘাট পাইছিলোঁ আমাৰ কৰ্ম্ম-সংস্কৃতি লোপ পোৱাত আৰু হতাশ হৈছিলোঁ স্বাধীন ৰাষ্ট্ৰৰ 'মঙ্গলকামী' চৰকাৰৰ জঠৰতাত। কিন্তু মই আগেয়ে কেতিয়াও নভবা এটা অভিজ্ঞতা লাভ কৰিছিলোঁ। সেইটো হ'ল অলপ লিখা-পঢ়া শিকি বাহিৰত চৌ-ভৌ কৰিলেও, দৰাচলতে আমাৰ সমগ্ৰ জাতিটোৱেই মানসিক ভাবে পিচপৰা, অতি পিচপৰা।

আমাৰ কৰ্ম্মীসকল ভাগৰি পৰিছিল। তেওঁলোকে হয়তো যুক্তিযুক্ত ভাবেই কৈছিল—

"এতিয়া আৰু এৰি দিয়ক। যিমানখিনি কৰিলে, বহুত কৰিলে। স্বাধীন দেশৰ নিজস্ব স্বাধীন চৰকাৰ এখন আছে। যদি এই চৰকাৰখনে দেশৰ, সমাজখনৰ প্ৰতি চিন্তা নকৰে আপুনি বা আমি কিয় কৰিব লাগে? আপুনি নিশ্চয় অনুভব কৰিছে যে, চৰকাৰক চৰকাৰে কৰিব লগীয়া কামকে কৰি,. সহায় খুজিলে সমিতিৰ কাৰ্য্যকৰ্ত্তাই যেন নিজৰ স্বাৰ্থৰ কাৰণেহে কিবা কৰিছে বুলি ধৰি, মগনীয়াক কৰা ব্যৱহাৰ কৰি আহিছে। চৰকাৰে ইমান বছৰে কোনো দিন কাৰ্য্যকৰী সহায় নকৰিলে। নিচুকনি গীত গাইয়েই আমাক নিচুকাই ৰাখিলে। নিচুকনি গীতে আৰু আমুৱালে। লোক প্ৰিয় ৰবদলৈৰ দিনতে পোৱা দুহাজাৰ টকাৰ বাহিৰে চৰকাৰৰ এটা পইচা নোলোৱাকৈ, গাৱঁৰ নোখোজাকৈ, নিজৰ ধনেৰে শিক্ষকৰ দৰমহা, কিতাপ-ফলি আদি দি গাওঁবোৰত ইমানবোৰ স্কুল প্ৰতিষ্ঠা কৰা হ'ল। সেইবোৰ স্কুল চৰকাৰে নিজে আগ বাঢ়ি আহি, সমিতিক কৃতজ্ঞতা জনাই, লোৱাৰ পৰিবৰ্ত্তে ওলোটা সমিতিয়েহে বছৰৰ পাচত বছৰ ধৰি স্কুল ল'বলৈ চৰকাৰক মগনীয়াৰ দৰে অনুনয় বিনয় কৰি থাকিব লাগে। যেন আপুনি বা সমিতিৰ সদস্যসকলে নিজৰ স্বাৰ্থৰ কাৰণেহে এইবোৰ কৰিছে। আমি হাত ধুলোঁ। আপোনাকো এৰিবলৈ পৰামৰ্শ দিছোঁ। ইমান বছৰৰ স্বেচ্ছাকৃত নিস্বাৰ্থ ত্যাগ, চিন্তা আৰু কষ্টৰ বিনিময়ত আপুনি আৰু চৰকাৰ তথা মন্ত্ৰী ডা-ডাঙৰীয়াৰ পুতৌৰ পাত্ৰ হৈ নাথাকিব। আপোনাৰ পৰিস্থিতিত আপুনি যি কৰিলে, সেয়েই বহুত বুলি ভাবক। আমি ন দি ক'ব পাৰোঁ যে, শিক্ষা প্ৰচাৰ সমিতিৰ দৰে নিজৰ খাই, নিজৰ গাঠিৰ ধন খৰচ কৰি, নিজৰ পৰিশ্ৰমেৰে স্বেচ্ছাই সমাজৰ পিচপৰা দুৰ্গত সকলক সেৱা কৰাৰ নজিৰ, তথা সমিতিয়ে কৰা চিন্তা আৰু আঁচনি, অসমত নাই। প্ৰকৃততে এখন মঙ্গলকামী চৰকাৰে কৰিবলগীয়া কাম সমিতিয়ে কৰিছে। কিন্তু তাৰ স্বীকৃতি ক'ত? আপুনিতো বহুত নেতা, পালি নেতাৰেই ভৰিত ধৰিলে, নিচুকনিৰ বাহিৰে কোনোবাই বাস্তৱ সঁহাৰি জনালেনে? এই গাওঁবোৰৰ অনগ্ৰসৰতাৰ কথা, আপুনি ভৱাৰ দৰে অসমৰ জনগোষ্ঠী সমূহৰ মিলনৰ ভেটি স্থায়ী আৰু দৃঢ় কৰাৰ কথালৈ, কোনোবাই জানো মূৰ ঘমালে বা তেওঁলোকক কোৱাৰ পাচতো মন দি শুনিলে? অন্তঃসাৰশূণ্য প্ৰশংসাৰ বাণী শুনাই আমাৰ ডাঙৰীয়া সকলে অনুষ্ঠান গঢ়ে, দুখীয়া অশিক্ষিত গাৱঁলীয়া ৰাইজৰ দুখ মোচন কৰে। মালা পিন্ধিবলৈ সময়কণ উলিয়াব পাৰিলেও ৰাইজৰ বাস্তৱ অৱস্থাৰ সন্মুখীন হ'বলৈ, চিন্তা কৰিবলৈ, তেওঁলোকৰ আহৰি নাই। গতিকে এতিয়া আৰু এইবোৰ কৰি থকা অৰ্থহীন।"

মই কৰ্ম্মীসকলৰ কথাৰ আৰু ভাবানুভূতিৰ যথাৰ্থতা অস্বীকাৰ কৰিব নোৱাৰিলেও সম্পূৰ্ণ একমত হ'ব পৰা নাছিলোঁ। আমাৰ দেশ বা সমাজখন অকল চৰকাৰৰ ঘৰত থকা ব্যক্তিসকলৰে নহয়। এই সমাজ আমাৰ সকলোৰে। সমাজৰ অনগ্ৰসৰতাত বা নিৰক্ষৰতাত চৰকাৰী মন্ত্ৰী, বিষয়াবৰ্গৰ ব্যক্তিগত হিচাপে কোনো ক্ষতি নহয়, কিন্তু এই অনগ্ৰসৰতাই সমস্ত জাতিটোকে অৱনমিত কৰে।

প্ৰত্যেক চিন্তাশীল ব্যক্তিয়েই নিজৰ সমাজখনৰ, তথা জাতিটোৰ, উন্নয়নৰ কাৰণে দায়বদ্ধ বুলি ভবা উচিত। নিজৰ স্বাৰ্থৰ কাৰণে ব্যক্তিকেন্দ্ৰিক হৈ, কাৰোবাৰ ভৰিত ধৰাটো নিশ্চয় নীচতাৰ পৰিচায়ক। কিন্তু নিঃস্বাৰ্থ পৰসেৱাৰ কাৰণে কাৰোবাৰ ভৰিত ধৰাটো তৃপ্তি, আনন্দ আৰু গৌৰৱৰ বাহক। সেয়ে, মই বহু সময়ত বেজাৰ পাইছিলোঁ, কিন্তু অনুশোচনা কেতিয়াও অহা নাছিল। বাজহুৱা কাম কৰিবলৈ মোক কোনোৱে বাধ্য কৰা নাছিল। গতিকে আনৰপৰা মোৰ কামৰ স্বীকৃতি আশা কৰা ন্যায়সঙ্গত নহয়। মোৰ কামেই মোৰ স্বীকৃতি।

কাৰোপৰা সহযোগিতাৰ আশ্বাস নোপোৱাত মই নুনী বাগিছা প্ৰতিপাল কৰি ৰখা

অসম্ভৱ হৈ পৰিছিল। লাহে লাহে জেওৰাবোৰ ভাঙি নি অভাৱী ৰাইজে নিজৰ নিজৰ খৰিৰ অভাৱ পূৰালে, গছপুলিবোৰ কাটি-চিঙি পেলালে। নিজে কৰা নুনী বাগিচাখন নিজৰ চকুৰ আগতে বাকৰিয়নিত পৰিণত হ'ল। মোৰ চকুৰ আগতে মোৰ সন্তান এটাৰ মৃত্যু হ'ল।

তথাপিতো মই আশা এৰা নাছিলোঁ। শেষলৈকে মাটিৰ চৰকাৰী খাজনা মই নিজৰ পৰাই শিক্ষা প্ৰচাৰ সমিতিৰ নামত আদায় দি আছিলোঁ। যি কি নহওক, শেষত উপায়ুক্ত অগ্নিহোত্ৰীৰ অনুৰোধক্ৰমে, ডিগবৈ হাইস্কুলৰ কাৰণে এই ১২ বিঘা মাটি এৰি দিছিলোঁ। সুখৰ কথা যে, এই মাটিত এটা ভাল শিক্ষানুষ্ঠান হ'ল। কিন্তু আমাৰ কল্পনা, চিন্তা, ত্যাগ আৰু কৰ্ম্মৰ কৰুণ সমাধি ঘটিল।

## বোবা-কটা প্ৰশিক্ষণ কেন্দ্ৰ

সমিতিৰ প্ৰস্তাৱিত প্ৰশিক্ষণ কেন্দ্ৰৰ আধাৰ শিলা ১৯৫১ চনৰ ১৮ মাৰ্চ্চতেই স্থাপন কৰা হৈছিল। আধাৰ শিলা স্থাপন কৰা হ'ল কিন্তু ঘৰ সাজিবলৈ পইচা এটাও নাছিল। ৪৬ চনৰপৰা ৫১ চনলৈ কৰ্মীসকলৰ বহুতেই ভাগৰি পৰিছিল। কিছুমানে চাকৰি আৰু পাৰিবাৰিক অসুবিধাৰ কাৰণেই কাম কৰিবলৈ অক্ষমতা প্ৰকাশ কৰিছিল। দান-বৰঙণি দিয়া সকলোৱে সৰহ ভাগেই হাত কোঁচাইছিল। ইয়াৰ মাজতো খুজি-মাগি যেনেকৈয়ে নহওক, ভগবানৰ ওপৰত বিশ্বাস ৰাখি, কেন্দ্ৰটো প্ৰতিষ্ঠা কৰিবলৈ মনত সাহস গোটালোঁ। এই কামটো কংগ্ৰেছৰো এটা অতি আৱশ্যকীয়, গঠনমূলক কাম বুলি ভাবি, মই মোৰ লগতে কাম কৰা কংগ্ৰেছৰ মুখ্য সহযোগী দুজনমানক লগতলৈ, ঘৰে ঘৰে খুজিবলৈ ঠিক কৰিছিলোঁ। আমাৰ ঘূৰাৰ সময় আছিল গধূলি মাত্ৰ ২/৩ ঘণ্টা। মাত্ৰ দুদিন ঘূৰিছিলোঁ। সিকি, আধলি, টকাটোতকৈ কোনোৱে বেছি আগবঢ়োৱা নাছিল। বহুতক আকৌ লগেই নাপালোঁ। ঘৰত মূল মানুহজন নথকা অৱস্থাত মহিলাগৰাকীয়ে দান-বৰঙণি দিয়া সম্ভৱ নাছিল। অৱস্থা দেখি, পৰিকল্পিত ইমান ডাঙৰ ঘৰ এটা সাজি উলিওৱা কেতিয়াও সম্ভৱ নহ'ব বুলি, মোৰ লগৰীয়াই মনতে ভাবি ল'লে। ইয়াত লাগি থাকি শেষত লাজ পোৱাৰ ভয়ত, কিবাকিবি অসুবিধা দেখুৱাই, মোক এৰা দিলে। মোৰ প্ৰধান সহযোগীজনে আকৌ ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি ডিগবৈলৈ আহিব বুলি শুনি, তেখেত অহাৰ আগে আগে ডিগবৈৰ কংগ্ৰেছ ভৱনটো সাজি উলিওৱাৰ কথা কৈ, মোক শিক্ষা প্ৰচাৰত লাগি থাকিবলৈ কৈ, অত্যুৎসাহী কংগ্ৰেছ কৰ্মীয়ে কংগ্ৰেছ ভৱনটো ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদ অহাৰ আগে আগে সাজি উলিয়াবলৈ একাগপতীয়া ভাবে লগাৰ কথা ক'লে। মই তেখেতক বুজাবলৈ চেষ্টা কৰিছিলোঁ যে, ৰাজেন্দ্ৰ প্ৰসাদ ৰাষ্ট্ৰপতি। কংগ্ৰেছ সভাপতি নহয়। তেখেত কংগ্ৰেছ ভৱনলৈ নাহে। আমাৰ কামটো গঠনমূলক কাম। এই কামটো কৰিব পাৰিলে কংগ্ৰেছৰ ডাঙৰ কাম কৰা হ'ব। এই কামটো কৰি লৈ, কংগ্ৰেছ ভৱনত মন দিম। মোৰ কথা নৰজিল। তেখেতে কংগ্ৰেছ ভৱন কৰিবই। মই কাৰণটো বুজি পাই নম্ৰতাৰে কলোঁ—"ভাল কথা, কংগ্ৰেছভৱন কৰক। মনত ৰাখিব যে, কংগ্ৰেছভৱনৰ কাৰণে কোম্পানীৰপৰা মাটি মইয়েই লৈছোঁ। আপোনাৰ চেষ্টাত ভৱনটো হ'লে মই সকলোতকৈ সুখী হ'ম। কৰক, আপুনি কংগ্ৰেছ ভৱন কৰক। মই যিটোত লাগিছোঁ, তাতেই লাগি থাকিম। চাওঁ কি হয়।" ধৰ্ম্মেশ্বৰ দত্তই মোক সমৰ্থন কৰিছিল।

মই ঘৰে ঘৰে খোজা আৰম্ভ কৰিলোঁ। কম হ'লেও সঁহাৰি সকলোৱে জনাইছিল। কম বেছি সকলোৱে মোক ভিক্ষা দিছিল, কোনোৱে না কৰা নাছিল। ডিগবৈৰ ফৰেষ্ট বিট অফিচাৰ

মুক্তেশ্বৰ গগৈয়ে ঠিকাদাৰ সকলক কৈ, কাঠ সংগ্ৰহ কৰি দিছিল। ঘৰৰ ঠিকা দিছিলোঁ আধাৰাম ঠিকাদাৰৰ ৰাজমিস্ত্ৰী আব্দুল ওবাহেবক (ৰমাই মিস্ত্ৰী)। এই ব্যৱস্থাত ঠিকাদাৰে নিজ হাতে কাম কৰাৰ কাৰণে ঠিকাদাৰৰ লাভ আৰু চুপাৰভাইজাৰৰ দৰমহা আমাৰ ৰাহি হৈছিল। মানুহজন ভাল কাম জনা আৰু বিশ্বাসী আছিল।



'চুনিলাল ৰায় শালিগ্ৰাম বাহাদুৰ কোম্পানীৰ বৃদ্ধি চান্দ কাৱৰাই টিনপাত কিনি দিছিল। এনেদৰে তিনি বছৰৰ মূৰত ৯০'x৪০' জোখৰ ঘৰটো সম্পূৰ্ণ হোৱাৰ উপৰিও আৱশ্যকীয় সা-সঁজুলি সহ ৪ খন তাঁত শাল, এৰি মুগা কটা যঁতৰ আৰু ভাউৰী, প্ৰশিক্ষাৰ্থী থাকিবৰ কাৰণে খাটিয়া আদিও সংগ্ৰহ হৈছিল। এই কেন্দ্ৰটো ১৯৫৬ চনৰ ১ মাৰ্চ্চ তাৰিখে ইন্দিৰা গান্ধীয়ে উন্মোচন কৰিছিল। দুৰ্ভাগ্য বশতঃ সেইদিনা মই বসন্ত ওলাই শয্যাগত হৈ আছিলোঁ। সম্পাদক মাখন বৰঠাকুৰ, কালীচৰণ দাসকে প্ৰমুখ্য কৰি কৰ্ম্মীসকলে আৰু অন্যান্য গুণগ্ৰাহীসকলৰ আন্তৰিকতাত, মুকলি উৎসৱ সৰ্ব্বাঙ্গ সুন্দৰ হৈছিল। ইন্দিৰা গান্ধীয়ে হেনো কৰ্ম্মীসকলৰ সুশৃঙ্খল ব্যৱস্থাপনাক প্ৰশংসো কৰিছিল। এ.ও.চি. বয়জ হাইস্কুলৰ হেডমাষ্টাৰ মাননীয় শৈলেশ চন্দ্ৰ দত্তৰায়দেৱে নিজে আহি দাঁৰৰ বাতৰি দাঁৱে মোক দি আছিল।

ভগবানৰ কৃপাত শিক্ষা প্ৰচাৰ সমিতিৰ ঘৰ হ'ল। কিন্তু আনফালে, সিদিনালৈকে কংগ্ৰেছ ভৱনৰ নামত এচটা ইটাও নপৰিল। এটা পইচাও সংগ্ৰহ নহ'ল।

ঘৰটো সাজোঁতে দুই এটা তেনেই সৰু-সুৰা কথাই মনত লগাই যোৱা আঁচোৰ পাহৰা নাই। যেনেঃ—ঘৰটোৰ কাৰণে বহুটো বল্টু আৰু ক্ৰেম্পৰ দৰকাৰ হৈছিল। সেই সময়ত কোম্পানীৰ ওৱৰ্কচপত এইবোৰ বস্তু হিচাপ নোহোৱাকৈ তৈয়াৰ হৈছিল। বহুতে ওৱৰ্কচপৰ বস্তুৰে নিজৰ ঘৰো সাজিছিল। ওৱৰ্কচপত দুজন অসমীয়া মানুহ মুৰব্বী হিচাপে আছিল। মই তেখেতসকলৰ ওচৰ চাপিলোঁ—কিবা সহায় কৰিব পাৰে নেকি? তেখেতসকলে চুৰি কাম কৰিব নোৱাৰে বুলি ক'লে। চুৰকৈ নকৰি এটা শিক্ষানুষ্ঠানৰ কাৰণে চাহাবক ক'লেও না নকৰিব বুলি কোৱাত তেখেতসকলে 'লিটিল চাহাব বৰ একা চেকা চাহাব' বুলি কৈ মোক বাহিৰৰ বজাৰত কিনিবলৈ পৰামৰ্শ দিলে। পৰামৰ্শ দিয়াত পইচা নালাগে, কিন্তু ক্ৰেম্প, বল্টু কিনিবলৈ পইচা লাগে। আমাৰ পইচা নাই। মই পিচদিনাখন লিটিল চাহাবৰ ওচৰলৈ যাবলৈ ঠিক কৰিলোঁ। চাহাবৰ ব্যৱহাৰ আগতীয়াকৈ জানিবৰ কাৰণে, গধূলি জগবন্ধু সৰকাৰৰ (কানাই সৰকাৰ) ওঁচৰ পালোঁগৈ। কানাই সৰকাৰেও ওৱৰ্কচপতে কাম কৰিছিল। মই তেখেতক কথাটো কোৱাত তেখেতে ক'লে—"আমি থাকোঁতে আপুনি কিয় চাহাবৰ ওচৰলৈ যাব লাগে? অনুষ্ঠানটো অকল আপোনাৰ নহয়, সকলোৰে, মোৰো। মই চাহাবক কৈ বন্দবস্ত কৰিম। ৭ দিন মানৰ ভিতৰতে বস্তুবোৰ আপোনাৰ অনুষ্ঠানতে পাব। যদি আনিছে, কিমান জোখৰ কিমান কিমান বল্টু, ক্ৰেম্প লাগে, লিষ্টিখন দি যাওক।" মই লিষ্টি দিলোঁ। এসপ্তাহৰ পাচত ২ বস্তা বল্টু আৰু ক্ৰেম্প আমাৰ কেন্দ্ৰত কোনোবাই পেলাই থৈ গ'ল। আঁচনি অনুসৰি ঘৰটো হৈ উঠিল। কানাই সৰকাৰ তথা জগবন্ধু সৰকাৰে 'বন্ধু' ৰূপে 'কানাই'ৰ কামকে কৰিছিল।

এই কেন্দ্রত বছৰি ১২ জনীকৈ ছোৱালী গাৱঁৰপৰা আনি, প্ৰশিক্ষণ দিয়া হৈছিল। প্ৰতিজনীকে মাহে ১২ টকাকৈ খৰচ দিয়া হৈছিল। যিহেতু ইয়াত এৰি-মুগা সূতা কটা আৰু বোৱাবো শিক্ষা দিয়া হৈছিল, সেই কাৰণে চৰকাৰী উইভিং স্কুলৰপৰা পাচ কৰা শিক্ষকৰ সলনি হাতে কাম কৰা অভিজ্ঞ, পটু বোৱনী গুৱালকুচিৰ উপেন বৈশ্যক শিক্ষক নিয়োগ কৰা হৈছিল। দৰমহা আছিল ৪০ টকা। তেখেতে এৰি, মুগা আৰু পাটৰ কাপোৰো ব'ব জানিছিল। মুঠতে 'জেকাৰ্ড' কে ধৰি তাঁত শালৰ সকলো কাম জানিছিল। ঘৰটোৰ এটা মূৰত বৈশ্যকো থাকিবলৈ দিয়া হৈছিল। এমাহমানৰ পাচত তেখেতৰ পৰিবাৰো আহিছিল। তেখেতো গুৱালকুচিৰ ছোৱালী আৰু পটু বোৱনী আছিল। পৰিবাৰ অহাত বৈশ্যৰ সহায় হোৱাৰ উপৰিও কেন্দ্ৰটোৰ উৎপাদনো বাঢ়িছিল। ঘৰটোৰ গাতে লগাই, পকা বেৰৰ টিনৰ চালি এখনত ছোৱালীবোৰক থাকিবলৈ দিয়া হৈছিল। চেনিটাৰী লেট্ৰিন এটা কোম্পানীয়ে কৰাই দিছিল। অৱশেষত বহুত পৰীক্ষা-নিৰীক্ষা কৰাৰ পাচত উইভিং ডিৰেক্টৰ ৰমাকান্ত শৰ্ম্মাই ছাত্ৰীবাসৰ কাৰণে পাঁচ হাজাৰ টকাৰ এক কালীন মঞ্জুৰী এটা পঠাইছিল। তাৰ লগতে আৰু এহেজাৰ টকা খৰচ কৰি, বান্ধনী ঘৰেৰে সৈতে ছাত্ৰীবাস এটা সাজি উলিওৱা হৈছিল। খাটিয়া আদিও সমিতিৰপৰাই কৰোৱা হৈছিল। বহুতো লিখা-লিখি কৰাৰ পাচত, দুবছৰৰ মূৰত, বৈশ্যৰ দৰমহা মাহে ৬০ টকাকৈ চৰকাৰে মঞ্জুৰ কৰিছিল।

## জিলা উপায়ুক্তৰ বয়ন কেন্দ্ৰ পৰিদৰ্শন

২৪-৫-৫৭ তাৰিখে লক্ষীমপুৰ জিলাৰ উপায়ুক্তই শিক্ষা প্ৰচাৰ সমিতিৰ বয়ন কেন্দ্ৰ পৰিদৰ্শন কৰি দিয়া তেখেতৰ টোকা তলত দিয়া হ'ল।

"I visited the Weaving section of the Samity today. There are 14 looms with enrolment of 20 girl students. The School is accomodated in a spacious and well built house, which was constructed with public gift. I saw the work done here. It is praiseworthy."

"Immediabty needs are—

1. A hostel for girl trainees, preferably for tribals. Tribal students cannot join this institution for want of any hostel. I recommend to Tribal Deptt. for a suitable non-recurring grant for constructing a hostel for at least 12 girl trainees. The President will please apply for such a grant with full particulars."

2. "Stipends should also be sanctioned for tribal girls at least 8 no. for present."

- - -

5. "A recurring grant in aid for maitenance of this school should also be sanctioned."

"I wish the Institution every success.

Sd/- L. Sharma
Deputy Commissioner, Lakhimpur
24/5/57

## মাটি অধিগ্ৰহণ

ভৱিষ্যতে কেন্দ্ৰটোৰ সম্ভাব্য সম্প্ৰসাৰণৰ কাৰণে আৰু মাটি বিচাৰি, কোম্পানীক দৰ্খাস্ত কৰিছিলোঁ। আমাৰ অনুৰোধ ৰক্ষা কৰি, মাটি মঞ্জুৰ কৰি দিয়া কোম্পানীৰ চিঠি—

MEMORANDUM
ASSAM OIL COMPANY LTD.
DIGBOI P.O.
UPPER ASSAM
No. E.D. 1144/G-213-C
Dated 11-10-54

To

The President
Siksha Prachar Samity
Digboi

Dear Sir

LAND

We refer to your application dated 21-8-54, we are to alllot the two additional plot of land diemention of which are given below.

(1) Plot to the East of Muslim Club 150'x50'

(2) Plot to the West of Muslim Club 180'x25' (approx)

We are arranging to have the existing license amended as necessary and the area demanded as early as possible.

Yours Faithfully

Sd/-
for General Manager

## চৰকাৰী এম্পোৰিয়াম

উৎপাদিত সামগ্ৰীৰ বিক্ৰীৰ সুবিধাৰ কাৰণে ডিগবৈত চৰকাৰী এম্পোৰিয়াম এখন দিয়াবৰ কাৰণে চেষ্টা কৰিছিলোঁ। এম্পোৰিয়াম মঞ্জুৰ কৰা তলৰ চিঠিখন পাইছিলোঁ।

GOVERNMENT OF ASSAM

OFFICE OF THE DIRECTORATE OF SERICULTURE & WEAVING, ASSAM, SHILLONG

No SHE 1/54/12 Dated Shillong the 17th March 1954

From— Shri A. C. Hazarika, B.A.
Special Officer, Handloom Development Scheme
Assam Shillong

To

The President,

Digboi Siksha Prachar Samity

Digboi

Subject : Starting of an Emporium at Digboi

Reference : Your letter dated 8-3-54 to the Development Officer, Dibrugarh

Sir,

I am directed to inform you that it has been decided to start an Emporium at Digboi immediately and the Senior Inspector of Co-operative Societies. Dibrugarh has been instructed to take necessary steps

I also thank you very much for taking the responsibility of finding out a suitable house for the Emporium and trust that the Senior Inspector of Co-operatives will receive all help from you in this as well as other matters connected with the Emporium.

Yours faithfully
Sd/-
Special Officer
Handloom Development, Assam

Copy to :—

1) Sr. Inspector of Co-operatives, Dibruigarh in Connection of this office letter No SHE 1/54/11 Dated 17-3-54.

2) Develpment Officer, Dibrugarh, with reference to his letter No. DLDB/2/54/30 Dated 2-3-54

Yours faithfully
Sd/- A. C. Hazarika
Special Officer
Handloom Development, Assam

## এম্পোৰিয়ামৰ কাৰণে অসম অইল কোম্পানীয়ে দিয়া চিঠি

ASSAM OIL COMPANY LIMITED

No. WA 9-4/494/54

Digboi
Assam 8th April 1954

To

Shri D.C. Deb Sarmah

President, Siksha Prachar Samity, Digboi

Dear Sir,

Allotment of Shop

As required we are to allot to you shop No. 4003-13 in the A.O.C.

Bazzar for the use of the Government Emporium temporarily with from date until such time a permanent accormodation is available for them in the Siksha Prachar Samity building, on payment of monthly rental of Rs. 10/-. Please give us due notice of the removing of this shop when their permanent building are available.

2. Please signify acceptance of this arrangement by signing and returning our copy of this letter.

Yours faithfully

Sd/-

Welfare Officer

চৰকাৰী এম্পোৰিয়াম ডিগবৈত হ'ল। এম্পোৰিয়ামখন অকল মেনেজাৰে চম্ভালিব নোৱাৰা হ'লত চৰকাৰে এগৰাকী সহকাৰীও নিয়োগ কৰিছিল। ডিগবৈৰ ইটাভাটাৰ ছোৱালী নবলতা শইকীয়াক সহকাৰী হিচাপে নিয়োগ কৰিছিল। তেওঁ গুৱাহাটীৰ শৰণীয়া আশ্ৰমত প্ৰশিক্ষণ লৈ অহা ছোৱালী আছিল।

## বোবা-কটা প্ৰশিক্ষণ কেন্দ্ৰৰ শেষ পৰিণতি

এটা কথা আজি মই বিনা দ্বিধাই মানি লৈছোঁ যে, বৰদলৈ, বিমলা চলিহা যোৱাৰ পাচত মেধি আৰু মহেন্দ্ৰ চৌধুৰীক, তথা মেধি চৰকাৰক আমি আমাৰ আঁচনিৰ আৱশ্যকতা, গুৰুত্ব আৰু কাৰ্য্যকৰীতাৰ বিষয়ে বুজোৱা দূৰৰ কথা, শুনাবই পৰা নাছিলোঁ। চৰকাৰৰ আঁচনিবোৰৰ এটা নিৰ্দ্দিষ্ট গত আছিল বা আছে। তেওঁলোকে সেই গতৰ অকণমানো ইফাল-সিফাল কৰিব নোখোজে বা আনে কিবা ক'লেও কথাটো শুনি, অলপ কিবা চিন্তা কৰাৰ প্ৰয়োজন আছে বুলি নাভাবে। তেওঁলোকে যি ভাবে বা কৰে সেয়ে শুদ্ধ। সেই কাৰণে আন কিবা আঁচনিৰ উপযুক্ততা বা আৱশ্যকতাৰ বিষয়ে বিচাৰ কৰি চোৱাৰ অৱকাশ তেওঁলোকৰ নাছিল। গতিকে আমিও আন্তৰিকতাবিহীন প্ৰশংসা বাণীৰ বাহিৰে, শিক্ষা প্ৰচাৰৰ আঁচনিখন ৰূপায়িত কৰিবলৈ, কোনো বাস্তৱ পৰামৰ্শ, সহায়-সহযোগ পোৱা নাছিলোঁ। **প্ৰকৃতাৰ্থত সমাজৰ অশিক্ষিত, অৱজ্ঞাত, পিচপৰা সকলৰ কাৰণে তৃণ-মূলৰপৰা উন্নয়নৰ আঁচনি লৈ, কাম কৰাৰ চিন্তা আৰু মানসিকতা, তেওঁলোকৰ নাছিল।**

বোবা-কটা কেন্দ্ৰৰ অন্যান্য দৈনন্দিন খৰচৰ বাহিৰেও প্ৰতি বছৰে এৰাব নোৱাৰা খৰচ আছিল এনে ধৰণৰ—

| | |
|---|---|
| শিক্ষকৰ দৰমহা মাহে ৬০ টকাকৈ | ৬০×১২=৭২০ টকা |
| সহকাৰীৰ দৰমহা মাহে ২০ টকাকৈ | ২০×১২=২৪০ টকা |
| চৌকিদাৰ-যোগালিৰ দৰমহা মাহে ১৬ টকাকৈ | ১৬×১২=১৯২ টকা |
| প্ৰতিজনী প্ৰশিক্ষাৰ্থীৰ মাহে ১২ টকাকৈ ১২ জনী প্ৰশিক্ষাৰ্থী | ১২×১২×১২=১৭২৮ টকা |
| মুঠ | ২৮৮০ টকা |

এই ২৮৮০ টকাৰ উপৰিও সূতা, বং কিনাৰ মূলধন, শাল যঁতৰ আদিৰ মেৰামতি, শাল

যঁতৰকে ধৰি বিভিন্ন সা-সঁজুলি কিনা আদিৰ খৰচ আছেই। সকলোবোৰ ধৰিলে কেন্দ্ৰটো কাৰ্য্যকৰী ভাবে চলাই থাকিবলৈ বছৰি অন্ততঃ ৩৫০০ টকাৰ প্ৰয়োজন আছিল।

প্ৰথম অৱস্থাত কেন্দ্ৰৰ নিজা উৎপাদনেৰে এই খৰচ কুলোৱা সম্ভৱ নাছিল। প্ৰশিক্ষাৰ্থীবোৰ আছিল একেবাৰে অনভিজ্ঞা, অশিক্ষিতা আৰু নতুন। শিক্ষা কালৰ প্ৰথম ছমাহ বিশেষ উৎপাদন নাছিল। পিচৰ ছমাহত লাহে লাহে উৎপাদন বাঢ়িছিল। এইটো আছিল প্ৰশিক্ষণ কেন্দ্ৰ, উৎপাদক কেন্দ্ৰ নহয়। এনে অৱস্থাত প্ৰথম ডোখৰত কোনো ৰকমে এই কেন্দ্ৰটো স্বয়ংসম্পূৰ্ণ হ'ব পৰা নাছিল। প্ৰশিক্ষণ শেষ হোৱাৰ পাচত, ব্যৱসায়িক দৃষ্টি-কোণেৰে তেওঁলোকক মজুৰি দি, কামত লগোৱাহেতেন হয়তো স্বয়ং সম্পূৰ্ণ হ'লহেতেন। আমি চৰকাৰক মাত্ৰ ৬।৭ বছৰৰ কাৰণে তলত দিয়া ধৰণৰ আৰ্থিক সহায় বিচাৰিছিলোঁ, এতিয়ালৈকে চৰকাৰক অন্য খৰচৰ বাবে একো খোজা নাছিলোঁ।

১। প্ৰশিক্ষাৰ্থীসকলৰ মাহিলি ভাট্টা।

২। প্ৰশিক্ষণ শেষ হ'লে প্ৰতি প্ৰশিক্ষাৰ্থীকে এটা যঁতৰ, ৰাঁচ, মাকোসহ আৱশ্যকীয় প্ৰাথমিক সা-সঁজুলিসহ বিনামূলীয়াকৈ একোখন তাঁত শাল দিয়াৰ ব্যৱস্থা কৰা।

৩। প্ৰশিক্ষণ শেষ কৰি গৈ, নিজৰ ঘৰতে নিয়াৰিকৈ বোৱা কটা কৰিবৰ কাৰণে দিহা-পৰামৰ্শ দি, সহায় কৰি, তেওঁলোকক কামত লগাই ৰাখিবৰ কাৰণে এজন স্থায়ী পৰিদৰ্শক নিয়োগ বা পৰিদৰ্শকৰ দৰমহা। আমি আৰু কৈছিলোঁ যে, আমাক কোনো টকা-পইচা দিব নালাগে। প্ৰতিমাহে চৰকাৰৰ বিভাগীয় বিষয়াই আমাৰ কেন্দ্ৰ পৰিদৰ্শন কৰিব আৰু নিজে টকা বিলি কৰি যাব। বছৰটোত মুঠ খৰচ হ'ব—

| | |
|---|---|
| ১। প্ৰশিক্ষাৰ্থীসকলৰ মাহিলী ভাট্টা | ১৫×১২×১২=২১৬০ টকা |
| ২। তাঁতশাল ১২ খন | ৬৫×১২=৭৮০ টকা |
| ৩। যঁতৰকে ধৰি অন্যান্য সঁজুলি | ৪৫×১২=৫৪০ টকা |
| মুঠ | ৩৪৮০ টকা |
| ধৰক | ৩৫০০ টকা |

ইয়াৰো এবছৰৰ পাচত ২ আৰু ৩ নং খৰচ বাদ দি মাথো প্ৰশিক্ষাৰ্থীসকলৰ ভাট্টা মাহে ১৮০ টকাকৈ বছৰত ২১৬০ টকা দিব লাগিব। এখন চৰকাৰৰ কাৰণে ঘৰে-দুৱাৰে সা-সঁজুলিৰে প্ৰতিষ্ঠিত কুটীৰ শিল্প-শিক্ষাকেন্দ্ৰ এটাক প্ৰথম বছৰত ৩৫০০ টকা আৰু ২য় বছৰৰপৰা মাহে ২১৬০ টকা অনুদান দিব নোৱাৰা বোজা বুলি আমি ভবা নাছিলোঁ।

চৰকাৰে আমাৰ আঁচনি আৰু কাৰ্য্যক প্ৰশংসা কৰিও সহায় কৰিব নোৱাৰিলে। কাৰণ চৰকাৰৰ নিয়মত নপৰে। আমাক কোনো সহায় নকৰি চৰকাৰে নিজৰ বৰীয়াকৈ এনে এখন আঁচনি ৰূপায়ণ কৰিবলৈ অনুৰোধ কৰিও নিষ্ফল হৈছিলোঁ।

লাহে লাহে আমাৰ শক্তিয়ে নুকুলোৱা হ'ল। উইভিং আৰু চেৰিকালচাৰ বিভাগৰ ডাইৰেক্টৰ ৰমা শৰ্ম্মা কেইবাবাৰো আমাৰ কেন্দ্ৰলৈ আহিছিল। তেখেতে অশেষ যত্ন কৰিও অন্ততঃ পৰীক্ষামূলক ভাবেও, আমাৰ আঁচনিখন চৰকাৰক লোৱাব নোৱাৰিলে। শেষত ১৯৬৬ চনত এদিন আহি, আমাৰ কেন্দ্ৰটোক চৰকাৰীকৰণৰ প্ৰস্তাৱ দিলে। তেখেতে কৈছিল—"মই

স্বীকাৰ কৰিছোঁ যে, অসমত যিমানবোৰ ৰাজহুৱা বোৱা-কটা কেন্দ্ৰ স্থাপিত হৈছে, শিক্ষা প্ৰচাৰ সমিতিৰ এই কেন্দ্ৰটোৰ নিচিনা ইমান ডাঙৰ-দীঘল আহল-বহল ঘৰ, সা-সঁজুলিৰে পৰিপূৰ্ণ ডাঙৰ ৰাজহুৱা অনুষ্ঠান, এখনো হোৱা নাই। মই ব্যক্তিগতভাবে প্ৰত্যয় গৈছোঁ যে, শিক্ষা প্ৰচাৰ সমিতিৰ আঁচনিখন এটা নতুন দিশৰ সূচনাকাৰী আঁচনি। শিক্ষা প্ৰচাৰ সমিতিৰ নিচিনা তৃণ মূলৰপৰা 'ডেভালাপমেণ্ট' কৰাৰ আঁচনি চৰকাৰৰ নাই। আপোনালোকক সহায় কৰিব নোৱাৰি নিজেই দুখ পাইছোঁ। মই আজি এই কেন্দ্ৰটো চৰকাৰী কৰাৰ প্ৰস্তাৱ লৈ আহিছোঁ। কিয়নো আপোনালোকে চৰকাৰৰ সাহায্য নাপালে এনে এখন ব্যয় বহুল আৰু দীৰ্ঘম্যাদী আঁচনি আৰু বেছি দিন চলাই থাকিব নোৱাৰিব। তেতিয়া ঘৰে-দুৱাৰে ইমানবোৰ তাঁতশাল, যঁতৰ, সা-সঁজুলিৰে পৰিপূৰ্ণ ছাত্ৰীবাস সহ অনুষ্ঠান এটা নোহোৱা হ'ব লাগিলে আমাৰ কাৰণে দুখৰ কথা হ'ব। সেয়ে আপোনালোকে যদি সম্মত হয়, মই এইখন চৰকাৰী কৰি ল'ব পাৰোঁ। তেতিয়া অন্ততঃ চৰকাৰীগতত হ'লেও চলি থাকিব। শিক্ষা প্ৰচাৰ সমিতিৰ উদ্দেশ্য আৰু লক্ষ্য পূৰণ নহ'লেও চৰকাৰী উইভিং স্কুল হৈ চলি থাকিব।''

## চৰকাৰৰ পৰা কামৰ পুৰস্কাৰ পাইছিলোঁ

১। চৰকাৰে লোৱাৰ পাচত প্ৰথমতে ২/৩ বছৰ নাম ফলকত 'চৰকাৰী বোৱা-কটা প্ৰশিক্ষণ কেন্দ্ৰ (শিক্ষা প্ৰচাৰ সমিতিৰ দ্বাৰা প্ৰতিষ্ঠিত) বুলি লিখা আছিল। পাচত শিক্ষা প্ৰচাৰ সমিতিৰ নামটো একেবাৰে বাদ দি নতুন ফলক লগাই শিক্ষা প্ৰচাৰ সমিতিক চিতাগ্নিত জ্বলাই দিলে।

২। প্ৰথমতে মোক সভাপতি কৰি চৰকাৰে চকু ৰখাৰ কাৰণে সহকৰ্ম্মী কেইজনমানক লৈ কমিটি কৰি দিছিল। শেষত এই বয়ন কেন্দ্ৰৰ লগত সম্বন্ধ নথকা কেইজনমানক সদস্য লৈ চৰকাৰে নতুন কমিটি কৰি দিছিল। এনেদৰে শিক্ষা প্ৰচাৰ সমিতিৰ নাম লোপ কৰাৰ লগতে আমাকো নাম কাটি পুৰস্কৃত কৰিছিল। এইখিনিতে উনুকিয়াই থোৱা উচিত হ'ব যে, আমাৰ কমিটিখন থকালৈকে নাম ফলক ঠিকেই আছিল। নতুন কমিটি অহাৰ পিচতেই নাম ফলকৰপৰা শিক্ষা প্ৰচাৰ সমিতিৰ নাম উঠাই দিয়া হৈছিল। নতুন কমিটিৰ ইয়াত কিবা হাত আছিল বুলি মই ক'ব খোজা নাই। কিন্তু চলি থকা নামফলকখন বদলি হোৱাত কমিটিয়ে একো মাত মতা নাছিল, সেই বিষয়ত মই নিশ্চিত।

ঘৰে দুৱাৰে শাল, যঁতৰ আৰু বিবিধ সা-সঁজুলিৰে পৰিপূৰ্ণ এই অনুষ্ঠানটি এটা ফুটা কড়িও খৰচ নকৰাকৈ অধিগ্ৰহণ কৰাৰ কৃতজ্ঞতা চৰকাৰে এনেদৰেই জনালে। চৰকাৰৰ তথা নতুন কমিটিৰ সৌজন্যবোধ কণমো অভাৱ দেখি, সদস্যসকলে বিস্ময় মানিছিল। নিঃস্বাৰ্থ সমাজকৰ্ম্মীক চৰকাৰে এনেদৰেই উৎসাহিত কৰে।

## শিক্ষা প্ৰচাৰ সমিতিৰ স্কুল সমূহৰ শেষ অধ্যায়

১৯৫৩ চনলৈ আমাৰ ১৫ খন প্ৰাইমাৰী স্কুল চৰকাৰী হৈছিল। প্ৰতিখন স্কুল কমেও এবছৰৰ পৰা ২/৩ বছৰলৈ নিজৰ খৰচত চলোৱাৰ পাচতহে অনুনয়-বিনয় কৰি চৰকাৰক সোধাব পৰা হৈছিল। আমি আৰু ২০ খন স্কুল কৰাৰ পৰিকল্পনা কৰিছিলোঁ। তাৰে ৭ খন আৰম্ভ

কৰিছিলোঁ। কিন্তু এতিয়াও চৰকাৰৰ কিছু সহায় নাপালে কামত অগ্ৰসৰ হ'বলৈ সাহস নোহোৱা হৈছিল।

## মুষ্টি ভিক্ষা

ক্ৰমান্বয়ে মানুহে পইচা দিবলৈ টান পোৱা হৈছিল। কৰ্ম্মীসকল নিৰুৎসাহ হৈ পৰিছিল। শিক্ষকক দৰমহা দিবলৈ অকুলন হৈ পৰিছিল। শেষত মুষ্টি ভিক্ষা আৰম্ভ কৰিলোঁ। প্ৰতিঘৰৰ ৰান্ধনীয়ে দুপৰীয়া আৰু ৰাতি ৰন্ধাৰ সময়ত মাত্ৰ এমুঠি চাউল এটা পাত্ৰত থৈ যাব। ৭ দিনৰ মূৰে মূৰে, ঘৰে ঘৰে গৈ, সেই চাউল সংগ্ৰহ কৰি অনা হ'ব। মানুহে বৰ আনন্দেৰে এই প্ৰস্তাৱ গ্ৰহণ কৰিছিল। আমি প্ৰায় ২০০ মান মাটিৰ ঘট কিনি ঘৰে ঘৰে দিছিলোঁ। যিবোৰক ঘট দিয়া হৈছিল সেইবোৰৰ প্ৰায়ভাগেই চাউল দিছিল। প্ৰতি চুবুৰীয়ে চুবুৰীয়ে এজোনকৈ সংগ্ৰহকাৰী দিছিলোঁ। তেওঁলোকেও প্ৰথম অৱস্থাত বৰ উদ্যোগেৰে কামটো কৰিছিল। এনেদৰে মাহে ৪।৫ মোন চাউল সংগ্ৰহ হৈছিল। কৰ্ম্মী পোৱা হ'লে আৰু হ'লেহেতেন। ২ বছৰ মান ভালকৈ চলিছিল। মোৰ এটা অনুমান হৈছিল যে, আমি যাব পৰা হেতেন প্ৰায়বোৰ মানুহেই চাউল দিলেহেতেন। কিন্তু বঢ়োৱা দূৰৰ কথা, দি থকা মানুহবোৰৰ চাউলখিনিও সংগ্ৰহ কৰোঁতা নোহোৱা হ'ল। আমাৰ কৰ্ম্মী ভাগৰি পৰিল। ইয়াত কৰ্ম্মীসকলক দোষ দিবলগীয়া একো নাছিল। বৰং তেওঁলোকে কৰা বিগত কালৰ কষ্টখিনিৰ কাৰণে কৃতজ্ঞতাত মই তেওঁলোকৰ ওচৰত মূৰ দোৱাইছিলোঁ। মই নিজে ১৮।২০ ঘৰৰ চাউল সংগ্ৰহ কৰিছিলোঁ। আনবোৰে এৰি দিয়াৰ পাচত মোৰ সংগ্ৰহ কোনো কামত নহা হ'ল। আৰু দুই মাহমান কৰি, মইও এৰি পেলালোঁ।

## মাননীয় কুলধৰ চলিহাৰ পৰিদৰ্শন



ইতিমধ্যে শিক্ষা প্ৰচাৰ সমিতিয়ে কৰা কামৰ কথা গম পাই সেই সময়ৰ অসম বিধান সভাৰ অধ্যক্ষ তথা স্বাধীনতা যুঁজৰ অসমৰ আগশাৰীৰ এজন বৰেণ্য নেতা, অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ প্ৰথম সভাপতি, মহামতি চি. পি. এন্দ্ৰজ (C. P. Endrews) আৰু হাৰাচ আলেকজেণ্ডাৰ (Harace Alexunder)ৰ প্ৰধান সহযোগী হিচাপে, ১৯২৮ চনৰ অসম কানি নিবাৰণ আন্দোলনৰ গুৰি ধৰাৰ উপৰিও নানা দায়িত্বশীল পদত অধিষ্ঠিত হোৱা, মাননীয় কুলধৰ চলিহা ডিগবৈলৈ আহি শিক্ষা প্ৰচাৰ সমিতিৰ কাম চাইছিল। তেখেতক পেঙেৰীলৈ নি, হাতীৰে দুখনমান গাৱঁলৈ নিয়া হৈছিল। অসম ত্ৰিব্যুনত তলত দিয়া বাতৰিটো ওলাইছিল। বছৰটো ১৯৫৩ আছিল।

**Sri K. Chaliha**
**Visit to Oil Field & Schools in Digboi**
**(From our own Correspondent)**

**Digboi Dec. 7**

"Sri Kuladhar Chaliha Speaker, Assam Assembly visited Digboi on December 4. During his stay for a day, he visited Oil Fields, refinery, schools and Ram Krishna Sewasram. **He was much impressed to note the work of the Siksha Prachar Samity which was extensive efforts for spreading education for village upliftment. Shri Chaliha also spoke for financial help from the Government to enable the Samity to complete the building they were erecting for weaving and Sericulture institute..........Regarding the problem about the tribal areas he said that it needed a careful handling."**

ইয়াৰ পাচত চৰকাৰৰ ঘৰত আমাৰ হৈ চেষ্টা কৰিবলৈ অনুৰোধ জনাই চলিহাদেৱলৈ কেইবাখনো চিঠি দিছিলোঁ আৰু উত্তৰো পাইছিলোঁ। তেখেতৰ শেষ চিঠিখন তলত দিয়া হ'ল।

## <u>চলিহা দেৱৰ চিঠি</u>

'CONFIDENTIAL

NO. 8/5/F- 9/54

To

The secretary, Digboi Siksha Prachar Samity Digboi

Dear Sir,

I understand that you open further twenty primary schools in the tribal areas or ex-garden labour areas of Digboi and I have suggested the Education Minister to grant rupees seven thoussand only for the 20 schools @ Rs 350/-(Rupees three hundred and fifty only) per school.

I hope you will send a scheme to him with a copy to me and estimates of cost, Please make a map and mark the sites, This should be done within a week,

with best wishes to you all

Yours sincerely

Jorhat — Sd/

5-7-54 — (Kuladher Chaliha)

৯।৭।৫৪ তাৰিখে চিঠিখন পাই হতভম্ব হলোঁ। আমাৰ লিখা ৭দিনৰ ভিতৰত পাব লাগিব। তেখেতৰ চিঠিৰ তাৰিখ আছিল ৫ জুলাই। গতিকে ১২ জুলাইৰ ভিতৰত পোৱাকৈ পঠাব লাগিব। মই চিঠি পালোঁ ৯ জুলাই তাৰিখে। গতিকে ৯ তাৰিখতেই মেপ সহ মেপত স্কুলৰ স্থান দেখুৱাই দৰ্খাস্ত পঠালেহে হয়তো ১২/১৪ তাৰিখে পাব।

স্কুলবোৰ মই জানিছিলোঁ। কিন্তু বুঢ়ীদিহিং মৌজাৰ আৰু মাকুম মৌজাৰ মণ্ডলক নাপালে মেপ আঁকি সঠিক স্থান বহুৱাওঁ কেনেকৈ? সেই গতিকে মেপ সহ আঁচনি পঠোৱা কোনা ৰকমে সম্ভব নাছিল। মেপ কৰাওটো এটা সমস্যা। আমাৰ স্কুল থকাৰ সঁচা-মিচাৰ খবৰ দেখোঁ মহকুমাৰ শিক্ষা বিষয়া সকলক কৈ চৰকাৰে নিব পাৰিলেহেতেন। এতিয়ালৈকে কোনো নতুন স্কুল কমিটিয়ে বোধহয় মেপ আঁকি দৰ্খাস্ত কৰা নাছিল। গতিকে মন্ত্ৰীৰ এই চৰ্ত্ত সহায় দিয়াৰ কাৰণে যে নহয়, তাক বুজিছিলোঁ। তথাপি চলিহা দেৱৰ চিঠিখন পাই পানীত পৰা মানুহে তৃণডালকেই সাবট মাৰি ধৰি ৰক্ষা পৰিবলৈ চেষ্টা কৰাৰ দৰে তলত দিয়া দৰ্খাস্তখন শিক্ষা মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীলৈ দুদিনমান পলমকৈ হ'লেও পঠাইছিলোঁ। অন্ততঃ বিধান সভাৰ অধ্যক্ষ চলিহাদেৱৰ নিচিনা জ্যেষ্ঠ, বিজ্ঞ নেতা এজনৰ কথা ৰাখিব বুলি এটা ক্ষীণ আশা নকৰাকৈ থকা নাছিলোঁ।

## শিক্ষা মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীলৈ নিবেদন

### SIKSHA PRACHAR SAMITI DIGBOI

Digboi

14th July 1954

To

The Honourable Minister for Education
Government of Assam
Shillong

Sir,

GOVERNMENT GRANT FOR PUBLIC WORK

I, on behalf of the Siksha Prachar Samity, Digboi, deem it a great pleasure to bring to your kind information about the special welfare works and deeds so far and those contemplated to be carried out in future for the upliftment and betterment of the illeterate and the down trodex inhabitant of the areas/ villages in Makum Mouja. Tirap Mouja and Burhidihing Moujas of Lakhimpur District. The following instances of the workes done so far as well as the detail scheme regarding education to be completed in 1954-55 will surelv draw vour kind and sympathetic consideration and will yield favourable results.

The Samity was established in the year 1946 with specific aim and objects (a true copy of its original out line of the scheme is enclosed here with for favour of your perusal and ready reference)

### THE WORK DONE BY THE SAMITY SO FAR

(a) The Samity established as many as 21 primary schools and 2 M.V. Schools in various backward villages of the areas stated above. The samity borne the cost of running those schools in their initial statges by paying wages to the school teachers and incidental charges such as free distribution of text books to the pupils etc. The Primary Educarion Board,

Dibrutgarh subsequently was pleased to note the development of these schools made and later encouraged us by taking over the responsibility of running/maintaining these schools themselves.

(b) In compliance with the Mas-Illiteracy Drive launched by the state government, the samity established as many as 7(seven) Night schools in those areas where illiterate adults received proper education and later duly completed their courses.

(c) The Samity provisons to impart free training of the country's cottage Indurtry namely Muga reeling, Endi spinning and rearing to as many as 20 ex-tea garden laboures and tribal girls of the area with satisfactory results. The Samity further introduced weaving training facilities to them.

(d) To start cottage IndustryTraining Centre and to make provision for higher education to the pupils of the said backward areas, the Samity felt it a great necessity to establish a permanent centre by constructing a permanentt building of its own at Digboi with sufficient suitable land, and as such the Samity amidst great difficulties started the works of building at Digboi at a cost of Rupees 30,000/- only. The building is nearing conpletion.

(e) Besides this the state government was pleased to sanction a plot of land measuring 4 acres in the name of the samity for sericulture plantation. The samity already planted out Mulberry plants on the land available with satisfactory results and have errected a pacca house for various purposes there at a cost of Rs. 2000/-

(f) The aim and object of the samity were quite realised by the inhabitants of those backward villages and with their full co-operation, the Samity could construct as many as 7½ miles of road way in the interior villages with the help of the villagers.

(g) Apart from these the Samity is taking steps to improve them culturally and for this purpose the Samity has spent Rs 500/- uptil now in various ways. The Samity is going to draw out a seperate scheme for it.

(h) In addition the Samity purchased 10 complete sets of shuttles(looms), Muga Reeling Bhawries, 3 Endi spinning Sarojini Charkhas and other essential weaving apparatus.

## THE FUTURE PLAN OF THE SAMITY

(a) The Samity therefore has decided to organise this work in the most backward villages (vide blue print attached) inhabited by illiterate tribals and ex-tea garden labourers. They have no schools to read in uptil now and so highly backward socially and economically.

The Samity therefore has decided to open further 11primary schools for the children and 11 night schools for the adults in the interior villages.

(b) The Samity further decided to arrange well equiped Magic Lantern

with educative slides for organising and health retaining purpose.

(c) The Samity has also decided to open a Mobile Library fully equiped with news papers, Magazines, litarary books and such other literatures so that the people of the underdeveloped villages can get in day to day news of their state/country and remain well concious of the events of the day.

To complete the above noted work in its initial stage quite appreciable sum of money is required. The Samity so far spent an amount of Rs.45,000/ - only from collected donations, subsriptions from the benevolent public. This sum including Rs.7000/-(2000+5000) received from the Government as aid. Yet the Samity financially very week/unsound. The Samity,however, decided to organise their work in the villages noted in 2(a) above. The Samity will spare no pain to materialise its objects if help guidance and other necessary supports are received duly from the State Government.

The financial implications of the scheme for the proposed L.P. Schools are in under :-

(a) Wages for teachers @ Rs.30/- p.m. for 12 months ... Rs.7,200/-

(b) Furniture etc. ........................................ Rs.2,500/-

(c) Wages for night school teachers @Rs.12/- p.m. for 12 months ........................................ Rs.2,840/-

(d) Text books for the students ........................................ Rs.300/-

(e) Mobile Library ........................................ Rs.2,000/-

(f) Magic Lantern, slides etc. ........................................ Rs.1,500/-

(g) School buildings ........................................ Rs.4,500/-

(h) Contingencies ........................................ Rs.500/-

---

Total Rs.21,340/-

**Less**

The Samity will bear the cost for item (b), (c), (d), (e),(f), (g), & (h) ........................................ Rs.11,300/-

Expected from the Govt.Rs.10,040/-
(Rs.ten thousand forty only)

May we now therefor earnestly request you to please sanction the above mentioned sum of 10,300/- only in view of the above and earn high appreciation.

N.B. Instead of giving us money if the government come forward to materialise the above scheme we will fully co-operate to organise it and with our might Rs.11,040/- committed above, or they may arrange it to pay to the concerned teachers through their agency.

Yours faithfully
Sd/ President
Siksha Prachar Samity
Copy:-
Speaker, Assam Legislative Assembly Shillong

## প্ৰতিক্ৰিয়া

এই চিঠিখনৰ ফল পোৱা দূৰৰে কথা, চিঠিখনৰ প্ৰাপ্তি স্বীকাৰো নকৰিলে। অধ্যক্ষ চলিহাদেৱৰ পৰাও আৰু কোনো চিঠি পত্ৰ নাপালোঁ। চিঠি পালেই উত্তৰ দিয়া চলিহা দেৱৰ পৰাও কোনো খা-খবৰ নাপাই, গুৰু সুপ্ৰসন্ন নহয় বুলি মনতে ধাৰণা হৈছিল।

পাচত চলিহাদেৱক লগ ধৰি জানিব পাৰিছিলোঁ যে, চৌধুৰীয়ে তেখেতৰ চিঠিৰো প্ৰাপ্তি স্বীকাৰ কৰা নাছিল, যাৰ কাৰণে তেখেত লজ্জিত আৰু ক্ষুন্ন হৈছিল। অকল এইখন চিঠিৰ কথাই নহয়, মহেন্দ্ৰ মোহন চৌধুৰীৰপৰা ১৯৪৬ চনৰপৰাই আমি আমাৰ কোনো চিঠিৰেই উত্তৰ পোৱা নাছিলোঁ বা তেখেতে প্ৰাপ্তি স্বীকাৰো কৰা নাছিল। চৌধুৰীৰ এই অৱজ্ঞাসূচক মনোভাবত আমাৰ কৰ্ম্মীসকল বৰ বিতুষ্ট আৰু নিৰাশ হৈছিল। তেখেতসকলে অতি ন্যায্য ভাবেই আপত্তি তুলিছিল যে, "স্বাধীনতাৰ পাচত মঙ্গলকামী গণতান্ত্ৰিক চৰকাৰ এখনে যদি এই পিচপৰা সকলৰ কাৰণে চিন্তা নকৰে, যদি এই ল'ৰা-ছোৱালীবোৰৰ শিক্ষাৰ দায়িত্ব ল'ব নিবিচাৰে আৰু যদি আনে আগবঢ়োৱা স্বেচ্ছাকৃত সেৱাকো স্বীকৃতি নিদিয়ে, তেনেহ'লে আমি আৰু এই বিষয়ত নাকগলোৱা উচিত নহয়। শিক্ষা প্ৰচাৰ সমিতিয়ে এতিয়ালৈকে যিখিনি কৰিছে তাতে সন্তুষ্ট থকা উচিত। **মহেন্দ্ৰ চৌধুৰীৰ নিচিনা নেতা সকলে হয়তো ভাবিছে, ইয়াত আমাৰ কিবা স্বাৰ্থ আছে বা এনে কাম কৰাৰ আৱশ্যকতা নাই, বা আমি, এই সৰু মানুহবোৰে কৰা সমাজ সেৱাৰ বা কাৰ্য্য আঁচনিৰ কোনো মূল্য নাই, বা আমাৰ এই কামক চৰকাৰৰ কামত তথা কৰ্ত্তব্যত এক অনধিকাৰ হস্তক্ষেপ বুলি গণ্য কৰিছে। এই মানুহবোৰ অজ্ঞ হৈ থকাত, চৰকাৰ বোলা যন্ত্ৰটোৰ কোনো ক্ষয় ক্ষতি হোৱা নাই, দেশ চলি থাকিব, চৰকাৰ চলি থাকিব, নেতাসকলৰ নেতাগিৰিও নিৰ্ব্বিবাদে চলি থাকিব।" কৰ্ম্মীবোৰৰ এই ক্ষোভ আৰু অনুশোচনাৰ বিপৰীতে প্ৰতিবাদ কৰাৰ সাহস মোৰ নহ'ল। মই ভাবিলোঁ, অশিক্ষিত, দুখীয়া, অৱহেলিত, পিচপৰা সকলৰ দুখৰ বৰ্ণণা দি কৰা বিলাপ আৰু দুখ মোচনৰ প্ৰতিশ্ৰুতি, নেতাসকলে বক্তৃতাৰ মাধ্যমত নিজকে প্ৰতিষ্ঠিত কৰা এক কৌশলৰ বাহিৰে আন একো নহয়।** সৰ্ব্বসম্মতিক্ৰমে ইতিমধ্যে আৰম্ভ কৰা আৰু দুখন স্কুল চৰকাৰে নোলোৱালৈকে চলাই থাকি আৰু কামত আগ নাবাঢ়িবৰ কাৰণে সিদ্ধান্ত লোৱা হ'ল। আমি নিজে মানি লোৱা বন্ধনৰপৰা মুক্ত হলোঁ, নিশ্চিন্ত হলোঁ। কিন্তু সমাজৰ প্ৰতি থকা দায়বদ্ধতা এৰাৰ মনোবেদনা থাকি গ'ল।

যেতিয়া দেখোঁ যে, ভাৰতৰ দৰে গণতান্ত্ৰিক দেশ এখনৰ স্বাধীনতাৰ অৰ্দ্ধ শতাব্দীৰ পাচতো (১৯৯৬ চনত ৪৯বছৰ) এটাৰ পাচত এটাকৈ আঠোটা পৰিকল্পনা প্ৰায় শেষ হোৱাৰ

সময়তো, দেশৰ কৌটি কৌটি মানুহ নিৰক্ষৰ হৈ আছে, এতিয়াও মানুহে পেলাই দিয়া চুৰা পাতৰ খোৰা বস্তু বিচাৰি কিছুমান ল'ৰা-ছোৱালীয়ে টনা-আঁজোৰা কৰাৰ অৱস্থা চলি আছে, তেতিয়া শিক্ষা প্ৰচাৰ সমিতিৰ চিন্তা ধাৰা আৰু কৰ্ম্ম আঁচনি শুদ্ধ আছিল বুলি মনে ধৰে। যিমানেই কঠিন আৰু সময় সাপেক্ষ নহওক কিয়, দেশৰ প্ৰতি কোণতে সমাজকৰ্ম্মী সকলক সংগঠিত কৰি, নিৰ্দ্দিষ্ট আঁচনিৰে কামত লগোৱাহেতেন আপেক্ষিক ভাবে কম খৰচত আৰু কম সময়ৰ ভিতৰত (অৰ্দ্ধ শতাব্দী কম সময় নহয়) সকলোকে শিক্ষাৰ পোহৰলৈ, অন্ততঃ অসমত, আনিব পৰা গ'লহেতেন। স্বাধীনতাৰ পৰ মুহূৰ্ত্ততেই নিষ্ঠাবান কৰ্ম্মীৰ অভাৱ নাছিল। কৰ্ম্মীসকলেও কাম কৰি গৌৰৱ অনুভৱ কৰিলেহেতেন। চৰকাৰ আৰু ৰাইজৰ মাজত স্বাভাৱিক ভাবেই একত্ববোধৰ উদয় হ'লহেতেন। কৰ্ম্মীসকলে সমাজ উন্নয়নৰ কামত নিজকে অংশীদাৰ বুলি ভাবিলেহেতেন। **কিন্তু নেতাসকলে শাসনৰ গাদীত বহি (দুই চাৰিজনৰ বাহিৰে) যেতিয়া নিজৰ কাৰণে ভোগৰ সকলো ব্যৱস্থা কৰি, কৰ্ম্মীসকলক তথা জনসাধাৰণক ত্যাগ আৰু নিঃস্বাৰ্থ সমাজ-সেৱাৰ বাণী শুনাবলৈ আৰম্ভ কৰিলে, তেতিয়াই মানুহৰ মাজত ত্যাগ আৰু সেৱাৰ সলনি ভোগ আৰু আত্মতুষ্টিৰ মনোভাবে গা কৰি উঠিল। ত্যাগ আৰু সেৱাৰ আদৰ্শৰ ঠাই অধিকাৰ কৰি ল'লে 'যোগ্য ভোগ্যা বসুন্ধৰা" বাণীৰ নতুন ভাষ্যৰে পৰিপুষ্ট এক নতুন আদৰ্শই—আদৰ্শ বিহীন আদৰ্শই শিপাই ল'লে। নেতাসকলে স্বাধীনতাৰ পাচত মানুহৰ আগত কেৱল পোৱা আৰু লোৱাৰ ছবিখন ডাঙি ধৰিলে, কৰা আৰু দিয়াৰ ছবি মোচ খাই গ'ল। আত্মভোগী হৈ আত্ম প্ৰৱঞ্চনা কৰিলে।**

আজি যেতিয়া দেখিছোঁ অসমৰ বিভিন্ন জনগোষ্ঠীয়ে 'অসমীয়া' সকলৰপৰা আঁতৰি গৈছে—যাব ধৰিছে, বিভাজনৰ কাৰণে আন্দোলন কৰিছে তেতিয়া শিক্ষা প্ৰচাৰ সমিতিৰ ১৯৪৬ চনতেই কৰা চিন্তা ধাৰা আৰু তাৰো আগতে ১৯৩৬ চনত অসম কেশৰী অম্বিকা গিৰি ৰায় চৌধুৰীৰ আগত ব্যক্ত কৰা মোৰ মন্তব্য, তথা "মোৰ উপলব্ধি" নিৰ্ভুল আছিল বুলি মই সন্দেহাতীত ভাবে প্ৰত্যয় গৈছোঁ।

আমাৰ নেতৃত্বই দেশৰ উন্নয়নৰ কাৰণে চিন্তা কৰা নাছিল বা কৰা নাই বুলি মই ক'ব খোজা নাই। মই মুক্ত কণ্ঠে স্বীকাৰ কৰোঁ যে, তেখেত সকলে দেশখনৰ উন্নয়নৰ কাৰণে বহুত কথাই চিন্তা কৰিছিল। তেখেতসকলে হয়তো নানা উন্নয়নশীল দেশবোৰৰ আৰ্হিত দেশখনক গঢ়ি তোলাৰ কাৰণেই পদক্ষেপ লৈছিল। মই স্বীকাৰ কৰোঁ যে, আজি আমাৰ দেশৰ মানুহ শিক্ষাই-দীক্ষাই শিল্প, সহিত্যই, চমকপ্ৰদভাবে আগ বাঢ়ি গৈছে। বিজ্ঞানৰ আপ্ৰগতি ভাৰতবাসীৰ কাৰণে গৌৰৱৰ বিষয় হৈ পৰিছে। **কিন্তু এটা সত্যক আওকাণ কৰিলে নচলিব যে, মই পণ্ডিত হ'লেই দেশৰ কৌটি কৌটি নিৰক্ষৰ, মূক জনতা পণ্ডিত হৈ পৰিব, মই ধনী, মানী, বিপুল প্ৰাচুৰ্য্যৰ অধিকাৰী হ'লেই, দুবেলা দুসাজ খাবলৈ নোপোৱা সকল ঐশ্বৰ্য্যশালী হৈ পৰিব। গড় হিচাপত জনমুৰী আয় বাঢ়িছে বুলি আমাৰ চৰকাৰে আৰু অৰ্থনীতিজ্ঞ সকলে সন্তুষ্টি লভিলেই এপইচাৰো আয় নথকা ভিকহুজনৰ আয় বঢ়া নুবুজায়, মই শিল্পী-সাহিত্যিক হ'লেই অশিক্ষিত মুৰ্খ সকল শিল্প সাহিত্য বুজা হ'ব নুবুজায়। কামেৰে নকৰি বক্তৃতাৰে সমত্বৰ ফুলজাৰি মাৰিলে সমতা নাহে, বৰং বিভাজনৰহে সৃষ্টি কৰে। এইবোৰ চিন্তা কৰি, মোৰ ধাৰণা হৈছে যে, নেতৃত্বৰ অদূৰদৰ্শিতা, ঐক্যবদ্ধ সমাজ গঠনত কাৰ্য্য-কাৰণ তথা মৌলিক সমস্যা আৰু সমাধানৰ উপায় বিশ্লেষণ কৰি অগ্ৰাধিকাৰ ভিত্তিত সুপৰিকল্পিত কাৰ্য্য ব্যৱস্থা গ্ৰহণৰ আৰু কাৰ্য্যকৰী কৰণৰ অক্ষমতা, আত্ম কেন্দ্ৰিক আৰু শোষণবাদী চিন্তাধাৰা, স্বাৰ্থাম্বিত সেৱা, অজ্ঞানতা আৰু**

দুৰৱস্থাৰ সুযোগ লৈ, সমাজৰ দুৰ্ব্বল শ্ৰেণীক শোষণৰ স্থলী কৰি ৰখা, তথাকথিত উন্নত, আগবঢ়া, সম্পদশালী নেতাসকলৰ প্ৰতি পদক্ষেপতে তথা প্ৰতি স্তৰতে, কথা আৰু কামৰ বৈসাদৃশ্যতা, সত্য আৰু ন্যায়ৰ প্ৰতি অনীহা, মানুহৰ সহজাত ভাবানুভূতি সুখ-দুখ, আনন্দ-বেজাৰ, শোক-সন্তাপ, আত্মসন্মান-আত্মতুষ্টি তথা মানবীয় মৰ্য্যাদাৰ প্ৰতি সম্পূৰ্ণ আওকাণ কৰি, মানবাত্মাক কৰি অহা অপমান, অপব্যৱহাৰৰ ফল স্বৰূপেই আজি মানুহৰ মাজত বিভাজন আহিছে, সমাজ বিস্ফোৰণমুখী হৈ পৰিছে। আজি এই অবজ্ঞাত মূৰ্খ জনতাৰ অন্তৰাত্মাবোৰে চেতনা-সমৃদ্ধ হৈ যেন ৰূপ কোৱঁৰক সুৰঁৰি উচ্চস্বৰে গাব ধৰিছে ঃ—

"প্ৰগতি বাটৰ বাটৰুৱা বুলি
কৈ নুফুৰিবি তই
পোহৰে মাটিক নতুন মন্ত্ৰ
শুনোৱা শুনিছোঁ মই।
হেৰ, আত্মপ্ৰবঞ্চক
হেৰ, নিজৰ মনত প্ৰতিভাত হোৱা
মহা মহত্ত্বৰ
তই নিজেই নিৰ্য্যাতক।
তোক মই চিনি পাওঁ
মুখা পিন্ধা তোৰ ছলাহী কথাত
আৰুতো ভোল নাযাওঁ।"

শিক্ষা প্ৰচাৰ সমিতিৰ শেষ পৰিণতিৰ কাৰণে মোৰ মনত এতিয়া দুখ নাই। কাৰণ শিক্ষা প্ৰচাৰ সমিতিয়ে নিজৰ আঁচনি আৰু চেষ্টাৰে যিখিনি কৰিছিল তাৰ সুফল ৰাইজে ভোগ কৰিছে। ২১ খনৰ এখনৰ বাহিৰে ২০ খন প্ৰাইমাৰী স্কুল আৰু দুখন ছাত্ৰবৃত্তি স্কুল আজিও চলি আছে। শেষত চৰকাৰী হ'লেও উইভিং স্কুল আজিও চলি আছে। একালত শিক্ষাৰ গোন্ধ নোপোৱা সেই ঠাইৰপৰা শিক্ষা প্ৰচাৰ সমিতিৰ স্কুলত পঢ়া বহুতো ছাত্ৰ স্নাতক হৈ ওলাইছে। বিভিন্ন ঠাইত চাকৰি কৰিছে। চৰকাৰ তথা অসমৰ ৰাইজে এনে এখন আঁচনিৰ কথা ভবাৰ আগতে বিভিন্ন জনগোষ্ঠীৰ পিচপৰা গাওঁবোৰত তেনেই নিঃকিন সামৰ্থ্যেৰে, নিজৰ পৰিশ্ৰম আৰু অৰ্থেৰে বিনামূলীয়াকৈ শিক্ষাৰ পোহৰ বিলাইছিল, ভৱিষ্যতৰ কথা চিন্তা কৰি, ঐক্যবদ্ধ সমাজৰ কথা চিন্তা কৰি, কাৰ্য্যকৰী ভাবে কাম কৰিছিল।

মই আজি বৰ আনন্দিত যে, বৰ্ত্তমান সমাজৰ বিস্ফোৰণমুখী অৱস্থা আৰু গোষ্ঠী বিভাজনৰ যুদ্ধই মোৰ চিন্তা আৰু আঁচনিৰেই জয় ঘোষণা কৰিছে। বয়সৰ ভটিয়নিত শৰীৰৰ শক্তি টুটি আহিলেও মনত এক নতুন উন্মাদনাৰ শিহৰণ অনুভৱ কৰিছোঁ। বেজাৰৰ কথা এয়ে যে, সৰু সৰু মানুহৰ সৰু সৰু কথাই বৰ বৰ মানুহক পৰশিব নোৱাৰে, বিবেচনাৰ যোগ্য নহয়। আনফালে আকৌ 'গুৰি পৰুৱাই পৰ্ব্বত খহায়' এই আপ্ত বাক্যটি মনত পেলাই এক সুবিমল আনন্দ লভিছোঁ। সেয়ে জ্যোতি প্ৰসাদৰ গীতৰ সুৰত ঃ—

"আজি মই গাম
বোকাত জহি যোৱা
মানুহৰ জয় গান

কঁপাই জনৰ প্ৰাণ,
যি প্ৰাণৰ অভ্যুদয়ে
নোহোৱা নোপোজা
সমাজ গঢ়িব,
মহাজীৱনৰ সপোন ৰচিব
মানুহ কৰি সঁচা মানুহ
মহা আলোকৰ বাটে ঘাটে
কৰিব অভিযান
সেই, মানুহ প্ৰাণৰ পদুম ফুলাৰ
গাম অভিনৱ গান।"

আকৌ উৰ্দ্ধবাহু কৰি কৰতালি দি, সুন্দৰৰ পূজাৰীৰ সুৰতেই সুৰ মিলাই গাম—

"তোৰ মাজতেই মোৰেই হওক জয়
মোৰ মাজতে তয়েই জ্বলিছ
জনতা জ্যোতিস্ময়
সুন্দৰ হওক এই পৃথিৱী
মহান হওক এই পৃথিৱী
পৰমানন্দময়।"

## শেষ চেষ্টা

জ্বৰে এৰিলেও কৰ্পটীয়ে এৰা নাছিল। হতাশ হ'লেও আশা এৰা নাছিলোঁ। ইমান ঠেলা-হেঁচা খাইও মোৰ শিক্ষা হোৱা নাছিল।

শিক্ষা প্ৰচাৰ সমিতিৰ কুটীৰ শিল্পৰ আঁচনি ১৯৪৬ চনতেই কুটীৰ শিল্পৰ যুটীয়া সঞ্চালকক দিয়া হৈছিল। মই মোৰ সহকৰ্ম্মী সকলৰ কথাত প্ৰবোধ নামানি ১৯৫৬ চনৰ ৬ জুন তাৰিখে ১৯৪৬ চনৰ আঁচনি খনকেই অলপ যোগ বিয়োগ কৰি পুনৰ যুটীয়া সঞ্চালকক দি চৰকাৰকেই তেনে এখন আঁচনি কাৰ্য্যকৰী কৰিবলৈ অনুৰোধ কৰিছিলোঁ আৰু ইয়াৰ কাৰণে সম্ভৱপৰ সহায়, আমি দিম বুলি কৈছিলোঁ। তেখেতৰ বুজনিত চৰকাৰে এই আঁচনিখন অলপ ইফাল সিফাল কৰি কাৰ্য্যকৰী কৰা যেনেই লাগিছিল। পিচে এইবোৰ সকলো ফুটুকাৰ ফেন হৈছিল। মই এজন মহা বুৰ্ব্বক বুলি আৰু এবাৰ প্ৰমাণিত হৈছিল। কিন্তু মনলৈ অনুশোচনা অহা নাছিল, কাৰণ মোৰ চিন্তা সঠিক পথৰ নিৰ্দ্দেশক আছিল।

শিক্ষা প্ৰচাৰ সমিতিৰ হিচাপ পৰীক্ষকে স্কুলবোৰৰ শিক্ষকৰ দৰমহা, কিতাপ ফলিৰ মূল্য, প্ৰশিক্ষাৰ্থীসকলক দিয়া বৃত্তিৰ টকা আৰু বিভিন্ন কামত খৰচ কৰা টকাৰ উপৰিও সমিতিৰ সম্পত্তিৰ মূল্য তলত দিয়া ধৰণে নিৰ্ণয় কৰিছিল।

**SIKSHA PRACHAR SAMITY-DIGBOI**

**"ASSETS OF THE SIKSHA PRACHAR SAMITY AS AT 15-3-56"**

1. Land .................................................................... worth Rs.39,000/-
2. Building .................................................................... Rs30,484112/-
3. Mulburry Plantation .................................................................... Rs. 3,367/10/-
4. Weaving appliance .................................................................... Rs 3,700/14/6/-
5. Furniture etc. .... .................................................................... Rs 629/-
6. Muga & Endi Spinning Charkha ..... .. .................................................. Rs 339/-
7. Usha Swing Machine .................................................................... Rs. 250/-

Total Rs. 77,770/10/6

## ডিগবৈত চগনলাল জৈচী



১৯৫৪ চনত ভাৰতৰ এজন সুপ্ৰসিদ্ধ সমাজ সংগঠক চগন লাল জৈচী গঠনমূলক কামবোৰ চাবৰ মনেৰে অসমলৈ আহি ডিব্ৰুগড় পাইছিলহি। ডিব্ৰুগড়ৰ উপায়ুক্তই ডিব্ৰুগড় মহকুমাৰ ডিগবৈৰ শিক্ষা প্ৰচাৰ সমিতিলৈ তেখেতক পঠাই দিছিল। তেখেতে সমিতিৰ কামৰ বুজ লোৱাৰ পাচত ডিগবৈ 'ইণ্ডিয়ান ক্লাব'ত তেখেতক ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱা হৈছিল। জৈচীয়ে শিক্ষা প্ৰচাৰ সমিতিক উচ্চ প্ৰশংসা কৰিছিল।

## প্ৰথম স্বাধীনতা দিবস

## ডিগবৈত প্ৰথম স্বাধীনতা দিবস পালন



১৯৪৭ চনৰ ১৪ আগষ্ট ৰাতি ১২ বজাৰ লগে লগে, দ্বিখণ্ডিত কৰি হ'লেও, ভাৰতৰ স্বাধীনতা ঘোষণা কৰা হৈছিল। অৰ্থাৎ ইংৰাজী দিন পঞ্জিকা অনুসৰি ১৫ আগষ্টৰ প্ৰথম চেকেণ্ডতে ভাৰতে বৃটিছ শাসনৰ জিঞ্জিৰি পেলাই দি, মুক্ত, স্বাধীন হৈছিল। এই উৎসৱ সমগ্ৰ ভাৰত বাসীৰ লগতে ডিগবৈবাসীয়েও স্বতঃস্ফুৰ্ত্তভাবে, অভাবনীয় উলহ

মালহেৰে পালন কৰিছিল।



১২ আগষ্ট তাৰিখে আবেলি অসম অইল কোম্পানীৰ হৈ কে, বি, কানুগা আৰু কংগ্ৰেছৰ হৈ মোৰ যুটীয়' চহীত, প্ৰতিনিধি মূলক ৰাজহুৱা সভা এখন বহি, ১৫ আগষ্টৰ ৰাজহুৱা কাৰ্য্যসূচী ঠিক কৰিছিল।

**নিৰ্দ্ধাৰিত কাৰ্য্যসূচী**



১) ১৪ আগষ্ট তাৰিখে ৰাতি ভাৰতীয় ষ্টেণ্ডাৰ্ড সময় অনুসৰি ঘড়ীত ১২ বজাৰ লগে লগে কোম্পানীৰ চাইৰেণ সমূহ বাজি উঠিব।

২) চাইৰেণৰ শব্দ শুনা মাত্ৰকে ১০০০ জোৰ লৈ জুবিলি ফিল্ডৰপৰা শোভা যাত্ৰা ওলাই, ডিগবৈৰ প্ৰধান পথ সমূহ পৰিভ্ৰমণ কৰিব। শোভাযাত্ৰাৰ নেতৃত্ব দিব কংগ্ৰেছ সভাপতিয়ে।

৩) ১৫ তাৰিখে ৰাতিপুৱা ৯ বজাত জুবিলি ফিল্ডত প্ৰথম জাতীয় পতাকা উত্তোলন কৰা হ'ব।

৪) বেদী তৈয়াৰ, পতাকা সহ পতাকা উত্তোলনৰ সকলো ব্যৱস্থা কোম্পানীয়ে কৰিব।



৫) তেল নগৰীৰ প্ৰধান হিচাপে পতাকা উত্তোলন কোম্পানীৰ জেনেৰেল মেনেজাৰ মিঃ এফ জে. ভেলেণ্টাইনে কৰিব।





৬) ডিগবৈ স্কুলসমূহৰ ছাত্ৰ-ছাত্ৰী আৰু স্কাউট-গাইডে স্কাউট মাষ্টাৰ গনেশ শইকীয়াৰ কমাণ্ডত পতাকাক অভিবাদন জনাব আৰু মাৰ্চপাষ্ট কৰিব।

৭) জেনেৰেল মেনেজাৰে ইংৰাজীত বক্তৃতা দিব।



৮) তেখেতৰ পাচতেই ক্ৰমে অসমীয়া, হিন্দী আৰু বঙালীত সেই সেই ভাষী সমাজৰ দ্বাৰা নিৰ্ব্বাচিত প্ৰতিনিধিয়ে ভাষণ দিব। প্ৰতি ভাষণ ৫ মিনিটৰ ভিতৰত শেষ কৰিব লাগিব।

৯) নিৰ্ব্বাচিত প্ৰতিনিধিৰ নাম ১৪ তাৰিখে আবেলি ৪ বজাৰ ভিতৰত ওৱেলফেয়াৰ অফিচত পাব লাগিব।

১০) সত্য জীৱন পালে হাইস্কুলৰ ছাত্ৰীসকলৰ দ্বাৰা জাতীয় সঙ্গীত ('জনগণ মন' আৰু 'বন্দে মাতৃৰম') পৰিবেশন কৰাৰ ব্যৱস্থা কৰিব।

১১) কংগ্ৰেছ সভাপতিয়ে মুখ্য অতিথিক মঞ্চলৈ আগবঢ়াই নিব আৰু শেষত শলাগৰ শৰাই আগবঢ়াব।

১২) গধূলি বাইজে দীপান্বিতাপালন কৰিব।

বঙালী ৰাইজে সত্যজীৱন পালক, হিন্দী ভাষী ৰাইজে মহাত্তম প্ৰসাদ তেৱাৰীক আৰু অসমীয়া ৰাইজে নাম ঘৰত লগ হৈ মোক বক্তা মনোনীত কৰিছিল।

## স্বাধীনতা লাভৰ আনন্দত স্বতঃস্ফুৰ্ত্ত ভাবোল্লাস

সেই সময়ত অসমীয়া মানুহৰ এজন মুখীয়াল, ওৱৰ্কচপৰ হেডক্লাৰ্ক বদন হাজৰিকাই প্ৰস্তাৱ দিলে যে, অসমীয়া বক্তাই মুগাৰ ধুতি চোলা পিন্ধি আৰু অসমীয়া পাটৰ কাপোৰৰ পাগুৰি মাৰি বক্তৃতা দিব লাগিব। পোচাকটো তেখেতই যোগাৰ কৰি দিব। সকলোৱে হাত চাপৰি মাৰি সমৰ্থন জনালে। হাজৰিকাই ১৫ তাৰিখে ৰাতিপুৱাই ৮ বজাত মোক নামঘৰত হাজিৰ হ'বলৈ হুকুম দিলে। হুকুম অনুসৰি হাজিৰ হৈয়েই দেখিলোঁ হাজৰিকা আৰু উপেন ভূঞা আন এজন মানুহৰ সৈতে নামঘৰত বহি আছে। এই মানুহজনেই মোক মুগাৰ ধুতি চোলা পিন্ধাত সহায় কৰি, পাটৰ কাপোৰেৰে সূত্ৰধাৰীৰ পাগটো মোৰ মূৰত মাৰি দিছিল। মোৰ কিন্তু নিজকে চাৰ্কাচৰ জোকাৰ যেন লাগিছিল আৰু তেনেদৰে বাহিৰত ওলাবলৈকে লাজ লাজ লাগিছিল। মোক পোচাক পিন্ধাই হাজৰিকা আৰু ভূঞাই, আদৰি নিয়াৰ নিচিনাকৈ, ফিল্ডলৈ লৈ গৈছিল।

কাৰ্য্যসূচী অনুযায়ী পতাকা উত্তোলনৰ সকলো কাম সুকলমে সমাধা হৈছিল। বৃটিছ জেনেৰেল মেনেজাৰে পতাকা উত্তোলন কৰি দিয়া ভাষণ শুনি এজন অভিজ্ঞ ভাৰতীয়ই অতি অৰ্থপূৰ্ণ ভাষণ দিয়া যেন লাগিছিল। ১৪ তাৰিখলৈ সম্পূৰ্ণ শাসকৰ ভেমেৰে থাকি, ৰাতিটোৰ ভিতৰতে সকলো বাহ্যিক ব্যৱহাৰত ভাৰতীয় হৈ পৰাত, তেওঁলোকৰ প্ৰতি থকা আমাৰ বিদ্বেষভাব নোহোৱা হৈছিল। তেওঁলোকৰ সময়ৰ সোঁতক মানি ল'বপৰা গুণৰ প্ৰতি আমি শ্ৰদ্ধাশীল হৈছিলোঁ।

## —গান্ধী স্মাৰক নিধি আৰু আচাৰ্য্য কৃপালনি—
## ডিগবৈৰে গান্ধী মৈদান

মহাত্মা গান্ধীৰ দেহান্তৰৰ পাচত তেওঁৰ চিতা ভস্ম ভাৰতৰ প্ৰায় সকলো নদী-আশ্ৰিত তীৰ্থস্থানত, সমুদ্ৰত বিসৰ্জ্জন দিয়া হৈছিল। অমিয় কুমাৰ দাসদেৱৰ নেতৃত্বত অসমৰ পৰশুৰাম কুণ্ডতো চিতাভস্ম বিসৰ্জ্জন দিয়াৰ কথা বাতৰি কাকতত প্ৰকাশ পাইছিল, খবৰটো পোৱাৰ লগে লগে মই কংগ্ৰেছ কমিটিৰ সদস্য সকলক, লগতে কোম্পানীৰো কে. বি. কানুগা, এন. ডি. মহান্ত, কালী সৰকাৰ আদিক মাতি, চিতা ভস্মৰ অলপ অংশ ডিগবৈলৈ আনি, সংৰক্ষিত কৰাৰ বিষয়ে আলোচনা কৰিছিলোঁ। সকলোৱে মোৰ প্ৰস্তাবটো সমৰ্থন কৰিছিল। ডিগবৈৰ হৈ কানুগাই ফোন যোগে গুৱাহাটীত অমিয় কুমাৰ দাসদেৱৰ লগত যোগাযোগ কৰিছিল।



দাসদেৱে বৰ আনন্দেৰে ডিগবৈৰ অনুৰোধ ৰক্ষা কৰি, তেখেত পৰশুৰাম কুণ্ডলৈ অহাৰ







পথত ডিগবৈৰ প্ৰতিনিধিয়ে শদিয়াত লগ ধৰি, চিতা ভস্ম আনিবৰ কাৰণে দিন আৰু সময় দিছিল। খবৰটো পোৱাৰ লগে লগে কোম্পানীয়ে চিতা ভস্ম সংৰক্ষিত কৰিবৰ কাৰণে বৰ্ত্তমান গান্ধী মৈদান থকা মাটিডোখৰ মঞ্জুৰ কৰিছিল। কালী সৰকাৰৰ তত্বাবধানত দুদিনৰ ভিতৰতে, প্ৰস্তাৱিত গান্ধী মৈদানতে, পকা বেদীৰে সৈতে ক্ষুদ্ৰ টিনৰ চালৰ মন্দিৰটো কোম্পানীয়ে সজাই দিছিল। ভস্ম ৰাখিবৰ কাৰণে ৰূপৰ ধুনীয়া টেমা এটা সোণাৰীৰ হতুৱাই কৰাই লোৱা হৈছিল। টেমাটো ৰাখিবৰ কাৰণে সম্ভৱতঃ (ঠিক মনত নাই) চপা কাঠৰ সৰু বাকচ এটা কৰা হৈছিল। ভস্ম অনাৰ আগদিনাখন সৰ্ব্বদলীয় সভা এখন বহি তলত দিয়া সিদ্ধান্ত কেইটা লৈছিল ঃ





১) ডিগবৈৰ কংগ্ৰেছ সভাপতিয়ে কালী সৰকাৰক লগত লৈ গৈ ভস্ম অনা কামটো কৰিব।

২) ভস্ম আহি পালে ৰাতিটো ডিগবৈ পুলিচ থানাত সুৰক্ষিত কৈ, সন্মান সহকাৰে ৰাখি, পিচদিনাখন ভস্মৰ পাত্ৰ হাতীৰ ওপৰত থৈ, শোভাযাত্ৰা কৰা হ'ব। হাতীৰ ওপৰত এজনী নাবালিকা হৰিজন ছোৱালীয়ে ভস্ম পাত্ৰটো বহন কৰি নিব আৰু ডিগবৈৰ কংগ্ৰেছ সভাপতিয়ে ছোৱালীজনীক হাতীৰ ওপৰত কোলাত বহুৱাই নিব।

৩) শোভাযাত্ৰাৰ পাচত জুবিলি ফিল্ডত দুঘণ্টাৰ কাৰণে ভস্ম পাত্ৰটো সন্মান সহকাৰে এখন বেদীৰ ওপৰত সজাই থোৱা হ'ব। সেই সময়ত উপস্থিত থকা দৰ্শকে এজন এজনকৈ



ওচৰলৈ গৈ ভস্মৰ পাত্ৰত, তথা বাপুজীৰ অমৰ আত্মাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি, সেৱা জনাব।

৪) তাৰ পাচত আকৌ হৰিজন বালিকাৰ হাতত দি, ভস্মৰ পাত্ৰ গান্ধী মৈদানলৈ অনা হ'ব আৰু সাজি থোৱা কাঠৰ বাকচটোৰ ভিতৰত ভস্মৰ টেমাটো সুমুৱাই, সাজি থোৱা বেদীৰ ভিতৰত নিৰ্দ্দিষ্ট স্থানত ৰাখি, ওপৰত পকা ঢাকনী দি, বন্ধ কৰি দিয়া হ'ব।

৫) ঢাকনী দিয়া কামটো এওচি ৰ জেনেৰেল মেনেজাৰ মি. লুইচৰ সহধৰ্ম্মিনী শ্ৰীমতী লুইচে কৰিব।

৬) ইয়াৰ পাচত স্থানীয় কংগ্ৰেছ কমিটিয়ে গান্ধী মৈদান চোৱা চিতা কৰিব।

উক্ত সিদ্ধান্ত অনুসৰিয়েই সকলো কাম হৈছিল। কেৱল বিশেষ পৰিস্থিতিৰ কাৰণে কংগ্ৰেছ সভাপতি যাব নোৱাৰাত কালী সৰকাৰে আন এজন লগৰীয়া লৈ, ভস্ম অনাৰ কামটো কৰিছিল। জাতি-ধৰ্ম্ম-বৰ্ণ নিৰ্ব্বিশেষে লগ লাগি কৰা, সিদিনাখনৰ নিচিনা বিৰাট শোভাযাত্ৰা ডিগবৈত আৰু হোৱা নাই।

## গান্ধী স্মাৰক নিধি আৰু ডিগবৈ

ইতিমধ্যে আচাৰ্য্য কৃপালনিৰ সভাপতিত্বত 'গান্ধী স্মাৰক নিধি' নামৰ সৰ্ব্বভাৰতীয় কমিটি এখৰ গঠন হৈছিল। এই কমিটিয়ে গান্ধী স্মাৰকনিধিলৈ দান বৰঙনি আগবঢ়াবলৈ ৰাইজক আবেদন জনাইছিল। বিভিন্ন গঠনমূলক কামত খৰচ কৰাই এই নিধিৰ উদ্দেশ্য আছিল। ডিগবৈ কংগ্ৰেছ কমিটিয়ে যথেষ্ট আগ্ৰহেৰে (ঠিক মনত নাই) সম্ভৱতঃ (মোৰ মনত পৰা মতে) ৪৪ হাজাৰ টকা (কম-বেচ হ'ব পাৰে) স্মাৰক নিধি কমিটিলৈ পঠাইছিল। টকা সংগ্ৰহ কৰাৰ আন এটা উদ্দেশ্যও আছিল। আমি ভাবিছিলোঁ, যিহেতু গান্ধীজীৰ চিতা ভস্ম ডিগবৈতো সংৰক্ষণ কৰা হৈছে, গান্ধী স্মাৰকৰ নামত ডিগবৈতো কিবা এটা ভাল অনুষ্ঠান কৰিবৰ কাৰণে আমি সংগ্ৰহ কৰা টকাৰ সিংহ ভাগ এটা পাম । সেই টকা পালে, তাৰে লগত আৰু কিছু টকা সংগ্ৰহ কৰি, গান্ধী স্মাৰক নিধিৰ পৰামৰ্শ/অনুমোদন লৈ, কিবা এটা গঠনমূলক কাম ডিগবৈত কৰা হ'ব। তাৰে জল্পনা-কল্পনা কৰি, কিবা-কিবি আঁচনিৰ কথা, ভবাও হৈছিল।



## আচাৰ্য্য কৃপালনিৰ ডিগবৈ ভ্ৰমণ

আচাৰ্য্য কৃপালনিক দেখা নাছিলোঁ যদিও তেখেতৰ কাম, ত্যাগ আৰু নীতি-পৰায়ণতাৰ কথা পঢ়ি আৰু শুনি তেখেতৰ প্ৰতি মই আকৃষ্ট হৈছিলোঁ। তেনে এজন ব্যক্তি, বিশেষকৈ গান্ধী স্মাৰক নিধিৰ সভাপতি ৰূপে ডিগবৈলৈ অহাৰ ভ্ৰমণ সূচী পাই, আমি বৰ

উৎসাহিত হৈছিলোঁ। উৎসাহিত হোৱাৰ স্বাৰ্থও নথকা নহয়। আমি আশা কৰিছিলোঁ, গান্ধী স্মাৰক নিধিৰ স্বয়ং সভাপতিক ঘৰতে পালে, তেখেতৰ লগত আমি আমাৰ আঁচনিৰ বিষয়ে পৰামৰ্শ কৰি, নিশ্চিত কৰ্ম্ম আঁচনি এখন কৰি, কাম কৰিব পাৰিম। সভাপতিয়ে নিজে আহি গান্ধীজীৰ চিতা ভস্ম সংৰক্ষিত কৰাৰ কথা জানিলে আৰু নিজে দেখিলে, নিশ্চয় আমি আমাৰ টকাৰ অংশ এটা পোৱাত সুবিধা হ'ব। কংগ্ৰেছ আৰু এ.ও.চি. লেবাৰ ইউনিয়ন মিলি তেখেতৰ অভ্যৰ্থনাৰ আয়োজন কৰিছিল। ৰাজহুৱা সভাৰ শেষত গান্ধী মৈদান চাই যোৱাৰ পথত এ.ও.চি. লেবাৰ ইউনিয়নৰ কাৰ্য্যালয়ত, ইউনিয়নৰ ফালৰপৰা চাহৰ ব্যৱস্থা কৰা হৈছিল।

## কৃপালনিৰ ৰোষত পৰিছিলোঁ

যথা সময়ত কৃপালনি আহি জুবিলি ফিল্ডৰ মঞ্চত থিয় হ'ল। ৰাইজৰ হৈ মই তেখেতক অভ্যৰ্থনা জনাইছিলোঁ। তেখেত তেখেতৰ ভাষণ দিবলৈ উঠিল। আমাৰ দুৰ্ভাগ্য যে, তেখেতে দুই মিনিটমান কোৱাৰ পাচতে মাইকে কাম নকৰা হ'ল। তেখেত গৰজি উঠিল আৰু কি বন্দবস্ত কৰিছা বুলি ধমকি দি, মোৰ ফালে চালে। মই ভিজা মেকুৰীটোৰ নিচিনা হৈ পৰিছিলোঁ। মুখৰ মাত নোহোৱা হৈছিল। চকুৰে পানী ওলাইছিল। তেতিয়াৰ দিনত আৰু আন এটা মাইক পোৱাৰো আশা নাছিল। ভাগ্য ভাল যে, অলপ পিচত মাইক ভাল হ'ল। কৃপালনিয়ে তেখেতৰ ভাষণ দিলে কিন্তু মাইক বেয়া হোৱাৰ খং বোধহয় যোৱা নাছিল। সভাৰ শেষত যাবৰ সময়ত এজনী স্কুলীয়া সৰু ছোৱালীয়ে অটোগ্ৰাফৰ কাৰণে নোট বুকটো আগবঢ়াই দিছিল। তেখেতে খঙেৰে কি লাগে বুলি সোধাত ছোৱালীজনী অপ্ৰস্তুত হৈ পৰিছিল। মই অটোগ্ৰাফ লাগে বুলি কোৱাত 'মই ইয়ালৈ চহী দিবলৈ অহা নাই' বুলি কৈ ছোৱালীজনীক হাতেৰে একাষৰীয়া কৰি, মঞ্চৰ পৰা নামি গ'ল। তেখেতৰ এই ৰুক্ষ ব্যৱহাৰত আমাৰ কৰ্ম্মীসকল আৰু ওচৰত থকা দৰ্শকসকলো অসন্তুষ্ট হৈছিল। মই বহুত ধৈৰ্য্য ধৰি নিজৰ খং দমাই ৰাখিছিলোঁ। তেখেতৰ অসন্তোষ আৰু ধমকিৰ জুতি পালোঁ।

## দ্বিতীয় ধমকি

তাৰপৰা গান্ধী মৈদানলৈ লৈ আহি, গান্ধীজীৰ চিতা ভস্মৰ কথা কৈ ডিগবৈ গান্ধী স্মাৰকৰ আঁচনিৰ কাৰণে ডিগবৈৰপৰা দিয়া টকাৰ এটা অংশ দিবৰ কাৰণে বিবেচনা কৰিবলৈ অনুৰোধ কৰিলোঁ। কথাটো ক'ব হে পালোঁ ধমকিৰ চোটত মোৰ পেটৰ পেলুও কোচ খাই গ'ল। মোক ধমকিটো দিয়েই পুনৰ খঙেৰে প্ৰশ্ন কৰিলে "চিতা ভস্ম সংৰক্ষণ কৰিবলৈ তহঁতক কোনে অনুমতি দিলে?" মোৰো বোধহয় মোৰ অজ্ঞাতেই খং উঠিছিল। মইও অলপ ডাঠ হৈ কলোঁ, 'কোনে অনুমতি দিছিল কব নোৱাৰোঁ। কিন্তু কোনোবাই দিয়াৰ কাৰণেহে আমি চিতা ভস্ম পাইছোঁ। চিতা ভস্ম আমি চুৰ কৰি অনা নাই।" তেখেতে কৈ উঠিল-"ঠিক আছে, তহঁতে কি কৰ কৰিবি। মই ইয়ালৈ গান্ধী স্মাৰকৰ পইচা ভাগ কৰিবলৈ অহা নাই। তহঁতে স্মাৰক নিধিৰ পৰা এপইচাও নাপাব।" বুলি কৈয়েই গাড়ীত উঠিলগৈ।

মাৰ যে নাখালোঁ সেয়ে যথেষ্ট বুলি ভাবিলোঁ। তেখেতৰ কথাখিনি ভালদৰে আমাক বুজাই কোবাহেতেন, বুজিলোঁহেতেন। একেখিনি সময়তে একেখিনি কথাকে ক'ব পাৰিলেহেতেন। কেৱল কোৱাৰ ধৰণটো সলনি হোৱাহেতেনেই সকলোৱে সুখী হ'লহেতেন।

## ইউনিয়ন অফিচৰ চাহ মেল

পূৰ্ব্ব নিৰ্দ্ধাৰিত কাৰ্য্য ক্ৰম অনুসৰি এ ও. চি. লেবাৰ ইউনিয়নে চাহৰ ব্যৱস্থা কৰিছিল। কৃপালনিৰ সন্মানাৰ্থে চাহ মেললৈ আৰু বহুতকো নিমন্ত্ৰণ কৰিছিল। চকী মেজ সজাই, মেজত মিঠাইৰ প্লেটবোৰ সজাই থোৱা আছিল। কৃপালনি সোমায়েই মেজলৈ চকু ফুৰাই প্ৰশ্ন কৰিলে—"এই চাহ মিঠাই কোনে যোগাৰ কৰিছে?" মই ভয়ে ভয়ে লাহেকৈ কলোঁ—"এ.ও.চি. লেবাৰ ইউনিয়নে।" তেখেতে আচৰিত হোৱাদি ইতিকিঙৰ সুৰত ক'লে—"এই কি মজদুৰৰ খানা?" লগত থকা ইউনিয়নৰ কৰ্ম্ম কৰ্ত্তাসকল জয় পৰি তলমূৰ কৰিলে। তেখেত নিৰ্দিষ্ট আসনত বহিল আৰু দুই-এটা খিচমিচ আৰু কাজু মুখত দিয়েই ৫/৬ মিনিটমানৰ পাচতেই থিয় হৈ, যাবলৈ ওলাল। তেখেতৰ লগত থকা আৰু ২০/২৫ জন মানুহো উঠিব লগা হ'ল। কাৰো খোৱা নহ'ল। সকলোৱে খাব লৈ এৰি তেখেতৰ লগে লগে গুচি গ'ল।

যিমানেই নীতি পৰায়ণ নহওক লাগে, তেখেতৰ এই অশালীন ব্যৱহাৰ কাৰো ভাল নালাগিছিল। মই মনে মনে ভাবিছিলোঁ, এনে গুণী, জ্ঞানী, ত্যাগী সৰ্ব্ব ভাৰতীয় নেতা এজনৰ এই ব্যৱহাৰ কিয়? সৌজন্যতাবোধৰ অভাৱ কিয়? মোৰ ধাৰণা বদলি গ'ল। কৃপালনি ব্যক্তিগত ভাবে নিশ্চয় ত্যাগী, নীতিপৰায়ণ আৰু হয়তো কঠোৰ সংযমী আছিল, কিন্তু সম্পূৰ্ণ গান্ধীবাদী নাছিল। হয়তো গান্ধীজীৰ আদৰ্শক তেখেতে মানি লৈছিল, কিন্তু গান্ধীজীৰ মানসিকতাক, শিষ্টাচাৰক তেখেতে সম্পূৰ্ণৰূপে গ্ৰহণ কৰিব পৰা নাছিল। শিষ্টাচাৰবিহীন গান্ধীবাদ জানো আদৰ্শনীয়? মোৰ এই প্ৰশ্নৰ উচিত সমাধান মই আজিলৈকে নাপালোঁ।

## ভিন্নসুৰী প্ৰধান মন্ত্ৰী নেহৰু



১৯৫২ চনৰ প্ৰলয়ঙ্কৰী ভূমিকম্পৰ পাচত মহাবাহু ব্ৰহ্মপুত্ৰই যেন সমগ্ৰ ডিব্ৰুগড়খন গ্ৰাস কৰিব খুজিছিল। ডিব্ৰুগড়ৰপৰা ৫/৬ মাইল আঁতৰত থকা ব্ৰহ্মপুত্ৰ আহি নগৰৰ সীমা চেৰাই ভিতৰ সোমাইছিল। একে একে উপায়ুক্ত, আৰক্ষী অধীক্ষকৰ বঙলা, ডিব্ৰুগড়ৰ মোহনীয় সেন্দুৰী আলি আৰু দুয়োকাষে থকা মনোমোহা ফুলনিখন ব্ৰহ্মপুত্ৰৰ গৰ্ভত সোমাই পৰিছিল। প্ৰলয়ঙ্কৰী গৰা-খহনীয়াই ডিব্ৰুগড় বাসীৰ চকুৰ টোপনি হৰিছিল, প্ৰশাসন চিন্তাত অস্থিৰ হৈ পৰিছিল। ব্ৰহ্মপুত্ৰৰ এই খহনীয়া নিজে চাবলৈ বুলি প্ৰধান মন্ত্ৰী নেহৰু ডিব্ৰুগড় পাইছিলহি। নেহৰুৱে চাই থাকোঁতেই ব্ৰহ্মপুত্ৰৰ পাৰত থকা বিৰাট ওখ গছ এডাল থিয়ই থিয়ই পানীৰ তলত বুৰ মাৰিছিল, ওচৰত থকা গড়কাপ্তানী বিভাগৰ বঙলা এটা অলপ সময়ৰ ভিতৰতে ব্ৰহ্মপুত্ৰত জাহ গৈ চিন চাব নোহোৱা হৈছিল। এই দৃশ্য

দেখি নেহৰু ভাৱাক্রান্ত হৈ পৰিছিল।

নেহৰু ৰাতি চার্কিত হাউচত আছিল। তেখেতৰ সম্মানার্থে চার্কিট হাউচতে জিলাখনৰ বিধায়ক সকল, ডিব্রুগড় জিলা কংগ্রেছ কমিটিৰ সদস্য সকল, জিলা মহিলা সমিতিৰ সদস্যাসকল, মিউনিচিপালিটিৰ চেয়াৰমেন আদি নগৰৰ ভালেকেইজন নেতৃস্থানীয় লোকৰ সৈতে প্রধানমন্ত্রীৰ সান্ধ্য ভোজনৰ ব্যৱস্থা কৰা হৈছিল। 'বুফে' প্রণালীত খোৱাৰ ব্যৱস্থা আছিল। ঠিক ৭ বজাৰ লগে লগে নেহৰু ওপৰৰপৰা প্রায় দৌৰি অহাৰ নিচিনাকৈ নামি আহি খোৱাৰ কোঠাত সোমাইয়েই নিজে চামুচেৰে সজাই থোৱা খাদ্য সামগ্রী সমূহৰ কিছু কিছু এখন থালত লৈ 'Ladies first' বুলি কৈ তাত উপস্থিত থকা মহিলা এগৰাকীলৈ আগবঢ়াই দিছিল। আচলতে মহিলা সকলেহে নেহেৰুক প্লেটখন আগবঢ়াই দিবলৈ সাজু হৈ আছিল। নেহৰুৰ এই ব্যৱহাৰে ক্ষন্তেকতে উপস্থিত সকলোকে আনন্দমুখৰ কৰি তুলিছিল। তাৰ পাচতো গোটেই সময়চোৱা নেহৰুৱে সকলোকে হহঁৱাই আছিল। নেহেৰুৱে নিজে এখন প্লেট লৈ নিজে অকণমান কিবা কিবি লৈ খোৱা কোঠাটোৰ চৰিওপিনে ঘূৰি ঘূৰি তাত থকা প্রতিজন মানুহৰ লগত এষাৰ নহয় এষাৰ কথা পাতিছিল। যেতিয়ালৈকে এজন মানুহৰো খোৱা শেষ হোৱা নাছিল তেতিয়ালৈকে নেহৰুৰো শেষ হোৱা নাছিল। সকলোৰে খোৱা শেষ হোৱা মাত্রকে তেখেতেও খোৱা শেষ কৰি, লৰ মাৰি যোৱাৰ নিচিনাকৈ, ওপৰলৈ গৈছিল। তেখেতৰ এই ব্যৱহাৰে ক্ষন্তেকতে তাত থকা সকলোৰে মনবোৰ মুহি পেলাইছিল। নেহৰু সকলোৰে এজন পুৰাতন লগৰীয়া হৈ পৰিছিল।

## —ডিগবৈ কংগ্রেছৰ নিজস্ব ঘৰ—
## কংগ্রেছ ভৱনৰ মাটি

১৯৪৭ চনতেই ডিগবৈত কংগ্রেছ ভৱন এটা কৰিবলৈ মন কৰি, মাটি বিচাৰি কোম্পানীৰ ওচৰ চপাত কোম্পানীয়ে বৰ্ত্তমান ডিগবৈ সাহিত্য সেবা সমিতিৰ কাৰ্য্যালয় 'প্রিয় দাস তালুকদাৰ ভৱন' থকা মাটিডোখৰ কংগ্রেছক দিছিল। মাটিডোখৰ পচন্দ হোৱা নাছিল। সেয়ে কংগ্রেছৰ নামত মাটিডোখৰ লৈছিলোঁ যদিও কাম একো কৰিব পৰা নাছিলোঁ। ডিগবৈৰ কেন্দ্র স্থলত তেনে এটুকুৰা মাটি আৰু পাবলৈকো টান আছিল।

বাপুজীৰ চিতাভস্ম আনি ডিগবৈত স্থাপন কৰাৰ লগে লগে 'গান্ধী মৈদান'ৰ নামত কোম্পানীয়ে মাটি দিছিল। 'গান্ধী মৈদান' আৰু বিশ্বনাথ সিঙৰ (বৰ্ত্তমান ভাড়াঘৰ) ঘৰৰ মাজত থকা মাটিডোখৰৰ ওপৰত মোৰ চকু পৰিছিল। মই কোম্পানীৰ এচিষ্টেণ্ট জেনেৰেল মেনেজাৰ কে. বি. কানুগাৰ লগত 'গান্ধী মৈদান'ৰ ভবিষ্যৎ ৰক্ষাবেক্ষণৰ কথা আলোচনা কৰিছিলোঁ। কানুগাই মোৰ যুক্তি মানি, ডিগবৈ কংগ্রেছেই সেই দায়িত্ব ল'ব লাগিব বুলি স্বীকাৰ কৰিছিল। মই সেই ছেগতে গান্ধী মৈদানত লাগি থকা, ওপৰত উল্লেখ কৰা খালী মাটি টুকুৰা, কংগ্রেছ ভৱনৰ কাৰণে দিবলৈ অনুৰোধ কৰিছিলোঁ। এই মাটি টুকুৰা কংগ্রেছক দি, আগতে দিয়া মাটি টুকুৰা ৰড কৰিলে। কংগ্রেছে নিজৰ মাটি সমজি লৈছিল কিন্তু কাগজে পত্রই মঞ্জুৰী পাইছিল ১৯৫৫ চনতহে। মাটিৰ ডাগ নম্বৰ আছিল ৬৬১।

## কংগ্রেছ ভৱন

শিক্ষা প্রচাৰ সমিতিৰ বয়ন কেন্দ্রটো মুকলি হোৱাৰ পাচতেই ১৯৫৫ চনৰ শেষৰ ফালে কংগ্রেছ ভৱন কৰাৰ কথা চিন্তা কৰা হ'ল। তাৰ কাৰণে বৰ্ত্তমান কংগ্রে[illegible] [illegible] নক্সা এখন কৰি, শিক্ষা প্রচাৰ সমিতিৰ বয়ন কেন্দ্রতেই ডিগবৈৰ কংগ্রেছ কৰ্মীসকলৰ সভা



এখন আহ্বান কৰি, মোৰ প্ৰস্তাৱটো বিবেচনাৰ কাৰণে উত্থাপন কৰিছিলোঁ। সিদিনাখন কংগ্ৰেছ ভৱনৰ নামত এটা পইচাও নাছিল। আঁচনিখন গ্ৰহণ কৰি লৈ, আঁচনিখন কাৰ্য্যকৰী কৰাৰ চিন্তা কৰিবলৈ মই সহকৰ্মীসকলক অনুৰোধ কৰিছিলোঁ। মোৰ জ্যেষ্ঠ সহকৰ্মী শ্ৰীটিকেন্দ্ৰ নাথ ভট্টাচাৰ্যই পৰিস্থিতি আৰু বাস্তৱ দিশটো বিবেচনা কৰি, ঘৰৰ এই আঁচনি গ্ৰহণ কৰাত যুক্তিৰে সৈতে আপত্তি দৰ্শাইছিল। তেখেতৰ যুক্তি বাস্তৱধৰ্মী আছিল। ইমান ডাঙৰ ঘৰ এটা সাজিবলৈ টকা ক'ৰপৰা আহিব, কোনে দিব? আৰম্ভ কৰি পিচত আধা সজা কৰি ৰাখিব লগীয়া হ'লে কংগ্ৰেছৰ কাৰণে বৰ লাজৰ কথা হ'ব, মানুহে হাঁহিব। সেয়ে সম্প্ৰতি ১২'x১২' ফুটৰ ঘৰ এটা সাজি কংগ্ৰেছৰ অফিচটো চলাৰ ব্যৱস্থা কৰিব লাগে। মই কিন্তু অলপ আকোৰগোজ মনোভাব লৈছিলোঁ। মোৰ কথা আছিল, কংগ্ৰেছৰ অফিচ নথকাৰ কাৰণে কংগ্ৰেছ কমিটি অচল হোৱা নাই। তেতিয়াও প্ৰাইমাৰী বা ব্লক কংগ্ৰেছ কমিটি দূৰৰ কথা, সৰহ ভাগ জিলা কমিটিৰেই নিজৰ ঘৰ নাছিল। গতিকে অফিচ নহ'লেও কংগ্ৰেছ চলি থাকিব। ডিগবৈত ৰাজহুৱা সভা-সমিতি বা কিবা কৰিবলৈ কোনো ঘৰ নাই। সেই কাৰণে প্ৰস্তাৱিত কংগ্ৰেছ ভৱনটো হ'লে ৰাইজৰো কামত আহিব আৰু ইয়ে সংগঠনৰ কামতো যথেষ্ট সহায়ক হ'ব। ঘৰটো হ'লে কংগ্ৰেছে নিজা ৰবীয়াকৈ বিবিধ কৰ্ম্ম আঁচনি ৰূপায়িত কৰাত সুবিধা হ'ব। আচল কাৰণটো টকাৰ অভাৱ নহয়—কৰ্ম্মীৰহে অভাৱ। আলোচনাৰ অন্তত সৰ্ব্বসম্মতিক্ৰমে আঁচনি গৃহীত হৈছিল।





১৯৫৬ চনৰ ১ ফেব্ৰুৱাৰী তাৰিখে ডিগবৈ কংগ্ৰেছ ভৱনৰ আধাৰ শিলা স্থাপন কৰিছিল প্ৰদেশ কংগ্ৰেছৰ সভাপতি মহেন্দ্ৰ মোহন চৌধুৰীদেৱে আৰু সভাত সভাপতিত্ব কৰিছিল ডিব্ৰুগড় জিলা কংগ্ৰেছৰ সভানেত্ৰী পদ্ম কুমাৰী গোহাঁইয়ে। সিদিনাও আমাৰ হাতত টকা এটাও নাছিল। হৰিকৃষ্ণ ঠিকাদাৰৰ মেনেজাৰ ধীৰেন্দ্ৰমোহন সেনে চিমেন্ট, বালি, ইটা আৰু মজুৰি দি, তেখেতৰ খৰচতেই, আধাৰ শিলা স্থাপনৰ সকলো ব্যৱস্থা কৰি দিছিল।

কংগ্ৰেছ ভৱনৰ কাৰণে যাৰে ওচৰলৈ গৈছিলোঁ সিয়েই আনন্দেৰে, নিজ খুচিৰেই, কিবা নহয় কিবা এটা (পইচা/বস্তু) দিছিল। ঘৰৰ বেৰবোৰৰ ইটা ঠিকাদাৰ হৰিপদ কৰে আৰু টিনপাত মহাবীৰ প্ৰসাদ চৌধুৰীয়ে দিছিল। ১৯৬১ চনত ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ সভাপতি (পাচত ৰাষ্ট্ৰপতি).নীলম সঞ্জীব ৰেড্ডিয়ে ডিগবৈ কংগ্ৰেছ ভৱন মুকলি কৰিছিল। কংগ্ৰেছ ভৱন এহেজাৰ মিঠা তেলৰ চাকিৰে আলোকিত কৰা হৈছিল। হাজাৰ হাজাৰ দৰ্শকে উপভোগ কৰিছিল। কংগ্ৰেছ ভৱন মুকলি কৰাৰ পাচত ৰেড্ডীক ডিগবৈৰ অন্ধ্ৰ সমাজে মুলিয়াবাৰীৰ শিৱ মন্দিৰলৈ লৈ গৈছিল। তাৰপৰাই বাহিৰে বাহিৰে ডিব্ৰুগড়লৈ গৈছিল।

## —ৰাষ্ট্ৰপতি—

## ডিগবৈত ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদ

৩১-১-৫৪ তাৰিখৰ ১৬৩২ নং চিঠিৰে লক্ষীমপুৰ জিলাৰ ডেপুটী কমিচনাৰদেৰে ডিগবৈ কেন্দ্ৰীয় কংগ্ৰেছ কমিটিৰ সভাপতিক ২৪-২-৫৪ তাৰিখে ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদে ডিগবৈত শুভ পদাৰ্পণ কৰিব বুলি জানিবলৈ দি, তৎকালিক ভাবে প্ৰতিনিধিমূলক ৰাজহুৱা সভা এখন (কোম্পানীৰ প্ৰতিনিধি লৈ) আহ্বান কৰি, সীমিত অভ্যৰ্থনা সমিতি এখন গঠন কৰি, তেখেতক জনাবলৈ নিৰ্দ্দেশ দিছিল। উক্ত চিঠিৰ মৰ্ম্মে ৩-২-৫৪ তাৰিখে কোম্পানীৰ 'ওৱেলফেয়াৰ চেন্টাৰ'ত স্থানীয় ঠিকাদাৰ মনীন্দ্ৰ নাথ চক্ৰৱৰ্ত্তীৰ সভাপতিত্বত প্ৰতিনিধিমূলক ৰাজহুৱা সভা পাতি, ১১ জনীয়া অভ্যৰ্থনা সমিতি গঠন কৰি, তলত দিয়া চিঠিখনেৰে ডেপুটী কমিচনাৰক জনোৱা হৈছিল। পিচত আৱশ্যক বুজি আৰু ৪ জন সহযোগী (Co-opted) সদস্য ল'বলৈ আহ্বায়কক কৰ্ত্তৃত্ব দিছিল। সভাত বিভিন্ন অনুষ্ঠানক প্ৰতিনিধিত্ব কৰা ৬০ জন সদস্য উপস্থিত আছিল।





To

The Deputy Commissioner, (2)
Lakhimpur Dist.
Dibrugarh

Sir,

Subject :— President's visit to Digboi
Reference :— Your letter No. 1632 of 31-1-54

Reference above, Sri D.C. Deb Sarmah, congress President, convened a meeting of representatives of all organisations, institutions etc. on Wednessday the 3rd February '54 in Welfare Centre, Digboi, in which it was unanimously agreed to welcome our esteemed President at Digboi on 24-2-54.

The said meeting, further, formed a Reception Committee consisting of 11 members including the Deputy Commissioner, Lakhimpur as its Chairman. The names of the members of the Reception Committee are subjoined herewith below for favour of your information and approval by return.

It may be noted that the 1st meeting of the Reception Committee will be held in Welfare Centre at 6 p.m. on 6-2-54 to discuss further about the Presidents reception at Digboi.

Members of the Dr. Rajendra Prasad Reception Committee, Digboi

| | | |
|---|---|---|
| 1. | The Deputy Commissioner, Lakhimpur | President |
| 2. | Shri D.C. Deb Sarmah, President, | Convenor |
| | Kendriya Congress Committee, Digboi | Member |
| 3. | Shri T.N. Bhattacharjee, Secretary | Member |
| | Kendriya Congress Committee, Digboi | Member |
| 4. | General Manager, AOC Ltd. | Member |
| 5. | Shri H.U. Ahmed, Secretary A.O.C. Labour Union | Member |
| 6. | Shri V.B. Rao, President, Indian Club, Digboi | Member |
| 7. | Shri Mohan Singh, Contractor, Digboi | Member |
| 8. | Shri M.N. Chakraborty, Contractor, Digboi | Member |
| 9. | Shri K.B. Kanuga, Asstt. General Manager, A.O.C. | Member |
| 10. | Shri N.D. Mahant | Member |
| 11. | Mrs. K. Sengupta | Member |

The Convenor has been authorised to co-opt another 4 members if felt necessary subject to the approval of the Reception Committee.

Yours Faithfully
**Sd/- D.C. Deb Sarmah**
President
Kendriya Congress Committee, Digboi

৬/২/৫৪ তাৰিখে অভ্যৰ্থনা সমিতিৰ প্ৰথম বৈঠকত ডেপুটি কমিচনাৰৰ বাহিৰে সকলো সদস্য উপস্থিত আছিল। সভাত সভাপতিত্ব কৰিছিল কে. বি. কানুগাই। সিদিনা প্ৰধানকৈ তিনিটা সিদ্ধান্ত হৈছিল—

(১) আহ্বায়কৰ প্ৰস্তাৱমতে নিম্নলিখিত ব্যক্তিসকলক সহযোগী সদস্য (Co-opted



Member) কৰাত অনুমোদন জনাইছিল—

শ্ৰীপীযুষ কান্তি দেৱ, কালীপদ সৰকাৰ, বিশ্ব নাথ সিং আৰু কৃষ্ণ প্ৰসাদ বৰুৱা।

(২) আদৰণি ভাষণখনৰ পাণ্ডুলিপি অসমীয়াত কৰিবলৈ আহ্বায়কক ভাৰ দিয়া হৈছিল আৰু পৰৱৰ্ত্তী বৈঠকত অনুমোদিত হোৱাৰ পাচত হিন্দী আৰু ইংৰাজীত অনুবাদ কৰি তিনিওটা ভাষাত ছপা কৰিবলৈ সিদ্ধান্ত লৈছিল।

(৩) ১১/২/৫৪ তাৰিখে পৰৱৰ্ত্তী অধিবেশনৰ দিন আৰু সময় স্থিৰ হৈছিল।

১১/২/৫৪ তাৰিখৰ সভাতো ডি.চিৰ অনুপস্থিতিত কানুগাই সভাপতিত্ব কৰিছিল। সেই সভাত অসমীয়াত মই লিখা আদৰণি ভাষণখনত অনুমোদন জনাই মহাত্তম প্ৰসাদ তেৱাৰীক হিন্দীত আৰু কৃষ্ণ প্ৰসাদ বৰুৱাক কানুগাৰ লগত লগ লাগি ইংৰাজীত অনুবাদ কৰিবলৈ দি, ইংৰাজী অনুবাদখন ১৪/২/৫৪ তাৰিখৰ ভিতৰত পোৱাকৈ ডি.চি.ৰ ওচৰলৈ পঠাবলৈ আৰু তেখেতৰপৰা সময় লৈ, যিমান পাৰি সোনকালে, পিচৰ বৈঠকখন আহ্বান কৰিবলৈ সিদ্ধান্ত লৈছিল।

১৬/২/৫৪ তাৰিখে বৈঠক দিবলৈ ডি.চি.ৰপৰা অনুমতি লোৱা হৈছিল। তেখেতক আদৰণি ভাষণৰ ইংৰাজী অনুবাদো দিয়া হৈছিল।

১৬/২/৫৪ তাৰিখে ডেপুটী কমিচনাৰৰ সভাপতিত্বত, গধূলি ৬ বজাত ওৱেলফেয়াৰ চেণ্টাৰত অভ্যৰ্থনা সমিতিৰ ৩য় বৈঠক বহিছিল। এই বৈঠকত বিশেষ ভাবে নিমন্ত্ৰিত হৈ, পুলিচ অধীক্ষক দণ্ডী দত্ত লহকৰ, জিলা পৰিবহন চুপাৰিণ্টেণ্ডেণ্ট মিঃ এচ. এন. শ্ৰীবাস্তৱ আৰু সহযোগী সদস্য সকল উপস্থিত আছিল।

বৈঠকৰ কাৰ্য্য-বিৱৰণি তলত দিয়া হ'ল—

D.C. took over the Chair.

(2) The Chairman said that the welcome address in English with very little alteration would be sent back to Digboi for printing out 5000 copies for distribution in the Prisident's meeting.

(3) Mr. K.B. Kanuga, on behalf of the Company said that the construction of the Rostrum at the Jubilee Field has been in speedy progress. The supdt. of Police who inspected the Rostrum previously highly commended on the progress made.

(4) As regard the instalation of mike the supdt. of Police revealed that the Govt. Publicity Department will provide only two mikes for the President on the Rostrum only, Shri D.C. Deb Sarmah said that at least two other mikes must be provided for the meeting which Mr. K.B. Kanuga agreed. It was also agreed that 3 coushioned Chairs would be provided at the Rostrum

one for the President, one for his military secretary and third for the Governor of Assam.

Further it was also agreed that Red carpets would be spreaded from the Entrance Gate of the Jubilee Field down to the Rostrum. The Company will arrange for this, it was agreed.

(5) Gate—

The meeting decided there would be four gates erected by the Company. The first one will be at the very point where the President will alight from the train at 15.50 hrs. I.S.T. The second one will be near Messrs Chunilal Rai Saligram Bahadur's front with Derrik designs mostly and the last two at the entrance and Exit gates of the Welfare Centre, Mr. K. P. Sirkar was made in charge of those gates who will complete errection by 22\2\54.

(6) As regards volunteers corps Shi D.C. Deb Sarmah said that he already entrusted Mr. P.K. Deb to arrange. In reply Mr. Deb said that he had already enlisted some 200 persons and that more would be expected. Mr. Deb further revealed that a meeting would be arranged on 19\2\54 in this connection at Digboi Indian Club. The house thanks him for this and wish him success.

(7) The following agenda for the President's meeting was chalked out.

5.20 P.M. I.S.T.

(a) Garlending the President

(b) National Anthem (orchestra)

(c) Opening Song.

5.30 P.M. I.S.T.

Presentation of an address of Welcome to the President.

5.40 P.M. I.S.T.

The Presiden's reply.

National Anthem (Vocal)

(8) The Chairman than raised the question of publicity and suggested that sufficient Hand Bills in Assamese and Hindi should be printed immediately and be distributed as widely as posible. He further said that he had already contacted the neighbouring Tea Gardens Managers in regard to President's visit to Digboi and Dibrugarh where large number of audience required. He also advised the Convenor to send as advertisement to the Assam Tribune.

(9) The Committee considered the issue of Admit Cards to

distinguished guests on the occasion. The Reception Committee will arrange this.

(10) The meeting than considered the question of sparing the A.O.C. employees on Second shift to listen the President. Mr. D.C. Robertson the General Manager, A.O.C. Ltd. agreed to spare those who could be spared for an hour from 5 P.M. to 6 P.M. on 23\2\54.

(11) Mr. K.B. Kanuga suggested that he could honour the President by dropping flowers on to the President at the time he would be garlanded at the Entrance Gate to the Rostrum. Mr. T.N. Bhattacharjee objected that peace would be disturbed instead when pin drop silence was needed. The Chairman then advised Mr. Kanuga to formally apply for such proposal and suggested if flower could be dropped by Halicopter the time of the President's first alightment at 15.30 Hrs. on the Railway Station.

(12) Finally main points to be noted.

It was agreed that—

(a) On behalf of the Reception Committee Mrs. K. Sengupta would garland the President at the Railway Station at 3.30 P.M. on 23\2\54.

(b) The Convenor will introduce the members of the Reception committee and 13 other senior officials of A.O.C. to the President. Those personal will line up as will be directed on 22\2\54.

(c) Sri T.N. Bhattacharjee will again garland the President just near the Rostrum.

(d) After the National Anthem (orchestra) and the opening song are over, Shri D.C. Deb Sarmah will read the Address of Welcome in Assamese.

(e) Sri D.C. Deb Sarmah placed the following scripts of the opening song to be sung composed by Shri upen sarmah for approval and approved accordingly.

## আৰম্ভণী গীত

ৰচনা—শ্ৰীউপেন্দ্ৰ নাথ শৰ্ম্মা

সুৰ—শ্ৰীহেমেন্দ্ৰ কুমাৰ দাস আৰু শ্ৰীৰঞ্জিত কুমাৰ বৰুৱা

স্বাগত

আজি ৰাষ্ট্ৰ নায়ক হে
বিজয় পতাকাধাৰী
হে নিৰ্ভীক বীৰ
কৰ্ম্মী সাধক সত্য সেৱক হে

ভাৰত জননীৰ হে নিৰ্ভীক বীৰ
মহাভাৰতৰ কৌটি মানবৰ প্ৰাণত হাজাৰ আশা
বিশ্ব সভাত বজ্ৰ কণ্ঠে তুমি দিবা তাৰ ভাষা।
সাম্য মৈত্ৰী স্বাধীনতাৰ মুক্তি মন্ত্ৰ গাই
চক্ৰ শোভিত মুক্তি পতাকা আকাশত উৰুৱাই
অন্ত কৰিম যত লাঞ্ছনা বঞ্চিতা পৃথিৱীৰ
হে নিৰ্ভীক বীৰ।
এন্ধাৰ ৰাতি যদি শেষ হ'ল,—নতুন পোহৰ আনি
দলিত, শোষিত শত জনতাক শুনোৱা আশাৰ বাণী।
ৰাষ্ট্ৰপতিৰ আশীষ আমাৰ বল
গান গাই যাম আগুৱাই
জনতাৰ সমদল
তুলিম উচ্চ শীৰ
হে নিৰ্ভীক বীৰ।

(f) Mr. K.B. Kanuga will be with Dr. B. Baruah near the President's Rostrum to please see that no congestion whatsoever may be caused.

(g) Mr. B. N. Singh consented to pay for 500 Gandhi Caps. for Volunteers.

(h) Mr. K.B. Kanuga on behalf of the Company promised all help for publicity including the employment of the Halicopter for air dropping hand bills etc.

(i) The Chairman of the Reception Committee to provide Rs. 500/- immediately.

(j) All members of the Reception Committee to be present by 3.00 P.M. I.S.T. at the Railway Station.

(k) Just after the introduction Mr. Robertson will take the President to show Company's work.

**Sd/- D.C. Deb Sarmah**
Convenor
Dr. Prasad Reception Committee

17th Feb. 1954

Copy to—

(1) Deputy Commissioner, Lakhimpur

(2) Supdt. of Police, Lakhimpur

ৰাষ্ট্ৰপতিৰ আগৰ ভ্ৰমণ সূচী সলনি হোৱাত তলত দিয়া পৰিৱৰ্ত্তিত ভ্ৰমণ সূচীখন আমি পাইছিলোঁ।

**PESIDENT OF INDIA**
**REVISED PROGRAMME**

Tuesday, February 23, 1954

.......am. special Train arrive Dibrugarh (Remained in train)

........am. Breakfast in saloon

7.30 am. The President and Party alight from the train and the President is received by the Deputy Commissioner Lakhimpur District (Mr. M.M. Sultan)

The President is garlanded,

The President inspects a Guard of Honour (Assam Police Battalion)

Members of the Reception committee and Officials presented by the Deputy Commissioner.

7.40 am the President accompanied by the Governor and party depart Dibrughat Railway Station by car for Mohanbari Aerodrom.

8.00 am The President accompanied by the Governor and party arrive Mohanbari Aerodrom.

8.05 am The Plan takes off for flight over North East Firontier Agency Areas.

10.00 am the President accompanied by the Governor and party land at Zero.

10.00 am to 11.45 am } Local Programme at Zero.

11.45 am The President accompanied by the Governor and party enplan and take off for Mohanbari

12.20 Pm. The President accompanied by governor and party land at Mohanbari and are received by the Chief Minister.

12.30 pm The President accompanied by the Governor and party depart by car for Dibrugarh Railway Station.

12.45 pm Arrive Railway Station

The President accompanied by the Governor and party entrain in the special train. Special Train leaves for Digboi, Lunch in Saloon.

1.10 pm to

3.40 pm Reserved

3.50 pm. The President accompanied by the Governor and party alight from the train and is garlanded by Mrs. Sengupta on behalf of the Reception Committee. The members of the Reception Committee and AOC

Officials are introduced to the President by Shri D.C. Deb Sarmah the Convener.

4.00 pm The President accompanied by the Governor and the party are received by Mr. Robertson, Gneral Manager AOC and depart by car for visit to the Oil Works.

4.10 pm to
5.00 pm The President will visit the Oil Works.

5.15 pm the President accompanied by the Governor and party depart by the car for the Jubilee Field.

5.20 pm The President accompanied by the Governor and party arrive at the Jubilee Field. Garlanding the President by T.N. Bhattacharjee, the secretary, Kendriya Congress Committee, Digboi.

National Anthem

Opening Song

5.30 pm Presentation of a address of Welcome to the President by Shi D.C. Deb. Sarmah the Convenor on behalf of the Reception Committee.

5.40 pm. the President will reply

National Anthem.

6.00 pm The President accompanied by the Governor and party depart by car for the Railway Station.

6.10 pm. the President and party arrive at the Railway Station and entrain.

6.10 pm. to

7.49 pm Reserve

7.50 pm The President accompanied by the Governor and party depart from the Railway Station by car for the residence of Mr. Robutsen, General Manager, Assam Oil Company Ltd. Digboi.

8.00 pm Arrive at the General Manager's B'low.

8.15 pm Dinner with Mr. & Mrs. Robertson.

9.00 pm the President and party depart by car for Digboi Railway Station.

9.15 pm. The President accompanied by the Governor and party arrive at the Railway Station and entrain. Special Train depart for Dibrugarh.

অভ্যৰ্থনা সমিতিৰ সিদ্ধান্ত অনুসৰি সকলো কাম অতি নিয়াৰিকৈ সমাধা হৈছিল। দৰ্শকেৰে জুবিলি ফিল্ড ঠাহ খাই পৰিছিল। কাৰো, কতো অকণমান শব্দ এটাও শুনা নগৈছিল।

শেষত জাতীয় সঙ্গীত শেষ হোৱাৰ লগে লগে ৰাষ্ট্ৰপতিয়ে ৰোষ্ট্ৰামৰপৰা নামিবলৈ লওঁতে, সমূহ জনতাই 'ৰাষ্ট্ৰপতি দীৰ্ঘজীৱী হওক,' 'বন্দে মাতৰম' আদি ধ্বনিৰে আকাশ

নিনাদিত কৰি তুলিছিল।

মই অতি দুখেৰে সৈতে ক'বলগীয়া হৈছে যে, আৰম্ভণী গীত, জাতীয় সঙ্গীত গাওঁতা সকলৰ আৰু ঐক্যতান বাদন কৰা সকলৰ মাথো কৰুণা ফুকন, উপেন শৰ্ম্মা, হেমেন দাস আৰু ৰঞ্জিত বৰুৱাৰ বাহিৰে বাকীবোৰৰ নাম পাহৰিলোঁ। সেই ৰেকৰ্ডেই বিচাৰি নাপালোঁ। এই অক্ষমনীয় ত্ৰুটীৰ কাৰণে পঢ়ুৱৈ সমাজক ক্ষমা খুজিছোঁ।

অসমীয়াত পাঠ কৰা অভিনন্দন পত্ৰৰ প্ৰতিলিপি তলত দিয়া হ'ল।

## অভিনন্দন পত্ৰ

ভাৰতৰ সৰ্ব্ব প্ৰথম ৰাষ্ট্ৰপতি শ্ৰদ্ধেয়
শ্ৰীৰাজেন্দ্ৰ প্ৰসাদদেৱৰ কৰ কমলত
সাদৰেৰে সমৰ্পিত।

স্বাগতম,

হে মহান, ভাৰতৰ আশা-আকাঙ্খাৰ মূৰ্ত্ত প্ৰতীক, জাতি, ধৰ্ম্ম নিৰ্ব্বিশেষে প্ৰাচ্য আৰু প্ৰতীচ্যৰ মিলন ক্ষেত্ৰ, প্ৰায় চল্লিশ হাজাৰ নৰ-নাৰীৰে পৰিপূৰ্ণ, ভাৰতৰ একমাত্ৰ পেট্ৰোলিয়াম শিল্প কেন্দ্ৰ, এই ডিগবৈ নগৰত আজি আপোনাক হিয়াভৰা আবেগ আৰু মৌসনা মৰমেৰে অভিনন্দিত কৰিবলৈ পাই ডিগবৈবাসী আনন্দিত হৈছোঁ। আমাৰ ভক্তি ভৰা অভিনন্দন গ্ৰহণ কৰক।

**হে দেশ মাতৃৰ শ্ৰেষ্ঠ পূজাৰী,**

ভাৰতৰ গুৰুত্বপূৰ্ণ, সীমান্তবৰ্ত্তী, অতীত গৌৰৱ মণ্ডিতা, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ উদাৰ মানব ধৰ্ম্মত দীক্ষিতা, বাপুজীৰ 'সপোনৰ দেশ' অসমলৈ আপোনাৰ শুভাগমনৰ আগ জাননী পোৱাৰেপৰা আমি আমাৰ অন্তৰ উপচিপৰা অকৃত্ৰিম ভালপোৱাৰে আপোনাক আদৰিবলৈ প্ৰতীক্ষা কৰি আছোঁ। আজি সেই ভালপোৱা নিবেদন কৰিবলৈ পাই পৰিতৃপ্ত হৈছোঁ-হঁক।

**হে স্বাধীনতা যুঁজৰ অগ্ৰগণ্য বীৰ সেনাপতি,**

'ৰাষ্ট্ৰপিতা'ৰ নিৰ্দ্দেশত আপোনালোকৰ দৰে মুক্তি যুঁজৰ বীৰ সেনানীসকলৰ পৰিচালনাত ভাৰতে অতি অভিনৱ উপায়েৰে ৰাজনৈতিক স্বাধীনতা লাভ কৰিছে। এতিয়া আকৌ আপোনাক জাতীয় চৰকাৰৰ প্ৰতীক হিচাপে লৈ, ভাৰতে অৰ্থনৈতিক আৰু নিবনুৱা সমস্যাৰ পূৰ্ণ সমাধানৰ কাৰণে সঙ্কল্পবদ্ধ হৈছে। এই সঙ্কল্প সিদ্ধিত ভাৰতৰ একমাত্ৰ ডিগবৈ পেট্ৰোলিয়াম শিল্পই এটি আৱশ্যকীয় অংশ গ্ৰহণ কৰিছে। আপোনাৰ প্ৰত্যক্ষ দৰ্শনে এই শিল্পৰ প্ৰসাৰ লাভত সহায় কৰিব আৰু অদূৰ ভৱিষ্যতে এই জাতীয় সম্পদৰ পৰিষৰ বৃদ্ধি কৰি, দেশ সমৃদ্ধিশালী কৰিব।

**হে সৰ্ব্ব প্ৰথম ৰাষ্ট্ৰনায়ক,**

ভৌগোলিক অৱস্থানৰ কাৰণে আজি যিদৰে ভাৰতৰ মানচিত্ৰত অসমৰ স্থান গুৰুত্বপূৰ্ণ, দেশৰ আৰ্থিক সৌষ্ঠৱ বঢ়োৱাত পেট্ৰোলিয়াম আৰু কয়লাৰ বাহিৰেও চাহ, মৰাপাট, কাঠ, এৰী-

মুগা, পাট আদিৰ প্ৰধান উৎপাদন কেন্দ্ৰ হিচাপে, অসম সেইদৰে অগ্ৰগণ্যা। এতিয়াও ৰত্নগৰ্ভা অসমৰ প্ৰাকৃতিক সম্পদৰাজি সম্পূৰ্ণৰূপে আবিষ্কৃত হোৱা নাই। মহাবাহু ব্ৰহ্মপুত্ৰ আৰু তাৰ অসংখ্য উপনদী, বৈজ্ঞানিক পদ্ধতিৰে সুনিয়ন্ত্ৰিত কৰিব পাৰিলে, সেইবোৰে অসমবাসীলৈ অনা দুৰ্য্যোগৰ পৰিবৰ্ত্তে, আনিব অপৰিমেয় সুখ-সমৃদ্ধি, গঢ়িব গোটেই অসম তথা সমগ্ৰ ভাৰতৰ উজ্জ্বল ভৱিষ্যৎ। আমি আশা কৰিছোঁ, আপোনাৰ প্ৰগাঢ় জ্ঞান, অসামান্য দূৰদৰ্শিতা, সূক্ষ্ম বিচাৰ আৰু ৰাষ্ট্ৰীয় পদ-মৰ্য্যদাই এই সমস্যা-বহুল প্ৰদেশখনৰ বিবিধ সমস্যা সমাধানত প্ৰভাৱ বিস্তাৰ কৰিব আৰু জাতীয় চৰকাৰৰ প্ৰচেষ্টাত, অসম আকৌ অচিৰে ক্ৰমোন্নতিৰ বাটত বাট বুলি, সদৌ ভাৰতৰ শক্তি বৃদ্ধি কৰিব।

**হে বৰেণ্য অতিথি,**

আপোনাৰ শুভাগমনে ডিগবৈৰ ওপৰত যি প্ৰভাৱ পেলালে, সেয়েই আমাক আমাৰ কৰ্ম্মক্ষেত্ৰত আগুৱাই নিয়াত যথেষ্ট অনুপ্ৰেৰণা যোগাব। সেই উদগনি ডিগবৈবাসী ৰাইজৰ প্ৰতি আপোনাৰ অমূল্য দান। এই দানৰ যোগ্য প্ৰতিদান দিবলৈ আমাৰ একো নাই। আমি মাথো আপোনাক দিছোঁ আমাৰ অফুৰন্ত স্নেহ, ৰাষ্ট্ৰ পৰিচালনাৰ গুৰু দায়িত্ব পালনত আমাৰ সৰ্ব্বাঙ্গীন সহযোগিতাৰ অকপট আশ্বাস, হিয়াভৰা ভক্তিৰ অৰ্ঘ্য আৰু আনন্দ-উচ্ছ্বাসৰ দুটোপাল নিৰ্ম্মল চকুলো। ভগবানে আপোনাক দীৰ্ঘজীৱী কৰক।

জয় হিন্দ

ডিগবৈ — আপোনাৰ গুণমুগ্ধ
২৩।২।৫৪ — ডিগবৈবাসী ৰাইজ

## অভিনন্দন পত্ৰৰ ভাষা আৰু নিহাল দাস মহান্ত

উল্লেখনীয় যে, যিহেতু ডিগবৈৰ জন-গাঠনিৰ সৰহ সংখ্যকেই অনা অসমীয়া আৰু বিভিন্ন ভাষাভাষীৰ লোক, সেই কাৰণে সকলোৱে বুজিবৰ কাৰণে, অভিনন্দন পত্ৰখন হিন্দী ভাষাত পঢ়িব লাগে বুলি জোৰেৰে প্ৰস্তাৱ আহিছিল। এই প্ৰস্তাৱৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰি নিহাল দাস মহান্তে অসমীয়াত পঢ়িব লাগে বুলি যুক্তিৰে প্ৰস্তাৱ ডাঙি ধৰিছিল। শেষত তেখেতৰ প্ৰস্তাৱ সৰ্ব্ব সন্মতিক্ৰমে গৃহীত হৈছিল। মহান্ত পঞ্জাবী আছিল।

## চৰ্দ্দাৰ বল্লভ ভাই পেটেলৰ মৃত্যু আৰু জয় ৰাম দাস দৌলত ৰাম

১৯৫০ চনৰ ১৫ ডিচেম্বৰ তাৰিখে ভাৰতৰ লৌহ মানব, চৰ্দ্দাৰ বল্লভ ভাই পেটেলৰ মৃত্যুৰ পিচ দিনাখনেই আছিল অসম অইল কোম্পানীৰ বছেৰেকীয়া খেল প্ৰতিযোগিতা, পেটেলৰ মৃত্যুৰ দিনাখন অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰাম মাৰ্ঘেৰিটাত আছিল। তেখেতেই খেল প্ৰতিযোগিতাৰ মুখ্য অতিথি আছিল।

ডিগবৈ কংগ্ৰেছ কমিটিয়ে ধৰি লৈছিল যে, ভাৰতৰ গৃহ মন্ত্ৰী পেটেলৰ প্ৰতি সন্মান জনাই কোম্পানীয়ে খেল বন্ধ কৰিব। কিন্তু আবেলি পাঁচ বজালৈ খেল বন্ধৰ কোনো উম ঘাম নেদেখি,



বৰং খেলৰ ব্যৱস্থাপনাৰ কাম অধিক জোৰেৰে চলি থকা দেখি, মই তেতিয়াৰ লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট মিঃ বাৰ্ণেটলৈ ফোন কৰি, পেটেলৰ মৃত্যুৰ প্ৰতি সন্মান জনাই, পিচদিনাখন খেলখন বন্ধ ৰাখিবলৈ অনুৰোধ কৰিছিলোঁ। বাৰ্ণেট অগ্নি শৰ্ম্মা হৈ পৰিছিল আৰু খেল বন্ধ কৰিব নোৱাৰে বুলি স্পষ্ট উত্তৰ দিছিল। কাৰণ ৰাজ্যপালক প্ৰধান অতিথি হিচাপে মাতি অনা হৈছে আৰু ইতিমধ্যে ৰাজ্যপাল আহি মাৰ্ঘেৰিটাত আছে। বাৰ্ণেটৰ কথা আৰু কোৱাৰ ধৰণে মোৰ আত্ম সন্মানত আঘাট কৰিছিল। মই এই ব্যৱহাৰ পেটেলৰ প্ৰতিয়েই নহয়, ভাৰতীয় ৰাষ্ট্ৰৰ প্ৰতিও বৰ অপমানজনক বুলি ধৰি লৈছিলোঁ। পেটে পেটে জয়ৰাম দাস দৌলতৰামৰ প্ৰতিও বিতুষ্ট হৈছিলোঁ। কাৰণ ৰাজ্যপাল হিচাপে, গৃহমন্ত্ৰী পেটেলৰ মৃত্যুৰ খবৰ পোৱাৰ পাচতেই তেখেতে নিজেই খেল উৎসৱত যোগ দিবলৈ অসন্মতি প্ৰকাশ কৰিব লাগিছিল। কিন্তু গধুলি পাঁচ বজালৈ তেখেতৰপৰা তেনে কোনো ইঙ্গিত নহাত, আমি প্ৰমাদ গণিছিলোঁ। সঁচাকৈয়ে যদি ৰাজ্যপালে এই উৎসৱত যোগ দিয়ে তেনেহ'লে এই বাৰ্ণেটেই তথা চাহাব সকলেই নেতাৰ প্ৰতি আমাৰ শ্ৰদ্ধাৰ পৰাকষ্ঠা দেখি হাঁহিব। সেই কাৰণে কংগ্ৰেছ কমিটি বহুৱাই, খেলৰ দিনাখনেই আবেলি দুই বজাত গান্ধী মৈদানত ৰাজহুৱা শোক-সভা পতিবলৈ লৈ, ৰাজ্যপালক সভাপতিত্ব কৰিবৰ কাৰণে অনুৰোধ জনাবলৈ সিদ্ধান্ত কৰা হ'ল। এই প্ৰস্তাৱৰ আধাৰত মই আৰু দুজনমান সহকৰ্ম্মীক লগত লৈ, মাৰ্ঘেৰিটালৈ যাত্ৰা কৰিলোঁ। মাৰ্ঘেৰিটাত থকা সহকাৰী ৰাজনৈতিক প্ৰাধীকাৰী বিপিন চন্দ্ৰ বৰগোহাঁইদেৱে ৰাজ্যপালক লগ কৰাৰ অনুমতি লৈ দিছিল। ৰাজ্যপালে আমাৰ নিমন্ত্ৰণ গ্ৰহণ কৰি, সভাৰ স্থানৰ কথা সোধাত আমি কৈছিলোঁ, "কোম্পানীৰ জুবিলি খেল পথাৰতেই সভাখন পাতিম বুলি ঠিক কৰিছিলোঁ। কিন্তু কোম্পানীয়ে খেল বন্ধ কৰিব নোৱাৰে বুলি কোৱাত তাৰ গাতে লাগি থকা গান্ধী মৈদানত পাতিবলৈ লৈছোঁ। আমাৰ সৌভাগ্যক্ৰমে আপোনাক সভাপতিৰূপে পোৱাত, আমি নিজকে ধন্য মানিছোঁ। তেতিয়া তেখেতে বৰগোহাঁইক মাতি কৈছিল—"এ,ও,চি, লৈ ফোন কৰি মই তেওঁলোকৰ অনুৰোধ ৰাখিব নোৱাৰিম বুলি কৈ দিয়ক। মই শোক সভাত যোগ দিম। খেল বন্ধ কৰা-নকৰা কোম্পানীৰ কথা। মই তাত হাত দিব নোৱাৰোঁ।" কোম্পানীৰ খেল বন্ধ হৈছিল আৰু জুবিলি ফিল্ডতেই ৰাজ্যপালৰ সভাপতিত্বত ৰাজহুৱা শোক সভাৰ কাম সুচাৰুৰূপে সম্পন্ন হৈছিল। বাৰ্ণেটে বহুদিনলৈকে মোক দেখিলে মুখ ওফোন্দাই তুলিছিল।

## জাতীয় কংগ্ৰেছৰ সভাপতি ইউ. এন. ধেবৰৰ আগমন

১৯৫৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি ইউ. এন. ধেবৰ অসম ভ্ৰমণলৈ আহি, ২৪-২-৫৫ তাৰিখে ডিগবৈ পাইছিলহি। ডিগবৈ কংগ্ৰেছ কমিটিৰ পৰিচালনাত জুবিলি ফিল্ডত ৰাজহুৱা ভাবে তেখেতক সম্বৰ্দ্ধনা জনোৱা হৈছিল। সেই সময়তে নাহৰকটীয়াত খনিজ তেল পথাৰ অবিষ্কৃত হোৱাত, নাহৰকটীয়াৰ খাৰুৱা তেল ডিগবৈতে শোধনৰ ব্যৱস্থা কৰিবলৈ, ডিগবৈ শোধনাগাৰকেই ডাঙৰ কৰিবলৈ, চৰকাৰক তেখেতে টানি পৰামৰ্শ দিবৰ কাৰণে আৰু



কেন্দ্ৰত আমাৰ হৈ দুষাৰ ক'বৰ কাৰণে, এখন স্মাৰক পত্ৰ যোগে তেখেতক অনুৰোধ জনোৱা হৈছিল। অসমৰ বাইজে বহুতো আন্দোলন কৰাৰ মূৰতো এই ন্যায়সঙ্গত দাবী উপেক্ষা কৰি, বিহাৰৰ বাৰাউনীত এটা বৃহৎ শোধনাগাৰ কৰা হ'ল। আন্দোলন শাম নকটাত গুৱাহাটী আৰু বঙাইগাওঁত দুটা ক্ষুদ্ৰ শোধনাগাৰ কৰা হ'ল। কিন্তু তেতিয়াও ডিগবৈ শোধনাগাৰৰ শোধন ক্ষমতা বঢ়োৱাৰ কোনো যুক্তি কেন্দ্ৰীয় চৰকাৰৰ কাণত নোসোমাল। অসমৰ ৰাইজেও এই কথাটোৰ প্ৰতি কাণ কৰা নাছিল। যি কি নহওক, পলমকৈ হ'লেও আজি ২০।২২ বছৰৰ মূৰত, ডিগবৈ শোধনাগাৰৰ সম্প্ৰসাৰণৰ আৱশ্যকতা বুজি, সম্প্ৰসাৰণ কৰিবলৈ লোৱা দেখা গৈছে। এই কামটো তেতিয়াই কৰাহেতেন বহু কম খৰচত হ'লহেতেন। তেলৰ ৰাজনীতি আমি বুজা নাছিলোঁ।



যি কি নহওক এই বিষয়ত ডিগবৈ কংগ্ৰেছৰ উক্ত স্মাৰক পত্ৰ খনেই আছিল প্ৰথম স্মাৰক পত্ৰ।

## —জুৱা বন্ধ আন্দোলন—

## ডিগবৈৰ জুৱাখেল

১৯৪৬ চনৰ ১৫ চেপ্তেম্বৰ তাৰিখে যশোদা চিনেমা হল উন্মোচন কৰা হৈছিল। চিনেমা হল সাজিবলৈ লোৱাৰ আগলৈকে এই ঠাইডোখৰ মানুহৰ ঘৰৰ আৱৰ্জ্জনা পেলোৱা আৰু কিছুমান ঠিকাদাৰৰ মজদুৰৰ মুকলি শৌচাগাৰ আছিল। এতিয়া ডিগবৈ-পেঙেৰী পথৰ চাৰিআলিৰপৰা মুলিয়াবাৰী 'ষ্টোন ক্ৰেচাৰ'লৈ (বৰ্ত্তমান ৰাজহুৱা মঞ্চলৈ) বাটচোৱা কোম্পানীৰ আছিল। কিন্তু সাধাৰণতে কোম্পানীৰ কামত নলগাৰ কাৰণে আৰু তেতিয়া মানুহৰ সমাগমো কম থকাৰ কাৰণে, তিনি আলিৰপৰা ৰাজহুৱা মঞ্চলৈ পথচোৱা কোম্পানীৰ 'এলাগী' হৈ আছিল। এই পথৰ য'ত বৰ্ত্তমান যশোদা পথ লগ লাগিছে সেই তিনি আলিটোক কেন্দ্ৰ কৰি চাৰিওফালে দেৱালীৰ সময়ত, প্ৰায় এমাহ ধৰি, জুৱা খেলৰ মেলা বহিছিল। পিচলৈ ডিগবৈৰ আন আন ঠাইলৈকো ই সিঁচৰতি হৈ পৰিছিল। আনন্দ মেলা উপভোগ কৰাৰ নিটিনাকৈ মানুহে সপৰিয়ালে জুৱা খেল চাই আনন্দ লভিছিল। এই খেল কেইবা বছৰো ধৰি চলি আছিল। ই এটা নিয়মীয়া উৎসৱত পৰিণত হৈছিল। তেতিয়া এই ঠাইডোখৰত কোনো দোকান পোহাৰ নাছিল।

## জুৱা বন্ধ আন্দোলনৰ পাতনি

১৯৫২ চনত মই ডিগবৈ কংগ্ৰেছৰ সভাপতি হিচাপে, ডিগবৈ থানাৰ ভাৰপ্ৰাপ্ত বিষয়ালৈ (O.C.) তলত দিয়া চিঠিখন লিখিছিলোঁ।

ডিগবৈ থানাৰ অ'চিদেৱলৈ

মহোদয়,

আপুনি ডিগবৈ থানাৰ মুৰব্বী হিচাপে নিশ্চয় দেখি আহিছে যে, প্ৰতি বছৰে দেৱালীৰ আগে আগে আৰম্ভ কৰি, বহুদিন ধৰি, জুৱা খেলৰ মেলা বহে। মই আপোনাৰপৰা জানিব বিচাৰিছোঁ এই জুৱাখেল বেআইনী হয় নে নহয়? যদি হয়, তেনেহ'লে বন্ধ কৰা নাই কিয়? উত্তৰ পালে বাধিত হ'ম। ইতি—

বিনীত
শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা
সভাপতি
ডিগবৈ কেন্দ্ৰীয় কংগ্ৰেছ কমিটি

২-১০-৫২

এই চিঠি পাইয়েই অ'চি ডাঙৰীয়া মোৰ ঘৰ পালেহি। তেখেতে ক'লে "আপোনাৰ চিঠি পালোঁ। জুৱা বেআইনী। মই যোৱা বছৰতেই লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট ব্ৰুক্চ্ চাহাবক লগ ধৰি, এই কথাটো আলোচনা কৰিছিলোঁ। তেখেতে মোক ধাৰণা দিলে যে, দেৱালীৰ সময়ত জুৱা খেলা নেপালীসকলৰ হেনো ধৰ্ম্মীয় নিয়ম। এই খেলত বাধা দিলে পৰিস্থিতি চম্ভালা টান হ'ব। সেয়ে মই মনে মনে থাকিলোঁ।" মই কলোঁ—"চাওক নেপালত কি আইন আছে মই নাজনোঁ। কিন্তু ভাৰতবৰ্ষত ভাৰতৰ আইনমতে দেশ চলিব লাগিব। জুৱাৰ নিচিনা সমাজৰ হানি কাৰক খেল বন্ধ হ'ব লাগিব। যদি আইনত মানা, তেনেহ'লে অহাবাৰ আইনমতে কাম কৰিব বুলি আশা কৰোঁ।"

পিচৰ বছৰত দেৱালীৰ আগে আগে অ'চিক কথাটো মনত পেলাই দিয়াত ডি. চি. আৰু এচ.পি.ক দেখা কৰি, আমাৰ ফালৰ পৰা কথাটো ক'বলৈ ক'লে আৰু থানাই যাতে ৰাইজৰ অকুণ্ঠ সহযোগ পায় তাৰ কাৰণে মোক ব্যৱস্থা ল'বলৈ ক'লে। মই নেপালী সম্প্ৰদায়ৰ নেতৃস্থানীয় লোকসকলক আৰু বহুতো ডেকা বন্ধুক লগ ধৰি, কথাটো আলোচনা কৰিলোঁ। তেখেতসকলে সকলো প্ৰকাৰে জুৱা বন্ধ কৰাত সহযোগ আগবঢ়াব বুলি প্ৰতিশ্ৰুতি দিলে। ইয়াৰ পাচত গান্ধী মৈদানত ৰাজহুৱা সভা এখন আহ্বান কৰিছিলোঁ। সভাত ভক্ত বাহাদুৰ প্ৰধানে সভাপতিত্ব কৰিছিল। মোৰ কাৰণে উৎসাহ দায়ক কথা আছিল যে, সেই সভাত যথেষ্ট সংখ্যক নেপালী মানুহে যোগদান কৰিছিল আৰু এক মুখে জুৱা বন্ধ কৰাৰ কথা কৈছিল। 'ডিগবৈ গোৰ্খা লীগ'ৰ সভাপতি হৰি প্ৰসাদ গুৰুঙে ৰাজহুৱা ভাবে "জুৱা নেপালী সকলৰ ধৰ্ম্মীয় কথা নহয়, জুৱা বন্ধ হ'ব লাগে" বুলি ঘোষণা কৰিছিল। এই বছৰতেই জুৱা বন্ধ কাৰ্য্যকৰী কৰাৰ কাৰণে Anti Gambling Committee" (জুৱা বিৰোধী) নাম দি, সেই সভাতেই এখন কমিটি কৰি দিছিল। মোক এই কমিটিৰ সভাপতি, ভক্ত বাহাদুৰ প্ৰধানক উপ-সভপাতি আৰু ধৰ্ম্মানন্দ উপাধ্যায়ক সম্পাদক নিৰ্ব্বাচিত কৰিছিল। ইয়াৰ পাচত ডিগবৈৰ সকলো সম্প্ৰদায়ৰ বিশেষকৈ নেপালী সম্প্ৰদায়ৰ ডেকাসকলক লৈ, জুৱা খেল বিৰোধী স্বেচ্ছা সেৱক বাহিনীও গঠন কৰা

হৈছিল। এইবোৰ কৰি মই ডিব্ৰুগড়লৈ গৈ, ডেপুটী কমিচনাৰ আৰু পুলিচ চুপাৰিণ্টেণ্ডেণ্টক দেখা কৰি, আলোচনা কৰাৰ অন্তত তেখেতসকলে আমাৰ কাৰ্য্যক প্ৰশংসা কৰিলে আৰু জুৱা বন্ধ কৰাত সকলো প্ৰকাৰে সহায় কৰাৰ আশ্বাস দিলে। লগতে দেৱালীৰ সময়ত অকল জুৱা নিবাৰণ কাম পৰ্য্যবেক্ষণ কৰি পুলিচক সহায় কৰাৰ কাৰণে এজন মেজিষ্ট্ৰেট ডিগবৈত ৰাখিব বুলিও ক'লে। ডিব্ৰুগড়ৰপৰা ঘূৰি আহি কমিটিৰ সদস্যসকলৰ লগত আলোচনা কৰি, দেৱালীৰ আগে আগে মাইক যোগে জুৱা নেখেলিবলৈ আৰু জুৱা খেলত কোনোৱে সহযোগ নকৰিবলৈ অনুৰোধ জনাই ২।৩ দিন প্ৰচাৰ কৰাৰ দিহা কৰা হৈছিল। ইতিমধ্যে 'মেধি' উপাধিধাৰী বয়সস্থ মেজিষ্ট্ৰেট এজন ডিগবৈত বাহৰ পাতি বহিল। থানাও সাজু হ'ল। জুৱা বিৰোধী কমিটিয়ে সিদ্ধান্ত ল'লে যে, স্বেচ্ছা সেৱক সকলে নিজৰ নিজৰ চুবুৰীত নজৰ ৰাখিব। কমিটিৰ ফালৰপৰা মোৰ আৰু ভক্ত বাহাদুৰ প্ৰধানৰ কাম আছিল ৪।৫ জন সদস্য আৰু স্বেচ্ছাসেৱকেৰে সৈতে থানাত থকা। কোনো স্বেচ্ছাসেৱকে জুৱা খেল দেখিলে তেওঁলোকে থানালৈ ফোন কৰি, আমি দুজনৰ (মই আৰু ভক্ত বাহাদুৰ) এজনক ক'ব আৰু আমি অ'চি আৰু মেজিষ্ট্ৰেটক ক'ম। হঠাতে কিবা সিদ্ধান্ত ল'বলগীয়া হ'লে মোক আৰু ভক্ত বাহাদুৰ প্ৰধানক সিদ্ধান্ত ল'বলৈকো অধিকাৰ দিলে। পুলিচৰ ফালৰপৰা আৱশ্যক হ'লে তৎকালে ব্যৱহাৰ কৰিব পৰাকৈ এখন বাচ দিন ৰাতি থানাত ৰখাৰ বন্দবস্ত কৰিছিল।

## যুদ্ধ আৰম্ভ—প্ৰথম পৰ্য্যায়

দেৱালীৰ আগদিনাখন ৪-১১-৫৩ তাৰিখে গধূলিলৈকে কোনো জুৱা খেলৰ খবৰ নাছিল। আমি সকলোৱে বৰ আনন্দিত হৈছিলোঁ। কিন্তু আমাৰ আনন্দত চেচা পানী ঢালি গধূলি ৭ মান বজাৰ পাচতে মোলৈ ফোনত আমাৰ স্বেচ্ছা সেৱকৰ ফালৰপৰা জুৱাৰ খবৰ আহিবলৈ ধৰিলে। আধাঘণ্টা মানৰ ভিতৰতে দুজন পুলিচ বৰ উত্তেজিত ভাবে থানালৈ আহি অ' চি ক কৈছিল, ''চাৰ, আমাক আপুনি কাটিলেও কাটক, মাৰিলেও মাৰক, যি শাস্তি দিব খোজে দিয়ক, আমি আৰু দেৱালীৰ সময়চোৱাত পুলিচৰ 'ডিউটি' দিব নোৱাৰিম। লাগিলে আমাৰ পুলিচৰ বেল্ট, বেজ, টুপী আপোনাক শোধাই দিম। জুৱা ক'তো হোৱা নাছিল। কিন্তু এতিয়া এ. ও. চি. লেবাৰ ইউনিয়নৰ সভাপতি ডিম্বেশ্বৰ বৰুৱাই আমাক বুঢ়া আঙুলি দেখুৱাই কোন পুলিচে কি কৰে চাই ল'ব বুলি কৈ, জুৱা খেলিবলৈ উৎসাহিত কৰাত, মুলিয়াবাৰীত আমাক তিৰস্কাৰী দি জুৱাৰী সকলে জুৱা আৰম্ভ কৰিছে। এনে অৱস্থাত পুলিচৰ সন্মান ৰাখি কাম কৰাটো সম্ভৱ নহয়।'' অ' চি য়ে ফোন কৰি মেচিষ্ট্ৰেটক মাতি আনিলে। মইও ভক্ত বাহাদুৰ প্ৰধানকে ধৰি থানাত থকা সদস্য কেইজনৰ লগত পৰামৰ্শ কৰি, আধাঘণ্টাৰ ভিতৰত জুৱা বন্ধ নহ'লে আইনৰ মৰ্য্যাদা ৰক্ষাৰ হেতু থানাতেই সত্যাগ্ৰহ কৰা হ'ব বুলি সত্যাগ্ৰহীৰ নামৰ তালিকা এখন দাখিল কৰিলোঁ। মেজিষ্ট্ৰেটে অ'চি আৰু আপত্তিকাৰী কনিষ্টবল দুজনক লৈ বাচখনেৰে ওলাই গ'ল। ২০/২৫ মিনিট মানৰ ভিতৰতেই কেইবাজনো জুৱাৰীক 'দাইচ' আৰু লগত থকা টকা পইচাৰে সৈতে ধৰি, থানালৈ লৈ আহিল। তেওঁলোকে আৰু জুৱা নেখেলোঁ বুলি কোৱাত টকা-পইচা সা-সঁজুলিবোৰ বাজেয়াপ্ত কৰি, তেওঁলোকক ব্যক্তিগত জামিনত যাবলৈ দিলে।

পিচদিনাখন ৫-১১-৫৩ তাৰিখে জুৱা খেল হোৱা নাছিল।

৫/১১/৫৩ তাৰিখে সৰ্ব্ব ভাৰতীয় গোৰ্খা লীগৰ ডিগবৈ শাখাই সৰ্ব্বসন্মত প্ৰস্তাৱ গ্ৰহণ কৰি, জুৱাৰ বিৰোধীতা কৰি, জুৱা নেপালী সকলৰ ধৰ্মীয় সংস্কাৰ নহয় বুলি, দৃঢ়তাৰে ঘোষণা

কৰিছিল।

৬/১১/৫৩ তাৰিখে এ. ও. চি. লেবাৰ ইউনিয়নৰ সভাপতি বৰুৱা আৰু সম্পাদক আহমদে চন বাহাদুৰ নামৰ নেপালী এজনক লগত লৈ, জুৱা খেলৰ কাৰণে অনুমতি আনিবলৈ ডেপুটী কমিচনাৰ আৰু পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ ওচৰলৈ যোৱা গম পাই, লগে লগে টেলিগ্ৰাম কৰাৰ উপৰিও আবেলি 'এণ্টি গেমলিং' কমিটিৰ জৰুৰী বৈঠক বহি, তলত দিয়া প্ৰস্তাবটো গ্ৰহণ কৰি, .ডেপুটী কমিচনাৰলৈ পঠাইছিল।

**ANTI GAMBLING COMMITTEE, DIGBOI**

To

The Deputy Commissioner,
Lakhimpur District
Dibrugarh
Dated Digboi the 6th Nov/53

Sir,

We beg to forward herewith to you a resolution unanimously passed at an emargent meeting of the Anti gambling Committee held at 9-00 A.M. on 6-11-53 at Gandhi Memorial.

**THE FOLLOWING RESOLUTION WAS CARRIED UNANIMOUSLY**

"The Anti gambling Committee, Digboi, Vehemently opposes the uncalled for inteference by the President Dimbeswar Baruah and one of the joint Secretaris H. U. Ahmed of A. O. C. Labour union in their personal capacity in the anti gambling activities of the Committee and the govt. The Committee is of the decided opinion that they have done this at the instance of a few professional gamblers and in no way has any backing of any other Community or the Gorkha League in Digboi. Gambling during Dewali is not at all a religions function of any Community. So this plea in this respect is wholly unjustified,

The Committee will endevour to the utmost to keep the prestige of the law and order and offer their whole hearted help and Co-operation to the government in cheking up the illegal activities in the public."

Yours faithfully
**Sd/ D.C. Deb Sarmah**
President

Copy to :—
1. Magistrate Camp-Digboi
2. Police Inspector, Margherita, Camp-Digboi
3. O/c. Digboi Police Station
4. President, Gorkha League
5. Secretary, Kendriya Congress Committee, Digboi
6. Joint, Secretary, A.O.C. Labour Union.

বৰুৱা-আহমদ ডিব্ৰুগড়ৰপৰা ঘূৰি আহি O.C মহেশ্বৰ কলিতাক কৈছিল যে, ডেপুটী কমিচনাৰ আৰু পুলিচ চুপাৰিণ্টেণ্ডেণ্টে হেনো এদিনৰ কাৰণে জুৱা খেলিবলৈ হুকুম দিছে। বৰুৱাহঁত থানাৰপৰা যোৱাৰ পাচতে অ' চিয়ে ডেপুটী কমিচনাৰৰ পৰা তলত দিয়া টেলিগ্ৰামখন পাইছিল।

"14306 G. Reference representation of San Bahadur"

"GAMBLING IN PUBLIC PLACES NOT ALLOWED DEPCOM"

এই টেলিগ্ৰামৰ কথা বৰুৱা-আহমদে নাজানিছিল। মই বৰুৱা আৰু তেখেতৰ সহযোগী সকলক থানালৈ মতাই আনি, মেজিষ্ট্ৰেটৰ সমুখত মুখামুখীকৈ কথা পাতি, আলোচনাৰ মাধ্যমত কিবা এটা বুজাবুজিত আহিবলৈ চেষ্টা কৰিবৰ কাৰণে পৰামৰ্শ দিছিলোঁ।

অ' চি. ৰ অনুৰোধ ক্ৰমে এ. ও. চি. লেবাৰ ইউনিয়নৰ সভাপতি ডিম্বেশ্বৰ বৰুৱা, যুটীয়া সম্পাদক হবিবউদ্দিন আহমেদ আৰু উপ সভাপতি মহম্মদ ইচাক থানা পালেহি। বহু সময় ধৰি আলোচনা হোৱাৰ পাচত হঠাতে ডিম্বেশ্বৰ বৰুৱাই কৈ উঠিল— "মই ইচ্ছা কৰিলে তৎক্ষণাৎ জুৱা বন্ধ কৰিব পাৰোঁ। মই জুৱা খেলিবলৈ মানা কৰিলে কোনোৱে জুৱা নেখেলে। মই বন্ধ বুলি কলে বন্ধ।" মই তেতিয়াই উঠি তেখেতক কৰমৰ্দ্দন কৰি কৈছিলোঁ— "বৰুৱা, আপোনাক নেতা মানি লৈছোঁ। আপুনি আমাৰ নেতা। জুৱা বন্ধ কৰক।" উপস্থিত সকলোৱে হাত চাপৰি দিলে। বৰুৱাই পিচদিনাখন এ.ও.চি লেবাৰ ইউনিয়নৰ সাধাৰণ সভা আহ্বান কৰি কামটো কৰিব বুলি কৈ গুচি গ'ল। জুৱাৰ কাৰণে হোৱা ৰণ চালিৰ প্ৰথম পৰ্য্যায়ৰ এনেদৰেই সামৰণি পৰিছিল।

## যুদ্ধৰ দ্বিতীয় পৰ্য্যায়

পিচদিনাখন ৭-১১-৫৩ তাৰিখে ইউনিয়নৰ সাধাৰণ সভা বহিছিল। ইউনিয়নৰ চৌহদত মানুহ ভৰি পৰিছিল। সভাপতি বৰুৱাই প্ৰথমতে ইউনিয়ন সম্বন্ধীয় কেইটামান কথা কৈ, পিচত দেৱালীত আনন্দ কৰাৰ কাৰণে পৰম্পৰা ৰক্ষা কৰি, বছৰৰ পাচত বছৰ ধৰি দেৱালীৰ জুৱা খেল বন্ধ কৰাৰ বিৰুদ্ধে, তেখেত নিজে ডিব্ৰুগড়লৈ গৈ, ডেপুটী কমিচনাৰ আৰু পুলিচ চুপাৰিণ্টেণ্ডেণ্টক দেখা কৰি, এদিনৰ কাৰণে জুৱা খেলিবলৈ অনুমতি লৈ আহিছিল বুলি কৈছিল। "আপলোগ কাল সবেৰসে শামটক জুৱা খেল চেক্তেহে। লেকিন আপনা বাহাদুৰী দেখলানে কিয়ে নেহি খেলনা আচ্ছাহে।" 'অশ্বত্থামা হত কিন্তু ইতিগজ' আখ্যানটোৰ দৰে 'কাল সবেৰ সে শামতক জুৱা খেল চেক্তেহে' কথাষাৰ শুনাৰ লগে লগে সভাত থকা জুৱাৰী সকল চিঞৰি উঠিল। "ঠিক হ্যায়। আভি মাষ্টাৰ লোগ ঘাস কাটেগা' বুলি আনন্দত উত্ৰাৱল হৈ পৰিছিল। পিচত কোৱা 'নেহি খেলনা আচ্ছা হে' কথাষাৰ কাৰো কাণত সোমোৱা নাছিল। 'মাষ্টাৰ লোগ' মানে প্ৰধান উদ্যোক্তা মই শিক্ষক, সম্পাদক ধৰ্ম্মানন্দ উপাধ্যায় শিক্ষক, সক্ৰিয় সদস্য মহাত্তম প্ৰসাদ তেৱাৰী, ৰাম সুমিৰণ গোস্বামী, টিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য আৰু কেইবাজনো শিক্ষক আমাৰ সহযোগী আছিল। গতিকে জুৱাৰীসকলে আমাক উদ্দেশ্য কৰিয়েই কৈছিল। মই আৰু তেৱাৰী সেই সভাত একেলগে আছিলোঁ। শেষত মনে মনে তলমূৰ কৰি আমি গুচি আহিছিলোঁ।

পিচদিনাখন ৮-১১-৫৩ তাৰিখে ৰাতিপুৱা ৭ বজাৰ পৰাই চাৰিওফালে জুৱা খেল বহিল। মই থানা পালোহি। অ' চিৰ অনুৰোধক্ৰমে থানাৰ পৰা গাড়ী এখন লৈ গৈ মাৰ্ঘেৰিটাৰ

পৰা পুলিচ চাৰ্কেল ইনস্পেক্টৰক লৈ আহিলোঁ। ৯মান বজাত মেজিষ্ট্ৰেট আহি পাইয়েই চাৰ্কেল ইনস্পেক্টৰ আৰু কেইজনমান পুলিচ লগত লৈ বাচখনেৰে ওলাই গল আৰু ৩৩ জন জুৱাৰীক টকা পইচা আৰু ডাইচেৰে সৈতে ধৰি আনি, থানাত হাজিৰ কৰালে। বাকীবোৰ পলাল। ক'তো জুৱাৰ চিনচাব নোহোৱা হ'ল।

গ্ৰেপ্তাৰ হোৱা ব্যক্তিসকল আছিল :—

১। হাইডৰ আলি, ২। পি. ওচমান আলি, চাৰিআলি, ৩। শিবদাস মালাকাৰ, বাপাপুং, ৪। ৰমাচল ৫। বলদেব সিং, ৬। পি. হৰি বলদেব, ৭। অম্বৰ লোহাৰ, ৮। পি. শিব চৰণ, চাৰিআলি, ৯। পূৰ্ণবাচি তেলী—বাপাপুং, ১০। ধন বাহাদুৰ ছেত্ৰী (৩০৫৩০), ১১। কালু সোণাৰ (২০৯৪৯), ১২। দাম ছেত্ৰী (৩০৫৬০), ১৩। গণেশ বাহাদুৰ ছেত্ৰী (২৪৪৭৯), ১৪। পূৰ্ণ বাহাদুৰ থাপা (২৫৯৭০), ১৫। ইন্দ্ৰ লাল জৈচী (১৪৬৩৫), ১৬। নাইনাবীৰ ছেত্ৰী (১৬৫৯২), ১৭। জয় বাহাদুৰ জৈচি (১৪৯০২), ১৮। ৰত্নৰাম কুমাৰ (৩০৪৪০), ১৯। বোম বাহাদুৰ ছেত্ৰী (১৫৯), ২০। টন বাহাদুৰ থাপা (২৯৭৭৫), ২১। ভুপেন্দ্ৰ লাল মুপাদ্ৰী (২৩৯৮৭, ২২। মুনা ৰাম জৈচি (২৯৩০৯), ২৩। দুৰ্গা প্ৰসাদ গিৰি (১৭৬৪৬), ২৪। বোমদাস জৈচী (১৬০৪০), ২৫। জমীদাৰ মুচলমান (২৮৫০০), ২৬। কুবেৰ সোনাৰ (২০৭৩৯), ২৭। কুলধৰ উপাধ্যায় (২৭৮৯৪), ২৮। সূৰ্য্য বাহাদুৰ প্ৰধান (২৯৮৯২), ২৯। ৰুদ্ৰবীৰ পুন (২২৯৪৪), ৩০। ধৰ্ম্ম বাহাদুৰ নেৱাৰ (১২৯১৫), ৩১। নন্দলাল থাপা (২৯৮৮৫), ৩২। ডম্বৰু বাহাদুৰ (২৫৫৬৬), ৩৩। কে. প্ৰধান (২০৫৭১), ৩৪। বলোৰাম জৈচী C/o হৰকা বাহাদুৰ প্ৰাক্তন ড্ৰিলাৰ।

(ওপৰৰ নম্বৰ দিয়া ব্যক্তিসকল কোম্পানীৰ চাকৰিয়াল আছিল। নম্বৰবোৰ কোম্পানীৰ পঞ্জীভুক্ত নম্বৰ।)

সিদিনাখন ভাতৃ দ্বিতীয়া আছিল। এই পৰবটো নেপালী সকলৰ ডাঙৰ পৰব। বাই ভনীসকলে ককাই-ভাই সকলক আদৰিবলৈ বৈ আছে। ককাই-ভাই সকল থানাত আবদ্ধ হৈ আছে। সময় যোৱাৰ লগে লগে থানাত নেপালী মানুহৰ সমাগম বাঢ়ি গ'ল। এটামান বজাত মানুহবোৰ অতীষ্ঠ হৈ উঠিছিল। কোনোবাই গৈ থানাক কৈ মানুহবোৰক এৰুৱাই দিবলৈ ডিম্বেশ্বৰ বৰুৱাক থানালৈ লৈ আহিছিল। বৰুৱাৰ কাৰণে এইটো আত্ম সন্মানৰ (Prestige)ৰ প্ৰশ্ন আছিল। তেখেতৰ নেতৃত্বত আঘাট পৰিছিল। বৰুৱাই পুলিচ বিষয়াৰ লগত বহু সময় তৰ্ক-বিতৰ্ক কৰিছিল। পুলিচে এটা কথাই কৈছিল—"আমি আইনৰ গোলাম। আপুনি অনুমতি পত্ৰখন দেখুৱাই দিয়ক, আমি এতিয়াই সকলোকে এৰি দিম।" বৰুৱা অপ্ৰস্তুত হৈ অফিচৰ ভিতৰৰপৰা ওলাই আহি দুৱাৰ মুখ পাওঁতেই থানাত থকা বয়সস্থ নেপালী সকলে সুধিলে "বৰুৱা চাহাব, আপুনি যে জুৱা খেলিবলৈ 'পাৰমিট' অনা বুলি কৈছিল, এতিয়া 'পাৰমিট' খন দেখুৱাই আমাৰ ভাইসকলক মোকোলাই দিয়ক।" বৰুৱাই তেতিয়া 'মই তেনে কথা কোৱা নাছিলোঁ' বুলি কোৱাত মানুহবোৰ উত্তেজিত হৈ পৰিছিল আৰু তেখেতক ধৰিবলৈ চোঁচা লৈছিল। যি কি নহওক, অ' চি, ভক্ত বাহাদুৰ প্ৰধান, মই আৰু থানাত থকা স্বেচ্ছা সেৱক সকলৰ চেষ্টাত বৰুৱাৰ গাত হাত দিব নোৱাৰিলে। বৰুৱাক নিৰ্বিঘ্নে ঘৰলৈ পঠাই দিয়া হ'ল। মানুহবোৰ লাহে লাহে শান্ত হ'ল। তাৰ পাচত টকা-সিকা, সা-সঁজুলি বাজেয়াপ্ত কৰি ব্যক্তিগত জামিনত মানুহবোৰক যাবলৈ দিয়া হ'ল। তেতিয়া আবেলি ৩ বাজিছিল। প্ৰায় ২৪ হাজাৰ টকা বাজেয়াপ্ত হৈছিল। সিদিনাখনৰপৰা ডিগবৈত এই সমূহীয়া আৰু মুকলিমূৰীয়া জুৱাখেল বন্ধ হৈছিল। কাত জিকি, স্বান্তিৰ নিশ্বাস পেলাইছিলোঁ।

# RESOLUTION PASSED UNANIMOUSLY AT THE ANTI-GAMBLING COMMITTEE MEETING, DIGBOI HELD ON 9-11-1953

"This meeting expresses its warm appriciation for the active help available from the Deputy Commissioner, Lakhimpur Dist. in as much as he arrange a special Magistrate to be present at Digboi and the superintendent of police for posting an additional Armed Police Force, during the last Dewali Festival in order to fulfil the Anti gambling Committee's effort for eradicating the long standing curse of gambling from the social life of Digboi. The Committee believes that similar co-operation between the govt. and the public would easily remove all sorts of corruptions not only from Digboi but from all over the Country as well.

Although for years past, gambling had been in force at Digboi, but on the Occassion of last Dewali Festival, the Antigambling Committee with the help and sympathy of the government and the public could stop this for 4th, 5th, 6th, and forenoon of the 7th Nov, 1953. the success attained so peacefully was a pleasant surprise for all concerned, Contrary to expectations, however, the A.O.C. labour union called a general meeting on the evening of 7-11-53 and the President Sri Dimbeswar Baruah and the Secretary Shri H.U. Ahmend indulged in nasty abusive languages against the members of the Anti gambling Committee, the Kendriya Congress Committee, Digboi, the Gorkha League and their respective Presidents. They trampled under shoes all the relative papers and correspondences copied to them seeking their help and co-operation on this issue, in presence of the audience and finally throwing a stiff challange against the authority of . such combined efforts, declared openly that Deputy Commissioner and Superintendent of Police had permitted gambling for Nepalis for the day (24 hours) on 8-11-53. Consequently gambling starrted at random on the roadsides in public places on 8-11-53 morning, but quick decisive action of the govt. with the Co-operation of the public of Digboi, brought it to an end involving an arrest of about 33 gamblers on that account.

This meeting states its deepest regret for this unpleasant affairs created by Dimbeswar Baruah and H. U. Ahmed. The favourable attitude shown by the D. C. and S. P. in connection with the Anti gambling efforts lead us to believe that rumour of permission for gambling on the 8th November 1953 was absolutely baseless. On the other hand this meeting demands from the Deputy Commissioner an enquiry into the anti social activities of the mischievious instigators and law breakers who were deliberately out to creat trouble & frustate the honest endeavour of the peaceful citizens and the govt, for stoping the evil of illegel & superstitious practices.

Sd/ D.C. Deb Sarmah
President
Anti gambling Committee, Digboi

Copy to :—
1. Chief Minister, Assam, Shillong
2. D.C. Lakhimpur, Dibrugarh
3. S.P. Lakhimpur, Dibrugarh
4. I.G.P. Assam, Shillong
5. D.I.G. Assam, Shillong
6. C.I. Police, Margherita
7. O.C., Digboi Police station
8. Presidents, A..P.C.C., D.C.C., Kendriya Congress Committee & Gorkha league

**Sd/ D.C. Deb Sarmah**
President
Anti gambling Committee, Digboi

মুকলি জুৱাখেলখন তেতিয়াৰপৰা বন্ধ হৈছিল।

## ভদ্ৰলোকৰ ভিতৰুৱা জুৱা খেল

ডিগবৈত শ্যাম লাল নামৰ নেপালী চৰ্দ্দাৰ এজন আছিল। মানুহজন এজন উচিত বক্তা আৰু সাহসী আছিল। তেওঁ নিজে এজন ডাঙৰ জুৱাৰী আছিল। কিন্তু আমাৰ কথা মানি জুৱা খেলিবলৈ এৰি দিছিল।

এমাহ মানৰ পাচত এদিন শ্যাম লাল চৰ্দ্দাৰ মোৰ ঘৰলৈ আহি অভিযোগ কৰি কৈছিল যে, আমি ডাঙৰ ডাঙৰ মানুহৰ, বাবুবোৰৰ, ভদ্ৰলোক সকলৰ জুৱাখেলবোৰ নেদেখোঁ সৰু মানুহবোৰক কিন্তু জুৱাখেলৰ কাৰণে পুলিচক ধৰাই দিওঁ। এই বিষয়ে মই তেতিয়ালৈকে একো জনা নাছিলোঁ। মই মাথো ইয়াকে কৈছিলোঁ— "শ্যামলাল, তুমি আহি অভিযোগ কৰাৰ কাৰণে মই ভাল পালোঁ। কিন্তু তুমি কোৱা জুৱা খেলৰ কথা মই নাজানোঁ। ঠিক আছে, তুমি কোৱা জুৱা খেলৰ খেলুৱৈ সকলৰ সঠিক নাম, খেলৰ সঠিক সময় আৰু ঠাইৰ ঠিকনা মোক দিয়া। তুমি আৰু এমাহ জুৱা নেখেলিবা। আজিৰপৰা এমাহৰ ভিতৰত তুমি কোৱা খেলখন যদি মই ধৰাব নোৱাৰোঁ তেনেহ'লে মন গ'লে তুমিও খেলিবা—মই একো নকওঁ, কিন্তু মনত ৰাখিবা, জুৱাখেল বৰ হানিকাৰক খেল। শ্যামলালে মোক কেইজনমান ভদ্ৰলোকৰ নাম দি, স্থান আৰু সময়ৰ কথাও কৈছিল। বৰ্ত্তমান লক্ষ্মী নাৰায়ণ প্ৰেছ থকা ঘৰটোৰ এটা অংশত এই জুৱা খেল হৈছিল। জুৱাৰীসকলৰ এজন ব্যক্তিয়েই ভাড়াত লৈ, এই অংশটোত বাস কৰিছিল। তেওঁ নিজেও জুৱাখেলৰ অংশীদাৰ আছিল। তদুপৰি, তেওঁৰ ঘৰত খেলিবলৈ দিয়াৰ কাৰণে তেওঁ দৈনিক মুচুলুকা এটাও পাইছিল। শ্যাম লালে নাম দিয়া লোকসকলৰ মাজত এজন ডিগবৈ চৰকাৰী ডাক্তৰ খানাৰ কম্পাউণ্ডাৰো আছিল।

মই নামৰ তালিকাখন লৈ তেতিয়াই ডিগবৈত থকা অসম চৰকাৰৰ চোৰাংচোৱা বিভাগৰ চাব ইন্‌স্পেক্টৰ ধৰ্ম্মেশ্বৰ ডেকাৰ ওচৰ পালোঁগে। তেখেত জুৱাৰ বৰ বিৰোধী আছিল। তেখেতৰ ওপৰত মোৰ বিশ্বাস আছিল। তেখেতে সহায় কৰিলে এই কম্পাউণ্ডাৰ জন খেলখন ধৰাত সহায়ক হ'ব পাৰে বুলি তেখেতক কাম এটা কৰিবলৈ অনুৰোধ কৰিলোঁ। তেখেতক কলোঁ— "আপুনি চোৰাংচোৱা হিচাপে অতি ভিতৰুৱাকৈ গম পোৱা বুলি কম্পাউণ্ডাৰ জনক লগ ধৰি

কওক যে, তেওঁ জুৱা খেলাৰ কথা মই গম পাইছোঁ আৰু তেওঁক নগা পাহাৰলৈ বদলি কৰাবৰ কাৰণে চেষ্টা কৰাৰ কথা পাতিছোঁ, গতিকে অহা কালিৰ ভিতৰত মোৰ লগত দেখা কৰি, মোক অনুৰোধ কৰাৰ বাহিৰে তেওঁৰ আৰু আন উপায় নাই।"

পিচদিনাখন দুপৰীয়াই কম্পাউণ্ডাৰজন মোৰ ওচৰ চাপিছিল। তেওঁ এনে কাম আৰু নকৰে বুলি ক্ষমা খুজিলে। মই তেওঁক এটা চৰ্ত্তত অভয় দিলোঁ। চৰ্ত্তটো হ'ল, খেলখন নধৰালৈকে তেওঁ আন খেলুৱৈ সকলৰ লগত থাকি, মোক সকলো খা-খবৰ দি, খেলখন ধৰাই দিয়াত সহায় কৰিব। তেতিয়া তেওঁ নিজেই খেলখনত কোন কোন আছে, ক'ত, কেতিয়া, কেনেদৰে খেলখন হয়, সকলো ক'লে। আৰু জানিবলৈ দিলে যে, মই ডিগবৈৰ পুলিচক ক'লে জুৱা ধৰিব নোৱাৰিম, কিয়নো, এই খেলৰপৰা থানাই দিনে ১২৫ টকা পায়। মৰ্য্যাদা অনুসৰি ৫০ টকাৰ পৰা ৫ টকালৈ থানাৰ সকলো পুলিচে ভাগ পায়। তদুপৰি খেলখন মূল ঘৰখনত নহয়। খেলৰ কাৰণে মূল ঘৰটোকে সংলগ্ন কৰি পিচফালে বাঁহৰ ধাৰিৰ বেৰেৰে টিনৰ চালি এখন দি লৈছে। মূল ঘৰটোৰ ভিতৰত ৩ টা কম। তাৰে দুটা কম পাৰ হৈ গৈহে এই চালিখন পাব পাৰি। গতিকে দুৱাৰ বন্ধ কৰি জুৱা খেলি থাকিলে কম দুটা পাৰ হৈ, জুৱাখেল কোনো ৰকমে ধৰিব নোৱাৰি। পিচফালেদি বাহিৰৰপৰা কোনোবাই আহিলে তেওঁলোকে গম পাব আৰু সকলো সামৰি ঘৰৰ ভিতৰলৈ সোমাই পলাব পাৰিব। মই তেওঁক দুদিনমান বাদ দি জুৱা খেলৰ নিশ্চিত দিন এটা আৰু নিৰ্দ্দিষ্ট সময় মোক জনাবলৈ অনুৰোধ কৰিলোঁ। মই অকলে গধূলি মনে মনে গৈ উক্ত চালিখনৰ অৱস্থান চাই আহিলোঁ।

ডিগবৈ পুলিচৰ কথাটো শুনি মই মাৰ্ঘেৰিটালৈ গৈ পুলিচ চাৰ্কেল ইন্‌স্পেক্টৰৰ লগত গোটেই কথাটো কৈ, ডিগবৈ থানাক নজনোৱাকৈ, তেখেতৰ সহায় খুজিলোঁ। তেখেত আছিল দীন নাথ ডেকা-বয়সস্থ লোক। তেখেতে অন্ততঃ এদিন আগতে দিনটো জনাবলৈ ক'লে। মই তেখেতক দিন আৰু সময় জনাই দি নক্সা এখন আঁকি, সকলো বুজাই দিলোঁ। তেখেতসকল গাড়ীৰে গৈ ক'ত গাড়ী ৰাখি যাব লাগিব, তাকো বুজাই দিলোঁ। মই সময়ত মিচনপাৰাৰ 'বং ঠিকাদাৰ'ৰ ঘৰলৈ গৈছিলোঁ। ধৰ্ম্মেশ্বৰ ডেকা আগেয়ে গৈ বহি আছিল। আমি নানা ধৰণৰ কথা পাতি চাহৰ কাপটো মুখৰ ওচৰলৈ নিব ধৰোঁতেই এখন জীপ গৈ বং ঠিকাদাৰৰ চৌহদৰ ভিতৰলৈ সোমাই গৈ ঘৰৰ সমুখত ৰ'ল। মই তৎক্ষণাৎ চাহৰ কাপ এৰি, বাহিৰলৈ ওলাই আহিলোঁ। ডেকাই ইচাৰেৰে বং ঠিকাদাৰক মাতিবলৈ মানা কৰি, তাতে বহি থাকিল। মই ওলাই অহাৰ লগে লগে জীপৰপৰা ইন্‌স্পেক্টৰ ডেকা, লিডু পুলিচ চকিৰপৰা অনা দুজন কনিষ্টবল আৰু ডিগবৈ থানাৰ এ. এচ. আই. সিঙৰ সৈতে নামি আহিল। মই তেওঁলোকক লৈ আগ বাঢ়িলোঁ। হাতত সাৰে ভৰিত সাৰে আমি গৈ জুৱা খেলৰ চালিখনৰ বাহিৰ ফালে থিয় হলোঁ। ভিতৰত জুৱা পূৰাদমত চলি আছিল। চালিখনৰ দুৱাৰ মুখলৈ যাবলৈ চালি আৰু আন এটা ঘৰৰ মাজেৰে মাথো কোনো ৰকমে এজন মানুহ যাব পৰা ফাঁক এটা আছিল। সেই ফাঁকেৰে যেতিয়া পুলিচ কেইজন এজন এজন কৈ লাহে লাহে অগ্ৰসৰ হ'বলৈ ধৰিলে হঠাতে আগত যোৱা ডিগবৈ থানাৰ সিং উজুটি খাই পৰি গ'ল। ভিতৰত কোনোবা এজনে 'মাগো' বুলি চিঞৰি উঠিল। ভিতৰৰ মানুহবোৰে যে লৰালৰিকৈ পলাব খুজিছে, গম পোৱা গ'ল। পুলিচ দুজনে আৰু ইন্‌স্পেক্টৰে তৰিৎ বেগে সিঙৰ ওপৰেদি জপিয়াই গৈ চালিৰ দুৱাৰ মুখত ইন্‌স্পেক্টৰ থিয় হ'ল আৰু পুলিচ দুজনে গোৰ মাৰি মূল ঘৰৰ দুৱাৰ ভাঙি পলাই যোৱা কেইজনক খেদি গ'ল। ৪ জন পলাব পৰা নাছিল। মই পাচত গৈ ইন্‌স্পেক্টৰৰ লগত থিয় হলোঁ। অলপ পিচতে পুলিচ দুজনে পলাতক

দুজনক আলিৰাটৰপৰা ধৰি আনিলে। এজনক ধৰিব নোৱাৰিলে। ইন্‌স্পেক্টৰে গহীনাই ক'লে "আপোনালোকে একো গণ্ডগোল নকৰিব। মই সাজু হৈ আহিছোঁ। চাৰিওপিনে আমাৰ মানুহ আছে। আৱশ্যক হ'লে গুলী কৰা হ'ব। এতিয়া যি কম তাকে কৰক।" এই বুলি কৈয়েই জুৱাৰী সকলৰ হতুৱাই ডাইচসহ সকলো বয় বস্তু বন্ধাই আৰু পাৰী লোৱা সৰু ত্ৰিপালখন আৰু বহা বেঞ্চখনো তেওঁলোকৰ কান্ধত দি, খোজ কঢ়াই থানালৈ লৈ গ'ল। মোক ড্ৰাইভাৰে জীপেৰে ঘৰত থৈ গ'ল। মই তেতিয়াহে বুজিছিলোঁ এ. এচ. আই সিঙে যে জুৱাৰী সকলক জাননী আৰু পলাবলৈ সময় দিবৰ কাৰণে উজুতি খোৱাৰ ভাও জুৰি পৰিছিল।

## ডিগবৈ থানাৰ মুখ ৰক্ষা

এই ঘটনাত ডিগবৈ থানাৰ অ'চিয়ে বৰ লাজ পাইছিল। তেখেতে বুজিছিল যে, জুৱাৰ লগত ডিগবৈ থানাৰ সম্বন্ধ কিবা প্ৰকাৰে জানিহে ইন্‌স্পেক্টৰে লিডুৰ পুলিচ আনি কামটো কৰিছিল। সেইদেখি জুৱাৰী সকলৰ লগত যে তেখেতৰ কোনো সম্বন্ধ নাছিল তাকে বুজাবৰ কাৰণে এমাহ মানৰ পাচত এদিন ৰাতি মোক মাতি, লগত লৈ গৈ, সেই একে ঘৰতে একে কেইজন জুৱাৰীকে ধৰিছিল। এইবাৰ অৱশ্যে মূল ঘৰৰ ভিতৰতে ভিতৰৰ কোঠা এটাত খেলখন হৈছিল। বাহিৰৰ দুৱাৰ বন্ধ আছিল। দুৱাৰত টুকুৰিয়াই দিয়াত ভিতৰৰপৰা কোন বুলি সোধাত অ'চিয়ে মাতটো সলাই তেওঁলোকৰ লগৰীয়া জুৱাৰী এজনৰ নাম কোৱাত দুৱাৰখন খুলি দিলে। লগে লগে অ' চি আৰু পুলিচজন সোমাই গৈ জুৱা খেলৰ ওচৰত থিয় হ'ল। মইও তেওঁলোকৰ লগতে আছিলোঁ। মোক দেখি জুৱাৰী ভদ্ৰলোক কেইজনে মুখ কেইখন ঘূৰাই দিছিল। আটাই কেইখন চিনাকি মুখ। মইও বৰ অপ্ৰস্তুত হৈছিলোঁ। অ' চিয়ে ডাইচ, টকাৰে সৈতে তেওঁলোকক জীপত ভৰাই লৈ, মোক ঘৰত থৈ, থানালৈ গ'ল। তেতিয়াৰ পৰা বহু বছৰলৈকে জুৱাৰ কথা শুনা নাছিলোঁ।

এই ঘটনাৰ পাচত এদিন শ্যাম লালে মোৰ ঘৰলৈ গৈ কৈছিল— "হুজুৰ! মই আৰু কেতিয়াও জুৱা নেখেলোঁ। মই সদায় জুৱাৰ বিৰুদ্ধে কাম কৰিম। ভগবানে আপোনাক মানুহৰ মঙ্গলৰ কাৰণে কাম কৰিবলৈ আৰু শক্তি দিয়ক, বেয়া কাম আৰু অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ আৰু সাহস দিয়ক। জুৱাৰ বিষয়ত মই সকলো সময়তে আপোনাক সহায় কৰিম।"

সৰু সৰু মানুহৰ আশীৰ্ব্বাদেই মোৰ সাহস আৰু কৰ্ম্ম প্ৰেৰণাৰ একমাত্ৰ উৎস আছিল।

পিচৰ বছৰতো অৰ্থাৎ ১৯৫৪ চনতো দেৱালীৰ আগে আগে জুৱা নিবাৰণি কমিটিয়ে তলত দিয়া গোহাৰিখন প্ৰচাৰ কৰিছিল।

## "সদৌ ডিগবৈবাসী ৰাইজলৈ —গোহাৰি—

ডিগবৈ সমাজ জীৱনৰ ওপৰত আজি বহু বছৰৰপৰা চলি অহা ভগবানৰ অভিশাপ স্বৰূপ জুৱা খেলৰ কলঙ্ক চিৰদিনৰ কাৰণে গুচাবলৈ, যোৱা দেৱালীৰ সময়ত কৰা জুৱা নিবাৰণী কমিটি আৰু চৰকাৰৰ উমৈহতীয়া প্ৰচেষ্টাই, কিছুমান স্বাৰ্থান্বেষী, সমাজদ্ৰোহীৰ অপপ্ৰচাৰ আৰু বাধা দানৰ চেষ্টাকো নেওচি, যি সফলতা লাভ কৰিলে, সি কেৱল সম্ভৱ হৈছে— ডিগবৈবাসী

জনসাধাৰণৰ আন্তৰিক সহানুভূতি আৰু অকৃত্ৰিম সহযোগিতাৰ দ্বাৰা। তাৰ বাবে জুৱা নিবাৰণী কমিটিয়ে আজি সদৌ ৰাইজলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছে। কেৱল দেৱালীত জুৱা নিবাৰণ কৰাই জুৱা নিবাৰণী কমিটিৰ উদ্দেশ্য নহয়, ইয়াৰ উদ্দেশ্য চিৰদিনৰ কাৰণে ডিগবৈৰ বুকুৰপৰা এই জুৱা ৰূপ পাপ মচি পেলোৱা। সেইদেখি ৰাইজক পুনৰ অনুৰোধ জনাইছোঁ যেন, যোৱা দেৱালীৰ দৰেই এই পাপ নিবাৰণ কাৰ্য্যত সকলো প্ৰকাৰৰ সহযোগিতা দি, ডিগবৈৰ সমাজ আৰু বংশধৰ সকলৰ মঙ্গল সাধন কৰে। মনত ৰাখিব যে, আপোনালোকেই আপোনালোকৰ সন্তান সকলৰ মূৰ্ত্ত আদৰ্শ—দেশৰ ভবিষ্যৎ কৰ্ণধাৰ গঢ়িব আপোনালোকেই। গতিকে নিজৰ, দহৰ আৰু সমাজৰ অহিতকৰ সকলো ৰকমৰ কামৰপৰা নিজক আঁতৰত ৰাখি আৰু আনকো তেনে কামৰপৰা বিৰত কৰি, ডিগবৈ তথা সমগ্ৰ ভাৰতৰ উজ্জ্বল ভবিষ্যৎ গঢ়ি তোলক।

আমি শুনিবলৈ পাইছোঁ যে, এতিয়াও ঠায়ে ঠায়ে কোনো কোনো বন্ধুৱে লুকাই-চুৰকৈ ব্যৱসায় স্বৰূপে, জুৱা খেলি আছে। আমি, সমাজ, দেশ আৰু তেখেত সকলৰ ভবিষ্যৎ বংশোজ্জ্বলকাৰী বংশধৰ সকলৰ মুখলৈ চাই, এই কু-অভ্যাস আৰু এনে কলঙ্কপূৰ্ণ ব্যৱসায় পৰিত্যাগ কৰিবলৈ অনুৰোধ জনালোঁ। ইতি

— জয় হিন্দ —

বিনীত

ডিগবৈ — জুৱা নিবাৰণী কমিটি

১৮।১০।৫৪ — ডিগবৈ

ইয়াৰ পাচত কোনো জুৱাৰ খবৰ আমি পোৱা নাছিলোঁ। ডিগবৈত জুৱা সম্পূৰ্ণৰূপে বন্ধ হোৱা বুলি বিশ্বাস কৰি, ডিগবৈবাসী পৰিতৃপ্ত হৈছিল।

## জাতীয় স্বাৰ্থত
## প্ৰধান মন্ত্ৰী নেহৰুলৈ স্মাৰক পত্ৰ

১৯৫২ চনত ডিগবৈ কেন্দ্ৰীয় কংগ্ৰেছ কমিটিৰপৰা দুটা কথাৰ প্ৰতি তেখেতৰ দৃষ্টি আকৰ্ষণ কৰি, প্ৰধান মন্ত্ৰী নেহৰুলৈ এখন স্মাৰক পত্ৰ পঠোৱা হৈছিল।

(১) স্বাধীনতাৰ আগৰপৰাই অসম অইল কোম্পানীত তেতিয়াৰ অসমৰে এখন জিলা চিলেট আৰু বঙ্গদেশৰ চিটাগং, ঢাকা, বৰিশাল আদিৰ বহুলোক অসম অইল কোম্পানীত চাকৰি কৰিছিল। ১৯৪৭ চনত দেশ বিভাজন হোৱাত দুয়ো ভাগৰে সকলো মানুহকে নিজৰ ইচ্ছামতে হিন্দুস্থান আৰু পাকিস্থানৰ ভিতৰত যি কোনো এখনৰ নাগৰিকত্ব বাচি ল'বলৈ নিৰ্দিষ্ট সময় সীমা বান্ধি দিয়া হৈছিল। সেই সময়তে নিজ নিজ অভিৰুচি অনুযায়ী বহুতে মানুহে হিন্দুস্থান এৰি পাকিস্থানলৈ গৈছিল আৰু পাকিস্থান এৰি হিন্দুস্থানলৈ আহিছিল। নিৰ্দিষ্ট সময়ৰ পাছত যিয়ে য'ত আছিল, তাৰেই নাগৰিক হৈ পৰিছিল বা কোনো কাৰণত সেই [illegible] নোৱাৰিলেও, নিজ নিজ লিখিত ইচ্ছানুযায়ী এনে লোকৰ নাগৰিকত্ব [illegible]। [illegible] হিন্দুস্থানত থাকিও পাকিস্থানৰ নাগৰিক হ'লে আৰু সেইদৰে পাকিস্থানত থাকিও হিন্দুস্থানৰ নাগৰিক হ'লে। বিদেশী আইনৰ নিয়মানুযায়ী থাকিব পাৰিছিল।

দেশৰ এই বিভাজনত চিলেট, ঢাকা, চিটাগং, বৰিশাল আদিকে লৈ অঞ্চল সমূহ পূৰ

পাকিস্থানৰ ভিতৰুৱা হৈ পৰিছিল। এই ঠাইবোৰৰ যিমান মানুহ অসম অইল কোম্পানীত আছিল, তেওঁলোকৰ বহুতে ভাৰতৰ নাগৰিকত্ব লৈ ভাৰতীয় হৈ পৰিল। কিন্তু এটা বুজন সংখ্যক মানুহে পাকিস্থানৰ নাগৰিকত্ব লৈ, কোম্পানীত চাকৰি কৰিয়েই থাকিল। এই মানুহবোৰৰ সৰহভাগেই ৰিফাইনাৰী আৰু ফিল্ডত কাম কৰিছিল। বয়লাৰৰ প্ৰায় সকলো বয়লাৰ-এটিণ্ডেণ্ট পাকিস্থানী আছিল। তেতিয়া ভাৰতৰ একমাত্ৰ তৈল ক্ষেত্ৰ আৰু ৰিফাইনাৰীৰ প্ৰতিৰক্ষাৰ কথা চিন্তা কৰা অতীব প্ৰয়োজনীয় হৈ পৰিছিল। সেই সময়ত পাকিস্থান আৰু ভাৰতৰ উমি উমি জ্বলি থকা বিদ্বেষৰ কথা চিন্তা কৰি, পাকিস্থানৰ হাতত ভাৰতৰ একমাত্ৰ তৈল ক্ষেত্ৰ আৰু ৰিফাইনাৰীৰ নিৰাপত্তাৰ প্ৰতি সন্দেহ হৈ পৰিছিল। সেয়ে যিমান সম্ভৱ সোনকালে এই পাকিস্থানী সকলক পঠিয়াই, তেওঁলোকৰ ঠাইত ভাৰতীয় নাগৰিকক ভৰ্ত্তি কৰাৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰা হৈছিল।

(২) ডিগবৈ অসমৰ ভিতৰত—এই তৈল ক্ষেত্ৰ আৰু ৰিফাইনাৰী অসমৰ ভিতৰত। কিন্তু ইয়াত কোম্পানীৰ চাকৰিয়ালৰ সংখ্যা অসমীয়াৰেই কম আছিল। অৱশ্যে একেবাৰে প্ৰথম চোৱাত অসমীয়া মানুহ কাম কৰিবলৈ আগ বাঢ়ি নহাত বা কামত সোমালেও কিছু দিন কাম কৰি এৰি গুচি যোৱাত, অসমীয়া মানুহৰ সংখ্যা কম হোৱাৰ এটা কাৰণ আছিল। কিন্তু এতিয়া অৱস্থাৰ পৰিবৰ্ত্তন হৈছে। স্থানীয় ডেকাসকল শিক্ষিত হৈ ওলাব ধৰিছে। নিবনুৱাৰ সংখ্যা দিনকদিনে বাঢ়ি গৈছে। কিন্তু কোম্পানীৰ চাকৰিত বাহিৰৰ মানুহেই অগ্ৰাধিকাৰ পাই আছিল। এই নীতিৰ পৰিবৰ্ত্তন কৰি অসমক তথা অসমীয়াক অগ্ৰাধিকাৰ দিয়াৰ নীতি এতিয়াও গ্ৰহণ নকৰিলে অদূৰদৰ্শিতাৰ কাম কৰা হ'ব, অদূৰ ভবিষ্যতে এদিন হয়তো স্থানীয় ডেকাসকল বিদ্ৰোহী হৈ পৰিব আৰু উদ্যোগটোৰ শান্তি ব্যাহত হ'ব। এই বিষয়ত যুক্তিযুক্ত ভাবে কোম্পানীৰ ওপৰত কেন্দ্ৰীয় চৰকাৰৰ হেঁচাৰ প্ৰয়োজন।

## নেহৰুৰ তৎপৰতা আৰু সুৰেন বুঢ়াগোহাঞিৰ আগমন



ডিগবৈ কংগ্ৰেছৰ স্মাৰক পত্ৰ পাই নেহৰুৱে তেতিয়াৰ কেন্দ্ৰীয় উপ মন্ত্ৰী সুৰেণ বুঢ়াগোহাঞিদেৱক তদন্তৰ কাৰণে পঠাইছিল। মন্ত্ৰীদেৱে ডিগবৈ লৈ আহি ডিগবৈ ফৰেষ্ট ডাক বঙলাত থাকি, প্ৰথমতে কোম্পানীৰ জেনেৰেল মেনেজাৰ E. H. S. Lewis ক তাৰ পাচত এ. ও. চি. লেবাৰ ইউনিয়নৰ সভাপতি ডিম্বেশ্বৰ বৰুৱাৰ লগত আলোচনা কৰি, শেষত মোক মাতিছিল। ডিগবৈ কংগ্ৰেছে দিয়া স্মাৰক পত্ৰখনৰ কথা কৈ, ক'লে যে, তেখেতে ইতিমধ্যে কোম্পানীৰ জেনেৰেল মেনেজাৰৰ লগত কথা পাতিছে। জেনেৰেল মেনেজাৰে হেনো কৈছে যে, কোনো 'Key Post' ত পাকিস্থানী নাই। যি বোৰত আছে সেইবোৰ বৰ লেতেৰা আৰু সৰু কাম হোৱাৰ কাৰণে ইয়াৰ মানুহে নকৰে। এই বিষয়ত মোৰ অভিমত খুজিলত মই কৈছিলোঁ 'Key Post' মানে তেখেতে কি বুজাব খুজিছে মই নাজানোঁ। এটা কথা স্মৰণ কৰিব লাগিব যে, আমি হিংসা আৰু বিদ্বেষ ভাবত পাকিস্থানী সকলক পঠাবলৈ কোৱা নাই। আমাৰ একমাত্ৰ তৈল ক্ষেত্ৰ আৰু ৰিফাইনাৰীৰ নিৰাপত্তাৰ কাৰণেহে কৈছোঁ। ইয়াত কেইবা শ বয়লাৰ আছে। তাৰ সকলো কৰ্মীয়েই পাকিস্থানী।

এওঁলোকৰ দৰমহা দিনে বাৰ অনাৰপৰা এটকা। কিন্তু এওঁলোকে ইচ্ছা কৰিলে একেদিনাই, একে সময়তে, আটাইবোৰ বয়লাৰ জ্বলাই দিব পাৰে। বৰ্ত্তমান অৱস্থাত্ আৰু দহ্ বছৰেও ভাৰত চৰকাৰে ইমানবোৰ নতুন বয়লাৰ আনিব নোৱাৰিব।

ৰিফাইনাৰীত টেণ্ডেল নামৰ এটা পদ আছে। এই টেণ্ডেল এজনে দিন হাজিৰা পায় এটকা চাৰি অনাৰ পৰা এটকা আঠঅনা। কিন্তু টেণ্ডেল সকলে ইচ্ছা কৰিলে কেই মিনিটমানৰ ভিতৰতে ৰিফাইনাৰী জ্বলাই দিব পাৰে। গতিকে নিৰাপত্তাৰ ফালৰপৰা এই পদবোৰ হল 'Key Post'। আনহাতে ইয়াৰ মানুহে (ভাৰতীয় মানুহে) এইবোৰ কাম নকৰিব বোলা কথা সত্য নহয়। কয়লাৰ খনিৰ তুলনাত ইয়াত কোনো লেতেৰো কামেই নাই। কয়লাৰ খনিত দেখোন ভাৰতীয় সকলেই কাম কৰি আছে। তেতিয়া তেখেতে কৈছিল যে, এই মানুহবোৰ পঠিয়াই দিলে দেখোন কাম বন্ধ হৈ যাব। উত্তৰত মই পৰামৰ্শ দিছিলোঁ যে, মই আজিয়েই তেওঁলোকক পঠোৱাৰ কথা কোৱা নাই। ছয় মাহ সময় দিয়ক। এই ছয় মাহৰ ভিতৰত আৱশ্যকীয় সংখ্যক ভাৰতীয় মানুহক প্ৰশিক্ষণ দি, পাকিস্থানী সকলক পঠাই, ভাৰতীয় সকলক স্থায়ী নিযুক্তি দিয়ক। জেনেৰেল মেনেজাৰে এইবোৰ নোকোৱাত বুঢ়াগোহাঞিদেৱে অসন্তুষ্টি প্ৰকাশ কৰিছিল আৰু তেখেতৰ পৰামৰ্শ নেহৰুক দিব বুলি আশ্বাস দিছিল।

দ্বিতীয় প্ৰশ্নটোৰ ওপৰত তেখেতে কৈছিল যে, নিয়োগৰ ক্ষেত্ৰত কোম্পানীয়ে অসমীয়াক অগ্ৰাধিকাৰ দিয়াৰ নীতি লোৱা বুলি জেনেৰেল মেনেজাৰে কৈছে। আগতকৈ এতিয়া অসমীয়া মানুহৰ সংখ্যা হেনো বৃদ্ধি পাইছে। কিন্তু অসমীয়া মানুহ বেছি দিন নাথাকে। আৰু তেতিয়া উদ্যোগৰ অসুবিধা হয়। তেখেতে আৰু জানিবলৈ দিছিল যে, জেনেৰেল মেনেজাৰৰ মন্তব্যক এ.ও.চি. লেবাৰ ইউনিয়নৰ সভাপতি ডিম্বেশ্বৰ বৰুৱাই হেনো সমৰ্থন কৰিছিল।

মই এই বিষয়ত দুটা কথা চিন্তা কৰিবলৈ অনুৰোধ জনাইছিলোঁ।

(ক) অসমীয়া চাকৰিয়ালৰ সংখ্যা কিছু বঢ়াটো সত্য। আপুনি অনুগ্ৰহ কৰি মিঃ লুইচক কওকচোন, তেখেতে অসমীয়া চাকৰিয়াল সকলৰ তলৰপৰা পাঁচশ মানুহ খেদি মাত্ৰ এজন মানুহ ল'বলৈ সন্মত হয়নে? তেখেতে মোৰ এই আজগুৱি কথাটো শুনি, বৰ আচৰিত হৈ, মোক কথাটো কি বুলি সোধাত মই কৈছিলোঁ যে, এই পদত কাম কৰা মানুহজনেই মেইন প্ৰোগ্ৰামত কাম কৰা অৰ্থাৎ মজদুৰ, ফিটাৰ, মিস্ত্ৰী, ওৱেল্ডাৰ, টাৰ্নাৰ, ড্ৰিলিং ৰিগমেন আদি যাবতীয় দিন হাজিৰাত কাম কৰা মানুহ নিয়োগ কৰে আৰু প্ৰমোচন আদিৰ ব্যৱস্থা কৰে। বৰ্ত্তমান কাম কৰি থকা মানুহজনতকৈ এটা পইচাও বেছি দিব নালাগে। ইয়াৰ কাৰণে আমি প্ৰথম শ্ৰেণীৰ গ্ৰেজুৱেট দিম। এই কথাষাৰৰ এইটো উদ্দেশ্য নহয় যে, এই মানুহজন খেদি দিব লাগে। উদ্দেশ্য হ'ল অকল যোগালি পদৰ কাৰণে অসমীয়াক নাৰাখি কৰ্ত্তৃত্বশীল পদতো অসমীয়াক ল'ব লাগে।

(খ) কোম্পানীৰ ওপৰ মহলত অসমীয়া নাই। মেনেজমেণ্টত বি. এম. চোপ্ৰা নামৰ ব্যক্তি এগৰাকী আছে। তেখেতৰ বিৰুদ্ধে মোৰ কোনো বিদ্বেষ নাই। মাত্ৰ উদাহৰণৰ কাৰণে উনুকিয়াইছোঁ। মই জনাত তেখেত চিনিয়ৰ কেম্ব্ৰিজ পাচ গ্ৰেজুৱেট নহয়। তেনে মানবিশিষ্ট পদত অসমীয়া ল'ৰা আনক। আমি যথেষ্ট শিক্ষাগত অৰ্হতা থকা প্ৰথম শ্ৰেণীৰ স্নাত কোত্তৰ ডিগ্ৰী প্ৰাপ্ত ল'ৰা দিম।

কোম্পানীয়ে উক্ত নীতি গ্ৰহণ কৰিলে যোগালিৰ চাকৰিৰ কাৰণে আমি নিতৌ আন্দোলন কৰিব নালাগিব। সুস্থ নীতি এটা গ্ৰহণ কৰি, আন্তৰিকতাৰে কাৰ্য্যকৰী কৰিলে, অসমীয়াৰ চাকৰিৰ

কাৰণে কোনো আন্দোলনৰ আৱশ্যক নহ'ব। অগ্ৰাধিকাৰ অকল যোগালি চাকৰিত নহয় প্ৰশাসনীয় পদবোৰতো অগ্ৰাধিকাৰ দিব লাগে। বুঢ়াগোহাঞিদেৱে আৰু বহুত কথা সুধিছিল আৰু মই মোৰ সীমিত জ্ঞানেৰে, মোৰ ভাগে কথাবোৰ ব্যাখ্যা কৰিছিলোঁ। মই দৰ্শোৱা যুক্তিবোৰত তেখেত পতিয়ন যোৱা যেন অনুমান হৈছিল। তেখেতে আজিৰ আলোচনাৰ আধাৰত, জেনেৰেল মেনেজাৰৰ লগত পুনৰ আলোচনা কৰি, প্ৰধান মন্ত্ৰীক তেখেতৰ প্ৰতিবেদন দাখিল কৰিব বুলি কৈছিল।

## স্মাৰক পত্ৰৰ সফল ৰূপায়ণ

বুঢ়াগোহাঞি যোৱাৰ এমাহ মানৰ পাচতেই কোম্পানীয়ে বয়লাৰ এটেণ্ডেণ্ট আৰু টেণ্ডেল আদিকে ধৰি পাকিস্থানীয়ে কাম কৰা সকলো কামতে সমান সংখ্যক ভাৰতীয় শিক্ষা নবিচ মকৰল কৰিছিল আৰু ৬/৭ মাহৰ পাচত পাকিস্থানী সকলক সকলো টকা-পইচা, সা-সুবিধা দি, পঠাই দি, তেওঁলোকৰ ঠাইত শিক্ষা নবিচ সকলক স্থায়ী ভাবে নিযুক্তি দিছিল।



মন্ত্ৰী মহোদয় যোৱাৰ অলপ দিনৰ পাচতেই প্ৰথম পবিত্ৰ চৌধুৰী বি. এম. চোপ্ৰাৰ সমকক্ষ ওপৰৰ চাকৰিত যোগদান কৰিছিল। তাৰ কিছুদিন পাচতেই ডাঃ প্ৰহ্লাদ কুমাৰ বৰুৱাই এচিষ্টেণ্ট লেবাৰ চুপাৰিণ্টেণ্ট পদত আৰু প্ৰফুল্ল কুমাৰ বৰুৱাই জেনেৰেল অফিচৰ এটি উচ্চ পদত যোগদান কৰিছিল। এই নিযুক্তিবোৰত আমাৰ কোনো হাত নাছিল। তেখেত সকলে নিজ নিজ যোগ্যতাৰেই চাকৰি লাভ কৰিছিল। ইয়াৰ পাচৰ পৰা লাহে লাহে ওপৰৰ চাকৰিবোৰত অসমীয়াৰ সংখ্যা বাঢ়ি আহিছিল। ড০ প্ৰহ্লাদ কুমাৰ বৰুৱা পদোন্নতি পাই প্ৰথম ভাৰতীয় লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট হৈছিল।

কাকো চাকৰি দিয়াত কোনো ৰকমৰ হাত নাছিল যদিও, নিযুক্তিৰ ক্ষেত্ৰত কোম্পানীৰ নীতি সলনি কৰণত ডিগবৈ কংগ্ৰেছৰ অৱদান থকা বুলি ভবাৰ অৱকাশ নিশ্চয় আছে।

## —অপৰিণামদৰ্শিতা—
## ভুল সিদ্ধান্ত

ওপৰত কৈ অহা হৈছে যে, ১৯৪৪ চনত কম্যুনিষ্ট পাৰ্টিৰ বাৰীণ চৌধুৰীক হৰুৱাই ডিম্বেশ্বৰ বৰুৱা এ. ও. চি. লেবাৰ ইউনিয়নৰ সভাপতি হৈছিল। লগতে হবিবুদ্দিন আহমদ আৰু উষা মুখাৰ্জী যুটীয়া সম্পাদক, মহম্মদ ইচাক উপ সভাপতি আৰু হবিবুৰ ৰহমান কোষাধ্যক্ষ নিৰ্ব্বাচিত হৈছিল। এইটো স্বীকাৰ্য্য যে, ডিম্বেশ্বৰ বৰুৱাৰ সাহসিক পদক্ষেপে এ. ও. চি. লেবাৰ ইউনিয়নৰ সদস্য সকলক কম্যুনিষ্টৰ বিৰুদ্ধে সংগঠিত কৰাত সহায় কৰিছিল। ইউনিয়নৰ পৰামৰ্শ দাতা সুধীন্দ্ৰ প্ৰামাণিকক পুনৰ অনা হৈছিল। সেই সময়ত ডিম্বেশ্বৰ বৰুৱা ইউনিয়নৰ জনপ্ৰিয়, অবিসম্বাদী নেতা হৈ পৰিছিল।

ইউনিয়নৰ সভাপতি হিচাপে ডিম্বেশ্বৰ বৰুৱাই নিজৰ গপত ওকণি, কিছুমান নলগা

জেওাত লাগি, তেখেত ইউনিয়নৰ সাধাৰণ সদস্য সকলৰ মাজত অপ্ৰিয় হৈ পৰিছিল। উদাহৰণ স্বৰূপে ঃ—

(১) কোম্পানীয়ে মজদুৰৰ চাকৰিৰ কাৰণে জুবিলি ফিল্ডত মানুহ বাচনিৰ নিয়ম কৰিছিল। নিৰ্দিষ্ট দিন আৰু সময় দি, চাকৰি প্ৰাৰ্থী সকলক জুবিলি ফিল্ডত গোট খাবলৈ জাননী দিয়া হৈছিল। এনেদৰে গোট খোৱা সকলৰপৰা কোম্পানীৰ মানুহে আৱশ্যক সংখ্যক প্ৰাৰ্থীক বাচি লৈছিল। এনেদৰে বাচি লোৱাত সৰহভাগ অনা অসমীয়া বাচনিত উঠিছিল। এই লৈ বাহিৰত এটা আন্দোলন হৈছিল।

(২) লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট ক্ৰুক্চ চাহাব বৰ চতুৰ আৰু বুধিয়ক আছিল। তেখেতে জুবিলি ফিল্ডত প্ৰাৰ্থী বাচনিৰ দায়িত্ব লেবাৰ ইউনিয়নৰ সভাপতি ডিম্বেশ্বৰ বৰুৱাক দিলে। বৰুৱাই নিজে কিবা ডাঙৰ পদবী পোৱা যেন ভাবি, বৰ গৌৰৱেৰে দায়িত্ব গ্ৰহণ কৰিছিল। কথাটো মোৰ কাণত পৰাত মই জিকাৰ খাই উঠিলোঁ। মই তেতিয়াই বৰুৱাৰ ঘৰ পালোঁগৈ। কাৰণ মই নিশ্চিত হৈছিলোঁ যে, ইয়ে বৰুৱাৰ দুৰ্যশ আনিব আৰু জনপ্ৰিয়তা হ্ৰাস কৰিব। বহুতো বুজাই মই তেখেতক সেই দায়িত্ব নল'বলৈ অনুৰোধ কৰিছিলোঁ। মই স্পষ্টকৈ বুজাই দিছিলোঁ যে, ইয়ে তেখেতৰ দুৰ্যশ আনিব আৰু ইউনিয়নৰ সভাপতি হৈ থকাত বাধাৰ সৃষ্টি কৰিব। অসমীয়া বাচনি কৰিবলৈ ইউনিয়নৰ সভাপতিক নালাগে। কোম্পীনীয়ে নীতিগত ভাবে অসমীয়া মানুহ ল'ব বিচাৰিলে লেবাৰ অফিচত বাচনি কৰিবপৰা মানুহৰ অভাৱ নাই। এনেস্থলত ইউনিয়নৰ সভাপতিক কিয়? মই তেখেতক কলোঁ— ''চাওক, ফিল্ডত ৩/৪শ প্ৰাৰ্থী জমা হয়। তাৰ ভিতৰত অসমীয়াই এশ হ'ব। মানুহ ল'ব ১০/১২ জন। তেতিয়া দুই ফালৰপৰা আপোনাৰ বদনাম হ'ব। অনা অসমীয়া সকলে আপোনাক সাম্প্ৰদায়িক বুলি ক'ব। আনহাতে এশ অসমীয়াৰ ১০/১২ জনক আপুনি ল'লে ৯০ জনেই আপনোক পক্ষপাতিত্বৰ দোষত দোষী কৰিব আৰু নানা ধৰণৰ অপপ্ৰচাৰ কৰিব। এই মানুহ বাচি দিয়া কথাটোতকৈ ইউনিয়নৰ সভাপতিৰ পদমৰ্য্যাদা বহু ওপৰত আৰু ইউনিয়নৰ স্বাৰ্থৰ কাৰণে, তথা সমাজৰ কাৰণে বেছি দৰকাৰী। তেখেতে মোৰ কথাবোৰ ভেঙুচালি কৰি উৰাই দিছিল। মই বৰ ভীতু, কাপুৰুষ আখ্যা লৈ বিদায় লৈছিলোঁ।

(৩) ১৯৫১ চনত কোম্পানীৰ চাকৰিয়াল সকলৰ বাহিৰে আনৰ ল'ৰা-ছোৱালী কোম্পানীৰ স্কুলত নল'বলৈ সিদ্ধান্ত কৰাত বহু মানুহ অসুবিধাত পৰিছিল। সেই সুবিধাতে বহুত চাকৰিয়ালে টকা লৈ, আন মানুহৰ ল'ৰা-ছোৱালীক নিজৰ বুলি কৈ, কোম্পানীৰ স্কুলত পঢ়াৰ সুবিধা কৰি দিছিল। এইটো এটা ব্যৱসায়ত পৰিণত হৈছিল। বিশেষকৈ টেলেঙা আৰু নেপালী মানুহৰ ভিতৰত এই কাৰবাৰটো বেছি চলিছিল। ক্ৰুক্চ্ চাহাবে ইয়াৰো অনুসন্ধানৰ ভাৰ দিছিল ইউনিয়নৰ সভাপতি ডিম্বেশ্বৰ বৰুৱাক। কোম্পানীৰ আবাসিক অঞ্চলৰ ভাগে ভাগে লাইন ইন্‌স্পেক্টৰ তথা 'লাইন বাবু' আৰু চৌকিদাৰ আছে। প্ৰতি পৰিয়ালৰ বিৱৰণ তেওঁলোকৰ নখ দৰ্পণত থাকে। এনে অৱস্থাত বৰুৱাক এই কামৰ দায়িত্ব দিয়াৰ অৰ্থ কি? মই এইবাৰো গৈ মানা কৰিলোঁ। বহুতো বুজাই, আনকি 'কুকুৰ আৰু গাধ' গল্পটোৰ উদাহৰণ দিও এই দায়িত্ব নল'বলৈ দঢ়াই দঢ়াই অনুৰোধ কৰিছিলোঁ। যুক্তিৰে এইটোকো বুজাইছিলোঁ যে, তেখেতে এজনো ল'ৰা উলিয়াব নোৱাৰিব কিন্তু বদনাম হ'লে হ'ব। কাৰবাৰ ল'ৰা উলিয়ালে তেওঁলোক তেখেতৰ বিৰোধী হৈ পৰিব আৰু উলিয়াব নোৱাৰিবলে টকা খোৱাৰ বদনাম ল'ব লাগিব। এইবাৰো মই ভীৰু আখ্যা পাই গুচি আহিছিলোঁ। বৰুৱা কিন্তু বৰ বেয়াকৈ অকৃতকাৰ্য্য হৈছিল।

(৪) এইবোৰৰ বাহিৰেও তেখেতৰ আৰু কেইবাটাও কামৰ কাৰণে তেখেতৰ সামাজিক

স্থিতি অৱনমিত হৈছিল। সেইবোৰ লিখি পাঠকৰ ৰুচিবোধক আঘাট কৰিব নোখোজোঁ।

(৫) নিজৰ জনপ্ৰিয়তা ক্ৰমে হ্ৰাস পোৱা বুলি গম পাই, অসমীয়া মানুহখিনিক হাতত ৰাখিবৰ কাৰণে, বৰুৱা ইউনিয়নৰ নেতাৰপৰা তেখেতৰ সমৰ্থক, একাংশ অসমীয়াৰ নেতালৈ ৰূপান্তৰিত হৈছিল। তেখেতে পাহৰি গৈছিল যে, তেখেত এ. ও. চি. লেবাৰ ইউনিয়নৰ সভাপতি। তেখেতৰ কামৰ প্ৰতিক্ৰিয়া আৰম্ভ হৈছিল। ভিতৰি ভিতৰি প্ৰায় সকলো অনা অসমীয়াই তেখেতৰ বিৰুদ্ধে সংগঠিত হৈছিল। বৰুৱাৰ সকলো কথা-কামৰ একান্ত সহযোগী আছিল ইউনিয়নৰ উপ সভাপতি মহম্মদ ইচাক, আৰু যুটীয়া সম্পাদক হবিবউদ্দিন আহমদ।

(৬) তেখেতে ইউনিয়নৰ প্ৰধান আৰু স্থায়ী উপদেষ্টা সুধীন্দ্ৰ প্ৰামাণিকৰ দোষ-ক্ৰটী প্ৰামাণিকৰ সমুখত কমিটিত আলোচনা নকৰি, ৰাজহুৱা ভাবে, 'বঙালী' সুধীন্দ্ৰ প্ৰামাণিকৰ বিৰুদ্ধে বক্তৃতা দিবলৈ আৰম্ভ কৰিছিল। কিন্তু তেখেতৰ বক্তৃতাই কিছু সংখ্যক অসমীয়াৰ বাহিৰে, বাকী মানুহবোৰক প্ৰামাণিকৰ পক্ষেহে সংগঠিত হৈ, ঐক্যবদ্ধ হোৱাত সহায় কৰিছিল।

## এ.ও.চি. লেবাৰ ইউনিয়নৰ সাধাৰণ নিৰ্ব্বাচন

ইউনিয়নৰ নিৰ্ব্বাচন বছৰি হোৱাৰ নিয়ম। কিন্তু বৰুৱা সভাপতি হোৱাৰ পৰা ৭ বছৰ কোনো নিৰ্ব্বাচন হোৱা নাছিল। তাকে লৈ সাধাৰণ সভ্য সকলে জোৰেৰে সাধাৰণ নিৰ্ব্বাচন দাবী কৰিছিল। নিৰ্ব্বাচনত বৰুৱা আৰু তেখেতৰ প্ৰধান সহযোগী সকল কৃতকাৰ্য্য হ'ব নোৱাৰাটো খাটাং আছিল। সেই কাৰণে বৰুৱা, ইচাক আহমদ বেছি অসমীয়া হৈ পৰিছিল। তেওঁলোকে অসমীয়া সকলক বুজাইছিল যে, প্ৰামাণিক আৰু প্ৰামাণিক গোষ্ঠীয়ে অসমীয়াৰ স্বাৰ্থ হানিকৰ কাম কৰি আছিল। কমিটিৰপৰা অসমীয়া সকলক খেদি, নিজৰ মানুহেৰে কমিটি কৰাৰ ষড়যন্ত্ৰ কৰিছে। কাৰ্য্য-কাৰণ, উচিত-অনুচিত, সঁচা-মিছা, আৰু ইউনিয়নৰ তথা মজদুৰৰ সমূহ স্বাৰ্থৰ কথা চিন্তা নকৰি, ডিগবৈৰ এক বুজন সংখ্যক অসমীয়া চাকৰিয়ালে 'অসমীয়া' ভাবাবেগত বৰুৱাক সমৰ্থন দিছিল আৰু নিৰ্ব্বাচন-বিৰোধী আন্দোলন আৰম্ভ কৰিছিল।

২৯।৬।৫৪ তাৰিখে কোম্পানীৰ ৪।৫ হাজাৰ কৰ্ম্মীয়ে ইউনিয়ন অফিচলৈ আহি, সাধাৰণ নিৰ্ব্বাচনৰ দাবী তুলিছিল। যুটীয়া সম্পাদক হবিবউদ্দিন আহমেদে পিচদিনাখনেই অৰ্থাৎ ৩০। ৬।৫৪ তাৰিখে আহবান কৰা সভাত নিৰ্ব্বাচনৰ দিন ঘোষণা কৰিব বুলি প্ৰতিশ্ৰুতি দিয়াত মানুহবোৰ উভতি গৈছিল। ৩০।৬।৫৪ তাৰিখে কেইবা হাজাৰো মানুহ সভাত উপস্থিত হৈছিল। কিন্তু আহমেদে সদ্য প্ৰাপ্ত Appilate Tribunal ৰ ৰায়ৰ ওপৰত দীঘলীয়া আলোচনা কৰি সভাৰ কাম শেষ কৰাত আৰু আগদিনাখন দিয়া প্ৰতিশ্ৰুতি অনুযায়ী নিৰ্ব্বাচনৰ বিষয়ে একো নোকোৱাত মানুহবোৰে নিৰ্ব্বাচনৰ দাবী তুলি উত্তেজিত হৈ পৰিছিল।

টেলিফোন অপাৰেটৰ এন্থনী নামৰ সভ্য এজনে ৭ দিনৰ ভিতৰত নিৰ্ব্বাচন দাবী কৰি এটা প্ৰস্তাব ডাঙি ধৰিছিল। ডিব্ৰেশ্বৰ বৰুৱাৰ সমৰ্থক কিছুমানে প্ৰস্তাৱৰ বিৰোধিতা কৰি এন্থনীক অপমান কৰিছিল। সভাত প্ৰামাণিকে সভাপতিত্ব কৰিছিল। প্ৰস্তাবটো ভোটত দিয়াত সকলোৱে হাত চাপৰি মাৰি প্ৰস্তাব সমৰ্থন কৰিছিল। প্ৰস্তাৱৰ বিপক্ষে ভোট আহ্বান কৰাত এজনেও একো মতা নাছিল। গতিকে নিয়মানুসৰি সৰ্ব্ব সম্মতিক্ৰমে প্ৰস্তাব গৃহীত হৈছিল। এনেতে হবিবউদ্দিন আহমেদে ঘোষণা কৰিছিল যে, অতি সোনকালে ইউনিয়নৰ কাউন্সিল মাতি নিৰ্ব্বাচনৰ দিন ঠিক কৰি, ঘোষণা কৰিব।

৩০।৬।৫৪ তাৰিখৰপৰা ১৬।৮।৫৪ তাৰিখলৈ এই ডেৰমাহ কাউন্সিলৰ সভা নবহিল। ১৭।৮।৫৪ তাৰিখে আকৌ কেইবা হাজাৰো ইউনিয়নৰ সভ্য গোট খাই নিৰ্ব্বাচনৰ ধ্বনি তুলিছিল। নিৰ্ব্বাচন বিৰোধী সকল উত্তেজিত হৈ উঠাত পৰিস্থিতি উত্তপ্ত হৈ পৰিছিল। ইউনিয়নৰ নিৰ্ব্বাচনত বাধা পৰাৰ ভয়ত, নিৰ্ব্বাচন দাবী কৰা সকলে সংযম ৰক্ষা কৰি, পৰিস্থিতি চম্ভালিছিল। সেইদিনাখন নিৰ্ব্বাচন বিচৰা সকলৰ কেইজনমানে শাৰীৰিক আঘাটো পাইছিল। তথাপিতো নিৰ্ব্বাচন বিচাৰোতা সকল নিজৰ স্থিতিত অলৰ-অচৰ আছিল। লাহে লাহে দুই দলৰ মাজত সংঘাট হোবাৰ উপক্ৰম হৈছিল। ইতিমধ্যে কোনোবাই পুলিচক খবৰ দিয়াত পুলিচৰ দল এটা আহি ইউনিয়ন ফিল্ড পাইছিলহি আৰু পৰিস্থিতি শান্ত কৰিবলৈ চেষ্টা কৰিছিল। শেষলৈ অৱস্থা বেছি সঙ্গীন হৈ পৰাত, পুলিচে মৃদু লাঠী চালনা কৰিছিল। ২।৪ জনে অলপ-অচৰপ আঘাত প্ৰাপ্তও হৈছিল। কিন্তু পৰিস্থিতি আয়ত্বলৈ আহিছিল। তেতিয়াও নিৰ্ব্বাচন বিচাৰোতা সকলে নিৰ্ব্বাচনৰ তাৰিখ ঘোষণাৰ দাবী তুলি, স্থিৰ ভাবে বৈ থকাত, ইউনিয়নৰ বৰুৱা পন্থী বিষয়ববীয়া সকলে পদত্যাগ কৰি, তাত থকা ৩।৪ শ সমৰ্থকক লৈ, ইউনিয়ন চৌহদৰপৰা বাপাপুং মুখে, টোপলা বস্তিৰ ৰাস্তাৰে, (এতিয়া ডিগবৈ-পেঙেৰী পথ) শোভাযাত্ৰা কৰি আগ বাঢ়িছিল। শোভাযাত্ৰাকাৰী সকলে মাজে মাজে পথচাৰীক কৰা অশালীন ব্যৱহাৰ আৰু উত্তেজ্জিত, অমাৰ্জ্জিত শ্লোগানে গোটেই অঞ্চলটোত ভীতিৰ সঞ্চাৰ কৰিছিল। শোভাযাত্ৰাৰ পাচতেই নগৰখনত অ'ত ত'ত সৰু সুৰা বিক্ষিপ্ত ঘটনা ঘটিছিল।

## ডিগবৈ কংগ্ৰেছৰ ভূমিকা

নগৰখনৰ শান্তি ব্যাহত হৈ পৰাত সিদিনাখনেই, অৰ্থাৎ ১৭।৮।৫৪ তাৰিখে গধূলি ডিগবৈ কংগ্ৰেছ কমিটিৰ জৰুৰী সভা এখন আহ্বান কৰি, তলত দিয়া সিদ্ধান্ত সমূহ গ্ৰহণ কৰা হৈছিল।

১। এ. ও. চি. লেবাৰ ইউনিয়নৰ সদস্য সকলৰ নিৰ্ব্বাচনৰ দাবী বৈধ। সেয়ে ইউনিয়নৰ সংবিধান অনুসৰি নিৰ্ব্বাচন হ'ব লাগে।

২। ইউনিয়নৰ নিৰ্ব্বাচনক লৈ ডিগবৈত যি কোনো ৰকমৰ অশান্তি সৃষ্টি কাৰী কথাৰ আৰু কামৰ ডিগবৈ কংগ্ৰেছে দৃঢ়তাৰে বিৰোধীতা কৰে।

৩। শান্তি ৰক্ষাৰ্থে নিষ্ঠাৰে কাম কৰিবলৈ ডিগবৈ কংগ্ৰেছ কমিটিয়ে প্ৰতিজ্ঞাবদ্ধ হৈ ৰাইজকো অতি সহনশীলতাৰে শান্তি ৰক্ষাত সহায় কৰিবলৈ আহ্বান জনায়।

৪। অতি তৎপৰতাৰে নিৰপেক্ষভাবে শান্তি ৰক্ষাত সহায় কৰিবলৈ পুলিচ কৰ্তৃপক্ষক অনুৰোধ কৰে আৰু এই বিষয়ত আৱশ্যকীয় ব্যৱস্থা ল'বলৈ সভাপতিক ভাৰ দিয়ে।

১৮।৮।৫৪ তাৰিখে গান্ধী মৈদানত ডিগবৈ কংগ্ৰেছৰ তৰফৰপৰা ৰাজহুৱা সভা আহ্বান কৰা হৈছিল। ৰাজহুৱা সভাই তলত দিয়া প্ৰস্তাৱ কেইটা গ্ৰহণ কৰিছিল। মইয়েই সভাপতিত্ব কৰিছিলোঁ।

(ক) নিয়মাৱলী বহিৰ্ভূত ভাবে আজি ৭ বছৰে এ. ও. চি. লেবাৰ ইউনিয়নৰ নিৰ্ব্বাচন নোহোৱাত ভেল কৰ্ম্মী সকলে নিৰ্ব্বাচনৰ দাবী কৰি তেওঁলোকৰ নৈতিক আৰু সাংবিধানিক দায়িত্ব পালন কৰিছে। ইয়াকে লৈ তথাকথিত স্বাৰ্থান্বিত নেতাৰ প্ৰৰোচনাত কিছু লোকে ভুল

পথে গৈ ঐক্যবদ্ধ তেল কৰ্মীৰ মাজত বিভাজনৰ সৃষ্টি কৰিবলৈ আৰু ডিগবৈৰ শান্তি-সম্প্ৰীতি নষ্ট কৰিবলৈ কৰা দুষ্কাৰ্য্যৰ আজিৰ এই ৰাজহুৱা সভাই কঠোৰ ভাষাৰে নিন্দা কৰে।

(খ) আজিৰ ৰাজহুৱা সভাই নিয়মানুসাৰে নিৰ্ব্বাচনৰ দাবীৰ প্ৰতি অকুণ্ঠ সমৰ্থন জনায় আৰু অনতিপলমে নিৰ্ব্বাচন হৈ যোৱাটো বিচাৰে।

(গ) আজিৰ ৰাজহুৱা সভাই নিৰ্ব্বাচন বিৰোধী সকলক তেলকৰ্ম্মী, ডিগবৈ সমাজ তথা তেওঁলোকৰ নিজৰ স্বাৰ্থৰ কাৰণেই, সুস্থিৰ চিন্তাৰে তেওঁলোকৰ নেতাসকলৰ আত্ম-ঘাটি কাৰ্য্যৰ বিপৰীতে নিৰ্ব্বাচন প্ৰক্ৰিয়াত সম্পূৰ্ণ সহযোগ কৰি, ডিগবৈৰ শান্তি আৰু সম্প্ৰীতি ৰক্ষা কৰিবলৈ অনুৰোধ জনায়।

(ঘ) আজিৰ ৰাজহুৱা সভাই ডিগবৈৰ পৰিস্থিতি নিজে আহি চাই, যথোচিত ব্যৱস্থা ল'বৰ কাৰণে জিলা পুলিচ্ চুপাৰিণ্টেণ্ডেণ্টক অনুৰোধ জনায়।

(ঙ) আজিৰ ৰাজহুৱা সভাই ডিগবৈ কংগ্ৰেছ কমিটিৰ এই সাহসিক পদক্ষেপক আদৰণী জনায় আৰু শান্তি-সম্প্ৰীতিৰ কাৰণে কংগ্ৰেছ কৰ্ম্মী সকলৰ লগত হাত মিলাই কাম কৰিবলৈ দৃঢ়তা প্ৰকাশ কৰে।

২০।৮।৫৪ তাৰিখে ইউনিয়নৰ সাধাৰণ সভাই ২৮, ২৯ আৰু ৩০ আগষ্ট তাৰিখে নিৰ্ব্বাচনৰ দিন ধাৰ্য্য কৰি, প্ৰামাণিকক সভাপতি হিচাপে লৈ, এখন নিৰ্ব্বাচনী কমিটি পাতি দিছিল।

ইয়াৰ পাচতো ২।৪ দুষ্কৃতিকাৰী সক্ৰিয় হৈ আছিল। মই ৰাজহুৱা প্ৰস্তাৱ পঠোৱাৰ লগতে ফোন যোগে এচ. পি.-ক যোগাযোগ কৰি নিজে আহি পৰিস্থিতি অধ্যয়ন কৰিবলৈ অনুৰোধ কৰিছিলোঁ। ডিগবৈ থানাৰ অ' চিৰ নিষ্ক্ৰিয় ভূমিকা আৰু সন্দেহজনক কাৰ্য্য ব্যৱস্থাৰ কথাও এচ. পি. ক কৈছিলোঁ। অনুমান, তাৰ ফল স্বৰূপেই ডিগবৈৰ শান্তি ৰক্ষাৰ দায়িত্ব সম্পূৰ্ণভাবে চাৰ্কোল ইন্‌স্পেক্টৰ থুলেশ্বৰ শইকীয়াক দিছিল।

কংগ্ৰেছ কৰ্ম্মী সকলে ৰাইজৰ সহযোগত শান্তি ৰক্ষাৰ কাৰণে দিনে-ৰাতিয়ে কাম কৰিছিল।

নিতৌ গধূলি ৫ বজাৰপৰা ৰাতি ৯।১০ বজালৈ কোম্পানীৰ লাইনে লাইনে ঘূৰি শান্তি ৰক্ষাৰ কাৰণে অনুৰোধ কৰি ফুৰা মোৰ এটা নিয়মীয়া কাম হৈ পৰিছিল। মহাত্তম প্ৰসাদ তেৱাৰী, ৰাম সুমিৰণ গোস্বামী, হৰিদ্বাৰ তেৱাৰী, ধৰ্ম্মেশ্বৰ দত্ত আদি কেইজনমান সহকৰ্মীয়ে মই নজনাকৈ নিলগে নিলগে সদায় মোৰ নিৰাপত্তাৰ কাৰণে পহৰা দি, চকু দি ফুৰিছিল। বোধহয় সহকৰ্ম্মী সকলৰ অকৃত্ৰিম মৰমেই মোৰ সাহসৰ সম্বল আছিল।

## ইউনিয়নৰ নতুন সভাপতিৰ অনুসন্ধান

ইউনিয়নৰ প্ৰায়বোৰ সদস্যই সভাপতিৰ কাৰণে এজন অসমীয়া মানুহৰ কথা চিন্তা কৰিছিল আৰু কেইগৰাকীমানে মোক সভাপতিৰ দায়িত্ব ল'বলৈ অনুৰোধ জনাইছিল। মই তেখেত সকলক ধন্যবাদ জনাই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত তেখেত সকলে সকলোৰে গ্ৰহণ যোগ্য এজন অসমীয়া মানুহৰ নাম ক'বলৈ কোৱাত, মই এদিনৰ সময় লৈ, সিদিনাখনেই গধূলি উপেন্দ্ৰ



নাথ ভূএগ্ৰাৰ ওচৰলৈ গৈ, সভাপতি পদৰ কাৰণে সন্মত হ'বলৈ, তেখেতক অনুৰোধ কৰিছিলোঁ। তেখেত সভাপতি হ'লে ইউনিয়নৰ বৰ্ত্তমান যুটীয়া সম্পাদক উষা মুখাৰ্জ্জী আৰু এজন অভিজ্ঞ কৰ্মী অমৰেন্দ্ৰ ভট্টাচাৰ্য্য যুটীয়া সম্পাদক হ'লে তেখেতৰ কোনো অসুবিধা নহ'ব বুলিও বুজাইছিলোঁ। তেখেতে অনভিজ্ঞ বুলি সভাপতি হ'বলৈ আপত্তি কৰিছিল। যি কি নহওক, শেষত গৈ ভাবি চাম বুলি কোৱাত মই মোৰ ওচৰলৈ অহা ভদ্ৰলোক কেইজনক ভূএগ্ৰাক লগ ধৰিবলৈ কৈছিলোঁ।

ভূএগ্ৰাৰ নামটো প্ৰচাৰ হ'লত প্ৰায়বোৰেই সন্তোষ প্ৰকাশ কৰিছিল। কিন্তু ডিব্ৰেশ্বৰ বৰুৱা আৰু তেখেতৰ সতীৰ্থ সকলে ভূএগ্ৰাই সভাপতিৰ পদ গ্ৰহণ কৰি অসমীয়াৰ স্বাৰ্থ-হানিকৰ কাম নকৰিবলৈ প্ৰবল হেঁচা দিছিল। বহুতো বঙালী আৰু হিন্দী ভাষী মানুহে ভূএগ্ৰাক লগ ধৰিছিল। কংগ্ৰেছৰ মানুহবোৰৰ বাহিৰেও ডিগবৈৰ কম্যুনিষ্ট পাৰ্টিৰ শ্ৰীবিজয় বাজখোৱাই কেইজনমান সহকৰ্মীৰে সৈতে ভূএগ্ৰাক সভাপতি হ'বলৈ জোৰ কৰিছিল। তেখেতে সভাপতিৰ পদ গ্ৰহণ নকৰিলেহে অসমীয়াৰ ক্ষতি হ'ব বুলি কৈছিল। লগতে ডিগবৈৰ মজদুৰ সংগঠনক ঐক্যবদ্ধ কৰি ৰখাত সভাপতি হৈ সক্ৰিয় ভূমিকা ল'বলৈকো সকীয়াই দিছিল। উষা মুখাৰ্জ্জী নিজে গৈও ভূএগ্ৰাক সকলো প্ৰকাৰৰ সহযোগিতাৰ আশ্বাস দিছিল। ভূএগ্ৰাই তেতিয়াও খাটাং মত দিয়া নাছিল।

## পুলিচৰ অযাচিত তৎপৰতা

ভূএগ্ৰাৰ লগত বিভিন্ন জনৰ আলোচনা চলি থকাৰ সময়তেই, এদিন ৰাতি ১০ মান বজাত পুলিচ চাৰ্কেল ইনস্পেক্টৰ ধূলেশ্বৰ শইকীয়া আৰু চোৰাং চোৱা বিভাগৰ চাব ইন্‌স্পেক্টৰ ধৰ্ম্মেশ্বৰ ডেকা মোৰ ঘৰ ওলাইছিল। তেখেত সকল ঘোৰ অসমীয়া হৈ ডিগবৈৰ শান্তিৰ কাৰণে আৰু অসমীয়াৰ স্বাৰ্থৰ কাৰণে পুলিচ হিচাপে নহয় ব্যক্তিগত অসমীয়া মানুহ হিচাপে মোক ইউনিয়নৰ সভাপতি হ'বলৈ অনুৰোধ জনাইছিল। পোন চাটেই না কৰি, মোৰ বিৰক্তি প্ৰকাশ কৰি তেখেতসকলক পুলিচৰ কৰ্ত্তব্য পালন কৰিবলৈ আৰু ইউনিয়নৰ নিৰ্ব্বাচন সম্বন্ধীয় কথাত নাক নগলাবলৈ অনুৰোধ কৰিছিলোঁ। অসন্তুষ্টৰ ভাব দেখুৱাই তেখেতসকল গুচি গ'ল। মই তেখেত সকলক ভূএগ্ৰাৰ কথা কৈছিলোঁ।

বহুতো আলোচনা বিলোচনাৰ পাচত ভূএগ্ৰা সন্মত হৈছিল। আমিও নিশ্চিন্ত হৈছিলোঁ।

## ভূএগ্ৰা নাই

নিৰ্ব্বাচনী সভাৰ আন কামবোৰ শেষ কৰি ২৯।৮।৫৪ তাৰিখে দুটামান বজাত নিৰ্ব্বাচনৰ কাম আৰম্ভ কৰাৰ সময় পাইছেহি। তেতিয়ালৈকে ভূএগ্ৰাৰ দেখা-দেখি নাই। প্ৰাৰ্থীজন উপস্থিত নাথাকিলে প্ৰস্তাৱ গ্ৰহণ যোগ্য হোৱাৰ নিয়ম নাছিল।

উষা মুখাৰ্জ্জীৰিপৰা জৰুৰী খবৰ পাই, মইও আঢ়েমান বজাত ইউনিয়ন অফিচত উপস্থিত

হৈছিলোঁগে। ইউনিয়ন অফিচৰ পিচৰ ফালৰ বাৰান্দাত থুলেশ্বৰ শইকীয়া আৰু ধৰ্ম্মেশ্বৰ ডেকা বৰ চিন্তিত হৈ থকা দেখিছিলোঁ। মোক দেখিয়েই থুলেশ্বৰ শইকীয়া অগ্নি শৰ্ম্মা হোৱাদি খঙেৰে চিঞৰি উঠিছিল— "শৰ্ম্মা, মই এতিয়া পুলিচ, থুলেশ্বৰ শইকীয়া নহয়। মোক ইউনিয়ন আৰু ভূঞাৰ বিষয়ে একো নক'ব। চাওক, কালি নিশা ১২ বজাত ভূঞাই সন্মত হৈ আজি আহিম বুলি প্ৰতিশ্ৰুতি দিছিল। আজি মানুহজন নাই। ক'তো বিচাৰি পোৱা নাই। তেখেতে বিশ্বাস ঘাটকতা কৰিলে।

ভূঞাক নোপোৱাকৈ একপক্ষীয়ভাবে ভূঞাক দোষী কৰাটো তেখেতৰ উচিত হোৱা নাই বুলি বুজাইছিলোঁ। সিদিনাৰ কাৰণে নিৰ্ব্বাচন বন্ধ কৰাৰ কিবা উপায় আছে নেকি বুলি মই তেখেতক সুধিছিলোঁ। "শান্তিপূৰ্ণভাবে সকলো কাম চলি থকাৰ সময়ত, কি যুক্তিত নিৰ্ব্বাচন বন্ধ কৰিব পাৰি?" বুলি তেখেতে মোক প্ৰশ্ন কৰিছিল? মই বৰ উৎসাহিত হৈ কৈছিলোঁ— "আপুনি বন্ধ কৰিব নালাগে;. প্ৰামাণিকে নিজে বন্ধ কৰিব। আপুনি মাথো প্ৰামাণিকক মতাই আনি কওক যে, গধূলিৰ পাচত পুলিচে নিৰাপত্তা দিব নোৱাৰিব। এতিয়া নিৰ্ব্বাচন আৰম্ভ কৰিলে ৰাতি এটা বাজিব। গতিকে যদি অসুবিধা নহয়, কালিলৈ দুপৰীয়া ভাগতে কৰক। চাব, প্ৰামাণিকে নিজে নিজে নিৰ্ব্বাচন স্থগিত ৰাখিব।" মোৰ পৰামৰ্শত তেখেত ইমান উৎফুল্ল হৈছিল যে, তেতিয়াই তেখেতৰ হাত দুখনেৰে মোৰ কঁকালত ধৰি 'এই বামুণ' বুলি মোক ওপৰলৈ ডাঙি লৈ চকিখনত ঠেকেচা মাৰি বহুৱাই দিছিল। তেতিয়াই প্ৰামাণিকক মতাই আনি নিৰাপত্তাৰ কথা কোৱাত প্ৰামাণিকে লগে লগে বাকী কাম বন্ধ কৰি, পিচদিনাখন ১২ বজালৈ সভাৰ কাম স্থগিত ৰাখিছিল।

পিচদিনাখন ভূঞা আহিছিল। পুলিচৰ তৎপৰতাত আৰু ইউনিয়নৰ সাধাৰণ সদস্য সকলৰ সহযোগত, নিৰ্ব্বাচনৰ কাম সুকলমে সমাধা হৈছিল। ভূঞা সভাপতি, উষা মুখাৰ্জ্জী আৰু অমৰেন্দ্ৰ ভট্টাচাৰ্য্য যুটীয়া সম্পাদক বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্ব্বাচিত হৈছিল। এই অধ্যায়ৰ শান্তিপূৰ্ণ সমাধান হোৱাত সকলোৱে শান্তিৰ নিশ্বাস পেলাইছিল।

## নিৰ্ব্বাচনৰ পাচৰ অৱস্থা

৩০।৮।৫৪ তাৰিখে গধূলি কেইবা ঠাইতো কিছুমান বিক্ষিপ্ত ঘটনা ঘটিছিল। ৩১।৮।৫৪ তাৰিখে ৰাতিপুৱাই মই Inspector General of Police লৈ জৰুৰী তাঁৰ বাৰ্ত্তা পঠাইছিলোঁ। মোৰ তাঁৰ বাৰ্ত্তা পাই তেখেতে পুলিচ চুপাৰিণ্টেণ্ডেণ্টলৈ দিয়া চিঠিখনৰ পূৰ্ণ পাঠ দিয়া হ'ল।

**INSPECTOR GENERAL OF POLICE,**
**ASSAM**
**SHILLONG**

The 31st August 1954

D.O. No. C. - 57/53

My Dear Lahkar,

I have received the following telegram from the President Digboi Congress Committee—

"Digboi Date 31 Hour 9 minutes 15

To

THE INSPECTOR GENERAL OF POLICE, SHILLONG COMMUNAL FEELINGS ARE BEING PROVOKED VIGOROUSLY BY INTERESTED PERSONS IN DIGBOI OIL FIELD LABOUR (STOP) DESPITE ALL POSSIBLE POLICE MEASURES THE SITUATION DETORIATING (STOP) ONE SIDED STRAY STABBING OCCURING BUT OTHER SIDE PEACEFUL UPTIL NOW (STOP) PRAY YOUR SPECIAL ATTENTION (STOP) DETAIL LETTER FOLLOWS

PRESIDENT, DIGBOI CONGRESS"

2. I have sent you a platoon (50 Armed Police under an Inspector) on Sunday from Dergaon who arrived Digboi in the afternoon.

3. I have received your reports stating that the elections held peacefully and that you were supervising the Law and order arrangements.

4. I would like an energetic enquiry made into the allegations made by the Congress President and a sense of security restored to all communities. If necessary you can draft officers from Dibrugarh and request D.C. for magisterial enquiry if any officer is involved. Police cases should be registered promtly and arrest made even as a preventive measure to restore confidence. Suspects arrested should be dealt with according to law.

5. Please contract the Congress President to take immediate notice for restoring confidence. I have received another telegram from Digboi which reads :—

"Digboi Date 31 Houre 10 Minuts 45

To

Inspector General of Police, Shillong

COMMUNIAL TENTION RUNNING HIGH SINCE LABOUR UNION ELECTION (STOP) SOME DISCREDIT LABOUR UNION OFFICIALS FOMENTED COMMUNAL TROUBLES INTIMIDATE VARIOUS COMMUNITIES LIVING IN PEACE TO KNOWLEGE OF LOCAL POLICE (STOP) GOVERNMENT POLICY DECLARED BY INDIAN PREMIER PROVIDING CHIEF MINISTER (STOP) ASSULTS STABINGS ON PEACEFUL CITIZEN GOING ON (STOP) MOB ATTACK APPREHENDED (STOP) MISCREANTS OPPENLY THREATENING (STOP) BUSINESS DISTURBED (STOP) ACTION OF LOCAL POLICE INADEQUATE (STOP) PROMT PROTECTION SOLICITED.

DIGBOI PUBLIC"

6. Copy of this letter is being sent to the D.I.G. (R) and you should intimate to him in case you require his assistance.

Yours Sincerely
**Sd/- K.R. Choudhury**
(K.R. Choudhury)

To

Shri D. Lahkar

Superintendent of Police, Lakhimpur, Digbrugarh.

Memo No. C.57/53/27A dated Shillong the 31st August 1954.

Copy forwarded to—

President, Digboi Congress Committee, Digboi for information with reference to his telegram dated 31-8-54

Sd/-

31-8-54

Inspector General of Police

## শান্তি কমিটি গঠন

১-৯-৫৪ তাৰিখে লক্ষীমপুৰ জিলাৰ পুলিচ চুপাৰিন্টেণ্ডেণ্টে ওৱেলফেয়াৰ চেণ্টাৰত গধূলি ৬ বজাত প্ৰতিনিধিমূলক ৰাজহুৱা সভা এখন আহ্বান কৰিছিল। সভাত লক্ষীমপুৰ জিলাৰ অতিৰিক্ত পুলিচ চুপাৰিন্টেণ্ডেণ্ট এচ. চি. মজুমদাৰে সভাপতিত্ব কৰিছিল। এই সভাৰ লিখিত কাৰ্য্যবিৱৰণী তলত দিয়া হ'ল।

## Extract from the Proceedings of the Meeting held at Welfare Office, Digboi on 1-9-54

Leading Members of all the Communities of Digboi assembled at Welfare Office on 1-9-54 and passed the following resolutions. Sri S.C. Mazumdar Addl. Superintendent of Police, Lakhimpur, Presided over the meeting.

1. It is unanimously resolved that a 'Peace Committee be formed to help maintaining peace and tranquility at Digboi Town mainly through propoganda and publicity creating public opinion against sectionalism and hooliganism which have been prevailing at Digboi Twon.

2. It is unanimously resolved that the following gentlemen shall form the "Peace Committee" (the names of the gentlemen have been shown on the enclosed list).

3. It is unanimously resolved that the Peace Committee shall form a few Peace Sub-Committee if there is a need for that in neighbouring villages of the Digboi Town or at any such place within the Digboi Town as the Peace Committee thinks desirabvle specially with the same aim and objects as that of the Peace Committee itself.

4. It is unanimously resolved that the following shall be the Chairman, Vice-Chairman, Jt. Serctaries and members of the Executive Committee of the Peace Committee.

| | |
|---|---|
| Chairman | Sri D.C. Deb Sarmah |
| Vice-Chairman | Sri P.K. Deb |

Jt. Secretaries — Sri S.S. Keinth; Sri D.N. Upadhyay

Members of the Executive Committee—

1. Sri Dimbeswar Baruah
2. Sri Giridharilal Lalbegy
3. Sri Dr. R. Bhuyan
4. Sri Jagannath Upadhyay
5. Sri W.B. Mitre
6. Sri S.C. Dutta Ray
7. Sri B.B. Pradhan

5. It is unanimously resolved that following should be the 'main' line of work of the Peace Committee.

(a) To creat public opinion against agitation through continuous propogenda and publicity.

(b) to fight 'Rumours' with immediate anti propegenda.

(c) It is unanimously resolved that the management of the A.O.C. Ltd., Digboi will be requested to lend a Vanett with public address equipment to the Peace Committee for the purpose of such publicity and propogenda.

Sd/- S.C. Mazumdar
Addl. S.P.
Lakhimpur

Copy to—

D.C., S.P., G.M. (AOC), O/C, Digboi Police Station, Inspector of Police, MRG. Circle and members of the Peace Committee.

Members present in the meeting who are all taken as general members of the Peace Committee.

1. Sri D.C. Deb Sarmah
2. Sri T.N. Bhattacharjee
3. Sri L. Gohain
4. Sri N. Chetia
5. Sri K. P. Sirkar
6. Sri D.C. Roy
7. Dr. D.K. Dutta
8. Sri N. Choudhury
9. Sri N.C. Mukherjee (Forest Officer)
10. Sri K.C. Pal
11. Sri Dr. R. Bhuyan
12. Sri P.K. Deb
13. Sri S.N. Biswas
14. Sri M.P. Choudhury

15. Sri B.N. Singh
16. Sri M. N. Chakraborty
17. Sri D.N. Sen
18. Sri N.D. Mahant
19. Sri M.R. Chopra
20. Sri M.P. Tiwari
21. Sri Hari Prasad Gurung
22. Sri H.N. Mukherjee
23. Sri U.N. Bhuyan
24. Sri B.C. Hazarika
25. Sri M.N. Bora
26. Sri G. N. Bhuyan
27. Sri Dimbeswar Baruah
28. Sri S.C. Dutta Roy
29. Sri S.K. Mukherjee
30. Sri N.N. Gogoi
31. Sri Giridhari Lalbegi
32. Sri Ram Prasad
33. Sri Nandalal Thapa
34. Sri Ram Ratan Issai
35. Sri A.T. Wairegade
36. Sri W.B. Mitra
37. Sri Naikana
38. Sri Jagannath Upadyay
39. Post Master Digboi
40. Station Master, Digboi
41. Sri S.P. Baruah
42. Sri Jagaiah Naidoo (Prod.)
43. Sri R.S. Goswami
44. Sri Ratan Singh
45. Sri S.S. Keinth
46. Sri Jit Bahadur Chetri
47. Sri Bhakta Bahadur Pradhan
48. Sri Justin Paul
49. Sri Lila Ram Rana
50. Sri A.K. Bhattacharjee
51. Sri Sarju Pandaya
52. Sri Lalit Raj Thakurai
53. Sri R.D. Sigh
54. Sri G.C. Saikia
55. Sri Md. H.U. Ahmed
56. Sri D.C. Gupta
57. Sri U.R. Mukherjee
58. Sri D.N. Upadhyay

শান্তি কমিটিৰ মানুহবোৰৰ অন্ততঃ দুটা সপ্তাহ খাবন-শোৱন নোহোৱাৰ নিচিনা হৈছিল। ডিগবৈৰ কোম্পানীত কাম কৰা, নকৰা সমস্ত জনতা শান্তি কমিটিৰ পিচত থিয় হৈছিল। তেতিয়া মানুহে নিৰাপত্তা অনুভৱ কৰিছিল। ২০ দিন মানৰ ভিতৰত সম্পূৰ্ণ শান্তি স্থাপিত হৈছিল।

বৰুৱা-আহমদৰ আত্মঘাটি আন্দোলনৰ স্বাভাৱিক মৃত্যু হৈছিল।

বৰুৱা-আহমদ-ইচাকৰ সমৰ্থকসকলৰ ভাবাত মই অসমীয়া বিৰোধী হৈ পৰিছিলোঁ। মই ঘৰত নথকা অৱস্থাত কেতিয়াবা কেতিয়াবা দুই এজন অসমীয়া প্ৰেমীয়ে আহি মোক চম্ভালিব নোৱাৰিলে কপালৰ সেন্দুৰৰ ফোট নাথাকিব বুলি মোৰ পৰিবাৰক সাৱধান বাণী শুনাবলৈকো পাহৰা নাছিল। অশিক্ষিতা হ'লেও পৰিবাৰে হাঁহি হাঁহি উত্তৰ দিছিল—"মোৰ সেন্দুৰৰ ফোঁট ভগবানৰ হাততহে "আন কাৰো হাতত নাই।"

আমাৰ মুখত হাঁহি বিৰিঙি উঠিছিল যেতিয়া বৰুৱা-আহমদৰ বক্তৃতাত শান্তিৰ বাণী আখৈ ফুটাদি ফুটিছিল। আনন্দৰ কথা যে, লাহে লাহে বৰুৱা-আহমদৰ সৰহ সংখ্যক সমৰ্থকেই ভুল ধৰিব পাৰিছিল আৰু বৰুৱা-আহমদৰ কথাত কাণ নিদিয়া হৈছিল।

শান্তি কমিটিয়ে অসমীয়া, হিন্দী আৰু ইংৰাজীত গোহাৰি প্ৰচাৰ কৰিছিল। এই গোহাৰি পঢ়াৰ পাচত মানুহে কোনো উপকৰা বা অতিৰঞ্জিত কথাত বিশ্বাস নকৰা হৈছিল।

২৬-৯-৫৪ তাৰিখে এহাজাৰৰো ওপৰ মানুহে চহী কৰি, অসমৰ মুখ্যমন্ত্ৰীলৈ পঠোৱা ৯ পৃষ্ঠাৰ স্মাৰক পত্ৰৰ নকল এটা ডিগবৈ কংগ্ৰেছেও পাইছিল। কিন্তু ইতিমধ্যে শান্তি স্থাপন হোৱাত মুখ্য মন্ত্ৰীয়ে একো কৰিবলগীয়া নাছিল। এই স্মাৰক পত্ৰৰ প্ৰাসঙ্গিকতা নোহোৱা হৈ পৰিছিল। ডিগবৈ কংগ্ৰেছ সভাপতিৰ তাৰবাৰ্ত্তা পাই Inspector General of Police এ সশস্ত্ৰ ৫০ জনীয়া পুলিচৰ দল এটা পঠাইছিল ৩১-৮-৫৪ তাৰিখে আবেলি। কিন্তু তাৰ আগেয়ে এই অশান্ত পৰিস্থিতিৰ মাজতো শান্তিপূৰ্ণ নিৰ্ব্বাচন সম্ভৱ হৈছিল ডিগবৈ কংগ্ৰেছৰ উদ্যোগত বাইজে আগবঢ়োৱা সহযোগ আৰু পৰিস্থিতিৰ ওপৰত ৰখা পুলিচৰ চোকা নজৰৰ কাৰণে। ইন্‌স্পেক্টৰ থূলেশ্বৰ শইকীয়া প্ৰশংসাৰ পাত্ৰ হৈছিল, কিন্তু O.C. মহেশ্বৰ কলিতাক ৰাইজে সন্দেহৰ চকুৰে চাইছিল—তেখেতৰ ওপৰত আস্থা হেৰুৱাইছিল।

কিছুমানৰ সমালোচনা স্বত্ত্বেও ডিম্বেশ্বৰ বৰুৱা আৰু হবিবউদ্দিন আহমদ শান্তি কমিটিত থকাৰ কাৰণে শান্তি কমিটিৰ ওপৰত কোনোৱে আস্থা হেৰুৱা নাছিল। বৰং তেওঁলোকক শান্তি কমিটিত ৰখাৰ কাৰণে তেওঁলোক নিজে নিজে শাসিত হৈছিল। আনহাতে তেওঁলোকেই কেইদিনমানৰ আগতে অশান্তিৰ সৃষ্টি কৰি, এতিয়া আকৌ তেওঁলোকেই ওলোটা কথা কৈ, শান্তিৰ কাৰণে ৰাজহুৱাভাবে বক্তৃতা দিয়াত, তেওঁলোকৰ সমৰ্থক সকলৰ সমালোচনাৰ পাত্ৰ হৈ পৰিছিল। তেওঁলোকে ইহকুল-পৰকুল দুয়োকুল হেৰুৱাইছিল আৰু ই আছিল তেওঁলোকৰ কাৰণে চৰম নৈতিক শাস্তি।

## "পৰীক্ষাৰ ৰিজাল্ট"

ইউনিয়নৰ নিৰ্ব্বাচনৰ এমাহ মানৰ পাচতেই পুলিচ ইন্‌স্পেক্টৰ থূলেশ্বৰ শইকীয়াই বদলিৰ হুকুম পাইছিল। তেখেত যোৱাৰ আগে আগে ধৰ্ম্মেশ্বৰ ডেকাক লগত লৈ, মোক মাত লগাবলৈ ঘৰলৈ আহিছিল। বিদায় লোৱাৰ সময়ত তেখেতে মোক সোঁৱৰাই দি কৈছিল যে, তেখেতসকলে যে মোক ইউনিয়নৰ সভাপতি কৰিবলৈ আহিছিল, প্ৰকৃততে মোক পৰীক্ষা কৰিবলৈহে আহিছিল। সিদিনাখন মই সভাপতি হ'বলৈ ইচ্ছা প্ৰকাশ কৰা হেতেন পিচদিনাখন গ্ৰেপ্তাৰ হলোঁহেতেন। কাৰণ ডিগবৈ থানাৰ অ.চি. কলিতাই হেনো আৱশ্যকী অধীক্ষক

লহকৰদেবক কৈছিল যে, মই কংগ্ৰেছৰ সভাপতি থকাৰ উপৰিও ইউনিয়নবো সভাপতি হ'বৰ কাৰণে ষড়যন্ত্ৰ কৰি আছোঁ। তাৰেই ফলশ্ৰুতি এই অশান্তি। মোক বন্ধ কৰি থ'ব পাৰিলেই শান্তি ঘূৰি আহিব। অ'চিৰ কথা শুনি নিৰ্ব্বাচন হৈ নোযোবালৈকে মোক এৰেষ্ট কৰি থ'বলৈ শইকীয়াক মৌখিক হুকুম দিছিল। শইকীয়াই নিশাটোৰ সময়লৈ অ'চিৰ অভিযোগৰ সত্যতা প্ৰমাণ কৰিবলৈকেহে ডেকাৰ সৈতে মোক ইউনিয়নৰ সভাপতি কৰিবলৈ আহিছিল। তেখেতসকলে গৈ আচল সত্যটো কোৱাতহে মই ৰক্ষা পৰিছিলোঁ। শইকীয়াই হাঁহি হাঁহি কৈছিল—"আপুনি পৰীক্ষাত উত্তীৰ্ণ হৈছিল। মই যোৱাৰ আগে আগে 'ৰিজাল্ট' দি গলোঁ। কেতিয়াবা আকৌ আহিলে ৰিজাল্টৰ মিঠাই খাম। মোক নাপালেও ডেকাকে এদিন খুৱাই দিব।"

তাহানিৰ সেই ধৰ্ম্মেশ্বৰ ডেকা এতিয়া গুৱাহাটী নিবাসী অৱসৰ প্ৰাপ্ত D.S.P.। তেখেতে স্মৃতি চাৰণ কৰি যোৱা ১৩।৬।৯৬ তাৰিখে মোলৈ লিখা চিঠিখনত উক্ত ঘটনা সন্দৰ্ভত লিখিছে "..............সেই সময়ৰ (D.C.) ৺চুলতানে আপোনাক বিশ্বাস কৰিছিল। S.P.য়ে আপোনাক arrest নকৰি বৰ মহৎ কাম কৰিছিল বুলি তেখেতে মন্তব্য কৰিছিল।" ধৰ্ম্মেশ্বৰ ডেকা, থুলেশ্বৰ শইকীয়া আৰু দীন নাথ ডেকা, এই তিনিজন আৰক্ষী বিষয়াৰ সত্যাশ্ৰয়ী সমাজ সচেতনতাত মই মুগ্ধ হৈছিলোঁ।

## —ন্যায় দানৰ চেষ্টা—
## ডিগবৈ কংগ্ৰেছৰ লোকসেৱা

পৰাপক্ষত মানুহক বিপদত সহায় কৰিবলৈ ডিগবৈ কংগ্ৰেছ কমিটিয়ে সদায় যত্ন কৰিছিল। অন্যান্য কামৰ বাহিৰেও সকলো হাই-কাজিয়া বাদ-বিসম্বাদ নিৰপেক্ষ ভাবে বিচাৰ কৰি, বিবাদমান দল বা ব্যক্তিক মিলাই দি, শান্তি স্থাপন কৰিবলৈ যত্ন কৰিছিল। আন কি, কোনো চৰকাৰী বিষয়াই কাৰো প্ৰতি কিবা অন্যায় কৰিলে, কংগ্ৰেছ কমিটিয়ে নিজৰ বৰীয়াকে ব্যৱস্থা গ্ৰহণ কৰি, অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ যত্ন কৰিছিল। এই কাৰণে ডিগবৈ কংগ্ৰেছ বৰ জনপ্ৰিয় হৈ পৰিছিল। ৰাইজে কংগ্ৰেছ-পঞ্চায়তৰ ওপৰত বিশ্বাস স্থাপন কৰিছিল। যিকোনো বিবাদৰ আপোচ-মীমাংসাৰ কাৰণে কংগ্ৰেছৰ ওচৰ চাপিছিল। কাৰণ কংগ্ৰেছ-পঞ্চায়তত কোনো জৰিমনা বা আন শাস্তিমূলক ব্যৱস্থাৰ কথা নাছিল। উভয় পক্ষই কংগ্ৰেছ-পঞ্চায়ত মানিবলৈ প্ৰতিশ্ৰুত হ'লে, উভয় পক্ষৰ লগত মুকলি আলোচনা কৰি, এৰা-ধৰাৰ মাজেৰে সত্য ভিত্তিক আপোচ-মীমাংসা কৰি দিয়া হৈছিল। ইয়াত কোনো পক্ষৰে কোনো টকা-পইচা খৰচ হোৱা নাছিল।

নীতিগত ভাবে আৰু অতি নিৰপেক্ষ ভাবে, সম্ভ্ৰান্ত যিয়েই সাধাৰণ মানুহ নহওক কিয়, কোনোবাই ক্ষমতাৰ সুযোগ লৈ, তেওঁৰ প্ৰতি অন্যায় কৰিলে, ডিগবৈ কংগ্ৰেছ কমিটিয়ে অন্যায়ৰ বিৰুদ্ধে থিয় হৈ, ন্যায় পোৱাৰ ব্যৱস্থা কৰাৰ বহুত উদাহৰণ আছে। তলত তাৰ সাক্ষী হিচাপে দুই-এটা উদাহৰণ ডাঙি ধৰা হ'ল।

**(১) কংগ্ৰেছত দিয়া সাধাৰণ দোকানী এজনৰ গোচৰ ঃ**

১৯৫৫ চনৰ ১২ আক্টোবৰ তাৰিখে এজন সাধাৰণ গেলা মালৰ দোকানীয়ে দিয়া তলৰ অভিযোগ নামাখন পাইছিলোঁ—

From—Ramjee Choube
A.O.C. New Market
Digboi P.O.
19th October 1955

To

President,
Kendriya Congress Committee
Digboi

Dear Sir,

I beg to bring to your kind notice to the following facts for your consideration and necessary action.

That Shri D. Bora, a Sub Inspector of Police was attached to Digboi P.S. for a short period in 1952. During his stay here he used to purchase his necessary grocery from my shop on credit for which I hold all his signed credit slips from October to December 1952, he made purchases amounting to Rs. 159-7-6.

Unfortunately he left Digboi on transfer to a place not known to me as he did neither clear my dues nor informed me anything before living. For about 2½ years I could not get any trace of his whereabout, although I tried hard. In March this year I somehow manage to know that the above mentioned police Officer has been posted in K & J Hills, but where I could not know. So I prefered to write to the Supdt. of Police, K & J Hills for intervention. But to my ill luck although the said S.P. duly received my two letters (Regd.) of 15-3-55 and 16-4-55, yet I was not favoured with any reply.

So, I now do not see any other course left for me, but to seek your help in realising the money from Shri D. Bora. I hope you will surely help me in this matter and earn my gratitude.

I am endorsing herewith the copies to my correspondences with the Supdt. of Plice, K & J Hills and also a record of my bill for your perusal and return.

Thanking you in anticipation

Yours faithfully

Sd/- Ramjee Choube

চৌবেৰ এই চিঠিখন পোৱাৰ পাচত প্ৰাথমিক অনুসন্ধান কৰি, অসম পুলিচৰ সৰ্ব্বাধিনায়কলৈ তলত দিয়া চিঠিখন দিয়া হৈছিল।

**KENDRIYA CONGRESS COMMITTEE, DIGBOI**

Digboi, 31-12-55

To

The Inspector General of Police, Assam
Shillong.

Dear Sir,

We have the occasion of forwarding a complaint to you for necessary action please.

The Complainant Shri Ramjee Choube runs a grocery in the Assam Oil Company' New Market at Digboi. He is an honest dealer and therefore is very popular amongst the people of every shade.

He Complains that Shri Dimbeswar Borah who was in Digboi Police Station as second O/C during 1952 had been his customer during the year. Shri Borah purchased goods worth of Rs. 139-7-6 from his shop against credit chits. But unfortunately the said officer left Digboi on transfer to a place not know to him without making the aforesaid payment. Since that time the complainant had been trying to traceout the whereabout of Shri Bora and only success in obtaining the information early this year. He wrote his case to the S.P., Khasi & Jayantia Hills, Shillong twice (Copies attached) under registered covers. Although his letters were duly received by the S.P., K & J Hills, yet no action was taken or response given to the complainant.

Lastly he has now approached us to help him realising his dues from shri Borah.

On our part, we think that it had been very unfair on part of Shri Borah to have behaved in this way. He being a police Officer and a public Servant is expected to follow law and not break the law. Had the complainant gone to the court, what would have been the position of Shri Borah in the eys of the public and his Officers.

We have fully examined the complainants bill and tallied with credit chits given by Shri Borah and can certify the complaint to be the most genuine one. Under the circumstances we request you to interfere and instruct Shri Borah to make the payment through you as soon as poossible and avoid unnecessary legal implications which may ultimately take place.

Yours faithfully

**Sd/- D.C. Deb Sarmah**
President
Kendriya Congress Committee, Digboi

**The amount to be paid by Shri Dimbeswar Borah**

| Date | Amount |
|---|---|
| Previous Balance | Rs. 38-0-0 |
| 6-10-52 | 1-7-0 |
| 7-10-52 | 2-4-0 |
| 8-10-52 | 3-14-0 |
| 10-10-52 | 1-14-0 |
| 10-10-52 | 1-2-0 |
| 11-10-52 | 1-15-0 |
| 12-10-52 | 1-6-0 |
| 13-10-52 | 1-8-0 |

| | |
|---|---|
| 15-10-52 | 2-0-0 |
| 16-10-52 | 0-10-0 |
| 17-10-52 | 1-12-0 |
| 18-10-52 | 2-12-0 |
| 21-10-52 | 2-14-0 |
| 23-10-52 | 3-14-0 |
| 24-10-52 | 2-14-0 |
| 25-10-52 | 1-12-0 |
| 27-10-52 | 1-6-0 |
| 28-10-52 | 2-5-0 |
| 29-10-52 | 2-12-0 |
| 30-10-52 | 2-10-0 |
| Total October '52 | 87-0-0 |
| 2-11-52 | 0-12-0 |
| 2-11-52 | 2-0-0 |
| 3-11-52 | 1-12-0 |
| 3-11-52 | 1-14-0 |
| 4-11-52 | 1-13-0 |
| 4-11-52 | 2-4-0 |
| 6-11-52 | 1-12-0 |
| 7-11-52 | 1-4-6 |
| 8-11-52 | 1-0-0 |
| 9-11-52 | 3-5-0 |
| 9-11-52 | 1-7-0 |
| 12-11-52 | 1-14-0 |
| 13-11-52 | 1-4-0 |
| 14-11-52 | 1-12-0 |
| 15-11-52 | 4-0-0 |
| 16-11-52 | 2-11-0 |
| 18-11-52 | 2-6-0 |
| 19-11-52 | 0-6-0 |
| 24-11-52 | 2-8-0. |
| 30-11-52 | 0-6-0 |
| 30-11-52 | 1-14-0 |
| Total in Nov.'52 | 45-0-6 |
| 2-12-52 | 1-4-0 |
| 8-12-52 | 0-6-0 |
| 6-12-52 | 0-11-0 |
| 7-12-52 | 1-6-0 |
| 9-12-52 | 1-10-0 |
| 21-12-52 | 2-2-0 |
| Total in Dec. '52 | 7-7-0 |
| **Month of October** | **Rs. 87-0-0** |

| | |
|---|---|
| Month of November | Rs. 45-0-6 |
| Month of December | Rs. 7-7-0 |
| Total | Rs. 139-7-6 |

(Rupees one hundred thirty nine annas seven and paise six only.)

এই চিঠি দিয়াৰ এমাহৰ পাচতে ডিগবৈ থানাৰ অ'চিয়ে ডিম্বেশ্বৰ বৰাৰ হৈ চৌবেই পাবলগীয়া সম্পূৰ্ণ টকা আদায় দিছিল। কামটো তেনেই সৰু হলেও নীতিগত ভাবে এটা আদৰ্শনীয় ভাল কাম কৰা বুলি আনন্দ লভিছিলোঁ। কথাটো প্ৰচাৰ হোৱাত কংগ্ৰেছৰ প্ৰতি মানুহৰ আস্থা বাঢ়িছিল আৰু প্ৰশংসা কৰিছিল।

(২) আন এটা ঘটনাঃ

৪-৬-৫৯ তাৰিখে ৰাতি ৮ বজাত ASL ৪৬৬৭ নং গাড়ীখনে ৰিক্সাৰে সৈতে সোনা বিশ্বাস নামৰ ৰিক্সাবালা এজনক খুন্দিয়াই পলাই গৈছিল। সোনা বিশ্বাস অজ্ঞান অৱস্থাত হাস্পাতালত ভৰ্ত্তি হৈছিল। ৰিক্সাখনবো বহুত ক্ষতি হৈছিল। ৭-৬-৫৯ তাৰিখে বিশ্বাসে ডিগবৈ থানাত এজাহাৰ দিছিল। থানাই একো নকৰাত ৩-৭-৫৯ তাৰিখে বিশ্বাসে কিবা এটা কৰিবলৈ ডিগবৈ কংগ্ৰেছক অনুৰোধ জনাইছিল। মই ৪ আৰু ৫ তাৰিখে ডিগবৈ কংগ্ৰেছ কমিটিৰ হৈ O.C.ৰ লগত কথা পাতি, তেখেতৰ কথাবোৰ সন্তোষজনক নলগাত, ৭-৭-৫৯ তাৰিখে সোনা বিশ্বাসৰ লগতে আৰু ৩টা ঘটনাৰ কথা লিখি Inspector General of Police মিঃ এচ, এম, দত্তলৈ এখন D/o চিঠি দিছিলোঁ।

"Dear Mr. Dutta,

Although I am quite adverse to interfere with the administration but certain unavoidable circumstances have compelled me to draw your attention to the day affairs of Pollice administration of Digboi which has already shaken the confidence in the Local Police and brought in a sense of insecurity amongst the Public.

* * *

* * *

* * *

* * *

I am very sorry to let you know that due to the inefficiency and currupt practices in Police and also want of basic courage to vindicate truth, public confidence and moral courage have been shaken so much that they are afraid to state the truth best, their telling the truth should put them to fresh embarasment.

I therefore feel bound to request you...........to return the public confidence and restore the efficiency of the Public Administration at Digboi.

Yours faithfully

Sd/-

(D.C. Deb Sarmah)
President
Digboi Kendriya Congress Committee
7-7-59

Enclosed the Copies of three cases particularly the Case of Nona Biswas for your necessary action.

To

Shri S.M. Dutta
Inspector General of Police
Shillong.

বিচাৰ কি হৈছিল নাজানোঁ। কিন্তু জুলাইৰ শেষত গাড়ীৰ মালিকে নিজৰ খৰচত বিস্নাখন মেৰামত কৰি দি আৰু নোনা বিশ্বাসক ক্ষতি পূৰণ দি আপোচ-মীমাংসা কৰিছিল। তাৰ কিছুদিন পাচতে O.C. নিলম্বিত হৈছিল।

(৩) চাৰি আলি বজাৰ উচ্ছেদ আৰু সমাধান ঃ

১৯৫২ চনলৈ চাৰিআলিত ঘৰে-দুৱাৰে বজাৰখন গঢ়ি উঠিছিল। ইয়াৰে ৰেল আলি আৰু ট্ৰাঙ্ক ৰ'ডৰ (ৰাষ্ট্ৰীয় পথ) মাজৰ মাটি আছিল ৰেলওৱেৰ আৰু ট্ৰাঙ্ক ৰ'ডৰ আনফালৰ মাটি আছিল আলিৰপৰা কেইবা ফুট দূৰলৈকে চৰকাৰী। পট্টা মাটিৰ লগতে চৰকাৰী মাটিৰ ওপৰতো বজাৰৰ ঘৰ-দুৱাৰ হৈ, ডাঙৰ আৰু প্ৰধান বজাৰ হৈ পৰিছিল। এই বজাৰখন ডিগবৈৰ প্ৰাণ কেন্দ্ৰ স্বৰূপ।

এনেতে তেল আৰু পানীৰ পাইপ বহুৱাবৰ কাৰণে কোম্পানীৰ মাটিৰ আৱশ্যক হোৱাত উপায়ুক্তই ৰাস্তাৰ কাষৰ চৰকাৰী মাটিৰ ওপৰত থকা ২৭ জন দোকানীক ১৫ দিনৰ ভিতৰত নিজৰ নিজৰ দোকান ভাঙি দি, ঠাই খালী কৰি দিবলৈ, অন্যথায় ১৬ দিনৰ দিনাখন চৰকাৰে ভাঙি দিব বুলি জাননী দিছিল। দোকানীসকল আছিল অগ্ৰৱী বনিয়া, ৰাম গোবিন্দ, আব্দুল কৰিব, চন্দ্ৰভান সিং, সাওনা সিং, বিজয় প্ৰসাদ সিং, ৰমাশঙ্কৰ, ৰাম সুভাগ, ব্ৰীজ মোহন, আলি আহমেদ, আদ্য পণ্ডিত, ওমৰাও সিং, ছালামন্ত সিং, ৰঘুনন্দন, মধুসুদন, ৰামদেও পাণ্ডে, ৰামদেও বনিয়া, সভাপত সিং, ৰামেশ্বৰ, বংশৰাজ, হীৰালাল, শিশুধ.........., চুলতাৰ আহমেদ, পিয়াৰা সিং, ৰমাই, কালা মিঞা আৰু ভ্ৰিপাল ধোবী (লণ্ড্ৰি)। জাননী পোৱাৰ পাচত অকল দোকানীসকল চিন্তান্বিত হোৱাই নহয় ডিগবৈৰ ৰাইজৰ মাজতো নানা ধৰণৰ গুণা-গথা চলিছিল। তেল-পানীৰ পাইপৰ কাৰণে যেনেকৈ মাটিৰ আৱশ্যক সেইদৰে ৰাইজৰ সুবিধাৰ কাৰণে তথা ডিগবৈৰ কাৰণে চাৰিআলিৰ বজাৰখনো অতীব আৱশ্যক। বিষয়টোৰ এটা সু-সমাধান বিচাৰি দোকানীসকলৰ ইচ্ছানুসৰি, মহাবুম প্ৰসাদ তেৱাৰী আৰু ৰামসেউ পাণ্ডেক লগত লৈ, মই ডিব্ৰুগড়ৰ উপায়ুক্তৰ ওচৰ পালোঁগৈ। মহম্মদ চুলতান উপায়ুক্ত আছিল। তেখেতৰ সাদৰ ব্যৱহাৰে, কথা কোৱাত আমাক বহুত সহজ কৰি পেলাইছিল। আলোচনাৰ অন্তত পাইপৰ কাৰণে লগা আৱশ্যকীয় মাটি লৈ, বাকী মাটি এই দোকানীসকলক দিবলৈ অনুৰোধ কৰিছিলোঁ। উপায়ুক্তই দুটা চৰ্তত মান্তি হৈছিল।

(১) জাননী পোৱা সকলো মানুহে নিৰ্দিষ্ট সময়ৰ ভিতৰত ঘৰ ভাঙি ঠাই খালী কৰি দিব

লাগিব।

(২) খালী হোৱাৰ পাচত চৰকাৰৰ আৱশ্যকীয় মাটিৰ বাহিৰত, ঘৰ থকা সকলক, পুনৰ মাটি দিবলৈ চিন্তা কৰা হ'ব। কিন্তু আৱশ্যকীয় মাটিত থকাসকলে আৰু মাটি নাপাব।

মই প্ৰথম স্বৰ্ত্তটো মানি লৈছিলোঁ। দ্বিতীয়টোৰ ক্ষেত্ৰত মই এটা সমাধান সূত্ৰ আগবঢ়াইছিলোঁ। পাইপৰ কাৰণে চৰকাৰৰ আৱশ্যকীয় মাটিৰ বাহিৰত, খালী হোৱা মাটি সমানুপাতিক ভিত্তিত আটাইবোৰকে ভগাই দিবলৈ অনুৰোধ কৰিছিলোঁ। আমি সকলোকে ভগাই দি মনাব পাৰিলে, তেখেতৰ আপত্তি নাই বুলি কৈছিল। মই তেতিয়া এই কামৰ কাৰণে ৫ জনীয়া কমিটি গঠন কৰি দিবলৈ অনুৰোধ কৰিছিলোঁ আৰু কমিটিক সহায় কৰিবলৈ লাট মণ্ডলক নিৰ্দ্দেশ দিবলৈকো অনুৰোধ কৰিছিলোঁ। তেখতে তথাস্তু বুলি কোৱাত আমি সন্তোষিত হৈ ঘূৰি আহিছিলোঁ।

ডিব্ৰুগড়ৰপৰা ঘূৰি আহি পিচদিনাখন ৰাতিপুৱাই ৰামদেউ পাণ্ডেৰ সহায়ত আটাইকেইজন দোকানীক মতাই আনি, উপায়ুক্তৰ সিদ্ধান্তৰ কথা কৈ, তলত দিয়া স্বৰ্ত্ত সাপেক্ষে তেওঁলোকৰ সকলোকে মাটি দিয়াম বুলি প্ৰতিশ্ৰুতি দিছিলোঁ।

(১) উপায়ুক্তৰ জাননী অনুসৰি নিৰ্দ্দিষ্ট সময়ত, অৰ্থাৎ ৩১ ডিচেম্বৰৰ ভিতৰত, নিজৰ নিজৰ ঘৰ ভাঙি ১ জানুৱাৰী তাৰিখে সম্পূৰ্ণ খালী ঠাই দেখুৱাব লাগিব।

(২) উপায়ুক্তই পাইপৰ কাৰণে মাটি অধিগ্ৰহণ কৰি বাকী খালী মাটি সকলোৰে মাজত ভাগ কৰি দিবলৈ সন্মত হৈছে। মাটি ভাগ কৰি দিবলৈ এখন কমিটি কৰি দিব। এই কমিটিয়ে সমানুপাতিক ভিত্তিত, যাক যেনেকৈ দিয়ে বিনা আপত্তিত ল'ব লাগিব। নিজৰ খুচিমতে মাটিৰ প্লট কোনোৱে ল'ব নোৱাৰিব। কমিটিয়ে মাটি ভাগ কৰি দেখুৱাই নিদিয়ালৈকে কোনোৱে মাটি দখল কৰিবলৈ চেষ্টা কৰিব নোৱাৰিব। সকলোৱে মানি ল'লে।

দুদিনৰ পাচত পদ্মধৰ সোণোৱাল মণ্ডল মোৰ ওচৰ পালেহি। মই তেখেতক চাৰিআলি বজাৰলৈ লৈ গৈ খালী কৰিবলগীয়া মাটিৰ ওপৰত থকা প্ৰতিজন দোকানীৰ মাটিৰ মেপ সহ পৰিমাণ দেখুৱাই মোক দিবলৈ কলোঁ। লগতে ভগাই দিবলগীয়া মাটিৰো মেপসহ পৰিমাণ লিখি দিবলৈ কৈছিলোঁ। এই নক্সাখন কৰোঁতে আগৰ মাটিৰ আৰু এতিয়াৰ ভাগ কৰিবলগীয়া মাটিৰ সমানুপাত হিচাপে প্ৰতিটো প্লট কৰিবলৈ কৈছিলোঁ। সিদিনাখনেই গধূলিলৈ ডিগবৈ থানাৰ ভাৰপ্ৰাপ্ত বিষয়া আহি উপায়ুক্তই পঠোৱা বুলি "Charali Bazar Land Distrubution Committee"ৰ পাঁচজন সদস্যৰ নাম দি মোক যথাযোগ্য ব্যৱস্থা ল'বলৈ ক'লে। সদস্য কেইজন আছিল—দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা সভাপতি, মহাত্মম প্ৰসাদ তেৱাৰী, ৰাম সুমিৰণ গোস্বামী, সুখময় ৰায় আৰু এজনৰ নাম পাহৰিলোঁ। কাগজখনতো নামটো পঢ়িব নোৱাৰা অৱস্থা এটা হ'ল।

৩১ ডিচেম্বৰ তাৰিখে ৰাতি ৯ বজালৈকে দোকান পোহাৰ স্বাভাৱিকভাবে চলি থকা দেখি ডিগবৈ থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই আহি মোক জানিবলৈ দিছিল যে, ইতিমধ্যে ঘৰ ভাঙি উচ্ছেদ কৰিবলৈ দল এটা আহি থানা পাইছে। উপায়ুক্তৰ কড়া হুকুম যে, কালিলৈ ৰাতিপুৱাই ঘৰ ভাঙিবই লাগিব। চিন্তা নকৰিবলৈ অনুৰোধ জনাই তেখেতক বিদায় দিছিলোঁ।

১ জানুৱাৰী তাৰিখে ৰাতিপুৱা ঘৰ ভঙ্গা মানুহ আহি দেখিলে যে, তাত কোনো ঘৰ নাই। ঠাইডোখৰ মুকলি হৈ পৰি আছে। সিদিনাখনেই ৰাতিপুৱা ১০ টাৰ ভিতৰতেই কমিটিৰ সদস্যসকলক আৰু মণ্ডলক লগত লৈ দোকানীসকলে আগতে দখল কৰা মাটিৰ সমানুপাতিক

ভাবে প্ৰত্যেকৰ নামে নামে মাটিৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰি আঁকি লোৱা নক্সাসহ, মই সিদিনাখনেই দুপৰীয়াৰ বেলেৰে গৈ, উপায়ুক্তক লগ ধৰি, তেখেতৰ অনুমোদন লৈ, গধূলিৰ গাড়ীত ঘূৰি আহিছিলোঁ। মই গৈ পোৱাৰ লগে লগে উপায়ুক্ত চুলতান চাহাবে দুই চাৰিটা কথা সুধিয়েই নক্সাত অনুমোদন জনাইছিল। তেখেতৰ কথা আৰু ব্যৱহাৰৰ দ্বাৰা আমাৰ কামত সন্তুষ্ট হোৱা বুলি বুজিব পাৰিছিলোঁ। ২ জানুৱাৰী তাৰিখে ৰাতিপুৱাৰ ভাগতে উক্ত অনুমোদিত নক্সা অনুসৰি সকলোকে মাটি জুখি ভগাই দিয়া হ'ল। কোনো চিন্তা বা কষ্ট নকৰাকৈ দুদিনৰ ভিতৰতেই মাটি পোৱাত দোকানীসকল বৰ সন্তুষ্ট হৈছিল। তেওঁলাকে নিজে নিজে দুটকাৰপৰা আঠ অনালৈ চান্দা তুলি আমি ডিব্ৰুগড়লৈ অহা-যোৱাৰ খৰছ দিছিল।

এনে ধৰণৰ বহুতো কাম কৰাৰ উপৰিও ডিগবৈ কংগ্ৰেছ-পঞ্চায়ত ব্যক্তিগত বাদ বিবাদৰো আপোচ মীমাংসা কৰি দিয়াত সফল হৈছিল। বিবাদমান দুই পক্ষই পঞ্চায়তৰ সিদ্ধান্ত মানি ল'ব বুলি লিখিত প্ৰতিশ্ৰুতি দিলেহে কংগ্ৰেছ-পঞ্চায়তে বিচাৰ হাতত লৈছিল। এই বিচাৰত কোনো জৰিমনা বা শাস্তিৰ কথা নাছিল। সত্য-ভিত্তিক আপোচ মীমাংসা কৰাই ইয়াৰ একমাত্ৰ উদ্দেশ্য আছিল। বাদী-বিবাদী উভয় পক্ষৰপৰা এটকা চাৰি অনা মুচুলুকা লোৱা হৈছিল। ইয়াৰ পৰা পঞ্চায়তৰ সদস্য, বাদী বিবাদী সাক্ষীবাদীৰেসৈতে উপস্থিত থকা সকলোৰে তামোল-পাণ আৰু চাহৰ খৰচ হৈ গৈছিল। কেতিয়াবা কেতিয়াবা আকৌ উভয় পক্ষই মিলি বেলেগে চাহ মিঠাই খুৱাই, তেওঁলোকৰ সন্তুষ্টি প্ৰকাশ কৰিছিল। ডিগবৈ কংগ্ৰেছৰ বাহিৰে এনেধৰণৰ পঞ্চায়তী ব্যৱস্থা অসমত কোনো কংগ্ৰেছ কমিটিৰ নাছিল।

## এ.ও.চি. লেবাৰ ইউনিয়নৰ বোনাচ দাবী আৰু ইণ্ডাষ্ট্ৰিয়েল ট্ৰিব্যুনেলৰ ৰায়

### (১) বছৰি পাঁচ মাহৰ দৰমহা বোনাচ দাবী :

১৯৫৫ চনৰ ১৪ জুলাই তাৰিখে এ.ও.চি. লেবাৰ ইউনিয়নে ১৯৫১, ১৯৫২ আৰু ১৯৫৩ চনৰ কাৰণে প্ৰতিবছৰে ৫ মাহৰ দৰমহা বোনাচ হিচাপে পাবলৈ দাবী কৰিছিল। কোম্পানীয়ে বছৰি ৩ মাহকৈ দিবলৈ ৰাজি আছিল। কিন্তু ইউনিয়নে ৫ মাহৰ কাৰণে খুটি পুতি বহিলত ৰিজিওনেল লেবাৰ কমিচনাৰে মধ্যস্থতা কৰি ২২-৯-৫৪ আৰু ২২-৮-৫৫ তাৰিখে আলোচনা চলাইছিল। মধ্যস্থতাকাৰীয়ে বছৰি ৪ মাহৰ বোনাচ মানি ল'বলৈ কৈছিল। ইউনিয়নে মানি লৈছিল কিন্তু কোম্পানীয়ে অস্বীকাৰ কৰিছিল।

আপোচ আলোচনা বিফল হোৱাত ২৪-৬-৫৫ তাৰিখে ভাৰত চৰকাৰে গেজেট যোগে তলৰ হুকুমটো দিছিল।

**GOVERNMENT OF INDIA**
**MINISTRY OF LABOUR**

Dated New Delhi the 24-6-55

**Order**

No. L.R. 3 (66) 54 WHEREAS the Central Government is of opinion that the Industrial Dispute exists between the employees in relation to the

Assam Oil Company Limited, Digboi and their workmen in respect of bonus for the year 1951, 1952 and 1953.

And WHEREAS the Central Government considers it desirable to refer the said dispute for adjudication.

Now THEREFORE, in exercise of the power confered by clause (C) of subrection (I) of section 10 of the Industrial Dispute Act 1947 (XIX of 1947), the Central Government hereby refers the said dispute for adjudication to the Industrial Tribunal at Dhanbad, constituted under section 7 of the said Act.

Sgd./-
(R.S. Easwaran)
Under Secretary

১৯৫৬ চনৰ ১৯ মে' তাৰিখে ভাৰত চৰকাৰৰ গেজেটত উক্ত ট্ৰিব্যুনেলৰ ৰায় প্ৰকাশ হৈছিল। "...............I award four months basic wages as bonus for the year 1951. No bonus awarded for the year 1952 and 1953. The bonus already paid by the Company for the year 1952 and 1953 at the rate of two months basic wages is not to be recovered from the workmen.

Sgd/- P.S. Bindra, Chairman
Central Government, Industrial Tribunal, Dhanbad
(No. L.R. 3 (66) / 54
R.C. Saksena, Under Secretary

## ইউনিয়ন কোম্পানীৰ আদৰ্শমূলক চুক্তি

ইয়াৰ পাচত প্ৰামাণিক ডিগবৈত নথকা অৱস্থাত ১৯৫৭ চনত ইউনিয়নৰ সভাপতি উপেন্দ্ৰ নাথ ভূঞাই আগ ভাগলৈ কোম্পানীৰ মেনেজমেণ্টৰ লগত আপোচ-আলোচনাৰে ১৯৫৪, ১৯৫৫, ১৯৫৬, ১৯৫৭ আৰু ১৯৫৮ চনৰ কাৰণে বছৰি তিনি মাহৰ বোনাচ চুক্তি স্বাক্ষৰ কৰিছিল। মোৰ বোধেৰে আদৰ্শৰ ফালৰপৰা এই চুক্তি সুদূৰ প্ৰসাৰী আছিল। তেতিয়ালৈকে প্ৰামাণিকৰ নেতৃত্বত আলোচনাৰ মাধ্যমত কোনো দাবী সমাধান কৰাৰ নজিৰ নাছিল। বৰং কোম্পানী আৰু ইউনিয়নৰ সম্বন্ধ অহি-নকুলৰ সম্বন্ধত পৰিণত হৈছিল। আগৰ সকলো তিক্ততা গুচাই, ইউনিয়ন আৰু কোম্পানীৰ মাজত সহযোগিতা আৰু অংশীদাৰৰ মনোভাৱ গঢ়ি তোলাত এই চুক্তি সহায়ক হৈছিল।

১৯৩৮ চনৰপৰা ১৯৫৬ চনলৈকে এই সুদীৰ্ঘ সময় চোৱাৰ তিক্ত সম্বন্ধৰ ওৰ পেলাই প্ৰথমবাৰৰ কাৰণে কোম্পানী আৰু ইউনিয়নৰ মাজত পৰস্পৰ বুজাবুজিৰ মনোভাবেৰে মধুৰ সম্বন্ধ স্থাপন কৰিছিল এই চুক্তি সম্পাদনৰ প্ৰক্ৰিয়াই। ইয়াৰেই স্মাৰক হিচাপে কোম্পানীয়ে নিজৰ ফালৰ পৰাই স্বেচ্ছাই আৰু অতিৰিক্ত এমাহৰ বোনাচ ঘোষণা কৰিছিল। চুক্তিৰ প্ৰতিলিপি তলত দিয়া হ'ল।

## AGREEMENT

Resolved on 26th February 1957 between on the one hand the Assam Oil Company Limited hereafter known as 'the Company' and on the other hand their workmen represented by the Assam Oil Company Labour Union here in after called 'the union'.

1. The objects of this agreement are to settle the outstanding dispute in respect to bonus and to promote industrial peace. The Company and the Union therefore agree to withdraw jointly all references and disputs in connection with bonous demands pending before any court or Tribunal. They also undertake not to make any new reference or raise or continue any dispute of bonus for the year 1954 to 1958 inclusive before Court, Tribunal or the Government as by these presents all claims in respect of bonus for each of the year 1954 to 1958 inclusive have been fully satisfied amicably out of Court.

2. The Company agrees to pay three months basic pay as bonus to such employees as qualify under the rules herein after shown for each of the years 1954 to 1958 inclusive two months bonus has already been paid for 1954 and one month for 1955. The balance to be paid for three years. Therefore, in one month for 1954 and two months for 1955.

3. To make the signing of this first long term Agreement on bonus the Company further agrees to pay ex-gratia one month basic pay as bonus.

4. The Company further agrees that the balance payments in respect of the year 1954 and 1955 and the ex-gratia one month's bonus will be paid in 1957. The ex-gratia one month's bonus will be calculated on the bonus of the 1955 paid in order to expedite payment. The Company agrees that the two months balance for 1955 and one month ex-gratia bonus will be paid by 21st March, 1957.

5. The Company further agrees that the balance of one month bonus for 1954 will be paid by 21st April 1957.

6. The Company further agrees that the three months bonous due for 1956 will be paid between the Puja in 1957.

7. The Company furhter agrees that the three months bonous for 1957 and 1958 wil be paid before Puja in 1958 and 1959 respectively.

8. The Company further agrees that to all employees and ex-employees other then 'Contractors' and 'Executives' staff who have worked more then thirty days but less then sixty days in the period from January 1955 to the date of signing this agreement wil be paid an ex-gratia payment equal to half one months basic pay, and to those who worked 60 days or more days in the same period an ex-gratia bonous payment equal to one months basic pay. Such employees should individually apply to Labour Superintendent after the main payment on 21st March 1957.

9. It is further agreed that the rules of payment shall be as folows—

(1) Bonus wil be payble to a employee who are not 'Covenanted' or 'Executive'.

(2) A Wokmen who is dismissed for misconduct Involving financial loss to the Company wil not be entitted to bonous.

(3) A Workmen who has worked less than 60 days in the year but more than 30 days shall get at half the aforesaid rate.

(4) A workmen who has worked 30 days or less in the year shall get no bonous.

Sgd. D.c. Robertson
for the Assam Oill Company Limited

Sgd. U.N. Bhuyan
for the Assam Oil Company, Labour Union

Witness
Sgd. (1) N.S. Swan
Sgd. (2) G.S. Robertson

Witness
Sgd. (1) S.B. Biswas
Sgd. (2) A. B. Bhattacharjee

Signed this the 26th day of February 1957 at Digboi Assam.

## আন এখন স্মৰণীয় চুক্তি

১৯৬১ চনত সুধীন্দ্ৰ প্ৰামাণিক কিছুদিন ডিগবৈ এৰি কলিকতাত আছিল। সেই সময়তে কোম্পানী আৰু ইউনিয়নৰ মাজত আলোচ-আলোচনাৰ মাধ্যমেৰে নীতিৰ ফালৰপৰা এখন উৎকৃষ্ট চুক্তি হৈছিল। তলত চুক্তিখন দিয়া হ'ল। এইবাৰো প্ৰামাণিক নাছিল।

## AN AGREEMENT

Agreement made and entered in to this Third day of September, One Thousand Nine Hundred and Sixtyone by and between the Assam Oil Company Limited (here in after referred to as the 'Company'), the party of the First part and the Assam Oil Company Labour Union (herein after referred to as the 'Union'), party of the Second Part.

### 1. PREAMBLE TO THE AGREEMENT

It is the intention and purpose of the parties hereto to promote and improve industrial relations between the Company and its employees and to establish a basic understanding relative to wages rates (wage rate here means basic wages only) and of means for the amicable adjustments of all disputes in connection with wage rates.

The Agreement has been negotiated by the party of the First Part and the party of the Second part and has provided new method of procedure. Now, therefore, in consideration of the above and of the future mutual benifits and advantages to be derived there upon the parties hereto

mutually agree as follows.

## II. ARTICLES OF THE AGREEMENT

1. The purpose of this Agreement is to establish equitable and mutually agreed wages based on Job Evaluation.

2. For achieving the above objectives the company and the union agree to encourage the highest possible degree of friendly Co-operative relationship between their respective representatives at all levels and with and between all employees. Both parties believe that this relationship must be based on full understanding of and regard for the respective rights and responsibilities of both the company and the union.

3. The Company and the union shall be bound by the Agreement for a full period of three years from 1st July. 1961 to 30th June, 1964. Thereafter, this Agreement shall continue in effect until amended by mutual agreement or terminatted by either party by wirtten notice of at least two calendar months to the other party. The basis of future job classification will, however, remain the same i,e, based on Job Evaluation.

4. The company shall pay wages at ratio in acordance with the wage schedule, prepared on the basis of Job Evaluation done by the joint Evaluation Committee composed of representatives of both the company and the union and agreed to and accepted by both the parties.

The wage schedule in respect of the Main and clerical Programme jobs are given separately in Annexure 'A' to this Agreement.

(a) The wage scale of any job shall be the wage scale of the grade intc which the job fits.

(b) The job descriptions rating and the gradings for jobs in existence shall not be altered during the term of this agreement unless the job content changes consierably as a result of a major change in the job character (see page 5)

5. If and when a new job is created or job content of any of the existing jobs changes considerably warranting a re-evaluation, the grading of that job wiii be established or modified as the case may be, by the method of job Evaluation to be done by the joint Evaluation Committee and the Job. will then be fitted in to the appropriate scale in the wage schedule.

6. On the introduction of these revised wage scales each workman will be placed in the appropriate grade as shown in Annexure 'B' read with Annexure 'A' where relevant and the wage scale applicable to that grade.

7. The company agrees that no permanent workman shall be adversely affected financially as a result of re-classification. Workmen, whose existing basic wage scale is higher than the maxima of the revised wage scales applicable to them under the new wage schedule, will continue in the existing scales on a personal basis both in regard to increment and maxima

but new entrants and promotees will be governed by the revised wage scales as given in Annexture 'A', This will apply to the artisan jobs also where an artisan can move from a lower grade to an existing higher grade on the basis of passing the trade test. Only artisans in the employment of the company who were engaged prior to this Agreement will enjoy this privilege.

8. The Job Evaluation programmes have shown the need to change the Job titles of a number of Jobs. The joint Evaluation Committee, after careful consideration, agreed on revised Job titles and these are shown in annexure 'C' to the Agreement.

9. As a result of the instalation of the Job evaluation Programme, certain allowances will lose their significance and there will, therefore, be withdrawn. A list of there allowances is given in Annexure 'D'.

Some of the existing allowances applicable to the employees of the company will, however, not be affected by the Job Evaluation Programme. Such allowances will continue as at present but will be subject to amendment from time to time. A list of such allowances is given in Annexure 'B' of the Agreement.

## III. SCOPE OF THE AGREEMENT

As a result of the implimentation of the Programme and in accordance with Article 3 of the agreement there will be a standing joint evaluation committee consisting of two members from the Management and two members from the union. With the labour superintendent or his representative sitting on the non-voting chairman. Whenever a new job is created or an existing job changes in job content, the joint Evaluation Committee will study this job and recommend its place in the wage schedule. Requests for the revieve of a job may be made by the Management or the union. For this purpose the procedure laid down below will be followed.

(a) Each job will be analysed into 13 factors, if the job comes within the purview of the main programme and into 8 factors if the job comes within purview of the clerical programme. The factor and degree tables for the two programme are given in Annexure 'F' to this Agreement.

(c) The chairman of the joint Evaluation Committee will explain job description and characteristic and guide the members in rating the jobs. Efforts will be made to get an agreement of views by free discussion and field inspection if necessary, prior to voting. The members of the joint committee will determine the demand for each of the factors for the satisfactory performance of the jobs in terms of degree given in the tables for the respective Programme.

(d) The average degree against factors rated by the voting members of the committee will be converted into point scores and the total compared with the value of parallel or similar jobs already on the wage schedule. A

re-valuation, if necessary, will be made to fit the job in the proper grade consistent with justice and equality.

(f) A job will be fitted in the wage-schedule on the basis of its final value thus determind and after approval by the Management.

If at any time a job is degraded as a result of re-evaluation, a workman in that job will continue to receive his current wages but the excess over the maximum wages in is grade will be treated as his personal pay. If and. when he his promoted to higher grade jobs this personal pay will disappear. His successor will not get the personal pay but only the wage rates for the job as fixed after revision.

***N.B. :*** It is my presumtion that 'b' and 'e' are dropped due to overight.

## A GESTURE

As a gesture of good will and to mark the signing of the first long term agreement or wage structure, the company agrees to give each workman on special increment in the scale applicable to him along with this Agreement. This increment will be in addition to the normal annual increment already given.

However, those premanent workmen placed on a grade in the new wage schedule, which is lower than their present scale only. This special increment will not apply to them if they are on the maximum of their present scales.

Sd/ L. Baird
Sd/ Prahlad K. Baruah

for THE ASSAM OIL CO. LIMITED

Witness
1. Sd/ N. N. Borah
2. Sd/ A. K. Misra

Sd/ S. M. Hussain
Sd/ N. B. chetri
Sd/ P.C. Bhattacharjee
for THE ASSAM OIL CO. LABOUR UNION

Witness
1. Sd/ B. K. Rajkhowa
2. Sd/ R. N. Chakraborty

Signed this third day of september, One thousand nine Hundred and sixty one at Digboi, Assam.

বিঃদ্রঃ—এই চুক্তি সম্পাদনত ডাঃ প্ৰহ্লাদ কুমাৰ বৰুৱাৰ ভূমিকা বিশেষ প্ৰণিধান যোগ্য আছিল।

## —বিধায়ক—

## ডিগবৈ সমষ্টি

১৯৫৭ চনত ডিগবৈ সমষ্টিৰপৰা অসম বিধান সভালৈ বিধায়ক নিৰ্ব্বাচিত হৈছিলোঁ। তেতিয়া মাকুম, বুঢ়ীদিহিং আৰু টিৰাপ মৌজা লগ লাগি ডিগবৈ সমষ্টি আছিল। ১৯৫২ চনত এই সমষ্টিত দুজন বিধায়ক আছিল। এজন জনজাতিৰ প্ৰতিনিধি যাদৱ চন্দ্ৰ খাখলাৰী আৰু আনজন মজদুৰ প্ৰতিনিধি দলবীৰ সিং লোহাৰ। ১৯৫৭ চনত সমষ্টিটোৰ পৰিধি একেই আছিল কিন্তু বিধায়ক দুজনৰ ঠাইত এজন হৈছিল।

## বিধায়কৰ প্ৰথম কৰ্ত্তব্য

বিধায়ক হোৱাৰ পাচতেই মোৰ সমষ্টিৰ সকলো গাওঁ-ভুঁই নিজে গৈ চাই, মানুহৰ লগত চা-চিনাকি হৈ, প্ৰকৃত অভাৱ অভিযোগৰ ভু লোৱাটো মোৰ একান্ত আৰু প্ৰথম কৰ্ত্তব্য বুলি ভাবিছিলোঁ। প্ৰথমতে মাৰ্ঘেৰিটা-পেঙেৰীৰ মাজৰ জনজাতি বসতি অঞ্চলটো ফুৰিবলৈ মন কৰিলোঁ। এই অঞ্চলটো প্ৰধানতঃ দুৱনীয়া, ফাকিয়াল আৰু প্ৰাক্তন চাহ শ্ৰমিকৰ বসতি স্থল। জনজাতি সকল বৌদ্ধ ধৰ্ম্মৰ মানুহ। এই অঞ্চলটোৰ বিষয়ে মোৰ সম্যক ধাৰণা নাছিল। সেয়ে মোক চিনাকি কৰি দিবলৈ এজন মানুহৰ আৱশ্যক হৈছিল আৰু সেই মানুহজন আছিল বীণাপাণি বৰুৱা।

## বীণাপাণি মানুহজন

ডিগবৈত বীণাপাণি বৰুৱা এজন বৌদ্ধ ধৰ্ম্মী বঙালী মানুহ আছিল। এই পৰিয়ালটো চট্টগ্ৰামৰপৰা উদ্বাস্তু হৈ ডিগবৈলৈ আহিছিল। মানুহজন মোৰ ভাইৰ নিচিনা হৈ পৰিছিল। মোক দাদা আৰু পৰিবাৰক বৌ বুলি মাতিছিল। ল'ৰা-ছোৱালী বোৰকো নিজৰ ভতিজাকৰ নিচিনা জ্ঞান কৰিছিল। তেওঁৰ মানত মোৰ ঘৰখনৰ বাহিৰ-ভিতৰ একো নাছিল। মানুহজন অতি দুখীয়া আছিল। তিনিটা ল'ৰা, তিনিজনী ছোৱালী আৰু পৰিবাৰেৰে সৈতে টোপলা বস্তিৰ মহেন্দ্ৰ চন্দৰ তেনেই সাধাৰণ দুটা কোঠাৰ ঘৰ এটা ভাড়া লৈ, দিন কটাইছিল। তেওঁৰ আৰু তেওঁৰ সততাৰ কাৰণেই বোধহয় ল'ৰা-ছোৱালীবোৰ ভাল হৈছে। ডাঙৰ ল'ৰাটোৱে অসম মেডিকেল কলেজৰপৰা এম. বি. বি. এচ. পাচ কৰি ডাক্তৰ হৈ, বৰ্ত্তমান ত্ৰিপুৰাৰ আগৰতলাত চাকৰি কৰি আছে। মাজু ল'ৰাটো মেডিকেল ৰিপ্ৰেজেণ্টিটিভ আৰু সৰুটোৱে কিবা এটা ব্যৱসায়ী প্ৰতিষ্ঠানত ভাল চাকৰি কৰি আছে। ছোৱালী তিনিজনীৰ সৰুজনী ঢুকাইছে। বাকী দুজনীক বেচ সুখী পৰিয়ালতেই বিয়া দিছে। ল'ৰাবোৰে ডিব্ৰুগড়তে নিজা মাটি-ঘৰ কৰি নিগাজী হৈছে। ল'ৰা-ছোৱালীবোৰে মোক 'জেঠা মশায়' আৰু পৰিবাৰক 'জেঠী মা' বুলিছিল।

মানুহজন বৰ নিঃকিন, দুখীয়া হ'লেও কোনো দিন কাৰো আগত নিজৰ দুখৰ কথা নকৈছিল। সদায় হাঁহি মুখে আনন্দ মুখৰ হৈ আছিল। দুখত থাকিলেও কাকো ভিক্ষা কৰা নাছিল। জনজাতি লোক সকলৰ বৰ আদৰৰ আৰু বিশ্বাসৰ লোক আছিল। সাধাৰণতে ডিগবৈৰপৰা আয়ুৰ্বেদী দৰব কিনি নি গাৱঁত বিক্ৰী কৰিছিল আৰু গাৱঁৰপৰা তামোল-পাণ আদি কিনি আনি নগৰত বিক্ৰী কৰিছিল। তেওঁৰ দৰবত হেনো মানুহে, বিশেষকৈ তিৰোতাসকলে বৰ উপকাৰ পাইছিল। সেয়ে তেওঁক গাৱঁৰ প্ৰায় মানুহে 'কবিৰাজ বৰুৱা' বুলি মাতিছিল। বৌদ্ধ ধৰ্ম্মী জনজাতি সকলৰ তেওঁ অতি অন্তৰৰ মানুহ আছিল আৰু সময়ত উপযাচি, যেয়ে যি পাৰে, সহায় কৰিছিল। তামোল তেওঁৰ বৰ প্ৰিয় আছিল। আমাৰ ঘৰৰ সকলোৱে তেওঁক 'তামুলী বুঢ়া' বুলিয়েই জানিছিল।

মোৰ লগত প্ৰথম বাৰৰ কাৰণে গাৱঁত ঘূৰি দিবলৈ মই 'তামুলী বুঢ়াক' খাটনি ধৰিছিলোঁ। তেওঁ অতি আনন্দেৰে মান্তি হৈ, দুৰ্গা পূজাৰ পাচতহে ফুৰিবলৈ ভাল হ'ব বুলি কৈছিল। কাৰণ গাৱঁত ফুৰিবলৈ কোনো বাটপথ নাছিল। পথাৰৰ মাজে মাজে বাৰিষা বোকা পানী ভাঙি যাবলৈ বৰ কষ্ট হ'ব। মই আকৌ গাৱঁৰ প্ৰকৃত অভাৱ-অভিযোগ বুজি পাবলৈ সুচল হ'ব বুলি ভাবি, বাৰিষাতেই ফুৰিবলৈ মন কৰিছিলোঁ।

## ভ্ৰমণ আৰম্ভ

তেতিয়া মাৰ্ঘেৰিটালৈ ৰেলগাড়ীৰ বাহিৰে আন পৰিবহনৰ ব্যৱস্থা নাছিল। গধূলি গৈ মাৰ্ঘেৰিটা পালোঁ। মৌজাদাৰ চৌকেন গোহাঁইৰ ঘৰতে চাহ-জলপান খাই লৈ, গধূলি কেটেটেং বুলি ৰাওনা হলোঁ। ওপৰত বৰষুণ, তলত বোকা, ৰাতি এন্ধাৰ। তেনেদৰে গৈ ২ নং আলুবাৰীৰ আব্দুল মুনাফক মাত লগাই ৰাতি ৮।৯ মান বজাত কেটেটেঙৰ কুমগীটাং দুৱনীয়াৰ ঘৰ পালোঁ। ৰাতি কোনফালে কেনেকৈ গ'লো, মই তাৰ একো উৱদিহ নাপালোঁ। কেৱল বৰুৱাক অনুসৰণ কৰি বোকা ভাঙি, মাজে মাজে বাঁহৰ সাঁকোৰে জুৰি-জান পাৰ হৈছিলোঁ। গাৱঁৰ এই মানুহবোৰে বাট ঘাটৰ অভাৱত পোৱা কষ্টৰ পৰিমাণ সম্পৰ্কে মই বাস্তৱ অভিজ্ঞতা লাভ কৰিছিলোঁ।

এম. এল. এৰ নিচিনা 'ডাঙৰ মানুহ' বাৰিষা বৰষুণৰ বতৰত, আন্ধাৰ ৰাতি এনেদৰে তিতি বুৰি, বোকা-পানী ভাঙি, গাৱঁৰ ৰাইজৰ খবৰ ল'বলৈ অহাত ৰাইজে বিস্ময় মানিছিল আৰু বোধহয় তেওঁলোকৰ অন্তৰ উজাৰি মোৰ ওপৰত মৰম ঢালি দি, আশীৰ্বাদ দিছিল। গাৱঁত কথাটো তৰিৎ বেগে প্ৰচাৰ হৈছিল। লগে লগে গাৱঁৰ মুখীয়ালসকল কুমগীটাং দুৱনীয়াৰ ঘৰলৈ আহি, মোৰ কাষতে জুহালৰ চাৰিওফালে বহি, নানা ধৰণৰ গল্প-গুজব আৰু ঘৰুৱা আলোচনা কৰিছিল। সিদিনাখন প্ৰথম পৰম তৃপ্তিৰে 'টোপোলা ভাত' খাইছিলোঁ। পিচদিনাখন ৰাতিপুৱাই কুমগীটাং দুৱনীয়াই মোক ইনথং ডিবঙৰ গাওঁবুঢ়া নৰেশ্বৰ নিংদাৰ ঘৰলৈ লৈ গৈছিল। তেখেতসকলৰ লগতেই গাওঁখন ঘূৰি, ৰাইজক লগ পাইছিলোঁ। দুপৰীয়াৰ সাজ কেটেটেঙত খাই আবেলি কুমগীটাং দুৱনীয়াৰ লগতে বৰ ফাকিয়াললৈ গৈ, ৰাতি আইচেংয়ত ফাকেৰ ঘৰত আছিলোঁ। ৰাইজক লগ পাই পিচদিনাখন ৰাতিপুৱা বাঁহবাৰীলৈ গৈ মুকুতগাম দুৱনীয়া আৰু আইলেকে খামতিৰ জৰীয়তে ৰাইজক লগ ধৰি, আবেলি খামান পথাৰলৈ গৈ, ধনীৰামৰ ঘৰত আলহী হৈছিলোঁ। ধনীৰাম প্ৰাক্তন চাহ বনুৱা আছিল। পিচদিনাখন ৰাতিপুৱা ঘূৰি আহি মানমৌ মুখৰ গাওঁবুঢ়া আইচাখাং গোহাঁইৰ ঘৰত উঠিছিলোঁ। তেখেতৰ আদৰক নেওচিব নোৱাৰি সিদিনা দিনে-নিশাই তেখেতৰেই আলহী আছিলোঁ। তেখেতে অঞ্চলটোৰ বহু কথাই মোক কৈছিল। তাৰপৰা পাংনালৈ গৈ উমবন গামৰ ঘৰত থাকি, পিচদিনাখন নংলোই গাৱঁলৈ গৈ, বিজয়





হাজৰিকাৰ আলহী হৈছিলোঁ। ৰাতি হাজৰিকাৰ শহুৰেক, বুঢ়ীদিহিং মৌজাৰ মৌজাদাৰ উত্তৰা গোহাঁইৰ লগত অঞ্চলটোৰ বিষয়ে আলোচনা কৰিছিলোঁ। হাজৰিকাই মোক লং গাৱঁলৈ লৈ গৈ তাৰ ৰাইজৰ লগত আলোচনা কৰিবলৈ সুবিধা কৰি দিছিল। লং গাৱঁৰ মৃগেন দুৱৰীয়া, মণীন্দ্ৰ দুৱৰীয়া, লাজুম লণ্ডে ৰাইজৰ অভাৱ-অভিযোগবোৰৰ কথা কৈছিল। লং গাৱঁৰপৰা আকৌ নংলাই হৈ গধূলি উলুপ গাৱঁৰ গোবিন্দ গগৈৰ ঘৰত উঠিছিলোঁ। তেওঁলোকৰ বিধায়কজনে এনেদৰে বোকাপানী ভাঙি, ৰাতি গৈ গাওঁ ওলোৱাত ৰাইজে মোক ক'ত থ'ব ক'ত নথ'ব কৰিছিল। ৰমাকান্ত গগৈ গাওঁবুঢ়াকে ধৰি গাৱঁৰ প্ৰায়বোৰ মানুহ গোবিন্দ গগৈৰ ঘৰ পাইছিলহি। গগৈৰ ডাঙৰ ল'ৰা মোৰ এসময়ৰ ছাত্ৰ ফনী গগৈয়ে 'চাৰ'ৰ কাৰণে মাছ বিচাৰি ৰাতিয়েই ওচৰতে উলুপ নৈখনলৈ গৈ পাতি থোৱা জুলুকী চাই এটা ডাঙৰ শিলঘৰীয়া মাছ লৈ আহিল। মাছটোৱে মোৰ সন্মান বঢ়াইছিল—মই হেনো সুপুৰুষ, ভাগ্যবান। সেয়েহে বহুদিনৰ মূৰত এনেহেন ডাঙৰ মাছ এটা আজি পাইছিল। ৰাইজৰ লগত বহু ৰাতিলৈকে গল্প গুজৱ কৰি, ৰাতিটো কটাই পিচদিনাখন এনথেমলৈ গৈছিলোঁ। এনথেমৰ গাওঁবুঢ়া উবন গামক লগত লৈ এনথেম বৌদ্ধ বিহাৰলৈ গৈছিলোঁ। গাৱঁৰ ৰাইজ তাতেই গোট খাইছিল। ডেকা লখেশ্বৰ দুৱৰীয়াই ৰাইজক মাতি দিয়াত সহায় কৰিছিল। বৌদ্ধ বিহাৰৰ ভিক্ষুজন এজন অভিজ্ঞ, বয়সস্থ, উদাৰ লোক আছিল। সেই অলপ সময়ৰ ভিতৰতে বহুতো নজনা কথা জানিছিলোঁ। জনসেৱাত ব্ৰতী হৈ থাকিবলৈ যাতে মই শক্তি আৰু প্ৰেৰণা পাওঁ, তাৰ কাৰণে তেখেতে প্ৰাৰ্থনা কৰিছিল আৰু মোকো আশীৰ্ব্বাদ দিছিল। মই যোৱা খবৰ পাই এনথেম মোলাং গাৱঁৰ দুবেন দুৱৰীয়া আহি, মোক লগ ধৰি, ৰাতি তেখেতৰ ঘৰলৈ লৈ গৈছিল। তাতে ওচৰ চুবুৰীয়া ৰাইজক লগ পাইছিলোঁ। হৰেণ মামজে আৰু দুবেন দুৱৰীয়াৰ পুতেকহঁতে ৰাইজক মাতি আনিছিল। তাৰপৰা এনথেম ৰিতু পথাৰলৈ গৈছিলোঁ। ৰিতু পথাৰৰপৰা ঘূৰি আহি ৰাতি দুবেন দুৱৰীয়াৰ ঘৰতে থাকি, পিচদিনাখন আবেলি পেঙেৰীলৈ আহি, হৃদয়ানন্দ কাকতিৰ ঘৰত ৰাতিটো কটাই, পিচদিনাখন ৰাতিপুৱা ৯ মাইল বাট খোজ কাঢ়ি আহি ডিগবৈ পাইছিলোঁ।

## বুঢ়ীদিহিং মৌজা ভ্ৰমণ

দুসপ্তাহমানৰ পাচতেই বুঢ়ীদিহিং মৌজাৰ মিহলি ৰিতু গাৱঁৰ ফটিক দহোটীয়াক লগতলৈ বুঢ়ীদিহিং মৌজাখন ইমূৰৰপৰা সিমূৰলৈ ঘূৰিছিলোঁ। ডিগবৈৰপৰা ৰেলেৰে ডুমডুমালৈ গৈ তাৰপৰা খোজ কাঢ়ি, টঙনা চাহ বাগিচা হৈ আবেলি বিশ্ৰামপুৰ পাইছিলোঁ। তাত ৰাইজক লগ পাই ৰাতি গৈ সোণজান গাৱঁত আছিলোঁ। এনেদৰে প্ৰায় সকলো গাৱঁলৈকে গৈছিলোঁ। য'তে দুপৰীয়া হৈছিল তাতেই কাৰোবাৰ ঘৰত'

ৰাতিৰ সাজ খাই, থাকি, ৰাইজক লগ পাইছিলোঁ। এনেদৰে ক্ৰমে নৱজ্যোতি, বৰ দিবাক, কৈলাশপুৰ, ৰতনী, তিনআলি নগাওঁ, নামহোলং, লিটং, ৰাথে, হাতীগড় হৈ ৭ দিনৰ মূৰত হাতত জোৰলৈ, হাবিৰ মাজে মাজে বোকা ভাঙি, ফটিক দহোটীয়াক অনুসৰণ কৰি, ৰাতি ৯ মান বজাত গৈ মহঙৰ পিলিকা মৰাণৰ (গাওঁবুঢ়া) ঘৰ পাইছিলোঁ। গাওঁবুঢ়াই বৰ আথে বেথে ভৰি ধুবলৈ গৰম পানী আনি দিছিল। মেজ আৰু চকি এখনো পাইছিলোঁ। এই কেইদিনৰ মূৰত প্ৰথম তেল-সম্ভাৰ দিয়া দাইল আৰু ভজা কাৰৈ মাছ খাবলৈ পাই মোৰ অনুসন্ধিৎসা বাঢ়িছিল। কাৰণ মই যোৱা ৭ দিন খোৱাবোৱা, থকা, মৰাণ মানুহৰ ঘৰতেই কৰিছিলোঁ। মৰাণসকলে সাধাৰণতে মাটিত ধান-খেৰ পাৰি বিচনা কৰিছিল। তেল বা কোনো মচলা ব্যৱহাৰ নকৰিছিল। প্ৰকৃততে তেল-মচলা বিহীন সিদ্ধ বস্তু খাইছিল। মই এই কেইদিন তেখেতসকলৰ লগত খাই কিবা বেলেগ এটা তৃপ্তি পাইছিলোঁ। পিলিঙা মৰাণৰ ঘৰত তাৰ বিপৰীত দেখি স্বাভাৱিকতে কাৰণ জানিবলৈ মোৰ ইচ্ছা হৈছিল। কাৰণ সোধাত মৰাণে মোক কৈছিল যে, তেখেত হেনো ১৪ বছৰ বয়সতেই ঘৰৰপৰা পলাই গৈ কলিকতা, কাশী, দিল্লী আদি ঠাইত চাৰি বছৰ কাল কটাই ঘূৰি আহিছিল। এই সময় চোৱাত তেখেতে নানা ঠাইত নানা ধৰণেৰে খাই অভ্যস্ত হোৱাত, এতিয়া তেল-মচলা নহ'লে খাই ভাল নাপাইছিল। সেয়ে তেখেতৰ ঘৰত এই ব্যৱস্থা। পিচদিনাখন মহঙৰপৰা ক্ৰমে দুবনীয়া হোলং, হোলংগুৰি, হাঁহখাতি, মইলাপুং, বৰ হোলং, বোকা পথাৰ, মিহলি ৰিতু, কলীয়াজান, কণা পথাৰ, কুজু, টেকেৰী, কঠালগুৰি, তৰাণী, শিমলুগুৰি, ডিব্ৰুজান, দুবাৰমাৰা দুবনীয়া গাওঁ, নলনী হৈ ১৪ দিনৰ দিনাখন বালিজান পাই, কণক কোৱঁৰৰ ঘৰত ৰাতি আছিলোঁ।

## সততাৰ প্ৰতিভূ কণক কোৱঁৰ মানুহজন

কণক কোৱঁৰ স্বাধীনতা যুঁজৰ এজন নিষ্ঠাবান সৈনিক আছিল। তেখেত এজন নীতি পৰায়ণ, চৰিত্ৰবান, মুক্তি যোদ্ধা আছিল। মোৰ লগত পৰিচয় হৈছিল বিধান সভাৰ নিৰ্ব্বাচনৰ আগে আগে। নিৰ্ব্বাচনলৈ আৰু কেইদিনমান থাকোঁতে, সুন্দৰ, সুশ্ৰী পুৰুষ কণক কোৱঁৰ মোৰ ঘৰলৈ আহি, কংগ্ৰেছে মোক মনোনয়ন দিয়াৰ কাৰণে সন্তোষ প্ৰকাশ কৰিছিল। তেখেতে নিজে উপযাচি দুৱাৰমাৰা চাহ বাগিচাৰ দুটা ভোট গ্ৰহণ কেন্দ্ৰৰ কাৰণে মোৰহৈ সকলো দায়িত্ব গ্ৰহণ কৰিছিল। মই তেখেতক এই দুটা কেন্দ্ৰৰ খৰচৰ কাৰণে মাত্ৰ টকা ৩০টা দিছিলোঁ। তেখেতে তাঁৰে ২০ টকা ৰাখি ১০ টকা ঘূৰাই দিছিল। নিৰ্ব্বাচনৰ পাচত এদিন আহি মোক সেই ২০ টকাৰে আকৌ ১২ টকা ৩ অনা ঘূৰাই দিছিল। অৰ্থাৎ দুটা কেন্দ্ৰত খৰচ কৰিছিল মাত্ৰ ৭ টকা ১৩ অনা। অৰ্থাৎ এটা কেন্দ্ৰত খৰচ হৈছিল ৩ টকা চৈদ্ধ অনা দুই পইচা। তেখতৰ এই সততাত মোৰ মনৰ আবেগ ৰাখিব নোৱাৰি, তেখেতক সাবট মাৰি ধৰিছিলোঁ। মই নমৰালৈকে তেখতক মনত ৰাখিম। ইমান সৎ মানুহ থকাটো আজিৰ মানুহে কল্পনা কৰা টান।



## লিডু-টিৰাপ অঞ্চল (মৌজা) ভ্ৰমণ

ইয়াৰ পাচতেই আন এক যাত্ৰাত লিডুলৈ গৈ, ৰাতি যতীন দেৰ ঘৰত আছিলোঁ। তেখেতৰ ঘৰতেই সুনীল সৰকাৰ, হেম দাস, দুৰ্গা ভট্টাচাৰ্য্য, চালিম উল্লা আদি কেইবাজনো কংগ্ৰেছ কৰ্ম্মীক লগ পাইছিলোঁ। পিচদিনাখন লিডুৰ কংগ্ৰেছ চেক্ৰেটৰী সুনীল চৰকাৰক লগত লৈ ঘূৰি, লিডুত বিধায়ক হিচাপে তৎকালিক কৰিবলগীয়া কামৰ বুজ লৈছিলোঁ। সৰকাৰে তলৰ কাম কেইটা বৰ দৰকাৰী বুলি কৈ, মোক দেখুৱাইছিল।

(১) ১৯৪২ চনৰ ২য় মহাসমৰৰ সময়ত সৈন্য বিভাগে লিডু গাওঁ, লিডু পথাৰ, শামুকজান, কলপাৰা গাওঁ আৰু চিপে গাওঁ ধাননি পথাৰ অধিগ্ৰহণ কৰি লিডুত এখন 'এৰোড্ৰোম' কৰিছিল। কিন্তু বহুত লিখা-লিখি কৰিও কোনোৱে এপইচাও ক্ষতি পূৰণ পোৱা নাছিল। এই ক্ষতি পূৰণ আদায় কৰি ক্ষতিগ্ৰস্ত মানুহবোৰক সকাহ দিয়া এটা প্ৰধান কাম।

(২) বানপানীৰপৰা খেতি পথাৰ ৰক্ষা কৰিবলৈ চিপে গাৱঁৰপৰা মোলাঙলৈ বান্ধ এটা বন্ধাব লাগে।

(৩) ১৯৪৭ চনত দেশ বিভাজনৰ ফলত পূৰ পাকিস্তানৰপৰা ভাগি আহি লিডুত বাস কৰা উদ্বাস্তুসকলে এখন প্ৰাথমিক স্কুল স্থাপন কৰি ক্ৰমে মাধ্যমিক স্কুললৈ উন্নীত কৰিছিল। এই স্কুলখনলৈ চৰকাৰে ৯০০০ (ন হাজাৰ) টকাৰ এক কালীন মঞ্জুৰীৰ কথা ঘোষণা কৰিছিল। কিন্তু চৰকাৰৰপৰা, বহু লিখা-লিখি কৰিও, এপইচাও আদায় কৰিব পৰা নাই। এই মঞ্জুৰী আদায়ৰ ব্যৱস্থা কৰিব লাগে।

(৪) লিডু, লিডু বজাৰ বস্তি, লিডু গাওঁ, শামুকজান, কলপাৰা বৰগাওঁ, চিপে গাওঁ, ১ নং কুঁহিয়াৰ বাৰী, শিঙৰী, শালিকী, পাংচেং পথাৰ, ১,২, ৩ নং মোলাং গাওঁ, টিকক চেটেলমেণ্ট এৰিয়া, বাঁহবাৰী আদিৰ কাৰণে লিডুত এটা প্ৰাথমিক চিকিৎসা কেন্দ্ৰ স্থাপন হ'ব লাগে।

(৫) লিডুৰ ওচৰৰ প্ৰাইমাৰী স্কুলবোৰৰ ঘৰৰ কাৰণে অৰ্থ মঞ্জুৰী লাগে।

(৬) লিডু-মোলাং পথ কৰিব লাগে।

এইবোৰৰ বাহিৰেও সৰু সুৰা কিছুমান অভাৱৰ কথা আছিল।

এইবোৰ চোৱাৰ পাচত ওপৰত কৈ অহা সকলৰ উপৰিও হৰিদাস ৰায়, ননী ভূষণ দে, যোগেন্দ্ৰ নাথ গগৈ, গুণকান্ত গগৈ, যোগানন্দ বৰদলৈ, ফটে মুন্সী, উপেন্দ্ৰ নাথ মিত্ৰ, ডা০ বি. কে. গোস্বামী, ডা০ অনীল চক্ৰবৰ্ত্তী, মণিকান্ত গগৈ, চিকুৰী মিস্ত্ৰী, কৃষ্ণ কান্ত বড়া, ডিম্বেশ্বৰ গগৈ, উপেন্দ্ৰ বাউৰী, সোণাৰাম গগৈ, মোহন প্ৰধান (চিপে গাৱঁৰ গাওঁবুঢ়া) ৰমজান মকবানি, কেশ ৰাম আগৰৱালা আদি লোক সকলকো লগ পাই, আলোচনা কৰিছিলোঁ। বৰগোলাইৰ ঠিকাদাৰ টি. বি. প্ৰধানকো লগ ধৰিছিলোঁ। তাৰপৰা আবেলি নাৱেৰে টিৰাপ নৈ পাৰ হৈ, টিৰাপ আৰু বুঢ়ীদিহিং নৈয়ে আগুৰি থকা এটা দ্বীপৰ নিচিনা ২নং কুঁহিয়াৰবাৰীলৈ গৈ, বৌদ্ধ ধৰ্ম্মী যোগেন্দ্ৰ নাথ বৰুৱাৰ (বড়ুয়া) ঘৰত ৰাতি থাকি, কুঁহিয়াৰবাৰীৰ অৱস্থা প্ৰত্যক্ষ কৰিছিলোঁ। আবেলিলৈ আকৌ ঘূৰি, লিডু হৈ, গধূলিৰ ডিব্ৰুগড় মুখী ৰেলগাড়ীৰে ডিগবৈ পাইছিলোঁ।

তাৰ পাচতে আকৌ লিডু হৈ লিডু চাহবাগিচাৰ মাজেৰে গৈ টিৰাপ নদী পাৰ হৈ কিচা



[redacted]

গাৰঁলৈ গৈ, ৰাতি বিচা জথমৰ ঘৰত আছিলোঁ। বিচা জথম টিৰাপ মৌজাৰ মৌজাদাৰ আছিল। তেওঁৰ দেউতাক বিচা লাডে পলিটিকেল জামাদাৰৰপৰা অৱসৰ লৈছিল। তেখেত শুৰিতে কোনোবা এটা চিংফৌ ৰাজ ফৈদৰ বংশধৰ আছিল। মই তেখেতক লগ পাইছিলোঁ। তখেত বিচা ৰজা আৰু পুতেক বিচা জথম যুৱৰাজ বুলিয়েই তেওঁলোকৰ সমাজত জনাজাত আছিল। বুঢ়াৰ কথাবোৰ বৰ মৰম সনা আৰু উপদেশপূর্ণ আছিল। তেখেতে মোক পাই আনন্দ প্রকাশ কৰাৰ লগতে পুতেকক দিয়াদি নানা উপদেশ দিছিল। তেখেত বিশেষ লিখা পঢ়া নজনা, এজন জ্ঞানী মানুহ আছিল। পিচদিনাখন হাঁৱৈ পথাৰ, কোৰাংকো আদি হৈ, ৰাতি নিংগাম পাই, আক্যা গোহাঞিৰ ঘৰত আছিলোঁ। তেখেতৰ আহ্বান ক্রমেই নিংগাম, কোৰাংকো আৰু অন্যান্য ওচৰ চুবুৰীয়া সকল আহি গোহাঞিৰ ঘৰতে লগ লাগি, গাৱঁৰ অভাৱ অভিযোগৰ কথা মোক কৈছিল। পাচদিনাখন কথা গাৱঁলৈ গৈ 'কথাৰজা'ৰ লগত আলোচনা কৰি, লংটঙলৈ আহিছিলোঁ। লংটঙৰ গাওঁবুঢ়া জুহোবি চেমাৰ ঘৰতে ৰাতি থাকি, গাৱঁৰ ৰাইজক লগ পাইছিলোঁ। লংটং এখন নগা গাওঁ। পিচদিনাখন উদয়পুৰ হৈ কেনিয়া



[redacted]



[redacted]

গাওঁত থাকি, পুৰা ৰামপুৰ হৈ ফানেং গাৱঁলৈ গৈ, চাইলট গোহাঁইৰ (গাওঁবুঢ়া) ঘৰত আছিলোঁ। তেখেতৰ বুঢ়া মাক-দেউতাকে মোক বৰ মৰমৰ হাতেৰে আশীৰ্ব্বাদ কৰিছিল। তেখেতৰ ভায়েক চাউনাং গোহাঁই এজন স্কুল শিক্ষক আছিল। পিচদিনাখন চাইলট গোহাঁইয়ে মোক জাগুনলৈ লৈ গৈ ৰাইজৰ লগত পৰিচয় কৰাই দিছিল। জাগুনৰ পৰাই টিৰাপ গেটলৈ আহিছিলোঁ। ফানেঙৰ চাইলট চাউনাং ভাতৃদ্বয়ৰ বাহিৰেও উদয়পুৰৰ কৃষ্ণলাল শৰ্ম্মা (বাৰ্ণ কটা গাওঁবুঢ়া), জনক লাল উপাধ্যায়, ৰামপুৰৰ পুষ্প লাল শৰ্ম্মা, গজালাল শৰ্ম্মা আৰু লাল বাহাদুৰ ছেত্রী, জাগুনৰ ভীম প্রসাদ শৰ্ম্মা,

চৌথা খামতি (গাওঁবুঢ়া), জাগুন এম. ই. স্কুলৰ হেড মাষ্টাৰ মুকুট পাত্ৰ, জয়ৰাম পুৰৰ প্ৰাণেশ্বৰ ৰাজবংশী, টিৰাপ গেটৰ ইমাম সিং (গাওঁবুঢ়া), হেম বৰুৱা আৰু লেখাপানীৰ পদুম বাহাদুৰকে ধৰি অঞ্চলটোৰ ৰাইজৰ লগত আলোচনা কৰিছিলোঁ। টিৰাপ গেটৰপৰা নগাগাওঁ লাল পাহাৰত এৰাতি থাকি, টিপং কলিয়ৰীলৈ গৈ তাত থাকি, কলিয়ৰীৰ মজদুৰ কৰ্মচাৰীৰ বুজ লৈছিলোঁ। পিচদিনাখন আবেলি টিপং কলিয়ৰীৰ পৰা ১০।১২ কিলোমিটাৰ পাহাৰ বগাই হজু আৰু ওৱাৰা নামৰ দুখন নগা গাৱঁলৈ গৈ, ৰাতি হজুৰ গাওঁবুঢ়াৰ ঘৰত আছিলোঁ। হজুত ১২ ঘৰ আৰু ওৱাৰাত ৪ ঘৰ মানুহ আছিল। মোক পাই তেওঁলোক আনন্দত উত্ৰাৱল হৈ পৰিছিল। ৰাতি পুৰুষ-মহিলা মিলি তেওঁলোকৰ লোক নৃত্য দেখুৱাই, মোক আপ্যায়িত কৰিছিল। তেওঁলোকৰ নিয়মেৰে প্ৰাৰ্থনা কৰি মোক আশীৰ্ব্বাদ দিছিল। তেওঁলোকৰ তালৈ গৈ, এনেদৰে থকা মইয়েই হেনো ভৈয়ামৰ প্ৰথম অসমীয়া মানুহ আছিলোঁ। দুয়োখন গাৱঁৰ মুঠ ভোটাৰ আছিল মাত্ৰ ৩০।৩১ জন। তেওঁলোকৰ ভোটৰ কেন্দ্ৰ আছিল টিপং কলিয়ৰীত। সেয়ে পাহাৰ বগাই খোজকাঢ়ি তালৈ কোনো নাহিছিল।

পিচদিনাখন ৰাতিপুৱাই খুৱাই-বুৱাই, মোক যথাৰীতি বিদায় দি, এমাইলমান দূৰলৈকে আগবঢ়াই থৈ গৈছিল। তেওঁলোক বিদায় লৈ যোৱাৰ পাচত মোৰ মনটো বৰ ভাবাক্ৰান্ত হৈ পৰিছিল। মই মনতে ভাবিছিলোঁ, তেওঁলোকে আমাক কিমান আপোন বুলি ভাবে কিন্তু আমি তেওঁলোকৰ মৰমৰ প্ৰতিদান দিয়াত বিমুখ হলোঁ। তেওঁলোকৰ আদৰ শুশ্ৰূষা আৰু আমাৰ লগত একাত্মানুভূতিৰ ভাবাবেগ সুঁৱৰি মই নিজকে নিজে যেন লজ্জিত হৈ পৰিছিলোঁ।

ইয়াৰ পাচৰ যাত্ৰাত মাৰ্ঘেৰিটাৰপৰা মাকুম কিল্লা, ভিতৰপাৰে হৈ পাৱৈমুখ মিৰিকা মাজুলীলৈকে গৈছিলোঁ। মাৰ্ঘেৰিটাৰ পৰা ১½ মাইল মান যোৱাৰ পাচত আৰু কোনো বাটপথ নাছিল। মানুহ অহা যোৱা কৰোঁতে এটা মাত্ৰ লুংলুঙীয়া পটিৰ নিচিনা হৈ আছিল। ৰাবিবা হ'লে আঠুৰনি খোকা হৈছিল। ভিতৰ পাৰৰ বল্লেশ্বৰ ৰবাৰ ঘৰত আৰু পাৱৈমুখৰ ফণী গোহাঁইৰ ঘৰত ৰাতি আছিলোঁ। পাৱৈমুখৰ ফণী গোহাঁইৰ লগতে গাওঁবুঢ়া নন্দ শ্যাম, চামেৎ শ্যাম, ইন্দ্ৰেশ্বৰ গোহাঁই আদি, ভিতৰ পাৰৰ বল্লেশ্বৰ ৰবা, বিৰোচন দুৱৰীয়া (গাওঁবুঢ়া), বিকুধৰ দুৱৰীয়া, অভয় কোৱঁৰ আদি, আৰু মাকুম কিল্লাৰ বিজলা উৰাং, হৃন লাল ছেত্ৰী আদিৰ লগত গাৱঁৰ অভাব-অভিযোগ আৰু উন্নয়নৰ বিষয়ে আলোচনা কৰিছিলোঁ।

এই গাওঁবোৰৰ বাহিৰেও মলং, কেঁহুয়া, কুমচাই, হাচাক, ফুলবাৰী খৰাংকো আদি গাওঁবোৰলৈকো গৈছিলোঁ।

এই ভ্ৰমণবোৰৰ পাচত মই মোৰ সমষ্টিৰ ৰাইজৰ প্ৰকৃত প্ৰতিনিধিত্ব কৰিব পাৰিম বুলি মোৰ দৃঢ় আত্মপ্ৰত্যয় হৈছিল। সমষ্টিৰ ৰাইজৰপৰাও অতি আপোনজনৰ মৰম চেনেহ পাইছিলোঁ।

এটা কথা ন দি ক'ব পাৰোঁ যে, মই বিধায়ক থকা কাল চোৱাত মোৰ সমষ্টিৰ, কি নগৰ কি গাৱঁৰ, কোনো মানুহ চিলং, ডিব্ৰুগড়লৈ গৈ মন্ত্ৰী-বিষয়াক লগ ধৰিবলগীয়া হোৱা নাছিল। কাৰণ নিৰ্ব্বাচিত প্ৰতিনিধি হিচাপে মই ক'লেই ৰাইজে কোৱা হয় বুলি কাম কৰিছিলোঁ। কামো দেখোন হৈছিল। তাকে নহ'লে, ৰাইজে খৰচ কৰি, সময় নষ্ট কৰি, কাম খটিয়া কৰি, মন্ত্ৰী, বিধায়কৰ ওচৰলৈ গৈ থাকিব লগীয়া হ'লে প্ৰতিনিধি বাচনিৰ সাৰ্থকতা ক'ত? কোনো কোনো সময়ত কোনো কোনো ৰাইজে নিজ বিধায়কক লগত লৈ মন্ত্ৰী বিষয়াক লগ ধৰা দেখিছিলোঁ। ইয়াৰ দ্বাৰা তেওঁলোকৰ নিৰ্ব্বাচিত প্ৰতিনিধিজনৰ ওপৰত সম্পূৰ্ণ আস্থা বা বিশ্বাস ৰাখিব নোৱাৰাটোকে সূচায় বুলি মই মনতে ভাবিছিলোঁ। সেয়ে মোৰ সমষ্টিৰ কোনোবা মানুহ, কেতিয়াবা আনক দেখি নিজৰ আপত্তি দৰ্শাবৰ কাৰণে মোৰ লগত মন্ত্ৰী বিষয়াৰ ওচৰলৈ যাব

খুজিলে মই ঘ্যৰ্থহীন ভাষাত কৈছিলোঁ—"আপোনালোক যাব খুজিলে নিজে যাওক, মই লগত নাযাওঁ। আৰু যদি মোৰ ওপৰত বিশ্বাস ৰাখে, তেনেহ'লে অনৰ্থক খৰচান্ত হ'ব নালাগে। মই ক'লেই আপোনালোকে কোৱাৰ নিচিনা হ'ব। বাইজে মানিছিল, কামো হৈছিল।

সমষ্টি ঘূৰাৰ পাচতেই মুখ্য মন্ত্ৰী চলিহাদেৱক লগ ধৰি মোৰ সমষ্টিৰ বিৱৰণ ডাঙি ধৰিছিলোঁ। বিশেষকৈ তলত দিয়া চাৰিটা কথাৰ প্ৰতি তেখেতৰ মনোযোগ আকৰ্ষণ কৰি বিস্তৃত বিৱৰণ ডাঙি ধৰিছিলোঁ আৰু লগতে বিভাগীয় মন্ত্ৰীসকলকো দৰ্খাস্ত দি লগ ধৰিছিলোঁ।

(১) যাতায়াতৰ পথ
(২) স্বাস্থ্য, পানীৰ যোগান
(৩) শিক্ষা
(৪) মাৰ্ঘেৰিটাত এটা উন্নয়ন ব্লক স্থাপনৰ প্ৰয়োজনীয়তা
(৫) মাৰ্ঘেৰিটাত এটা ৰাজহ চক্ৰ স্থাপন

## বিধান সভাৰ প্ৰথম অভিজ্ঞতা

১৯৫৭ চনৰ জুন মাহত প্ৰথম বিধান সভা দেখিছিলোঁ। বিধান সভাৰ কথা শুনিছিলোঁ—বাতৰি কাকতত পঢ়িছিলোঁ, কেতিয়াও দেখা নাছিলোঁ। গতিকে প্ৰথম শপত গ্ৰহণ অনুষ্ঠানৰপৰা আৰম্ভ কৰি ৰেহ-ৰূপবোৰ চাই চাই, মই বৰ চিন্তিত হৈ পৰিছিলোঁ। শঙ্কা হৈছিল, জানোছা মই এই গুৰু দায়িত্ব সঠিক ভাবে পালন কৰিব নোৱাৰিম, জানোছা মোৰ পিচপৰা সমষ্টিটোৰ আশা-আকাংক্ষা পূৰ কৰিব নোৱাৰিম। মই মোৰ প্ৰথম কৰ্ত্তব্য হিচাপে বাচি লৈছিলোঁ, বিধান সভাৰ পুথি ভঁড়ালত বহি, আগৰ বিধান সভাবোৰৰ কাৰ্য্য বিৱৰণী পঢ়া। তাৰ দ্বাৰা যথেষ্ট উপকৃত হৈছিলোঁ আৰু নিজৰ ক'বলগীয়াখিনি বিধান সভাত ক'বলৈ সাহস গোটাইছিলোঁ।

## ৰাজ্যিক বুনিয়াদী শিক্ষাৰ উপদেষ্টা বোৰ্ডৰ সদস্য মনোনীত

১৫-৬-৫৭ তাৰিখে বিধান সভাৰ মাননীয় অধ্যক্ষই পুনৰগঠিত State Advisory Board for Basic Education লৈ মনোনীত বিধান সভাৰ সদস্য চাৰিজনৰ নাম ঘোষণা কৰিছিল। সদস্য ৪ জন আছিল—

১। অমিয় কুমাৰ দাস
২। দ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা
৩। মৌলানা আবুল জলিল চৌধুৰী
৪। হীৰালাল পাটোৱাৰী

বিধানসভালৈ গৈয়েই শিক্ষা বিষয়ক ৰাজ্যিক কমিটি এখনৰ সদস্য মনোনীত হোৱাত আচৰিত হৈছিলোঁ— ভগবানৰ করুণা বুলি ধাৰণা কৰিছিলোঁ। কিন্তু এইটো ঠিক যে, এই বাচনিয়ে বিধান সভাৰ প্ৰতি থকা মোৰ সংকোচ নোহোৱা কৰিছিল—হীনমন্যতা আঁতৰি গৈছিল।

## নাহৰকটীয়াৰ তেল পথাৰ আৰু তেল শোধনাগাৰ

নাহৰকটীয়া তেল পথাৰৰপৰা ওলাব পৰা সম্ভাব্য বছৰি ১ নিযুত টন খাৰুৱা তেলৰ বিপৰীতে ডিগবৈ শোধনাগাৰত শোধন ক্ষমতা আছিল বছৰি ৩২০,০০০ টন। সেয়ে নতুন

শোধনাগাৰ এটা কৰা আৱশ্যক হৈ পৰিছিল।

এই বিষয় লৈ অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে ১৯৫৫ চনতেই আলোচনা কৰি, আন এটা শোধনাগাৰ অসমত স্থাপন কৰাৰ বিষয়ে আন কোনোৱে উত্থাপন কৰাৰ আগতেই নতুন ৰিফাইনাৰী, অৰ্থাৎ অসমৰ তেলৰ কাৰণে অসমত ৰিফাইনাৰী হ'ব লাগে বুলি কেন্দ্ৰক দাবী কৰিছিল। প্ৰস্তাৱটো আছিল—

"It is the concidered opinion of the Assam Pradesh Congress Committee that such Oil Refinery as exists at Digboi is not adequate for the purpose of refining the available Crude Oil into Petrol. The improvement or extention of the existing Refinery at Digboi and the establishment of a new Refinery anywhere else within the state of Assam is necessary and would provide employment in the undeveloped state.

The Committee therefore urge upon the Govt. of India to take up the question of expansion of the Present Refinery at Digboi and to establish a new one in the vicinity of the Oil Field in Assam. The Committee further requests the Govt. of Assam to take all steps in this direction."

অসমৰ ৰাস্তা আৰু দলংবোৰ আৱশ্যকীয় পৰিবহণ ব্যৱস্থাৰ উপযোগী নোহোৱাৰ কাৰণে অসমত শোধনাগাৰ কৰাৰ অসুবিধা দেখুৱাই কলিকতাত কৰাৰ যো-জা চলাৰ উমান পাই ১৯৫৫ চনৰ ৩০ ডিচেম্বৰত নলবাৰীত বহা অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে তলৰ প্ৰস্তাৱটো গ্ৰহণ কৰিছিল।

"The A.P.C.C. notes with concern the argument lately being advanced in certain quarter that due to transport difficulties, the new Petrol Refinery could not be established in Assam. The A.P.C.C. considers that the Refinery for Assam Oil should naturally be established in Assam and requests to Govt. of India to conclude the decision that it be so established.

As regards Transport difficulities, the A.P.C.C. resolves to request the Govt. of India to take immediate steps to expand the requisite transport facilities and for that purpose make provision in the plan without delay. The A.P.C.C. further decides to send a deputation to wait upon the Govt. of India in this respect."

২৬।২।৫৬ তাৰিখে বৰপেটাত বহা কংগ্ৰেছৰ ৰাজনৈতিক অধিবেশনত পুনৰ তলৰ প্ৰস্তাৱটো গৃহীত হৈছিল।

"The Assam Political Conference notes with concern and regret arguments advanced in certain quarters that the Petrol Refinery for Assam Oil cannot be established in Assam, because Refinery must be constructed near a Potential Consumption centre of Oil products as also because of Transport difficulties, such arguments are falacious and untenable in view of the facts that the expected quantity of oil will cater for vast area of India so that any location is bound to be far from other Consumption centres. Secondly development of transport in Assam is inevitable if it has, according to the declared policy to be brought to the standard and level of other advanced region in India, wherefore the agrument about lack of transport facilities also becomes in applicable. The Conference, on the other hand, feels that development of transport in Assam should be given attention immediately not only to solve the Transport difficulties for taking

Oil from Assam, but also to help the people in this backward region to the standard of advanced areas in India. Further as Oil wells being one of the main resources around which industrial development of Assam is expected to take place, it will be depriving the people of Assam of their legitimate expectation of development and Progress if its raw resources such as crude oil are transfered to other already developed and advanced regions of India.

This Conference requests the Govt. of India to conclude the decision for the establishment of Refinery for Assam Oil at suitabe place in Assam and to take immediate steps to expand the requisit transport facilities for this purpose."

এই বিষয়ত অকল প্ৰস্তাৱ গ্ৰহণ কৰিয়েই নহয়, অসমৰ নেতাসকলে প্ৰধান মন্ত্ৰী পণ্ডিত জবাহৰলাল নেহৰু, মৌলানা আবুল কালাম আজাদ, কে. চি. পান্ত, কে. ডি. মালব্য, লাল বাহাদুৰ শাস্ত্ৰী, কে. চি. ৰেড্ডী আদি কেন্দ্ৰীয় মন্ত্ৰীবৰ্গক লগ ধৰি, দাবী উত্থাপন কৰিছিল আৰু কেন্দ্ৰীয় নেতৃবৰ্গয়ো অসমৰ এই দাবী সহানুভূতিৰে চাব বুলি আশ্বাস দিছিল।

## বিধান সভাত প্ৰথম বক্তৃতা

ইতিমধ্যে অসমৰ তেল শোধনাগাৰ স্থাপন লৈ ৰাজ্যখনত আন্দোলনৰ সৃষ্টি হৈছিল। আন্দোলনৰ মাজতে ভাৰত চৰকাৰে অসমৰ উৎপাদিত খাৰুৱা তেলৰ কাৰণে অসমত শোধনাগাৰ নকৰি বিহাৰৰ বাৰাউনিত কৰিবলৈ সিদ্ধান্ত লোৱাত, আন্দোলন তীব্ৰ হৈ পৰিছিল। বিধায়ক বিশ্বদেব শৰ্ম্মাই এই সিদ্ধান্তৰ বিৰোধিতা কৰি, বিধান সভাত প্ৰস্তাৱ এটা দাঙি ধৰিছিল। প্ৰস্তাৱটো সমৰ্থন কৰি ১৭-৬-৫৭ তাৰিখে মই বক্তৃতা দিবলৈ প্ৰথম বাৰৰ কাৰণে থিয় হৈছিলোঁ। প্ৰস্তুতি নোহোৱাকৈ, ভাবাবেগত হঠাতে থিয় হৈ, বিমোৰত পৰিছিলোঁ। কি ক'ম ভাবি পোৱা নাছিলোঁ। মৰণত শৰণ দি আৰম্ভ কৰিছিলোঁ—'মহোদয়, আজি ৰিফাইনাৰী সম্বন্ধে আমাৰ বন্ধু শ্ৰীবিশ্বদেব শৰ্ম্মাই উত্থাপন কৰা প্ৰস্তাৱটো মই সমৰ্থন কৰিছোঁ। অধ্যক্ষ মহোদয়, Refinery অসমৰ বাহিৰত হ'ব, অসমত নহয়, এই কথাটো যেতিয়া প্ৰথমতে খবৰৰ কাগজত ওলাইছিল তেতিয়া সঁচাকৈয়ে মই বিশ্বাস কৰা নাছিলোঁ আৰু ভাবিছিলোঁ যে, মাজে সময়ে এনেকুৱা কিছুমান আনুমানিক সংবাদ খবৰৰ কাগজত ওলোৱাৰ দৰে এইটোও এটা উৰা বাতৰি। কিন্তু আজি অলপ আগতে আমাৰ মাননীয় বিত্ত মন্ত্ৰী ডাঙৰীয়াই কোৱাৰ পিচত মই আচৰিত হৈছোঁ যে, কেন্দ্ৰীয় চৰকাৰে ইমান দিনৰ মূৰত, বহু প্ৰতিশ্ৰুতি দিয়াৰ পিচত, বহুতো আশা-ভৰষা দিয়াৰ পিচতো বাৰাউনিত Refinery কৰিবলৈ সিদ্ধান্ত লৈছে।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি শ্ৰীধেবৰ ভাই যেতিয়া প্ৰথমতে অসমলৈ আহিছিল তেতিয়া ডিগবৈত, তাৰ কংগ্ৰেছৰ ফালৰপৰা যি অভিনন্দন দিয়া হৈছিল, সেই অভিনন্দনত Refinery সম্বন্ধে উল্লেখ কৰা হৈছিল আৰু নতুন Refinery যদি হয় বা হোৱাৰ আৱশ্যক হয়, তেনেহলে সেই Refinery অসমতে হ'ব লাগে বুলি দাবী কৰা হৈছিল আৰু সেই দাবী সমৰ্থন কৰাৰ নিমিত্তে শ্ৰীধেবৰক অনুৰোধ কৰা হৈছিল। মই যেতিয়া শ্ৰীধেবৰৰ লগত এই বিষয়ে কথা পাতিছিলোঁ তেতিয়া তেওঁ ভাবি চাব বুলি আশ্বাস দিছিল আৰু কৈছিল যে, Technical কোনো অসুবিধা নাথাকিলে অসমতে Refinery হ'লে তেওঁ সুখী হ'ব। সেই ধৰণে কেন্দ্ৰীয় চৰকাৰৰ নেতাসকলে পণ্ডিতজীৰপৰা আৰম্ভ কৰি পন্তলৈকে সকলোৱেই Refineryৰ কথা উলিয়ালেই আশ্বাস দিছিল যে, Refinery অসমতে হ'লে তেওঁলোক সুখী হ'ব। অসমত হ'বৰ কাৰণেহে তেওঁলোকে Expert Committee নিয়োগ কৰিছিল, কিয়নো অসম অইল কোম্পানী অসমত

Refinery পতাৰ বিৰোধী। তেওঁ বিলাকে ভাবে যে, কলিকতা বা বাৰাউনিত তেওঁলোকৰ সুবিধা হয় আৰু লাভো বেছি হয়। কেন্দ্ৰীয় চৰকাৰে যিটো Expert Committee গঠন কৰি দিছিল সেই Expert Committeeৰ ৰিপোৰ্ট আমি পঢ়া নাই। দুখৰ বিষয়, আজিৰ দিনতো Expert Committee ৰ ৰিপোৰ্ট পঢ়িবলৈ নাপালোঁ। সেইটো হেনো Confidential Report. আমি শুনিবলৈ পাইছোঁ যে, যদি অসমত Refinery পাতে, তেন্তে /৮ পাই (এক অনা আঠ পাই) লাভ কম হয়। কিন্তু তাৰ লগৰ আনবিলাক কথা বোধকৰো তেওঁবিলাকে উল্লেখ কৰা নাই। এই /৮ পাই কোম্পানীৰ লোকচান হ'ব পাৰে, কিন্তু তাৰ বিনিময়ত পৰিবহনৰ বাবদ Central Governmentৰ যি আয় হ'ব তাৰ তুলনাত এই/৮ পাই লোকচান অতি নগণ্য। আনহাতে নাহৰকটীয়াৰ তেল পুঙৰপৰা যি গেচ পাইছে Refinery হ'লে সেই গেচ কামত লগাব পাৰিলেহেতেন আৰু তেতিয়া Expert Committee য়ে দেখুৱা খৰচতকৈ আৰু কম খৰচ হ'লহেতেন।

আপোনাললোকে জানে নে নাজানে ক'ব নোৱাৰোঁ, নাহৰকটীয়া তেল খাদত নিতৌ ২০০ Million Cubic feet গেচ পুৰি গৈছে। বিশেষজ্ঞসকলৰ মতে, নাহৰকটীয়াৰ তেল খাদ সম্পূৰ্ণ হ'লে 45,000 (Forty five Thousand) Million aubic feet Gas পোৱাৰ সম্ভৱনা আছে। অসম তেল কোম্পানীয়ে গেচৰ ওপৰত টেক্স দিবলগীয়া হোৱা নাই আৰু ডিগবৈ, নাহৰকটীয়া, মৰাণ খাদৰপৰা যি পৰিমাণৰ গেচ ওলাব, তাৰেই পৰিকল্পিত শোধনাগাৰ চলাই, তাৰ খৰচ কমাব পাৰিব।

অধ্যক্ষ মহোদয়, সিদিনাখন দিল্লীত নিখিল ভাৰত কংগ্ৰেছ কমিটিত প্ৰধান মন্ত্ৰী নেহৰুৱে সমাজতান্ত্ৰিক সমাজ ব্যৱস্থাৰ (Socialistic Pattern of Society) ব্যাখ্যা কৰি কৈছিল যে, এই ব্যৱস্থা কেৱল ব্যক্তিৰ ক্ষেত্ৰতে নহয়, আঞ্চলিক ক্ষেত্ৰতো হ'ব লাগিব। যেতিয়ালৈকে ভাৰতৰ কোনো এটা অংশ, কোনো এটা চুবুৰী, অনুন্নত হৈ থাকিব তেতিয়ালৈকে Socialistic Patten of Societyৰ গাঠনি সম্পূৰ্ণ হোৱা বুলি ক'ব নোৱাৰি। Expert Committeeৰ Report আৰু Socialistic Pattern of Societyৰ ব্যাখ্যাৰ পিচত অসমৰ ৰিফাইনাৰী হোৱাৰ বিষয়ে কোনো সন্দেহ কৰা নাছিলোঁ। কিন্তু আচৰিত হৈছোঁ যে, শেষত অসমৰ তেল অসমত শোধন কৰাৰ ক্ষেত্ৰত অসমক বঞ্চিত কৰি, অন্য প্ৰদেশত শোধনাগাৰ স্থাপনৰ চূড়ান্ত সিদ্ধান্তত উপনীত হৈছে। এইদৰেই অসমৰ উন্নয়নৰ কথাত যেতিয়াই কোনো আৱশ্যকীয় কথাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ ওচৰ চপা হৈছে, তেতিয়াই তেওঁলোকে কিবা নহয় কিবা এটা অজুহাত দেখুৱাই অসমৰ ন্যায্য অনুৰোধ ওফোৰাই দিয়াৰ প্ৰয়াস পাইছে।

অধ্যক্ষ মহোদয়, অসমৰ পৰিবহণৰ ক্ষেত্ৰতো কেন্দ্ৰীয় চৰকাৰে একেই নীতি অনুসৰণ কৰা পৰিলক্ষিত হৈছে। পণ্ডিতজী, পন্থ, ডাঃ প্ৰসাদ আদি দেশৰ নেতাসকলৰ প্ৰত্যেকেই অসমৰ পৰিবহণ ব্যৱস্থাৰ অসুবিধাৰ কথা যেতিয়াই অসমলৈ আহিছিল তেতিয়াই উপলব্ধি কৰিছিল আৰু তাৰ উপযুক্ত ব্যৱস্থা হাতত ল'ব বুলি আশ্বাস দিছিল। কিন্তু আজিলৈকে কেন্দ্ৰীয় চৰকাৰে কোনো ব্যৱস্থা এই বিষয়ত হাতত লোৱা দেখা নগ'ল। ইয়াৰ কাৰণ কি আমি বুজি নাপাওঁ। এই ত্ৰুটীপূৰ্ণ পৰিবহণ ব্যৱস্থাৰ কাৰণেই অসমৰ আৰ্থিক সমস্যা জটিল হৈ উঠিছে। ইয়াৰ ফলত যি দুৰ্যোগ আৰু জটিল পৰিস্থিতিৰ উদ্ভৱ হৈছে, তাৰ কাৰণে অসমবাসী দোষী নে? অসমবাসী নহয়—ইয়াৰ কাৰণে দায়ী কেন্দ্ৰীয় চৰকাৰ। কাৰণ তেওঁলোকে গুৰুত্বপূৰ্ণ সমস্যাৰ সমাধান কৰিবলৈ কাম হাতত লোৱা নাই।

* * *
* * *
* * *

বিশেষজ্ঞ কমিটিৰ ৰিপোৰ্টৰপৰা জনা যায় যে, তেল শোধনাগাৰ কোনো লোকচান নোহোৱাকৈ অসমত স্থাপন কৰিব পৰা যায়। লোকচানতো নহয়েই এক গেলন পেট্ৰলত (সাত অনা) লাভ হে হয়। এই লাভ কম লাভ নহয়। মই নাজানোঁ যে, আৰু কিবা ব্যৱসায়ত ইমান লাভ হয় নে নহয়। এনে অনুকূল অৱস্থাতো শোধনাগাৰ অসমত স্থাপন নকৰাৰ কাৰণ কি? যদি অসম তেল কোম্পানীৰ বিৰোধিতাৰ কাৰণেই এনে এটা জনমত বিৰোধী সিদ্ধান্ত ল'ব লগা হৈছে, তেনেহ'লে মই চৰকাৰক প্ৰশ্ন কৰিব খোজোঁ যে, এই তেল কোম্পানীৰ বাহিৰে পৃথিবীত আৰু কোম্পানী নোলাবনেকি যিয়ে অসমৰ তেলৰ কাৰণে অসমতেই ইয়াৰ শোধনাগাৰ স্থাপন কৰিব পাৰে? অথবা ভাৰত চৰকাৰে ভাৰতৰ বাহিৰৰ আৰু আন দেশক আহ্বান কৰিব নোৱাৰেনেকি, যি দেশে এই কাম কৰিব পাৰে? নাইবা ভাৰতত এনে ধনবান ব্যক্তি নাইনেকি, যিয়ে অসমৰ তেল অসমতেই শোধন কৰিবলৈ শোধনাগাৰ পাতিব পাৰে? ................আমি তেল শোধনাগাৰ পাবলৈ আশা কৰিছোঁ আৰু ইয়াৰ লগত আমাৰ দেশবাসীৰ আৰ্থিক অৱস্থাৰ উন্নতি বিচাৰিছোঁ। কিন্তু সেই বুলি আমাৰ জাতীয় সত্তা বিক্ৰী কৰিব খোজা নাই। .............তেল শোধনাগাৰ যদি অসমত সঁচাকৈয়ে নহয়, তেনেহ'লে গোটেই অসমত এটা জনবিপ্লৱ হোৱাৰ সম্ভাবনা মই দেখিছোঁ। আৰু যদি দুৰ্ভাগ্য বশতঃ তেনে বিপ্লৱ হয়, তেনেহ'লে তাৰ বাবে দায়ী অসম চৰকাৰ বা অসমৰ জনসাধাৰণ নহয়, ইয়াৰ দায়িত্ব ল'ব লাগিব Assam Oil Company আৰু কেন্দ্ৰীয় চৰকাৰে। এই বিষয়ে কেন্দ্ৰীয় চৰকাৰে গভীৰ ভাবে চিন্তা কৰা উচিত। অসমীয়া মানুহ শান্তি প্ৰিয়, আতিথ্য পৰায়ণ। ................এতিয়া বুজিব পাৰিছোঁ যে, কেন্দ্ৰীয় চৰকাৰে অসমীয়া মানুহৰ এই স্বভাৱৰ Misuse কৰিছে। অসমৰ দুৰৱস্থালৈ চাই, ................অসমৰ আৰ্থিক অনাটনলৈ চাই, অসমৰ দাবী যে যুক্তিসঙ্গত দাবী, তাত কোনো সন্দেহ নাই।

অকল ৰিফাইনাৰীৰ ক্ষেত্ৰতেই নহয় অসমৰ পৰিবহণৰ ক্ষেত্ৰতো সেই একে কথা। অসমৰ পৰিবহণ ব্যৱস্থাৰ অসুবিধাৰ কাৰণেই অসমবাসীয়ে নিত্য প্ৰয়োজনীয় বস্তু ভাৰতৰ আন আন ঠাইৰ তুলনাত বেছি দাম দি কিনিবলগীয়া হৈছে। ................পৰিবহণ ব্যৱস্থাৰ সম্পূৰ্ণ দায়িত্ব কেন্দ্ৰীয় চৰকাৰৰ নহয়নে? আয় নোহোৱাৰ কাৰণে আৰু বস্তুৰ মূল্য অতি বৃদ্ধিৰ কাৰণে আজি অসমৰ সৰ্ব্বসাধাৰণ মানুহৰ ক্ৰয় শক্তি কমি গৈছে। এই অৱস্থাৰ সু-সমাধানৰ কাৰণেই আমাৰ ৰাজ্যত বৃহৎ উদ্যোগ আৰু উন্নত কুটিৰ শিল্পৰ উদ্যোগ স্থাপনৰ আশু প্ৰয়োজন হৈ পৰিছে। তাকে কৰিবলৈ উন্নত পৰিবহণ ব্যৱস্থাৰ প্ৰয়োজন। এনে গুৰুতৰ বিষয়ৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰৰ উদাসীনতা অতি পৰিতাপৰ কথা। অকল পৰিতাপেই নহয়, ইয়েই অসমত অশান্তি সৃষ্টি কৰাৰো সম্ভাবনা। গতিকে, মই আশা কৰিছোঁ, কেন্দ্ৰীয় চৰকাৰে অসম চৰকাৰ আৰু অসম বিধান সভাৰ, তথা অসমৰ জন সাধাৰণৰ ন্যায্য দাবী গ্ৰহণ কৰি, অসমৰ প্ৰতি ন্যায় বিচাৰ কৰিব আৰু সাম্ভাব্য অসন্তোষ-অশান্তিও দূৰ কৰিব।"

## ডিগবৈৰ চৰকাৰী হাস্পাতাল

১৯৫৭ চনত মই বিধায়ক হোৱাৰ সময়ত ডিগবৈত অসম অইল কোম্পানীৰ হাস্পাতালৰ বাহিৰে, কোম্পানীৰ চাকৰিয়াল সকলৰ বাহিৰে জনসাধাৰণৰ কাৰণে এখন 'খ' শ্ৰেণীৰ ডাক্তৰখানাৰ বাহিৰে, চিকিৎসাৰ আন একো সুবিধা নাছিল। বৰ্ত্তমান তিনিআলি মচজিদৰ ওচৰত থকা চৰকাৰী ডাক্তৰৰ বাসভৱনটোৰ কাষতে থকা ঘৰটোৱেই আছিল চৰকাৰী

ডাক্তৰখানা। উল্লেখনীয় যে, অসম অইল কোম্পানীত কাম কৰা কৰ্ম্মচাৰীৰ আৰু তেওঁলোকৰ ১৮ বছৰৰ তলৰ ল'ৰা-ছোৱালীৰ বাহিৰে আন কোনোৱে এ.ও.চি. হাস্পাতালত চিকিৎসাৰ সুবিধা নাপাইছিল। অকল ডিগবৈ নগৰতে কোম্পানীৰ এলাকাতকৈ কোম্পানীৰ এলাকাৰ বাহিৰত জনসংখ্যা অধিক। তদুপৰি ডিগবৈক কেন্দ্ৰ কৰি চাৰিওফালৰ দূৰ-দূৰণিলৈকে গাওঁবোৰত কোনো চিকিৎসাৰ ব্যৱস্থা নাছিল।

মই বিধায়ক হোৱাৰ পাচতেই ডিগবৈত এখন চৰকাৰী হাস্পাতাল কৰাৰ সপোন দেখি, লক্ষীমপুৰ জিলাৰ স্বাস্থ্য বিষয়াৰ (তেতিয়া চিভিল চাৰ্জ্জন) ওচৰ চাপি, তেখেতৰ পৰামৰ্শক্ৰমে অসমৰ স্বাস্থ্য মন্ত্ৰী বৈদ্য নাথ মুখাৰ্জ্জীক দেখা কৰি, ২৯/৬/৫৭ তাৰিখে লিখিত আবেদন দাখিল কৰিছিলোঁ। মোৰ হৈ অলপ হেঁচা প্ৰয়োগ কৰিবলৈ অনুৰোধ কৰি, ১৬।১০।৫৭ তাৰিখে মেডিকেল আৰু স্বাস্থ্য বিভাগৰ উপ মন্ত্ৰী ডা০ ঘনশ্যাম দাসদেৱলৈকো লিখিত চিঠিৰে অনুৰোধ জনাইছিলোঁ। মন্ত্ৰীদেৱে ডিগবৈৰ ডাক্তৰৰপৰা প্ৰতিবেদন খুজি চিঠি দিছিল। ৰিপোৰ্ট পোৱাৰ পাচত ব্যৱস্থা ল'ব বুলিও মোক আশ্বাস দিছিল। কিন্তু বহুদিনলৈ ৰিপোৰ্ট নগ'ল। চিলঙত খবৰ কৰিলে ৰিপোৰ্ট নাই যোৱা বুলি কয় আৰু ডিগবৈলৈ আহি ডাক্তৰক সুধিলে ৰিপোৰ্ট পঠোৱা বুলি কয়। অনুসন্ধান কৰিলত জোলোঙাৰ মেকুৰী ওলাই পৰিছিল।

ডিগবৈৰ ডাক্তৰ আছিল হৰেন্দ্ৰ নাথ বৰুৱা এল. এম. পি। তেখেতে জানিছিল যে, হাস্পাতাল হোৱাৰ আগতে ডাক্তৰখানাখন 'খ' শ্ৰেণীৰ পৰা 'ক' শ্ৰেণীলৈ উন্নীত কৰিব লাগিব আৰু তেতিয়া তেখেত ইয়াত থাকিব নোৱাৰিব, বদলি হ'ব লাগিব। তেখেতৰ ঠাইত এম.বি., বি. এচ. ডাক্তৰ আহিব। বৰুৱাৰ ডিগবৈ এৰাৰ ইচ্ছা নাছিল। গতিকে তেখেতে ৰিপোৰ্টকে পঠোৱা নাছিল। মই এই কথা ওপৰত অবগত কৰোঁৱাত, জিলা স্বাস্থ্য বিষয়াক ৰিপোৰ্ট খুজি পঠিয়ালে। জিলা বিষয়াই তেখেতৰ ৰিপোৰ্ট পঠিয়ালত ডিগবৈত চৰকাৰী হস্পাতাল হোৱাৰ পথ সুগম হৈ পৰিছিল। ইতিমধ্যে কথাটো গম পাই, দুজন কংগ্ৰেছ বিৰোধী ৰাজনৈতিক নেতাক তেখেতক ডিগবৈত ৰাখিবৰ কাৰণে খাটনি ধৰিবলৈ, চিলঙলৈ পঠাইছিল। নেতা ঘূৰি অহাৰ পাচত স্বাস্থ্য বিভাগৰ সঞ্চালক ডা০ অহিভূষণ ৰায় (ডিব্ৰুগড়ৰ খ্যাতনামা উকীল অনাদি ৰায়ৰ ককায়েক) নিজেই গোটেই কথাটোৰ ন্যায্যতা বিচাৰ কৰি, সিদ্ধান্ত ল'বৰ কাৰণে ডিগবৈলৈ আহিছিল। তেখেতক ডিগবৈৰ ফৰেষ্ট ডাক বঙলাটোতে ডিগবৈৰ নেতৃস্থানীয় কেইগৰাকীমান লোকে লগ ধৰি, ডাঃ হৰেণ বৰুৱাক ডিগবৈত ৰাখিব লাগে বুলি খাটনি ধৰিছিল। কাৰণ এটাই, ডাঃ বৰুৱা এজন বৰ জনপ্ৰিয় ডাক্তৰ। ডাঃ ৰায়ে বাৰে বাৰে কৈছিল যে, ডা০ বৰুৱাক ভাল ঠাইত অৰ্থাৎ তেখেতৰ নিজৰ ঘৰ ডিব্ৰুগড়লৈ বদলি কৰা হ'ব। ডা০ বৰুৱাৰ ঠাইত এজন ভাল এম. বি., বি. এচ. ডাক্তৰ দিয়া হ'ব। ডিগবৈৰ ডাক্তৰখানাৰ মান উন্নত কৰা হ'ব। তেতিয়া তাৰে এজন নেতাই কৈ উঠিছিল—"আমাক এম.বি.বি.এচ. ডাক্তৰ নালাগে, বৰুৱাক লাগে।" তেতিয়া ডাক্তৰ ৰায়ে গহীনাই কৈছিল—"আজি আপোনালোকে মোৰ এটা ভুল ধাৰণা ভাঙি দিলে। ডিগবৈৰ সমাজখন বৰ আগবঢ়া বুলি মোৰ এটা বদ্ধমূল ধাৰণা আছিল। কিন্তু আজিহে বুজিলোঁ যে, ডিগবৈৰ সমাজ বৰ পিচ পৰা। অসমৰ বিভিন্ন ঠাইত চৰকাৰী চিকিৎসা কেন্দ্ৰবোৰত এম.বি.বি.এচ. ডাক্তৰ লাগে বুলি আমাক ব্যতিব্যস্ত কৰি তুলিছে আৰু আপোনালোকে চৰকাৰে উপযাচি এম. বি. বি. এচ. ডাক্তৰ দিব খোজাতো নালাগে বুলি কৈছে। মোৰ এই ভুল ভাঙি দিয়াৰ কাৰণে আপোনালোকক ধন্যবাদ জনাইছোঁ। ডাক্তৰ ৰায়ে ইয়াৰ মূল কেৰোণটো বুজি পাইছিল আৰু চিলং পাইয়েই ডা০ বৰুৱাক বদলিৰ হুকুম দিছিল। এই হুকুম পোৱাৰ পাচতো

ডা০ বৰুৱা যাব খোজা নাছিল আৰু এটা চক্ৰৰ দ্বাৰা বদলিৰ হুকুম ৰদ কৰবালৈ উঠি পৰি লাগিছিল। এনে সময়তে স্বাস্থ্য মন্ত্ৰী বৈদ্য নাথ মুখাৰ্জ্জীদেৱ প্ৰস্তাৱিত হাস্পাতালৰ ভেদ ল'বলৈকে ডিগবৈলৈ আহিছিল। সকলো জনাৰ পাচত মন্ত্ৰীদেৱে ডিগবৈৰপৰাই ফোন যোগে বৰুৱাৰ বদলি কৰণৰ হুকুম কৰাই, হুকুম পোৱাৰ লগে লগে তেখেতৰ কাৰ্য্যভাৰ আনক দি, ডিগবৈ এৰিবলৈ হুকুম দিছিল।

## হৈও নহয়

ইতিমধ্যে ডিগবৈ চৰকাৰী হাস্পাতাল মঞ্জুৰ হ'ল আৰু হৰেণ বৰুৱাৰ ঠাইত ডাঃ দেবৰায় এম.বি.বি এচ. আহি কামত যোগ দিলে। লগে লগে হাস্পাতালৰ কাৰণে আৱশ্যকীয় কিছুমান প্ৰাথমিক সা-সৰঞ্জাম আৰু দৰবো আহি পালে। তেতিয়া এই বস্তুবোৰ থ'বলৈকে ঠাই নোহোৱাৰ নিচিনা। এনেদৰে হাস্পাতালৰ বস্তু আহি পোৱাত, সকলোতকৈ বিপাণ্ডত পৰিছিল চিভিল চাৰ্জ্জন। তেখেত ডিগবৈ পাইছিলহি আৰু মোক লগ ধৰি কৈছিল যে, আমি খোজা হাস্পাতাল মঞ্জুৰ হ'ল যদিও দুটা কাৰণত ডিগবৈত হাস্পাতাল নহ'ব। (১) ঘৰ নাই। চৰকাৰে বৰ্ত্তমান অৱস্থাত নিজৰপৰা ঘৰ কৰাত নাই। সেয়ে ঘৰ নাই বুলি জনালে ঘৰ সাজি, হাস্পাতাল কৰাৰ আশা নাই। (২) নাৰ্চৰ মঞ্জুৰী নাই।

## অবিশ্বাস্য হ'লেও সত্য

ডা০ চেতিয়াৰ কথা শুনি মোৰ মনলৈ চিন্তা আহিছিল যে, এইবাৰ এই সুবিধা ল'ব নোৱাৰিলে আৰু কোনো দিনেই ডিগবৈত হাস্পাতাল নহ'ব। চৰকাৰৰ খাটাত কোনো ৰকমে ডিগবৈৰ হাস্পাতালখন ভৰাব পাৰিলে, পিচৰ কথা পিচত হ'ব। মই তেতিয়া ঘৰ দিম বুলি কৈ বৰ্ত্তমান সৌমাৰ বিদ্যাপীঠৰ খেল পথাৰত থকা, ওপৰত কৈ অহা সৈন্য বিভাগৰ পৰিত্যক্ত 'বাসাঘৰ' কেইটা দেখুবাবলৈ লৈ গলোঁ। আগতে উনুকিয়াই অহা হৈছে যে, দ্বিতীয় মহাসমৰৰ সময়ত হাস্পাতালত ৰাখিবলগীয়া সৈনিক বিষয়াসকলৰ কাৰণে এইবোৰ ঘৰ সজা হৈছিল। ঘৰবোৰত পানী, গেচ আৰু চেনিটাৰী শৌচাগাৰ আছিল। তেখেতে ঘৰ চাই হাঁহি হাঁহি মোক কৈছিল—"এই ঘৰত হাস্পাতাল কেনেকৈ হ'ব? প্ৰথম কথা ঘৰ কেইটা পৰ্য্যাপ্ত নহয় আৰু তেনেই অস্থায়ী। দ্বিতীয়তে যদি বতাহ বৰষুণ আহি ঘৰ ভাঙি বেমাৰী মৰে, তেতিয়া অৱস্থাটো কি হ'ব? তৃতীয় কথা, এনে অস্থায়ী আৰু অনুপযুক্ত ঘৰত হাস্পাতাল আৰম্ভ কৰা বিধিসম্মত নহয়।" মই কৈছিলোঁ—"আপোনাৰ দৃষ্টি কোণৰপৰা মই চিন্তা কৰা নাই। মোৰ চিন্তা বেমাৰী জীয়া-মৰাৰ নহয়। মোৰ চিন্তা চৰকাৰৰ হাস্পাতালৰ তালিকাত কোনো ৰকমে ডিগবৈ হাস্পাতালৰ নামটো সুমুৱা। এবাৰ হাস্পাতাল মঞ্জুৰ কৰি, চলোৱাৰ পাচত উঠাই নিয়া সহজ নহ'ব। আপুনি অনুগ্ৰহ কৰি কোনো ৰকমে হাস্পাতাল আৰম্ভ কৰি দিয়ক। ৬ মাহৰ পাচত হয়তো ময়েই ঘৰৰ আপত্তি দৰ্শাই চৰকাৰক সমালোচনা কৰিম। তেতিয়া চৰকাৰে নীতিগত কাৰণতেই এই হাস্পাতাল উঠাই নিয়া বা বন্ধ কৰি দিয়া, সম্ভৱ নহ'ব পাৰে। কিবা নহয় কিবা এটা উপায় চৰকাৰে কৰিবলৈ বাধ্য হ'ব। আপোনাৰ সক্ৰিয় সহযোগত ইমানখিনি আগবাঢ়ি অহাৰ পাচত এতিয়া কামটো নহ'লে আপুনি জানো সন্তোষ পাব? গতিকে ৰাইজৰ মঙ্গলৰ কাৰণে এইখিনি কৰিবলৈ আপোনাক অনুৰোধ জনালোঁ।" স্বাস্থ্য বিষয়া ডা০ জি. পি. দাসে মোৰ

চিন্তাক প্ৰশংসা কৰি এই ঘৰবোৰতেই হাস্পাতাল আৰম্ভ কৰিবলৈ সিদ্ধান্ত লৈছিল। এতিয়া প্ৰশ্ন আহিছিল নাৰ্চৰ। সেই সময়ত কোনো কাৰণত পানীতোলা স্বাস্থ্য কেন্দ্ৰ বন্ধ হৈ যোৱাত, তাৰ নাৰ্চ কেইগৰাকী বিনা কামত চাবুৱাত বহি আছিল। মই কথাটো উল্লেখ কৰাত নাৰ্চৰ সমস্যা সমাধান হৈছিল। এনেদৰেই ডিগবৈৰ চৰকাৰী হাস্পাতাল আৰম্ভ হৈছিল।

## বৰ্ত্তমান চৰকাৰী হাস্পাতাল

বৰ্ত্তমান চৰকাৰী হাস্পাতাল পূৰ্ব্বতে অসম অইল কোম্পানীৰ প্ৰসূতী চিকিৎসালয় (মেটাৰনিটি হাস্পাতাল) আছিল। ইতিমধ্যে কোম্পানীয়ে এই চিকিৎসা কেন্দ্ৰটো কোম্পানীৰ কেন্দ্ৰীয় হাস্পাতাললৈ উঠাই নিয়াত ঘৰ-দুৱাৰবোৰ খালী হৈ পৰিছিল। মই লগে লগে গৈ, কোম্পানীৰ Administrative Manager মিঃ বিয়াৰ্ডক লগ ধৰি, এই ঘৰবোৰ চৰকাৰী হাস্পাতালৰ কাৰণে চৰকাৰক দিবলৈ, অনুৰোধ জনাইছিলোঁ। মিঃ বিয়াৰ্ডে প্ৰথমতে আপত্তি কৰিছিল যদিও বিস্তৃত আলোচনাৰ পাচত সময় লৈ, এসপ্তাহৰ পাচত প্ৰসূতী কেন্দ্ৰটোৰ সকলো ঘৰ-দুৱাৰ চৰকাৰী হাস্পাতালৰ কাৰণে দিবলৈ সিদ্ধান্ত কৰি, মোক জনাইছিল। মই তেতিয়াই ফোন যোগে স্বাস্থ্য মন্ত্ৰী মুখাৰ্জ্জীদেৱক কথাটো জনাই, নিজে আহি ঘৰবোৰ ল'বলৈ অনুৰোধ জনাইছিলোঁ। তেখেতে কেইদিনমানৰ ভিতৰতে ডিগবৈ পালত, মিঃ বেয়াৰ্ডৰ ওচৰলৈ লৈ গৈছিলোঁ। আলোচনাৰ কালত বেয়াৰ্ডে দুটা প্ৰশ্ন কৰিছিল—(১) চৰকাৰে কিমান দিনৰ মূৰত ঘৰবোৰ ঘূৰাই দিব?" এই বিতৰ্কলৈ মন্ত্ৰী মহোদয়ক নাটানি মইয়েই উত্তৰ দিছিলোঁ—"যেতিয়াই চৰকাৰৰ ঘৰ হৈ উঠিব।"

(২) "চৰকাৰে ঘৰ কেতিয়া সাজিব?" উত্তৰ—"কোম্পানীয়ে যেতিয়া মাটি দিব। কাৰণ হাস্পাতালৰ কাৰণে কোম্পানীয়ে মাটি নিদিলে ডিগবৈত আন কোনো চৰকাৰী মাটি নাই।" বেয়াৰ্ডে মাথো মুখ টিপি হাঁহিছিল। বোধহয় মোৰ দুষ্টালি বুজি পাইছিল। কোম্পানীৰ প্ৰসূতি কেন্দ্ৰ বছৰি এটকা ভাড়াৰ বন্দোবস্তত মন্ত্ৰীৰ হাতত চৰকাৰী হাস্পাতালৰ কাৰণে অৰ্পণ কৰিছিল। সৈন্য বিভাগৰ 'বাসা' ঘৰৰপৰা হাস্পাতাল কোম্পানী প্ৰসূতী কেন্দ্ৰ তথা মেটাৰনিটি হাস্পাতাললৈ স্থানান্তৰিত হ'ল। আজিও হাস্পাতাল তাতেই চলি আছে।

## চৰকাৰী হাস্পাতালৰ মাটি আৰু চৰকাৰৰ তৎপৰতা

অসম অইল কোম্পানীয়ে চৰকাৰী হাস্পাতালৰ কাৰণে বৰ্ত্তমান মহিলা মহাবিদ্যালয়ৰ ঘৰ থকা ঠাইতেই ২$^1/_2$ বিঘা মাটি চৰকাৰক দিয়াৰ সিদ্ধান্ত লৈছিল। কোম্পানীয়ে এই সিদ্ধান্ত লোৱাৰ পাচত বিধায়কৰ তালিকাৰপৰা মোৰ নাম কটা গৈছিল। পাচৰ সকলে বোধহয়, একো খবৰ নকৰিলে বা খবৰ কৰাৰ আৱশ্যকতা আছে বুলি নাভাবিলে। লাজৰ কথা হৈছিল যে, মাটিডোখৰৰ ওপৰেদি যোৱা কোম্পানীৰ টেলিফোন লাইনটো আঁতৰাই দিবৰ কাৰণে আৱশ্যকীয় খৰচ ২২৫ টকা কোম্পানীয়ে আদায় দিবলৈ, চৰকাৰৰ বিভাগীয় কৰ্ত্তৃপক্ষলৈ লিখিছিল। মোৰ বিশ্বাস, কোম্পানীক অনুৰোধ কৰাহেতেন, এই টকা কোম্পানীয়ে নল'লেহেতেন। কিন্তু টকা দিয়া দূৰৰ কথা, কোম্পানীয়ে চিঠিৰ পাচত চিঠি দিও চৰকাৰৰপৰা কোনো উত্তৰ নাপাই, চৰকাৰক মাটি দিয়াৰ চিঠি নাকচ কৰি, সেই মাটিত কাৰ্য্যালয় কৰিবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ খনি বিভাগৰ সঞ্চালকক দিছিল। শেষত তেওঁলোকেও নিজা ঘৰৰ

আঁচনি বাদ দিয়াত, মাটিডোখৰ আকৌ কোম্পানীয়ে চমজি লৈছিল। ভগবানৰ ইচ্ছাত সেই মাটিকেই ১৯৮১ চনত ডিগবৈ মহিলা মহাবিদ্যালয়ৰ কাৰণে, কোম্পানীৰপৰা আকৌ মইয়েই লৈছিলোঁ।

এবছৰমানৰ পাচতেই ডাঃ দেবৰায় বদলি হোৱাত তেখেতৰ ঠাইত আহিছিল ডাঃ বৰুৱা। এই দুয়োজন ডাক্তৰৰেই নাম দুটা পাহৰিলোঁ। চৰকাৰী হাস্পাতালৰ বৰ্ত্তমান ডাক্তৰ, কৰ্ম্মচাৰীসকলেও নাম দুটা ক'ব নোৱাৰিলে। ডাঃ বৰুৱাৰ পাচত আহিছিল ডাঃ নজৰুল ইচলাম। এই হাস্পাতালখন হোৱাৰ পাচত সৰ্ব্ব সাধাৰণ ৰাইজে বহুতো সকাহ পাইছিল। ডাঃ নজৰুল ইচলাম সৰ্ব্বসাধাৰণ মানুহৰ বৰ প্ৰিয় হৈ পৰিছিল। তেখেতৰ ঐকান্তিকতা, সৰল ব্যৱহাৰ আৰু নিষ্ঠাৰে বেমাৰীৰ প্ৰতি আগবঢ়োৱা সেৱাই, ইয়াৰ কাৰণ আছিল। হাস্পাতালৰ আভ্যন্তৰীণ ব্যৱস্থাপনাৰো, ৰোগীক সন্তোষ দিব পৰাকৈ, সম্ভবপৰ পৰিবৰ্ত্তন কৰিছিল। এই হাস্পাতালখন অন্ততঃ ৫০ খন বিচনাযুক্ত হাস্পাতাল কৰিবলৈ, ঘৰ আদিৰ ড্ৰইংসহ, তেখেতে চৰকাৰৰ ওচৰত প্ৰস্তাৱ দিছিল। তেখেত বদলি হৈ যোৱাৰ পাচত, এই বিষয়ত আৰু কোনো অগ্ৰগতি হোৱা দেখা নাই। ইচলাম যোৱাত ডিগবৈৰ সৰ্ব্ব সাধাৰণ মানুহে অসন্তোষ প্ৰকাশ কৰিছিল। ইচলাম আৰু কিছুদিন থকা হ'লে হয়তো এই হাস্পাতালখনৰ কিছু পৰিবৰ্ত্তন হ'লহেতেন বুলি মানুহে ভাবিছিল।

## চৰকাৰী পশু চিকিৎসালয়

১৯।৬।৫৭ তাৰিখে ডিগবৈত পশু চিকিৎসালয় এখনৰ কাৰণে আবেদন কৰি, বিভাগীয় মন্ত্ৰীদেৱক দৰ্খাস্ত এখন দি, ব্যক্তিগত ভাবে লগ ধৰি, অনুৰোধ জনাইছিলোঁ। ইয়াৰ পাচতে পশু চিকিৎসা বিভাগৰ সঞ্চালক এম. আই. মালিকে তেখেতৰ ৪।১১।৫৭ তাৰিখৰ D.O. No. 9234ৰে মোক জানিবলৈ দিছিল যে, ডিগবৈত পশু চিকিৎসালয় হ'ব পাৰে যদিহে (১) ১৫ বিঘা মাটি (২) ঘৰৰ কাৰণে আৱশ্যকীয় পুঁজি আমি দিব পাৰোঁ। তেখেতৰ চিঠি পাইয়েই মই ২২।১১।৫৭ তাৰিখে ডিব্ৰুগড় জিলাৰ উপায়ুক্তলৈ মাটি বিচাৰি দৰ্খাস্ত কৰিছিলোঁ। মালিকৰ D.O.ৰ উত্তৰ তলৰ চিঠিখনেৰে দিছিলোঁ।

From— Shri D.C. Deb Sarmah´M.L.A.
Digboi Constituency
P.O. Digboi, Assam
Dated Digboi the 6th December 1957

Dear Sri,

I thankfully acknowledge your D.O. No. 9234 dated the 4th November '57. I am really very much relieved to learn that I have been able to convince you regarding the emergency of establishing a full fledged Veterinery Dispensary at Digboi.

We have already approached the Deputy Commissioner, Lakhimpur District, Dibrugarh, for the requisite 15 bighas of land which we Shall be given in time. Regarding the construction of the required building or cash contribution for same, we assure you that we shall cqntribute for the building as per plan received from the Government.

It will not be out of place to mention here that I convened a meeting recently on this topic when the public support was unanimously received and all requested me in a chorous to arrange to establish a full fledged veterinary Dispensary at Digboi where cattle disease and death are very high. A representative committee has been formed and the work has already been taken in hand.

Under the Circumstances I earnestly request you to kindly sanction a full fledged and fully equipped veterinary Dispensary at Digboi at your earliest Conveniences.

I shall be very grateful if you will kindly let me know when we can expect an official order with your sanction.

Thanking you in anticipation

Yours faithfully
D.C. Deb Sarmah, M.L.A.

To

Mr. M.L. Malik
Director
Animal Husbandary & Veterinary Dept.
Assam. Gauhati.

চৰকাৰে ডিব্রুগড় মহকুমা উন্নয়ন কমিটিৰ সিদ্ধান্তক্রমে মহকুমাটোত এখন পশু চিকিৎসালয় মঞ্জুৰ কৰিছিল। ডিব্রুগড় মহকুমা উন্নয়ন কমিটিয়ে, চৰকাৰৰ বিভাগীয় কৰ্তৃপক্ষই, অনুসন্ধান কৰি, ডিগবৈ আৰু লাহোৱালৰ ভিতৰত অগ্রাধিকাৰ সাব্যস্ত কৰি, সিদ্ধান্ত ল'বলৈ প্রস্তাৱ গ্রহণ কৰিছিল। ইতিমধ্যে মালিকে অৱসৰ লোৱাত জ্ঞান মন্ন বুজৰ বৰুৱা সঞ্চালক হৈছিল। বুজৰ বৰুৱা নিজে আহি, অনুসন্ধান কৰি, ডিগবৈক অগ্রাধিকাৰ দি, ডিগবৈৰ পশু চিকিৎসালয় মঞ্জুৰ কৰিছিল। বাইজে একো দিবলগীয়া নহ'ল। সম্পূৰ্ণ চৰকাৰী খৰচত ডিগবৈ পশু চিকিৎসালয় স্থাপিত হৈছিল।

## পশু চিকিৎসালয়ৰ মাটি

ৰাজহ মন্ত্রী নিজে আহি, অসম অইল কোম্পানীয়ে বেআইনী ভাবে দখল কৰি ৰখা ৩২৪ বিঘা মাটি চৰকাৰী কৰিবলৈ হুকুম দিয়াৰ কথা, ডিগবৈ কলেজৰ কাৰণে মাটি লোৱাৰ সংক্রান্তত বিস্তৃত বিৱৰণ দিয়া হৈছে। এই মাটিৰে ১৫ বিঘা মটি পশু চিকিৎসালয়ৰ কাৰণে দিব লাগে বুলি, মই ২৭।১১।৫৭ তাৰিখে লিখিত ভাবে উপায়ুক্তক অনুৰোধ কৰিছিলোঁ। উপায়ুক্তৰ নিৰ্দেশ ক্রমে তিনিচুকীয়া উপসমহৰ্ত্তাই প্রস্তাৱ পঠোৱাত, উপায়ুক্তই তলত দিয়া চিঠিখনেৰে মাটি মঞ্জুৰ কৰিছিল।

**OFFICE OF THE DEPUTY COMMISSIONER OF LAKHIMPUR**

**—R. Dated 18-1-58**

**No. 908**

To

The Sub Deputy Collector,
Tinsukia

Ref. :— Your No. 3244 dt. 14-12-57

15 (fifteen) bighas of land should be earmarked for the above purpose out of the block in respect of which non-renewal notice was served on the A.O.C. Digboi

**Sd/- L. Sharma**
Deputy Commissioner, Lakhimpur

Memo No. 909 —R. Dated 18-1-58

Copy to :—

Sri D.C. Deb Sarmah, M.L.A., Digboi with reference to his petition dt. 22-11-57 for information.

**Sd/- L. Sharma**
Deputy Commissioner, Lakhimpur

## বববিল নলা বনাম বববিল পথাৰ

অতীজতে বৰ্ত্তমানৰ বববিল পথাৰ সঁচাকৈয়ে এখন ডাঙৰ বিল আছিল। কালক্ৰমত ক্ৰমান্বয়ে বৰ্ত্তমানৰ ২নং, ৩নং বববিল বাম হৈ, ডাঙৰ ডাঙৰ মূল্যবান গছেৰে ভৰা হাবি হৈ পৰিছিল আৰু শেষত হাবি কাটি, মানুহে গাওঁ পাতি বহিছিল। কিন্তু ১নং বববিল পথাৰৰ এটা বৃহৎ অংশ বিল হৈয়েই আছিল। মই ১৯৩৬ চনত আহি এই বিল চোৱা, বৰ ডাঙৰ, অগাধ পিটনি হিচাপে দেখিছিলোঁ। মাজে-মধ্যে অসংখ্য বনৰীয়া হাঁহৰ জাক উৰি আহি, ইয়াত পৰিছিল আৰু চিকাৰীয়ে চিকাৰ কৰিছিল। মানুহ, গৰু সোমাব নোৱাৰিছিল। মানুহ সোমালেই ভিঙিলৈকে পোট গৈছিল। ওলাবলৈ টান হৈ পৰিছিল। বিলৰ মাজলৈ যোৱা সম্ভৱপৰ নাছিল। সাপৰ বাজত্ব আছিল।

আনফালে আকৌ অসম তেল কোম্পানীৰ তেল পথাৰ আৰু শোধনাগাৰৰ মাজেৰে বৈ যোৱা সকলোবোৰ নলা গৈ, এই বিলতেই পৰিছিল। বাৰিষা পানীৰে বিল উপচি পৰি, পথাৰ বুৰাই পেলালে, তেল আৰু এচিদৰ পানীয়ে, তিনিওখন বববিল পথাৰ বুৰাই পেলাইছিল আৰু খেতি পথাৰ নষ্ট কৰিছিল।

মই বিধায়ক হৈ খা-খবৰ কৰাত গম পাইছিলোঁ যে, চৰকাৰৰ জল-সিঞ্চন বিভাগে কেইবা বছৰ ধৰি পৰীক্ষা-নিৰীক্ষা চলাই, 'ববিবিল' নামৰ প্ৰকল্প এটাৰ আঁচনি কৰি পেলাইছিল। চৰকাৰৰ হাতত থকা এনে ধৰণৰ আঁচনিবোৰৰ ভিতৰত ববিল আঁচনি সৰ্ব্বোৎকৃষ্ট বুলি কোৱা হৈছিল। আঁচনিখনৰ খৰচ নিৰ্দ্ধাৰণ কৰা হৈছিল দুই লাখ টকা। কিন্তু আঁচনি কাৰ্য্যকৰী কৰা নাছিল। মই বিধায়ক হৈ এই বিষয়টোৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰাত্, চৰকাৰে আঁচনিখন কাৰ্য্যকৰী কৰিবলৈ লৈ, বাজেটত টকাও ধৰিছিল, তথাপি কাৰ্য্যকৰী হোৱা নাছিল। ২১-৩-৫৯ তাৰিখে মই বিধান সভাত চৰকাৰৰ Red Tapismৰ বিষয়ে দিয়া উদাহৰণবোৰৰ ভিতৰত এটা উদাহৰণ আছিল—'ববিল' আঁচনি। মই কৈছিলোঁ—"সেইদৰে আন এটা উদাহৰণ হ'ল

ডিগবৈৰ 'বৰবিল নলা'। ডিগবৈৰ বৰবিল নলা সম্বন্ধে আজি ১০।১২ বছৰে নানা ধৰণৰ আলোচনা, বিলোচানা আৰু অনুসন্ধান চলিছে। চৰকাৰৰ তৰফৰপৰা Jarman Commission নিয়োগ কৰিও এই বিষয়ে তদন্ত কৰোৱা হৈছিল। শেষত চৰকাৰে এই নলাটো কৰিব লাগে বুলি সিদ্ধান্ত কৰি, Budget Provision কৰাৰো আজি দুবছৰ হৈ গ'ল, কিন্তু নলাৰ কাম আৰু আৰম্ভ নহ'ল।"

যি কি নহওক, ১৯৫৯-৬০ চনৰ ভিতৰত আৰম্ভ কৰি ১৯৬০-৬১ চনৰ ভিতৰত আঁচনি কাৰ্য্যকৰী কৰিছিল। এই কামৰ দ্বাৰা সমূহ ৰাইজৰ উপকাৰ হোৱাৰ উপৰিও মইও মানসিক তৃপ্তি পাইছিলোঁ। কাৰণ ডিগবৈ কংগ্ৰেছৰ সভাপতি হিচাপে, কেইবা বছৰো ধৰি, এই বিষয়টোৰ ওপৰত চৰকাৰৰ লগত যোগাযোগ কৰি, বিধায়ক হৈ, মইয়েই ইয়াক কাৰ্য্যকৰী কৰাব পাৰিছিলোঁ।

## খাৰজান নৈৰ মথাউৰি

ডিগবৈৰ ওচৰৰে খাৰজান নৈৰ পানীয়ে বাৰিষা হ'লে বৰবিলৰ পানীৰ লগত যোগ হৈ, ভয়াবহ অৱস্থাৰ সৃষ্টি কৰিছিল। মাজে-মধ্যে বগাপানীলৈকে ৰাষ্ট্ৰীয় ঘাই পথ পানীয়ে বুৰাই ৰাখিছিল। শস্যৰ প্ৰভূত ক্ষতি সাধন কৰি, মানুহৰ দুৰ্গতিৰ সীমা নোহোৱা কৰিছিল। এই পানীৰ পৰা ৰক্ষা পৰিবলৈ নৈখনত মথাউৰি বান্ধিবৰ কাৰণে অসম চৰকাৰৰ সংশ্লিষ্ট বিভাগৰ লগত আলোচনা কৰি, জানিব পাৰিছিলোঁ যে, টকাৰ নাটনিৰ কাৰণে এবছৰ দুবছৰৰ ভিতৰত মথাউৰি বন্ধা সম্ভৱ নাছিল। মই উপায় চিন্তা কৰি, লক্ষীমপুৰ জিলাৰ সেই সময়ৰ উপায়ুক্ত ধৰ্ম্মানন্দ দাসৰ লগত আলোচনা কৰি, উপায় খুজিছিলোঁ। ৰাইজে 'বেটাৰমেণ্ট টেক্স' দিবলৈ আপত্তি নকৰিলে কামটো কৰাই দিব পাৰে, বুলি ক'লত মই লগে লগে ৰাইজে আপত্তি নকৰে বুলি কৈ, তাৰ দায়িত্ব গাত পাতি লৈ, আৱশ্যকীয় ব্যৱস্থা ল'বলৈ অনুৰোধ কৰিছিলোঁ। তাৰ পাচত তলত দিয়া জাননীখন ওলাইছিল।

## জাননী

"যিহেতু তলত উল্লেখ কৰা ঠাইসমূহ খাৰজান নৈৰ বানপানীৰপৰা ৰক্ষা কৰিবলৈ আৰু উন্নয়ন কৰিবলৈ, এটা মথাউৰিৰ আৱশ্যক হৈছে। সেই হেতুকে খাৰজান নৈৰ পাৰেদি এটা মথাউৰি নিৰ্ম্মাণ কৰিবলৈ, তলত বৰ্ণনা কৰা আঁচনিখন সৰ্ব্ব সাধাৰণৰ জ্ঞাতাৰ্থে প্ৰকাশ কৰা হ'ল। এই আঁচনি কাৰ্য্যত পৰিণত হ'লে, ইয়াৰ নিৰ্ম্মাণ খৰচ, ১৯৫৩ চনৰ আসাম মথাউৰি আৰু নলাৰ ১১ দফা আইন অনুযায়ী (Under Section 11 of the Assam Embankment and Drainage Act. of 1958), তলত বৰ্ণনা কৰা ঠাই সমূহৰ ৰায়তৰপৰা বছেৰেকীয়া 'বেটাৰমেণ্ট টেক্স' (Betterment Tax) হিচাপে আদায় কৰা হ'ব। এই আঁচনি সম্বন্ধে কাৰো কিবা আপত্তি থাকিলে ইং ১৯৫৮-৫৯ ৰ ডিচেম্বৰ মাহৰ ১৫ তাৰিখে ১২ বজাৰ ভিতৰত, লক্ষীমপুৰ জিলাৰ উপায়ুক্তৰ অফিচত, লিখিত আপত্তি দাখিল কৰিবহি। যিবিলাক ঠাই এই আঁচনিৰপৰা বিশেষভাৱে উপকৃত হ'ব, তাৰ মেপ উপায়ুক্তৰ অফিচত কৰা হৈছে।

১। আঁচনিৰ নাম—ডিগবৈৰ ওচৰৰ বৰবিল অঞ্চলৰ বানপানী ৰক্ষাৰ্থে খাৰজান নদীৰ পাৰেদি মথাউৰি নিৰ্ম্মাণ।

২। এলাকা—ডিব্রুগড় মহকুমা

৩। আঁচনিৰ উদ্দেশ্য—উত্তৰে দিহিং জঙঘলি ৰিজার্ভ আৰু বগাপানী বাগান, পশ্চিমে জঙঘলি বিভাগৰ আলি, দক্ষিণে ডিগবৈ জঙঘলি ৰিজার্ভ আৰু অসম অইল কোম্পানীৰ মাটি আৰু পুৱে খাৰজান নৈ, এই চৌহদৰ ভিতৰৰ ঠাইসমূহ বানপানীৰপৰা ৰক্ষা কৰিবলৈ মথাউৰি নিৰ্ম্মাণ।

৪। সৰ্ব্বমুঠ খৰচৰ হিচাপ—১, ১৩, ৫০০ টকা গবৰ্ণমেণ্টে প্ৰথমে খৰচ কৰিব।

## খৰচৰ বিৱৰণ

| | |
|---|---|
| (১) জৰিপৰ খৰচ | ১,৫০০ টকা |
| (২) হাবি কটা | ৬,৬৬১ টকা |
| (৩) মথাউৰিৰ মাটিৰ কাম | ৭১,৪৪০ টকা |
| (৪) মথাউৰিত ঘাঁহ লগোৱা | ৪,৬৭৮ টকা |
| (৫) মাটি অধিগ্ৰহণ আৰু ক্ষতিপূৰণ | ৫,২০০ টকা |
| (৬) অস্থায়ী বাসস্থানৰ বাবে | ৩,৫০০ টকা |
| (৭) কৰ্ম্মচাৰী নিয়োগৰ বাবে | ৩,১৪০ টকা |
| (৮) বিবিধ খৰচ | ৮৭৩ টকা |
| সৰ্ব্বমুঠ | ১,১৩,৪৩০ টকা |
| আনুমানিক | ১,১৩,৫০০ টকা |

উপকৃত হোৱা ঠাইসমূহ—২নং ৰাপাপুং গাওঁ, ২৭নং ওলাপিন, ২৭নং পাৰলং, ওলাপিনৰ ৩ নং ব্লক, বগাপানী বাগানৰ অংশ, ১নং বৰবিল, ২নং বৰবিল, ৩নং বৰবিল, ডিগবৈ, টিপলিং মৌজা, থিঙ্গা গাওঁ, ২নং ৰঙীয়া বঙালী গাওঁ আৰু ৰংশ্ৰীজান গাওঁ।

শ্ৰীধৰ্ম্মানন্দ দাস
উপায়ুক্ত
লক্ষীমপুৰ জিলা, ডিব্ৰুগড়

মই উপায়ুক্ত দাসৰ ইঙ্গিত পাইয়েই জাননী ওলোৱাৰ আগতেই অঞ্চলটোৰ মুখিয়ালসকলক লগ ধৰি বুজালত ৰাইজে বৰ আনন্দ মনেৰে আপত্তি নকৰে বুলি কথা দিছিল। ১৯৫৯-৬০ চনতেই মথাউৰিৰ কাম সম্পূৰ্ণ হৈছিল। শেষত গৈ 'বেটাৰমেণ্ট টেক্স' চৰকাৰে ৰেহাই দিছিল।

## —অভিযোগ—
## পদৰুীয়াৰ কাঠগৰাত

১৯৫৮ চনত অসম কংগ্ৰেছ কমিটিৰ সভাপতি বিমলা প্ৰসাদ চলিহাদেৱে মোৰ কৈফিয়ৎ খুজি মোলৈ এখন চিঠি দিছিল। কথাটো আছিল ১৯২৬ চনৰ ট্ৰেড ইউনিয়ন এক্ট অনুসৰি ৫-

৯-৫৬ তাৰিখে তেতিয়াৰ ডিগবৈ সমষ্টিৰ বিধায়ক দলবীৰ সিং লোহাৰে এ.ও.চি. লেবাৰ ইউনিয়নৰ বিপৰীতে, তিনিচুকীয়াত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ (I.N.T.U.C.) স্বীকৃতি প্ৰাপ্ত 'অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন' নামৰ শ্ৰমিক সন্থা গঠন কৰি যথাৰীতি পঞ্জীভুক্ত কৰি লৈছিল। কিন্তু যোৱা দুই বছৰ ডিগবৈত অকল মোৰ বাধাৰ কাৰণে হেনো একো কৰিব পৰা নাছিল। অৰ্থাৎ, যিহেতু ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ ভাৰতীয় জাতীয় কংগ্ৰেছৰ দ্বাৰা সমৰ্থিত, সেয়ে, মই ডিগবৈত কংগ্ৰেছ বিৰোধী কাম কৰাৰ নিচিনা কাম কৰিছিলোঁ। চলিহাই মোৰপৰা লিখিত ভাবে সত্যাসত্য জানিব বিচাৰিছিল।

মই চিঠিখন পাই হতভম্ব হৈছিলোঁ। কাৰণ চিঠিখন পোৱাৰ আগমুহূৰ্ত্তলৈকে মই অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়ৰ বিষয়ে একো জনা নাছিলোঁ। দলবীৰ সিং লোহাৰেও কোনো দিনে ঘুণাক্ষৰেও মোক একো জানিবলৈ দিয়া নাছিল। দলবীৰ সিং লোহাৰক মোৰ এজন বিশ্বাসী বন্ধু বুলিয়েই ভাবি আছিলোঁ। তেখেতে মোক কোনো দিনে একো নোকোৱাকৈ, মোৰ বিৰুদ্ধে এনে এটা অপবাদ দিয়াত, লোহাৰৰ ওপৰত থকা মোৰ সকলো বিশ্বাস নোহোৱা হৈছিল। তেখেতৰ নিচিনা এজন মুক্তিযোদ্ধা, কংগ্ৰেছৰ সক্ৰিয় সদস্যই, এনে ধৰণে অসত্যৰ আশ্ৰয় লোৱাৰ মানসিকতা দেখি, তেখেতৰ প্ৰতি মোৰ পুতৌ জন্মিছিল।

## মোৰ কৈফিয়ৎ

মই এখন সুদীৰ্ঘ চিঠিৰে মোৰ কৈফিয়ৎ পঠাইছিলোঁ। এ.ও.চি. লেবাৰ ইউনিয়নৰ পটভূমি, বৰ্ত্তমান স্থিতি আৰু শাসনাধিষ্ঠ ৰাজনৈতিক দল হিচাপে বৰ্ত্তমান অৱস্থাত কংগ্ৰেছে এ.ও.চি. লেবাৰ ইউনিয়নৰ প্ৰতি পালিবলগীয়া কৰ্ত্তব্যৰ বিষয়ে লিখি, মই স্পষ্ট ভাবে মোৰ ব্যক্তিগত মতামত দি, লিখিছিলোঁ যে, বৰ্ত্তমান পৰিস্থিতিত কংগ্ৰেছে প্ৰতিদ্বন্দ্বী ইউনিয়ন কৰিবলৈ গ'লে, প্ৰথমতঃ ডিগবৈৰ তেল মজদুৰৰ চলিত ঐক্য বিঘ্নিত হ'ব, মজদুৰৰ স্বাৰ্থ হানি হ'ব আৰু দ্বিতীয়তঃ ডিগবৈ কংগ্ৰেছৰো পতন ঘটিব পাৰে। গতিকে মই ব্যক্তিগত ভাবে লোহাৰৰ মতক সমৰ্থন কৰিব নোৱাৰোঁ। তথাপি যদি আপুনি, অৰ্থাৎ কংগ্ৰেছ নেতৃত্বই, লোহাৰকেই সমৰ্থন কৰিব লাগে বুলি লিখিতভাবে হুকুম দিয়ে, তেনেহলে মই জুইত জাপ দি হ'লেও হুকুম পালন কৰিম। কিন্তু ইয়াৰ ফলাফলৰ দায়িত্ব কংগ্ৰেছ নেতৃত্বই ল'ব লাগিব।

## অনুসন্ধান—মোৰ জয়

মোৰ চিঠিখন চলিহাদেৱে অনুসন্ধানৰ কাৰণে ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাৰ তেতিয়াৰ সভাপতি শ্ৰদ্ধেয় বিজয় চন্দ্ৰ ভাগৱতীদেৱক দিছিল। ভাগৱতীদেৱে চিঠিৰে সময় দি, দলবীৰ সিং লোহাৰক লগত লৈ, ডিগবৈলৈ আহিছিল। তেতিয়া ডিগবৈত কংগ্ৰেছভৱন নাছিল। মই শিক্ষা প্ৰচাৰ সমিতিৰ বয়ন কেন্দ্ৰতেই ডিগবৈৰ কংগ্ৰেছ কৰ্ম্মীসকলৰ সভা এখন আহ্বান কৰিছিলোঁ। ভাগৱতীদেৱে মোৰ চিঠিখনৰ ওপৰতেই নানা প্ৰশ্ন কৰি, খোলোচাকৈ আলোচনা কৰি, বিষয়টো বুজি লৈছিল। কংগ্ৰেছ কৰ্ম্মীসকলেও মোৰ প্ৰতিটো যুক্তি সমৰ্থন কৰিছিল। মই লোহাৰক দুই এটা প্ৰশ্ন কৰিছিলোঁ, তেখেতে উত্তৰ দিবপৰা নাছিল। কংগ্ৰেছ সভাপতিলৈ লিখাৰ আগতে এই বিষয়ে, অৰ্থাৎ তেখেতে তিনিচুকীয়াত গঠন কৰা পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সম্পৰ্কত, বা ডিগবৈত পেট্ৰোলিয়াম ইউনিয়ন গঠন কৰাৰ বিষয়ত, কেতিয়াবা মোৰ লগত বা

ডিগবৈৰ কংগ্ৰেছ কৰ্ম্মীসকলৰ লগত, আলোচনা কৰিছিলনে বুলি সোধা প্ৰশ্নৰ উত্তৰ নিদি, মনে মনে আছিল। যি কি নহওক, ভাগৰতীদেৱে মোক সমৰ্থন কৰি প্ৰতিবেদন দাখিল কৰিছিল। মই চলিহাৰপৰা প্ৰশংসা পাইছিলোঁ। অসত্যৰ পৰাজয় ঘটিছিল। হীনমন্যতাৰ মুখা খোল খাই পৰিছিল।

## ডিগবৈত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ কাৰ্য্যালয় স্থাপন

এমাহ মানৰ পাচত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাৰ সম্পাদক মহেন্দ্ৰ শৰ্ম্মা মোৰ ওচৰ পালেহি। তেখেতৰ লগত আলোচনা কৰি, তেখেত এজন অধ্যয়নপুষ্ট, বাস্তৱ অভিজ্ঞতাপূৰ্ণ, স্থিৰ বুদ্ধিৰে সকলো কথা চালিজাৰি চাই সিদ্ধান্ত ল'ব পৰা, মজদুৰ নেতা বুলি মই পতিয়ন গৈছিলোঁ। কোনো ইউনিয়ন নকৰাকৈ, কোনোবাই আৱশ্যক বুজি কিবা পৰামৰ্শ বিচাৰি আহিলে, মজদুৰ আইন তথা মজদুৰৰ স্বাৰ্থ সম্বন্ধীয় কথাত, নিশ্চিত কাৰ্য্য ব্যৱস্থা ল'বপৰাকৈ, সেৱাৰ মনোভাবেৰে, দিহা পৰামৰ্শ আগবঢ়াবলৈ, ডিগবৈত ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ এটা কাৰ্য্যালয় স্থাপন কৰাৰ সিদ্ধান্ত লোৱা হৈছিল। মজদুৰ সংগঠনৰ ক্ষেত্ৰত এটা শূন্যতা ডিগবৈৰ সকলোৱে অনুভৱ কৰিছিল। সৰ্ব্বসাধাৰণ মজদুৰ Trade Union সম্পৰ্কীয় বিধি-ব্যৱস্থাবোৰ জানিবৰ কাৰণে বা দিবৰ কাৰণে, কোনো ব্যৱস্থা নাছিল। প্ৰকৃতপক্ষে প্ৰামাণিকৰ সিদ্ধান্তই সিদ্ধান্ত আছিল। তেখেতৰ সিদ্ধান্ত মানিয়েই মজদুৰ চলিছিল। গতিকে ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাৰ এনে সিদ্ধান্তক বহুতে আদৰণি জনাইছিল। ইয়াৰ দ্বাৰা Trade Union সম্পৰ্কে কিছু কৰ্ম্মীক অৱগত কৰিব পৰা হ'ব বুলি, মই এই প্ৰস্তাৱ সমৰ্থন কৰিছিলোঁ।

অৱশেষ ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অসম শাখাই এই কাৰ্য্যালয়ৰ সকলো দায়িত্ব পোনপটীয়াকৈ লৈ, চলাব বুলি শৰ্ম্মাই গাত লৈছিল। এসপ্তাহৰ পাচতেই বৰ্ত্তমান ডিগবৈৰ তিনি আলিত থকা ৺সমৰ দাসৰ দুমহলীয়া ঘৰটোৰ ওপৰ মহলাটো ভাড়ালৈ লৈ, আই. এন. টি. ইউ. চি.'ৰ কাৰ্য্যালয় স্থাপন কৰা হৈছিল। মুক্তি যোদ্ধা আৰু অসমৰ এগৰাকী খ্যাতিমন্ত মজদুৰ নেতা মহীতোষ পুৰকায়স্থক কাৰ্য্যালয়ৰ দায়িত্ব দি পঠাইছিল। মই তেখেতৰ ঘনিষ্ঠ সহযোগী হৈ পৰিছিলোঁ। বহুতো তেল কৰ্ম্মীয়ে চাকৰিৰ ক্ষেত্ৰত নিজা নিজা সমস্যা সমাধানৰ পৰামৰ্শ বিচাৰি পুৰকায়স্থৰ ওচৰ চাপিছিল। অলপ দিনৰ ভিতৰতে তেখেত বহু তেলকৰ্ম্মীৰ মাজত সৰবৰহী হৈ পৰিছিল। এ.ও.চি. লেবাৰ ইউনিয়নৰপৰা মনঃপুত পৰামৰ্শ নাপাই, দুই চাৰিজনে পুৰকায়স্থৰ পৰামৰ্শ অনুসৰি, লাভবান হৈছিল। দুজনমানে আকৌ প্ৰামাণিকৰপৰা সন্তোষ জনক সঁহাৰি নাপাই পুৰকায়স্থৰ পৰিচালনাত লেবাৰ কোৰ্টলৈ গৈ, জয় লাভ কৰিছিল। এনেদৰে পুৰকায়স্থ আৰু এই কাৰ্য্যালয়টো তেল মজদুৰৰ জনপ্ৰিয় হৈ পৰিছিল।

## —ভাষা আন্দোলন—

## অসমত অসমীয়া-বঙালী বিভেদৰ গুৰি কথা আৰু ভাষা আন্দোলন

ঘৰুৱা কন্দলৰ সুযোগ লৈ কৰা মানৰ আক্ৰমণত এসময়ৰ বৈশিষ্ট্যপূৰ্ণ, শক্তিশালী অসম ৰাজ্য জুৰুলা হৈ পৰিছিল আৰু তাৰে সুযোগ লৈ, বৃটিছে কৌশলেৰে অসম অধিকাৰ কৰিছিল। স্থানীয় মানুহৰ লগত কথা বতৰা, আদান প্ৰদানৰ সুবিধাৰ্থে, চাহাবে লগত লৈ আহিছিল বঙালী 'বাবু'। অনভিজ্ঞ বঙালী 'বাবু'সকলে অসমীয়া ভাষা বুজি নাপাইছিল। বঙালী ভাষাৰ দুই চাৰিটা

শব্দ অসমীয়াৰ লগত মিল থকা দেখি, অনভিজ্ঞ 'বাবু'সকলে চাহাবক বুজাই দিছিল যে, এই ৰাজ্যৰ মানুহৰ কোনো নিজা ভাষা-সংস্কৃতি নাই। বঙালী ভাষা-সংস্কৃতিয়েই তেওঁলোকৰ ভাষা সংস্কৃতি। সেয়ে বৃটিছ চৰকাৰে ৫০ বছৰ কাল অসমৰ স্কুলবোৰত আৰু ৭৫ বছৰকাল কোর্ট কাছাৰিত একমাত্র বঙালী ভাষা প্রচলন কৰিছিল। আমাৰ দেউতাইঁতেও বঙালী ভাষাত পঢ়ি প্রাইমাৰী স্কুলৰ শিক্ষা লাভ কৰিছিল। শেষত জানিবা কেইজনমান প্রাতঃস্মৰণীয় শিক্ষিত অসমীয়া পণ্ডিতৰ যত্নত আৰু খৃষ্টান মিছনাৰিৰ সক্রিয় সহযোগত বৃটিছ চৰকাৰে অসমীয়া এটা ঐতিহ্যপূর্ণ, সংস্কৃতি সম্পন্ন, সুকীয়া ভাষা বুলি মান্যতা দিবলৈ বাধ্য হৈছিল। তাৰ পাচতো কিন্তু বঙালী মানুহে অসমীয়া ভাষাৰ প্রতি সৌহার্দ্য ভাব দেখুৱা নাছিল। তদুপৰি অসমত স্থায়ীভাবে বসতি কৰিবলৈ লোৱা বঙালীসকলো অসমৰ স্বার্থৰ প্রতি উদাসীন আছিল। ব্রহ্মপুত্রৰ ওপৰত প্রথম দলং নির্ম্মাণৰ আন্দোলন, অসমত উৎপাদিত খাৰুৱা তেলৰ কাৰণে অসমতেই শোধনাগাৰ স্থাপনৰ আন্দোলন আদি অসমৰ সমূহ স্বার্থৰ হকে কৰা আন্দোলন সমূহত নিৰপেক্ষ ভূমিকা পালন কৰিছিল। অসমবাসী বঙালীসকলে অসমৰ সমূহীয়া স্বার্থক নিজৰ বুলি কেতিয়াও ভবা নাছিল। অসমীয়া ভাষা-সাহিত্য, অসমীয়া কলা-কৃষ্টি, অসম আৰু অসমীয়াৰ স্বার্থৰ প্রতি আওকণীয়া মনোভাব পোষণ কৰিছিল। পৰিণতি স্বৰূপে, অপ্রিয় হলেও সত্য ক'ব লাগিব যে, অসমীয়া আৰু বঙালী হিন্দুৰ মাজত বিভেদৰ দেৱাল এখন থিয় হৈছিল। বাহিৰত মুখত মিল দেখুৱালেও অন্তৰত মিল হোৱা নাছিল। আজিও সেই মানসিকতাৰ মৌলিক পৰিবৰ্ত্তন হোৱা নাই।

বঙ্গদেশৰ মৈমন সিং আদি ঠাইৰপৰা লাখ লাখ কৃষিজীৱী মুছলমান সম্প্রদায়ৰ মানুহৰ অসমলৈ প্রব্রজন ঘটিছে। তেওঁলোকে কিন্তু ঘৰত, নিজৰ সমাজত তেওঁলোকৰ কথিত ভাষা ক'লেও অসমক নিজৰ দেশ বুলি, অসমীয়া ভাষাক নিজৰ ভাষা বুলি স্বতঃস্ফুর্ত্তভাবে গ্রহণ কৰিছে। লোক পিয়লত এই মানুহবোৰে নিজকে অসমীয়া বুলি চিনাকি দিছে। অসমীয়া ৰাজ্য ভাষা কৰাত তেওঁলোকে আপত্তি কৰা নাছিল। আনফালে অসমৰ বঙালী হিন্দুৱে বঙালী ভাষীৰ সংখ্যা বেছি কৰাত মনোনিবেশ কৰিছিল। এইবোৰ কাৰণতেই অসমীয়া বঙালীৰ বিৰোধ চলি আছে আৰু তাৰ ফলস্বৰূপে আমি নিজেই নিজৰ জালত আবদ্ধ হৈ পৰিছোঁ।

## ভাষা আন্দোলন আৰু TIMES OF INDIA

ভাৰতীয় সংবিধানে ৰাজ্যিক ভাষা হিচাপে মানি লোৱা ভাষা কেইটাৰ ভিতৰত অসমীয়া ভাষাও এটা। গতিকে অসমত সৰহ সংখ্যক মানুহৰ কথিত ভাষা, অসমীয়া ভাষাই, বিনা বাধাই ৰাজ্য ভাষাৰ স্থান পাব লাগিছিল। কিন্তু সংবিধান অনুসৰি, অসমৰ সৰহ সংখ্যক লোকে যেতিয়া অসমত অসমীয়া ভাষাক ৰাজ্য ভাষা কৰিবলৈ দাবী জনালে, তেতিয়া অসমবাসী বঙালীসকলে কলিকতাৰ বলীষ্ঠ প্রচাৰ মাধ্যমত অসমীয়া ভাষা ৰাজ্যিক ভাষা হোৱাত সর্ব্বতোপ্রকাৰে বাধা দিবলৈ চেষ্টা কৰিছিল। অসমীয়া-বঙালীৰ কাজিয়া তুঙ্গত উঠিল। অসমীয়াৰ বিৰুদ্ধে কলিকতাৰ সংবাদ মাধ্যমে সঁচা-মিছা নানা ধৰণৰ প্রচাৰ আৰম্ভ কৰিলে। এই প্রচাৰৰ বিপৰীতে মাত মাতিবলৈ ঠায়ে ঠায়ে অসমতো 'ৰাজ্যিক ভাষা কৰ্ম্ম পৰিষদ' গঠিত হৈছিল, ডিগবৈতো হৈছিল। ডিগবৈ ৰাজ্যিক ভাষা কৰ্ম্ম পৰিষদৰপৰা ভাষা আন্দোলনৰ কাৰণ আৰু পৰিস্থিতিৰ সম্যক জ্ঞানৰ কাৰণে, ভাৰতৰ সু-প্ৰসিদ্ধ বাতৰি কাকত 'The Times of India'ৰ ১৯৬০ চনৰ ২৪ জুলাই তাৰিখৰ সংখ্যাত "AN IMPERTIAL ANALYSIS OF

THE PRESENT SITUATION IN ASSAM" শীৰ্ষক বিবৃতি এটা প্ৰকাশ হৈছিল। এই বিবৃতিটোকে ডিগবৈ বাণিজ্যিক ভাষা কৰ্ম্ম পৰিষদে পুনৰ ছপা কৰি বাইজৰ মাজত বিলি কৰিছিল। তলত কৰ্ম্ম পৰিষদে প্ৰকাশ কৰা বিবৃতিৰ পূৰ্ণ পাঠ দিয়া হ'ল।

## AN IMPARTIAL ANALLYSIS OF THE PRESENT SITUATION IN ASSAM

* * * *

*"TIMES OF INDIA" DIGS OUT ROOT CAUSES OF ANTI-BENGALI MOVEMENT NOW EVIDENT IN MANY PARTS OF BHARAT*

* * * *

*Reproduced below is an article published in "The Times of India" (July 24th, 1960), which gives neutral picutre of the present unrest in Assam and clarifies the confusing impression created by the vile propaganda, systematically carried out by the monstrous Five-horned Calcutta Press among Non-Assamese population in India.*

"In Assam, in the distant eastern corner of India, a long dormant dispute has sprung to life over the question of the State language.

"As far back as in the time of the late Gopinath Bardoloi, ten years ago, this question exercised the minds of the local people. the Assamese, who form 60 percent, of the people of the State, have been wanting Assamese to be declared the State language subject to the various safeguards provided in the Constitution for protection of minority rights.

"The main opposition has come from the Bengali speaking population living in such sub-divisions as Silchar and Karimganj of Cachar district. Of a total population of 1,100,000 about 850,000 are Bengali speaking in these sub-divisions. In addition, 800,000 other Bengali-speaking people are said to be scattered in the other districts of Assam; but these people have lent their support to the cause of the Assamese and have passed resolutions at public meetings demanding Assamese as the State language. Thus it will be seen that of a total population of ten million in the State not more than one million people at most are opposed to the establishment of Assamese as the State language.

"The opposition of the hill people, though made much of in propaganda, is not of a serious nature. The Khasis numbering 363,599 (1951 census) and the Mizos numbering 196,202 want English as the medium of instruction. The Garos numbering 242,012 undicided. The Mikirs numbering 165,490 have declared they want Assamese as the State language. The attitude of the hill people will become more apparent after the din and bustle of the present strife between the Assamese and the Bengalis are over. In any case, simple and unsophisiticated they are mere pawns of the warring factions.

"Despite the numerical disadvantage of the Bengalis in Assam, they

have proved doughty champions of the Bengali language and the Assamese have been unable to achieve their cherished dream of making Assamese the State language. The previous Governments of Assam postponed a decision on the State language to placate members of the vociferous Bengali minority who occupy 80 per cent. of the posts in the railway in the State and in the Posts and Telegraph Departments. They are also securely entrenched in all top Government posts and, in fact, outnumber the Assamese there as well.

**No Firm Lead**

"What the previous Governments, with more competent men at the helm of affairs, could not succeed in doing has fallen to the lot of Mr. Bimala Prasad Chaliha to solve. Mild in manner, soothing in speech, his genius lies more in placating than in taking firm action based on conviction. Circumstances also have placed him in a difficult position. An Assamese by culture and upbringing, he was defeated at the last election in his own constituency and had to enter the State Legislative Assembly through a by election to become the Chief Minister when a Bengali from Badarpur in Silchar resigned.

"It was perhaps the allegiance the Chief Minister owes to the people of Sillchar that compelled him to issue the statement of March 15, 1960. In it he appealed for postponement of consideration of the State language till such time as all the sections of the people of the State agreed to have Assamese as the State language.

"This statement of the Chief Minister of Assam can be said to have sparked off the present turmoil in the State. The Bengalis hailed the Chief Minister's statement as unqualified wisdom. Encouraged by it and feeling that the decision of the Assam Government would be irrevocably against the declaration of Assamese as the State language, they organised meetings and demonstrations. They argued that, since an agreed solution to the language issue was impossible, the question of the State language would be shelved for all time. On May 21, they held a mass meeting in Shillong and, in processions. carried banners and placards describing the Assamese Language as the "Asses language". They also defaced Assamese posters and signboards and numerous cases of assault were committed on the Assamese people who, since the influx or large numbers of East Pakistan refugees, are not in a majority in the capital.

"The Bengalis have also hit back at the sponsors of the State language through well planned propaganda aimed at undermining the movement for the establishment of Assamese as the State language through newspapers in Calcutta which they control. The representatives of these newspapers in Assam are Bengallis, and so the task was easy. They have further sought to make this issue an affair betwen Assamese and non Assamese instead of what it is, between the Bengalis and the Assames.

## Assamese Claim

"The Assamese, on the other hand, claim that a minority has no right o block the aspirations of the vast majority of the people. They argue that in every State where there is a State language, a sizeable minority exists speaking a different language. If the safeguards provided in the Constitution are sufficient for the Gujarati people in Maharashtra, and for Moharashtrians ın Gujrat, for Tamils in Andhra and for Andhras in Tamil Nad, then the safeguards provided in the Constitution should be sufficient for the Bengalis in Assam. They have demanded immediate solution of the long standing ıssue. there have been State wide hartals and mass meetings condemning anti-Assamese activities of the Bengali people who have chosen to adopt this part of the country as their home.

"The Assam Pradesh Congress Committee, in diference to popular demand, has passed a resolution asking the Government to make Assamese the State language, making a provision that in the Garo, Khasi, Mizo and Cachar Hill and Plain Districts implementation will be delayed until the people of these areas are ready to accept the Assamese language.

"Unfortunate and tragic events usuallly follow contentious issues particularly when passions are roused on questions of the language and territorial integrity of a State. Such incidents have occurred all over India and this State has been no exception. In Shillong, the capital of Assam, Assamese life and property and school-going children are no longer safe. There are many instances of rowdyism, stabbing, assault, intimidation and ıncendiarism. At Gauhati, the largest township in Assam, where there is a large Bengali community, the Assamese and Bengalis have each been guilty of atrocities.

## Tragic Incidents

"But for the strong security measures taken by the Government (ıncluding curfew and Section 144) such instances would have multiplied. In Nowgong, too, where there is a large Bengali population, made up mostly of displaced persons from Pakistan. such incidents have occurred and Section 144 was imposed. A large number of houses belonging to them have been burnt by the Assamese following the alleged shooting of two Assamese boys by a Bengali.

"Damage caused by such Incidents, however, is overshadowed by the tragic police firing at Cotton College hostel at Gauhati. Following an incident of incendiarism in a small group of thatched houses near the hostel, which, incidentally, beonged mostly to Assamese residents, the Superintendent of Police, accompanied by armed constabulary, it is said, opened fire on the third block of the Cotton Colege Hostel in the balcony of which students had gathered to watch the fire.

"There are ugly stories going the rounds concerning the incident at the hostel. The police, it is stated, fired 15 rounds, causing the death of one Assamese student and injuring seven others. The Government has stated that the police opened fire on an unruly mob of 300 after it had set fire to

some houses.

**Inquiry Demanded**

"It is unfortunate that some of the senior police officers of Assam belonged to the Bengali community. The Government of Assam will find it diffcult to convince the Assamese people that the firing was essential and imparitial however necessary it might have been in fact.

"The public has demanded a judicial inquiry and this may be conceded. The Hostel Warden, Dr. Kalinath Sharma, has filed a criminal suit against the Superintendent of Police for murder and for causing grievous hurt with dangerous weapons. Public opinion in Assam describes the incident at Gauhati as a Jallianwallabagh in miniature, and the whole of Assam is in mourning for the dead and the injured.

"Such is the heat the language controversy in Assam has generated. Peace committees, appeals by leaders to maintain peace elaborate police precautions will certainly keep the number of incidents down, but the bitterness will remain for quite some time to come."

---

*Published by Sri Bhadrakrishna Goswami on behalf of Rajyik Bhasha Karma Parishad, Dgibol.*

## চৰকাৰী ভাষা বিল

অসমত চৰকাৰী ভাষা বিল সম্পৰ্কত বাদ-প্ৰতিবাদ তুঙ্গত উঠিছিল। অতি ধীৰ, স্থিৰ ভাবে নানা দিশ আলোচনা কৰি আৰু অসমৰ ভৌগলিক অখণ্ডতাৰ প্ৰতি লক্ষ্য ৰাখি, অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সেউজ সঙ্কেত লৈ, ১৯৬০ চনৰ ১০ অক্টোবৰ তাৰিখে মুখ্যমন্ত্ৰী চলিহাদেৱে অসম বিধান সভাত 'Official Language Bill' উত্থাপন কৰি দিয়া, সকলো অনুভূতিকে চুই যোৱা, মৰ্ম্মস্পৰ্শী বক্তৃতাই বিৰোধী সকলোকো তবধ লগাইছিল। চলিহাৰ বক্তৃতাৰ আগতে ভাষা বিল উত্থাপনৰ বিৰুদ্ধে তীব্ৰ সমালোচনা কৰি, চলিহা মন্ত্ৰী সভাৰে একোজন মন্ত্ৰী, উইলিয়ামচন চাংমা, লালমইয়া, থানলুৰা আদি সদস্যসকলে বিধান সভা ত্যাগ কৰি প্ৰতিবাদ সাব্যস্ত কৰিছিল। কিন্তু চলিহাৰ ভাষণৰ পাচত সেই সময়ৰ অসম বিধান সভাৰ বিদগ্ধ পাৰ্লিয়ামেণ্টাৰিয়ান, বিৰোধী সদস্য গৌৰী শঙ্কৰ ভট্টাচাৰ্য্যই ভাষা বিল সমৰ্থন কৰি কৈছিল—"Sir, I was wandering why the Chief Minister did not make the statement which he has just made before he sought the leave of the House to introduce the bill before his colleague in the Minstry namely Shri Williamson Sangma, Shri Lalmawia, Shri Thanglura and others staged a walkout from this House. However, as we are passing through unusual measures, I quite appreciate the spirit in which the Leader of the House has brought the Bill and I consider the speach which he has just delivered as a momentous speech, a speech which speaks of tolerence, a spaech which is full of the spirit of accomodation and love for the country and intigrity of the State, I sincerely congratulate the Chief Minsiter for his speech ..........." সৰ্ব্ব সম্মতিক্ৰমে ভাষা বিল গৃহীত হৈছিল।

## গ্ৰহদোষ—মহীতোষ পুৰকায়স্থৰ বিদায় গ্ৰহণ

ৰাজ্য জুৰি হোৱা ভাষা আন্দোলনৰ ফল স্বৰূপে ডিগবৈ অঞ্চলতো মানুহৰ মাজত সন্দেহ আৰু উৎকণ্ঠাৰ উদ্ৰেক হৈছিল। অতি সামান্য দুই-এটা বিক্ষিপ্ত ঘটনা ঘটিছিল যদিও সামাজিক শান্তি অটুট আছিল। ডিগবৈত শান্তি-সম্প্ৰীতি অক্ষুন্ন ৰাখিবৰ কাৰণে সকলো সম্প্ৰদায়ৰ প্ৰতিনিধি লৈ 'Good will Committee' এখন গঠন কৰা হৈছিল। কমিটিৰ চেষ্টা আৰু অসমীয়া, বঙালী সকলো মানুহৰ আন্তৰিক সহায়-সহযোগৰ কাৰণে এই অঞ্চলত বিশেষ কোনো ৰকমৰ অশান্তিকৰ ঘটনা ঘটা নাছিল আৰু সকলোৱে মিলা-প্ৰীতিৰে চলি আছিল। এনেতে এদিন কলিকতাৰ হিন্দুস্থান ষ্টেণ্ডাৰ্ড বাতৰি কাকতত 'বনুৱা নেতা' মহীতোষ পুৰকায়স্থই কোৱা বুলি এটা বিবৃতি প্ৰকাশ পাইছিল। বিবৃতি অনুসৰি বৰগোলাইৰ ৰেল লাইনৰ ওপৰত 'অসমীয়া দুৰ্বৃত্তই' বঙালী ডেকা এজনক কাটি পেলাই থৈছিল আৰু তাৰ কাৰণে সমগ্ৰ অঞ্চলটোত মানুহ ভীতিগ্ৰস্ত হৈ পৰিছিল। মই আগদিনাখন জাগুন, লিডু, মাৰ্ঘেৰিটা হৈ ঘূৰি আহিছিলোঁ। ক'তো এনে এটা খবৰ পোৱা নাছিলোঁ। তথাপি খবৰটো পাইয়েই মই, মোৰ বন্ধু সুখময় ৰায়ক লগত লৈ, মাৰ্ঘেৰিটা, বৰগোলাই, লিডু, জাগুনলৈকে ঘূৰি, নেতৃস্থানীয় লোকসকলক লগধৰি, বিশেষকৈ বৰগোলাইৰ মানুহক সুধি পুচি, পুৰকায়স্থৰ প্ৰচাৰিত বাতৰি গোটেই মিছা বুলি নিশ্চিত হৈছিলোঁ। সমগ্ৰ অসমত এনে এটা উত্তাল অৱস্থা চলি থকাৰ সময়ত পুৰকায়স্থৰ নিচিনা ব্যক্তিয়ে এই মিছা বাতৰি পৰিবেশন কৰি বিবৃতি দিয়াত, স্বাভাৱিকতে ডিগবৈৰ অসমীয়া কৰ্ম্মীসকল আশ্চৰ্য্য হৈছিল। কিয়নো এই অসমীয়া কৰ্ম্মীসকলেই পুৰকায়স্থক সকলো প্ৰকাৰে সহায় কৰিছিল আৰু অতি বিশ্বাসত লৈছিল। বঙালী কৰ্ম্মীসকলেও ইয়াৰ প্ৰতিক্ৰিয়া বেয়া হ'ব পাৰে বুলি চিন্তিত হৈছিল। মই নিজেও এই ঘটনা মিছা বুলি জানি, পুৰকায়স্থৰ নিচিনা ব্যক্তি এজনে এনে বিবৃতি কেতিয়াও দিব নোৱাৰে বুলি অনুমান কৰি, সুখময় ৰায়ৰ সৈতে মই নিজে পুৰকায়স্থৰ ওচৰলৈ গৈ, এই বিবৃতিটো তেখেতে দিয়া সঁচা নে মিছা বুলি সুধিছিলোঁ। তেখেতে সঁচা বুলি কোৱাত মই এই অসত্য বিবৃতি তেখেতে কি কাৰণে দিবলগীয়া হ'ল বুলি সোধাত, 'মই কাকো কৈফিয়ৎ দিবলৈ বাধ্য নহয়' বুলি আমাক বিদায় দিছিল। তেখেতৰ এই ব্যৱহাৰত আৰু মিছা বিবৃতিত, আমাৰ কৰ্ম্মীসকলৰ মাজত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল। পুৰকায়স্থৰ প্ৰতি থকা বিশ্বাসৰ স্থান অবিশ্বাসে লৈছিল। ৰায় বাবুও মৰ্ম্মাহত হৈছিল আৰু মোৰ আগত বৰ লজ্জিত হৈ পৰিছিল।



ভাৰতীয় জাতীয় কংগ্ৰেছৰ (I.N.T.U.C.) অসম শাখাৰ সম্পাদক মহেন্দ্ৰ শৰ্ম্মাক মই পুৰকায়স্থৰ বিবৃতি আৰু আমাৰ কৰ্ম্মীসকলৰ প্ৰতিক্ৰিয়াৰ কথা জনালোঁ। ইতিমধ্যে তেখেতেও বিবৃতিটো পঢ়িছিল। মোৰ চিঠিখন পাই, তেখেত ততালিকে মোৰ ওচৰ পালেহি আৰু মোক লৈ মাৰ্ঘেৰিটা, বৰগোলাই, লিডু আদি ঠাইলৈ নিজে গৈ, স্থানীয় ভাবে অনুসন্ধান কৰি, আৰু কলিয়ৰী মজদুৰ কংগ্ৰেছৰ কৰ্ম্মকৰ্তাসকলক সুধি, পুৰকায়স্থৰ বিবৃতিৰ কোনো সত্যতা নাছিল বুলি

নিশ্চিত হৈছিল। তেখেত ডিগবৈলৈ ঘূৰি আহি, বাহিৰে বাহিৰে মোৰে সৈতে কাৰ্য্যালয়ত সোমাই পুৰাকায়স্থক কথাটো সুধিলত, কি কাৰণে ক'ব নোৱাৰোঁ, অবিশ্বাস্য ভাবে পুৰকায়স্থ জাঙুৰ খাই উঠিছিল আৰু মহেন্দ্ৰ শৰ্মাক "Who are you? I can kick you out from my office" বুলি খঙেৰে কৈ উঠিছিল। পুৰকায়স্থৰ এই ব্যৱহাৰত মই মনতে প্ৰমাদ গণিছিলোঁ। মহেন্দ্ৰ শৰ্মাই মুখেৰে একো নামাতি অতি ধীৰ, স্থিৰ ভাবে বেগৰপৰা পেড-কাগজ উলিয়াই কিবা লিখি পুৰকায়স্থৰ হাতত দিছিল। সেই কাগজখনেৰে পুৰকায়স্থক তৎকালিক ভাবে নিলম্বিত কৰি কৈফিয়ৎ খুজিছিল আৰু তেতিয়াই অফিচৰ সকলো কাগজ পত্ৰ, বস্তু বাহানি আৰু তলা চাবি মোক সমজাই দিবলৈ লিখিছিল। পুৰকায়স্থই তেতিয়াহে তেখেতৰ ভুল বুজি পাই, গহীন হৈ পৰিছিল আৰু মোক সকলো সমজাই দি, এঘণ্টাৰ ভিতৰতে অফিচৰপৰা ওলাই গৈছিল। পুৰকায়স্থৰ নিচিনা ধীৰ, স্থিৰ আৰু অভিজ্ঞ কৰ্ম্মী তথা মুক্তি যোদ্ধা এজনৰ এনে আচৰণ মোৰ কল্পনাৰ বাহিৰত আছিল। তেখেত ইমান সাম্প্ৰদায়িক বুলি সপোনতো ভবা নাছিলোঁ। এই ঘটনাটো মই কিম্বা এটা পাপ গ্ৰহৰ কাৰ্য্য বুলি বিবেচনা কৰিছিলোঁ। কাৰণ ইয়াৰ পাচতো মই পুৰকায়স্থক বহুবাৰ লগ পাইছোঁ কিন্তু সেই পুৰকায়স্থক এই পুৰকায়স্থৰ মাজত বিচাৰি পোৱা নাছিলোঁ।

পুৰাকয়স্থই বিদায় লোৱাৰ পাচত মই ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ কাম চলাই থাকিবলৈ অসমৰ্থতা প্ৰকাশ কৰাত, ইমানতে ডিগবৈত এই কাৰ্য্যালয়ৰ ইতি পৰিছিল।

## —সুধীন্দ্ৰ প্ৰামাণিক আৰু পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন— পৃথিবীত নোহোৱা কাম

ডিগবৈ তেল শ্ৰমিকৰ প্ৰধানতঃ ভাগ আছিল দুটা। (১) ক্লাৰিকেল (২) মেইন প্ৰগ্ৰেম। ক্লাৰিকেলৰ ১ ৰ পৰা ৪ লৈ ৪টা স্তৰ (Grade) আৰু মেইন প্ৰগ্ৰেমৰ ১ ৰ পৰা ১২ লৈ ১২টা স্তৰ (Grade) আছিল, এতিয়াও আছে। ক্লাৰিকেল গ্ৰেডত কাম কৰা সকলে মাহিলি হাৰত দৰমহা পাইছিল আৰু মেইন প্ৰগ্ৰেমত কাম কৰাসকলে দিন হাজিৰা হিচাপে, মাহেকৰ মূৰত দৰমহা পাইছিল। দিন হাজিৰাত কাম কৰাসকলে, অৰ্থাৎ 'মেইন প্ৰগ্ৰেম'ৰ মানুহবোৰে, সপ্তাহত পোৱা ছুটীৰ দিনটোৰ দৰমহা নাপাইছিল। সেই কাৰণে মাহত ২৬ দিনৰ দৰমহা পাইছিল অৰ্থাৎ 'No Work No Pay' আছিল। ব্যৱহাৰিক ক্ষেত্ৰত সেই সময়ত মাহিলি হাৰত দৰমহা পোৱাসকল আছিল 'বাবু' আৰু দিন হাজিৰাত কাম কৰা সকল আছিল—সাধু ভাষাত 'মজদুৰ' আৰু ব্যৱহাৰত 'কুলি'। কোম্পানীৰ সকলো বিষয়তে এই দুটা শ্ৰেণীৰ মাজত পাৰ্থক্য ৰখা হৈছিল। মাহিলি হাৰত দৰমহা পোৱাসকলে বছৰেকত দৰমহা সহ এমাহ, অৰ্থাৎ ৩০ দিনৰ ছুটী পাইছিল। কিন্তু মজদুৰসকলে দৰমহাসহ ১৪ দিনৰ, পিচলৈ ১৫ দিনৰ ছুটী পাইছিল। আনকি, হাঁস্পাতালতো 'বাবু'ৰ কাৰণে বেলেগ কম আৰু মজদুৰৰ কাৰণে বেলেগ কমৰ ব্যৱস্থা আছিল। বাচন-বৰ্ত্তন, খাদ্য-দৰৱ আদিতো পাৰ্থক্য ৰখা হৈছিল। মুঠতে কোম্পানীয়ে সকলো স্তৰতে ব্যৱহাৰত এই বিভাজনৰ মৰ্য্যাদা ৰক্ষা কৰিছিল।

এ.ও.চি. লেবাৰ ইউনিয়নৰ সৰ্ব্ব প্ৰধান, সুধীন্দ্ৰ প্ৰামাণিকে সদায় এই বিভাজন লৈ বক্তৃতা দিছিল আৰু বাবু-মজদুৰ বিভাজনক সজীব কৰি ৰাখিছিল। তেখেতে মজদুৰৰ সমান সা-সুবিধাৰ কাৰণে দাবী নকৰা নহয়। কিন্তু এই বিভাজনৰ মূল জড়—দিন হাজিৰা আৰু মাহিলি

দৰমহা একে কৰাৰ অৰ্থাৎ সকলোৰে দৰমহা মাহিলি হাৰত বান্ধি দিবলৈ কেতিয়াও দাবী কৰা নাছিল। মই কিন্তু পাৰ্থক্য গুচাবলৈ এই দাবীটোহে প্ৰধান দাবী হ'ব লাগে বুলি বিবেচনা কৰিছিলোঁ।

এদিন প্ৰামাণিকৰ ওচৰলৈ গৈ আলোচনা কৰিছিলোঁ। তেখেতে প্ৰথমৰপৰাই মোক অলপ তাচ্ছিল্য কৰি কথা কৈছিল। মই যে ট্ৰেড ইউনিয়নৰ বিষয়ত সম্পূৰ্ণ অজ্ঞ তাকেই কথাৰ চলত তেখেতে মোক বুজাব খুজিছিল। মই তেখেতৰ কথা কোৱাৰ ধৰণৰ লগত অভ্যস্ত আছিলোঁ কাৰণে তালৈ ভ্ৰূক্ষেপ নকৰি, অতি সন্মান সহকাৰে কথা পাতিছিলোঁ। উক্ত বিভাজনৰ কথাটো উল্লেখ কৰাৰ লগে লগে তেখেতে সকলো দোষ কোম্পানীৰ ওপৰত দি, আৰু বৃটিছৰ 'Divide and Rule' নীতিৰ কটু সমালোচনা কৰি, এটা দীঘলীয়া বক্তৃতা দিছিল। মই তেখেতক 'বাবু-কুলি' মিলাই এটা কৰাৰ কাৰণে সকলো বাদ দি, প্ৰথমতে সকলোৰে কাৰণে মাহিলি হাৰত দৰমহা প্ৰবৰ্ত্তন কৰিবলৈ দাবী উত্থাপন কৰাৰ কাৰণে অনুৰোধ কৰাত, তেখেতে দপ্‌দপাই উঠিছিল। 'আপনাৰা কিছুই জানেননা। এমন দাবী কখনও হুতে পাৰেনা, পৃথিবীৰ কোথাও হয় নাই' বুলি কৈ তেখেতে মোৰ লগত আৰু কথা পাতিবলৈ বিৰক্তি বোধ কৰা যেন ভাব দেখুৱালে। মই বুজিও নুবুজা হৈ, তাৰ পাচতো বৰ বিনীত ভাবে ইউনিয়নখন এখন সৰ্ব্ব ভাৰতীয় মজদুৰ সংগঠনৰ স্বীকৃতি লৈ কাম কৰাৰ পৰামৰ্শ আগবঢ়ালোঁ। তেখত অগ্নিশৰ্ম্মা হৈ তপৰাই কৈ উঠিল, "এমন চিন্তা কোম্পানীৰ এজেণ্টৰাই কৰে' বুলি কৈ মোক এক প্ৰকাৰে ওলাই আহিবলৈকে ক'লে। সেই মুহূৰ্ত্ততে মইও নিজৰ মনতে 'পৃথিৱীৰ ক'তো নোহোৱা কামটো কৰিম বুলি আৰু I.N.T.U.C.ৰ স্বীকৃতি প্ৰাপ্ত অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন সংগঠন কৰিম' বুলি প্ৰতিজ্ঞা কৰি ওলাই আহিছিলোঁ। সিদিনাখনৰ, পৰাই ডিগবৈত পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন সংগঠন কৰাত লাগিলোঁ। ভাল সঁহাৰি পালোঁ। মোক সভাপতি আৰু মহাত্তম প্ৰসাদ তেৱাৰীক সম্পাদক কৰি, অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ নতুন কমিটি গঠিত হ'ল। জীৱেশ্বৰ গোহাঁইক সভাপতি, ভুবন বৰুৱা আৰু আৰ. বি. থাপাক যুটীয়া সম্পাদক হিচাপে লৈ ডিগবৈত আৰু তাৰিণী চৰণ তালুকদাৰ আৰু অৰুণ দত্তক ক্ৰমে সভাপতি আৰু সম্পাদক হিচাপে লৈ তিনিচুকীয়াত, দুখন শাখা কমিটিও হৈছিল।

প্ৰামাণিকৰ অহং ভাবৰ মহতালিয়ে মোৰ অনুভূতি আৰু আত্ম সন্মানত বৰ বেয়াকৈ আঘাট কৰিছিল। প্ৰামাণিকৰ এই মনোভাব মই শ্ৰমিকৰ স্বাৰ্থবিৰোধী বুলি নিশ্চিত হৈছিলোঁ আৰু প্ৰামাণিকক খাতিৰ নকৰাকৈ, ডিগবৈৰ তেল শ্ৰমিকৰ মঙ্গলৰ কাৰণে একাগপটীয়া হৈ লাগিবলৈ, পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন সংগঠনত লাগিছিলোঁ। প্ৰামাণিকৰ দম্ভালিয়েই পেট্ৰোলিয়াম মজদুৰ ইউনিয়নক জীৱিত কৰিছিল—আমাৰ মনলৈ দৃঢ়তা আহিছিল। তেখেতে হয়তো বৈৰী ভাবেই আমাৰ বন্ধুৰ কাম কৰিছিল। তেখতলৈ নমস্কাৰ।

## অইল ইণ্ডিয়াৰ ঠিকাদাৰ মজদুৰৰ ধৰ্ম্মঘট

ইতিমধ্যে নাহৰকটীয়া আৰু মৰাণত তেল আৱিষ্কাৰ হোৱাত ডুলিয়াজান টিপলিঙৰ 'বৰুৱা কেম্প'ত বাহৰ পাতি, অসম অইল কোম্পানীয়ে নাহৰকটীয়া আৰু মৰাণত কাম কৰিবলৈ লৈছিল। ডিগবৈৰপৰা পোনপটীয়া কোনো পথ নথকাত তিনিচুকীয়া হৈ ঘূৰি টিপলিঙলৈ যাবলগীয়া হৈছিল।

১৯৫৩ চনত ডিগবৈৰপৰা টিপলিং হৈ ডুলিয়াজানলৈ প্ৰায় ৩৯ কিলোমিটাৰ পথ অইল

চাহ পৰিষদৰ কৰ্ম্মী সকলক প্ৰতিক্ৰিয়াশীল আখ্যা দি, গোচৰ তৰি, পুলিচৰ হতুৱাই হাৰাশাস্তি কৰাইছিল। আনকি অসম চাহ পৰিষদৰ মাৰ্ঘেৰিটা চাৰ্কোলৰ সম্পাদক ডি. কে. বৰুৱাক গ্ৰেপ্তাৰ বৰণ কৰি ফাটেকত থাকিবলগীয়া হৈছিল। চাহ মজদুৰ সঙ্ঘৰ চেক্ৰেটৰীয়ে মেনেজাৰৰ লগত লগ হৈ, এইবোৰ কৰিছিল বুলি বিৰোধী পক্ষই প্ৰচাৰ চলাইছিল। ইয়ে পাৰৈ বাগিচাত এটা উত্তপ্ত পৰিস্থিতিৰ সৃষ্টি কৰিছিল। এই বিষয়ে মই বিশেষ একো জনা নাছিলোঁ। মই প্ৰায়েই অসম চাহ মজদুৰ সঙ্ঘৰ মাৰ্ঘেৰিটা চাৰ্কোলৰ সম্পাদক, প্ৰফুল্ল চৰকাৰক লগ পাইছিলোঁ। কিন্তু চৰকাৰে, কিয় ক'ব নোৱাৰোঁ, পাৰৈ বাগানৰ কথা মোক ঘুণাক্ষৰেও জানিবলৈ দিয়া নাছিল। তলে তলে অৱস্থা সঙ্গীন হৈ পৰাত, চাহ বাগিচাৰ শ্ৰমিক সকলৰ সাংস্কৃতিক আৰু সামাজিক উন্নয়নৰ কাৰণে, চৰকাৰৰ দ্বাৰা স্থাপিত, পাৰৈ Community Centre ৰ চুপাৰিণ্টেণ্ডেণ্ট শ্ৰীগোপী মোহন শৰ্ম্মাই বিষয়টো মোৰ দৃষ্টি গোচৰ কৰি, বাগানখনত শান্তি স্থাপন কৰাৰ কাৰণে কিবা এটা কৰিবলৈ পৰামৰ্শ দিছিল। মই সত্যাসত্য নিজে জানি লৈ, ব্যৱস্থা লোৱাৰ কথা চিন্তা কৰি, গোপী মোহন শৰ্ম্মাৰ জৰীয়তেই খবৰ দি, পাৰৈ বাগিচাৰ উভয় ইউনিয়নৰ কৰ্ম্মকৰ্ত্তা সকলক লগত লৈ, বাগিচাৰ চিকিৎসালয় আৰু মজদুৰ সকলৰ প্ৰতিটো ঘৰ নিজে চাইছিলোঁ। মই সকলো কথা প্ৰত্যক্ষ কৰি, অসম চাহ পৰিষদৰ আপত্তিবোৰৰ সত্যতা সম্বন্ধে নিঃসন্দেহ হৈছিলোঁ। লগত থকা চাহ মজদুৰ সঙ্ঘৰ পাৰৈ শাখাৰ সভাপতি আৰু সম্পাদকেও এই আপত্তিবোৰ যথাৰ্থ বুলি স্বীকাৰ কৰিছিল। চিকিৎসালয়ৰ কেইটামান সৰু সৰু আপত্তিৰ প্ৰতি ডাঃ ডি. এল. বানাৰ্জ্জীৰ দৃষ্টি গোচৰ কৰাত, লগে লগে সেইবোৰৰ সুব্যৱস্থা হৈছিল।

শ্ৰমিক সকলৰ ঘৰৰ অৱস্থা দেখি, স্বাধীনতাৰ ১৯ বছৰ পাচতো এটা স্বাধীন জাতিৰ নাগৰিকক বিদেশী কোম্পানীয়ে তেনে অৱস্থাত ৰাখিব পাৰে, বুলি মোৰ ধাৰণাৰ অতীত আছিল। ঘৰ নহয়, জানিবা একো একোটা অন্ধকূপহে। চাকি জ্বলাই পোহৰৰ ব্যৱস্থা নকৰাকৈ দিন দুপৰতে ঘৰৰ ভিতৰ ভাগ দেখি নোপোৱা অৱস্থা। ঘৰৰ এই অৱস্থা দেখি মই আৰু থাকিব নোৱাৰি তেতিয়াই গৈ মেনেজাৰ W. H. Weller ক নাপাই এচিষ্টেণ্ট মেনেজাৰ মিঃ জোলাক (Mr. Jola) লগ ধৰি, বহুত কিবা-কিবি বলকিছিলোঁ আৰু ঘৰবোৰত অন্ততঃ বতাহ আৰু পোহৰ সোমাবপৰা ব্যৱস্থা কৰি দিবলৈ অনুৰোধ কৰিছিলোঁ। এইবোৰ দাবী কৰি চাহ শ্ৰমিক পৰিষদ, চাহ মজদুৰ সঙ্ঘৰ মাৰ্ঘেৰিটা শাখাৰ ভাবাত, কেনেকৈ প্ৰতিক্ৰিয়াশীল হৈছিল মই বুজিব নোৱাৰিছিলোঁ। মোৰ মনত প্ৰশ্ন হৈছিল—চাহ শ্ৰমিক পৰিষদ প্ৰতিক্ৰিয়াশীল নে, অসম চাহ মজদুৰ সঙ্ঘৰ মাৰ্ঘেৰিটা শাখা, চাহ মজদুৰৰ নামত সুবিধাভোগী এটা অনুষ্ঠান?

গোপী মোহন শৰ্ম্মাই দুপৰীয়াৰ ভাত সাজ তেখেতৰ ঘৰতেই খাবলৈ মোক অনুৰোধ কৰাত মই না কৰি, যিসকলৰ কাৰণে আহিছোঁ সেইসকলৰ কোনোবাই খুৱালে খাম, নহ'লে ডিগবৈলৈ ঘূৰি গৈ ঘৰতে খাম বুলি কোৱাত, লগে লগে চাহ পৰিষদৰ পাৰৈ বাগান কমিটিৰ সম্পাদক ত্ৰিমূৰ্তী মাৰায়াই বৰ আগ্ৰহেৰে তেওঁৰ ঘৰতে খাবলৈ মোক নিমন্ত্ৰণ কৰিছিল। তেতিয়ালৈকে হেনো কোনো নেতাই মজদুৰৰ ঘৰত খাম বুলি কেতিয়াও কোৱা নাছিল। মই মাৰায়াৰ ঘৰতে ভাত সাজ বৰ তৃপ্তিৰে খাইছিলোঁ। তেওঁৰ পৰিবাৰৰ চাফ চিকুণতাৰ জ্ঞান, কামৰ পৰিপাটি আৰু ভনী সুলভ ব্যৱহাৰত মই মুগ্ধ হৈছিলোঁ। পিচত গম পাইছিলোঁ যে, মই এনেদৰে তেওঁলোকৰ এজনৰ ঘৰত খোৱাত, মোক মজদুৰ সকলে তেওঁলোকৰ মাজৰ এজন বুলি ভাবিছিল। মোক পাৰৈ বাগিচাৰ মজদুৰৰ মাজলৈ আকৰ্ষণ কৰাৰ কাৰণে মই সদায় গোপী মোহন শৰ্ম্মাক সুঁৱৰিম।

মই চাহ পৰিষদৰ কৰ্ম্মকৰ্ত্তাসকলক বুজালত, তেওঁলোকে মোৰ কথা মানি, মিলি খাবলৈ প্ৰস্তুত আছিল যদিহে, তেওঁলোকৰ বিৰুদ্ধে পুলিচত দিয়া 'মিছা' গোচৰবোৰ উঠাই লয়। পিচে চাহ মজদুৰ সঙ্ঘৰ মাৰ্ঘেৰিটা চাৰ্কেলৰ সম্পাদক প্ৰফুল্ল চৰকাৰক এই কথা মনাব নোৱাৰিলোঁ। সভাপতি হৰলাল গোড়ে মোক সমৰ্থন কৰিছিল। পিচত জানিব পাৰিছিলোঁ যে, নতুন নিৰ্ব্বাচনত হৰলাল গোড়ক সভাপতি ভাঙি আন এজনক সভাপতি কৰা হৈছিল। পাচত নানা চল-চাতুৰি কৰি মেনেজমেণ্টে (প্ৰফুল্ল চৰকাৰ মেনেজমেণ্টৰ লগত যোগ আছিল বুলি বাহিৰত প্ৰচাৰ হৈছিল) অসম চাহ পৰিষদৰ সদস্য সকলৰ সৰহ ভাগকেই চাকৰিৰপৰা এৰুৱাই, টকা-পইচা দি, নিজঘৰলৈ (ঠাইলৈ) পঠাই দিছিল।

এই অভিজ্ঞতাকে সাৰোগত কৰি ২৯-৮-৬৬ তাৰিখে অসম বিধান সভাত মোৰ অনভিজ্ঞ সীমিত জ্ঞানেৰে কৈছিলোঁ— "...............অসমৰ জনসাধাৰণৰ এটা বুজন সংখ্যা চাহ শিল্পৰ বনুৱাই অধিকাৰ কৰি আছে। অসমৰ শিল্প সমূহৰ ভিতৰত চাহেই ঘাই শিল্প আৰু বিদেশী মুদ্ৰা (Foreign Exchange) অৰ্জ্জন কৰে। গতিকে এই চাহ শিল্পৰ পৰিচালনা আৰু মজদুৰ সকলৰ ভাল বেয়া সম্বন্ধে আলোচনা কৰাটো সকলো সময়তে, বিশেষকৈ এই সময়ত, নিতান্ত উচিত।

আজি আমাৰ মুদ্ৰাৰ Devaluation ৰ লগে লগে অকল চাহ বাগানৰে নহয়, প্ৰায় ভাগ শিল্পতে, নানা প্ৰতিক্ৰিয়া হৈছে।

কিন্তু Devaluationৰ কাৰণে চাহ বাগানৰ আয় কমা নাই। কিয়নো, তেওঁলোকে যি চাহ ৰপ্তানি কৰে, তাৰ দাম বিদেশী মুদ্ৰাত কম পালেও, টকাৰ পৰিমাণত কম নহয়। বৰং আগতকৈ বেছিহে পায়। গতিকে চাহ মালিকৰ আয় কমা নাই, বৰং বাঢ়িছে। তেনে ক্ষেত্ৰত মজদুৰৰ আয়ত হাত দিয়াৰ কথা আমাৰ মনত উঠিব নোৱাৰে।

আজি তিনি মাহ আগতে Devaluation হৈছে। আমি এতিয়া চাব লাগিব Devaluation ৰ আগৰ অৱস্থা—আজি ৩ মাহ আগতে মজদুৰৰ অৱস্থা কি আছিল?

আজিলৈ চৰকাৰৰ ফালৰপৰা চাহ মজদুৰৰ উন্নতিৰ হকে, বহুতো আইন কৰা হৈছে। সেই আইনবোৰ মালিকবোৰে সম্পূৰ্ণৰূপে প্ৰযোজ্য কৰা নাই। specification অনুযায়ী কৰা একোটা ঘৰৰ খৰচ ধৰা হৈছিল চাৰি হাজাৰ টকা, তাৰ ভিতৰত চৰকাৰে subsidy দিয়ে ১,২০০ (বাৰশ) টকা। কিন্তু এতিয়া তেনে ঘৰৰ খৰচ হেনো পৰে ৭ হাজাৰ টকা। সেই দেখি specification অনুযায়ী ঘৰ সাজিব নোৱাৰে বুলি বাগিচাৰ মালিকসকলে কয়। মালিকৰ এই অজুহাত সঁচা বুলি ধৰি, আজি মজদুৰক যি অৱস্থাত ৰাখিছে তাৰ কোনো যুক্তি নাই। মই নিৰ্দ্দিষ্ট specification ৰ কথা নকওঁ। মই পকা ঘৰ বা Flush Latrine ৰ কথা নকওঁ, ঘৰৰ আয়তন বেছি কৰাৰ কথা নকওঁ, বৰ্ত্তমান যিবোৰ খেৰ বাঁহৰ ঘৰ সাজি দিছে, সেইবোৰকে মানুহ থকা উপযোগী কৰি দিলে বিশেষ বেছি খৰচ নহ'লহেঁতেন। মাটিৰ ঘৰ হ'লেও একে খৰচতে ঘৰত পোহৰ আৰু বতাহ সোমাৰ ব্যৱস্থা কৰি, ঘৰবোৰ বাসোপযোগী কৰিব পাৰিলেহেঁতেন। মহোদয়, সেই ঘৰবোৰ দেখিলে, আজি স্বাধীনতাৰ ১৯ বছৰৰ পাচতো, স্বাধীন দেশৰ স্বাধীন নাগৰিকক যে এনে অৱস্থাত ৰাখিব পাৰে, তাক ভাবিব নোৱাৰি। উদাহৰণ স্বৰূপে কওঁ যে, মোৰ সমষ্টিত বিশেষকৈ মাৰ্ঘেৰিটা চাৰ্কেলৰ, চাহ বাগানৰ মজদুৰৰ ঘৰবোৰ দেখিছোঁ। মাৰ্ঘেৰিটাৰ পাৰ্বে বাগিচা অসমৰ ডাঙৰ বাগিচাবোৰৰ এখন। এইখন European বাগান। মই সেই বাগিচাত

প্ৰতিটো মজদুৰৰ ঘৰেই চাইছোঁ। সেই ঘৰবোৰৰ বহুত ঘৰত দিন দুপৰতে লেম্প নহ'লে সোমাব নোবাৰি। Colliary মজদুৰ যেনেকৈ লেম্প লৈ খনিৰ ভিতৰত আগ বাঢ়িব লাগে, তাতো একে অৱস্থা। সেই ঘৰবোৰত খিৰিকি কাটি পোহৰৰ ব্যৱস্থা কৰিলে তেওঁলোকৰ খৰচ কিমান পৰিলহেঁতেন? সেইবিলাক দেখিলে ভাৰত স্বাধীন হোৱাৰ বা ভাৰতৰ Living standard বঢ়াৰ কোনো আভাস পোৱা নাযায়। আমাৰ চৰকাৰে আইন কৰিছে, কিন্তু সেই আইন কাৰ্য্যকৰী হোৱা নাই। মালিকে অজুহাত দেখুৱাই বহি আছে। সেই কাৰণে মই চৰকাৰক অনুৰোধ কৰোঁ, যাতে সেই আইন বিলাক যথাযথভাবে প্ৰয়োগ হয়। আজি সেইবিলাক প্ৰয়োগ নোহোৱাৰ কাৰণে ৰাইজৰ দৃষ্টিত চৰকাৰ দোষী হ'বলগীয়া হৈছে। মজদুৰ ইউনিয়ন সমূহেও শান্তিৰে কাম কৰাত অন্তৰায়ৰ সৃষ্টি হৈছে। ইয়াৰ ফলত মজদুৰৰ মাজত খেলি মেলিৰ সৃষ্টি হৈছে। মই চৰকাৰক অনুৰোধ কৰোঁ যে, শিল্পৰ মঙ্গলৰ কাৰণেই Plantation Labour Act খন কাৰ্য্যকৰী ভাবে প্ৰয়োগ কৰিব লাগে।

আজি পাতৰ ক্ষেত্ৰত কি কৰিছে? উৎকৃষ্ট চাহ পাবৰ কাৰণে বহু চাহ বাগিচাত আগৰ পাত চিঙা প্ৰণালীৰ সলনি, নতুন প্ৰথা প্ৰচলন কৰিছে। এই নতুন নিয়ম অনুযায়ী মাথো আগৰ কুঁহি পাতহে চিঙিব লাগে। ইয়াৰদ্বাৰা মজদুৰৰ আগেয়ে চিঙা পাতৰ পৰিমাণতকৈ কম পাত চিঙিব লগা হ'ল। গতিকে মজদুৰে আগেয়ে পাত তুলি কৰা অতিৰিক্ত আয়, কৰিব নোৱাৰা হ'ল। আনফালে, মালিক পক্ষই মজদুৰৰ গাত দোষ দি, চাহৰ উৎপাদন কম হোৱা বুলি ক'ব খুজিছে। কিন্তু প্ৰকৃত কথাটো হৈছে যে, যদিও উৎপাদনৰ পৰিমাণ জোখত কিছু কমিছে কিন্তু এনেধৰণে উৎপাদিত চাহৰ দাম আগৰ দামতকৈ বহুগুণে বেছি পাইছে। এই Fine চাহ আগৰ ৩ টকাৰ ঠাইত এতিয়া ২০ টকাত বিক্ৰী হৈছে। এতিয়া দেখা গৈছে যে, এই নতুন প্ৰথা প্ৰবৰ্ত্তনৰ দ্বাৰা দৰাচলতে মালিক পক্ষই বেছি লাভ কৰিছে, আনহাতে মজদুৰৰ আয় কমি গৈছে।

মহোদয়, ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছে শিল্পত Contract System ৰ বিৰোধীতা কৰি আহিছে আৰু পৰাপক্ষত Contract System উঠাই দিবলৈ National Policy হিচাপে গ্ৰহণ কৰিছে। তথাপি বাগানবোৰত স্থায়ী কাম আৰু মজদুৰৰ ঠাইত Contract পদ্ধতিহে প্ৰচলন কৰা দেখা গৈছে..........আনকি Plucking আৰু Pruning ৰো Contract দিয়াৰ ব্যৱস্থা কৰিছে। .. .......বাগানবোৰত মজদুৰৰ যি অৱস্থা হৈছে, তাকে চলি থাকিবলৈ দিলে, মজদুৰক শান্ত কৰি ৰখাটো টান হ'ব।

আজি ভাৰতবৰ্ষই সমাজবাদ গ্ৰহণ কৰিছে। কিন্তু দুৰ্ভাগ্যৰ কথা এইটো যে, মালিকসকলে তেওঁলোকৰ মনোভাব পৰিবৰ্ত্তন কৰা নাই। .....................ভাৰত চৰকাৰে নীতি হিচাপে গ্ৰহণ কৰিছে যে, Management ত মজদুৰৰ প্ৰতিনিধিত্ব থাকিব লাগে। ..................Joint Managemont Committee কৰি লোৱা হ'লে দুয়ো পক্ষই এটা পৰিস্কাৰ বুজাবুজিলৈ আহিব পাৰিলেহেঁতেন।

মহোদয়, ..................আজি আমাৰ বাগিচাবোৰত Automatic Plucking Machine ব্যৱহাৰ কৰিবলৈ লৈছে।"

**Shri Kamakhya Prasad Tripathi (Minister, Labour)**

"মেচিন এতিয়াও ব্যৱহাৰ কৰা নাই। বনাইহে থৈছে শ্ৰমিকক ভয় দেখুৱাবৰ কাৰণে।"

"এতিয়া ব্যৱহাৰ নকৰিলেও সময়ত কৰিব পাৰে। যদি সেয়ে হয়, তেন্তে unemployment আৰু বাঢ়ি যাব। মই শ্ৰম মন্ত্ৰী আৰু মজদুৰ নেতা সকলক সকীয়াই দিব খোজোঁ যে, unemployment সমস্যা সমাধান নোহোৱালৈকে এই মেচিন ব্যৱহাৰ কৰিবলৈ দিব নালাগে আৰু তৈয়াৰ কৰাও বন্ধ কৰি দিব লাগে। বাগিচাৰ সকলোবোৰ বিষয়ে এটা Expert Committee কৰি, অনুসন্ধান কৰিবলৈ দিব লাগে। সাধাৰণতে ওপৰে ওপৰে গৈ, কোনো বাগানৰ মালিক পক্ষক কিবা সুধিলে, তেওঁলোকে নিজ পক্ষ সমৰ্থন কৰি, সুন্দৰকৈ বুজাই দিয়ে। ভালকৈঁ ভাবি নাচালে বা নাজানিলে মালিক পক্ষৰ কথাই সঁচা যেন লাগে। ..........এইবোৰ বিষয়ে অনুসন্ধান কৰিবলৈ এখন Expert Committe নিতান্ত প্ৰয়োজন। ..........................মালিকসকল মজদুৰৰ সুখ-দুখৰ ভাগী হ'ব লাগে আৰু মজদুৰৰ কল্যাণৰ কাৰণে তেওঁলোকৰ ঘাটি নোহোৱাকৈ, শিল্পৰ ক্ষতি নোহোৱাকৈ, যিখিনি দিব পাৰে যেইখিনি দিব লাগে।"

## ভাৰত সেৱক সমাজৰ সদস্য

ভাৰত সেৱক সমাজৰ অসম শাখাৰ আহ্বায়ক দেবেন্দ্ৰ নাথ শৰ্ম্মাই ২৪/১০/৫৭ তাৰিখে এখন চিঠিৰে মই ভাৰত সেৱক সমাজৰ অসম ৰাজ্যিক বোৰ্ডৰ এজন সদস্য মনোনীত হোৱাৰ খবৰ দি, সন্মতি দিবৰ কাৰণে মোক অনুৰোধ কৰিছিল। মই তলত দিয়া চিঠিখনেৰে সেই পদ গ্ৰহণ কৰিছিলোঁ।

From :— Shri Dwijesh Chandra Deb Sarmah M.L.A.
Camp :— Shillong
Dated Shillong the 9th November 1957
To Shri D.N. Sarmah
State Convenor, Bharat Sevak Samaj, Assam
Gauhati

Dear friend,

Reference to your letter No. 8-1/S.C/2157-82 (indistrict) of the 24th October 1957, I shall be very glad if I can participate in serving the country under the guidance of Bharat sevak samaj as a member of the Assam state Board for the year 1957-58.

Please send me its necessary papers and oblige.

Yours faithfully
Sd/
(D. C. Deb Sarmah)

ইয়াৰ পাচত আৰু কোনো দিনে কোনো কাগজ-পত্ৰ নাপালোঁ। বোৰ্ডৰ কোনো সভা পতাৰো গম নাপালোঁ। আহ্বায়ক শৰ্ম্মাদেৱে মোক লগ পালেই কৈছিল— "দ্বিজেশ! তোমাৰ সন্মতিসূচক চিঠিখন পাইছোঁ। সোনকালে বৈঠক এখন দিম। তুমি যেনে তেনে আহিবা।" কিন্তু কোনো দিনে সেই বৈঠকৰ দিন আৰু নাহিল। বোধহয় ভাৰত সেৱক সমাজৰ অসম শাখাখন তেখেতৰ জেপৰ বস্তু আছিল। এই শাখাই কিবা কাম কৰিছিল নে নাই একো নাজানিছিলোঁ। সি

যিয়েই নহওক, মই কিন্তু ভাৰত সেৱক সমাজৰ অসম শাখাৰ বোৰ্ডৰ এজন সদস্য বুলি নাম জহাব পৰা অৱস্থাত আছিলোঁ। কাৰণ মোক দেখিলেই শৰ্ম্মাদেৱে (দেবেন দা) বৈঠক আহ্বান কৰাৰ কথা আৰু মোক বৈঠকত যোগ দিয়াৰ কথা কৈছিল। মূঠতে বিনা চিন্তাত, বিনা কামত, বিনা খৰচত, বিনা পৰিশ্ৰমত, থাওকতে এই সন্মানৰ অধিকাৰী হোৱাৰ সুযোগ দিয়াৰ কাৰণে শৰ্ম্মাদেৱৰ প্ৰতি মই নিশ্চয় কৃতজ্ঞ। তেখেতৰ অসীম অনুগ্ৰহ। কিন্তু যদিহে ভাৰত সেৱক সমাজৰ স্বীকৃত অসম শাখা এটা আছিল, তেনেহ'লে আমাৰ অকৃতকাৰ্য্যতা আৰু সমাজৰ প্ৰতি দায়িত্ব হীনতাৰ কাৰণে সৰ্ব্ব ভাৰতীয় স্তৰত হেয় প্ৰতিপন্ন হোৱাৰ কথা কল্পনা কৰি, নিজকে নিজে লজ্জিত অনুভৱ কৰিছিলোঁ। আমাক (অসমীয়াক) ৰছি লগাই টানি ওপৰলৈ উঠাই নিবলৈ, ওপৰলৈ চাই ভগৱানক কৰজোৰে প্ৰাৰ্থনা জনাইছিলোঁ।

## —সমষ্টিৰ অন্যান্য উন্নয়নমূলক কাম—
## গড়কাপ্তানী পথ

গড়কাপ্তানী বিভাগৰদ্বাৰা তলত দিয়া পথকেইটা কৰাই দিবলৈ মুখ্যমন্ত্ৰী চলিহাদেৱক অনুৰোধ কৰিছিলোঁ।

১। মাৰ্ঘেৰিটা—কেটেটং—উলুপ—এনথেম—পেঙেৰী পথ
২। পেঙেৰী—দুবাৰমাৰা—বিজুলী বন—ফিলোবাৰী পথ
৩। মাৰ্ঘেৰিটা—মাকুম কিল্লা—মিৰিকা মাজুলি পথ
৪। ডিগবৈ—লখীপথাৰ—মাকুম পথ
৫। ডিগবৈ (মুলিয়াবাৰী)—পাণবাৰী পথ
৬। লংটং—কথা পথ
৭। লিডু—বিচা—হাঁৰে পথাৰ—নিংগাম পথ
৮। বাপাপুং—ৰাম নগৰ শাখা পথ

চলিহাদেৱে জৰীপ কৰাই চৰকাৰৰ পুঁজি সাপেক্ষে পথবোৰ কৰাৰ কথা বিবেচনা কৰিব বুলি আশ্বাস দিছিল। লগতে মোক কৈছিল, যদি এতিয়াই মাৰ্ঘেৰিটাৰপৰা অন্ততঃ কেটেটঙলৈ প্ৰাথমিক ভাবে পথ এটা উলিয়াবলৈ চাহ-পানী খোৱাৰ বাবদ আৰু মাজে মধ্যে আৱশ্যকীয় বাঁহ কাঠৰ দলং সাঁকো আদি দিবলৈ সাত হাজাৰমান টকা দিয়া হয়, তেনেহ'লে ৰাইজে নিজে কাম কৰি পথটো উলিয়াই ল'বনে? মই টপৰাই 'উলিয়াব' বুলি কোৱাত চলিহা পতিয়ন নগৈছিল। তেখেতে কৈছিল আপুনি ৰাইজৰ লগত আলোচনা কৰি মোক জনাব। কাৰণ সেই অঞ্চলত এতিয়ালৈকে নিজে কাম কৰি, নিজৰ সুবিধা কৰি লোৱাৰ কোনো দৃষ্টান্ত নাই। মই আহি ৰাইজৰ লগত আলোচনা কৰিছিলোঁ। এই প্ৰস্তাৱত বৰ উৎসাহিত হৈ কুমগীটাং দুৱনীয়া, নৰেশ্বৰ নিংদো, আইচ্যাখং গোহাঁই, আব্দুল মুনাফ আদি বয়সস্থ সকল আৰু অংফিউ দুৱনীয়া, ভূপেশ নিংদো, কেটেটং এম. ই. স্কুলৰ হেড মাষ্টাৰ হেমেন বড়াকে প্ৰমুখ্য কৰি ডেকাসকলে ৰাইজক সংগঠিত কৰি, কাম কৰিব বুলি আগ বাঢ়ি আহিছিল আৰু টকা মঞ্জুৰ হোৱাৰ আগতেই কুমগীটাং দুৱনীয়াৰ নেতৃত্বত কমিটি এখনো গঠন কৰি লৈছিল। মই চলিহাদেৱক ৰাইজৰ সম্মতি আৰু একাগ্ৰতাৰ কথা কোৱাত তেখেতৰ পূৰ্ব্বৰ কথা ৰাখি, সাত হাজাৰ টকা কমিটিৰ নামত মঞ্জুৰ কৰিছিল। এই মঞ্জুৰী পাই ডেকা-বুঢ়া সকলো মিলি, মাৰ্ঘেৰিটাৰপৰা ২নং আলুবাৰী, ডিৱং,

কেটেটংহে বাঁহবাৰীলৈকে প্ৰায় ৯ কিলোমিটাৰ পথ জীপ গাড়ী যাব পৰাকৈ বান্ধি উলিয়াইছিল। আনকি নলা জানবোৰতো কাঠ-বাঁহৰ দলং সাজি উলিয়াইছিল।

মই ৰাইজক কথা দিছিলোঁ যে, এই টকাৰ ভিতৰতে ৰাইজে শ্ৰম দান দি অন্ততঃ জীপ গাড়ী যাব পৰাকৈ যদি পথটো কৰি দিয়ে, তেনেহ'লে মুখ্যমন্ত্ৰীক কেটেটঙলৈ আনি তেখেতসকলৰ কাম দেখুৱা হ'ব। পথটো সম্পূৰ্ণ হোৱাৰ পাচত মুখ্যমন্ত্ৰীক অনাৰ কাৰণে মোৰ ওপৰতে হেঁচা পৰিছিল। মোৰ অনুৰোধক্ৰমে চলিহাদেৱে কেটেটঙলৈ আহিবলৈ সন্মত হৈ, দিন দিছিল। সেই অনুসৰি জীপেৰে চলিহাদেৱেক কেটেটঙৰ ৰাজহুৱা সভালৈ লৈ যোৱা হৈছিল। এই পথটো তেখেতে মঞ্জুৰ কৰা সাত হাজাৰ টকাতেই ৰাইজৰ শ্ৰমেৰে কৰা বুলি জানি, চলিহা বৰ আনন্দিত হৈছিল আৰু ৰাইজক উচ্চ প্ৰশংসা কৰিছিল। তেখেতে অনতিপলমে এই পথটো গড় কাপ্তানী বিভাগে ল'ব বুলিও কথা দিছিল। তেখেতৰ কথা অনুসৰি মাৰ্ঘেৰিটা-পেঙেৰী পথ গড় কাপ্তানী বিভাগে বান্ধি, চলিহাদেৱৰ আশ্বাস ফলৱতী কৰিছিল। ঠিক সেইদৰে ওপৰত উল্লেখ কৰা ৬নং লিডু-নিংগাম পথটোৰ বাহিৰে, বাকী আটাইবোৰ পথ লাহে লাহে গড়কাপ্তানী বিভাগে বান্ধি উলিয়াইছিল। ৬নং পথটো জৰীপ কৰি, বিভাগীয় কৰ্তৃপক্ষই অসমৰ্থতা প্ৰকাশ কৰিছিল। তাৰ কাৰণ আছিল প্ৰধানকৈ টিৰাপ নদীৰ দলং। সেই সময়ত টিৰাপ নৈৰ ওপৰত দলং সাজি এই দীৰ্ঘ পথটো উলিয়াবলৈ গড়কাপ্তানী বিভাগৰ সম্বল নাছিল।

## ডিগবৈ-পেঙেৰী পথ

ডিগবৈ চাৰিআলিৰপৰা মুলিয়াবাৰী 'গৰু ফাটেকলৈ' পথচোৱা অসম অইল কোম্পানীৰ আৰু গৰু ফাটেকৰপৰা পেঙেৰী বাগিচালৈ পেঙেৰী চাহ বাগানৰ আছিল। পথটো কেঁচা আছিল। উল্লেখ কৰা উচিত হ'ব যে, পেঙেৰী চাহ বাগিচাৰপৰা ডিগবৈৰ 'গৰু ফাটেকলৈ' (ইয়াত গৰুৰ ফাটেক এখন আছিল।) আলি বাটটোৰ কাষে কাষে এটা ট্ৰলী লাইন আছিল। ৰাইজৰ নিজা ৰবীয়াকৈ কোনো পথ নাছিল। কোনো কাৰণত অসম অইল কোম্পানী আৰু পেঙেৰী বাগান কৰ্তৃপক্ষই তেওঁলোকৰ পথ বন্ধ কৰিলে ৰাইজৰ কোনো উপায় নাছিল। স্বাধীনতাৰ পাচত লাহে লাহে জন বসতি বাঢ়ি অহাত, আৰু সমাজ প্ৰগতিৰ পথলৈ আগবাঢ়িব ধৰাত, মানুহৰ আহ যাহ দ্ৰুত গতিত বাঢ়ি আহিছিল। পেঙেৰীৰ ভিতৰ অঞ্চলৰ গাওঁবোৰৰ মানুহৰ বাহিৰলৈ অহা যোৱা কৰাৰ একমাত্ৰ পথ পেঙেৰী-ডিগবৈ পথ। কিন্তু এই পথটো বাগানৰ হোৱাৰ কাৰণে মানুহে মাজে-মধ্যে বাগানৰ স্বাৰ্থত কিছু বাধাৰ সন্মুখীন হ'বলগীয়া হৈছিল। সেয়ে এই পথটো চৰকাৰৰ গড় কাপ্তানী পথ কৰিবৰ কাৰণে মই চেষ্টা কৰিছিলোঁ। মোৰ প্ৰস্তাবটো চৰকাৰে নীতিগত ভাবে মানি লৈছিল।

সেই সময়ত ডিব্ৰুগড় মহকুমাৰ কাৰ্য্যবাহী অভিযন্তা আছিল নগেন্দ্ৰ নাথ বৰুৱা। তেখেতে ডিগবৈৰ কোম্পানীৰ চাকৰি এৰি চৰকাৰৰ গড়কাপ্তানী বিভাগৰ কাৰ্য্যবাহী অভিযন্তা হৈছিল। এদিন তেখেতে আহি মোক ক'লে যে, বাগান কৰ্তৃপক্ষই পথচোৱাৰ কৰ্তৃত্ব এৰিবলৈ ৰাজি হৈছে, কিন্তু অসম অইল কোম্পানীয়ে আপত্তি দৰ্শাইছে। গড়কাপ্তানীৰ নিয়ম হ'ল, তেওঁলোকৰ যিকোনো পথ কোনো এটা চৰকাৰী পথৰ লগত সংযোগ হ'ব লাগিব। এনে অৱস্থাত এই পথচোৱা ডিগবৈ চাৰিআলিত চৰকাৰী পথৰ লগত লগ লগাব নোৱাৰিলে গড়কাপ্তানী পথ কৰিব পৰা নহ'ব। যি কি নহওক, বৰুৱাক লৈ, কোম্পানীৰ মেনেজমেণ্টৰ লগত আলোচনা কৰাৰ পাচত, কোম্পানীয়ে পথচোৱা গড়কাপ্তানীক এৰি দিবলৈ মান্তি হৈছিল। লগে

লগে বৰুৱাই আৱশ্যকীয় ব্যৱস্থা লৈ, ডিগবৈ-পেঙেৰী আলিক গড়কাপ্তানী আলি কৰি লৈছিল।

## বাপাপুং ৰাম নগৰ শাখা পথ

পেঙেৰী ফালৰপৰা গধুৰ যান বাহানৰ ভিৰ ডিগবৈ নগৰত কম কৰাৰ কাৰণে বাপাপুঙৰপৰা পানবাৰী হৈ ৰাম নগৰলৈ শাখা পথ এটা উলিয়াই, ৰাষ্ট্ৰীয় ঘাই পথৰ লগত লগ লগাই দিবলৈকো, গড়কাপ্তানী বিভাগে মঞ্জুৰ কৰিছিল। কিন্তু মোৰ আমোলত ইয়াক কাৰ্য্যকৰী কৰিব পৰা নহ'ল। মোৰ পাচত যদু নাথ ভূঞাই মাটিৰ কাম কৰাই কাৰ্য্যকৰী কৰিছিল। কিন্তু ভূঞাৰ পাচত আৰু কোনোৱে খবৰ কৰোঁতা নোলাল। আলিটো তেনেদৰেই আজিও পৰি আছে। ডিগবৈ নগৰৰ যান বাহনৰ হেঁচা নকমিল।

বাকী গাওঁবোৰৰ মাজৰ সৰু সৰু সংযোগ পথবোৰ ব্লক আৰু চৰকাৰী সহায়ত কৰা হৈছে।

## ২৮ বছৰেও 'লেভেল ক্ৰচিং' নহ'ল

এইখিনিতে এটা কথা উল্লেখ নকৰি নোৱাৰিলোঁ যে, ওপৰত লিখা ৪নং পথটো (ডিগবৈ-লখীপথাৰ-মাকুম পথ) বৰ খৰখেদাকৈ হৈছিল যদিও অসম ট্ৰাঙ্ক ৰ'ডৰপৰা (এতিয়া নেশ্যনেল হাইওৱে) তথা প্ৰিন্ট ক্ৰাফ্টৰ ওচৰৰপৰা মাত্ৰ কেইগজমান দূৰত ৰেল আলিৰ ওপৰত 'লেভেল ক্ৰচিং' নোহোৱাৰ কাৰণে এই পথটোৱে ৰাইজক দিব লগীয়া সুবিধাকণ দিব পৰা নাই। পথটো সম্পূৰ্ণ হোৱাৰ আগমুহূৰ্ত্তত মই বিধায়ক ভঙ্গা গৈছিলোঁ। পিচত শুনিবলৈ পাইছিলোঁ, 'লেভেল ক্ৰচিঙৰ কাৰণে হেনো গড় কাপ্তানী বিভাগে ২৪ হাজাৰ টকা ৰেল কৰ্তৃপক্ষক জমা দিব লাগিছিল। এই টকা জমা নিদিয়াৰ কাৰণেই 'লেভেল ক্ৰচিং' নহ'ল। এতিয়া এই টকাৰ পৰিমাণ বহুতো বাঢ়ি গৈছে। ১৯৬৭ চনৰপৰা আজিলৈকে এই দীৰ্ঘ সময় চোৱাত সদায় দেখি থকা, সাধাৰণ অথচ জৰুৰী, কথা এটাৰ প্ৰতি কোনো বিধায়ক, মন্ত্ৰীৰ চকু দিয়াৰ সময় নহ'ল। চকু দিছে যদিও মই নাজানোঁ। দেখিছোঁ লেভেল ক্ৰচিং হোৱা নাই, 'লেভেল ক্ৰচিং'টো নোহোৱাৰ কাৰণে পথটোৰ ওপৰত শিলগুটি পেলোৱা দূৰৰ কথা বিক্সা, ঠেলা এখনো যাব নোৱাৰা অৱস্থা এটা হৈ আছে। সন্মানিত সংশ্লিষ্ট সকলক সুমতি, ৰাইজৰ কাম কৰাৰ স্পৃহা আৰু মানসিকতা দিবলৈ ভগবানক কৰযোৰে প্ৰাৰ্থনা জনাইছোঁ।

## কঠালগুৰি ডাক্তৰখানা

মই বিধায়ক হোৱাৰ আগৰপৰাই টিৰাপ আৰু মাৰ্ঘেৰিটাত চৰকাৰী ডাক্তৰখানা আছিল। কিন্তু বুঢ়ীদিহিং মৌজাত কোনো চিকিৎসালয়ৰ ব্যৱস্থা নাছিল। ১৯৫৭ চনৰ অক্টোবৰ মাহতেই মুখ্যমন্ত্ৰী চলিহা আৰু স্বাস্থ্য মন্ত্ৰী মইনুল হক চৌধুৰীক বুঢ়ীদিহিং মৌজাৰ এমূৰে কঠালগুৰিত, আৰু আন মূৰে তিনি আলি নগাবঁত, দুখন ডাক্তৰখানা মঞ্জুৰ কৰিবলৈ অনুৰোধ কৰিছিলোঁ। লক্ষীমপুৰ জিলাৰ চিভিল চাৰ্জ্জনে ৬।১০।৫৯ তাৰিখে XI-13P/59নং চিঠিযে ডাক্তৰখানা মঞ্জুৰ হোৱা বুলি জনাইছিল।

OFFICE OF THE CIVIL SURGEON, LAKHIMPUR DISTRICT,
DIGBRUGARH
(PUBLIC HEALTH BRANCH)

No. XI-13P/59 Dated Dibrugarh the 6th October, 1959

To

The Sub-divisional Medical & Health Officer,

Doomdooma.

Subject :— Establishment of 8 (Eight) New State (Public Health) Dispensaries in the State during the year 1959-60 under Normal, grant.

There was a proposal for establishment of 2 (two_) New State (Public Health) Dispensaries in this district during the year 1959-60 under the Normal Grant and accordingly the Govt. also have communicated their approval for constructing the above two dispensaries one at Deorighat in Paik Mahal Mouja of North Bank of Brahmaputra and the other at Kathalguri in Buridehing Mouja of Dibrugarh Sub-division.

To step, in the first phase on the matter is selection of a suitable site. Therefore you please visit the place early accompanying with the local M.L.A. (Shri D.C. Deb Sarmah) and select a suitable plot of land measuring about 4 or 5 bighas, in consultation with them.

In selecting the site and the plot of land attention should be given to the Govt. land which is more preferable.

After done so a report on the matter in details should be furnished to this office for taking necessary action.

Sd/- G.C. Das
Civil Surgeon, Lakhimpur
Dibrugarh

Memo No. XI-3P/59/9548-49 dated Dibrugarh the 6the October 1959

Copy forwarded to Shri Dwijesh Chandra Deb Sarmah, M.L.A., Digboi

The Sub Deputy Collector, Tinsukia for information and taking necessary action.

Sd/-
Civil Surgeon, Lakhimpur
Dibrugarh

নির্দ্দিষ্ট সময়ৰ ভিতৰতেই কঠালগুৰি ডাক্তৰখানাৰ ঘৰ-দুৱাৰ হৈ উঠিছিল। স্বাস্থ্য মন্ত্ৰী হক চৌধুৰীয়ে ডাক্তৰখানাৰ দুৱাৰ মুকলি কৰিছিল। হক চৌধুৰীয়ে 'মিহলি বিতু'ত এখন আৰু তিনিআলি নগাৰঁত এখন, জনসভাত ভাষণ দিছিল। তিনিআলি নগাৰঁত তিলেশ্বৰ দুৱৰাই বিৰাট জনসভাৰ আয়োজন কৰিছিল। হক চৌধুৰীয়ে পাচলৈ তাতো এখন ডাক্তৰখানা মঞ্জুৰ কৰাৰ কথা কৈছিল।

## মাৰ্ঘেৰিটাত ৰাজহ চক্ৰ

তিনিচুকীয়া ৰাজহ চক্ৰটো বৰ ডাঙৰ হোবাত কাম চলাব নোৱাৰা অৱস্থা এটা হৈছিল। মই তিনিচুকীয়া ৰাজহ চক্ৰটো ফালি, আৰু দুটা নতুন চক্ৰ কৰিবলৈ, এটা ডিগবৈ বা মাৰ্ঘেৰিটাত আৰু আন এটা শদিয়াত, যত্ন কৰিছিলোঁ। এই বিষয়ে মুখ্যমন্ত্ৰী আৰু ৰাজহ মন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে লক্ষীমপুৰ জিলাৰ উপায়ুক্তলৈ তলত দিয়া চিঠিখন লিখি, তেখেতক দেখা কৰিছিলোঁ।

From :— Shri Dwijesh Chandra Deb Sarmah
M.L.A. Digboi Constituency
Digboi PO, Assam,

To

The Deputy Commissioner,
Lakhimpur District,
Dibrugarh, Assam

Dear Sir,

Subject :— Establishment of a S.D.C.'s Circle at Digboi or Margherita

I beg to draw your attention that the present Sub-Deputy Collector's Circle of Tinsukia is so big in view of increased population and settlements that one circle has been found to be quite inadequate to meet the demands of the public. It is no exaggearation to say that the public is exposed to sufferings for heavy work of the circle and consequent delayed decisions.

It is high time to suggest to divide this circle into 3 circles. Namely Tinsukia, Digboi or Margherita and Sadiya.

The Digboi/Margherita Circle should consist of Makum Mouza, Part of Burideking Mouza, Tirap Transpered Area and Tingrai Mouza. The number of population in these Mouzas has considerably increased and therefore settlements together with mitigations. Hence the establishment of a Circle at Digboi or Mergherita for the above Mouzas has been found to be essential. In this Connection it should be mentioned that there is a direct communication upto Digboi and then to Margherita from said part of Burideking Mouza.

Under the above circumstances I think it to be most necessary to establish a S.D.C.'s circle at Digboi or Margherita according to suitability and Sadiya at an early date.

I hope you will consider the matter very sympathetically to mitigate the trouble and sufferings.

Thanking you,
Yours faithfully
Sd/- D.C. Deb Sarmah

Copy to :—

(I) The Minister-in-charge of Revenue, Assam, Shillong

(II) The S.D.C., Tinsukia.

আন এখন বেলেগ চিঠিৰে অনুৰোধ কৰি, এই নকলবোৰ পঠোৱা হৈছিল।

দৰ্খাস্তখন লৈ উপায়ুক্তক দেখা কৰি, আলোচনা কৰিছিলোঁ। তেখেতে প্ৰস্তাবটোত সন্তোষ প্ৰকাশ কৰিছিল আৰু তেখেতে পৰাখিনি কৰিব বুলিও কৈছিল। মুখ্যমন্ত্ৰী আৰু বিভাগীয় মন্ত্ৰীকো প্ৰস্তাবটো সহৃদয়তাৰে বিবেচনা কৰি, কাৰ্য্যকৰী কৰিবলৈ পুনৰায় অনুৰোধ কৰিছিলোঁ।

ইয়াৰ পাচতে অসম চৰকাৰৰ উপায়ুক্তলৈ দিয়া চিঠিখনৰ প্ৰতিলিপি এটা পাইছিলোঁ। তলত পূৰ্ণ পাঠ দিয়া হ'ল।

GOVERMMENT OF ASSAM

REVENUE (L. REV) Department LAND REV. Branch

No. RLR. 204/57/11 Dated Shillong the 29th Nov., 1957

From :— Shri T. Rahman, B.Sc., A.C.S.
Under Secretary to the Govt. of Assam
(L-Rev) Department

To

The Deputy Commissioner,
Lakhimpur, Dibrugarh.

Subject :—Proposal for creation of New Revenue Circles in Dibrugarh Sub-Division.

Sir,

In connection of this Deptt's letter No. RLR 204/57/9 dtd. 19-11-57 on the above subject I am directed to forward herewith a copy of letter dt. nil October 1957 from Shri Dwijesh Chandra Deb Sarmah, M.L.A., Digboi for necessary action.

Yours faithfully
**Sd/- T. Rahman**
Under Secretary to the Govt. of Assam
Revenue (L. Rev.) Department,

সন্তোষৰ কথা যে, এনেদৰেই মাৰ্ঘেৰিটা ৰাজহ চক্ৰ স্থাপিত হৈছিল।

## মাৰ্ঘেৰিটা উন্নয়ন ব্লক

১৯৫২-৫৭ চনৰ ভিতৰত প্ৰতি মহকুমাকেই কেইবাটাও অঞ্চলত ভাগ কৰি, একোটা ব্লক কৰি, সেই অঞ্চলৰ গাওঁ সমূহৰ সামুহিক উন্নয়নৰ কাৰণে দায়িত্ব অৰ্পণ কৰিছিল। ডিব্ৰুগড় মহকুমাতো টিৰাপ, মাকুম, বুঢ়ীদিহিং মৌজাক ডুমডুমা কাকপথাৰৰ লগত লগ লগাই, কাকপথাৰত প্ৰধান কাৰ্য্যালয় কৰি, কাকপথাৰ ব্লক কৰিছিল। মই নিশ্চিত হৈছিলোঁ যে, এই অতিকে পিচ পৰা বিৰাট অঞ্চলটোৰ লাগতিয়াল উন্নয়নৰ কাম কৰা বা চম্ভালা, এমূৰে অৱস্থিত কাকপথাৰৰপৰা সম্ভৱ নহয়।

২৮।১০।৫৭ তাৰিখে মই মোৰ পৰামৰ্শ লিখিত ভাবে দি, উপায়ুক্তৰ লগত আলোচনা কৰিছিলোঁ। তেখেতে জানিবলৈ দিছিল যে, তেতিয়া আৰু সাল সলনি কৰাৰ উপায় নাছিল। ইতিমধ্যে কাকপথাৰৰ কাম বহুত আগবাঢ়ি গৈছে। তদুপৰি অসম চৰকাৰৰ এই আঁচনিয়ে কেন্দ্ৰীয় চৰকাৰৰ অনুমোদন লাভ কৰিছে। যি কি নহওক, তেখেতে মহকুমা উন্নয়ন কমিটিক আলোচনাৰ্থে মোৰ চিঠিখন দিব বুলি আশ্বাস দিছিল।

১২।৮।৫৮ তাৰিখে ডিব্ৰুগড় ডেভলেপমেণ্ট কমিটিয়ে বিষয়টো আলোচনা কৰি, মোৰ পৰামৰ্শ গ্ৰহণ কৰি, অৰ্থাৎ টিৰাপ মৌজা, মাকুম মৌজা আৰু বুঢ়ীদিহিং মৌজাৰ অংশ এটা লৈ সুকীয়া ব্লক এটা কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। উল্লেখনীয় যে, মোৰ পৰামৰ্শৰ নকল বিভাগীয় মন্ত্ৰীদেৱকো দিয়া হৈছিল।

উক্ত প্ৰস্তাৱটোৰ প্ৰতিলিপি দি, প্ৰস্তাৱটো কাৰ্যকৰী কৰিবলৈ কেন্দ্ৰক হেঁচা দিবলৈ অনুৰোধ কৰি, মই পাৰ্লিয়ামেণ্টাৰী চেক্ৰেটৰী যোগেন্দ্ৰ নাথ হাজৰিকাদেৱলৈ চিঠি এখন লিখিছিলোঁ। তেখেতে তলত দিয়া চিঠিখনেৰে তাৰ উত্তৰ দিছিল।

J. N. Hazarika
Parliamentary Secretary

MNIMSTRY OF EXTERNAL AFFAIRS
NEW DELHI

D.O. No. PS/EA/1014/58 30th December 1958

My Dear Shri Sarmah,

Kindly refer to my previous letter to you about the starting of a Multi Purpose Development Block in the Tirap Transferred Area. The position is that last year, the Govt. of Assam Sent a proposal to allot a block for the Tirap Transferred Area on the model of the blocks existing in NEFA. Then the Govt. of India pointed out some difficulties that would arise from the implementation of the proposal. This matter was also discussed with the Dy. Development Commissioner, Assam when came over to Delhi in January 1958 and as a result of that, it is agreed to drop that proposal and send a revived one. This matter, however, was again discussed with Assam Officials when they came here recently for the Annual Plan discussion and the State Officials promised to finalise this question very soon. But unfortunately no fresh proposal has yet been sent by the Govt. of Assam as you stated. The Ministry of the Community Development is, however, of the opinion that it may not feasible to allot a separate block only for this Transferred Area in view of the fact that it has only a population of 15,000 in 60 villages. The Ministry will, of course, consider if some more villages near about are added to it, which may qualify for a block. But until and unless revised proposal comes from Assam nothing can be done here. I believe, at present, this Transferred Area is provisionally attached to the

Kakapathar Block. You may now discuss the matter with the Govt. of Assam and send the revised proposal as early as possible.

With regards to you

Yours Sincerely
**Sd/- J.N. Hazarika**

To

Shri D.C. Deb Sarmah
Member of the Assam Assembly
P.O. Digboi (Assam)

হাজৰিকাদেৱৰপৰা উক্ত চিঠি পোৱাৰ পাচত মই ২৫-১-৫৯ তাৰিখে হাজৰিকাৰ চিঠিৰ উত্তৰ দিছিলোঁ আৰু সেই একেদিনাই অসমৰ বিভাগীয় মন্ত্ৰী ফখৰুদ্দিন আলি আহমেদদেৱলৈকো চিঠি এখন দিছিলোঁ। তলত চিঠি দুখনৰ পূৰ্ণ পাঠ দিয়া হ'ল।

## হাজৰিকালৈ দিয়া চিঠি

25th January 1959

My Dear Shri Hazarika,

I thank you very much for your D.O. No. PS/EA/10148/58 dated 30 th December 1958, a reply of which has been unavoidably delayed due to various preoccuptions, for which please excuse.

The proposal regarding the establishment of M.P.C.D. Block in the Tirap Transferred Area as you have written in your letter under reference is not the exact proposition of the proposal passed in the Dibrugarh Development Board on 12-3-58. The Dibrugarh Develpment Board is also of opinion that a block cannot be established comprising only Tirap Transferred Area, So the Board proposed to request the Government to establish a block comprising Tirap Transferred Area, Makum Mouza and a part of Burhidehing Mouza. So far my information goes, the proposal had already been sent to the Govt. of Assam. But I am surprised to know from your letter that the said proposal has not yet been forwarded to the Govt. of India.

I also like to point out here that the population of Makum Mouza shown at the time of delimitation of areas of the Blocks was quite wrong. In it it was shown 13,000 population. I think either entire population of Digboi Police Station or entire population of Margherita Police Station had been left out. So the division made at the time was completely on worng basis. It also not be out of place to point out here that at the time of delimitation certain vital factors such as the bulkiness of the areas, its backwardness, lack of communication, varied population specially Tribals and backward communities, most under developed educationally, economically and

socially, were not taken into consideration at all.

If our proposal for a seperate Block Comprising Tirap, Makum Mouza and part of Burideહing Mouza is accepted then the area will be about 450.19 squire miles and the population at present will not less than 60,000 excluding the population of Tea gardens and other industrial areas.

Now I hope the position is quite clear to you and you will be in a position to try to move the proper authority for its implementation.

According to your advice I am writing to the Minister and The Secretary, Community Development Department of the Govt. of Assam.

Thanking you with best wishes and regards
P.S. I enclose herewith the copy of my letter addressed to
Shri F.A. Ahmed of this day for your perusal.

Yours faithfully

D.C. Deb Sarmah

To

Shri J.N. Hazarika, M.P.
Parliamentary Secretary, External Affair, New Delhi

## মাননীয় ফখৰুদ্দিন আলি আহমেদলৈ লিখা চিঠি

25th January 1959

Respected Sir,

I am enclosing herewith the true copy of Shri J.N. Hazarika, M.P's D.O. letter No. PS/EA/1014/58 dated the 30th December 1958 together with the copy of my reply thereto for your kind perusal.

I had personal talk with you also regarding establishment of a MPCD Block or NES Block comprising Tirap Transferred Area, Makum Mouza and a part of Burideહing Mouza. At that time you approved the idea and suggested to put the matter in the Dibrugarh Development Board and also you agreed to recommend the proposal to the Govt. of India if the local Development Board submit such proposal to the Govt. of Assam.



The Dibruarh Development Board unanimously passed a resolution in a meeting held on 12-8-58 to request the Goverment to establish the Block comprising Tirap Transferred Area, Makum Mouza and part of Burideહing Mouza and so far my knowledge goes the proposal had already been sent to the Govt. of Assam in time, but from Shri Hazarika's letter it appears that this proposal did

not reach the proper authority, which is a matter of deep regret.

As I have given the main factors in support of the new Block in my reply to Shri Hazarika. I donot like to repeat the same. Now I must impress upon you that you will realise the difficulties of this area and feel the urgency of establishing a Block as early as possible with a view to remove the difficulties on the way of developing the remotest and the most backward and neglected area of the state.

I further like to point out here that inclusion of Makum and Tirap Mouza in the Kakapather NES Block was not justified, because living aside the important factors, it is seen at a glance that the area is unmanageable within a Block.

If the new proposal for a seperate Block comprising Makum, Tirap Mouza and a part of Buridehing Mouza is materialised, then the area will be 350.19 squre miles and the present population is not less than 60,000 excluding Industrial areas. And if the population of the Industrial areas is also Included the populaion will be not less than 90,000. So the resolution passed by the Development Board. I think, was quite justified and a correct step.

Now I am confident that you will also kindly approve the proposal and leave no stone unturned to place this proposal before the Govt. of India without delay. If this proposal is not materialised, the area will ever remain backward and will be deprived of the necessary aminities to develop themselves upto the equal standard of others.

I shall be grateful to know your sympathetic views on the matter and the action taken.

With my best wishes and kindest regards.

Yours Sincerely
**D.C. Deb Sarmah**

Enclose - 2

To

Shri F.A. Ahmed, Bar-at-Law
Minister in charge of Finance & Development,
Govt of Assam, Shillong.

এই চিঠিৰ নকল সহ বহুতো তথ্য পাতি দি, আৰু এই মৌজা কেইখনৰ গাওঁবোৰৰ জন-গাঠনি, সামগ্ৰিক অনগ্ৰসৰতা আৰু ৰাজনৈতিক দিশৰ প্ৰতি আঙুলিয়াই, মাথেবিটাত এটা সুকীয়া ব্লক কৰাৰ কাৰণে মুখ্যমন্ত্ৰীক অনুৰোধ কৰিছিলোঁ। এই ব্লকবোৰ অসম চৰকাৰৰ আঁচনি অনুসৰি কেন্দ্ৰীয় চৰকাৰৰ অনুমোদন ক্ৰমে কৰা হৈছিল। গতিকে অসম চৰকাৰে এখন আঁচনিত অনুমোদন পোৱাৰ পাচত এতিয়া আকৌ নতুনকৈ এটা ব্লক সৃষ্টি কৰিবলৈ কেন্দ্ৰীয় চৰকাৰক বিচৰাটো সম্ভৱপৰ নাছিল। মোৰ বক্তব্য আছিল, চৰকাৰৰ ভুল আঁচনিৰ কাৰণে এটা বিশাল অঞ্চলৰ পিচ পৰা ৰাইজ ন্যায় প্ৰাপ্তিৰপৰা, তথা উন্নয়নৰপৰা, বঞ্চিত হ'ব [illegible]

বিভাগীয় মন্ত্ৰী ফখৰুদ্দিন আলি আহমেদলৈ মোৰ দৰ্খাস্তখন বিবেচনাৰ কাৰণে পঠাই, মোক দেখা কৰিবলৈ পৰামৰ্শ দিছিল। মই আহমেদদেৱক লগ ধৰি সকলো কথা বিবৰি কৈ, ইয়াৰ ৰাজনৈতিক দিশটোলৈকো আঙুলিয়াইছিলোঁ। এই দিশটো আছিল টিৰাপ মৌজাটোক টিৰাপ হস্তান্তৰিত এলাকা বুলি (Tirap Transferred Area) কোৱা হৈছিল। এই এলাকাটো পূৰ্ব্বতে উত্তৰ পূব সীমান্ত এজেন্সিৰ পৰা (North East Frontier Agency) ফালি আনি টিৰাপ হস্তান্তৰিত এলাকা (Tirap Transferred Area) নামাকৰণেৰে লক্ষীমপুৰ জিলাৰ উপায়ুক্তৰ অধীনত, মাৰ্ঘেৰিটাক প্ৰধান কাৰ্য্যালয় হিচাপে লৈ, এজন সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীৰ (Assistant Political Officer) দ্বাৰা প্ৰশাসন চলোৱা হৈছিল। স্বাধীনতাৰ আগত এই ৰাজনৈতিক প্ৰাধিকাৰীজন সদায় ইউৰোপীয়ান আছিল। বিপিন বৰগোহাঁই এই পদত প্ৰথম ভাৰতীয় আছিল। তেখেতৰ পাচত ভুবনেশ্বৰ ভট্টাচাৰ্য্য, মেদিনী চৌধুৰী, গিৰীন্দ্ৰ নাথ ভট্টাচাৰ্য্য আদি বিশিষ্ট ব্যক্তিসকলে এই পদ শোভা কৰিছিল। এতিয়া কেন্দ্ৰীয় চৰকাৰে উত্তৰ-পূৰ সীমান্ত এজেন্সিত (বৰ্ত্তমান অৰুণাচল) উন্নয়নৰ কাৰণে যথেষ্ট খৰচ কৰাৰ কথা প্ৰচাৰ হোৱাত, স্বাভাৱিকতে টিৰাপ হস্তান্তৰিত এলাকাৰ মানুহবোৰে, বিশেষকৈ জনজাতিসকলে, আকৌ উত্তৰ-পূৱ সীমান্ত এজেন্সিত লগ লগাৰ ইচ্ছা প্ৰকাশ কৰিছিল। গতিকে এই এলাকাটোৰে উন্নয়নৰ ক্ষেত্ৰত সুবিচাৰ নাপালে, তেওঁলোকৰ মনত বিভেদকামী মনোভাৱে ক্ৰিয়া কৰি, হয়তো অদূৰ ভৱিষ্যতে ই এটা আন্দোলনত পৰিণত হ'ব পাৰে। মই এই সকলো কথা বিস্তৃত ভাৱে, তথ্য পাতিৰে, আলি আহমেদদেৱৰ লগত আলোচনা কৰি, নিজে এই অঞ্চলটোত ভ্ৰমণ কৰি, বুজ ল'বলৈ, তেখেতক অনুৰোধ কৰিছিলোঁ। তেখেত মান্তি হৈছিল।

ফখৰুদ্দিন আলি আহমেদদেৱে কিছুদিনৰ পাচতেই আহি, মাৰ্ঘেৰিটাত থাকি, অঞ্চলটো ভ্ৰমণ কৰি, ৰাইজৰ মুখিয়ালসকলক লগ পাইছিল। মাৰ্ঘেৰিটাৰ সেই সময়ৰ এ.পি.ও. ভুবনেশ্বৰ ভট্টাচাৰ্য্যৰ লগতো আলোচনা কৰিছিল। ভট্টাচাৰ্য্যই মোৰ দৃষ্টিকোণৰ লগত একে মত প্ৰকাশ কৰিছিল। আলোচনাত ওপৰত উল্লেখ কৰা ৰাজনৈতিক দিশটোৱে বিশেষ প্ৰাধান্য লাভ কৰিছিল। সকলো কথা খৰচি মাৰি আলোচনা কৰাৰ অন্তত, আহমেদদেৱে বাস্তৱ পৰিস্থিতি তেখতৰ দৃষ্টি গোচৰ কৰাৰ কাৰণে, মোৰ শলাগ লৈছিল আৰু কাকপথাৰ ব্লক ফালি, দুটা কৰি, মাৰ্ঘেৰিটাত এটা ব্লক কৰাৰ যুক্তি-যুক্ততাত পতিয়ন গৈছিল। আলোচনা অনুসৰি মাৰ্ঘেৰিটাত এটা নতুন ব্লক কৰিবলৈ চেষ্টা কৰিব বুলি মোক আশ্বাস দিছিল। তেখেতৰ আশ্বাস মতে কাম হ'ল। টিৰাপ মৌজা, মাকুম মৌজা আৰু বুঢ়ীদিহিং মৌজাৰ এটা অংশক লৈ, মাৰ্ঘেৰিটাত এটা নতুন ব্লক হ'ল। এই ব্লকৰ প্ৰথম ব্লক বিষয়া (Blcok Development Officer) আছিল গণেশ চন্দ্ৰ ভূঞা। ভূঞা এজন নিষ্ঠাবান বিষয়া আছিল। মোৰ যত্ন আৰু তেখেতৰ কৰ্ম্মপ্ৰৱণতাত অতি সোনকালে মাৰ্ঘেৰিটা ব্লকৰ ঘৰ-দুৱাৰ আদি কৰি, সকলো কাম সম্পূৰ্ণ হৈ উঠিছিল।

মাৰ্ঘেৰিটা ব্লক গঠনৰ কৃতকাৰ্য্যতা, মোৰ প্ৰতি ভগবানৰ অসীম কৰুণাৰেই ফলশ্ৰুতি আছিল। সমগ্ৰ এলাকাৰ ৰাইজে সন্তোষ প্ৰকাশ কৰিছিল। মোৰ প্ৰতি তেখেতসকলৰ অন্তৰত এক অনিৰ্ব্বচনীয় বেলেগ মৰমে স্থান পাইছিল। মইও কিবা এটা জয় কৰাৰ আত্মতৃপ্তি লাভ কৰিছিলোঁ। ফখৰুদ্দিন আলি আহমেদদেৱক কৃতজ্ঞতা জনাইছিলোঁ।

## টিৰাপৰ কানীয়া চিকিৎসালয়

মই বিধায়ক হৈয়েই দেখিছিলোঁ যে, ডিগবৈ সমষ্টিৰ ভিতৰুৱা গাওঁবোৰত কানি খাই

বহুত মানুহ নিঃশেষ হোৱাৰ পথত আগ বাঢ়িছিল। আনকি ডিগবৈ নগৰ আৰু ইয়াৰ আশে পাশেও কিছু সংখ্যক কানীয়া আছিল বুলি পাচত গম পাইছিলোঁ। মই পৰীক্ষামূলক হিচাপে প্ৰথমতে টিৰাপ আৰু মাকুম মৌজাৰপৰা কানীয়া নোহোৱা কৰিবলৈ উপায় চিন্তা কৰিছিলোঁ। বহুতে কানীয়াসকলক পুলিচৰ হতুৱাই ফাটেকত ৰখাৰ পৰামৰ্শ দিছিল। ৰাইজে সহযোগ কৰিলে আবকাৰী বিভাগেও তেনে কৰিবলৈ প্ৰস্তুত আছিল। মই এই পৰামৰ্শ স্থায়ী কাৰ্যকৰী নহয় বুলি ভাবিছিলোঁ। খা-খবৰ কৰি জানিব পাৰিছিলোঁ যে, কানীয়াই নিজে কানি এৰা মনোবল গোটাব নোৱাৰিলে কানি বন্ধ কৰা সহজ নহয়। জোৰ জুলুম, শাস্তিমূলক ব্যৱস্থাই, তেওঁলোকক মিছলীয়া কৰে। ফাটেকলৈ পঠালেও পুনৰ আহি কানি খায়। আনকি ফাটেকত থাকোঁতেও নানা বুদ্ধিৰে কানি সংগ্ৰহ কৰে। কানীয়াসকলৰ বিশ্বাস আছিল যে, কানিয়ে তেওঁলোকক বহুতো বেমাৰৰপৰা মুক্ত কৰি ৰাখে। আনহাতে, কানিৰ চোৰাং কাৰবাৰ বন্ধ কৰাটো সম্ভৱপৰ নাছিল। এই অঞ্চলত কানিৰ কাৰবাৰী আছিল প্ৰধানকৈ বাৰ্ম্মাৰ কাৰেণসকল। এওঁলোকৰ ধৰ্ম্ম, পিন্ধন-উৰণ, সামাজিক ৰীতি-নীতি আৰু ভাষা, স্থানীয় মানুহবোৰৰ লগত মিল আছিল। তেওঁলোকে ডাঠ হাবি আৰু পাহাৰ পাৰ হৈ, গাওঁবোৰলৈ আহি, কানি দি থৈ গৈছিল। জীৱনৰ ভয় আৰু আৰ্থিক লাভৰ কাৰণে, কোনোৱে এই বেপাৰীবোৰক চিনাক্ত কৰি দিবলৈ আগ নাবাঢ়িছিল। মই এই বিষয়টো লৈ আবকাৰী বিভাগৰ লগত আলোচনা কৰি, তলত দিয়া পৰামৰ্শসমূহ আগবঢ়াইছিলোঁ।

(১) কানি বেপাৰীক পুলিচ আবকাৰীয়ে ধৰিব লাগে, কিন্তু কানীয়াক ধৰিব নালাগে।

(২) টিৰাপত টিৰাপ ডাক্তৰখানাৰ ওচৰতে এটা অস্থায়ী কানীয়া চিকিৎসা কেন্দ্ৰ স্থাপন কৰি, কানীয়াৰ চিকিৎসাৰ ব্যৱস্থা কৰিব লাগে।

(৩) যিসকল কানীয়াই কানি খায় বুলি নিজে স্বীকাৰ কৰে, আৰু স্ব-ইচ্ছাই চিকিৎসা লোৱাৰ ইচ্ছা প্ৰকাশ কৰে, সেইসকলক আবকাৰী বা পুলিচে কোনো ৰকমৰ জুলুম নকৰি চিকিৎসাৰ ব্যৱস্থা কৰিব লাগে।

(৪) চিকিৎসা লৈ ভাল হৈ অহাৰ পাচত, ঘৰলৈ আহি আকৌ কানি খাবলৈ ল'লে বা চিকিৎসা ল'বলৈ অস্বীকাৰ কৰিলে বা কানি খাই নোখোৱা বুলি মিছা মাতিলে, সেইবোৰক আবকাৰী বা পুলিচে ধৰি নি আইনমতে ব্যৱস্থা ল'ব লাগে।

আবকাৰী বিভাগে মোৰ পৰামৰ্শ সমূহ মানি ল'বলৈ ইচ্ছা প্ৰকাশ কৰিছিল যদিও কানীয়াই ইমান সহজে, স্ব-ইচ্ছাই, নিজে ওলাই অহাত সন্দেহ প্ৰকাশ কৰিছিল। মই তেখেতসকলক এবাৰ পৰীক্ষা কৰি চাবলৈ অনুৰোধ কৰিছিলোঁ। লক্ষীমপুৰ জিলাৰ আবকাৰী চুপাৰিণ্টেণ্ডেণ্ট বলবীৰ ৰায়ে মোক সমৰ্থন কৰিছিল।

মোৰ দায়িত্ব বাঢ়িছিল। মানুহৰ মাজত সচেতনতা অনাটো মোৰ প্ৰধান কৰ্ত্তব্য হৈ পৰিছিল। মই বহি থকা নাছিলোঁ। গাৱঁত ৰাজহুৱা সভা পাতি মুকলিকৈ কানি বৰ্জ্জনৰ কথাটো ৰাইজৰ আগত আলোচনা কৰিবলৈ লৈছিলোঁ। মোৰ এটা বিশ্বাস আছিল যে, মই বাহিৰৰ গণ্য-মান্য মানুহ তথা 'নেতা' হৈ নাথাকি, তেতিয়ালৈকে তেওঁলোকৰ সমাজৰে এজন মুখিয়াল মানুহ হৈ পৰিছিলোঁ। সেয়ে, আৱশ্যক হ'লে ৰাইজৰ স্বাৰ্থৰ কাৰণে, ৰাইজক টান কথা কোৱাৰ সাহস মোৰ বাঢ়ি গৈছিল। অলপো আৰ-বেৰ নৰখাকৈ সকলো কথা খোলা-খুলিকৈ আলোচনা কৰিছিলোঁ আৰু কাৰোবাৰ দোষ দেখিলে, তাক স্পষ্ট ভাবে আঙুলিয়াই দিছিলোঁ। মোৰ এই

আচৰণত ৰাইজে বেয়া পোৱা নাছিল বৰং মোক বেছি আপোন কৰি, নিজ সমাজৰ এজন মানুহ হিচাপে গণ্য কৰিছিল। মই তাৰে সুবিধা লৈ, প্ৰথমতে গাৱঁৰ ডেকা-বুঢ়া সকলো ৰাইজৰ লগত, আনকি কানীয়াসকলৰ ওচৰলৈ গৈয়ো, আলোচনা কৰিছিলোঁ। পাচলৈ ঠায়ে ঠায়ে ৰাজহুৱা সভা পাতি, দৃঢ়তাৰে কৈছিলোঁ—"কানি খোৱা আৰু বিক্ৰী কৰা দুয়োটাই আইনতঃ দণ্ডনীয়। সেয়ে কানীয়াক আবকাৰী বা পুলিচে ধৰিলে আমাৰ কৰিবলগীয়া একো নাই। কিন্তু এই আইন থকা স্বত্বেও কানীয়াসকলক মই এটা প্ৰতিশ্ৰুতি দিব পাৰোঁ যে, যদি চৰকাৰে কানীয়াৰ চিকিৎসাৰ কাৰণে হাস্পাতালৰ ব্যৱস্থা কৰে, আৰু কানি খোৱাসকলে নিজে গৈ, কানীয়া হাস্পাতালত ভৰ্ত্তি হৈ চিকিৎসা লয়, তেনেহ'লে কোনো কানীয়াকে আবকাৰী বা পুলিচে নধৰিব। কোনোবাই কানি খোৱা বুলি সঁচা কথা কোৱাৰ বাবে পুলিচে ধৰিলে তাৰ দায়িত্ব মই ল'ম। কিন্তু কানি খাই মিছা মাতি ধৰা পৰিলে বা চিকিৎসা লৈ কানি এৰি আহি পুনৰ কানি খালে, পুলিচে বা আবকাৰীয়ে ধৰিলে, তেনেলোকক সহায় কৰিবলৈ মইতো নাযাওঁৱেই, মোৰ বিশ্বাস, ৰাইজৰ কোনো নাযাব। যদি কানীয়াসকল মোৰ কথাত ৰাজি হয়, তেনেহ'লে মই টিৰাপত কানীয়া হাস্পাতাল এখন কৰাবলৈ চৰকাৰক ধৰিম। ৰাইজে, বিশেষকৈ কানীয়াসকলে, মোৰ ওপৰত বিশ্বাস স্থাপন কৰি হাত তুলি, মোক কামত আগবাঢ়িবলৈ কৈছিল।

মই এই বিষয়টো লৈ আবকাৰী বিভাগৰ বৰমূৰীয়াসকলৰ লগত আলোচনা কৰিছিলোঁ। তেওঁলোকে কানীয়াৰ কাৰণে হাস্পাতালৰ কথা সমৰ্থন কৰিলেও কৃতকাৰ্য্যতাত সন্দেহ প্ৰকাশ কৰিছিল। কিন্তু লক্ষীমপুৰ জিলাৰ সেই সময়ৰ আবকাৰী চুপাৰিণ্টেণ্ডেণ্ট বল বাহাদুৰ ৰায়ে মোৰ প্ৰস্তাৱত পূৰ্ণ সমৰ্থন দিছিল আৰু তেখেতৰ ভাগে চেষ্টাও কৰিছিল। তেখেতৰ অনুৰোধ ক্ৰমেই মাৰ্ঘেৰিটাৰ এচিষ্টেণ্ট পলিটিকেল অফিচাৰে ১৩-৬-৫৯ তাৰিখে এখন প্ৰতিনিধিমূলক ৰাজহুৱা সভা আহ্বান কৰিছিল। তলত বল বাহাদুৰ ৰায়ৰ চিটিখনৰ পূৰ্ণ পাঠ দিয়া হ'ল।

OFFICE OF THE DEPUTY COMMISSIONER, LAKHIMPUR

No. 7160 Ex, Dated Dibrugarh 21-5-59

From : Shri Bal Bahadur Rai, B.A.
Supdt. of Excise, Lakhimpur.

To

The Assistant Political Officer, Margherita,

Reference :—This office letter No. 6918 dated 16-5-59

Sir,

I have the honour to invite a reference to this office letter quoted above and to inform you that 13-6-59 has been fixed for the meeting in consultation with Shri D.C. Deb Sarmah, M.L.A., Digboi.

Kindly make necessary arrangement at your end to hold the meeting on the above date at your office. Further I would request you to invite some of the leading persons of the tribal areas to attend the said meeting, shri Deb Sarmah may be consulted over the list of the persons.

Yours faithfully
Sd/- B.B. Rai
Supdt. of Excise, Lakhimpur

Memo No. 7161-65 Ex

Dt. 21-5-59

Copy forwarded to :—

(1) The Commissioner of Excise, Assam, Shillong for information and continuation to this office No. 5472 Ex dt. 24-4-59.

((2) Shri D. Deb Sarmah, M.L.A., Digboi.

(3) Shri P.C. Das, Honorary Prohibition commissioner Dibrugarh.

(4) Shri D. Das, Deputy Commissioner, Lakhimpur.

Sd/- B.B. Rai
Supdt. of Excise
Lakhimpur

Forwarded by:—

Sd/-
Deputy Supdt. of Excise
Dibrugarh
21-5-59

১৩-৬-৫৯ তাৰিখৰ উক্ত সভাতেই টিৰাপত কানীয়া হাস্পাতল কৰাৰ আঁচনিখন গ্ৰহণ কৰা হৈছিল।

পৰিকল্পনা অনুযায়ী টিৰাপৰ চৰকাৰী ডাক্তৰখানাৰ ওচৰতে অস্থায়ী কানীয়া হাস্পাতাল স্থাপিত হৈছিল। থকা মেলা খোৱা লোৱাৰ তদাৰক কৰিবৰ কাৰণে লিড়ুৰ সমাজ কৰ্ম্মী যোগেন গগৈক সামান্য দৰমহা দি, চেক্ৰেটৰীৰ পদত নিয়োগ কৰি, টিৰাপ চৰকাৰী ডাক্তৰখানাৰ ডাক্তৰ চৌখক গোহাঁইকে ধৰি স্থানীয় কেইগৰাকীমান মানুহক লৈ, এখন সৰু কমিটি কৰি দিয়া হৈছিল। চৰকাৰী ডাক্তৰখানাৰ ডাক্তৰেই কানীয়া হাস্পাতালৰ ডাক্তৰ আছিল। দুগৰাকী নাৰ্চৰো অস্থায়ী ব্যৱস্থা কৰা হৈছিল।

হাস্পাতাল হোৱাৰ লগে লগে চিকিৎসা ল'বলৈ কানীয়াসকলক আহ্বান কৰা হৈছিল। এই আহ্বানত আশাতীত ভাবে কানীয়া আহি ভৰ্ত্তি হৈছিল। অতি প্ৰেৰণা দায়ক কথা হৈছিল যে, সকলো লাজ-অভিমান কাটি কৰি থৈ, প্ৰথমতে কানি সেবনকাৰী গাৱঁৰ মুখিয়ালসকল অতি আগ্ৰহেৰে আগবাঢ়ি আহি, হাস্পাতালত ভৰ্ত্তি হৈছিল। মুখিয়ালসকল অহা দেখি বাকীবোৰৰ ভয় আৰু লাজ ভাগিছিল। সেয়ে প্ৰথম অৱস্থাত হাস্পাতালত ঠাইৰ অকুলান হৈছিল। আৰু এটা কথাই কানীয়াসকলক আশাবাদী কৰি তুলিছিল। ডিবং গাৱঁৰ প্ৰভাত দুৱনীয়া নামৰ এজন চফল ডেকাই কানি খাই, কানিৰ প্ৰতিক্ৰিয়া হিচাপে আন কিছুমান বেমাৰত ভুগি, ভাল হোৱাৰ আশা এৰি দি, মৃত্যুৰ ক্ষণ গণিছিল। তেওঁ এই হাস্পাতালত তিনি মাহ থাকি, সকলো বেমাৰ মুক্ত হৈ এজন নতুন চেহেৰাৰ, নতুন মানুহ হৈ, ঘৰলৈ উভতিছিল।

কানীয়াৰ সংখ্যা কমি গৈছিল। বহুতো মৃত প্ৰায় কানীয়াই নতুন জীৱন লৈ ওলাই গৈছিল। হাস্পাতালৰ কৃতকাৰ্য্যতাৰ কাৰণে, প্ৰধানকৈ ডাক্তৰ চৌখক গোহাঁইক কানীয়া সকলে আৰু জনজাতি সমাজে, সদায় সুঁৱৰিব লাগিব। তেওঁৰ সেৱাৰ আদৰ্শই মোকো উৎসাহিত কৰিছিল।

ৰাইজৰ জাগৰণ হোৱাত কাৰেণ সকলেও মুকলিমুৰীয়াকৈ কানি আনিবলৈ ভয় কৰা হৈছিল। ৰাইজৰ তৎপৰতাত আৰু সহয়োগত কেইজনমান কাৰেণ কানি বেপাৰীক আৰক্ষীয়ে

কৰায়ত্ব কৰিছিল। এনে ধৰণে কাৰেণ কানি বেপাৰীক সহজতে ধৰা এয়েই প্ৰথম আছিল।

তিনি বছৰৰ পাচত চৰকাৰৰ হেমাহিৰ কাৰণে, আৱশ্যকীয় খৰচৰ কাৰণে টকা-পইচা নপঠোৱা হ'লত, হাস্পাতাল বন্ধ হৈছিল। যি কি নহওক সৰহ ভাগ কানীয়াই কানি এৰিছিল।

## লিডুৰ ৰাইজৰ যথা সম্ভৱ আশা পূৰণ

ইয়াৰ আগতে 'লিডু টিৰাপ অঞ্চল (মৌজা) ভ্ৰমণ' শিতানত দিয়া ৰাইজৰ আটাইকেইটা মূল দাবী ভগবানৰ কৃপাত সম্পূৰ্ণৰূপে পূৰা কৰিব পৰা হৈছিল। যেনে ঃ—

(১) ২য় মহাসমৰৰ সময়ত সৈন্য বিভাগে লিডুত স্থাপন কৰা বিমান ঘাটিৰ কাৰণে অধিগ্ৰহণ কৰা মাটিৰ ক্ষতিপূৰণৰ বাবদ দিবলগীয়া ৯০ হাজাৰ টকা ১৯৫৭ চনলৈকে আদায় দিয়া নাছিল। এই সম্পূৰ্ণ টকা আদায় কৰি ৰাইজক দিয়া হৈছিল।

(২) চৰকাৰী মঞ্জুৰিৰে ৯৮ হাজাৰ টকা খৰচ কৰি লিডু-চিপে গাওঁ মোলাং বান্ধ বান্ধি অঞ্চলটোক বানপানীৰপৰা ৰক্ষা কৰা হৈছিল।

(৩) লিডুৰ কলিয়ৰীত কাম কৰা কৰ্ম্মচাৰী সকলৰ বাহিৰে, অৱসৰপ্ৰাপ্ত কৰ্ম্মচাৰী, লিডুৰ বজাৰ অঞ্চলকে ধৰি গাওঁ সমূহৰ কাৰণে, প্ৰায় এক লাখ টকা খৰচ কৰি চৰকাৰে প্ৰাথমিক চিকিৎসা কেন্দ্ৰ এটা স্থাপন কৰিছিল।

(৪) ১৯৪৭ চনত দেশ বিভাজনৰ ফল স্বৰূপে বঙ্গদেশৰপৰা ভাগি আহি লিডুত বসতি কৰিবলৈ লোৱা উদাস্তুসকলে তেওঁলোকৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে প্ৰাইমাৰী স্কুল স্থাপন কৰি, হাইস্কুললৈ উন্নীত কৰিছিল। ১৯৫০ চনতেই চৰকাৰে এই স্কুলখনলৈ ৯০০০ (ন হাজাৰ) টকাৰ অনুদান এটা মঞ্জুৰ কৰিছিল। কিন্তু স্কুলে মঞ্জুৰিৰ নিৰ্দ্দেশটো পোৱাৰ বাহিৰে ১৯৫৮ চনলৈকে বহু চেষ্টা কৰিও, টকা পোৱা নাছিল। ১৯৫৮ চনত এই মঞ্জুৰি আদায় কৰা হৈছিল।

এইবোৰৰ বাহিৰেও সেই অঞ্চলৰ সৰু-সুৰা প্ৰায় সকলো দাবী পূৰণ কৰা হৈছিল।

## মই বিধায়ক হোৱাৰ সময়লৈকে ডিগবৈ নগৰ বাদ দি ডিগবৈ সমষ্টিৰ চৰকাৰে নোলোৱা স্কুলবোৰ

১৯৫৭ চনত মই বিধায়ক হৈ পাইছিলোঁ যে, ডিগবৈ নগৰৰ বাহিৰেও ডিগবৈ সমষ্টিৰ গাওঁবোৰত ৰাইজে স্থাপন কৰি চলোৱা ৪০ খন প্ৰাইমাৰী স্কুল আৰু এখন এম. ই. স্কুল চৰকাৰে লোৱা নাছিল। এই স্কুলবোৰ ১৪।১৫ বছৰৰপৰা ২।৩ বছৰলৈ ৰাইজে নিজৰপৰাই চলাই আছিল। আবেদন নিবেদন কৰিও চৰকাৰৰ সঁহাৰি পোৱা নাছিল। উদাহৰণ স্বৰূপে, যেনে ঃ—

১। মাৰ্ঘেৰিটা টাউন এল. পি. স্কুল। স্থাপিত ১৯৪৩-৪৪ চন। শিক্ষক ৫ জন, স্কুলৰ নিজৰ মাটিত ৰাইজে সাজি লোৱা অৰ্দ্ধপকা আহল-বহল নিজৰ ঘৰ।

২। আলুবাৰী পাবলিক এল. পি. স্কুল, মাৰ্ঘেৰিটা। স্থাপিত ১৯৪৭ চন। শিক্ষক ৩ জন। নিজৰ মাটিত যথেষ্ঠ ডাঙৰ নিজৰ অৰ্দ্ধ পকা ঘৰ।

এনেদৰে খামাং গাৱঁৰ ধনীৰাম প্ৰাইমাৰী স্কুলৰ বাহিৰে বাকী সকলোবোৰ স্কুল ১৯৫৩ চনৰ ভিতৰতে প্ৰতিষ্ঠিত হৈছিল।

ধনীৰাম প্ৰাইমাৰী স্কুলখন ১৯৫৭ চনত হৈছিল। খামাং গাৱঁৰ বাসিন্দা, প্ৰাক্তন চাহবনুৱা সম্প্ৰদায়ৰ নিৰক্ষৰ কিন্তু চাহ বনুৱা সম্প্ৰদায়ৰ উদ্যোগী উচ্চভিলাষী, ব্যক্তি ধনী ৰাম গাওঁখনৰ মুখপাত্ৰ আছিল। তেওঁ নিজৰ মাটিত, নিজৰ গাঠিৰ ধনেৰে আৰু পৰিশ্ৰমেৰে, খামাং গাৱঁত এখন প্ৰাইমাৰী স্কুল স্থাপন কৰি, গাৱঁৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ অভাৱ দূৰ কৰিছিল। শিক্ষক জনক নিজৰপৰাই চাউলপাত দি ৰাখিছিল। মইও বাহিৰৰপৰা সংগ্ৰহ কৰি, মাহে আঠ টকাকৈ দিছিলোঁ। ধনী ৰামৰ ইচ্ছানুসৰি স্কুল উদ্বোধন কৰিছিলোঁ মইয়েই। ময়েই খামাং প্ৰাইমাৰী নামটোৰ সলনি 'ধনী ৰাম প্ৰাইমাৰী' নাম দিয়াৰ কাৰণে প্ৰস্তাব দিছিলোঁ। ৰাইজে পৰম সন্তোষেৰে এই প্ৰস্তাৱ গ্ৰহণ কৰিছিল।

১৯৫৯ চনৰ ভিতৰত এই আটাইবোৰ স্কুল চৰকাৰে লৈছিল। তলত স্কুলবোৰৰ নাম দিয়া হ'ল।

মাকুম মৌজাৰ ঃ—১। মাৰ্ঘেৰিটা টাউন এল. পি. স্কুল, ২। পাবলিক এল. পি. স্কুল, আলুবাৰী, মাৰ্ঘেৰিটা, ৩। মাকুম কিল্লা প্ৰাইমাৰী স্কুল, ৪। ডিবং প্ৰাইমাৰী স্কুল, ৫। বৰ ফাকিয়াল প্ৰাইমাৰী স্কুল, ৬। ভিতৰ পাৰৈ প্ৰাইমাৰী স্কুল ৭। পাৰৈ মুখ প্ৰাইমাৰী স্কুল, ৮। মোলং ফাকিয়াল প্ৰাইমাৰী স্কুল, ৯। লিডু কলপাৰা প্ৰাইমাৰী স্কুল, ১০। মানমৌ প্ৰাইমাৰী স্কুল, ১১। ভীম পথাৰ প্ৰাইমাৰী স্কুল, ১২। ঢেকীয়া জান প্ৰাইমাৰী স্কুল, ১৩। পাণবাৰী প্ৰাইমাৰী স্কুল, ১৪। বালিজান প্ৰাইমাৰী স্কুল, ১৫। বৰজান প্ৰাইমাৰী স্কুল, ১৬। জানেকী প্ৰাইমাৰী স্কুল, ১৭। মাচে গাওঁ প্ৰাইমাৰী স্কুল, ১৮। মাকুম পথাৰ এল. পি. স্কুল, ১৯। খেলমাটি আদৰ্শ বিদ্যালয়, মাৰ্ঘেৰিটা, ২০। ধনীৰাম প্ৰাইমাৰী স্কুল।

বুঢ়ীদিহিং মৌজাৰ ঃ— ২১। তাল পথাৰ প্ৰাইমাৰী স্কুল, ২২। বৰহোলং প্ৰাইমাৰী স্কুল, ২৩। বিশ্ৰামপুৰ প্ৰাইমাৰী স্কুল, ২৪। সোণজান প্ৰাইমাৰী স্কুল, ২৫। লিটং প্ৰাইমাৰী স্কুল, ২৬। মিহলি ৰিতু প্ৰাইমাৰী স্কুল, ২৭। নৱজ্যোতি প্ৰাইমাৰী স্কুল, ২৮। বেতনী প্ৰাইমাৰী স্কুল, ২৯। তিন আলি প্ৰাইমাৰী স্কুল, ৩০। বোকা পথাৰ প্ৰাইমাৰী স্কুল, ৩১। হাতীগড় প্ৰাইমাৰী স্কুল, ৩২। কনা পথাৰ এল, পি, স্কুল, ৩৩। পেঙেৰী এম, ই, স্কুল, চৰকাৰী সাহায্য প্ৰাপ্ত হৈছিল।

টিৰাপ মৌজাৰ ঃ—৩৪। কুমচাই প্ৰাইমাৰী স্কুল, ৩৫। জাগুন প্ৰাইমাৰী স্কুল, ৩৬। পুনাম প্ৰাইমাৰী স্কুল, ৩৭। লং প্ৰাইমাৰী স্কুল ৩৮। নিংগোম প্ৰাইমাৰী স্কুল, ৩৯। উলুপ প্ৰাইমাৰী স্কুল, ৪০। পাৰ্ব্বতীপুৰ প্ৰাইমাৰী স্কুল।

## মাৰ্ঘেৰিটা পাবলিক হাইস্কুলক বহুমুখী উচ্চতৰ মাধ্যমিকলৈ উন্নীত কৰণ

প্ৰধান শিক্ষক ৺সুৰেণ বৰুৱাৰ লগত আলোচনা ক্ৰমে মাৰ্ঘেৰিটা পাবলিক হাইস্কুলখন বহুমুখী উচ্চতৰ মাধ্যমিকলৈ উন্নীত কৰিবৰ কাৰণে মই বিধায়ক হিচাপে ১৯৫৭ চনৰ ২ জুলাই তাৰিখে লিখিত ভাবে নিবেদন কৰি, সেই সময়ৰ অসমৰ উপ শিক্ষা মন্ত্ৰী ৺ৰাধিকা ৰাম দাসক লগ ধৰি, আলোচনা কৰিছিলোঁ। মন্ত্ৰী গৰাকীয়ে এই আলোচনাত গুৰুত্ব দি, স্কুলখন উচ্চতৰ মাধ্যমিকলৈ উন্নীত কৰাত আগ ভাগ লৈছিল।

## চৰকাৰী পানী যোগান আঁচনি

ডিগবৈ সমষ্টিৰ গাওঁবোৰত, বিশেষকৈ বুঢ়ীদিহিং মৌজা আৰু টিৰাপ হস্তান্তৰ এলাকাত, খোৱা পানী যোগানৰ কোনো ব্যৱস্থা নাছিল। প্ৰতিঘৰত 'কেঁচা কুঁৱা'ৰ পানী (কুঁৱা নুবুলি খাল বুলি কোৱাহে উচিত হ'ব) ব্যৱহাৰ কৰিছিল। এই কেঁচা কুঁৱাৰ পানী, বিশেষকৈ বাৰিষা কালত, খোৱাৰ সম্পূৰ্ণ অনুপযোগী হয়। নগৰৰ যি কোনো মানুহে এই পানী চুলে চাবোনেৰে হাত নোধোৱাকৈ হয়তো আন বস্তু নাখালেহেঁতেন। মানুহে কেনেকুৱা পানী খাইছিল, চকুৰে নেদেখিলে বিশ্বাস কৰা টান আছিল। এইবোৰত চৰকাৰৰ চকু পৰা নাছিল। পানীৰ কথাটোৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি ২৫/১/৫৯ তাৰিখে অসমৰ স্বাস্থ্য মন্ত্ৰীলৈ প্ৰতিলিপি দি, স্বাস্থ্য বিভাগৰ সঞ্চালকলৈ এখন দীঘলীয়া চিঠি লিখিছিলোঁ। সঞ্চালকৰপৰাই জানিব পাৰিছিলোঁ যে, দ্বিতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাত এনে কোনো পানী যোগানৰ আঁচনি নাছিল। উপায় নাপাই ১৫/৬/৫৯ তাৰিখে মুখ্যমন্ত্ৰীলৈ তলত দিয়া চিঠিখন লিখি দেখা কৰিছিলোঁ।

To

The chief Minister, Assam
Shillong

Dated Digboi the 15th June, 1959

Sir, Sub :— Water supply to Buri-Dehing Mauja, Tribal Areas of Makum Mauja and Tirap Transferred Area

I enlose herewith a true copy of an application addressed to the Director of Health service, Assam, Shillong which is selfexplanatory. But I have come to know that no such scheme of water supply can be taken by the department concerned within second Five year plan period. So I request you to give your considered thought in the matter and make special provision to meet the situation.

The minimum number of wells required is given below.

1. Burhi Dehing Mauja...................60 Nos.
2. Tirap Transferred Area...................45 Nos.
3. Makum Mauja...................35 Nos.

Yours faithfully
Sd/ D. C. Deb Sarmah, MLA

Copy to :—

1. Minister, T.A.D.
2. Minister, Public Health,
3. Director, Public Health, for favour of their kind perual and necessary action.

২৩।৭।৫৯ তাৰিখে অসম চৰকাৰৰ জনজাতি বিভাগৰ এচিষ্টেণ্ট চেক্ৰেটৰীয়ে মুখ্যমন্ত্ৰীলৈ লিখা চিঠিৰ সম্পৰ্কত সঁহাৰিসূচক চিঠি এখন মোলৈ দিছিল। তৎকালিক ভাবে টিৰাপ ট্ৰেক্টৰ এলাকাৰ কাৰণে ৩টা, মাকুম মৌজাৰ গাওঁবোৰৰ কাৰণে ১০টা আৰু বুঢ়ীদিহিং মৌজাৰ কাৰণে ১০টা নলী নাদৰ মঞ্জুৰী দি, কাৰ্য্যকৰী কৰিবলৈ উপায়ুক্তক ভাৰ দিছিল। লাহে

লাহে পৰ্য্যায় ক্ৰমে, সম্পূৰ্ণৰূপে নহ'লেও খোৱা পানীৰ অভাৱ বহু পৰিমাণে নোহোৱা হৈছিল।

## গড়কাপ্তানী পথ

মই বিধায়ক হোৱাৰ সময়ত মাকুম আৰু টিৰাপ মৌজাৰ সংলগ্নকাৰী ৩৮নং ৰাষ্ট্ৰীয় পথটোৰ বাহিৰে কোনো আলি-পদুলি নাছিল। পেঙেৰীৰপৰা ডিগবৈলৈ থকা কেঁচা আলিটোও পেঙেৰী চাহ বাগিচাৰ আছিল। যি কি নহওক মই তলত দিয়া গড়কাপ্তানী পথ কেইটা কৰাবলৈ সমৰ্থ হৈছিলোঁ।

১। মাৰ্ঘেৰিটা—পেঙেৰী পথ (ওপৰত উল্লেখ কৰা হৈছে)
২। পেঙেৰী—ফিলোবাৰী পথ
৩। মাৰ্ঘেৰিটা—মিৰিকা মাজুলি পথ
৪। ডিগবৈ—লক্ষীপথাৰ—মাকুম পথ

পেঙেৰী ফালৰপৰা অহা গধুৰ যান-বাহনৰ ভিৰ ডিগবৈ নগৰত কম কৰাৰ কাৰণে, ডিগবৈ নগৰৰ বাহিৰত, বাপাপুঙৰপৰা পাণবাৰী হৈ ৰাম নগৰলৈ, শাখা পথ এটা উলিয়াই ৰাষ্ট্ৰীয় ঘাই পথৰ লগত লগ লগাই দিবলৈকো গড়কাপ্তানী বিভাগে মঞ্জুৰ কৰিছিল। কিন্তু মোৰ আমোলত ইয়াক কাৰ্য্যকৰী কৰিব পৰা নহ'ল। যি কি নহওক মোৰ পাচত যদু নাথ ভূঞাই মাটিৰ কাম কৰাই ইয়াক কাৰ্য্যকৰী কৰিছিল। কিন্তু ভূঞাৰ পাচত আৰু কোনোৱে খবৰ কৰোঁতা নোলাল। আলিটো তেনেদৰেই আজিও পৰি আছে। ডিগবৈৰ ওপৰত পৰা যান বাহনৰ হেঁচা নকমিল।

বাকী গাওঁবোৰৰ মাজৰ সৰু সৰু সংযোগ পথবোৰ চৰকাৰী সহায়ত কৰা হৈছে আৰু কিছুমান ব্লকেও কৰিছে।

## ডিগবৈ টাউন কমিটি

ডিগবৈ তেলনগৰীখন সৰু কিন্তু অসমৰ ভিতৰতে চাফ চিকুন-ধুনীয়া নগৰ। তেল নগৰীৰ বাহিৰতো যে গাতে গা লগাই তেল নগৰীতকৈও অধিক জনবসতি পূৰ্ণ আন এটা এলাকা আছে, তালৈ কাৰো কাণ-সাৰ নাছিল। যি কোনো মানুহ ডিগবৈলৈ আহিয়েই তেল নগৰী ডিগবৈকেই ডিগবৈ বুলি ভাবি বাহিৰত গৈ, ইয়াৰ সুন্দৰ ৰূপটো বৰ্ণনা কৰিছিল। কোম্পানীৰ এলাকাৰ বাহিৰত থকা অঞ্চলটোৰ পুতৌ লগা অৱস্থাৰ প্ৰতি চকু দিয়াৰ আহৰি কাৰো নাছিল বা ইয়াৰ অৱস্থা জানিবলৈ বা প্ৰতিকাৰ কৰিবলৈ কোনো সংগঠিত ব্যৱস্থাও নাছিল। তেল নগৰীখন পাহাৰীয়া, ওখত আৰু আলোচ্য বাহিৰৰ অংশটো তলত। তেল নগৰীৰ মাজেৰে বৈ থকা সকলো নলা-নৰ্দ্দমা এই অংশৰ মাজেৰে বৈ গৈ পথাৰত পৰিছে। দৰাচলতে এই অংশটো তেল নগৰীৰ পৰিপূৰক। কিয়নো, তেল কোম্পানী আৰু তাৰ চাকৰিয়াল সকলৰ বিভিন্ন সেৱাৰ কাৰণেই, বিভিন্ন মানুহ আহি, এই অংশত বাস কৰিছিল। আনকি, কোম্পানীৰ বহুতো কৰ্ম্মচাৰীয়েও নিজৰ ঘৰ সাজি এই অংশত বসতি কৰিবলৈ লৈছিল। অসম অইল কোম্পানীয়ে কোটি কোটি টকা লাভ কৰি লৈ গ'ল, কিন্তু কোম্পানীৰ কাৰণে অপৰিহাৰ্য্য, এই মানুহবোৰৰ কাৰণে একো নকৰিলে। আনকি জীৱন ধাৰণৰ কাৰণে অতি আৱশ্যকীয় পানী যোগানৰ

ব্যৱস্থাকৰণকো নকৰিলে। ভাৰত চৰকাৰেও ডিগবৈৰপৰা কৌটি কৌটি টকা টেক্স আহৰণ কৰে কিন্তু সম্বন্ধিত অঞ্চলটোৰ কাৰণে এটা পইচাও খৰচ নকৰে। মূঠতে, ডিগবৈৰ এই অংশটো কোম্পানীৰো নাছিল, চৰকাৰৰো নাছিল।

যি কি নহওক, এই অঞ্চলটোৰ কাৰণে এবাৰ ক'বলৈ হ'লেও এখন নগৰ সমিতি গঠনৰ আৱশ্যকতা অনুভৱ কৰি, ১৯৫৮ চনৰ নবেম্বৰ মাহত মই কেইজনমান কংগ্ৰেছ কৰ্মীক লৈ কথাটো আলোচনা কৰি, ডিগবৈত এখন নগৰ কমিটি গঠন কৰিবলৈ প্ৰস্তাৱ লৈছিলোঁ। প্ৰস্তাৱ কাৰ্য্যকৰী কৰাৰ কাৰণে মোক সভাপতি আৰু সুখময় ৰায়ক সম্পাদক হিচাপে লৈ, 'ডিগবৈ নগৰ সমিতি প্ৰস্তুত কৰণ কমিটি (Preparetory Digboi Town Committee) গঠন কৰা হৈছিল। বাকী সদস্য কেইজনৰ নাম পাহৰাত আৰু তালিকাখনো বিচাৰি নোপোৱাত, নামবোৰ দিব নোৱাৰি মই দুঃখীত।

প্ৰস্তাৱ কাৰ্য্যকৰী কৰণৰ ক্ষেত্ৰত অন্তৰায়ৰ সৃষ্টি কৰিছিল অসম অইল কোম্পানীয়ে। বেলেগ এখন নগৰ কমিটিৰ কোনো আৱশ্যক নাই বুলি যুক্তি ডাঙি ধৰিছিল। প্ৰস্তুত কাৰক কমিটিয়ে আগ ধৰিয়েই অতি যুক্তিযুক্ত ভাবে কোম্পানীৰ এলাকাটো, প্ৰস্তাৱিত নগৰ কমিটিৰ এলাকাৰ পৰা বাদ দি, মেপ তৈয়াৰ কৰিছিল। কেৱল সংযোগ ৰক্ষাৰ নিতান্ত আৱশ্যক হোৱাৰ কাৰণে, ৰিফাইনাৰী চেটেলমেণ্ট এৰিয়াচোৱা প্ৰস্তাৱিত ডিগবৈ নগৰত অন্তৰ্ভুক্ত কৰা হৈছিল। কোম্পানীয়ে এই সংযোজনত দুৰ্ঘোৰ আপত্তি কৰিছিল। আমিও প্ৰস্তাৱৰ পক্ষে কিছুমান অকাট্য যুক্তি ডাঙি ধৰিছিলোঁ। দুয়োপক্ষৰ প্ৰতিবেদন পোৱাৰ পাচত চৰকাৰে এজন মেজিষ্ট্ৰেটক সৰজমিন তদন্তৰ কাৰণে পঠাইছিল। মেজিষ্ট্ৰেটৰ আগত কোম্পানীক দুৰ্গানন্দ ভট্টাচাৰ্য্যই আৰু ডিগবৈ নগৰ প্ৰস্তুত কৰণ কমিটিক মই প্ৰতিনিধিত্ব কৰিছিলোঁ। মেজিষ্ট্ৰেটে তেল নগৰী আৰু প্ৰস্তাৱিত ডিগবৈ নগৰীৰ সকলো অংশ নিজে চাই, উভয় পক্ষৰ যুক্তি শুনাৰ পাচত, ডিগবৈ নগৰ সমিতি প্ৰস্তুত কৰণ কমিটিৰ পক্ষে ৰায় দিছিল। তাৰ পাচতো চৰকাৰে কোনো এটা অদৃশ্য শক্তিৰ প্ৰভাৱত, সিদ্ধান্ত ঘোষণা কৰা নাছিল। ইতিমধ্যে মই বিধায়ক হৈ, ১৮-৬-৫৭ তাৰিখে বিধান সভাৰ মজিয়াত বিষয়টোৰ অৱতাৰণা কৰি, চৰকাৰে আশু ব্যৱস্থা ল'বৰ কাৰণে অনুৰোধ জনাই কৈছিলোঁ— "চৰকাৰে নগৰ পৰিকল্পনা আঁচনি এখন লৈছে। সেই আঁচনিত ডিব্ৰুগড় আৰু তিনিচুকীয়াহে ধৰা হৈছে। ডিগবৈ তেল কোম্পানীৰ বাহিৰত যিখন নগৰ (Town) আছে, তাৰ নিচিনা ঘন বসতি আৰু কতো নাই বুলি মই ভাবোঁ। সেই ঠাইত মানুহ যে কেনেকৈ আছে তাক নেদেখিলে উপলব্ধি কৰা টান। বহুদিনৰপৰা চৰকাৰে তাত মিউনিচিপালিটি বা টাউন কমিটি কৰিবৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা লোৱাৰ পাচতো, আজিও চৰকাৰী ভাবে কোনো ঘোষণা নিদিয়াৰ কাৰণ মই বুজা নাই। মই আশা কৰোঁ, চৰকাৰে এই বিষয়ে সোনকালে এটা ব্যৱস্থা ল'ব। নগৰ পৰিকল্পনাৰ যি আঁচনি আছে, তাত ডিগবৈখনো ভুক্ত কৰিব বুলি মই সানুনয়ে অনুৰোধ কৰিলোঁ।"

ইয়াৰ পাচতো চৰকাৰৰ গা লৰা নাছিল। ২১-৩-৫৯ তাৰিখে পুনৰ বিষয়টো উত্থাপন কৰি বিধান সভাত কৈছিলোঁ— "ব্যক্তিগত হিচাপে চৰকাৰী কৰ্মচাৰীসকল যিমানেই কৰ্ম্মদক্ষ বা বুদ্ধিমান নহওক কিয়, আজি বাস্তৱ ক্ষেত্ৰত দেখা পোৱা কেইটামান কথাৰপৰা জনসাধাৰণ আমাৰ কাৰ্য্য-দক্ষতাত সন্দিহান হৈছে। এই কথাবোৰৰ প্ৰথম আৰু প্ৰধান কাৰণ হ'ল 'Red Tapism'। আজি প্ৰশাসনীয় ব্যৱস্থাত Red Tapism ইমান বাঢ়িছে যে, কোনো এটা কামেই নিৰ্দ্দিষ্ট সময়ত নহয়, যিহৰ কাৰণে মানুহে নানা আহুকাল ভোগ কৰিব লগীয়া হৈছে। উদাহৰণ

স্বৰূপে, মই প্ৰস্তাৱিত ডিগবৈ টাউন কমিটিৰ কথাকে উনুকিয়াও। ডিগবৈত টাউন কমিটি এখন কৰিবলৈ আজি ছয় বছৰে চৰকাৰে আলাপ আলোচনা কৰি আহিছে। ভূতপূৰ্ব্ব Local Self Government ৰ মাননীয় মন্ত্ৰী, মাননীয় আব্দুল মতলিব মজুমদাৰ ডাঙৰীয়াই নিজে গৈ, প্ৰস্তাৱিত ডিগবৈ Town Area চাই, কৈ আহিছিল যে, তাত Town Committee কিয়, একেবাৰে Municipality হোৱাৰ দৰ্কাৰ। আৰু অনতি পলমে তেখেতে এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰিব। কিন্তু Municipality নালাগে Town Committee য়েই আজিলৈকে নহ'ল।"

"বহুত চেষ্টাৰ মূৰত অৱশেষত চৰকাৰে আজি এবছৰৰো আগতে ডিগবৈত টাউন কমিটি গঠন কৰিবলৈ সিদ্ধান্ত কৰি, objection call কৰি, গেজেট Notification দিলে। দুৰ্ভাগ্য বশতঃ সেই Notification ভুল হোৱাত আকৌ আজি ৮/৯ মাহৰ আগতে নতুনকৈ গেজেট Natification দিলে। সেই Notice ৰ পাচত মই জনাত, স্থানীয় Sub Deputy Collector এ objection সম্বন্ধে তদন্ত কৰি, আজি বহুত আগতে Deputy Commissioner ৰ অফিচত Report দাখিল কৰিছে। কিন্তু আজিলৈকে সেই Report চিলং অফিচ পোৱাহি নাই। মই নিজে এই বিষয়ে লাগি থাকিও কামত আগ বাঢ়িব পৰা নাই।"

এইবাৰ কাম হৈছিল। ১৯৬০ চনৰ ২৭ এপ্ৰিল তাৰিখে চৰকাৰে ডিগবৈ নগৰ সমিতি গঠন কৰা ঘোষণা কৰি, নিম্ন লিখিত সদস্য সকলেৰে সৈতে প্ৰথম ডিগবৈ নগৰ সমিতি গঠন কৰি দিছিল।

| | |
|---|---|
| শ্ৰীদ্বিজেশ চন্দ্ৰদেৱ শৰ্ম্মা | সভাপতি (Chairman) |
| ৺মহম্মদ আহমদ হুচেইন | উপ-সভাপতি (Vice-Chariman) |
| ৺ডাঃ প্ৰভাত চন্দ্ৰ ঘোষ | সদস্য |
| ৺সীতা নাথ দাস | সদস্য |
| শ্ৰীমানিক চন্দ্ৰ হাজৰিকা | সদস্য |
| শ্ৰীবিষ্ণুভক্ত উপাধ্যায় | সদস্য |

এই কমিটিয়ে বৰ্ত্তমান নগৰ সমিতিৰ ঘৰটো বিশ্ব নাথ সিঙৰপৰা ভাড়ালৈ লৈ কাম আৰম্ভ কৰিছিল। প্ৰথম অৱস্থাত কাৰ্য্যালয়ৰ গত লগাই দিবলৈ যোৰহাট পৌৰ সভাৰ অৱসৰ প্ৰাপ্ত কাৰ্য্যালয় সহকাৰী ৺দীননাথ বড়াক অস্থায়ীভাবে জ্যেষ্ঠ সহকাৰীৰ পদত মকৰল কৰা হৈছিল। লগতে তেনেই নতুন ডেকা ল'ৰা দেব গগৈক কাৰ্য্যালয় সহকাৰী আৰু বুদ্ধেশ্বৰ গগৈক অফিচৰ ৪ৰ্থ শ্ৰেণীৰ কৰ্ম্মী হিচাপে লৈ, কাম আৰম্ভ কৰা হৈছিল। কাম আৰম্ভ কৰিবলৈ আমি চৰকাৰৰপৰা কোনো অৰ্থ মঞ্জুৰী পোৱা নাছিলোঁ। কিছুদিনৰ পাচত বুদ্ধেশ্বৰ গগৈয়ে পদত্যাগ কৰাত তেওঁৰ ঠাইত লোকেশ্বৰ দাসক লোৱা হৈছিল।

উপ-সভাপতি হুচেইনদেৱ বন বিভাগৰ অৱসৰ প্ৰাপ্ত ৰেঞ্জাৰ আছিল। তেখেত বৰ কৰ্ত্তব্য পৰায়ণ আৰু কাৰ্য্যালয়ৰ কামত এজন সুনিপুণ, অভিজ্ঞ ব্যক্তি আছিল। এই কমিটিয়ে ৭ বছৰ কাল কাম কৰিছিল। এই সময় চোৱাৰ ভিতৰত মই কোনো দিনে, কোনো কাৰণত, এটা পইচাও পাৰিশ্ৰমিক লোৱা নাছিলোঁ। উপ সভাপতি হুচেইন ডাঙৰীয়াই সদায় ইটাভাটাৰপৰা নগৰ সমিতিৰ কাৰ্য্যালয়লৈ ৰিক্সা ভাড়া কৰি আহিব লগীয়া হোৱাত, বয়সলৈ চাই, ৰিক্সা ভাড়াৰ বাবদ মাহে ৫০ টকাকৈ মাননি দিয়া হৈছিল। তেখেতে কিন্তু নিজে কোনো দিনে পইচাৰ কথা কোৱা নাছিল। এই বুঢ়াই এদিনো এঘণ্টা খটি নকৰি, সদায় ৰাতিপুৱা ১১ বজাৰ পৰা আবেলি ৪/৫

বজালৈ কাম কৰিছিল। তেখেতৰ এই ঐকান্তিকতাই আমাক সকলোকে মুগ্ধ কৰিছিল। সকলো সদস্যই অবৈতনিক আছিল।

## বজালী কলেজ আৰু দেবকান্ত বৰুৱা

কটন কলেজৰ পাচত অসমৰ বিভিন্ন ঠাইত গঢ়ি উঠা আগ শাৰীৰ পুৰণি কলেজবোৰৰে এখন আছিল বজালী কলেজ। কিন্তু এই কলেজখনে মাটিয়ে-ঘৰে, শিক্ষক-ছাত্ৰৰে পৰিপূৰ্ণ হোৱাৰ পাচতো, চৰকাৰ আৰু বিশ্ববিদ্যালয়ৰ কৃপা দৃষ্টিৰপৰা কেইবা বছৰো বঞ্চিত হৈ আছিল। তেতিয়া অসমৰ শিক্ষা মন্ত্ৰী আছিল দেব কান্ত বৰুৱা। মই এদিন ৰাতিপুৱা চাহৰ মেজতে তেখেতৰ ওচৰত বজালী কলেজৰ কথাটো উত্থাপন কৰিছিলোঁ। তেখেতে কলেজৰ প্ৰতি বিতুষ্ট ভাব প্ৰকাশ কৰি কৈছিল—“শৰ্ম্মাজী! বজালী কলেজৰ অধ্যক্ষজন কোনো কামৰ মানুহ নহয়। এইজন অধ্যক্ষৰ পৰিচালনাত এখন ভাল কলেজ হ'ব নোৱাৰে। তেনেকুৱা এখন কলেজক সহায় কৰাৰ কথা মই চিন্তা কৰিব নোৱাৰোঁ। মই তপৰাই প্ৰশ্ন কৰিলোঁ— “আপুনি জানো নিজে কেতিয়াবা অধ্যক্ষজনক লগ পাইছে? নে, বজালীৰ বাইজৰ বা শিক্ষক-ছাত্ৰৰ কোনোবাই অধ্যক্ষজনৰ বিষয়ে আপোনাক কৈছে?” দেবকান্ত বৰুৱাৰ চৰিত্ৰৰ কেইটামান দিশক মই বৰ শ্ৰদ্ধা কৰিছিলোঁ। তাৰে প্ৰথমটো হ'ল, তেখেতৰ অধ্যয়ন স্পৃহা আৰু অধ্যয়নপুষ্ট বিবিধ বিষয়ৰ প্ৰগাঢ় জ্ঞান। দ্বিতীয়টো, মোৰ মানত, তেখেতৰ ভগবান প্ৰদত্ত অদ্ভুত স্মৃতি শক্তি। আৰু তৃতীয়টো হ'ল কাৰো ভাল পোৱা-বেয়া পোৱালৈ কেৰেপ নকৰি তেখেতে যাৰ বিষয়ে যি ভাবে, অলপো লুক-ঢাক নকৰাকৈ, খোলা-খুলিকৈ কৈ দিয়াৰ নৈতিক সাহস। সিদিনাখন মোৰ প্ৰশ্নৰ উত্তৰত তেখেতে শুনা, বজালী কলেজৰ অধ্যক্ষজনৰ বহু কথাই মোক কৈছিল। আনকি কোন কোন বিজ্ঞ মানুহৰপৰা তেখেতে কথাবোৰ জানিছিল, তাকো কৈছিল। মই বুজি পাইছিলোঁ যে, বিশ্ববিদ্যালয়ৰ এটা শক্তিশালী মহলে, তেখেত সকলৰ নিজৰ স্বাৰ্থৰ কাৰণেই, বজালী কলেজৰ অগ্ৰগতিত বাধা দিবৰ কাৰণে বদ্ধ পৰিকৰ হৈছিল। মই তেতিয়া কৈছিলোঁ— “আপুনি এক পক্ষৰ কথা শুনি অভিমত দিয়াটো উচিত হোৱা নাই। বিচাৰকে সংশ্লিষ্ট সকলো পক্ষৰ কথা শুনিহে অভিমত দিয়াৰ নিয়ম। সেয়ে, আপুনি নিজে এবাৰ বজালী ভ্ৰমণ কৰি, বজালী কলেজ পৰিদৰ্শন কৰি, আপোনাৰ কৰণীয় স্থিৰ কৰিবলৈ মই অনুৰোধ জনাইছোঁ। তেখেতে তৎমুহূৰ্ত্তে মোৰ প্ৰস্তাৱত সঁহাৰি দি, উপ শিক্ষা মন্ত্ৰী শ্ৰীযুতা কমল কুমাৰী বৰুৱাক বজালী ভ্ৰমণ কৰিবলৈ নিৰ্দ্দেশ দিলে। শ্ৰীযুতা বৰুৱাই ৩ দিন বজালী ভ্ৰমণ কৰিছিল। পাঠশালাৰ আজাদ ভৱনতে তেখেত থকাৰ বন্দবস্ত কৰা হৈছিল।

আজাদ ভৱনৰ কথা মনত পৰিলেই সেই সময়ৰ বজালী হাইস্কুলৰ সহকাৰী শিক্ষক ৰমণী শৰ্ম্মাৰ চেহেৰাটো চকুৰ আগত ভাহি উঠে। তেওঁৰ নেৰা নেপেৰা চেষ্টাতেই আজাদ ভৱন প্ৰতিষ্ঠা হৈছিল। তেওঁৰেই সৃষ্টি, বজালী প্ৰগতি সঙ্ঘই চৰকাৰৰ সহযোগত, গাৱেঁ গাৱেঁ মাতৃ মঙ্গল কেন্দ্ৰ স্থাপন কৰি, প্ৰসূতি সকলক সহায় কৰিছিল।

কমল কুমাৰী বৰুৱাই বজালী কলেজ, চৌধুৰী হাইস্কুল, বামাখাটা হাইস্কুল আদি বজালীৰ বিভিন্ন শিক্ষানুষ্ঠান আৰু মুগুৰীয়া ভাতৃ সঙ্ঘ পৰিদৰ্শন কৰিছিল। তেখেতে বজালীৰ গাওঁসমূহৰ গাঁথনি আৰু শিক্ষানুষ্ঠানবোৰক উচ্চ প্ৰশংসা কৰিছিল। বিশেষকৈ বজালী কলেজৰ প্ৰতি তেখেত আকৃষ্ট হৈ পৰিছিল। অকল অধ্যক্ষৰ প্ৰতি থকা ভুল ধাৰণা আঁতৰি যোৱাই নহয়,

বজালী কলেজৰ অধ্যক্ষ ৰমেশ শৰ্ম্মা অসমৰ প্ৰশংসিত অধ্যক্ষসকলৰ এজন বুলি তেখেত পতিয়ন গৈছিল। তেখেতৰ প্ৰতিবেদন পাই, দেবকান্ত বৰুৱাৰ ভুল ধাৰণা আঁতৰিছিল আৰু ৰমেশ শৰ্ম্মা তেখেতৰ এজন প্ৰিয় অধ্যক্ষ হৈ পৰিছিল। বজালী কলেজৰ অগ্ৰগতিত দেখা দিয়া বাধা আঁতৰি গৈছিল। বজালীৰ অন্যান্য স্কুলো উপকৃত হৈছিল।

## মোৰ গাৱঁৰ প্ৰাথমিক স্কুল ঘৰটো

মুগুৰীয়া প্ৰাথমিক স্কুল, এখন পুৰণি স্কুল। ছাত্ৰ-ছাত্ৰী বহুত, শিক্ষকো কেইবাজনো। কিন্তু ঘৰৰ অৱস্থা ভাল নাছিল। পিচত আকৌ তাৰ গাতে লগাই, ছাত্ৰীসকলক লৈ, বেলেগে বালিকা প্ৰাথমিক স্কুল এখন কৰা হৈছিল। সৰু ঘৰ এটিত এগৰাকী শিক্ষয়িত্ৰীৰে এই স্কুলখন চলিছিল। এবাৰ মুগুৰীয়া প্ৰাথমিক স্কুল কমিটিৰ সভাপতি ৺ধৰণীধৰ গোস্বামীদেৱে স্কুল ঘৰটো সাজিবলৈ চৰকাৰী মঞ্জুৰি দিয়াবৰ কাৰণে চেষ্টা কৰিবলৈ মোক কৈছিল।

প্ৰাথমিক শিক্ষা বোৰ্ডৰ চেক্ৰেটৰী পণ্ডিত ৺উমা শৰ্ম্মাদেৱক স্কুল ঘৰটোৰ কাৰণে এটা শকত মঞ্জুৰি বিচাৰিলোঁ। তেখেতে এই মঞ্জুৰি দিয়াত অসুবিধা দেখুৱাই, দুখন স্কুল এখন কৰিব পাৰিলে মঞ্জুৰি দিবলৈ সুবিধা হ'ব বুলি কৈছিল। মোৰ প্ৰস্তাৱ পালত, দুয়োখন স্কুল-কমিটিয়ে বালিকা প্ৰাথমিক খনক মুগুৰীয়া প্ৰাথমিকৰ লগত লগ লগাই, এখন কৰিবলৈ সন্মত হোৱাত, স্কুল ঘৰটোৰ কাৰণে ২০,০০০ টকাৰ মঞ্জুৰি এটা পোৱা হৈছিল। প্ৰাইমাৰী স্কুল ঘৰৰ কাৰণে দিয়া মঞ্জুৰিবোৰৰ এইটোৱেই সৰ্ব্ব বৃহৎ মঞ্জুৰি আছিল। কমিটিয়ে সেই টকাৰে ঘৰটো সাজি লৈ, দুখন স্কুল এখন কৰিছিল।

## —চীনৰ আক্ৰমণ আৰু ডিগবৈ—
## চীনৰ আক্ৰমণ আৰু অসামৰিক প্ৰতিৰক্ষা

১৯৬২ চনত চীনে ভাৰতৰ পূব প্ৰান্তত আক্ৰমণ কৰাৰ লগে লগে সমগ্ৰ দেশ জুৰি স্বতঃস্ফুৰ্তভাবে অসামৰিক প্ৰতিৰক্ষা কমিটিবোৰ গঢ়ি উঠিছিল। এই কমিটিবোৰৰ কাম আছিল (১) পুঁজি সংগ্ৰহ কৰি চৰকাৰৰ প্ৰতিৰক্ষা পুঁজি টনকিয়াল কৰা (২) সকলো প্ৰকাৰৰ অপ-প্ৰচাৰ খণ্ডন কৰি জনসাধাৰণৰ মনোবল অটুট ৰখা (৩) যুদ্ধত হ'ব পৰা সকলো পৰিস্থিতি চম্ভালিব পৰাকৈ বিভিন্ন বিষয়ৰ প্ৰশিক্ষণ দি, ডেকা-গাভৰুসকলক প্ৰস্তুত কৰা (৪) খাদ্য যোগানত যাতে কোনো বেমেজালি নহয় তাৰ প্ৰতি চকু ৰখা, ইত্যাদি।

ডিগবৈতো মিঃ এ, সুব্ৰামনিক সভাপতি; মিঃ এইচ, এচ, চোহানিক আৰু মিঃ এল, বেয়াৰ্ডক, উপ-সভাপতি; শ্ৰীমতী শোভনা ৰাণাডেক, সম্পাদিকা আৰু মিঃ পি. এচ. কৈলাশমক, সহকাৰী সম্পাদক হিচাপে লৈ, ডিগবৈ অসামৰিক প্ৰতিৰক্ষা কমিটি গঠিত হৈছিল। মইও এজন সদস্য আছিলোঁ। এই কমিটিয়ে ৩।৪ দিনৰ ভিতৰতে যথেষ্ট টকা, আ-অলঙ্কাৰ সংগ্ৰহ কৰিছিল। দেশৰ নিৰাপত্তাৰ কাৰণে বহুতো মহিলাই স্বেচ্ছাই নিজৰ গাৰ অলঙ্কাৰ এই পুঁজিলৈ দান দি, দেশ প্ৰেমৰ আদৰ্শ ডাঙি ধৰিছিল।

কমিটি হোৱাৰ চাৰি দিনমানৰ পাচতেই মই চিলঙলৈ যাব লগা হৈছিল। চিলঙত থকা দ্বিতীয় দিনাখন ১০।১১।৬২ তাৰিখে ৰাতি ১০ বজাত মুখ্যমন্ত্ৰী চলিহদেৱে ফোনত ৰাতিপুৱা

প্ৰথম খেপতে মোক চিলং এৰি ডিগবৈলৈ যাবলৈ কৈ, নংপুত তেখেতক লগ ধৰিবলৈ কৈছিল। ৰাতিপুৱা নংপুত চলিহাদেৱৰ মুখে জানিব পাৰিছিলোঁ যে, চীনা ভালুকপুং পাইছিলহি। স্বয়ং প্ৰধান মন্ত্ৰী নেহৰুৱে হতাশ-ব্যঞ্জক বিবৃতি দি, অসমৰ প্ৰতি বিদায় সূচক সহানুভূতি প্ৰকাশ কৰিছে। মানুহ বিভ্ৰান্ত হৈ পৰিছে। দৰং জিলাৰ মানুহ গাওঁ-ঘৰ এৰি, নগাৱঁকে ধৰি বিভিন্ন ঠাইলৈ পলাইছে। ডিগবৈতো অফিচাৰসকলৰ পৰিয়াল বৰ্গক অসমৰ বাহিৰলৈ পঠাবলৈ সুবিধা কৰি, কোম্পানীয়ে ৰাতিতেই ট্ৰেজাৰী খুলি প্ৰত্যেককে তিনিমাহৰ দৰমহা অগ্ৰিম দিছে। আজি তেওঁলোকৰ পৰিয়াল ডিগবৈ এৰি যাবলৈ সাজু হৈছে।

মই গুৱাহাটীলৈ আহি ৰেলেৰে পিচদিনাখন আবেলি ডিগবৈ পাইছিলোঁহি। ডিগবৈ পাইয়েই জানিব পাৰিছিলোঁ যে, ডিগবৈৰ বিষয়াবৰ্গৰ প্ৰায় সকলোৱেই তেওঁলোকৰ পৰিয়ালবৰ্গক অসমৰ বাহিৰলৈ পঠাইছে। আনহে নালাগে, অসামৰিক প্ৰতিৰক্ষা কমিটিৰ সম্পাদিকা শোভনা ৰাণাডে নিজে সহকাৰী সম্পাদকক তেখেতৰ ভাৰ সমজাই দি, ডিগবৈ এৰি মহাৰাষ্ট্ৰ পাইছেগৈ। একমাত্ৰ ইয়াৰ ব্যতিক্ৰম আছিল ড০ প্ৰহ্লাদ বৰুৱা। তেখেতে পৰিয়াল বাহিৰলৈ পঠোৱা নাছিল। ফলস্বৰূপে, অসামৰিক প্ৰতিৰক্ষা কমিটিয়ে ৰাইজৰ বিশ্বাসযোগ্যতা হেৰুৱাই পেলাইছিল।

মই গধূলি সহকাৰী সম্পাদক কৈলাশম আৰু সভাপতি সুব্ৰামনিক ফোন কৰি বৰ্তমান পৰিস্থিতিত, ৰাইজক অভয় দিয়াৰ কাৰণে অসামৰিক প্ৰতিৰক্ষা কমিটিয়ে কি কৰিছে বুলি সোধাত তেখেতসকলৰ কোনো উত্তৰ নাছিল আৰু যেন নিজকে দোষী দোষী ভাব দেখুৱাইছিল। তেতিয়া মই ক'বলৈ বাধ্য হৈছিলোঁ যে, সৰ্ব্ব সাধাৰণ ৰাইজৰ কাৰণে একো চিন্তা নকৰি, অকল নিজৰ সুৰক্ষাৰ কথা চিন্তা কৰি, পলাই যোৱা সকল প্ৰতিৰক্ষা কমিটিৰ নামত থকাৰ কোনো নৈতিক অধিকাৰ নাই। সেয়ে দুই এদিনৰ ভিতৰতে কমিটিৰ বৈঠক আহ্বান কৰি, হিচাপ পত্ৰ লৈ, কমিটিখন ভাঙি দিব লাগে। কিয়নো এই কমিটিয়ে ৰাইজৰ অস্থা হেৰুৱাইছে। কৈলাশমে বৈঠক আহ্বান কৰিব বুলি আশ্বাস দিছিল।

## নতুন অসামৰিক প্ৰতিৰক্ষা কমিটি গঠন

মই আহি দেখিছিলোঁ, মানুহবোৰ দিশ-হাৰাৰ নিচিনা হৈ পৰিছিল। ৰাইজক কিবা ক'বলৈ কোনো নাছিল। মই বিধায়ক হিচাপে, পিচদিনাখনেই প্ৰতিনিধিমূলক জৰুৰী ৰাজহুৱা সভা এখন এ.ও.চি. হিন্দী প্ৰাইমাৰী স্কুলত আহ্বান কৰিছিলোঁ। সভাত সৰ্ব্বসন্মত ভাবে মইয়েই সভাপতিত্ব কৰিছিলোঁ। সভাখন মাতি দিয়াত, সকলোৱে যেন কিবা এটা সাহস পাইছিল। পৰিস্থিতি আলোচনা কৰাৰ পাচত, সৰ্ব্বসম্মতি ক্ৰমে, চলিত অসামৰিক প্ৰতিৰক্ষা কমিটিৰ ওপৰত অনাস্থা প্ৰস্তাৱ গ্ৰহণ কৰি, তলত দিয়া সদস্য সকলক লৈ, নতুন অসামৰিক প্ৰতিৰক্ষা কমিটি গঠন কৰা হৈছিল।

## নিৰ্ব্বাচিত নতুন অসামৰিক প্ৰতিৰক্ষা কমিটিৰ সদস্য সকল

| | |
|---|---|
| শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা | সভাপতি |
| শ্ৰীনিৰঞ্জন বিশ্বাস | উপ-সভাপতি |

| | |
|---|---|
| শ্ৰীনাৰায়ণ প্ৰসাদ দাস | উপ-সভাপতি |
| শ্ৰীএচ. এচ. কেইষ্ঠ | যুটীয়া সম্পাদক |
| শ্ৰীমানিক চন্দ্ৰ হাজৰিকা | যুটীয়া সম্পাদক |
| শ্ৰীটিকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য | সদস্য |
| শ্ৰীসুখময় ৰায় | সদস্য |
| শ্ৰীনজমুল হুচেইন | সদস্য |
| শ্ৰীসুশীল কুমাৰ চক্ৰবৰ্ত্তী | সদস্য |
| শ্ৰীআৰ. এচ. গোস্বামী | সদস্য |

এই কমিটিক সমগ্ৰ ডিগবৈ আৰু ডিগবৈৰ চাৰিওকাষৰ গাওঁবোৰ সামৰি প্ৰতিনিধিত্ব কৰিব পৰাকৈ, আৱশ্যক অনুসৰি সহযোগী সদস্য (Co-opted Member) ল'বলৈ ক্ষমতা দিছিল।

ৰাজহুৱা সভাৰ পিচদিনা কোম্পানীৰ ওৱেল ফেয়াৰ চেন্টাৰত এইচ. এচ. চোহানিৰ সভাপতিত্বত আগৰখন কমিটিৰ বৈঠক বহিছিল। সভাপতি সুব্ৰামনি অনুপস্থিত আছিল। কমিটিয়ে তেওঁলোকে উঠোৱা দান বৰঙণিৰ হিচাপ-পত্ৰ আলোচনা কৰাৰ পাচত, পিচৰ কাৰ্য্যক্ৰমণিকা আলোচনা কৰিবলৈ লওঁতেই, মই আপত্তি তুলি কৈছিলোঁ—"ৰাইজে এই কমিটিৰ ওপৰত অনাস্থা প্ৰস্তাৱ গ্ৰহণ কৰি, নতুন কমিটি গঠন কৰিছে। গতিকে এই কমিটিৰ আৰু ডিগবৈ অসামৰিক প্ৰতিৰক্ষা কমিটি বুলি কোৱাৰ কোনো অৰ্থ নাই। এই কমিটিয়ে ৰাইজক বিশ্বাস ঘাটকতা কৰিছে।" 'বিশ্বাসঘাটকতা' শব্দটোত চোহানি আৰু বেয়াৰ্ড চাহাবে তীব্ৰ অসন্তুষ্টি প্ৰকাশ কৰি 'বিশ্বাসঘাটক' শব্দটোত আপত্তি দৰ্শাইছিল। মই তেতিয়া প্ৰশ্ন কৰিছিলোঁ—'অসামৰিক প্ৰতিৰক্ষা কমিটিৰ সদস্য হৈ, নিজৰ পৰিয়াল বৰ্গক নিৰাপদ ঠাইলৈ পঠোৱাৰ সময়ত, বাকী শ্ৰমিক কৰ্ম্মচাৰী আৰু অন্যান্য জন সাধাৰণৰ কথা চিন্তা কৰিছিলনে? মাজৰাতি ট্ৰেজাৰী খুলি বিষয়াসকলে, তথা কমিটিৰ সদস্যসকলে ৩ মাহৰ দৰমহা লোৱাৰ সময়ত, ক্ষন্তেকৰ কাৰণেও বাকী শ্ৰমিক-কৰ্ম্মচাৰী সকলৰ কথা মনলৈ আনিছিল নে? সকলোকে ৩ মাহৰ দৰমহা দিবলৈ তেওঁলোকে কিবা ব্যৱস্থা কৰিছিলনে? নিজৰ নিজৰ পৰিয়ালক পলুওৱাৰ সময়ত বাকীবোৰৰ প্ৰতি কিবা এষাৰ বাণী আপোনালোকে ৰাখিছিলনে? সেয়ে, এই পৰিস্থিতিত 'বিশ্বাসঘাটকতা' শব্দৰ প্ৰয়োগ অতি উচিত হৈছে।' কোনোৱে একো নামাতিলে।

কমিটিয়ে পদত্যাগ কৰিছিল। এই কমিটিয়ে উঠোৱা টকা-পইচা, আ-অলঙ্কাৰবোৰ কি কৰিব বুলি মোক সোধাত, মই সংগৃহীত টকা-পইচা আ-অলঙ্কাৰ সেই কমিটিৰ নামতেই কেন্দ্ৰীয় পুঁজিলৈ পঠাবলৈ কৈ, ৰচিদ পত্ৰবোৰ নতুন কমিটিক সমজাই দিবলৈ পৰামৰ্শ দিছিলোঁ। পৰামৰ্শ গ্ৰহণ কৰিছিল। এইখিনিতে শ্ৰীমতী শোভনা ৰাণাডেক মই ধন্যবাদ নিদি নোৱাৰোঁ যে, তেখেতে সকলো হিচাপ ৰচিদপত্ৰসহ সহকাৰী সম্পাদক কৈলাশমক সোধাই গৈছিল। ইয়াৰ কেইদিনমানৰ পাচতেই কোম্পানীয়ে সকলো শ্ৰমিক কৰ্ম্মচাৰীকেই ২ মাহৰ অগ্ৰীম দৰমহা দিছিল।

নতুন কমিটিয়ে তলত নাম দিয়া ব্যক্তিসকলক সহযোগী সদস্য হিচাপে লৈ, বিভিন্ন অঞ্চলক প্ৰতিনিধিত্ব দিছিল।

**ষ্টেচন পাৰাৰপৰা**

১। এফ. কে. ৰায়
২। বদন চন্দ্ৰ শইকীয়া
৩। ডম্বৰুধৰ্ গগৈ
৪। জগন্নাথ ৰজক
৫। মোঘা ৰাম
৬। ৰাম চৰণ বাল্মীকি
৭। ৰূপেশ্বৰ গোহাঁই
৮। দেবী লাল উপাধ্যায়

**ৰিফাইনাৰী পাৰাৰপৰা**

১। ৰায় কমল চৌবে
২। চন্দ্ৰ কান্ত বৰুৱা
৩। বি. ৰামলু
৪। সুকান্তি ভৌমিক
৫। যমুনা যাদব
৬। গৌৰী কান্ত উপাধ্যায়

**চেন্ট্ৰেল ডিগবৈ/পূজা ফিল্ড**

১। বি. বি. মিশ্ৰ
২। হৰি প্ৰসাদ গুৰুং
৩। এম. পি. তেৱাৰী
৪। ভিবি ৰাম শইকীয়া
৫। কে. পি. বৰুৱা
৬। ৰামদেউ পাণ্ডে

**চাৰিআলি**

১। পটল দেবৰায়
২। শঙ্কৰ লাল শৰ্ম্মা

**মিচনপাৰা**

১। এচ. এম. সন্যাল
২। এচ. গুহ

**দুৰ্গাবাৰী**

১। এল. পি. বৰঠাকুৰ
২। জে. চি. দে

**শান্তি পাৰা**

১। ৰাজেন্দ্ৰ নাথ ডেকা
২। মীনা ৰাম তামুলী
৩। কৈলাশ বৰুৱা
৪। জগবন্ধু সৰকাৰ
৫। দ্বিজেশ গুপ্ত
৬। চি. বি. সোণাৰী

**মুলিয়াবাৰী (এ.ও.চি.)**

১। ভোলা দত্ত
২। এন. এল. ৰয়
৩। এইচ. ৰহমান
৪। হবিবুদ্দিন
৫। আপ্পাচুদ্দিন মিছেদ (Appasuddin Mished)
৬। জি. পি. দাস
৭। এ. বি. ক্ষেত্ৰী

**ইটাভাটা**

১। এম. এ. হুচেইন
২। জি. চি. হাজৰিকা
৩। চন্দ্ৰ বড়া
৪। দেব বৰগোহাঁই
৫। ভীমলাল উপাধ্যায়

**কালীবাৰী**

১। এ. পি. চক্ৰবৰ্ত্তী
২। সুশীল কুমাৰ চক্ৰবৰ্ত্তী

**আনন্দ পাৰা**

১। জে. সৰকাৰ
২। কে. এম. চক্ৰবৰ্ত্তী
৩। পৰদেশী অহিৰ
৪। জে. কে. পাল

**বাপাপুং**

১। ধনেশ্বৰ গোহাঁই
২। ৰাম নাথ যাদব
৩। ধৰ্ম্মেশ্বৰ গগৈ
৪। বি. বি. উপাধ্যায়
৫। আৰ. এন. চক্ৰবৰ্ত্তী
৬। প্ৰতুল কুমাৰ বৰুৱা

**বৰবিল**

১। পদো মাঝি
২। লাভেশ্বৰ বড়া
৩। সোণা মাঝি
৪। সুবোধ নাথ

**ব্যৱসায়ী সকলৰ পৰা**

১। শৈলেন ৰয় (চেণ্ট্ৰেল ডিগবৈ)
২। কপিল দেও ডুবে (চাৰিআলি)
৩। এইচ. কৰ (কালীবাৰী)
৪। ডি. এন. সেন (ষ্টেচন পাৰা)
৫। সুখদেও সিং (বাপাপুং)
৬। আৰ. এচ. শুক্লা (চাৰিআলি)
৭। জে. এন. বৰুৱা (দুৰ্গাবাৰী)
৮। কে. ৰুকচন (মিচনপাৰা)
৯। বি. নাহা (মুলিয়াবাৰী)
১০। এ. ভট্টাচাৰ্য্য
১১। টি. পি. ঘোষ

**টোপলা বস্তি**

১। জখাই চৰ্দ্দাৰ
২। এচ. এম. দত্তগুপ্ত
৩। এম. কে. চন্দ
৪। শান্তালাল গুৰুং
৫। আৰ. এন. দাস

**মুলিয়াবাৰী**

১। ডি. পি. থাপা
২। আৰ. বি. থাপা
৩। এচ. কে. পাল
৪। এইচ. বড়া
৫। দুৰ্গা বাল্মীকি
৬। এন. এম. বৰুৱা
৭। বি. চি. কোৰঁৰ
৮। লোক প্ৰসাদ জৈচী
৯। মন বাহাদুৰ চুয়েট ছেত্ৰী

**গোলাই**

১। বি. বি. প্ৰধান
২। পোনা ৰাম গোহাঁই
৩। ভূবন বসুমতাৰী
৪। লক্ষী মহাতো
৫। তুলসী বৰপূজাৰী
৬। উপেন পাল
৭। ভদ ৰাম বৰুৱা

## তলত নাম দিয়া সকলক পৰামৰ্শদাতা হিচাপে লোৱা হৈছিল

বি. ভট্টাচাৰ্য (এ. পি. ও), এ. চি. গোৱান (জেনেৰেল মেনেজাৰ, এ.ও.চি.) এ. সুব্ৰামণি (টেকনিকেল মেনেজাৰ, এ. ও. চি.), এল. বেয়াৰ্ড (প্ৰশাসনীয় মেনেজাৰ, এ.ও.চি.) ডাঃ পি. কে. বৰুৱা (লেবাৰ চুপাৰিণ্টেণ্ডেণ্ট, এ. ও. চি.) আৰু পি. এচ. কৈলাশম (কেমিষ্ট, ৰিফাইনাৰী, এ. ও. চি.)।

## ডিগবৈ কেন্দ্ৰীয় অসামৰিক প্ৰতিৰক্ষা কমিটিৰ কাম

"The Committee resolves that the following be taken up by the Central Committee.

I. To give training, advice how to take necessary precaution at the time of emergency.

II. To provide adequate trenches in the locality.
III. Repairing of road and opening of blocked road.
IV. First aid— (A) Training (B) Material (Medicine).
V. Fire Precaution— (A) Training (B) Material.
VI. Rifle Training to Those willing.
VII. Recruitment to Home Guard.
VIII. To take necessary action against undesirable persons.
IX. To make provision of Torch/Hurricans.
X. To take necessary measure to remove panic from thc public mind.
XI. To make provision of Bandages.

কামৰ বিভাগ অনুসৰি তলত দিয়া শাখা সমিতি সমূহ কৰা হৈছিল।

**First Aid & Nurshing Sub Committee**

Dr. H. N. Baruah
Dr. Dilip Dutta
Dr. G. R. Deb
Dr. B. Dowarah
Dr. Gupta
Dr. Dulal Bauah (Convenor)
Dr. Anil Dey and two nurshes

**Recruitment of Home guard Sub Committee**

B. C. Hazarika (Convenor)
C. B. Chetri
S. Saikia
Mrs. P. Pal

**Price, Comodity supply & Control Sub-Committee**

Rukson
M.C. Hazarika
S. S. Keinth
N. P. Das (Convenor)

**Village Defence Sub-Committee**

O. C., Digboi Police Station (Convenor)
President, Civil Defence Committee

**Rifle Sub-Committee**

S. Das (Convenor)
B. Deb
T. N. Bhattacharjee
Anil Bhattacharjee
Amiya Gohain
N. Biswas
D. N. Upadhyay

**Publicity**

K. Adhyapak (Convenor)
M. P. Tiwari
S. O. Bhattacharjee
T. N. Bhattacharjee
D. N. Upadhyay.

ইয়াৰ বাহিৰেও প্ৰতি এলাকাতে এলাকা কমিটি কৰা হৈছিল যেনেঃ—

**Refinerypara & Dacca Line Civil Defence Committee**

President — D. N. Purakayastha
V-President — Dr. H. N. Baruah
It. Secretary — S. C. Bhomik
It. Secretary — S. K. Chakraborty

**Bapapung Branch Committee**

President — Bishnu Bhakta Upadhyay
Secretary — Siba Prasad Goswami and other members

**Chariali Branch Committee**

(From Namghar to A.O.C. Labour Union)
President — S. Ahmed
V-Presiden — Sakaldev Singh
Secretary — Sardar Amar Singh
and other members

**Muliabari Housing Area B. Committee**

President — S. M. Rahman
V-President—G. P. Upadhyay
V-President — Niranjan Choudhury
Jt. Secretaries — A. B. Khetry
Jt. Secretaries —B. C. Baruah

**Golai Branch Committee**

President — Bhakta Bahadur Pradhar
V-President — Atindra Lal Baruah
Secretary — Sunil K. Baruah
and other member

**Durgabari Branch Committee**

President — Kali Prasad Borthakur
Secretary — L. P. Borthakur
Asst. Secretary — Hemendra Prasad Basu

**New Settlement Area Branch Committee**

President — B. M. Baruah
V-President — D.P. Thapa
V-President — P.D. Hazarika
Jt. Secretary — C.R. Rakshit
Jt. Secretary — S.K. Pal
and other members

**Topla Basti Branch Committee**

President — S. M, Dutta Gupta
V-President — Mahendra K.Chand
V-President — Sita Nath Das
Jt. Secretary — Harendra Ch. Roy
Jt. Secretary — Sona Ram Saikia
and other members

**Tipam Barjan Branch Committee**

President — M. A. Hussain
V-President — B. B. Borthakur
Secretary — Gopal Ch.Hazarika
and other members

**Barbil Branch Committee**

President — Sashi Bhusan Nath
Jt. Secretary — Kanaklal Boruah
Jt. Secretary — Raghu Mahato
Asst. Secretary —Dimbeswar Das
and other members

**Kalibari Branch Committee**

President — Syd. N. Hussain
V-President — B. K. Chakraborty
Secretary — S. K. Chakraborty
and other member.

**C.M.H. Area Branch Committee**

President — Sarada Kanta Dey
V-President — Rajendra Nath Deka
Jt. Secretary — Chandra Bahadur Sonari
Mina Ram Tamuly
and other members

**Stationpara Branch Committee**

President — Niranjan Guho
V-President — Badan Ch. Saikio
Jt. Secretary — Dambarudhar Gogoi
Jt. Secretary — F. K. Roy
and other members

**Central Digboi Branch Committee**

President — M. P. Tiwari
V-President — N. C. Misra
Secretary — K. P. Baruah
Asst. Secretary — P. Kakaty
and other members

**Missionpara Radha Gobinda Road Branch Committee**

President — G. C. Sen
V-President — D. C. Bhattachrjee
Jt. Secretary — A. C. Chakraborty

Jt. Secretary — S. M. Sannyal
and other member

সকলো বিভাগৰ কাম, বিশেষকৈ প্ৰশিক্ষণ দিয়া কামবোৰ, নিয়াৰিকৈ চলিছিল। উল্লেখনীয় যে, লক্ষীমপুৰ জিলাৰ উপায়ুক্ত ভৱানী কুমাৰ ভূএগ আৰু ডিগবৈ কেন্দ্ৰীয় অসামৰিক প্ৰতিৰক্ষা কমিটিৰ সভাপতিয়ে একেলগে নিৰ্দ্দিষ্ট নিচানলৈ টোৱাই বন্দুক মাৰি Rifle Training মুকলি কৰিছিল।

## চৰকাৰী অসামৰিক প্ৰতিৰক্ষা সংগঠন

## (Govt. Civil Defence Organisation)

চীনা আক্ৰমণৰ পাচত চৰকাৰে নিয়মিত বিভাগ এটা খুলি অসমৰ কেইখনমান নগৰত অসামৰিক প্ৰতিৰক্ষা ব্যৱস্থা সুদৃঢ় কৰাৰ কাৰণে, স্থায়ী ব্যৱস্থা লৈছিল। ডিগবৈত দেশৰ একমাত্ৰ (তেতিয়া) ৰিফাইনাৰীখন থকাৰ কাৰণে প্ৰতিৰক্ষাৰ ফালৰ পৰা ১ নং (A Class) নগৰ হিচাপে পৰিগণিত হৈছিল। এই নগৰবোৰত অসামৰিক প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তুলিবলৈ 'Civil Defence Organisation' নামেৰে বিভাগটো খুলি, ডিগবৈ নগৰকো ইয়াৰ অন্তৰ্ভুক্ত কৰি, এজন অসামৰিক প্ৰতিৰক্ষা বিষয়া নিয়োগ কৰিছিল। ইটাভাটাত ভাড়া ঘৰ এটা লৈ, ডিগবৈ কেন্দ্ৰৰ বিষয়াজনে কাম চলাইছিল। প্ৰথম বিষয়া আছিল দিবাকৰ বৰুৱা।



ডিগবৈক অসম অইল কোম্পানীৰ এলাকা আৰু কোম্পানীৰ বাহিৰ এলাকা (বৰ্ত্তমান ডিগবৈ নগৰ এলাকা) এই দুই ভাগত ভাগ কৰা হৈছিল। প্ৰত্যেক ভাগতে একোজন 'Chief Warden' ৰ তলত দুজনকৈ Post Warden আছিল। প্ৰতি Post Worden ৰ তলত দহটাকৈ Sector Warden আছিল।

কোম্পানীৰ এলাকাত Chief Warden আছিল ডিগবৈ শোধনাগাৰৰ মুখ্য অভিযন্তা ভি. পি. ক্ষেত্ৰপাল আৰু নগৰ এলাকাৰ Chief Warden আছিলোঁ মই। এ. ও. চি. ৰ কনষ্ট্ৰাকচন বিভাগৰ ঘৰ এটাত দুয়োজন Chief Warden ৰ কাৰণে একোটা কাৰ্য্যালয় আছিল।

তলত ডিগবৈ নগৰ এলাকাৰ প্ৰথম ওৱাৰ্ডেন সকলৰ নাম দিয়া হ'ল।

## LIST OF WARDEN UNDER DIGBOI CIVIL DEFENCE ORGANISATION

(Present Digboi Town Area)

| | |
|---|---|
| 1. Chief Warden | Shri Dwijesh Chandra Deb Sarmah. New Settlement Area |
| 2. Dy. Chif Warden | Shri Ganesh Chandra Saikia |
| 3. Post Warden No. 1 | Shri Manik Chandra Hazarika, Muliabari |
| 4. Post Warden No. 2 | Shri Gopal Ch. Hazarika, Itabhata |

## SECTOR WARDENS OF POST No. 1

| | |
|---|---|
| 1. Sri S. Dutta Choudhury | Bapapung Basti |
| 2. Sri B. B. Upadhyay | Bapapung Basti |
| 3. Sri Lakhi Prasad Barthakur | Durgabari |
| 4. Sri Tapan K. Bhattacharjee | Muliabari |
| 5. Sri Man Bahadur Chetri | Muliabari |
| 6. Sri Dinesh Chandra Bhadra | Muliabari |
| 7. Sri Netra Mohan Boruah | Muliabari |
| 8. Sri Narayan Prasad Das | Muliabari |
| 9. Sri B. K. Chakraborty | Topla Basti |
| 10. Sri Sona Ram Saikia | Topla Basti |

## SECTOR WARDENS OF POST No. 2

| | |
|---|---|
| 1. Sri Nagendra Nath Das | Itabhata |
| 2. Sri James Borah | Itabhata |
| 3. Sri A. A. Fazal Hussain | Itabhata |
| 4. Sri Bijay Krishna Bhattacharjee | Kalibari |
| 5. Sri Parasu Ram Khaitan | Chariali |
| 6. Sri Ram Nath Dugal | Chariali |
| 7. Sri G. N. Rao | Chariali |
| 8. Sri M M. Chakraborty | Missionpara |
| 9. Sri S. M. Sannyal | Missionpara |
| 10. Sri Gopal Sen | Radha Gobinda Road |

## ইন্দিৰা গান্ধীৰ ডিগবৈ ভ্ৰমণ আৰু পৰিস্থিতি অধ্যয়ন

চীনা সৈন্য আহি অসমৰ মাটিত ভৰি দিয়াৰ লগে লগে প্ৰধান মন্ত্ৰী নেহৰুৰ হতাশ ব্যঞ্জক বাণীয়ে অসমৰ মানুহক ভীতি-গ্ৰস্ত আৰু চিন্তান্বিত কৰি তুলিছিল। মানুহৰ মনত ওপজা নেহৰুৰ এই বাণীৰ বিৰূপ প্ৰতিক্ৰিয়াৰ কথা গম পাই, নিজৰ ভুল হয়তো বুজি পাইছিল আৰু সেয়ে, ততাতৈয়াকৈ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ প্ৰতিনিধি হিচাপে ইন্দিৰা গান্ধীক অসমৰ পৰিস্থিতিৰ বুজ ল'বলৈ পঠাইছিল। ইন্দিৰা গান্ধী আহি কোম্পানীৰ ৭২ নং বঙলাতে এনিশা

আছিল। তেখেত আহিয়েই উপাযুক্ত আৰু আৰক্ষী অধীক্ষকৰ লগত আলোচনা কৰাৰ পাচত মোক মতাই নি, পৰিস্থিতিৰ বুজ লৈছিল। মোৰপৰা জনাৰ আগলৈকে তেখেতে পৰিষ্কাৰ হোৱা নাছিল যে, চীনা সৈন্য অসমৰ সীমাত ভৰি দিয়াৰ লগে লগে কোম্পানীয়ে সৰ্ব্ব সাধাৰণ কৰ্ম্মচাৰী সকলৰ কথা চিন্তা নকৰি, তেওঁলোকৰ বিষয়াবৰ্গৰ পৰিয়াল সকলক ততাতৈয়াকৈ অসমৰ বাহিৰলৈ পঠোৱাৰ বন্দবস্ত কৰিছিল, যিটো কামে সৰ্ব্ব সাধাৰণক ভয়ত বিভ্ৰান্ত কৰি পেলাইছিল। মোক নানা ধৰণে প্ৰশ্ন কৰি, ডিগবৈত অসামৰিক প্ৰতিৰক্ষা কমিটি গঠন আৰু কামৰ বিস্তৃত বিবৰণ শুনাৰ পাচত, ডিগবৈৰ ৰাইজক ধন্যবাদ জনাইছিল আৰু তেতিয়াই ফোন যোগে কোম্পানীৰ জেনেৰেল মেনেজাৰ মিঃ গোৱানক মতাই আনিছিল। ইন্দিৰা গান্ধীৰ কিছুমান প্ৰশ্নৰ উত্তৰ গোৱানে স্পষ্ট ভাষাত দিব পৰা নাছিল আৰু তাৰ বাবে ভদ্ৰ আৰু মৃদু ভাষাত তিৰস্কৃত হৈছিল।

## জৱহৰ জ্যোতি



প্ৰধান মন্ত্ৰী পণ্ডিত নেহৰুৰ দেহান্তৰৰ পাচত সমগ্ৰ ভাৰতবৰ্ষতে অখণ্ড 'জৱহৰ জ্যোতি' প্ৰদৰ্শন কৰা হৈছিল। অসম প্ৰদেশ যুৱ কংগ্ৰেছৰ সম্পাদক আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিয়ে ডিগবৈলৈকো 'জৱহৰ জ্যোতি' বহন কৰি আনিছিল। ডিগবৈত প্ৰথমতে গান্ধী ময়দানত জোৱান সকলে 'জৱহাৰ জ্যোতি'ক অভিবাদন জনোৱাৰ পাচত ডিগবৈ মণ্ডল কংগ্ৰেছৰ সভাপতিয়ে ডিগবৈৰ ৰাইজৰ হৈ, 'জৱহৰ জ্যোতি'ক আদৰি লৈছিল।



## —মোৰ দুৰ্নীতি—
## বিমলা প্ৰসাদ চলিহাৰ ভৱিষ্যৎ বাণীৰ প্ৰতিফলন

আগতে 'ডিগবৈত বিমলা প্ৰসাদ চলিহা' শিতানত উল্লেখ কৰা বিমলা প্ৰসাদ চলিহাৰ ভৱিষ্যৎ বাণী ফলিয়ালে। মোৰ দুই এজন ঘনিষ্ঠ কংগ্ৰেছী সহকৰ্ম্মীয়ে, বোধহয় তেওঁলোকৰ ভৱিষ্যৎ জীৱনৰ ৰঙীন সপোন দেখি, বাটৰ কাঁইট গুচাবৰ কাৰণে, মোৰ চৰিত্ৰ হননত লাগিছিল। সেই প্ৰিয় বন্ধু সকলেই অসমৰ ইমূৰৰপৰা সিমূৰলৈ মোৰ দুৰ্নীতিৰ কথা বিয়পাই দিছিল। মই এইবোৰ সঁচা বুলি ভবা

নাছিলোঁ। মোৰ এটা দৃঢ় বিশ্বাস আছিল যে, মোৰ বিৰুদ্ধে অপ প্ৰচাৰ কৰা বুলি যিসকলৰ নাম ওলাইছে, তেওঁলোকে কেতিয়াও এনে কাম নকৰে। কাৰণ তেওঁলোকে মোৰ ৰান্ধনী ঘৰলৈকে, বাহিৰ-ভিতৰ সকলো কথা জানিছিল, যাক বোলে 'একে পাততে খোৱা, শিয়নিতে শোৱা', মোৰ বিষয়ে সম্পূৰ্ণ ওৱাকিবাহাল। পণ্ডিত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ কথা এষাৰ মনত পেলাই মই ভাবিছিলোঁ— ক'তা, মইতো তেওঁলোকক কোনো উপকাৰ কৰা মনত নপৰে। তেনেহ'লে তেওঁলোকে মোৰ বদনাম গাব কিয়? আৰু যদি সঁচাকৈয়ে বদনাম ৰটিছে, তেনেহ'লে তেওঁলোক দেখোন মোৰ দ্বাৰা উপকৃত হোৱাটোকে সূচাইছে। সেয়ে, শুনা কথালৈ কাণ নকৰি, মনে মনে আছিলোঁ। কেতিয়াও কাৰো আগত ঘৃণাক্ষৰেও মোৰ কোনো মনোভাব প্ৰকাশ কৰা নাছিলোঁ। শেষত মোৰ এই নীৰৱতাক দুৰ্নীতিৰ সাক্ষী হিচাপে ব্যৱহাৰ কৰি, অধিক প্ৰচাৰত নামি পৰিছিল, আনকি এ. ও. চি. লেবাৰ ইউনিয়নৰ সাধাৰণ সভাত মোৰ দুৰ্নীতিৰ বিষয়ে মুকলি ঘোষণা কৰি, কেন্দ্ৰীয় চোৰাং চোৰাৰ ওচৰ চাপিছিল। তেতিয়াও মই কোনো উষ্মা প্ৰকাশ কৰা নাছিলোঁ বা ক'তো প্ৰতিবাদো কৰা নাছিলোঁ। কিয়নো মোৰ দুৰ্নীতিৰ কথা মই না কৰাটো অৰ্থহীন বুলি ভাবিছিলোঁ। সেয়ে, মোৰ দুৰ্নীতিৰ বিচাৰৰ ভাৰ ৰাইজকে দিবলৈ মনস্থ কৰি, তলত দিয়া চিঠিখনেৰে ডিগবৈ ৰাইজৰ প্ৰতিনিধিমূলক সভা এখন আহ্বান কৰিছিলোঁ।

To

Sri.......................................................................................

.............................................................................................

Dear Sir,

A representative public meeting will be held on Tuesday the 25th October '66 at 6 P.M. (Local) at the Congress Bhawan.

You are earnestly requested to attend.

Yours faithfully
**D. C. Deb Sarmah**

Digboi
23-10-66

উল্লেখযোগ্য যে, ডিগবৈৰ সকলো শিক্ষানুষ্ঠান, ধৰ্ম্মানুষ্ঠান, আন ৰাজহুৱা অনুষ্ঠান, সকলো ৰাজনৈতিক দল আৰু কিছু বিশিষ্ট নাগৰিকক নিমন্ত্ৰণ কৰা হৈছিল। নিমন্ত্ৰিত ৯৭ জনৰ ভিতৰত ৯২ জন উপস্থিত আছিল।

## সভাৰ কাৰ্য্য বিৱৰণী

MINUTES OF THE REPRESENTATIVE MEETING ORGANISED BY SHRI D. C. DEB SARMAH M.L.A. (DIGBOI CONSTITUENCY) AT CONGRESS BHAWAN, DIGBOI ON 25TH OCTOBER 1966 AT 6.30 P.M. (LOCAL) ATTENDED BY THE REPRESENTATIVE OF ALL POLITICAL PARTIES, RELIGIOUS INSTITUTIONS, CLUBS, OTHER ORGANISATIONS, SCHOOLS, COLLEGE, QUASI GOVERMENT OFFICE ETC. SHRI HARBONS SINGH JUDGE PRESIDED.

81 [illegible]

82 [illegible]

83 S R [illegible]

84 [illegible]

85 [illegible]

86 [illegible]

87 [illegible]

88 [illegible]

89 [illegible]

90 [illegible]

91 [illegible]

92 [illegible]

At the ouset convener Shri D.C. Deb Sarmah, M.L.A., Digboi Constituency explained with heavy heart the purpose of the meeting and interalia said that—

Certain false/bascless allegations are brought forward against him not only in Digboi but at outside Digboi as well that he—

(a) was in close touch with the business and other allied matters of Shri H.P. Kar, one of the leading business magnets of Digboi and a contractor under A.O.C. Ltd., Digboi supplying Buses and Cars to the Company on hire.

(b) has been making landed properties at the cost of the people.

Shri Deb Sarmah further said that it is upto the house to decide whether such allegations are CORRECT, and to enquire them through an appointed 'Enquiry Committee'. He also said that though he belongs to Congress Party, as M.L.A., he thinks himself to be representative of all the members of the society in his constituency. So as a strong believer in democracy he likes to place all the allegations/rumours before the representative of the publlic of Digboi irrespective of Political Parties, Orgainsations/Institutions etc. to judge as they like. If he is found guilty he is prepared to resign his M.L.A. ship immediately and also ready to take punishment as their public 'Panchayat' may deem fit.

The President then asked the house to say for or against the views expressed by Shri Sarmah.

Shri K.P. Baruah expressed his surprise that he wanted to listen from the M.L.A. either about stepping up Civil Defence Measures in the town or some such other vital matters in defence of the Nation, but to the contrary false allegations against the local M.L.A. has to be heard. He said that if one is morally strong he/she should submit any allegation in writing to the proper authority through proper channel and in absence of that, all such alligations should be ignored and attempts made to root out these social evils for good.

Shri N.P. Das, President, A.O.C. Labour Union, said that the allegations in whatsoever form might be made against any person. It may be that one of his opponents in the Congress Party itself might be making such propoganda to try to down Shri Sarmah, and make his/her position much better to win the ensuing General Election.

At the request of the President Shri D.C. Deb Sarmah further explained his mind/stand so that the house can give serious view of the false allegations and take drastic steps. He requested the house once again to lodge an enquiry and deliver the judgement.

Shri Darshan Singh, Secretary, Sikh Temple said "We..........." have great confidence in Shri Sarmah and that all allegations made are false and can, therefore, be totally ignored."

Shri P.N. Das Talukdar, Digboi Sahitya Seva Samity, held that out of great feelings Shri Sarmah called the meeting, he being the peoples representative he can tell the people his difficulties and vice versa. We know fully that Shri Sarmah was never at fault any time during the last decade or more and never shall be in any future. As allegations are baseless and not in writing from any quarters either direct to him or to the organisation (Congress) he held that the M.L.A. should ignore such allegations altogether.

Shri N. Hussain, Muslim Institute, in defence of the M.L.A. said that contract between the AOC, and Shri H. P. Kar already indicates that Shri Deb Sarmah was in no way connected with the contract and as such allegations to be treated as without foundation and may be completely scraped.

Shri S.L. Sarmah, Jana Sangha, said that allegations brought forward by any one against any might based on facts. But a political Party never criticises an individual, but others from the Party's platform. He said that there is no bar to make business by an M.L.A./M.L.A.S. Simply making business by an M.L.A. is not a corruption. If an M.L.A. misused public money, behaves against law then only he can be called corrupted. In this particular espect, he said, "We know Shri Sarmah well. We have great confidence in him as public representative. The rumours spread against him are baseless and should be ignored."

Shri N. Biswas, Secretary A.O.c. Labour Union and active member of the Jana Sangha (a main opponent to Shri Sarmah in the Assembly Election) also held that such allegations should not have been brought against Shri Sarmah who has been sincere in his efforts to maintain peace

in the constituency and see its progress. He, however, held rumour mongers should be chased and adequate punishment be inflicted. He also held that the meeting was not competent to form an Enquiry Committee to go into the allegations brought forward by Shri Sarmah himself.

Shri R.S. Goswami, Secretary, (M.C.C. South Digboi) and Head Master, A.O.C. Hindi High School, held that such malicious rumours should be rooted out and efforts should be made rootout such mischivious propoganda for the best interest of the country. He congratulated Shri Sarmah for his moral courage and challange and his true leadership.

Shri Sarmah M.L.A. furhter once again requested the house to make an impartial and thorough enquiry about these rumours and deliver the judgement.

Shri Dharmaswar Baruah, S.S.P., a political rival candidate in general election in Digboi, has expressed his great confidence in Shri Sarmah's work and activities since long. The allegations are false. Shri Sarmah should not discourage himslef but go ahead unhasitingly with work for the best interest of his constituency for the remaining period of his term.

Shri B. K. Chakraborty, President Kalibari and a teacher of A.O.C. Boy's High School, held similar views and expressed his opinion that Shri Sarmah is an asset to the Constituency than liability. Those who alleged against him should come forward and bravely challenge otherwise he/they may be called as coward (s).

Shri M.C. Hazarika, President of the North Mandal Congress Committee thanked Shri Sarmah for calling such a meeting of public representatives irrespective of all political Parties, all organisations/ Institutions of Digboi. He expressed his full confidence in Shri Sarmah and condemned these malicious and baseless propoganda against him. He also called upon the propogandists to come forward and to take challenge of Shri Sarmah to prove the allegations.

Shri Sirish Chandra Baruah (communist), M.C. Baruah, B.N. Dutta, D. Gogoi (Central Namghar) took part in the discussion and each held that allegations Shri Sarmah mentioned earlier as brought against his person are without foundation and can therefore be ignored. They all praised Shri Sarmah for his past activities and his intigrity.

Shri C.B. Chetri (one of the candidates from the Digboi Congress Party and President, South Digboi Mandal Congress Committee) said that although he is a candidate for the ensuing general election, he never alleged anything against Shri Sarmah as expressed by Shri N.P. Dash earlier.

The President in his remark held that as he is working in the same line he knows the contents of the contract. He is sure that these reumours/ allegations are absolutely baseless. The enquiry is simple. If anybody writes to the Company Officially he will get the facts immediately and he (President) is confident that the facts will prove all these misgivings to be

baseless. He also opined that as the representative of all the organisatiosns of Digboi irrespective political parties, religious institutions, Educational Institutions, Clubs and other organisations have expressed their confidence in Shri Sarmah the Local M.L.a. and nobody has expressed any doubt to these rumours, should totally be ignoned, but he should now stick to other vital matters affecting the constituency. He was also one with the house that no necessary for any enquiry as Shri Sarmah demanded. He thanked Shri Sarmah for his boldness and courage.

Then the House unanimously supported remarks of the President.

* * *
* * *

The meeting terminated with a vote of thanks to the Chair and those who attended the meeting at 9.30 P.M.

Sd/- H.S. Judge
President
DRGI Representative Meeting held on 25-10-66

## প্ৰদেশ কংগ্ৰেছৰ সভাপতিলৈ সভাৰ সভাপতিৰ চিঠি

সভাত থকা প্ৰতিনিধিসকলৰ ইচ্ছানুসৰি সভাৰ সভাপতি শ্ৰীহৰবানচ সিং জাজে সভাৰ উক্ত কাৰ্য্যবিবৰণী সহ তলত দিয়া চিঠিখন অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহলৈ পঠাইছিল।

From :— Shri H.S. Judge
President, Representative Public meeting held on the 25th October 1966 at Congress Bhawan, Digboi at 6.00 P.M.

To

Shri S.C. Singha
President, Assam Prodesh Congress Comittee
Congress Bhawan, Gouhati

Dated Digboi the 1st Nov '66

Sir,

I beg to forward herewith the minutes of the representative public meeting held on the 25th October '66 at 6-30 P.M. (Local) at Congress. Bhawan, Digboi, for your kind perusal and information.

Understanding the some rumours were spread over Digboi and some anonymous letters had been sent to differenct places by some unknown rumour mongers with the motive best known to them against Shri D.c. Deb Sarmah, M.L.A., Digboi, Shri Sarmah the, M.L.A. called this meeting of representatives of public of Digboi irrespective of all political parties namely Congress, S.S.P., C.P.I., Jana Sangha etc., all social, religious and

educational organisations/institutions, Clubs, both the Labour Unions namely Assam Petroleum Mazdoor Union and A.O.C. Labour Union etc., and placed the matters for enquiry and to decide the correctness of these rumours/allegatious against him. The minutes will speak itself about the findings of the meeting.

Almost all the representatives (near about hundred) attended the meeting.

**We are really proud of having a represantative like Shri Sarmah with such moral courage and dignity. We have not seen any body other than Shri Sarmah our M.L.A. called voluntarily such meeting and placed the matters/allegations raised against him for enquiry and judgement without taking any defence from his side before the representative of all sections of the people of Digbol particularly all oposition political parties just at the eve of the ensuing general election.**

May God bless him
With best regards

Yours faithfully
**Sd/- H.S. Judge**
President

Copy to—

1. The Chief Minister, Assam, Shillong, for their kind perusal and information.
2. President, A.P.C.C. Congress Bhawan, Guhati, for their kind perusal and information.
3. Presient, Dibrugarh District Congress Committees, Dibrugarh, for their kind perusal and information.
4. President, Two Congress Committee, Digboi, for their kind perusal and information.

## বুজনি

প্ৰতিনিধিসকল দিহাদিহি যোৱাৰ পাচত সভাপতি জাজ আৰু এ.ও.চি. হাইস্কুলৰ হেড মাষ্টাৰ শৈলেশ চন্দ্ৰ দত্ত ৰায়ে মোক মৰম সনা ধমকিৰ সুৰত কৈছিল—"আপুনি আজি এই পাগলামীটো কিয় কৰিছিল?" মই নাই বুজা বুলি কোৱাত দত্তৰায়দেৱে কৈছিল—"চাওক, ৰাজনীতিত এনেবোৰ কথা হৈয়েই থাকে। আজি যদি কোনোবা বিৰোধী দলৰ সদস্যই এই সভাৰ সুযোগ লৈ, আপোনাৰ ৰাজনৈতিক বা ৰাজহুৱা জীৱন শেষ কৰাৰ মতলবেৰে কিছুমান অবাস্তৱ কথা উত্থাপন কৰিলেহেতেন বা আপোনাৰ চৰিত্ৰত অলপমানো সন্দেহ প্ৰকাশ কৰিলেহেতেন তেতিয়া আপুনি কি কৰিলেহেতেন?" মই মাত্ৰ কৈছিলোঁ—"যদি তেখেতসকলে সঁচাকৈয়ে এনে কিবা এটা কৰিলে হেতেন, মই মোৰ দুৰ্ভাগ্য বুলি ধৰি লৈ, তেখেতসকলৰ ৰায় মানি ললোঁহেতেন। মোৰ বিশ্বাস আছিল যে, কোনো বিবেকবান লোকে মোৰ কোনো দুৰ্নীতিৰ কথা ক'ব নোৱাৰিব।" তেতিয়া তেখেতসকল দুয়োজনে কৈছিল—"ভৱিষ্যতে আৰু এনে কাম নকৰিব।"

## শত্ৰুৰূপে পৰম বন্ধু

ৰাতি ঘৰলৈ আহি সভাৰ অন্তত শ্ৰদ্ধেয় দত্তৰায় আৰু জাজে দিয়া উপদেশবোৰ যিমানেই চিন্তা কৰিছিলোঁ, যিমানেই মোৰ মনটো ফৰকাল লাগিছিল। এইটো সঁচা যে, মোৰ চৰিত্ৰ হনন কাৰী বন্ধুসকলক মই পেটে পেটে বেয়া পাই আছিলোঁ। বহুতে আকৌ তেওঁলোকে মোৰ শত্ৰুতা কৰা বুলিও কৈছিল। মই কিন্তু ৰাতি চিন্তা কৰাৰ পাচত, তেওঁলোকৰ শত্ৰুৰ ৰূপটোৰ ঠাইত বন্ধুৰ ৰূপটোহে মোৰ চকুৰ আগত ভাহি উঠিছিল। দৰাচলতে তেওঁলোকে মোৰ বিৰোধিতা, তথা শত্ৰুতা কৰা নাছিল—মোক নিজকে জুখি চাবলৈ, জানিবলৈ সুবিধা, কৰি দিছিল। দিনৰ সভাখনৰ কৃতকাৰ্য্যতা প্ৰকৃততে তেওঁলোকৰহে আছিল। মই মনতে মোৰ জীৱনত ৰূপ কোঁৱৰৰ কৱিতা ফাঁকিৰ সাৰ্থকতা অনুভৱ কৰিছিলোঁ—

"হে মোৰ সকলো শত্ৰু
তোক নমস্কাৰ
তোক বন্ধু ৰূপেহে চাওঁ
তোৰ স'তে মোৰ সংঘাত লাগি
মোৰ জীৱনত ধুনীয়া প্ৰকাশ পাওঁ।
মোৰ প্ৰতিভাৰ নুফুলা ফুলৰ
শতপাহি বিকশাওঁ
শতপাহি বিকশাওঁ
তোক বন্ধু ৰূপেহে চাওঁ
প্ৰতি সংঘাতে নতুন শক্তি পাওঁ।
তোৰ স'তে মোৰ সংঘাত লাগি
কণ্ঠত জাগে অভিনৱ ওঙ্কাৰ
হে শত্ৰু নমস্কাৰ।
নিজৰাৰ দৰে মোৰ জীৱনে, অগ্নিমনে
তোৰ বাধাৰ শিলত উফৰি উফৰি পৰি আঘাত কৰি
শুভ্ৰ ফেনিল পেখম মেলি
ফুটন্ত মোৰ প্ৰাণ উছলাই
গন্ধ গানৰ টৌ তুলি যায়
নিতৌ নতুন ৰূপ ধৰি।"

কিন্তু মোৰ এই বন্ধুবোৰ আছিল অত্যন্ত ভীৰু—সঁচা কোৱাৰ বা সমুখাসমুখি হোৱাৰ অকণমানো সাহস তেওঁলোকৰ নাছিল। ৰূপ কোঁৱৰে বোধ হয় তেওঁৰ সমকক্ষ, সমভাবাপন্ন, প্ৰতিভাবান শত্ৰুৰ কথাহে কৈছিল—কোনো বীৰ্য্যহীন, ভীৰুৰ কল্পনা কৰা নাছিল। সেয়ে মোৰ এই বন্ধু সকলক সত্যনিষ্ঠ, মুকলি মনৰ অধিকাৰী কৰিবলৈ, ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছিলোঁ।

## দুৰ্নীতিৰ অঙ্কুৰ—প্ৰলোভন

মই বিধায়ক হোৱাৰ পাচতেই দেশ জুৰি অত্যাৱশ্যকীয় খাদ্য বস্তুৰ নাটনিয়ে সকলোকে চিন্তিত কৰি তুলিছিল। অসমত বিশেষকৈ চাউল, আটা আৰু চেনিৰ অভাৱ হৈছিল। সেয়ে

বজাৰত এই তিনিবিধ বস্তুৰ মূল্য দিনক দিনে বাঢ়ি গৈছিল। চৰকাৰে জনসাধাৰণৰ নিম্নতম চাহিদা পূৰণ কৰাৰ কাৰণে চৰকাৰী নিৰ্দ্ধাৰিত মূল্যত বস্তুবোৰ পাব পৰাকৈ কিছুমান 'কণ্ট্ৰোল' দোকানৰ ব্যৱস্থা কৰিছিল। এনে এটা সময় আহিছিল চৰকাৰে নিজৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি, নিৰ্দ্ধাৰিত বস্তুৰ যোগান ধৰিব পৰা নাছিল। 'কণ্ট্ৰোল' দোকানবোৰ আৰু বেকাৰীবোৰ চলি থকাটো টান হৈ পৰিছিল। মই বিধায়ক হিচাপে মোৰ সমষ্টিৰ এই দোকানবোৰত নিয়মীয়াকৈ বস্তু যোগানৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰিছিলোঁ কিন্তু বস্তুৰ পৰিমিত যোগান নথকাৰ কাৰণেই মোৰ চেষ্টা সম্পূৰ্ণ কৃতকাৰ্য্য হোৱা বুলি ক'ব পৰা নাছিলোঁ।

এদিন দুপৰীয়া মই ক'ৰবাৰপৰা আহি ঘৰৰ দুৱাৰ মুখ পাওঁতেই মোৰ ঘৰৰপৰা এজন মানুহ ওলাই আহিছিল। মই তেওঁক কাক লাগে বুলি সোধাত 'এম. এল. এ.' ক বিচৰা বুলি ক'লে। মই পৰিচয় দি তেওঁক মাতি লৈ গৈ, ৰুমত বহুৱাই, অহাৰ কাৰণ সোধাত, তেওঁৰ সুলভ মূল্যৰ দোকানত কোনো বস্তু পোৱা নাই বুলি কোৱাত, মই নাম, ধাম আৰু পাব লগীয়া বস্তুৰ তালিকা লৈ, চেষ্টা কৰিম বুলি কৈ, তেওঁক বিদায় দি, ভিতৰলৈ গৈ দেখোঁ যে, তেতিয়া ভালকৈ মাত নুফুটা ঠুনুক ঠানাককৈ খোজ কাঢ়ি ফুৰা মোৰ অকণমান ল'ৰাটিৰ (বিপুল) হাতত এটা ডাঙৰ বিস্কুটৰ টিন। ৰান্ধনী ঘৰলৈ গৈ পৰিবাৰক এই টিনটো কোনে দিলে বুলি সোধাত তেওঁ একো নাজানে বুলি ক'লে। মই বুজি পালোঁ। ল'ৰাৰ হাতৰ পৰা টিনটো লৈ, বাহিৰলৈ ওলাই গৈ ইতিমধ্যে আলিবাট পোৱা দোকানীজনক মাতি আনি, টিনটো লৈ যাবলৈ কলোঁ। ৩/৪ বাৰ কোৱাৰ পাচতো ল'ৰা-ছোৱালীৰ কাৰণেহে আনিছিল বুলি কৈ তেওঁ টিন ঘূৰাই ল'বলৈ অনিচ্ছুক হোৱাত মই টিনটো বাহিৰলৈ দলিয়াই পেলাই দিছিলোঁ আৰু কৈছিলোঁ টিনটো লৈ যোৱা। বিস্কুট নিদিলেও হ'ব লগীয়া হ'লে তোমাৰ কাম হ'ব। ভৱিষ্যতে এনে কাম নকৰিবা।" মানুহজনে বৰ লাজ পাই, টিনটো লৈ গৈছিল। অসভ্যালি কৰিছিলোঁ যদিও কামটো মই কৰি দিছিলোঁ। সেই মানুহজনে আৰু কেতিয়াও মোক দেখা দিয়া নাছিল। কিন্তু বাহিৰত হেনো মোৰ যশ গাইছিল।

(২) সেই সময়ত ডিগবৈৰ ওচমান বেকাৰী গোটেই অঞ্চলটোতে সৰ্ব্ব শ্ৰেষ্ঠ নাম কৰা বেকাৰী আছিল। চাহাব, বাবু সকলোৱেই ওচমান বেকাৰীৰ গ্ৰাহক আছিল। খাদ্য বস্তুৰ অভাৱজনিত কাৰণত এই বেকাৰীখনেও আৱশ্যকীয় আটা-ময়দা পোৱা নাছিল। ওচমান কোম্পানীৰ মেনেজাৰজন বয়সস্থ আৰু সাধু প্ৰকৃতিৰ মানুহ আছিল। তেওঁক মই শ্ৰদ্ধা কৰিছিলোঁ। এদিন গধূলি বুঢ়াই আহি বেকাৰীৰ কাৰণে আৱশ্যকীয় আটা-ময়দা পোৱাৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰিলে। মই চেষ্টা কৰিম বুলি কলোঁ। বুঢ়াই তেতিয়া কাপোৰৰ তলৰ পৰা এটা 'কেক' উলিয়াই ল'ৰা-ছোৱালীৰ কাৰণে অনা বুলি কৈ কেকটো মোলৈ আগবঢ়াই দিলে। মই কেকটো নালাগে বুলি কোৱাত বুঢ়াই বৰ ম্ৰিয়মান হৈ কেকটো ৰাখিবলৈ পুনঃ পুনঃ অনুৰোধ কৰাত 'কেক'ৰ দাম ল'লেহে কেক ল'ম বুলি কৈ বিক্ৰী মূল্য তিনি টকা চাৰি অনা পইচা জোৰ কৰি তেওঁৰ হাতত দি, কেক লৈছিলোঁ। তেওঁ বাধ্য হৈ পইচা লৈ তলমূৰ কৰি ওলাই গৈছিল। তাৰ দুদিন পিচতেই যোগান বিভাগৰপৰা বৰ্দ্ধিত আটা ময়দাৰ অনুমতি পত্ৰ লৈ আহি বুঢ়াক দি মোৰ ব্যৱহাৰৰ প্ৰায়শ্চিত্ত কৰিছিলোঁ।

(৩) মই যত্ন কৰি চৰকাৰৰ বহু হাজাৰ টকা খৰচ কৰি মাৰ্ঘেৰিটাৰ ভিতৰ পাৰৈৰ নলা এটা খনাই দিয়াত ৰাইজে ভোগ কৰি অহা বহুদিনীয়া অসুবিধা আঁতৰিছিল। তাৰে শলাগৰ চিন স্বৰূপে এদিন গাৱঁৰ কেইজনমান মানুহে এটা প্ৰায় দুই আঢ়ৈ কেজিৰ জীয়া শিলঘৰীয়া মাছ লৈ মোৰ ঘৰ পাইছিলহি। মই নিশ্চিত আছিলোঁ যে, গাৱঁত কোনো 'ফিচাৰি' নাছিল। সেয়ে মই

সুধিলোঁ— "সঁচা কথা কওকচোন, এই মাছটো ক'ৰ পৰা আনিছে। কওঁ নকওঁ কৈ মাৰ্ঘেৰিটাৰ বজাৰৰপৰা অনা বুলি কোৱাত দাম কিমান বুলি সোধাত ১৬ টকা বুলি ক'লে। মই জেপৰ পৰা উলিয়াই টকা ১৬টা তেওঁলোকক দি, টকা নল'লে মাছ লৈ যাবলৈকো কলোঁ। মই অৱশ্যে কৈছিলোঁ, "আপোনালোকৰ নিজৰ পুখুৰীৰ মাছ হোৱা হেতেন মই মৰমৰ চিন স্বৰূপে ল'লোঁহেতেন। কিন্তু গাঠিৰ ধন খৰচ কৰি কিনি অনা মাছ মই বিনা পইচাত ৰাখিব নোৱাৰিম।"

এনে ধৰণৰ বহুতো অসভ্যালি মই কৰিছিলোঁ। তাৰ ফল পাইছিলোঁ যে, কোনোৱে মোক কোনো ৰকমৰ প্ৰলোভন দেখুৱাবলৈ সাহস কৰা নাছিল। ওপৰত লিখা প্ৰতিনিধিমূলক ৰাজহুৱা সভা আহ্বান কৰাৰ সাহসো তাৰ পৰাই পাইছিলোঁ। দুৰ্নীতিৰ আশয়ক অঙ্কুৰতে বিনষ্ট কৰা হৈছিল।

## —কৃতজ্ঞতা—

এইখিনিতে মোৰ ৰাজনৈতিক প্ৰতিদ্বন্দী, জনসঙ্ঘৰ শ্ৰীনিৰঞ্জন বিশ্বাস, চচিয়েলিষ্ট পাৰ্টিৰ ৺ধৰ্মেশ্বৰ বৰুৱা, কম্যুনিষ্ট পাৰ্টিৰ ৺মোহন লাল মুখাৰ্জ্জী, বাৰিন চৌধুৰী আদি ব্যক্তি সকলৰ প্ৰতি মই কৃতজ্ঞতা নজনাই নোৱাৰোঁ। তেখেতসকল বিৰোধী দলৰ প্ৰতিদ্বন্দী হ'লেও কোনো দিনে ক'তো মোৰ ব্যক্তিগত জীৱনৰ বিৰুদ্ধে কোৱা মই শুনা নাছিলোঁ। বৰং ব্যক্তিগত ৰূপত বহু ঠাইত তেখেতসকলে মোৰ প্ৰশংসাহে কৰিছিল। সমাজ জীৱনত আমি পৰস্পৰে পৰস্পৰৰ বন্ধুৰ নিচিনা আছিলোঁ। তেখেত সকলক মোৰ বন্ধু সুলভ কৃতজ্ঞতা জনাইছোঁ।

মোৰ নিজৰ কংগ্ৰেছ দলৰো দুই এজন একান্ত সহযোগীৰ বাহিৰে বাকী কৰ্ম্মীসকলে মোক অকৃত্ৰিম মৰম কৰিছিল, সন্মান কৰিছিল আৰু সকলো সময়তে নিস্বাৰ্থ সহযোগিতা আগ বঢ়াইছিল। মই আজি থকা-নথকা সেই সকলো কৰ্ম্মীকে আন্তৰিকতাৰে সুৱঁৰিছোঁ। যি দুই এজনে মোৰ চৰিত্ৰ হননত লাগিছিল, তেখেত সকলক মই প্ৰথমতে ভুল বুজিছিলোঁ, পাচতহে বুজিছিলোঁ যে, তেখেতসকলে মোক নিজকে জুখি চাবলৈ সুবিধাকণ দিছিল আৰু ভৱিষ্যতেও নীতি আৰু কৰ্ত্তব্যত অটল থাকিবৰ কাৰণে মোৰ মনটোক সাহস যোগাইছিল। সেয়ে, দৰাচলতে তেওঁলোক মোৰ একান্ত বন্ধু আছিল। তেখেতসকলক ভুল বুজাৰ কাৰণে ক্ষমা কৰিব বুলি আশা কৰিছোঁ।

## —পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সম্পৰ্ক ত্যাগ আৰু পৰিণতি—

### পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সভাপতিৰ পদ ত্যাগ

১৯৬৭ চনত মোৰ ঠাইত তিনিচুকীয়াৰ যদু নাথ ভূঞা বিধায়ক হৈছিল। ভূঞা বিধায়ক হোৱাৰ পাচত ডিগবৈত এনে এটা আবহাওৱাৰ সৃষ্টি কৰা হৈছিল যেন, ভূঞাই কিবা এটা ক'লেই কোম্পানীয়ে মানি ল'ব আৰু মজদুৰৰ সকলো দাবী ভূঞাৰ কথাতেই, বিনা বাক্য-ব্যয়ে পূৰ হৈ যাব। আমাৰ কিছুমান আশাবাদী ভূঞাভক্ত কৰ্ম্মীয়ে এই প্ৰচাৰত লগা বুলি গম পাই, কাৰো কোনো আপত্তি নুশুনি, ১৯৭১ চনৰ ফেব্ৰুৱাৰী মাহত মই পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সভাপতিৰ পদ ত্যাগ কৰিছিলোঁ। ইউনিয়নত থকাটো মোৰ কোনো পেচা নাছিল। ইয়াক মই এটা সেৱাৰ কাম বুলি ধৰি, নিষ্ঠাৰে লাগিছিলোঁ। সেয়ে মই সভাপতি হৈ থকাতকৈ মানুহৰ আশা পূৰণ

হোবাটোৱেই মোৰ কাম্য আছিল। মোৰ পাচত যদুনাথ ভূঞাক মোৰ ঠাইত Negotiation Committee ৰ চেয়াৰমেন কৰা হৈছিল। মই পদত্যাগ কৰাৰ পাচত ইউনিয়ন অফিচলৈ কোনো দিন নহা আৰু পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ বিৰোধিতা কৰি থকা, কিছুমান নতুন মুখৰ পয়োভৰ পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন অফিচত বাঢ়ি যোৱাত, ডিগবৈ শাখাৰ বিষয়ববীয়া সকলেও পদত্যাগ কৰিছিল, কাৰণ এই মানুহবোৰ ভূঞাৰ সেৱক বুলি গম পাইছিল। নতুন নিৰ্ব্বাচন পাতি, ডিগবৈ শাখা কমিটিৰ সভাপতি আৰু সম্পাদকৰ দায়িত্ব ক্ৰমে বি. নাইকানা আৰু খগেন্দ্ৰ নাথ গগৈক দিয়া হৈছিল।

এই নিৰ্ব্বাচনৰ পাচত এ. ও. চি. ৰ জেনেৰেল মেনেজাৰে ২৪/৪/৭০ তাৰিখৰ 44.L.B.B.3/28 নং চিঠিৰে নব নিৰ্ব্বাচিত বিষয়ববীয়া সকলক ওলগ জনোৱাৰ লগতে লিখিছিল— "We also convey our thanks to the out going office bearers and executive Committee Members from whom we received sustain co-operation in maintaining good industrial relation in the organisation."

## কোম্পানীৰ লগত ইউনিয়নৰ বিবাদৰ সূত্ৰপাত

ভূঞাৰ নেতৃত্বত কোম্পানীৰ স্বীকৃতি প্ৰাপ্ত অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ দাবী অনুসৰি ১৯৬৯ চনৰ বোনাচ দিবলৈ কোম্পানীয়ে অস্বীকাৰ কৰাত, আৰু ইউনিয়নেও দিব খোজা বোনাচ গ্ৰহণ নকৰাত, ইউনিয়ন আৰু কোম্পানীৰ মাজত বিবাদৰ সূত্ৰপাত হৈছিল।

## সংযুক্ত ইউনিয়ন

ভূঞাৰ এই নিষ্ফলতাৰ সুযোগ লৈছিল এ.ও.চি. লেবাৰ ইউনিয়নে। তেওঁলোক হঠাতে ভূঞা ভক্ত হৈ পৰিছিল আৰু পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ দাবীক যোৰদাৰ সমৰ্থন জনাইছিল। ভূঞাই এইয়েই ডিগবৈত অবিসম্বাদী নেতা হোৱাৰ অপূৰ্ব্ব সুযোগ বুলি ভাবি, এ.ও.চি. লেবাৰ ইউনিয়নৰ পৰামৰ্শ ক্ৰমে, বোনাচ আন্দোলন বেছি সক্ৰিয় আৰু জোৰদাৰ কৰিবৰ কাৰণে, দুয়োখন ইউনিয়নৰ প্ৰতিনিধি লৈ, এখন সমন্বয় সমিতি, তথা 'সংযুক্ত ইউনিয়ন' গঠন কৰিছিল। ভূঞা নিজে সভাপতি আৰু এ. ও. চি. লেবাৰ ইউনিয়নৰ যুটীয়া সম্পাদক সকল 'সংযুক্ত ইউনিয়ন'ৰ সম্পাদক হৈছিল।

দেখাত আৰু প্ৰচাৰত, এই সংযুক্ত ইউনিয়নৰ উদ্দেশ্য আছিল দুয়োখন ইউনিয়ন ঐক্যবদ্ধ হৈ মজদুৰৰ দাবী আদায়ৰ কাৰণে কোম্পানীৰ ওপৰত প্ৰবল হেঁচাৰ সৃষ্টি কৰা। কিন্তু আচলতে ভূঞা আৰু এ. ও. চি. লেবাৰ ইউনিয়নৰ লক্ষ্য বেলেগ বেলেগ আছিল। ভূঞাৰ লক্ষ্য আছিল, এই ছেগতে তেখেতে ডিগবৈৰ অবিসম্বাদী নেতা বুলি প্ৰমাণ কৰা, আৰু এ. ও. চি. লেবাৰ ইউনিয়নৰ লক্ষ্য আছিল পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ অস্তিত্ব বিলোপ কৰা। এই কূট কৌশলত এ. ও. চি. লেবাৰ ইউনিয়ন সম্পূৰ্ণ কৃতকাৰ্য্য হৈছিল। আনহাতে, ভূঞাৰ নেতৃত্বৰ অবলুপ্তি ঘটিছিল—পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ আৰু পোনাব নোৱাৰাকৈ কঁকাল ভাগিছিল।

## সৰ্ব্বাত্মক বেআইনী ধৰ্ম্মঘট ঘোষণা
## আৰু
## ভূঞা দেৱৰ আত্মঘাটি, নীতি বিগৰ্হিত, ক্ষমতা পাগল নেতৃত্ব

২৬/৮/৭০ তাৰিখে দুয়োখন ইউনিয়নৰ সাধাৰণ সভা পাতি, ৰাতি ৮ বজাত সেইদিনাই ২ ঘণ্টাৰ পাচতেই, ৰাতি ১০ বজাৰ পৰা ২৪ ঘণ্টাৰ কাৰণে সৰ্ব্বাত্মক হৰতাল তথা 'ডিগবৈ বন্ধ' ঘোষণা কৰা হৈছিল। 'ডিগবৈ বন্ধ' ঘোষণা কৰাৰ আগতে, যথাস্থানত স্বেচ্ছা সেৱক ৰখা হৈছিল যাতে কোনো মানুহ ৰিফাইনাৰীকে ধৰি কোম্পানীৰ কোনো কাৰ্য্যালয়ত সোমাব নোৱাৰে। এনে ধৰণে কৰা হৰতালৰ ফলত সিদিনাখন ৰাতি ডিগবৈ ৰিফাইনাৰী আৰু ডিগবৈ এটা ভয়ঙ্কৰ দুৰ্য্যোগৰ সম্মুখীন হৈছিল—ৰিফাইনাৰী আৰু ডিগবৈ ভগবানে ৰক্ষা কৰিছিল বুলি ক'লেও বোধহয় অত্যুক্তি নহ'ব। পিচদিনাখনো এ. ও. চি. ৰ কামৰ বাহিৰেও ডিগবৈৰ সমগ্ৰ বজাৰ-হাট, দোকান-পোহাৰ, স্কুল (কোম্পানীৰ স্কুল সমূহকে ধৰি ডিগবৈৰ সকলো স্কুল), পোষ্ট অফিচ, বেঙ্ক, জীৱন বীমা-অফিচ, আয়কৰ অফিচ ফৰেষ্ট অফিচ সমূহকে আদি কৰি, সকলো চৰকাৰী অফিচ বন্ধ কৰি দিয়া হৈছিল। হয়তো মানুহে বিশ্বাস নকৰিব যে, এই 'ডিগবৈ বন্ধ' আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি, নেতৃত্ব দিছিল অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সভাপতি, কংগ্ৰেছ এম. এল. এ., গান্ধীবাদী যদুনাথ ভূঞা ডাঙৰীয়াই। তেখেতে নিজে মটৰত 'লাল ঝাণ্ডা' উৰুৱাই গৈ, ডিগবৈ বন সংমণ্ডল প্ৰাধিকাৰীৰ কাৰ্য্যালয় আৰু 'এম্প্লয়মেণ্ট এক্সেঞ্জ' কাৰ্য্যালয়ৰ ভিতৰলৈ সোমাই গৈ, নিয়মিত ৰূপে কাম কৰি থকা চৰকাৰী কৰ্ম্মচাৰী সকলক উলিয়াই আনিছিল।

ইয়াৰ পাচতেই 'সংযুক্ত ইউনিয়ন'ৰ ফালৰপৰা 'Social Boycott' মুখে মুখে প্ৰচাৰ কৰা হৈছিল। এই ঘোষণা অনুসৰি কোম্পানীৰ সৰু বৰ সকলো অফিচাৰকে বজাৰ আৰু দোকান-পোহাৰত কোনো বস্তু কিনিবলৈ, আনকি তেওঁলোকৰ ঘৰত ল'ৰা-ছোৱালীৰ কাৰণে গাখীৰ যোগান ধৰিবলৈকো বন্ধ কৰা হৈছিল। অফিচাৰ সকলে অফিচৰ কামৰ বাহিৰে বাটে ঘাটে মুকলি মূৰীয়াকৈ ভয়ত ফুৰিব নোৱাৰা হৈছিল। অফিচাৰবোৰৰ নাম হৈছিল—'কালা কুত্তা'। মন কৰিব লগীয়া কথা যে, অফিচাৰ সকলৰ 'বোনাচ'ৰ লগত কোনো সম্বন্ধ নাছিল। ইতিমধ্যে কাৰ প্ৰৰোচনাত কেনেকৈ হ'ল ক'ব নোৱাৰোঁ, এটা 'ঢালাই পাৰ্টি' নামৰ গোপন সন্ত্ৰাসবাদী দলৰ সৃষ্টি হৈছিল। এই ঢালাই পাৰ্টিয়ে 'ঢালাই' কৰা হ'ব (পিতন দিয়া হ'ব) বুলি যাকে তাকে ভয় খুৱাই সঁচাকৈয়ে মানুহৰ মনত আতঙ্কৰ সৃষ্টি কৰিছিল।

## ডিগবৈ ব্লক কংগ্ৰেছ আৰু নেতৃত্বৰ বিৰুদ্ধে গোকাট অপপ্ৰচাৰ

ভুঁৱা কংগ্ৰেছী মানুহ কিছুমানে ব্লক কংগ্ৰেছৰ সভাপতি আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সদস্য শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাৰ নেতৃত্বত এখন 'থাৰ্ড ইউনিয়ন' গঠন কৰিবলৈ লৈছে বুলি জোৰেৰে মুখে মুখে জঘন্য মিছা প্ৰচাৰ কৰি, মানুহক বিক্ষিপ্ত কৰি তুলিবলৈ চেষ্টা কৰিছিল। এই বিষয়ত 'ঢালাই' পাৰ্টি সক্ৰিয় হৈ পৰিছিল। ইতিমধ্যে এই 'ঢালাই' পাৰ্টিয়ে হেনো 'থাৰ্ড ইউনিয়ন' গঠন কৰিবলৈ লোৱা কেইজনমান মানুহৰ ক্ৰম অনুসৰি তালিকা এখনো প্ৰস্তুত কৰিছিল আৰু মানুহবোৰক 'ঢালাই' কৰা হ'ব বুলিও প্ৰচাৰ কৰিছিল। আনকি চেগা চোৰোকাকৈ গধূলি পৰত বাটে পথে এই মানুহবোৰক পালে, বিচাৰি ফুৰাৰো উমান পোৱা গৈছিল। উদাহৰণ

স্বৰূপে, কংগ্ৰেছৰ সাধাৰণ সম্পাদক শ্ৰীমানিক চন্দ্ৰ হাজৰিকাই গধূলি বজাৰলৈ অহাৰ সময়ত তথাকথিত 'ঢালাই' পাৰ্টিৰ ২/৪ জন মানুহে, বজাৰত তেখেতক 'ঢালাই' কৰিবৰ কাৰণে হেনো বিচাৰি ফুৰিছিল। এই বিষয়ে শ্ৰীহাজৰিকাই যথাৰীতি স্থানীয় পুলিচ থানাত এজাহাৰ দিছিল কিন্তু তাৰ কোনো তদন্ত হোৱাৰ গম পোৱা নগৈছিল। ইতিমধ্যে ইউনিয়নৰ 'বোনাচ' আন্দোলনৰ অচিলা লৈ ২/১ জনক বাটে পথে অপমান কৰাটো সাধাৰণ কথা হৈ পৰিছিল। অৱশ্যে মোক দেখাদেখিকৈ কোনোৱে একো কোৱা নাছিল।

## মোৰ প্ৰাণ নাশৰ চেষ্টা আৰু ভূএগ্ৰাৰ অপ প্ৰচাৰ

২০/৯/৭০ তাৰিখে ৰাতি ৯ বজাৰ পাচত ডিগবৈ ব্লক কংগ্ৰেছৰ সভাপতি আৰু ডিগবৈ কলেজৰ 'গভাৰ্ণিং বৰ্ডি'ৰ সভাপতি শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্মাই কলেজৰ অধ্যক্ষ শ্ৰীপ্ৰফুল্ল ভূএগ্ৰাৰ লগত কলেজ সম্বন্ধীয় কিছুমান কথা আলোচনা কৰি, ঘৰলৈ উভতি আহোঁতে, অধ্যক্ষৰ ঘৰৰ পৰা অলপ আঁতৰতে (এতিয়া যত আয়কৰ অফিচ আছে) আন্ধাৰৰ সুযোগ লৈ, কোনোবাই আক্ৰমণ কৰি, মূৰত আঘাট কৰিছিল। সৌভাগ্যক্ৰমে শৰ্মাৰ চিঞৰ শুনি প্ৰফুল্ল ভূএগ্ৰাকে ধৰি চাৰিওফালৰ মানুহ অহাত, আততায়ী পলাইছিল আৰু শৰ্মাৰো (মোৰ) জীৱন ৰক্ষা পৰিছিল। এই ঘটনাৰ বিষয়ে পুলিচৰ হাতলৈ তদন্তৰ ভাৰ এৰি দি, আমি পৰিস্থিতি পৰ্য্যবেক্ষণ কৰি আছিলোঁ।

২১-৯-৭০ তাৰিখে অধ্যক্ষ ভূএগ্ৰাৰ চিঠিৰে সৈতে, ডিগবৈ কলেজৰ শিক্ষক-ছাত্ৰই গ্ৰহণ কৰা প্ৰস্তাৱৰ নকল এটা পাইছিলোঁ। তলত চিঠি আৰু প্ৰস্তাৱৰ পূৰ্ণ পাঠ দিয়া হ'ল।

## ডিগবৈ কলেজৰ অধ্যক্ষৰ চিঠি

**DIGBOI COLLEGE**

DIGBOI P.O.
ASSAM
Date - 21-9-70

To

Shri D.C. Deb Sarmah
President
Digboi College

Dear Sri Sarmah,

Please find herewith a resolution adopted by the Professors and the students in the meeting held under the Presidentship of the Principal, Digboi College on 21-9-70 at 12.00 noon.

Yours
Sd/-
21/9/70
Principal
Digboi College

## RESOLUTION

Digboi P.O.
Assam
Date 21-9-70

"This meeting of Digboi College students and staff hereby condemns the goondasism done in hurting the President, governing Body, Digboi College yesterday night, under the darkness of the night and prays to God almighty for early recovery of the wound of president, Sri D. C. Deb Sarmah and also prays to God to give him more and more energy to serve the people of the locality."

"Proposed by :— Sri Omar Faruque, Secretary"
Supported by :— "Nirmalendu Biswas, Asst. Secretary."

## প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিলৈ টেলিগ্ৰাম আৰু তদন্ত

২।৩ দিনৰ পাচত শুনি আচৰিত হ'লোঁ যে, কিছুমান মানুহে আমাৰ এম. এল. এ ভূঞাই কোৱা বুলি প্ৰচাৰ কৰিছিল যে, মই হেনো কোম্পানীৰপৰা ৪০ হাজাৰ টকা লৈ 'থাৰ্ড ইউনিয়ন' গঠন কৰিবলৈ লৈছিলোঁ। আৰু মোৰ এই কু-কাৰ্য্যৰ কাৰণেই মোক মৰা কথাটোত, ঘটনাৰ পিচদিনাখনেই হেনো ডিগবৈৰ দুই এজন বিশিষ্ট নাগৰিকৰ আগত এম. এল. এ. ভূঞাই সন্তোষ প্ৰকাশ কৰিছিল। ইউনিয়নৰ ক্ষেত্ৰত ভূঞাই ভুল-শুদ্ধ যিয়েই নকৰক লাগে, মোৰ এজন পুৰণি বন্ধু, সহযোগী আৰু এজন পুৰণি কংগ্ৰেছী হিচাপে, এনে অসত্য কথাৰ আশ্ৰয় লৈ, মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ কথা মই বিশ্বাস কৰিবলৈ টান পাইছিলোঁ। ইও এক প্ৰচাৰ বুলিয়েই ভাবিছিলোঁ। কিন্তু কিছুমানে ভয়-ভীত দেখুৱাই কংগ্ৰেছ কৰ্মী সকলৰ মাজত ত্ৰাসৰ সৃষ্টি কৰাত ২৩/৯/৭০ তাৰিখে ডিগবৈ ব্লক কংগ্ৰেছ কমিটিৰ হৈ, মই অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিলৈ তলত দিয়া টেলিগ্ৰামখন পঠাইছিলোঁ।

"POLITICAL SITUATION AT DIGBOI ALARMING (STOP)
CIVIL RIGHT HEMPERED PARTICULARLY CONGRESS WORKER
INSECURED (STOP) POLITICAL MURDER AFRAID (STOP)
PLEASE COME YOURSELF OR SEND GENERAL SECRATARY
OR VICE PRESIDENT IMMEDIATELY FOR PERSONAL ASSESEMENT

**DWIJESH SARMAH**
PRESIDENT DIGBOI BLOCK CONGRESS COMMITTEE"

এই টেলিগ্ৰাম পাই প্ৰদেশ কংগ্ৰেছৰ চেক্ৰেটৰী ৰূপ নাথ সূত আৰু ডিব্ৰুগড় জিলা কংগ্ৰেছ কমিটিৰ উপ-সভানেত্ৰী লিলি সেনগুপ্তা এম. এল. এ. ক পৰিস্থিতি অধ্যয়নৰ কাৰণে ডিগবৈলৈ পঠাইছিল। তেখেত সকলে ডিগবৈৰ বিভিন্ন শ্ৰেণীৰ লোকক, বিশেষকৈ বহুতো কংগ্ৰেছ কৰ্মীক লগ ধৰি, ভূঞাই লোৱা ভূমিকাৰ গম পাই, আশ্চৰ্য্য প্ৰকাশ কৰিছিল। শেষত যোৱাৰ সময়ত মোক লগ ধৰি, পৰিস্থিতিৰ সবিশেষ আলোচনা কৰাৰ পাচত, লিখিত ভাবে বিস্তৃত বিবৰণ লিখি, ডিগবৈ কংগ্ৰেছৰ সভাপতি হিচাপে প্ৰতিবেদন এখন প্ৰদেশ কংগ্ৰেছৰ সভাপতিলৈ পঠাবলৈ মোক পৰামৰ্শ দিছিল। তেখেত সকলেও হেনো মই কোম্পানীৰপৰা ৪০

হাজাৰ টকা লৈ 'থাৰ্ড ইউনিয়ন' কৰিবলৈ লোৱা কথাটো মূলতঃ ভূঞাই উলিয়াইছিল বুলি জানিব পাৰিছিল।

## ভাগৱতীদেৱলৈ চিঠি আৰু ভাগৱতীৰ দীনতা প্ৰকাশ

পৰামৰ্শ অনুসৰি ১১/১০/৭৩ তাৰিখে 'অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি মাননীয় বিজয় চন্দ্ৰ ভাগৱতী দেৱলৈ' বুলি, তথ্য ভিত্তিক, ফুল স্কেপ কাগজৰ ১২ পৃষ্ঠাৰ চিঠি এখন লিখি পঠাইছিলোঁ। তলত দিয়া কথাখিনিৰে মোখনি মাৰিছিলোঁ।





"....................সেইদেখি আপোনাক অনুৰোধ জনাওঁ, যেন অনতিপলমে আপুনি বা আপোনাৰ প্ৰতিনিধিয়ে শ্ৰীভূঞাক লগত লৈ ডিগবৈলৈ আহে। আমি তাৰিখ আৰু সময় জানিব পাৰিলেই ব্লক কংগ্ৰেছৰ সকলো কৰ্মীৰ সভা আহ্বান কৰিম আৰু তাত তেতিয়াই ভূঞা ভাণ্ডাৰীয়াৰ সমুখতেই সকলো কথা শুনি, আমাক কৰ্ত্তব্যৰ নিৰ্দ্দেশ দিব। আশাকৰোঁ ভূঞা ভাণ্ডাৰীয়াই এই আহ্বান গ্ৰহণ কৰিব।

ব্লক কংগ্ৰেছৰ সভাৰ বাহিৰেও সকলো কথাৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ, আৰু প্ৰকৃত কথাৰ সম্ভেদ পাবলৈ, হয়তো আপোনাক বা আপোনাৰ প্ৰতিনিধিক ১/২ দিন সময় লাগিব পাৰে। সেইদেখি তদন্তৰ কাৰণে ১/২ দিন সময় লৈ আহিলে আমি সুখী হ'ম।

যদি ইয়াত লিখা কথাবোৰ আপোনাৰ তদন্তত সত্য বুলি প্ৰমাণিত হয়, তেনেহ'লে শ্ৰীভূঞাৰ ওপৰত নিয়মানুবৰ্ত্তিতা ভঙ্গৰ কাৰণে, বিশেষকৈ সুসংগঠিত আৰু কোম্পানীৰ স্বীকৃতি প্ৰাপ্ত, ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অধীনস্থ পেট্ৰোলিয়াম মজদুৰ ইউনিয়ন থকা স্বত্ত্বেও, তেখেত সেই ইউনিয়নক লৈ কাম কৰিবলৈ অসমৰ্থ হৈ, সেই ইউনিয়ন মৰাৰ পথ কৰি দিয়াৰ কাৰণে আৰু ডিগবৈ কংগ্ৰেছৰ এই নিঠৰুৱা অৱস্থা কৰাৰ কাৰণে, শাস্তিমূলক ব্যৱস্থা লোৱাৰ বিষয়েও চিন্তা কৰিবলৈ অনুৰোধ জনালোঁ।

অভিযোগ মিছা হ'লে মইঁ শাস্তি ল'বলৈ সাজু আছোঁ।"

বিনীত
শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা
সভাপতি, ডিগবৈ ব্লক কংগ্ৰেছ কমিটি
আৰু
অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সদস্য"

ভাগৱতীদেৱৰপৰা এই চিঠিৰ কোনো উত্তৰ নাপালোঁ। ব্যৱস্থা লোৱা দূৰৰ কথা, তেখেতে চিঠিখনৰ প্ৰাপ্তি স্বীকাৰো নকৰিলে। ভূঞাক কিবা কৈছিল যদিও নাজানোঁ। অৱশ্যে, ভূঞাৰ কংগ্ৰেছ কৰ্ম্মীসকলৰ ওচৰ চাপিবলৈ, বা ব্লক কংগ্ৰেছৰ সভাত উপস্থিত হ'বলৈ, সাহস নোহোৱা হৈছিল। আনফালে পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ কঁকাল ভঙা কাম শেষ হোৱাৰ পাচত ভূঞাই

বন্ধু বুলি ভবা তেখেতৰ এ. ও. চি. লেবাৰ ইউনিয়নৰ বন্ধু সকলেও ভূএগ্ৰাৰ খবৰ নকৰা হ'ল। বাস্তৱত ভূএগ্ৰাই ডিগবৈ এৰিছিল।

কিছুদিনৰ পাচত এদিন গুৱাহাটী কংগ্ৰেছ ভৱনত ভাগৱতীদেৱক পাই, মোৰ চিঠিৰ কথা সোধাত তেখেতে মোৰ গাত হাত দি কৈছিল— "শৰ্ম্মা! সেইবোৰ পাহৰি যাওক।" মই তবধ মানিছিলোঁ। মই ভাগৱতীদেৱৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা সহকাৰে চিন্তা কৰিছিলোঁ যে, তেখেতৰ নিচিনা এজন নিষ্ঠাবান, গান্ধীবাদী মানুহে সঁচাক সঁচা আৰু মিছাক মিছা বুলি ক'বলৈ, ন্যায়ক ন্যায় আৰু অন্যায়ক অন্যায় বুলি ক'বলৈ, সাহস গোটাব নোৱাৰিলে কিয়? মইতো ভূএগ্ৰাক সমুখত ৰাখি, সকলো কংগ্ৰেছ কৰ্ম্মীৰ আগত মুখামুখি বিচাৰৰ কাৰণে নিবেদন কৰিছিলোঁ। তদুপৰি ইয়াত মোৰ বা আন কোনো কংগ্ৰেছ কৰ্ম্মীৰ ব্যক্তিগত স্বাৰ্থৰ কথা নাছিল, আছিল সংগঠনৰ স্বাৰ্থৰ কথা। গতিকে ভাগৱতীদেৱৰ এই দীনতা মই সহজভাৱে ল'ব পৰা নাছিলোঁ। **স্বীকাৰ কৰোঁ যে, গান্ধী দৰ্শনৰ জ্ঞান, অধ্যয়ন আৰু অভিজ্ঞতাত তেখেতৰ ভৰিৰ ধূলি এটাৰ সমানো মই নহওঁ। স্বীকাৰ কৰোঁ যে, ভাগৱতীদেৱৰ নিষ্কলুষ ৰাজনৈতিক জীৱনৰ প্ৰতি মই পৰম শ্ৰদ্ধাশীল। তথাপি এইটো ক'লে বোধহয় ভুল নহ'ব যে, কোনোবা নীতি বা দৰ্শনৰ জ্ঞান, অধ্যয়ন, অভিজ্ঞতা এটা কথা আৰু পালন কৰা আন এটা কথা। মই ভাবোঁ যে, গান্ধীৰ দৰ্শন অধ্যয়ন কৰি, গান্ধীৰ জীৱনৰ তথা দৰ্শনৰ মূল কথা সত্য, ন্যায়, নিষ্ঠা আৰু আপোচ বিহীন নৈতিকতা অনুসৰণ কৰিলেহে গান্ধীক পূজা কৰা হ'ব—গান্ধীবাদ প্ৰসাৰিত হ'ব। মই আৰু বিশ্বাস কৰোঁ যে, সংগঠনৰ নেতৃত্বৰ নীতি-বিচ্যুত ক্ষণিক দুৰ্ব্বলতাই সংগঠনক ক্ষয় কৰাৰ বীজ ৰোপণ কৰে।**

## পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ স্বীকৃতি বাতিল

ইতিমধ্যে 'সংযুক্ত ইউনিয়ন'ৰ প্ৰতি ভূএগ্ৰাৰ মোহ ভঙ্গ হৈছিল। 'সংযুক্ত ইউনিয়ন' কমিটিৰ কোনোৱে ভূএগ্ৰাক পাত্তা নিদিয়াৰ নিচিনা হৈছিল। ভূএগ্ৰাই নিজেও বোধহয় তেখেতৰ ভুল বুজিব পাৰি, ডিগবৈলৈ প্ৰায় নহাৰ নিচিনাই হৈছিল। পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ স্থানীয় কমিটিৰ কৰ্ম্মকৰ্ত্তা সকলে সদস্য সকলৰ সমস্যা সমূহৰো কোনো কাৰ্য্যকৰী দিহা পৰামৰ্শ দিবলৈ অসমৰ্থ হৈছিল। সেইদেখি ইতিমধ্যে পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ সদস্য পদ এৰি, বহুতে এ. ও. চি. লেবাৰ ইউনিয়নৰ সদস্য হৈছিল। এ. ও. চি. লেবাৰ ইউনিয়নে সংখ্যাগৰিষ্ঠ ইউনিয়ন বুলি দাবী কৰি কোম্পানীৰ স্বীকৃতি বিচাৰিছিল। ১৯৭১ চনৰ ৬ চেপ্তেম্বৰৰ পৰা ৯ চেপ্তেম্বৰ তাৰিখলৈ ডিগবৈ আৰু তিনিচুকীয়াত কেন্দ্ৰীয় চৰকাৰৰ কলিকতাস্থিত এচিষ্টেণ্ট লেবাৰ কমিচনাৰে (C) দুয়োখন ইউনিয়নৰে সদস্য সংখ্য পৰীক্ষা কৰি, এ. ও. চি. লেবাৰ ইউনিয়নক সংখ্যা গৰিষ্ঠ ইউনিয়ন বুলি ঘোষণা কৰাত, কোম্পানীয়ে পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ স্বীকৃতি বাতিল কৰি, এ. ও. চি. লেবাৰ ইউনিয়নক স্বীকৃতি দিছিল। ইমানতে ভূএগ্ৰাৰ নেতাগিৰিও শেষ হৈছিল। তেখেতৰ সঙ্গীসকলৰ কেইজনমানে কংগ্ৰেছৰ অনুগ্ৰহত বহিবলৈ পোৱা কংগ্ৰেছ ভৱনৰ কোঠাটোতে গধূলি গধূলি বহি, নিজকে নিজে নেতা বোলাই আছিল। ভূএগ্ৰা আৰু ভুমুকি মাৰিবলৈ অহা নাছিল। ভূএগ্ৰাৰ ভুল বুজিব পাৰি, তেখেতৰ অনুগত সকলৰো মন এঙাইছিল।

এনেদৰেই 'নেতা'ৰ অপৰিনামদৰ্শী মহতালিত, এখন সু-সংগঠিত আৰু প্ৰকৃত মঙ্গলকামী নীতি পৰায়ণ, মজদুৰ ইউনিয়নৰ প্ৰকৃতাৰ্থত সমাধি ঘটিছিল। বহুতো কৰ্ম্মীয়ে পুনৰ ইউনিয়নৰ

সংগঠনৰ দায়িত্ব ল'বলৈ মোক অনুৰোধ কৰিছিল। মই কৰপুতে নমস্কাৰ জনাইছিলোঁ। মই স্বীকাৰ কৰোঁ যে, মই 'মজদুৰ নেতা' নাছিলোঁ। সেইদেখি মজদুৰৰ কাম 'মজদুৰ নেতা'ৰ ওপৰত এৰি দি, সমাজ সেবাৰ আন দিশলৈ মন কৰিছিলোঁ।

মজদুৰৰ সৰল বিশ্বাসৰ সুযোগ লৈ, মজদুৰক exploit কৰি, মজদুৰ তথা উদ্যোগৰ স্বাৰ্থহানি কৰি, 'মজদুৰ নেতা' বোলাই কৰা কাৰ্য্যক মই অন্তৰেৰে ঘিণ কৰিছিলোঁ। সত্য আৰু ন্যায়ৰ বিপৰীতে, অসত্য আৰু অন্যায়ৰ আশ্ৰয় লোৱা সকলক মই অতিশয় ভীৰু বুলি ভাবিছিলোঁ আৰু এতিয়াও ভাবোঁ। তেনে ব্যক্তি কেতিয়াও বিশ্বাস যোগ্য হ'ব নোৱাৰে। মোৰ বোধেৰে, তেওঁলোক দুৰ্ভগীয়া আৰু পুতৌৰ পাত্ৰ।

মই আৰু এটা কথাত আশ্চৰ্য্য হৈছিলোঁ যে, পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ এনে অৱস্থা হোৱাৰ পাচতো, আই. এন. টি. ইউ. চি. ৰ অসম শাখাই দেশৰ বৃহৎ আৰু গুৰুত্বপূৰ্ণ উদ্যোগ এটাত সুপ্ৰতিষ্ঠিত তেওঁলোকৰ শাখা ইউনিয়নখনৰ বিষয়ে খা-খবৰ কৰাৰ কিবা আৱশ্যক আছিল বুলি তেওঁলোকে নাভাবিলে। অৱশ্যে, ডিব্ৰুগড়ৰ অৰুণ ভট্টাচাৰ্য্যই ডিগবৈৰ ঘটনাত বৰ দুখ পাইছিল আৰু তেখেতৰ অসহায় অৱস্থাৰে মোৰ প্ৰতি সহানুভূতি জনাই আছিল। সেইবাবে মই কৃতজ্ঞ।

## অবাঞ্ছিত অনুৰোধ
## অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সদস্য নিৰ্ব্বাচন আৰু বিপিন চন্দ্ৰ বৰগোহাঁই

১৯৬৮ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ নিৰ্ব্বাচন অনুষ্ঠিত হৈছিল। ডিগবৈৰপৰা একমাত্ৰ ময়েই প্ৰাৰ্থী আছিলোঁ। এনেতে এদিন ৰাতিপুৱা ডিগবৈ ব্লক কংগ্ৰেছৰ সম্পাদক মাণিক চন্দ্ৰ হাজৰিকাৰে সৈতে ডিব্ৰুগড়ৰৰ বিপিন বৰগোহাঁই আহি মোৰ ঘৰ ওলাল। মই তেখেতক যথা ৰীতি মান সম্ভ্ৰম কৰাৰ পাচত, অহাৰ কাৰণ সুধিলত তেখেতে ডিগবৈ সমষ্টিৰ অসম প্ৰদেশ কংগ্ৰেছৰ সদস্য পদটোৰ কাৰণে, মই মোৰ প্ৰাৰ্থীত্ব এৰি দি, তেখেতক সমৰ্থন কৰিবলৈ অনুৰোধ কৰিলে। বিপিন বৰগোহাঁই উত্তৰ পূব সীমান্তৰ (North East Frontier Agency সংক্ষেপে NEFA এতিয়াৰ অৰুণাচল) পলিটিকেল এজেণ্ট হিচাপে কাম কৰি, তেতিয়া ডিব্ৰুগড়ত ওকালতি কৰিছিল। তেখেতৰ এই অনুৰোধ কিবা আখজা আখজা যেন লাগিছিল। মই তেখেতক ডিব্ৰুগড়ত চেষ্টা নকৰি, ডিগবৈলৈ অহাৰ কাৰণ সুধিলত, কোনো সদুত্তৰ দিব নোৱাৰিলে। মাত্ৰ এটাই কাৰণ—মই কেইবাবাৰো সদস্য হৈ আছোঁ— এইবাৰ তেখেতক এৰি দিব লাগে। মই মাত্ৰ এটা সমিধানকে দিছিলোঁ— "মই হয়তো আপোনাৰ লগত ফেৰ মাৰিব নোৱাৰিম। মই হাৰিলেও প্ৰতিদ্বন্দ্বিতা কৰি প্ৰমাণ চাম, কংগ্ৰেছক কৰা সুদীৰ্ঘ দিনৰ নিস্বাৰ্থ সেৱাৰ কিবা মূল্য আছে নে নাই?" তেখেতসকল ওলাই গ'ল। পিচত শুনিলোঁ, অসম অইল কোম্পানীৰ এজন প্ৰভাৱশালী উৰ্দ্ধতন বিষয়াই (মেনেজমেণ্টৰ জ্ঞাতসাৰে নে অজ্ঞাতসাৰে নাজানোঁ) হেনো, পুৰণি বন্ধুত্বৰ বাবে, বৰগোহাঁইক সমৰ্থন কৰি, তেখেতৰ প্ৰভাৱত থকা গাড়ী-মানুহ লগাই, বৰগোহাঁইৰ কাৰণে কাম কৰাইছিল। বৰগোলাইৰ প্ৰভাৱশালী ব্যক্তি, নামী ঠিকাদাৰ টি. বি. প্ৰধান, মাৰ্ঘেৰিটাৰ মৌজাদাৰ চৌকেন গোহাঁই আদি ব্যক্তি সকলে হেনো বৰগোহাঁই-মাৰ্ঘেৰিটাত পলিটিকেল এজেণ্ট হৈ থকাৰ সময়ত বহুতো সহায় পাইছিল। সেয়ে, তেখেত সকলে

বৰগোহাঁইক সহায় কৰি, উপকাৰৰ কৃতজ্ঞতা জনাইছিল। তেখেতসকল দুয়োজনেই ভোটাৰো আছিল। মাৰ্ঘেৰিটা-লিডুৰ ভোটাৰসকলক তেওঁলোকেই গাড়ীৰে অনা নিয়া কৰিছিল। বিপিন বৰগোহাঁইৰ প্ৰচাৰৰ ৰেহ-ৰূপ চাই আৰু মোৰ নিষ্ক্ৰিয়তালৈ লক্ষ্য কৰি, ডিগবৈৰ কংগ্ৰেছ কৰ্ম্মী সকলৰ মাজতো সন্দেহ ভাব জন্মিছিল। যি কি নহওক, ভগবানৰ কৃপাত মোৰ জয় হৈছিল। তাতে ক্ষান্ত নাথাকি বৰগোহাঁইদেৱে মোৰ প্ৰাৰ্থীত্বক প্ৰত্যাহবান জনাই, কংগ্ৰেছৰ সংবিধান অনুসৰি, অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ ওচৰত আপীল কৰিছিল। আপীল নৰজিল। মোৰ প্ৰাৰ্থীত্ব বৈধ বুলি প্ৰদেশ কংগ্ৰেছে ঘোষণা কৰিলে।

**ওপৰৰ ঘটনাবোৰে মোক নিশ্চিত ভাবে পতিয়ন নিয়াইছিল যে, বিৰোধিতা শত্ৰুতা নহয়—মিত্ৰতাহে। কাৰণ এই বিৰোধিতাৰ মাজেৰেই মই বহুতো শিকিছিলোঁ, বুজিছিলোঁ মনটো স্থিৰ আৰু দৃঢ় কৰাত অদৃশ্য শক্তি লাভ কৰিছিলোঁ। এই বিৰোধিতাবোৰ মই মোক বুজি পোৱাত সহায়ক হৈছিল। সেইদেখি বিৰোধী সকল মোৰ শত্ৰু নাছিল—বন্ধুহে আছিল। এই সত্যটো উপলব্ধি কৰোঁতে পলম হোৱাৰ কাৰণে, মই অনুতপ্ত হৈছিলোঁ।**

## বিপিন বৰগোহাঁইৰ এম. এল. এ. ৰ প্ৰাৰ্থীত্ব আৰু মন্ত্ৰী গিৰীন্দ্ৰ নাথ গগৈ

১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ আগে আগে এদিন ৰাতিপুৱা, পাইনউড হোটেলৰ মালিক যতীন্দ্ৰ নাথ দত্তৰ ঘৰতে, স্বয়ং দত্ত, মন্ত্ৰী গিৰীন্দ্ৰ নাথ গগৈ আৰু মই বন্ধু সুলভ কথা-বতৰা পাতি আছিলোঁ। এনেতে বিপিন বৰগোহাঁই আহি মন্ত্ৰী গগৈক মাতি, অলপ আঁতৰলৈ লৈ গ'ল। কি কথা হ'ল ক'ব নোৱাৰোঁ—মন্ত্ৰী গগৈয়ে কিন্তু খঙেৰে সকলোৱে শুনাকৈ ডোৰ ভৰাই আহিছিল "মই তোমাক কিয় সমৰ্থন কৰিব লাগে, খুলশালি বুলি? তুমি নাজানা যদি জানি লোৱা— ডিগবৈত দ্বিজেশ শৰ্ম্মাই বৃটিছৰ দিনৰেপৰা প্ৰথম কংগ্ৰেছ সংগঠন কৰি, আজিলৈকে সংগঠনত লাগি আছে। ডিগবৈ অঞ্চলত ৰাইজৰ কৰিবলগীয়া কাম তেখেতেই কৰি আছে। পিচপৰা, অনুন্নত গাওঁবোৰত শিক্ষাৰ প্ৰচাৰ কৰি আছে, মজদুৰ সংগঠন কৰি মজদুৰৰ হকেও কাম কৰি আছে। তুমি চৰকাৰৰ চাকৰিয়াল এজন হৈ থকাৰ বাহিৰে, ৰাইজৰ বা কংগ্ৰেছৰ কি কাম কৰিছা? বেয়া পালেও, এই ক্ষেত্ৰত, তুমি মোৰ খুলশালি হ'লেও, শৰ্ম্মাৰ বিপৰীতে মই তোমাক সমৰ্থন দিব নোৱাৰিম। মোৰো বিবেক বোলা কিবা এটা আছে—বিবেকক বলি দিব নোৱাৰিম।" বৰগোহাঁই অপ্ৰস্তুত হৈ গুচি গৈছিল। মই গিৰীন গগৈ বোলা আচল মানুহজনক সিদিনাহে দেখিছিলোঁ। তেখেত তেখেতৰ নীতিপৰায়ণতা, নিৰপেক্ষতা, সৎসাহস আৰু স্পষ্টবাদীতাৰ কাৰণে উচ্চ প্ৰশংসিত হৈছিল। কংগ্ৰেছৰ মনোনয়ন মইয়েই পাইছিলোঁ।

## —সত্যৰ প্ৰধান শত্ৰু ব্যক্তি স্বাৰ্থ—
## গান্ধীবাদী ৰাম ৰাজ্যত তেনেই নগন্য এটি ঘটনা
## দুৰ্নীতিৰ নাগ-পাশত প্ৰশাসনীয় দুৰ্ব্বলতাৰ ঐতিহাসিক স্বাক্ষৰ

**১/৯/৭৩ তাৰিখে হঠাতে এদিন গধূলিৰ আগে আগে, ডিব্ৰুগড় জিলাৰ উপায়ুক্ত আৰু তিনিচুকীয়া মহকুমাৰ মহকুমাধিপতি ডিগবৈলৈ আহি, ডিগবৈৰ ১০/১২ খন সুলভ মূল্যৰ দোকানৰ ভিতৰত মাত্ৰ চাৰিখন দোকান পৰিদৰ্শন কৰি, হিচাপত আধা কেজিৰপৰা আঢ়ৈ**

কেজিৰ ভিতৰত চাউল চেনি কম পাই, তেওঁলোকৰ দোকানত থকা সুলভ মূল্যৰ বাকী বস্তুবোৰ বাজেয়াপ্ত কৰি, ডিগবৈ পুলিচ থানাত জমা দিছিল আৰু দোকানৰ মালিক কেইজনক হাত কেৰেয়া লগাই থানালৈ খোজ কঢ়াই নি, জামিন দিবলৈ অস্বীকাৰ কৰি, ৰাতিটো পুলিচ থানাৰ পুলিচ হাজতত ৰাখি, পুৱা ডিব্ৰুগড় জেল হাজতলৈ চালান দিছিল। কেইদিনমানৰ পাচত থানাৰ পৰাই সেই বস্তুবোৰ চোৰাং বজাৰত বিক্ৰী হৈছিল। এই ঘটনাটোক লৈ ডিগবৈৰ ব্যবসায়ী আৰু গ্ৰাহক সকলৰ মাজত এটা আলোড়নৰ সৃষ্টি হৈছিল।

## উপায়ুক্তলৈ ডিগবৈ মণ্ডল কংগ্ৰেছৰ চিঠি

জনসাধাৰণৰ চাপত এই ঘটনাৰ উচিত বিচাৰ কৰি, দোষীক শাস্তি বিহাৰ কাৰণে অনুৰোধ জনাই, ডিগবৈ মণ্ডল কংগ্ৰেছ কমিটিয়ে উপায়ুক্তলৈ তলৰ চিঠিখন দিছিল।

**CONFIDENTIAL**

ডিগবৈ মণ্ডল কংগ্ৰেছ কমিটি
কংগ্ৰেছ ভৱন
ডিগবৈ

চিঠি নং এম চিঠি / ডি. টি. ৯/৭৩ তাং ২৪/৯/৭৩

প্ৰতি ঃ— মাননীয় উপায়ুক্ত, ডিব্ৰুগড় জিলা
ডিব্ৰুগড়, অসম

প্ৰেৰক ঃ— শ্ৰীমানিক চন্দ্ৰ হাজৰিকা
সভাপতি, ডিগবৈ মণ্ডল কংগ্ৰেছ কমিটি, ডিগবৈ, অসম

*বিষয় ঃ—* **ডিগবৈ চহৰৰ ৪খন চৰকাৰী সুলভ মূল্যৰ দোকানৰ বাজেয়াপ্ত কৰা ১৫ কুইন্টল খাদ্য দ্ৰব্য চোৰাং বজাৰত বিক্ৰী।**

মহাশয়,

ওপৰত উল্লেখ কৰা বিষয়ৰ সন্দৰ্ভত মই ডিগবৈ মণ্ডল কংগ্ৰেছ কমিটি তথা জনসাধাৰণৰ তৰফৰপৰা আপোনাৰ দৃষ্টি আকৰ্ষণ কৰি, জনাওঁ যে, যোৱা ১/৯/৭৩ তাৰিখে আপুনি নিজে তিনিচুকীয়া মহকুমাধিপতি আৰু স্থানীয় পুলিচ বাহিনীৰ সহযোগত, ডিগবৈ চহৰৰ ৪ খন চৰকাৰী সুলভ মূল্যৰ দোকান পৰীক্ষা কৰি, অনিয়ম, অবৈধ আৰু দুৰ্নীতিপূৰ্ণ বিতৰণৰ কাৰণে ভাৰত প্ৰতি ৰক্ষা আইন মতে, উক্ত দোকান কেইখনৰ গৰাকী চাৰিজনক তৎকালীন গ্ৰেপ্তাৰ কৰি, উক্ত দোকান কেইখনৰ সমুদায় খাদ্য-দ্ৰব্য (৬৩৭ কেজি আটা, ৬২১.৫ কেজি চাউল আৰু ২২২.৪ কেজি চেনি) বাজেয়াপ্ত কৰি, ডিগবৈ আৰক্ষী আহ্বানৰ জিম্মাত থৈ যায় আৰু সংশ্লিষ্ট দোকান কেইখনৰ বিতৰণ বন্ধ কৰি, ঘটনাটো বিচাৰাধীন কৰে।

তাৰ পাচত, যোৱা ১৪/৯/৭৩ তাৰিখে উক্ত মালাখিনি ডিগবৈ থানাৰপৰা শ্ৰীৰাম কেৱল শুক্লা নামৰ (R. K. Sukla) এজন ব্যক্তিৰ মাৰফৎ ডিগবৈ চহৰৰ চাৰিআলি এলাকাৰ শ্ৰীগয়া

প্ৰসাদ বনিয়া আৰু শ্ৰীবাতোৰণ বনিয়া নামৰ দুজন কুখ্যাত চোৰাং বেপাৰীক (শ্ৰীগয়া প্ৰসাদ অবৈধ আৰু চোৰাং মদৰ ব্যৱসায়ী আৰু বাতোৰণ তাম, পিতল, লো আদিৰ চোৰাং ব্যৱসায়ী) জনসাধাৰণৰ মাজত খুচুৰা বিতৰণৰ কাৰণে দিয়ে। নীতিগত ভাবে চৰকাৰী সুলভ মূল্যৰ দোকানৰ খাদ্য-দ্ৰব্য সমূহ নিৰ্দ্দিষ্ট এলাকাৰ 'ৰেচন কাৰ্ড' থকা জনসাধাৰণেহে নিৰ্দ্দিষ্ট মূল্যত পাব লাগিছিল। জনসাধাৰণে আশা কৰিছিল যে, সুলভ মূল্যৰ দ্ৰব্যৰপৰা বঞ্চিত এলাকা কেইখনত চৰকাৰী যোগান বিভাগৰ স্বীকৃতি প্ৰাপ্ত 'Open Sell' কৰা দোকান বিলাকৰ জৰীয়তে উক্ত দ্ৰব্যখিনি বিতৰণ হ'ব অথবা অন্য সুচিন্তিত বিকল্প ব্যৱস্থা বিতৰণৰ বাবে গ্ৰহণ কৰিব।

কিন্তু অতি আশ্চৰ্য্য আৰু পৰিতাপৰ বিষয় যে, কোনো এটা শক্তিশালী ন্যস্ত স্বাৰ্থ জড়িত মহলৰ চক্ৰান্তত আৰু প্ৰভাৱত উক্ত অবাঞ্চিত আৰু দুৰ্নীতি পৰায়ণ ব্যক্তি কেইজনৰ দ্বাৰা, জনসাধাৰণৰ সম্পূৰ্ণ অজ্ঞাতে, প্ৰকৃততে অতি গোপনীয় ভাবে, সমুদায় বস্তু চোৰাং বজাৰত চৰা দামত বিক্ৰী হৈ গ'ল। এই ঘটনাই ডিগবৈৰ জনসাধাৰণৰ মাজত এক চাঞ্চল্য সৃষ্টি কৰি, অসন্তুষ্টি বৃদ্ধি কৰিছে। তদুপৰি, ৰাইজে মত প্ৰকাশ কৰিছে যে, জিলা প্ৰশাসনে দুৰ্নীতিৰ বিৰুদ্ধে লোৱা সজ ব্যৱস্থাৰ মূৰত এনে কাৰ্য্যই কুঠাৰাঘাট কৰিছে। ঘটনাৰ অন্তৰালত স্থানীয় পুলিচ প্ৰশাসন আৰু ন্যস্ত স্বাৰ্থ জড়িত, নেতৃস্থানীয় ব্যক্তি আছে বুলি, জনসাধাৰণৰ দৃঢ় ধাৰণা হৈছে।

এনে অৱস্থাত মই আপোনাক অনুৰোধ জনাওঁ যে, আপুনি নিজে বিষয়টো ঘটনাস্থলীত জৰুৰীভাবে তদন্ত কৰি, ঘটনাৰ সত্যতা নিৰূপণ কৰি, 'চোৰাং বজাৰত' জড়িত ব্যক্তি কেইজনক ধৰা পেলাই, উপযুক্ত শাস্তি দিয়াৰ ব্যৱস্থা কৰে।

এই বিষয়ত ডিগবৈ মণ্ডল কংগ্ৰেছ কমিটিয়ে সকলো প্ৰকাৰে কৰ্তৃপক্ষৰ লগত সহযোগ আগবঢ়াবলৈ প্ৰস্তুত আছে। ইতি—

ভৱদীয়
স্বাঃ - শ্ৰীমানিক চন্দ্ৰ হাজৰিকা
সভাপতি, ডি. ম. ক. কমিটি

ইয়াৰ প্ৰতিলিপি ঃ—
(১) সভাপতি, ডিব্ৰুগড় জিলা কংগ্ৰেছ কমিটি
(২) সভাপতি, অসম প্ৰদেশ কংগ্ৰেছ কমিটি, জ্ঞাতাৰ্থে আৰু বিহিত ব্যৱস্থা গ্ৰহণাৰ্থে পঠোৱা হ'ল।

ইতি
স্বাঃ - সভাপতি
ডি. ম. ক. কমিটি

## ডিগবৈ ভোক্তা সন্থা গঠন আৰু প্ৰস্তাৱ গ্ৰহণ

মণ্ডল কংগ্ৰেছৰ উক্ত চিঠিৰ প্ৰতি উপায়ুক্তই কোনো কাণ সাৰ নকৰাত ভোক্তা সকলৰ স্বাৰ্থ ৰক্ষাৰ্থে ২৮/৯/৭৩ তাৰিখে শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মাৰ সভাপতিত্বত ডিগবৈ কংগ্ৰেছ ভৱনত ডিগবৈৰ ভোক্তা সকলৰ সাধাৰণ সভাই 'ডিগবৈ ভোক্তা সন্থা' গঠন কৰি তলত দিয়া প্ৰস্তাৱ কেইটা সৰ্ব্ব সম্মতিক্ৰমে গ্ৰহণ কৰে।

১ম প্ৰস্তাৱ ঃ— আজি ২৮/৯/৭৩ তাৰিখে বহা ডিগবৈ নগৰৰ ভোক্তা সকলৰ সাধাৰণ সভাই ভোক্তা সকলৰ স্বাৰ্থ ৰক্ষা কৰি ভোক্তাসকলৰ স্বাৰ্থৰ প্ৰতিকূলে হোৱা সকলো অন্যায়ৰ প্ৰতিকাৰ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। এই সন্থাৰ নাম হ'ব 'ডিগবৈ ভোক্তা সন্থা।' (Digboi Consumers Association) এই প্ৰস্তাৱ আজিৰ পৰাই কাৰ্য্যকৰী হ'ব।

ভোক্তাসকলৰ সকলো কাম নিয়াৰিকৈ পৰিচালনা কৰিবৰ কাৰণে ২১ জন সভ্যেৰে তলত দিয়া ধৰণে এখন কাৰ্য্যকৰী সমিতি গঠন কৰিবলৈকো সিদ্ধান্ত লয়।

এজন সভাপতি, দুজন উপ সভাপতি, এজন সাধাৰণ সম্পাদক, দুজন যুটীয়া সম্পাদক, এজন কোষাধ্যক্ষ আৰু ১৪ জন সদস্য। এই পদাধিকাৰ আৰু সদস্য সকল আজিৰ এই সভাতেই নিৰ্ব্বাচিত হ'ব। ইয়াৰ বাহিৰেও ডিগবৈৰ প্ৰতিটো অঞ্চলক প্ৰতিনিধিত্ব কৰিব পৰাকৈ আৱশ্যক বোধ কৰিলে আৰু অধিক সদস্য কাৰ্য্যকৰী সমিতিত ল'বলৈ কাৰ্য্যকৰী কমিটিক আজিৰ সভাই ক্ষমতা দিয়ে।

প্ৰস্তাৱক ঃ— শ্ৰীহিতেন শৰ্ম্মা
সমৰ্থক ঃ— শ্ৰীউপেন্দ্ৰ নাথ দত্ত

## ১ম প্ৰস্তাৱ (ক)

আজিৰ সভাই সৰ্ব্ব সন্মতি ক্ৰমে নিম্ন লিখিত ব্যক্তি সকলক নিৰ্ব্বাচন কৰি ভোক্তা সন্থাৰ কাৰ্য্যনিৰ্ব্বাহিক সমিতি গঠন কৰে।

| | |
|---|---|
| সভাপতি — শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা | প্ৰস্তাৱক — শ্ৰীউপেন্দ্ৰ নাথ দত্ত<br>সমৰ্থক — শ্ৰীনিৰঞ্জন দস্তিদাৰ |
| উপ-সভাপতি — শ্ৰীমানিক চন্দ্ৰ হাজৰিকা<br>উপ-সভাপতি — শ্ৰীনাৰায়ণ প্ৰসাদ দাশ | প্ৰস্তাৱক — শ্ৰীবিপিন চন্দ্ৰ বড়া<br>সমৰ্থক — শ্ৰীধীৰেন্দ্ৰ মোহন দত্তগুপ্ত |
| সাধাৰণ সম্পাদক — শ্ৰীউপেন্দ্ৰ নাথ দত্ত | প্ৰস্তাৱক — শ্ৰীবিপ্ৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য<br>সমৰ্থক — শ্ৰীবিপিন চন্দ্ৰ বড়া |
| কোষাধ্যক্ষ — শ্ৰীপ্ৰিয় নাথ দাস তালুকদাৰ | প্ৰস্তাৱক — শ্ৰীবংশী কাকতি<br>সমৰ্থক — শ্ৰীজগদানন্দ ভট্টাচাৰ্য্য |

সদস্য সকল ঃ— শিশিৰ কুমাৰ মিশ্ৰ, কমল চৌধুৰী, অৰুণ বৰুৱা, অনিল বৰণ দেব, ধীৰেন্দ্ৰ মোহন দত্তগুপ্ত, হিতেন শৰ্ম্মা, নিৰঞ্জন দস্তিদাৰ, যঁথে যাদব, মঃ ৰফিকউদ্দিন আলি চৌধুৰী, ৰেবতী ভট্টাচাৰ্য্য, বংশীধৰ কাকতি, গোলক দত্ত, ৰোহিত চন্দ্ৰ ফুকন আৰু ৰাম নাথ দুগল।

প্ৰস্তাৱক —শ্ৰীনাৰায়ণ প্ৰসাদ দাশ
সমৰ্থক—শ্ৰীবিপিন চন্দ্ৰ বড়া

২য় প্ৰস্তাৱ ঃ— বস্তুৰ যোগান আৰু বিতৰণ ব্যৱস্থাৰ আসোঁৱাহবোৰ গুচাই, দোষমুক্ত কৰিবলৈ ভোক্তা সন্থাক সম্পূৰ্ণ বিশ্বাসত ৰাখি, সন্থাৰ নিৰ্ব্বাচিত প্ৰতিনিধিৰ লগত পৰামৰ্শ কৰি কাম কৰিবলৈ, আজিৰ সভাই সংশ্লিষ্ট কৰ্তৃপক্ষক অনুৰোধ জনায়। ভোক্তাৰ স্বাৰ্থ জড়িত যিকোনো কথাতেই ভোক্তা সন্থাৰ প্ৰতিনিধিৰ

বাহিৰে আন কাৰো প্ৰতিনিধিত্ব মানি নল'বলৈ আজিৰ সভাই সিদ্ধান্ত গ্ৰহণ কৰে।

প্ৰস্তাৱক ঃ শ্ৰীনৰধ্বজ থাপা
সমৰ্থক ঃ শ্ৰীপ্ৰমথ নাথ ভট্টাচাৰ্য্য

৩য় প্ৰস্তাৱ ঃ— অসম চৰকাৰৰ পাঁচ বছৰীয়া পৰিকল্পনাৰ খচৰা প্ৰস্তাৱৰ ৩য় খণ্ডত প্ৰকাশিত দাশুেকৰ ৰিপোর্ট অনুযায়ী আৱশ্যকীয় সামগ্ৰীৰ ক্ষেত্ৰত ডিগবৈত জীৱিকা নিৰ্ব্বাহিৰ মূল্য মান ভাৰতবৰ্ষৰ ভিতৰতেই বেছি আৰু Box Systemত বম্বে প্ৰথম আৰু ডিগবৈ ২য় স্থান অধিকাৰ কৰিছে। আনহাতে অসম অইল কোম্পানীৰ চাকৰিয়ালসকলক বাদ দি ১৬/১৭ হাজাৰ মানুহে সুলভ মূল্যৰ ওপৰত নিৰ্ভৰশীল। এই মানুহবোৰৰ সৰহ ভাগৰে কোনো সুনিশ্চিত আয় নথকাত তেওঁলোকৰ ক্ৰয় ক্ষমতাও দিনে দিনে হ্ৰাস পাই আহিছে। এনে অৱস্থাত চৰকাৰী নিৰ্দ্ধাৰিত মূল্যত জীৱন ধাৰণৰ কাৰণে অতি আৱশ্যকীয় চাউল, আটা আদিৰ যোগান দিব নোৱাৰাত মানুহৰ জীৱন ধাৰণ কষ্টকৰ হৈ পৰিছে। সেয়ে চৰকাৰে অসম অইল কোম্পানীৰ বাহিৰৰ ডিগবৈ নগৰৰ বাস্তৱ অৱস্থালৈ চাই, মানুহ জীয়াই থাকিবলৈ আৱশ্যকীয় নিম্নতম পৰিমাণৰ চাউল, আটাৰ যোগান ধৰিবলৈ আজিৰ সভাই চৰকাৰক টানি অনুৰোধ জনায়।

প্ৰস্তাৱক ঃ শ্ৰীগোলক চন্দ্ৰ দত্ত
সমৰ্থক ঃ শ্ৰীউপেন্দ্ৰ নাথ দত্ত

৪ৰ্থ প্ৰস্তাৱ ঃ— যোৱা ১/৯/৭৩ তাৰিখে ডিব্ৰুগড় জিলাৰ উপায়ুক্তই ডিগবৈৰ ৪ খন সুলভ মূল্যৰ দোকান তদন্ত কৰি ৭ কুইন্টল ২ কেজি আটা, ৬ কুইন্টল ৫৪ কেজি চাউল আৰু ২ বস্তা ২৮ কেজি ৪০০ গ্ৰাম চেনি জব্দ কৰি ডিগবৈ আৰক্ষী থানাত জমা দিয়ে। পিচত এই জব্দ কৰা বস্তুবোৰ পাবলগীয়া ভোক্তাসকলৰ মাজত বিক্ৰীৰ ব্যৱস্থা নকৰি, থানা কৰ্ত্তৃপক্ষই সমাজ বিৰোধী কামত লিপ্ত থকা বুলি ৰাইজৰ সন্দেহ ভাজন, দুজন মানুহক এই বস্তুবোৰ বিক্ৰী কৰিবলৈ নিয়োগ কৰে আৰু তেওঁলোকে লগে লগে, অতি সংগোপনে, চোৰাং বজাৰত সকলো বস্তু বিক্ৰী কৰি দিয়ে। এই মানুহ দুজনৰ সন্দেহজনক কু-কাৰ্য্যৰ বিষয়ে ডিগবৈ আৰক্ষী থানাই ভালদৰে জানে বুলি আজিৰ সভাই দৃঢ় বিশ্বাস কৰে। সভাই এই কাম সংশ্লিষ্ট পক্ষ কেইটাৰ সুপৰিকল্পিত কাৰ্য্য বুলিও দৃঢ় মত পোষণ কৰে। ইয়াত কোনো তৃতীয় পক্ষৰ প্ৰভাৱ আছে বুলিও সন্দেহ কৰাৰ যথেষ্ট স্থল আছে। সেয়ে, গোটেই ঘটনাটোৰ এটা মুকলি তদন্ত কৰি, অপৰাধীক কঠোৰ শাস্তিৰ বিধান কৰিবলৈ আজিৰ সভাই ডিব্ৰুগড় জিলাৰ উপায়ুক্ত, তিনিচুকীয়া মহকুমাৰ মহকুমাধিপতি আৰু অসমৰ মুখ্যমন্ত্ৰীৰ ওচৰত দাবী জনায়।

প্ৰস্তাৱক ঃ শ্ৰীমানিক চন্দ্ৰ হাজৰিকা
সমৰ্থক ঃ শ্ৰীৰেৱতী মোহন ভট্টাচাৰ্য্য

৫ম প্ৰস্তাৱ ঃ— আজি বহুদিনৰপৰা ডিগবৈ নগৰৰ পাঁচখন সুলভ মূল্যৰ দোকান বন্ধ থকাত আৰু এই দোকানবোৰৰ ঠাইত চৰকাৰে আন কোনো দোকান মনোনীত নকৰাৰ কাৰণে, এই দোকান সমূহৰ ভোক্তাসকলে সুলভ মূল্যৰ দোকানৰ কোনো বস্তু পোৱা নাই। ইয়াৰ ফলত এই ভোক্তাবোৰে অবাঞ্চনীয় ভাবে কষ্ট ভোগ কৰিছে। আজিৰ সভাই এইবোৰ সুলভ মূল্যৰ দোকানৰ কাৰণে অনতিপলমে দোকানী মনোনীত কৰিবলৈ কৰ্তৃপক্ষক অনুৰোধ জনায়। এই দোকানীবোৰক মনোনীত কৰোঁতে কৰ্তৃপক্ষই যাতে কোনো স্বাৰ্থান্বেষীলোকৰ প্ৰভাৱত পৰি, অবাঞ্চনীয় লোকক মনোনীত নকৰে, তাৰ বাবেও আজিৰ সভাই কৰ্তৃপক্ষক সকীয়াই দিয়ে।

প্ৰস্তাৱক ঃ শ্ৰীগোলাপ চন্দ্ৰ কাকতি
সমৰ্থক ঃ শ্ৰীসুখময় ৰায়

৬ষ্ঠ প্ৰস্তাৱ ঃ— চৰকাৰে বৰ্ত্তমান গ্ৰহণ কৰা খাদ্যনীতিৰ পৰিপ্ৰেক্ষিতত ডিগবৈ নগৰতো এখন পাইকাৰী ভোক্তা সমবায় সমিতি (Wholesale Consumers Co-operative Society Ltd.) গঠন কৰিবলৈ আজিৰ সভাই সিদ্ধান্ত গ্ৰহণ কৰে আৰু বিভাগীয় কৰ্ত্তৃপক্ষৰ লগত যোগাযোগ কৰি এই বিষয়ে যাৱতীয় ব্যৱস্থা কৰিবলৈ কাৰ্য্যকৰী কমিটিক ভাৰ দিয়ে।

প্ৰস্তাৱক ঃ শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা
সমৰ্থক ঃ শ্ৰীবিপিন চন্দ্ৰ বড়া

৭ম প্ৰস্তাৱ ঃ— আজি বহুদিন ধৰি ডিগবৈৰ ডাকঘৰ সমূহত সকলো ধৰণৰ ডাক টিকেট, লেফাফা, ইন-লেণ্ড-লেটাৰ, পোষ্টকাৰ্ড আৰু মনি অৰ্ডাৰ ফৰমৰ অভাৱত মানুহে অসীম দুৰ্ভোগ ভোগ কৰিবলগীয়া হৈছে। ডাক-তাঁৰ বিভাগৰ এই হেমাহি, খাম-খেয়ালি, অকৰ্ম্মণ্যতা আৰু দায়িত্বহীন কাৰ্য্য, দেশৰ স্বাৰ্থৰ দুৰ্ঘোৰ পৰিপন্থী বুলি আজিৰ সভাই বিবেচনা কৰে। ডাক-তাঁৰ বিভাগৰ এনে ত্ৰুটীপূৰ্ণ কাৰ্য্যই অকল নাগৰিকসকলৰ অসুবিধা কৰিয়েই এৰা নাই, চৰকাৰৰ বিভাগীয় আৰ্থিক ক্ষতিও যথেষ্ট কৰিছে। আজিৰ সভাই ডাক-তাঁৰ বিভাগৰ এনে অবাঞ্চনীয় কাৰ্য্যৰ প্ৰতি চৰকাৰৰ চোকা দৃষ্টি আকৰ্ষণ কৰে আৰু চৰকাৰক দুখেৰে সৈতে জনায় যে, অনতিপলমে এই অচল অৱস্থাৰ অৱসান নহ'লে ডাক-তাঁৰ বিভাগৰ এনে দেশ-বিৰোধী কাৰ্য্যৰ প্ৰতিবাদ কল্পে আন্দোলন কৰিবলৈ বাধ্য হ'ব।

প্ৰস্তাৱক ঃ শ্ৰীবিপিন চন্দ্ৰ বড়া
সমৰ্থক ঃ শ্ৰীবিপেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

৮ম প্ৰস্তাৱ ঃ— আটাৰ পাইকাৰী ব্যৱসায় চৰকাৰে লোৱাৰ পাচত সুলভ মূল্যৰ দোকানসমূহৰ বাহিৰে আনকোনো ঠাইত অধিক মূল্যতো আটা নোপোৱা হৈছে। কিন্তু সুলভ মূল্যৰ দোকানৰ যোগেদি জনে প্ৰতি ১৫ দিনৰ কাৰণে মাত্ৰ আধা কেজি আটা (বৰ্ত্তমান ৩০০ গ্ৰাম) অৰ্থাৎ মাহেকত এক কেজি (বৰ্ত্তমান ৬০০ গ্ৰাম) দিয়াৰ

ব্যৱস্থা কৰা হৈছে। ডিগবৈত এই পৰিমাণো নিয়মীয়া নহয়। যিহেতু আটাৰ ব্যৱসায়, সম্পূৰ্ণ চৰকাৰৰ নিয়ন্ত্ৰণাধীন, সেইদেখি মাহেকত এই এক কেজি বা ৬০০ গ্ৰাম পৰিমাণৰ আটাৰ ওপৰতেই মানুহ নিৰ্ভৰশীল হ'বলগীয়া হোৱাত, মানুহৰ দুৰৱস্থা আৰু অসুবিধাৰ কথা সহজেই অনুমেয়। মানুহক কিছু সকাহ দিবৰ কাৰণে, খোলা বিক্ৰীৰ কাৰণেও কিছু আটা নিয়মীয়াকৈ যোগান ধৰিবলৈ আজিৰ সভাই চৰকাৰক অনুৰোধ জনায়।

বৰ্ত্তমানে আটা দিব নোৱাৰিলে, বৰ্দ্ধিত হাৰত নিয়মীয়াকৈ যোগান ধৰিব পৰাকৈ, যথেষ্ট পৰিমাণৰ চাউল চৰকাৰী গুদামত মজুত আছে বুলি চৰকাৰৰ কৰ্ত্তৃত্বশীল মহলৰপৰা জানিব পৰা গৈছে। যদি সেয়ে হয়, তেনেহ'লে মানুহক আৰু কষ্টৰ মাজলৈ ঠেলি নিদি, সুলভ মূল্যৰ দোকানৰ জৰীয়তে জীৱন ধাৰণৰ কাৰণে আৱশ্যকীয়, নিম্নতম পৰিমাণৰ চাউল যোগান ধৰিবলৈ, আজিৰ সভাই চৰকাৰক অনুৰোধ জনায়।

প্ৰস্তাৱক ঃ শ্ৰীযুগল কিশোৰ ৰজক
সমৰ্থক ঃ শ্ৰীবিপিন চন্দ্ৰ বড়া

৯নং প্ৰস্তাব ঃ— অধিক লাভৰ আশাত অবৈধ ভাবে, দেশৰ প্ৰয়োজনীয় সামগ্ৰী মজুত ৰাখি, মিছা অনাটনৰ সৃষ্টি কৰা মজুতদাৰ আৰু খাদ্য সামগ্ৰী ভেজালকাৰী সকলক আজিৰ সভাই দেশদ্ৰোহী বুলি বিবেচনা কৰে আৰু অধিক সক্ৰিয় আৰু তৎপৰতাৰে এনে দেশদ্ৰোহীসকলক বিচাৰি উলিয়াই, কঠোৰ শাস্তিৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক দাবী জনায়।

প্ৰস্তাৱক ঃ শ্ৰীমন বাহাদুৰ থাপা
সমৰ্থক ঃ শ্ৰীবিপিন চন্দ্ৰ বড়া

১০ম প্ৰস্তাব ঃ—বৰ্ত্তমান সুলভ মূল্যৰ দোকানৰ যোগেদি আৰু চৰকাৰী যোগান বিভাগৰ স্বীকৃত "Free Sell" দোকানৰ যোগেদি, সৰবৰাহ কৰা চাউল আৰু আটা নিম্ন খাপৰ আৰু খাদ্যৰ অনুপযোগী হোৱাৰ বাবে, ভোক্তাসকলে অতি উদ্বেগ প্ৰকাশ কৰে আৰু সেইবাবে অনতিপলমে ইয়াৰ ব্যৱস্থা হাতত ল'বলৈ, আজিৰ সভাই চৰকাৰক অনুৰোধ জনায়।

প্ৰস্তাৱক ঃ শ্ৰীবিপ্ৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
সমৰ্থক ঃ শ্ৰীমন বাহাদুৰ থাপা

ওপৰত দিয়া ৪ৰ্থ আৰু ৬ষ্ঠ প্ৰস্তাবৰ বাহিৰে বাকীবোৰ প্ৰস্তাৱ কাৰ্য্যকৰী কৰাত ভোক্তা সন্থাই যথেষ্ট সফল কাম হৈছিল। ৪ৰ্থ আৰু ৬ষ্ঠ প্ৰস্তাবৰ ক্ষেত্ৰত ইয়াৰ পিচত লিখা কথাবোৰেই ভোক্তা সন্থাৰ চেষ্টা, ন্যস্ত স্বাৰ্থৰ বাধা আৰু চৰকাৰী যন্ত্ৰৰ ন্যস্ত স্বাৰ্থৰ লগত অদৃশ্য সহযোগিতাৰ সাক্ষ্য দিব। আনকি সমাজৰ চকুত নিকা আৰু সাহসী ভাব মূৰ্ত্তিৰ নেতাও ন্যস্ত স্বাৰ্থৰ হেঁচাত ইচ্ছাকৃত নিষ্ক্ৰিয় হোৱাৰ বাস্তৱ ছবিও দাঙি ধৰিব।

৫।১১।৭৩ তাৰিখে আবেলি ৪ বজাত ডিগবৈৰ গান্ধী মৈদানত শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মাৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত গৃহীত ৪ৰ্থ প্ৰস্তাব ঃ—

আজি যিসময়ত, বিশেষকৈ খাদ্য সামগ্ৰীৰ ক্ষেত্ৰত, দুৰ্নীতিৰ বিৰুদ্ধে প্ৰশাসনে কঠোৰ ব্যৱস্থা লোৱাৰ আৱশ্যক হৈছে, সেই অৱস্থাত, ডিগবৈত কোনো কোনো ক্ষেত্ৰত প্ৰশাসনীয় যন্ত্ৰই দুৰ্নীতিক প্ৰশ্ৰয় দিছে, যিসময়ত খাদ্য সামগ্ৰীৰ ব্যৱহাৰত অতি সাৱধানে, মিতব্যয়ী হোৱাৰ প্ৰয়োজন হৈছে, সেই সময়ত কোনো কোনো দায়িত্বশীল চৰকাৰী বিষয়াই নিজ দায়িত্ব পালন নকৰাত আৰু ইচ্ছাকৃত ভাবে নিজ ক্ষমতাৰ অপপ্ৰয়োগ কৰি, সাধাৰণ নিয়মানুবৰ্ত্তিতা খিনিও পালন নকৰাত, শস্য-সামগ্ৰী নষ্ট হৈ গৈছে। তাৰ ফলত ডিগবৈৰ ভোক্তাসকল ক্ষতি গ্ৰস্ত হৈছে। উদাহৰণ স্বৰূপে, তলত দিয়া ঘটনা তিনিটাৰ প্ৰতি আজি সভাই গভীৰ উদ্বেগেৰে লক্ষ্য কৰে।

## (১) সুলভ মূল্যৰ দোকানী গ্ৰেপ্তাৰ

যোৱা চেপ্তেম্বৰ মাহৰ ১ তাৰিখে ডিব্ৰুগড় জিলাৰ উপায়ুক্তই চাৰিখন সুলভ মূল্যৰ দোকান পৰিদৰ্শন কৰি সেই দোকান কেইখনৰ মুঠ ৭ কুইন্টল ২ কেজি আটা, ৬ কুইন্টল ৫৪ কেজি চাউল আৰু ২ কুইন্টল ২৮ কেজি ৪০০ গ্ৰাম চেনি জব্দ কৰি স্থানীয় আৰক্ষী থানাত জমা দিয়ে আৰু দোকানী কেইজনকো হাজতলৈ পঠায়। কিন্তু কিছু দিনৰ পাচত এই সকলো বস্তু ডিগবৈ থানাৰ কৰ্তৃপক্ষই, মহকুমাধিপতিৰ হুকুমকো অগ্ৰাহ্য কৰি, এই বস্তুবোৰ দৰাচলতে পাবলগীয়া ভোক্তা সকলৰ মাজত বিক্ৰীৰ ব্যৱস্থা নকৰি, অতি সংগোপনে, চোৰাং বজাৰত বিক্ৰী কৰাৰ ব্যৱস্থা কৰে। এই বিষয়ে যোৱা ২৫/৯/৭৩ তাৰিখে ডিগবৈৰ কংগ্ৰেছ ভৱনত বহা কংগ্ৰেছ কৰ্ম্মী সভাত মাননীয় মন্ত্ৰী শ্ৰীউত্তম চন্দ্ৰ ব্ৰহ্মৰ দৃষ্টি আকৰ্ষণ কৰি, বিচাৰৰ কাৰণে দাবী কৰা হয়, কিন্তু ইয়াৰ একো ফল নধৰাত, এই অন্যায় কাৰ্য্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি, আৰু বিহিত ব্যৱস্থাৰ কাৰণে নিবেদন জনাই, স্থানীয় মণ্ডল কংগ্ৰেছ কমিটিয়ে যোৱা ২৬/৯/৭৩ তাৰিখে জিলাৰ উপায়ুক্তক, প্ৰাক্তন এম. এল. এ. শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মাই, যোৱা ২৯/৯/৭৩ তাৰিখে তিনিচুকীয়াৰ মহকুমাধিপতিক ইয়াৰ মুকলি তদন্তৰ দাবী জনায় আৰু দোষীৰ বিৰুদ্ধে কঠোৰ শাস্তিমূলক ব্যৱস্থা ল'বলৈ নিবেদন কৰা বুলিও আজিৰ সভাই জানিব পাৰিছে। কিন্তু আজিলৈকে উক্ত আবেদন নিবেদনৰ একো ফল নধৰাত, সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে।

## (২) এজন দায়িত্বশীল চৰকাৰী বিষয়াৰ অন্যায় আৰু আইন বিৰোধী মই-মতালিৰ নগ্ন স্বৰূপ আৰু চৰকাৰৰ প্ৰশাসনীয় দুৰ্ব্বলতা

যোৱা জুলাই মাহৰ ২ তাৰিখে ডিগবৈৰ চাৰি আলিৰ সুলভ মূল্যৰ দোকান বজৰঙ্গ ভাণ্ডাৰৰ ২ কুইন্টল ৫৩ কেজি চাউল, ৫ কুইন্টল ২০ কেজি আটা আৰু ৩ কুইন্টল ৫০ কেজি চেনি মাৰ্ঘেৰিটাৰ সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীয়ে (A.P.O.) জব্দ কৰি, সেই বস্তুবোৰৰ বিক্ৰী বন্ধ কৰি, বজৰঙ্গ ভাণ্ডাৰতে জমা ৰাখে। সেই বস্তুবোৰৰ আজিলৈকে বিক্ৰী কৰাৰ ব্যৱস্থা কৰা নহ'ল। বস্তুবোৰ বেয়া হৈ যাব ধৰাত বজৰঙ্গ ভাণ্ডাৰৰ মালিকে দৃষ্টি আকৰ্ষণ কৰি দিয়া চিঠি আৰু আমি বিশিষ্ট সূত্ৰে জনামতে, মহকুমাধিপতিৰ হুকুমকো উপেক্ষা কৰি, সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীয়ে আজিও বস্তুবোৰ বিক্ৰী কৰিব লাগে বুলি অনুভৱ নকৰিলে। ফলস্বৰূপে, বৰ্ত্তমানে আটাবোৰ ভেঁকুৰি খাদ্যৰ অনুপযোগী হৈছে। চেনিবোৰ পমি পমি নাইকিয়া হ'ব ধৰিছে আৰু চাউলত পোক লাগি নষ্ট হ'ব ধৰিছে। সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীৰ এই কাৰ্য্যই একালে খাদ্যৰ এনে মহাৰ্ঘ্যৰ সময়ত ভোক্তাসকলক তেওঁলোকৰ প্ৰাপ্যৰপৰা বঞ্চিত কৰিছে, আনফালে

ইচ্ছাকৃত ভাবে বস্তুবোৰ নষ্ট হ'বলৈ দি, দেশৰ স্বাৰ্থ বিৰোধী কাৰ্য্যৰ আৰু প্ৰতিক্ৰিয়াশীলতাৰ চৰম নিদৰ্শন দেখুৱাইছে।

## (৩) সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীৰ টোগলকী

তিনিচুকীয়াৰ যোগান অধীক্ষকে দিয়া 'পাৰমিট' অনুসৰি, যোৱা ২৩/৮/৭৩ তাৰিখে ডিগঁবৈৰ এখন বেকাৰীৰ মালিক পদ্মধৰ হাজৰিকাই মাৰ্ঘেৰিটা প্ৰাইমাৰী মাৰ্কেটিং সমবায় সমিতিৰ পৰা ৬ বস্তা ময়দা নগদ টকা দি নিয়মমতে কিনি, ডিগবৈলৈ আনিবলৈ বুলি মাৰ্ঘেৰিটাৰ বাচ আস্থানত থকা দোকান এখনৰ বাৰান্দাত থৈ, গাড়ী বিচাৰি থাকোঁতে মাৰ্ঘেৰিটাৰ সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীয়ে ময়দা কেইবস্তা জব্দ কৰে আৰু লগে লগে বেকাৰীৰ মালিক আৰু সমবায়ৰ সম্পাদকে উক্ত ৰাজনৈতিক প্ৰাধিকাৰীক সকলো কাগজপত্ৰ দেখুৱাই, ময়দা কেইবস্তা এৰি দিবলৈ কৰা অনুৰোধ তেখেতে অগ্ৰাহ্য কৰে। প্ৰাধিকাৰী জনৰ এনে আঁকোৰগোঁজ মনোভাবত অতীষ্ঠ হৈ, মাৰ্ঘেৰিটাৰ প্ৰাইমাৰী মাৰ্কেটিং সমবায় সমিতিৰ কাৰ্য্য নিৰ্ব্বাহিকৰ সজাতি দল এটাই জিলাৰ উপায়ুক্ত আৰু মহকুমাধিপতিক লগ ধৰি, লিখিত ভাবে সকলো কথা জনাই দিয়াত আৰু বেকাৰীৰ মালিকেও মহকুমাধিপতিক আপীল কৰাত, মহকুমাধিপতিয়ে সকলো বিচাৰ কৰি, উক্ত সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীক তৎকালে ময়দা ৬ বস্তা এৰি দিবলৈ হুকুম দিয়াৰ পাচতো, প্ৰাধিকাৰীয়ে ৫ বস্তাহে এৰি দি, তেতিয়াও ১ বস্তা ময়দা জব্দ কৰি ৰাখে। প্ৰাধিকাৰীৰ এনে অন্যায় আৰু বেআইনী কাৰ্য্যৰ প্ৰতি মহকুমাধিপতিৰ দৃষ্টি আকৰ্ষণ কৰাত মহকুমাধিপতিয়ে পুনৰ হুকুম দিয়া স্বত্ত্বেও আজিকোপতি জব্দ কৰা ময়দা বস্তা এৰি দিয়া নাই। আমি জনাত ময়দা বস্তা বৰ্ত্তমানে ব্যৱহাৰৰ অনুপযোগী হৈছে। আনফালে এই ময়দা বস্তাৰ মূল্য বেকাৰীয়ে পোৱা নাই। তদুপৰি এই বিষয়ে কেইবাবাৰো মাৰ্ঘেৰিটা-তিনিচুকীয়ালৈ অহা যোৱা কৰোঁতে অনেক কাম আৰু আৰ্থিক ক্ষতি-গ্ৰস্ত হৈছে। এই ৰাজনৈতিক প্ৰাধিকাৰীৰ এনে কৰাৰ কোনো অধিকাৰ নাই বুলি আজিৰ সভাই দৃঢ় মত পোষণ কৰে। সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীৰ দৰে এটা অতি দায়িত্বশীল পদত অধিষ্ঠিত এজন চৰকাৰী বিষয়াৰ কাৰণে দায়িত্বহীনতাৰ, ক্ষমতাৰ অপ ব্যৱহাৰৰ, চৰকাৰী বিষয়াই পালন কৰিবলগীয়া নিয়মানুবৰ্ত্তিতা ভঙ্গৰ, আৰু প্ৰতিক্ৰিয়াশীল আচৰণৰ, নিদৰ্শন দেখুৱাবলৈ, উক্ত উদাহৰণ দুটাই যথেষ্ট বুলি আজিৰ সভাই বিবেচনা কৰে। আজিৰ সভাই উক্ত বিষয়াৰ এই কাৰ্য্য ফৌজদাৰী দণ্ডবিধি সম্মত গৰ্হিত কাৰ্য্য বুলি (ক্ৰিমিনেল অফেন্স) বিবেচনা কৰে।

আজিৰ সভাই প্ৰশাসনীয় ব্যৱস্থা আৰু আইন, সকলোৰে প্ৰতি সমানে প্ৰযোজ্য হ'ব লাগে বুলি ভাবে। একে দোষৰ কাৰণে সৰু-বৰ (তেওঁ যিমানেই প্ৰভাৱশালী নহওক লাগে) সকলোৰে প্ৰতি আইনৰ প্ৰয়োগ একে হ'ব লাগে বুলিও আজিৰ সভাই ভাবে। সভাই বিশ্বাস কৰে যে, প্ৰশাসনীয় ব্যৱস্থাত ভেদ ভাব কৰি, মুখ চাই আইনৰ প্ৰয়োগ কৰিলে, বিশেষকৈ চৰকাৰী দায়িত্বশীল বিষয়াৰ ক্ষেত্ৰত কৰ্ত্তৃত্বশীল মহলে আইনৰ সঠিক প্ৰয়োগ কৰিবলৈ পৰাঙ্মুখ হ'লে, সৰ্ব্ব সাধাৰণ মানুহৰ নৈতিক চৰিত্ৰ নিম্নগামী হ'বলৈ আৰু তাৰ দ্বাৰা সমাজ অসংযত, আইনৰ প্ৰতি বিৰাগ ভাজন আৰু উচ্ছৃঙ্খল, অনিয়মানুবৰ্ত্তী হ'বলৈ বাধ্য। সমাজৰ মঙ্গলৰ কাৰণে আৰু প্ৰশাসনৰ প্ৰতি মানুহৰ আস্থা অটুট ৰাখিবলৈ, ওপৰত দিয়া ঘটনা কেইটাৰ আশু বিচাৰ

আৰু দোষীৰ শাস্তিৰ ব্যৱস্থা কৰা আজি জৰুৰী হৈ পৰিছে।

আজি ইমান দিনে এই কথা কেইটাৰ বিচাৰ কৰি দোষীৰ শাস্তিৰ বিধান নকৰাত আজিৰ সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু উক্ত তিনিটা ঘটনাৰ উচিত বিচাৰ কৰি সোনকালে উচিত ব্যৱস্থা গ্ৰহণ কৰিবলৈ আজিৰ সভাই পুনৰায় মহকুমাধিপতিক আৰু উপায়ুক্তক অনুৰোধ জনায়।

আজিৰ সভাই বিবেচনা কৰে যে, চৰকাৰী প্ৰশাসনীয় ব্যৱস্থাৰ মৰ্য্যদা ৰক্ষাৰ কাৰণেই, এই ঘটনা কেইটাৰ আৱশ্যকীয় তদন্ত কৰিবলৈ, আৰু বেছি পলম কৰা উচিত নহয়। সেইদেখি আজিৰ পৰা আৰু ১৫ দিনৰ ভিতৰত এই ঘটনা কেইটাৰ উপযুক্ত ব্যৱস্থা ল'বলৈ কৰ্তৃপক্ষ অপাৰগ হ'লে, আইনৰ মৰ্য্যদা ৰক্ষা কৰি, দুনীতিৰ প্ৰতিকাৰৰ কাৰণে, শান্তিপূৰ্ণ সত্যাগ্ৰহ আন্দোলন কৰিবৰ কাৰণে আজিৰ সভাই সিদ্ধান্ত গ্ৰহণ কৰে আৰু তাৰ কাৰণে প্ৰস্তুতি চলাবলৈ ভোক্তা সন্থাৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিক ভাৰ দিয়ে। সত্যাগ্ৰহীৰ সকলো নিয়মানুবৰ্ত্তিতা পালন কৰি ভোক্তা সন্থাৰ পৰিচালনাত সত্যাগ্ৰহ কৃতকাৰ্য্য কৰিবলৈ আজিৰ সভাই প্ৰস্তাৱ গ্ৰহণ কৰে।

## প্ৰস্তাৱৰ সফলতা আৰু বিফলতা

এই প্ৰস্তাৱৰ পাচত—

(১) বেকাৰীয়ে ময়দা বস্তা পাইছিল কিন্তু তিনিমাহে পৰি থকাত ময়দা বস্তা ব্যৱহাৰৰ অনুপযোগী হোৱাত বেকাৰীৰ ১ বস্তা ময়দাৰ দাম আৰু এই লৈ মাৰ্ঘেৰিটা তিনিচুকীয়ালৈ তাঁত বাতি কৰাৰ খৰচ, বেকাৰীৰ গ'ল। তাৰ কাৰণে প্ৰকৃত আৰু একমাত্ৰ দোষী, সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰীৰ নোম এডালো নলৰিল।

(২) বজৰঙ্গ ভাণ্ডাৰৰ বাজেয়াপ্ত কৰি থোৱা বস্তুবোৰ ছয় মাহে পৰি থকাৰ ফলত ব্যৱহাৰৰ অনুপযোগী হোৱাত, কিনিবলৈ কোনো গ্ৰহক নোলাল। বিচাৰত বজৰঙ্গ ভাণ্ডাৰ নিৰ্দোষী প্ৰমাণিত হ'ল, কিন্তু তেওঁ ৭ কুইণ্টল ২ কেজি আটা, ৬ কুইণ্টল ২৪ কেজি চাউল আৰু ২ কুইণ্টল ২৮ কেজি ৪০০ গ্ৰাম চেনিৰ মূল্য নাপালে। প্ৰশাসনৰ এনে ব্যৱহাৰত বজৰঙ্গ ভাণ্ডাৰৰ মালিক মালী ৰাম আগৰৱালাই আত্মসন্মানত বৰ আঘাট পাইছিল। সেয়ে তেওঁক পুনৰ দোকান দিয়াতো, আগৰৱালাই সুলভ মূল্যৰ দোকান প্ৰত্যাখ্যান কৰিছিল।

এইবোৰ হোৱাৰ পাচতো সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰী অলপো লজ্জিত হোৱা নাছিল। আমি জনাত তেওঁৰ ওপৰত কোনো প্ৰশাসনীয় ব্যৱস্থাও লোৱা হোৱা নাছিল। মোৰ অতি শ্ৰদ্ধা ভাজন, আদৰ্শবান, ত্যাগী, নিকা প্ৰশাসক শৰৎ চন্দ্ৰ সিংহদেৱৰ শাসন কালত ভাৰতীয় জাতীয় কংগ্ৰেছৰ আদৰ্শ বাপুজীৰ 'ৰাম ৰাজ্য'ৰ নমুনা, ৰাইজৰ আগত এনেদৰেই ডাঙি ধৰা হৈছিল। এনেকৈয়ে ন্যায়-অন্যায়ৰ তুলাচনী ব্যৱহাৰ কৰা হৈছিল। আজি যদি অত্যাচাৰিত এই মানুহবোৰ কোনোবা প্ৰভাৱশালী মানুহ হ'লহেতেন, তেনেহ'লে কোন অফিচাৰ ক'লৈ যাবলগীয়া হ'লহেতেন, হয়তো তাৰ ঠিকনা নহ'লহেতেন। নমস্য বাপুজী, তুমি আমাক ক্ষমা কৰা!

এই সন্দৰ্ভত মুখ্যমন্ত্ৰী শৰৎ সিংহকে ধৰি নেতা, পালিনেতা আৰু চৰকাৰী প্ৰশাসনীয় যন্ত্ৰটোৰ ঘুণে ধৰা অৱস্থাৰ সম্যক ধাৰণা কৰিবৰ কাৰণে, ভোক্তা সন্থাৰ সভাপতি হিচাপে মই

নিজে লিখা কেইখন মান চিঠি, ভোক্তা সন্থাৰ প্ৰস্তাৱ আৰু পৰিণতি তলত দিয়া হ'ল। ওপৰত উল্লেখ কৰি অহা হৈছে 'য, শৰৎ চন্দ্ৰ সিংহলৈ অকল চিঠি লিখাই নহয়, মই নিজে গৈ তেখেতক লগ ধৰি, ন্যায় বিচাৰ 'ৰ্থনা কৰিছিলোঁ। তেখেতেও নিৰাশ কৰা নাছিল, 'চাম' বুলি কৈছিল। কথা অনুসৰি শেষলৈ তখেতে চাইয়েই থাকিল।

## মুখ্যমন্ত্ৰীলৈ দিয়া চিঠি

D.C.A./12/74 23-1-74

To

The Chief Minister, Assam,
Dispur, Gauhati



Sir,

I beg to attach herewith a copy of a resolution adopted by the Executive Committee of the Digboi Consumers Association held on 16-1-74 for your kind perusal and immediate action.

In this respect of this resolution I like to state that we have been waiting for more than four months requesting the authority right from the S.D.O. to the Chief Minister for necessary action against this corruption in which the Govt. machinery is involved.

On 15-9-73 we brought this matter to the notice of a cabinet Minister Shri U.C. Brahma in meeting of the Congress workers at Digboi. He promised to make an enquiry. But to our utter surpirise he did nothing so far.

On 26-9-73 the Mandal Congress Committee wrote to the Deputy Commissioner, Dibrugarh for necessary action. On the same date Shri D.C. Deb Sarmah Ex. M.L.A. also lodged the complaint in writing to the S.D.O., Tinsukia and requested him to make an enquiry and to take necessary action. But of no effect.

On 5-11-73 a resolution was adopted in a public meeting at Digboi demanding enquiry and to go for 'SATYAGRAHA' if the authority fails to take steps within fifteen days time. Copy of the resolution was sent to D.C., Digbrugarh, S.D.O., Tinsukia in due time and also to you vide our letter No. DCA/8/73 dated 8-11-73 but without any avail.

On 13-11-73 a deputation on behalf of the Digboi Consumers Association met the D.C. at Dibrugarh and requested him again to enquire in to the matter. The D.C. promised to take steps withen 10 days time. But he did not keep his word.

On 3-12-73 I personally met you at Dispur at your residence at 8.30 A.M. and submitted a copy of the above mentioned resolution again with a forwarding letter dated Digboi the 26th November '73. I explained the urgency of the situation and to arrange an enquiry to bring the culprits to task. You very kindly assured of taking action. But we are very sorry to know that you also did not pay heed to it.

On 2-1-74 again we in a deputation met the state Minister in charge of Home Shri Hiteswar Saikia at Digboi along with D.C., Dibrugarh and S.D.O., Tinsukia. We explained to him the importance of the issue as the Govt. machinery was involved in it. We requested him to arrange to bring the Culprit to task during his stay at Digboi for the sake of justice and to keep the prestige of the law. At last D.C. promised again before the Minister to take necessary steps within two three days time. The same issue was discussed in the Congress workers meeting on the same day in the presence of the Minister. In this meeting apart from the Congress Workers the local students Association (Anchalik Chatra Santha) also submitted a memorrandum to the Minister demanding the punishment of the culprits. But the Minsiter kept silent in this regard.

Now Sir, we have no other alternative than to apply our last resort 'SATYAGRAHA' to fight against this naked corruption of administration for the sake of justice and to keep the prestige of the law.

Even now, once again, we most fervently request you to kindly not to put us to that stage and to take immediate necessary steps.

Thanking you,

Yours faithfully
**Sd/- D.C. Deb Sarmah**
President
Digboi Consumers Association

## ডিগবৈ মণ্ডল কংগ্ৰেছৰ সভাপতিলৈ লিখা চিঠি

ডিগবৈ ভোক্তা সন্থা
(Digboi Consumers Association)

পত্ৰাঙ্ক—ডি.চি.এ. ১৪।৭৪ তাৰিখ—২৫-১-৭৪

ডিগবৈ মণ্ডল কংগ্ৰেছৰ সভাপতিদেৱলৈ

মহাশয়,

আপুনি জানে যে, যোৱা ১-৯-৭৩ তাৰিখে ডিব্ৰুগড় জিলাৰ উপায়ুক্তই ডিগবৈৰ চাৰিখন সুলভ মূল্যৰ দোকান পৰিদৰ্শন কৰি, তাৰ দোকানী কেইজনক গ্ৰেপ্তাৰ কৰি হাজতলৈ পঠিয়ায় আৰু....................

* * *

* * *

* * *

সেয়ে ৫-১১-৭৩ তাৰিখে ৰাজহুৱা সভাৰ প্ৰস্তাৱ অনুসৰি..............সত্যাগ্ৰহ আন্দোলন কৰাৰ বাহিৰে ভোক্তা সন্থাৰ আৰু গত্যন্তৰ নাই। এই সত্যাগ্ৰহ গান্ধী মৈদানত ১০ ফেব্ৰুৱাৰী ৰাতিপুৱাৰপৰা আৰম্ভ হ'ব। সত্যাগ্ৰহৰ আঁচনি যথা সময়ত আপোনাক দিয়া হ'ব। ............আপোনাৰ জ্ঞাতাৰ্থে আৰু বিহিত ব্যৱস্থা গ্ৰহণাৰ্থে প্ৰস্তাৱৰ নকল ইয়াৰ লগত পঠালোঁ।

এই ঘটনা নীতিগত ভাবে অতি গুৰুত্বপূৰ্ণ ঘটনা। কিয়নো উপায়ুক্তৰ নিচিনা এগৰাকী দায়িত্বশীল বিষয়াই দুৰ্নীতি দমনৰ কাৰণে, সুলভ মূল্যৰ দোকানৰ হিচাপত অলপ গড় মিল পাইয়েই, চাৰিজনকৈ দোকানীক হাজতলৈ পঠিয়াই, তেওঁলোকৰ যিবোৰ বস্তু জব্দ কৰিছিল, সেই বস্তুকেই সকলো নিয়ম নীতি বিসৰ্জ্জন দি, থানা কৰ্তৃপক্ষই চোৰাং বজাৰত বিক্ৰীৰ ব্যৱস্থা কৰিলে। অথচ পাঁচ মাহৰো ওপৰ কাল ৰাইজৰ ইমান আবেদন নিবেদনৰ পাচতো, তাৰ বিচাৰ নহ'ল। ইয়াৰ দ্বাৰা প্ৰশাসনীয় যন্ত্ৰৰ নৈতিক অধঃপতন আৰু দুৰ্নীতি পৰায়নতাৰ নগ্ন ৰূপ প্ৰকাশ পাইছে। ইয়াৰ ভিতৰত কি অদৃশ্য শক্তিয়ে কাম কৰিছে সি আমাৰ আগোচৰ।

আপোনাৰ বিশ্বাসী

স্বাঃ/- শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা

সভাপতি

ডিগবৈ ভোক্তা সন্থা

## ৩১-১-৭৪ তাৰিখৰ মহকুমাধিপতিৰ চিঠি

মহকুমাধিপতিৰ কাৰ্য্যালয় (যোগান বিভাগ) তিনিচুকীয়া

নং তি যো ১৬৭ তাং ৩১-১-৭৪

শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা

মুলিয়াবাৰী, ডিগবৈ

বিষয় : ১৬-১-৭৪ তাৰিখে বহা ডিগবৈ ভোক্তা সভাৰ প্ৰস্তাৱ সমূহ

প্ৰসঙ্গ : আপোনাৰ পত্ৰাঙ্ক ডি. চি. এ. ১৪।৭৪ তাং ২০।১১।৭৪

ডাঙৰীয়া,

আপোনাৰ প্ৰসঙ্গত উল্লেখিত পত্ৰৰ সন্দৰ্ভত জানওঁ যে (১) সুলভ মূল্যৰ সামগ্ৰীৰ বিতৰণৰ ক্ষেত্ৰত নগৰৰ মাজত যি অসামঞ্জস্য কথাবোৰ হৈছে, তেনেধৰণৰ অসামঞ্জস্য যদি আছে তাক নিৰ্ম্মূল কৰা হ'ব।

(২) জব্দ হোৱা সামগ্ৰী কলা বজাৰত বেচা বুলি যি অভিযোগ অনা হৈছে সেই বিষয়ে তদন্ত কৰা হৈ আছে। তদন্ত কৰি সোনকালে শেষ কৰা হ'ব। গতিকে ৰাইজে এই বিষয়ে সত্যাগ্ৰহ কৰাৰ যি সিদ্ধান্ত কৰিছে তাক কাৰ্য্যত পৰিণত নকৰিবলৈ অনুৰোধ কৰা হ'ল।

(৩) নতুন ৰেচন কাৰ্ড মঞ্জুৰ কৰাৰ অধিকাৰ ডিগবৈৰ নগৰ পালিকাৰ সভাপতিক দিয়াৰ বিষয়ে বিবেচনাধীন হৈ আছে।

ধন্যবাদ

ভৱদীয়,
স্বাঃ চেনিয়া গোহাঁই
মহকুমাধিপতি

প্ৰেৰক :
স্বাঃ
যোগান অধীক্ষক
তিনিচুকীয়া

মহকুমাধিপতিৰ এই চিঠিখন পৰিকল্পিত ছলাহী কথাৰে নিজৰ মুখ ৰক্ষা কৰিবলৈ সনা প্ৰলেপৰ বাহিৰে একো নাছিল। নিজে জব্দ কৰা বস্তু নিজৰ জিম্মাৰ পৰাই বিক্ৰী হোৱাত ৰাইজৰ দাবীৰ আগতেই তেখেতে নিজে ব্যৱস্থা ল'ব লাগিছিল। কিয়নো আইনৰ চকুত তেখেতেই আছিল প্ৰধান দোষী। অ.চি.য়ে বিক্ৰী কৰিছিল কিন্তু অ.চি.য়ে নিশ্চয় তেখেতসকলৰ বিনানুমতিত এই কাম কৰা নাছিল। গতিকে গোটেই কথাটো মহকুমাধিপতি আৰু উপায়ুক্তই জানিছিল। ৰাইজৰ চকুত ধূলি মাৰিবলৈকে এই চিঠিখন দিয়া হৈছিল। ইয়াত তদন্ত কৰিবলগীয়া একোৱেই নাছিল। অ.চি.ক সুধিলে দেখোন কথাটো ওলাই পৰিলহেতেন। অ.চি.ক যে সোধা নাছিল বা অ.চি.য়ে জনোৱা নাছিল এই কথা কোনোৱে বিশ্বাস কৰা নাছিল। মুঠতে মহকুমাধিপতিৰ এই চিঠিৰ দ্বাৰা প্ৰশাসনৰ দুৰ্ব্বলতা আৰু দুৰ্নীতি পৰায়ণতাৰ নিকৃষ্ট, নগ্ন ৰূপটো ওলাই পৰিছিল।

## স্থানীয় এম. এল. এ. চন্দ্ৰ বাহাদুৰ ছেত্ৰীলৈ দিয়া চিঠি

ডিগবৈ ভোক্তা সন্থা
(Digboi Consumers Association)
পোঃ ডিগবৈ অসম

পত্ৰাঙ্ক—ডি.চি.এ. ১৬।৭৪ তাৰিখ ঃ ৪।২।৭৪

মহোদয়!

আজি ৰাতিপুৱা কংগ্ৰেছ ভৱনত আপোনাৰ লগত ডিগবৈ ভোক্তা সন্থাৰ প্ৰতিনিধিসকলৰ সৈতে হোৱা আলোচনাৰ সিদ্ধান্ত ক্ৰমে যোৱা ১৬/১/৭৪ তাৰিখে ভোক্তা সন্থাৰ কাৰ্য্য নিৰ্ব্বাহকে গ্ৰহণ কৰা ২য় প্ৰস্তাৱ আৰু ২৪/১/৭৪ তাৰিখে বহা ভোক্তা সন্থাৰ সাধাৰণ সভাত গৃহীত ৩য় প্ৰস্তাবৰ নকল আপোনৰ বিদিতাৰ্থে আৰু বিহিত ব্যৱস্থা গ্ৰহণাৰ্থে ইয়াৰ লগত পঠালোঁ।

ইতি
আপোনাৰ বিশ্বাসী
**স্বাঃ শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা**
সভাপতি, ডিগবৈ ভোক্তা সন্থা

এই বিষয়ত এম. এল. এ. গৰাকীৰ নিষ্ক্ৰিয় ভূমিকাই কৰ্ম্মীসকলৰ মনত কিবা এটা অজানিত সন্দেহৰ সৃষ্টি কৰিছিল। ৪।২।৭৪ তাৰিখৰ আলোচনাত ছেত্ৰীদেৱক এই বিষয়ে তেখেতৰ প্ৰভাৱ খটুৱাবলৈ অনুৰোধ কৰাত তেখেতে 'Officially' একো নজনা বুলি কৈছিল। অৰ্থাৎ তেখেতক লিখিতভাবে সুকীয়াকৈ নজনোৱালৈকে তেখেতে চেষ্টা কৰাত অপাৰগ আছিল। ডিগবৈ মণ্ডল কংগ্ৰেছৰ এজন সদস্য হোৱা স্বত্তেও আৰু এই লৈ ডিগবৈত এটা আন্দোলনৰ সৃষ্টি হোৱাৰ পাচতো, 'Official' কথাটো অনাত তেখেতৰ পদ মৰ্য্যাদাৰ আৰু আত্ম সম্ভ্ৰম-সচেতনতাৰ আমি প্ৰশংসা কৰিছিলোঁ। সেয়ে 'Officially' উক্ত চিঠিখন দিছিলোঁ। কিন্তু তাৰ পাচতো শেষলৈকে স্থানীয় এম.এল.এ. হিচাপে তেখেতে একো কৰাৰ গম নাপাইহে ভোক্তা সন্থাৰ কৰ্ম্মীসকলৰ মাজত প্ৰশ্ন জাগিছিল—'অতঃ কিম্?' জনসাধাৰণে প্ৰশ্ন কৰিছিল—এই বিষয়ত এম.এল.এ.ৰ কোনো কৰ্ত্তব্য নাইনেকি?

## ডিব্ৰুগড়ৰ এডভোকেট শ্ৰীসোনাৰাম ফুকন (জিলা কংগ্ৰেছ সভাপতি) দেৱৰ ১৮।৩।৭৪ তাৰিখৰ মোলৈ দিয়া চিঠি

Shri Sonaram Phukan (Advocate)
Dibrugarh, Assam

Date : 28.3.74

প্ৰিয় শৰ্ম্মাদেৱ,

নমস্কাৰ গ্ৰহণ কৰিব। অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীললিত কুমাৰ দলে আপোনাক Phoneত লগ কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। শ্ৰীদলে যোৱাৰ আগতে

ফোন যোগে মোক তলৰ কথাখিনি আপোনাক জনাবলৈ কৈ গৈছে............অনশন ধৰ্ম্মঘট কৰিব নালাগে। সেইটো কাৰ্য্য তেওঁ সমৰ্থন কৰিব নোৱাৰে। যিহেতু কৰ্ম্মী সভাত এই কথা উত্থাপন হৈছিল। গতিকেই এই কথা আপোনালোকক জনাব লগা হ'ল।

মোক Phone যোগে কৈ যোৱা কথাখিনি চমুকৈ এইখিনিয়েই আৰু আপোনালোকৰ জ্ঞাতাৰ্থে পঠালোঁ।

নমস্কাৰ ল'ব। ইতি

স্বাঃ শ্ৰীসোনাৰাম ফুকন

অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীললিত কুমাৰ দলে ২৭।৩।৭৪ তাৰিখে ডিগবৈৰ কংগ্ৰেছ ভৱনত কংগ্ৰেছ কৰ্ম্মীসকলক লগ পাইছিল। তেখেতেও ডি.চি.ৰ লগত আলোচনা কৰি কিবা এটা কৰিবলৈ চেষ্টা কৰিব বুলি কৈ অনশনৰ সিদ্ধান্ত কৰ্যাকৰী নকৰিবলৈ অনুৰোধ কৰিছিল।

## ৮।৪।৭৪ তাৰিখে ভোক্তা সন্থাৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে গ্ৰহণ কৰা প্ৰস্তাৱ

"আজিৰ সভাই অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীললিত কুমাৰ দলেদেৱৰ অনুৰোধ অনুসৰি ৩১।৩।৭৪ তাৰিখৰ পৰা হবলগীয়া সত্যাগ্ৰহ আন্দোলন সন্থাৰ সভাপতিয়ে সাময়িক বাবে স্থগিত ৰাখি, কাৰ্য্য নিৰ্ব্বাহকৰ বিবেচনাধীন কৰি ৰখা কাৰ্য্যত অনুমোদন জনায় আৰু শ্ৰীদলেদেৱৰ প্ৰতিশ্ৰুতিৰ কাৰণে তেখেতকো ধন্যবাদ জনায়। সভাই আশা কৰে যে, অহা ২৮।৪।৭৪ তাৰিখৰ আগতেই কৰ্ত্তৃপক্ষই দোষীক গ্ৰেপ্তাৰ কৰিবলৈ সমৰ্থ হ'ব। কিন্তু এইবাৰো যদি দোষীৰ বিৰুদ্ধে কোনো শাস্তিমূলক ব্যৱস্থা লোৱা দেখা নাযায়, তেনেহ'লে ২৮।৪।৭৪ তাৰিখৰপৰা পূৰ্ব্ব পৰিকল্পিত কাৰ্য্যসূচী অনুযায়ী সত্যাগ্ৰহ আন্দোলন কৰিবলৈ আজিৰ সভাই পুনৰায় স্থিৰ কৰে। সভাই ইয়াকো কৰ্ত্তৃপক্ষক জনাব খোজে যে, এতিয়া আৰু দোষীক নধৰালৈকে কোনো মৌখিক আশ্বাসৰ ওপৰত সত্যাগ্ৰহ স্থগিত ৰখা নহ'ব। সেইদেখি ইয়াৰ ভিতৰতে দোষীক ধৰি, আইনগত ব্যৱস্থা লৈ,.ন্যায়, নীতি আৰু প্ৰশাসনীয় মৰ্য্যদা ৰক্ষা কৰিবলৈ, আজিৰ সভাই কৰ্ত্তৃপক্ষক অনুৰোধ জনায়।

এই প্ৰস্তাৱৰ নকল মহকুমাধিপতি, উপায়ুক্ত, মুখ্যমন্ত্ৰী আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিলৈ পঠাবলৈকো আজিৰ সভাই স্থিৰ কৰে।

সত্যাগ্ৰহ কিয় কৰিবলগীয়া হ'ল তাৰ সম্পূৰ্ণ তথ্য ৰাইজক জনাবৰ উদ্দেশ্যে অতি চুটিকৈ এখন প্ৰচাৰ পত্ৰ চপা কৰি উলিয়াবলৈ আজিৰ সভাই স্থিৰ কৰে।"

ইয়াৰ পাচতো একো নহ'ল। **কিন্তু আমাৰ এই চেষ্টাৰ দ্বাৰা এটা কথা প্ৰতীয়মান হৈছিল যে, আমাৰ 'গান্ধীবাদী নেতা' সকলে আমি কৰিব খোজা 'সত্যাগ্ৰহ'ক ভয় কৰিছিল, কিন্তু কোনোবা চক্ৰৰ হেঁচাত সেও মানি, অন্যায়ৰ প্ৰতিকাৰ কৰাৰ সৎ সাহসকণ তেখেতসকলে হেৰুৱাইছিল। এনেদৰেই আমাৰ সমাজৰ, তথা কংগ্ৰেছৰ নৈতিক অৱক্ষয় আৰম্ভ হৈছিল।**

## 'ডিগবৈ ভোক্তা সন্থা' ৰাইজলৈ গোহাৰি

"আমি ৰাইজৰ অবগতিৰ অৰ্থে জনাওঁ যে, যোৱা ১-৯-৭৩ তাৰিখে ডিব্ৰুগড় জিলাৰ উপায়ুক্ত আৰু তিনিচুকীয়া মহকুমাৰ মহকুমাধিপতিয়ে ডিগবৈ চহৰৰ চাৰিখন সুলভ মূল্যৰ দোকান পৰিদৰ্শন কৰি, হিচাপত বস্তুৰ পৰিমাণৰ হেৰফেৰ হোৱা বুলি, চাৰিখন দোকানৰ মুঠ ৭ কুইণ্টল ২ কেজি আটা, ৬ কুইণ্টল ৫৪ কেজি চাউল আৰু ২ কুইণ্টল ২৮ কেজি ৪০০ গ্ৰাম চেনি জব্দ কৰি ডিগবৈ আৰক্ষী থানাত জমা ৰাখে আৰু এই দোকানী চাৰিজনক দুৰ্নীতিৰ অভিযোগত গ্ৰেপ্তাৰ কৰি হাজতলৈ পঠিয়ায়। কিন্তু আচৰিত কথা যে, কেইদিন মানৰ পাচতেই এই বস্তুবোৰ থানাৰপৰাই চোৰাং বজাৰত বিক্ৰী হৈ যায়।

এই বিষয়টো প্ৰথম ১৫।৯।৭৩ তাৰিখে ডিগবৈ কংগ্ৰেছ ভৱনত বহা কংগ্ৰেছ কৰ্ম্মীসকলৰ সভা এখনত অসমৰ জনজাতি পৰিক্ৰমা দপ্তৰৰ মন্ত্ৰী শ্ৰীউপেন্দ্ৰ চন্দ্ৰ ব্ৰহ্মৰ ওচৰত উত্থাপন কৰি, ঘটনাৰ তদন্ত কৰি, দোষীৰ শাস্তি বিধানৰ কাৰণে দাবী জনায়। তেখেতেও তদন্ত কৰিব বুলি আশ্বাস দিয়ে। কিন্তু ফলাফল একো নেদেখি ২৪।৯।৭৩ তাৰিখে ডিগবৈ মণ্ডল কংগ্ৰেছ কমিটিয়ে উপায়ুক্তক আৰু ২৬।৯।৭৩ তাৰিখে প্ৰাক্তন এম.এল.এ. শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মাই মহকুমাধিপতিক লিখিত ভাবে তদন্ত কৰি, দোষীৰ শাস্তি বিধান কৰিবলৈ অনুৰোধ জনায়। ২৮।৯।৭৩ তাৰিখে ডিগবৈৰ ভোক্তা সকলৰ এখন সাধাৰণ সভাত ভোক্তা সন্থা গঠিত হয়। সেই সভাতো প্ৰস্তাৱ যোগে তদন্তৰ দাবী কৰি, প্ৰস্তাৱৰ নকল মহকুমাধিপতি আৰু উপায়ুক্তলৈ পঠোৱা হয়। ২।১০।৭৩ তাৰিখে মহকুমাধিপতি ডিগবৈলৈ আহি ভোক্তা সন্থাৰ কাৰ্য্য নিৰ্ব্বাহিক সমিতিৰ সদস্য সকলৰ লগত ভোক্তাসকলৰ প্ৰস্তাৱ সমূহৰ বিষয়ে আলোচনা কৰে আৰু ঘটনাটোৰ তদন্ত কৰিব বুলি আশ্বাস দিয়ে। তেখেতে ইয়াকো জানিবলৈ দিয়ে যে, তেখেতে হেনো জব্দ কৰা খাদ্য সামগ্ৰীবোৰ যিসকল ভোক্তাৰ কাৰণে আছিল সেইসকল ভোক্তাৰ মাজতহে বিক্ৰী কৰাৰ ব্যৱস্থা কৰিবলৈ ডিগবৈ থানা কৰ্ত্তৃপক্ষক হুকুম দিছিল। ইয়াৰ পাচতো কৰ্ত্তৃপক্ষই কোনো ব্যৱস্থা নোলোৱাত ২।১০।৭৩ তাৰিখে ভোক্তা সন্থাৰ কাৰ্য্য নিৰ্ব্বাহিক সমিতিয়ে পুনৰায় মহকুমাধিপতিক সোঁৱৰাই দিয়ে। ইয়াৰ পাচতো একো ফল নধৰাত ৫।১১। ৭৩ তাৰিখে ডিগবৈ গান্ধী মৈদানত হোৱা ৰাজহুৱা সভাই এটা প্ৰস্তাৱ যোগে আশু তদন্তৰ দাবী জনায় আৰু ১৫ দিনৰ ভিতৰত তদন্ত কৰি দোষীক শাস্তি বিধান নকৰিলে সত্যাগ্ৰহ কৰাৰ সিদ্ধান্ত লয়। এই সত্যাগ্ৰহ পৰিচালনা কৰিবলৈ ভোক্তা সন্থাৰ কাৰ্য্য নিৰ্ব্বাহিক সমিতিক ভাৰ দিয়ে। ১৩।১১।৭৩ তাৰিখে ভোক্তা সন্থাৰ সজাতি দল এটাই উপায়ুক্তক দেখা কৰি, প্ৰস্তাৱৰ কথা সোঁৱৰাই দিয়াত তেখেতে মাত্ৰ ১০ দিনৰ ভিতৰত তদন্ত কৰি দোষীক শাস্তি বিধান কৰিব বুলি কথা দিয়ে। কিন্তু একো ফল নধৰিল। যোৱা ৩।১২।৭৩ তাৰিখে ভোক্তা সন্থাৰ প্ৰতিনিধিয়ে দিচপুৰলৈ গৈ, মুখ্য মন্ত্ৰীক লগ ধৰি, ৰাজহুৱা সভাৰ প্ৰস্তাৱৰ নকল পুনৰায় হাতে হাতে দি, পৰিস্থিতিৰ কথা ব্যাখ্যা কৰে আৰু তদন্তৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ জনায়। তেখেতেও ব্যৱস্থা ল'ব বুলি আশ্বাস দিয়ে। এইবাৰো ফল নধৰিল। শেষত ২।১।৭৪ তাৰিখে ৰাজ্যিক গৃহ মন্ত্ৰী হিতেশ্বৰ শইকীয়া ডিগবৈলৈ আহোঁতে ভোক্তা সন্থাৰ সজাতি দলে তেখেতক লগ ধৰি, ঘটনাটো বিৱৰি কৈ, তদন্ত কৰাবলৈ অনুৰোধ কৰে। সেই সময়ত মহকুমাধিপতি আৰু উপায়ুক্ত উপস্থিত আছিল। তাতেই উপায়ুক্তই ২।৩ দিনৰ ভিতৰতে ব্যৱস্থা ল'ব বুলি কথা দিয়ে। সেইদিনাখনেই

বাহিৰত প্ৰতিক্ৰিয়াশীলতাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰি, বাস্তৱত নিজেই নিজৰ অগোচৰে 'প্ৰতিক্ৰিয়াশীলতা'ৰ ৰক্ষক আৰু পালক হৈ পৰিছিল। (৩) বুজিব পাৰিছিলোঁ, শেষলৈ বাস্তৱত সমবায় আন্দোলনৰ সফল ৰূপায়ণৰ কাৰণে মনোনিবেশ নকৰি, সমবায়ক ৰাজনৈতিক ব্যক্তি স্বাৰ্থৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল। (৪) বুজিব পাৰিছিলোঁ—সমবায়ৰ প্ৰবক্তাসকলৰ শাসন কালতেই সমবায় সংগঠনত আৰু প্ৰসাৰত বাধা দিয়াত প্ৰধান প্ৰতিক্ৰিয়াশীল শক্তি হৈ পৰিছিল চৰকাৰী সমবায় বিভাগ, চৰকাৰী যন্ত্ৰ আৰু চৰকাৰী নীতি। এইবোৰৰ চাক্ষুস উদাহৰণ 'ডিগবৈ ভোক্তা সস্থা'ৰ বিৱৰণত দি অহা হৈছে। এই লাভবোৰৰ বিপৰীতে মোৰ অপূৰণীয় ক্ষতিও হৈছিল। তেখেতসকলৰ সাহস, নিষ্ঠা, শক্তি আৰু প্ৰকৃত স্বৰূপ বুজি পোৱাৰ পাচত মানসিক ভাবে মোৰ শ্ৰদ্ধাভাজন নেতাৰ প্ৰতি শ্ৰদ্ধা বিহীন হৈ পৰিছিলোঁ। তেওঁলোকৰ শ্ৰীমুখৰ বাণীবোৰ অন্তঃ সাৰ শূণ্য বুলি ধাৰণা কৰিব পাৰিছিলোঁ। তেওঁলোকৰ দেশাত্মবোধ সকলো সন্দেহৰ উৰ্দ্ধত বুলি ধৰি ল'লেও কিন্তু দেশাত্মবোধক কাৰ্যত প্ৰতিফলন কৰিবলৈ আৱশ্যকীয় কৰ্ত্তব্যবোধ, মানসিক প্ৰস্তুতি, নিষ্ঠা আৰু ত্যাগ যে নাছিল—ই ধ্ৰুৱ। সমাজবাদী সমাজ গঠন কৰিছিল বক্তৃতাৰে; কামেৰে নহয়। কোনো সুচিন্তিত আঁচনি নিষ্ঠাৰে কাৰ্য্যকৰী কৰি নহয়, বক্তৃতাৰ আখৈ ফুটা আদৰ্শেৰে—আদৰ্শৰ ৰূপায়নেৰে নহয়।

'সমবায় আন্দোলনক সমাজবাদী আন্দোলনত পৰিণত কৰক' বুলি ডাঙৰ ডাঙৰ আখৰেৰে শিৰোনামা দি, বাতৰি কাকতত প্ৰচাৰ কৰিলেই সমবায় নহয় আৰু সমাজবাদী সমাজো নগঢ়ে। তাৰ কাৰণে লাগে জন সাধাৰণৰ দ্বিধাহীন মানসিক প্ৰস্তুতি, লক্ষ্য সাধনত নিষ্ঠা আৰু লাগে মানুহক সংগঠিত কৰিবলৈ আস্থাভাজন নেতৃত্বৰ অক্লান্ত পৰিশ্ৰম আৰু সু-পৰিকল্পিত আঁচনিৰে প্ৰশিক্ষণৰ ব্যৱস্থা। এই প্ৰশিক্ষণপ্ৰাপ্তসকলেই হ'ব লাগিব সমবায় সংগঠনৰ বাটকটীয়া। স্বতঃস্ফূৰ্ত্তভাৱে সমবায় সমূহ গঢ়ি উঠাত বাধা-বিঘিনি আঁতৰোৱাত চৰকাৰী যন্ত্ৰই শাসকৰ ভূমিকা এৰি, পথ প্ৰদৰ্শক আৰু নিৰ্ভৰযোগ্য সহায়কৰ ভূমিকা ল'ব লাগিব। অফিচৰ ফাইলত সমবায় নকৰি, প্ৰকৃত কৰ্ম্ম ক্ষেত্ৰত সমবায় গঢ়াত আৰু সুস্থ পৰিচালনাত, চৰকাৰী যন্ত্ৰই সেৱা আগবঢ়াব লাগে। তাকে কৰিবলৈ হ'লে এই যন্ত্ৰৰ যন্ত্ৰীসকল মনে-প্ৰাণে সমবায় বিশ্বাসী হৈ, সমবায়ৰ উদ্দেশ্য আৰু লক্ষ্যৰ বিষয়ে দ্বিধামুক্ত হ'ব লাগিব আৰু সমবায়ক কৃতকাৰ্য্য কৰি তোলাটোৱেই তেওঁলোকৰ একমাত্ৰ লক্ষ্য হ'ব লাগিব। কোনো ব্যক্তি বা দলৰ ৰাজনৈতিক স্বাৰ্থত সমবায়ক ব্যৱহাৰ কৰিব নালাগিব।

## আলোচনা চক্ৰৰ সিদ্ধান্ত আৰু পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ পৰবৰ্ত্তী কাম

আলোচনা চক্ৰৰ উক্ত সিদ্ধান্তসমূহৰ ওপৰত চৰকাৰে বিচাৰ কৰি, নগৰৰ ভোক্তা সমবায় সমূহৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ডিগবৈ আৰু মাৰ্ঘেৰিটাৰ সুলভ মূল্যৰ দোকানবোৰ 'পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি'ৰ জৰিয়তে চাউল লোৱাটো বাধ্যতামূলক আছিল।

১৯৭৭-৭৮ চনত 'পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি'ৰ মই প্ৰথম সভাপতি হিচাপে নিৰ্ব্বাচিত হৈছিলোঁ। আমি কেইটামান সমস্যাৰ সম্মুখীন হ'বলগীয়াত পৰিছিলোঁ।

(১) সুলভ মূল্যৰ দোকানৰ চাউলৰ পাইকাৰী ব্যবসায় পাইছিলোঁ। কিন্তু চাউল কিনিবলৈ আৱশ্যকীয় পুঁজি নাছিল। যি কি নহওক, অসম এপেক্স সমবায় বেঙ্কৰ তিনিচুকীয়া শাখাৰপৰা Cash-Credit নিয়মত এক লাখ টকা ঋণ লৈ, পিচত ১ লাখ ৪০ হাজাৰ টকালৈ বৰ্দ্ধিত ঋণৰ বন্দবস্ত কৰি, পুঁজিৰ অভাৱ মৰা হৈছিল।

(২) মাৰ্ঘেৰিটা প্ৰাইমাৰী মাৰ্কেটিং কো-অপাৰেটিভ চচাইটিৰ উত্তৰাধিকাৰী সূত্ৰে ব্যক্তিগত মানুহৰপৰা অনাদায়ৰ ধন পাবলগীয়া আছিলঃ—মুঠ মূলধন ১৮৩৭১.১৯ টকা + সুদ ৭৫১৭.০০ টকা = ২৫৮৮৮.১৯ টকা। ইয়াৰ আদায়ৰ পথ বিচাৰি তিনিচুকীয়াৰ সহকাৰী পঞ্জীয়কৰ ওচৰ চাপিলত তেখেতে ২৬/৫/৭৭ তাৰিখে DTC(A) 14/74/52 নং চিঠিৰে তলত দিয়া ব্যক্তি সকললৈ কৈফিয়ৎ বিচাৰি নোটিচ জাৰি কৰিছিল।

| Name of the Persons | | Principle | Interest |
|---|---|---|---|
| Sailendra Nath Gogoi | | 50.00 | 50.00 |
| Krishnananda Goswami | | 16,580.00 | 5,737.00 |
| Sailendradhar Gogoi | | 491.19 | 430.00 |
| Rama Kanta Gogoi | | 200.00 | 200.00 |
| Debeswar Bhoja | | 50.00 | 50.00 |
| Biju urang | | 1,000.00 | 1,000.00 |
| | Total | 18,371.19 | 7517.00 |

নোটিচ সকলোৱে পাইছিল কিন্তু টকা কোনোৱে দিয়া নাছিল। কি কাৰণে ক'ব নোৱাৰোঁ, সহকাৰী পঞ্জীয়কে নোটিচখন টকা আদায় দিবৰ কাৰণে দিয়া নাছিল। টকা নিদিয়াৰ কাৰণ দৰ্শাবৰ কাৰণেহে (Show cause notice) দিছিল। গতিকে টকা আদায় কৰা আমাৰ কাৰণে সম্ভৱ নহ'ল। তাৰ পাচত সমবায় বিভাগক উনুকিয়াই দিয়াতো একো নকৰিলে বা কৰিব নোৱাৰিলে।

১৯৭৮-৭৯ চনত শ্ৰীমানিক চন্দ্ৰ হাজৰিকা আৰু ১৯৭৯-৮০ চনত লীলাধৰ গগৈ সভাপতি আছিল। এই দুই বছৰত মুঠ লোকচান হৈছিল ক্ৰমে ৩,২৯৬.৩২ টকা আৰু ১৪,৩৮০.৫৬ টকা। এই লোকচানৰ কাৰণে মূলতঃ দায়ী আছিল কাৰ্য্যবাহী বিষয়া। এই বিষয়াজন আছিল সমবায় বিভাগৰ এজন পৰিদৰ্শক চৰকাৰী চাকৰিয়াল। তেখেতৰ ওপৰত কমিটিৰ বিশেষ কৰ্তৃত্ব নাছিল। তাৰ পৰিণতি হৈছিল লোকচান। বিভাগীয় নীতি ইয়াৰ কাৰণে দায়ী আছিল।

১৯৮০-৮১ চনৰপৰা (মাত্ৰ ১৯৮৩-৮৪ চনটো বাদদি) ১৯৮৯ চনৰ ৩১ মাৰ্চলৈকে মই সভাপতি আছিলোঁ। ১৯৮০-৮১ চনত কড়া নজৰ ৰখাৰ ফলত ১০,৫২১.২৪ টকা লাভ হৈছিল। কিন্তু ধাৰ মাৰিব লগীয়া হোৱাত ১৯৮১-৮২ চনত ১৯,৬৭৩.৯৬ টকা লোকচান হৈছিল। এই বছৰটো চচাইটিৰ কাৰণে পৰীক্ষাৰ বছৰ আছিল।

(৩) নতুন কমিটি হোৱাৰ লগে লগে কেইজনমান সুলভ মূল্যৰ দোকানীয়ে মাৰ্ঘেৰিটা প্ৰাইমাৰী মাৰ্কেটিং কো-অপাৰেটিভ চচাইটিৰ দিনতে চাউলৰ কাৰণে তেওঁলোকে আদায় দিয়া মুঠ ১৩,৬৩২.৫৬ টকা আগধন লৈ চাউল দিয়া নাছিল টকাও ঘূৰাই দিয়া নাছিল। গতিকে মাৰ্কেটিং চচাইটিৰ উত্তৰাধীকাৰী সূত্ৰে পূৱেকশক সেই টকা দাবী কৰিছিল। মই তেওঁলোকৰ দাবী

পাইয়েই বিষয়টো তদন্ত কৰি ৰিপোৰ্ট দিবৰ কাৰণে সৰু কমিটি এখন কৰি দিছিলোঁ। কমিটিয়ে দিয়া তথ্য অনুসৰি তেওঁলোকৰ দাবী যথাৰ্থ আছিল। কমিটিয়ে সেই টকা আদায় দিবৰ কাৰণে সিদ্ধান্ত লৈছিল যদিও, আমাৰ পুঁজিৰ শোচনীয় অৱস্থালৈ চাই, তেতিয়াই টকা ঘূৰাই নিদি, পলমকৈ লাহে লাহে দিয়াৰ পৰামৰ্শ দিছিল। মোৰ এটাই উত্তৰ আছিল—"আমি পইচা লৈ বস্তু নিদিলোঁ—দোষ আমাৰ। মানুহৰ ধাৰ খাই ব্যৱসায় নকৰোঁ। এনেও নাই তেনেও নাই—Let us start from zero." শেষত কমিটিয়ে খোলা মনেৰে, সৰ্ব্বসম্মত ভাবে, মোক সমৰ্থন কৰিছিল। তদন্ত কমিটিৰ ৰিপোৰ্ট পোৱাৰ এসপ্তাহৰ ভিতৰতে, সকলো ধাৰ মাৰি দিয়া হৈছিল। ইয়াৰ দ্বাৰা আমাৰ পুঁজিৰ অৱস্থা আৰু শোচনীয় হৈ পৰিছিল। কিন্তু উক্ত বহুদিনীয়া ধাৰ মাৰি, সুলভ মূল্যৰ দোকানীসকলৰ আমি বিশ্বাস ভাজন হৈ পৰিছিলোঁ। পাচত তেওঁলোকৰ এই বিশ্বাসেই আমাৰ মূল ধনৰ কাম কৰিছিল। তেওঁলোকৰ নিজৰ নিজৰ চাউলৰ মূল্য আগধন হিচাপে দিবলৈ কেতিয়াও ইতস্ততঃ কৰা নাছিল।

(২) অসম চৰকাৰৰ যোগান বিভাগ আৰু খাদ্য নিগমে ১৯৮১-৮২ চনত কেনেদৰে চচাইটিক ক্ষতিগ্ৰস্ত কৰিছিল তাৰ বিৱৰণ নথি পত্ৰৰ উদ্ধৃতি দি, বাহুল্য নকৰি, চচাইটিৰ ১৯৮১-৮২ চনৰ ২৮-৮-৮২ তাৰিখে বহা বাৰ্ষিক সাধাৰণ সভাত দাঙি ধৰা সম্পাদকৰ প্ৰতিবেদনৰপৰা তলত উদ্ধৃতি দিয়া হ'ল।

"................... ১৯৮১ চনৰ চেপ্তেম্বৰ মাহৰপৰা মে মাহ পৰ্য্যন্ত চৰকাৰৰ যোগান বিভাগ আৰু খাদ্য নিগমে চাউলৰ আবণ্টন আৰু বিতৰণৰ ক্ষেত্ৰত এক অভূতপূৰ্ব্ব খামখেয়ালি আৰু খেলিমেলি কৰি, চাউলৰ নিয়মিত যোগান অচল কৰি পেলাইছিল। আবণ্টন দিলে চাউল নাই, চাউল আহিলে আবণ্টনত হেমাহি। আনহাতে যোগান বিভাগৰ আবণ্টন অনুসৰি সমবায়ে চাউলৰ আশাত খাদ্য নিগমৰ ওচৰত বেঙ্কৰ ঋণ লোৱা টকা মাহৰ পিচ মাহ ধৰি জমা ৰাখিব লগীয়া হৈছিল। এই টকা ৰ'লিং নকৰাৰ ফলত সমিতিয়ে 'কমিচন'ৰপৰা বঞ্চিত হৈছিল আৰু আন হাতে খাদ্য নিগমত টকা আবদ্ধ হৈ থকাত অতিৰিক্ত সুদ বেঙ্কক দিবলগীয়া হৈছিল।

উদাহৰণ স্বৰূপে, আলোচ্য বছৰত সমিতিৰ মুঠ আবণ্টনৰ চাউল আছিল ৩৪,৮০০ কুইণ্টল। কিন্তু গোটেই বছৰত সমিতিয়ে পাইছিল মাত্ৰ ৭১৫০ কুইণ্টল। যোগান বিভাগৰ দুতৰপীয়া প্ৰশাসনীয় নীতিৰ মেৰপাকৰ মাজেৰে যোগান বিভাগ আৰু খাদ্য নিগমৰ লগত যোগাযোগ কৰোঁতে অযথা ওপৰঞ্চি বহু টকা খৰচ কৰিবলগীয়া হৈছিল। ইয়াৰ ফলত চাউলৰ ব্যৱসায়ত আশা কৰামতে সমিতিয়ে আয় কৰিব নোৱাৰিলে। এনে অৱস্থাত সমিতিয়ে বাধ্য হৈ অসম ৰাজ্যিক যোগান সঞ্চালক মহোদয়ক চাউলৰ অনিয়মীয়া যোগান আৰু আমাৰ সমবায়ৰ আৰ্থিক পৰিস্থিতিৰ বিষয়ে অৱগত কৰায়।

ইং ১৭-৫-৮২ তাৰিখে সঞ্চালক মহোদয়ে আমাৰ সমবায় কাৰ্য্যালয় পৰিদৰ্শন কৰি গুৰুত্ব সহকাৰে চাউলৰ যোগান পৰিস্থিতি আলোচনা কৰে আৰু যোগান বিভাগ আৰু খাদ্য নিগমৰ খেলিমেলি উপলব্ধি কৰি বঙাইগাৱঁৰপৰা পোনপটীয়া ভাবে চাউল আনিবলৈ এমাহৰ সম্পূৰ্ণ অবণ্টন ২৯০০ কুইণ্টল চাউলৰ মঞ্জুৰি দিয়ে। কিন্তু মুৰকত বঙাইগাৱঁৰ সলনি কোকৰাঝাৰৰপৰা আনিবলৈ মাত্ৰ ৬০০ কুইণ্টল চাউলৰ মঞ্জুৰি দিয়ে। কোকৰাঝাৰতো চাউল নথকাত শেষ মুহূৰ্ত্তত গোসাঁইগাৱঁৰপৰা ৬০০ কুইণ্টল চাউল আনিবলগীয়া হৈছিল। এই চাউল অনাৰ পাচত বাকী চাউল তিনিচুকীয়াৰপৰা দিয়াৰ কথা আছিল কিন্তু জুন মাহত এক কেজি চাউলো কৰোপৰা সমবায়ে নাপালে। চাউলৰ বাবদ খাদ্য নিগমত জমা দিয়া ২ লাখ ৪৫ হাজাৰ

৩৮ টকাৰ ওপৰত অযথা বেঙ্কৰ সুদ ভৰি সমিতি ক্ষতিগ্ৰস্ত হ'ল। এনেবিলাক কাৰণতে চাউলৰ ব্যৱসায়ত সমিতিৰ ঘাটি পৰিছে।"

যি কি নহওক আমি পৰীক্ষাত উত্তীৰ্ণ হৈছিলোঁ। বহুতে আমি এনেদৰে চাউল আনিব নোৱাৰিম বুলি প্ৰচাৰ কৰিছিল। চাউল আনিলত প্ৰশংসা পাইছিলোঁ। পৰিবহন ঠিকাদাৰ ললিতা গুপ্তা আৰু কাৰ্য্যালয় সহকাৰী পৰমেশ চৰকাৰৰ কষ্ট আৰু উদ্যমে আমি সফল হোৱাত সহায়ক হৈছিল। টকা জমা দি, চাউল নোপোৱাত সুদ ভৰি, লোকচান ভৰিবলগীয়া হৈছিল।

যোগান বিভাগ আৰু খাদ্য নিগমৰ বাবে আমি চাউলত লোকচান ভৰিবলগীয়া হ'লেও আনফালে কৃষ্ণানন্দ গোস্বামীৰ সকলো চল-চাতুৰিৰ ওৰ পেলাই, সমবায়ক চৰকাৰী ঋণৰপৰা মুক্ত কৰিব পাৰি, সুখী হৈছিলোঁ।

১৯৮০-৮১ চনত সমবায় বিভাগে কাৰ্য্যবাহী বিষয়াজনক লৈ গৈ সমিতিক নিজৰ চেক্ৰেটৰী নিয়োগ কৰিবলৈ কৈছিল। সমতিয়ে প্ৰণব কুমাৰ বেজবৰুৱাক বেতন ভোগী চেক্ৰেটৰী হিচাপে মকৰল কৰিছিল।

১৯৮১-৮২ চনত আকৌ মই সভাপতি হৈছিলোঁ। এইবাৰো মই এটা বেয়া কাম কৰিবলগীয়াত পৰিছিলোঁ। চেক্ৰেটৰী প্ৰণব বৰুৱাৰ বিভিন্ন অমাৰ্জ্জনীয় ক্ৰটীৰ কাৰণে, তেওঁক বুজাই বঢ়াইও শুধৰাব নোৱাৰি, সভাপতিৰ ১৭/৫/৮৩ তাৰিখৰ PBABSS (Co-op)/MC/ 83-28 নং চিঠি আৰু ১৮/৬/৮৩ তাৰিখৰ PBABSS/Co-op/83-32 নং চিঠিৰে আত্মপক্ষ সমৰ্থন কৰিবলৈ সুবিধা দিয়া হৈছিল। তাতো একো ফল নোহোৱাত বাধ্য হৈ ২১/৭/৮৩ ৮/৮/৮৩ তাৰিখৰ PBABSS\Co-op\83\43-46 নং চিঠি যোগে তেওঁক বৰ্খাস্ত কৰা হৈছিল আৰু তেওঁৰ ঠাইত হিচাপ ৰক্ষক তথা কাৰ্য্যালয় সহকাৰী পৰমেশ সৰকাৰক চেক্ৰেটৰী কৰা হৈছিল।

## কৃষ্ণানন্দ গোস্বামীৰ টকা আদায়ৰ ব্যৱস্থা

(৪) আমি বহুত বঢ়াই-বুজাই, অনুৰোধ কৰিও, কৃষ্ণানন্দ গোস্বামীৰপৰা টকা আদায় কৰিব নোৱাৰিলোঁ। তেখেতৰ অতি গৰ্হিত বে-আইনী কাম আৰু চলাহী কথাৰে চচাইটিক ঠগি, প্ৰৱঞ্চনা কৰাৰ অভিপ্ৰায় প্ৰকট হৈ পৰিছিল। কমিটিৰো কাৰ্য্যকাল শেষ হৈ আহিছিল। গতিকে টকা আদায় কৰা বা চচাইটিৰ সম্পত্তি উদ্ধাৰ কৰাৰ আশা কমিটিয়ে এৰাৰ নিচিনা হৈছিল। ১-৯-৮৩ তাৰিখে চচাইটিৰ বছেৰেকীয়া সাধাৰণ সভা আহ্বান কৰা হৈছিল। এই অধিবেশনৰ আগতে গোস্বামীৰপৰা পাবলগীয়া টকা আদায় কৰিবলৈ মই মনতে বদ্ধপৰিকৰ হৈ, কিবা এটা ভাবি, কমিটিৰ অজ্ঞাতেই হঠাতে ৩১/৮/৮৩ তাৰিখে তলত দিয়া স্মাৰক পত্ৰখন লিখি, ডিব্ৰুগড়লৈ গৈ, জিলা দণ্ডাধীশ প্ৰদীপ সিঙক সাক্ষৎ কৰিছিলোঁ।

### স্মাৰক পত্ৰ

**PUBERUN BHOKTA ARU BANIJYIK SAMABAYA SAMITY Ltd.**
**Margherita Regd. No. D-50 (1961-62)**

Head Office - Margerita Branch Office - Digboi

Ref. No. PBABSS/Co-op/83-52-62 Date 31-8-83

From— Shri D.C. Deb Sarmah
Chairman.
Puberun Bhokta Aru Banijyik Samabay Samity Ltd.

To

The District Magistrate,
Dibrugarh District
Dibrugarh

স্মাৰক পত্ৰ

Sir,

Sub : Conspiracy against Co-operative Society to occupy its land and house mortgaged to the state government against loan

I have the honour to beg to state that—

1. On 23-3-65 the Margherita Marketing Co-operative Society Ltd., bought a plot of land measuring two kathas ten lochas under the periodic patta No. 86 (old). Dag No. 471 (old) corresponding to new periodic patta No. 139, Dag No. 490 at Makum Pathar, Margerita from Shri Krishnanda Goswami of Margherita for the purpose of constructing a godown over there. The sale Deed was duly registered by the Sub-Registrar, Tinsukia.

2. The said Co-operative Society took a loan of Rs. 15,000.00 (Rupess fifteen thousand) only from the State Governmant by mortgaging the said land on 20-4-65. A mortagage deed was also duly registered by the Sub-Registrar, Tinsukia.

3. The estimated Cost of the Godown was Rs. 20,000.00 (Rupees twenty thousand) only. So the remaining amount of Rs. 5,000.00 (Rupees five thousand) only was paid to the Society by the State Government as subsidy.

4. On behalf of the Margherita Primary Marketing Co-operative Society, all those aforesaid deeds were executed by Shri Krishnananda Goswami the then Chairman of the Society.

5. Shri Krishnanda Goswami, the then Chairman of the Society withdrew the whole amount of Rs. 20,000.00 (Rupees twenty thousand) only of which Rs. 15,000.00 (Rs. fifteen thousand) only was loan and Rs. 5,000.00 (Rupees five thousand) only as subsidy.

6. The contract for constructing a gowown was given to Shri Krishnananda Goswami, the then President of the Bharat Sevak Samaj, Margherita by Shri Krishnananda Goswami, the then Chairman of the said Society.

7. It is to be noted that the Chairamn of the Society Shri Krishnanannda Goswami and the contractor Shri Krishnananda Goswami is

the same person.

8. The Chairman Shri Krishnananda Goswami paid all the estimated amount of Rs. 20,000.00 (Rupees Twenty thousand) only to contractor Shri Krishnananda Goswami as advance before the completion of the godown. But the building was not completed. Only Surrounding brick walls of the building were erected and wooden frames of door and windows were fixed up.

9. In the meantime the new committee took over the charge of the society from Shri Goswami, Inspite of repeated request by the committee Shri Goswami did not complete the godown nor returned the amount to the Society except Rs. 4,000.00 (Rupees four thousand) only which he paid by instalments after continuous persuation by the members of the executive committee of the Society as well as Asstt. Registrar of Co-operative Societies, Tinsukia. Being failed to realise the amount the Asstt. Registrar of the co-operative Societies, Thinsukia had forwarded the case to Bakijai, The Bakijai Officer tried more than once to realise the amount by attachment of movable property unsucessfully. The Bakijai Officer is still persuing the case.

10. As per information collected so far it is known that all the landed properties in the name of Shri Goswami had been transferred to others name probably to cheat the persons/institutions/Government from whom he took loan in different times. It is of our information also that Shri Goswami took a loan of heavy amount (near about lac) from the State Government or Assam Financial Corporation which is still remained unpaid.

11. There was another registered Co-operative Society known as Margherita Printing and Publishing Co-operative Society Limited.

12. On 27.6.76 as per unanimous decision of a joint general meeting of Margherita Primary Marketing Co-operative Society Ltd. and Margherita Printing and Publishing Co-operative Society convened for the special purpose by the both executive committee, both the Societies had been amalgamated under the new name and style of Puberun Bhokta aru Banijyik Samabay Samiti Ltd. Bye-Laws of the Society also had been amended accordingly by the said joint general meeting. Both the amalgamation and amended bye-laws were appoved by the Asstt. Registrar of the Co-operative Societies, Tinsukia.

13. As per unanimous resolutions adopted by the said joint General meeting the puberun Bhokta aru Banijyik S.S. Ltd. took responsibility of all assets and liabilities of both the societies and there by took possession of the aforesaid land and incomplete godown.

14. It was surprising that without the knowledge of the Society on 5.5.79 M/s. Pioneer Wood Products of Margherita tried to take possession by keeping some brick-bats and sand inside the godown. But for the timely intervention of the S.D.O. (civil), Tinsukia, Asstt. Registrar of Co-operative Societies, tinsukia and A.P.O. Margherita, the Pioneer Wood Products had

to vacate the possession by removing their belongings. The Society again took possession of the vacated building and fixed up door and putup a sign board. On 5-5-79 the E.O., P.B.A.B.S.S. sent a protest letter also to M/s Pioneer Wood Products Ltd. (Annexure 1).

15. It was revealed by the Pionear Wood Products vide their letter No. PWP/79-80/278 dt. 18-5-79 (Annexure - 2) that the land and godown under reference were sold to them by Shri Krishnananda Goswami as Ex-Chairman of Margherita Primary Co-operative Marketing Co-operative Society by a registered deed on 9-11-77 at Rs. 4,920.00 (Rupees four thousand nine hundred and twenty) only by virtue of Commitee's decision dated 15-11-74.

16. It is to be noted that

(i) On 9-11-77 there was no existence of Margherita Primary Co-operative Society Ltd. at all. It was amalgamated with Margherita Printing and Publishing Co-operative Society Ltd. with the new name and constitution as Puberun Bhokta Aru Banijyik Samabay Samity Ltd. on 27-6-76.

(ii) Shri Krishnananda Goswami had no right to sell the property of Pubarun Bhokta Aru Banijyik Samabay Samiti Ltd. as Ex-President of the Margherita Primary Marketing Co-operative Society Ltd.

(iii) There was no decision of any kind of the 'Committee' authorising Shri Krishnananda Goswami the Ex-Chairman of the Margherita Primary Co-operative Society Ltd., to sell the mortgaged property of the puberun Bhokta Aru Banijyik Samabay Samiti Ltd.

(iv) The abstract of the 'Committees decision' enclosed by the Pioneer Wood Products was not a decision at all. Moreover it was not Executive Committee of the Society. The 'Committee' was a Sub-committee to go through the affairs and to submit report suggesting ways and means for realisation the amount from Shri Krishnananda Goswami to the Executive Committee of the Society and that too in the month of November 1974.

(v) The abstract of the report shown as 'Committees Decision' by M/s Pioneer Wood Products was distorted one and that too never suggested any authority to Shri Krishnananda Goswami to sell the land and building as Ex-Chairman of the Society or of any capacity (Annexure-3)

(vi) The true abstract of the committees decision' is attached herewith (Annexure 4)

(vii) At the last, Shri Krishnananda Goswami also asked the Pioneer Wood Products to leave the godown vide his Memo No. MHS/64/13-15 dt. 23-5-79 addressed to the Manager, Pioneer Wood Products (Annexure-9), though the contents of this letter was not in conformity with facts.

17. Being remained silent since 5-5-79. The Pioneer Wood Pruducts all on a sudden at the night of 13-7-83 started to fixup the wooden structures

for C.I. Sheet roofing of the building. The Society came to know about this unauthorised motivated and criminal activities of M/s Pioneer Wood Products in the early morning of the following day i.e. 14-7-83, immidiately I myself as Chairman of the Society along with two other members of the Committee rushed to Margherita and lodged written complaint with the Executive Magistrate, Margherita (Annexure-10). The Magistrate forwarded the application to O.C., Margherita P.S. for varification and report. Seeing no action upto 16-7-83 I sent a telegram to the S.D.O. (civil), Tinsukia (Annexure-II) requesting him immediate necessary action to save the property of the Society as well as the Government.

18. Due to delayed action of the authority concerned on the night of 19-7-83 the Pioneer Wood Products completed the C.I. Sheet roofing.

19. On 20-7-83 by the order of the Executive Magistrate., the Margherita Police atttached the land and vacant building declaring both the parties not to enter in to the land and building and a case was registered in the Court of Executive Magistrate, Margherita.

20. On 16-8-83 somebody was seen inside the attached building and this was reported immediately to the Executive Magistrate for necessary action. (Annexure-12)

21. The Magistrate forwarded it to the O.C., Margherita P.S. at the very moment to verify and report. But uptil today the police report has not been received by the Executive Magistrate, Margherita.

22. We sincerely believe that an ugly conspiracy is being contemplated to cheat the Society as well as State Government by Shri Kishnananda Goswami in colleboration with M/s Pioneer Wood Products and their associates.

Now we pray to you kindly to inquire into the whole apisode by an appropriate agency and to take immediate action to save the property of the Society as well as the State Government, and also to bring the culprits into book for necessary punishment under law.

The following annexures are attached herewith :—

(1) Annexure-I — Letter dated 5th May, 1979 from the Executive Officer, PBABSS Ltd. to M/s Pioneer Wood Products, Margherita.

(2) Annexure-2 — Letter of Pioneer Wood Products No. PWP/79-80/278 dt. 18-5-79 to Executive Officer, PBABSS Ltd.

(3) Annexure-3 — True abstract of the 'Committee's decision.

(4) Annexure-5 — Resolution adopted by the Executive Committee of the PBABSS Ltd.

(5) Annexure-5 — Letter dt. 22-5-79 to the Asstt. Settlement Officer, Tinsukia.

(6) Annexure-6 — S.D.O.'s note to ARCS, Tinsukia dated 22-5-83.

(7) Annexure-7 — ARCS's letter No. DTC/(P)/9/77-78/150 dt. 22-5-83 to M/s Pioneer Wood Products.

(8) Annexure-8 — Letter No. MHS/64/13-15 dt. 23-5-79 from Shri Krishnananda Goswami to the Manager, Pioneer Wood Products, Margherita.

(9) Annexure-9 — Our letter No. PBABSS/Co-op/83-34 dt. 14-7-83 to the Executive Magistrate, Margherita.

(10) Annexure-10 — Telegram to the SDO (civil), Tinsukia dt. 16-7-83

(11) Annexure-11 — Our letter No. PBABSS/Co-op/83-35 dt. 16-8-83 to the Executive Magistrate.

Yours faithfully

**Sd/- D.C. Deb Sarmah**
Chairman
Puberun Bhokta Aru Banijyik Samabay Samity

Copy to —

1. The Registrar of Co-operative Societies, Tinsukia.
2. The Asstt. Registrar of Co-operative Societies, Tinsukia.
3. The Sub-Divisional Officer (Civil), Tinsukia.
4. The Superintendent of Police, Dibrugarh.
5. The Executive Magistrate (A.P.O.), Magistrate.

**D.C. Deb Sarmah**
Chairman
Puberun Bhokta Aru Banijyik Samabay Samiti Ltd.

**Annexure-I**

**TRUE COPY**
**PUBERUN BHOKTA ARU BANIJYIK SAMABAYA SAMITTEE LIMITED**
**MARGHERITA**
REGISTERED NO. 50-1961-62

Date 5th May, 1979

REGD. A/D

From— M.N. Dewri
Executive Officer,
Puberun Bokta Aru B.S.S. Ltd.
Margherita

To

M/s Pioneer Wood Products,

Margherita

Dear Sir,

Sub : Unauthorised Occupying of Society's Land with building

It has come to my notice that you have been occupying illegally Society's land and building about 1 bigha 3 katha and 10 Lochas of land under Dug No. 471 of Miadi Patta No. 86 of Makum Pathar, Makum Mouza, Margherita. So you are hereby advised to vacat the said land and building within seven days of receipt of this notice, failing to vacate the said unauthorised occupied land and building it would no other alternative except taking legal action against you.

Yours faithfully
**Sd/- M.N. Dewri**
Executive Officer

Copy to :—

1. The S.D.O. (Civil), Tinsukia, for information.
2. The A.P.O., Margherita, for information.
3. The Asstt. Registrar of Co-operative Societies, Tinsukia, for information.

**Sd/- M.N. Dewri**
5-5-79

**Annexure-II**

TRUE COPY
Gram :— PIONEER
PIONEER WOOD PRODUCTS
Manufecturer of :— All kinds of Plywood and Black Boards

Ref. No. PWP/79-80/278 Date 1979-05-18

To

Mr. M.N. Dewri
Executive Officer,
Puberun Bhokta Aru Banijyik Samabaya Samitee Ltd.
Margheriata.

Registered with A/D

Ref :— Your memo No. PBBS 7/70-79/14 dated 5th May 1979.

Dear Sir,

While acknowledging receipt of your aforesaid letter posted under Registered cover, we have to inform you that the land measuring 2 katha 1 Locha having worned out Brick built wall consturction were sold to us on 9-11-77 by Ex-Chairman, Margherita Primary Marketing Co-operative Society under Register Deed No. 1897/1568 for Rupees Four thousand Nine hundred Twenty only by virtue of Committee's dicision dated 15-11-74 copy

of which is enclosed for your ready reference.

It appears that periodical Patta No. 93 old for dag No 541 corresponding to new periodical Patta No. 139 covered by dag No. 490 measuring 2 kathas 1 lochas and not 1 bigha 3 katha 10 Lochas covered by Dag No. 471 and Patta No. 86, Makum Pathar No. 1, Makum Mouja, Margherita.

So far we believe the amount has since been deposited in your Socieły's account, Under the circumstances responsibilities is on Shri Goswami, Ex-Chairman of Margherita Primary Marketing Co-operative Society.

Thanking you.

Yours faithfully
for Pioneer Wood Products
Sd/- Illegible
Manager, 18/5

L.C. to :—

1) The S.D.O. (Civil), Tinsukia
2) The A.P.O., Margherita
3) Shri K.N. Goswami
4) The Asstt. Registrar of Co-operative Societies, Tinsukia

Registered with A/D

**Annexure-III**

Abstract of the 'Commitee's decision' produced by the Pioneer Wood Products.

* * *
* * *

ইয়াৰ ভিতৰত গুডাম ঘৰৰ যিখিনি কাম হৈছে সেইখিনি এজন অভিজ্ঞ ইঞ্জিনিয়াৰৰ হতুৱাই পৰীক্ষা কৰাই, প্ৰকৃত মূল্য নিৰূপণ কৰি, সেই টকা সমিতিয়ে ইচ্ছা কৰিলে বাদ দিব পাৰে। কিন্তু এই মূল্য মুঠ দিবলগীয়া টকাৰপৰা বাদ দিয়াৰ আগতে, সমিতিয়ে এটা কথা বিবেচনা কৰা উচিত হ'ব। গুডাম ঘৰ সাজিবলৈ ঠিকা দিয়া ১৯৬৫-৬৬ চনতকৈ বৰ্ত্তমান ঘৰ সজাৰ কাৰণে আৱশ্যকীয় সকলো সামগ্ৰীৰ আশাতীত ভাবে দাম বাঢ়িছে। গতিকে আগৰ ঠিকাৰ মূল্যত ঘৰ সাজি উলিয়াব নোৱাৰিব। আনহাতে চচাইটিয়ে পিচত বৰ্ত্তমানে থকা ঘৰৰ বেৰ কেইখন আৰু মাটি বেলেগ কৰি বিক্ৰী কৰিব খুজিলেও, মাটি বাদ দি ঘৰৰ বেৰ কেইখন কিনা গ্ৰাহক ওলোৱা টান হ'ব। সেইদেখি যদি সম্ভৱ হয় তেনেহ'লে, মাটি, ঘৰ সকলো কৃষ্ণানন্দ গোস্বামীকেই সমজাই দি, তেখেতৰপৰা তেখেতে পোৱা সম্পূৰ্ণ টকা সুদসহ ঘূৰাই ল'লেহে চচাইটিৰ স্বাৰ্থ ৰক্ষা পৰিব। যিহেতু মাটি কিনা আৰু বিক্ৰেতা মূলতঃ শ্ৰীগোস্বামীয়েই আছিল আৰু ঠিকা দিওঁতা আৰু লওঁতাও শ্ৰীগোস্বামীয়েই, আনহাতে আজি আঠ বছৰে বাৰে বাৰে তাগিদা দিয়া স্বত্ত্বেও আগধনৰ টকা নিজৰ কামত খটুৱাই, গুডাম ঘৰ সজাৰ কাম নকৰি,

ইচ্ছাকৃত ভাবে শ্ৰীগোস্বামীয়ে চচাইটিৰ অতি দুঃখজনক ভাবে হানি কৰি, বৰ্ত্তমান অৱস্থাৰ সৃষ্টি কৰিছে। তেনে অৱস্থাত আমি ভাবোঁ যে, ঘৰ-মাটি ঘূৰাই লৈ, সুদসহ সম্পূৰ্ণ আগধনৰ টকা অনতিপলমে ঘূৰাই দি, চচাইটিৰ স্বাৰ্থ ৰক্ষা কৰা শ্ৰীগোস্বামীৰ অপৰিহাৰ্য্য কৰ্ত্তব্য। এই সকলোবোৰ তথ্যৰ ওপৰত কাৰ্য্য নিৰ্ব্বাহিক সমিতিয়ে বিহিত ব্যৱস্থা গ্ৰহণ কৰিব বুলি আমি আশা কৰোঁ।

স্বাঃ শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা
স্বাঃ শ্ৰীলীলাধৰ গগৈ
স্বাঃ শ্ৰীপুনা ৰাম গোহাঁই
স্বাঃ শ্ৰীশৰৎ চন্দ্ৰ বৰুৱা
কাৰ্য্যবাহী বিষয়া

তাৰিখ ঃ ১৫।১১।৭৪

## Annexure-IV

## পূৱেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি লিমিটেড মাৰ্ঘেৰিটা ১৯/৫/৭৯ তাৰিখৰ কাৰ্য্য নিৰ্ব্বাহিক সমিতিৰ প্ৰস্তাৱ

পূৱেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ ১৯/৫/৭৯ তাৰিখে শ্ৰীমানিক চন্দ্ৰ হাজৰিকাৰ সভাপতিত্বত জৰুৰীভাবে অনুষ্ঠিত পৰিচালনা সমিতিৰ সভাই আশ্চাৰ্য্য প্ৰকাশ কৰে যে, মাৰ্ঘেৰিটা প্ৰাইমাৰী মাৰ্কেটিং চচাইটি আৰু মাৰ্ঘেৰিটা প্ৰিন্টিং এণ্ড পাব্লিচিং কো-অপাৰেটিভ চচাইটি দুখন মিলি এখন হৈ, পূৱেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি নামেৰে বিভাগীয় কৰ্তৃপক্ষৰ অনুমোদন ক্ৰমে পঞ্জীয়ন ভুক্ত হোৱাত, এই সমবায় সমিতিয়ে মাৰ্ঘেৰিটা প্ৰাইমাৰী মাৰ্কেটিং কো-অপাৰেটিভ চচাইটিৰ ঘৰ-মাটি আদি সকলো সম্পত্তিৰ অধিকাৰী হোৱাৰ পাচতো, শ্ৰীকৃষ্ণানন্দ গোস্বামীয়ে ইয়াৰ মাটি আৰু মাটিৰ ওপৰত থকা আধা সজা ঘৰটো পাইওনিয়াৰ উড প্ৰডাক্টচক বে-আইনী ভাবে বিক্ৰী কৰিছে।

আজিৰ সভাই বৰ্ত্তমান সভাপতি আৰু কাৰ্য্যবাহী বিষয়াক এই বিষয়ে অনতি পলমে আইন সঙ্গত ব্যৱস্থা গ্ৰহণ কৰিবলৈ দায়িত্ব দিয়ে। আৰু আদালতৰ সহায়ত ইনজাংচন দি, সমিতিৰ সম্পত্তি ঘূৰাই পোৱাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ অধিকাৰ দিয়ে। লগতে মহকুমাধিপতিক টানি অনুৰোধ কৰে যেন, উক্ত মাটি আৰু ঘৰ চৰকাৰৰ ওচৰত দায়বদ্ধ হৈ থকা স্বত্ত্বেও, এনে বিধি বহিৰ্ভূতভাবে হস্তান্তৰ কৰাৰ বাবে, উক্ত ব্যক্তিৰ ওপৰত আইন অনুযায়ী ৰাজহুৱা সম্পত্তি প্ৰবঞ্চনা কৰাৰ অপৰাধত উপযুক্ত প্ৰতিবিধান কৰি, মাটি আৰু ঘৰ জব্দ কৰিবলৈ বিহিত ব্যৱস্থা গ্ৰহণ কৰে।

**স্বাঃ শ্ৰীমানিক চন্দ্ৰ হাজৰিকা**
২০/৫/৭৩
সভাপতি, পূৱেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি লিমিটেড
মাৰ্ঘেৰিটা

প্ৰতিলিপি ঃ—

(১) উপায়ুক্ত, ডিব্ৰুগড়

(২) সহকাৰী পঞ্জীয়ক, কো-অপাৰেটিভ চচাইটি, তিনিচুকীয়া

(৩) সহকাৰী ৰাজনৈতিক প্ৰাধিকাৰী, মাৰ্ঘেৰিটা, জ্ঞাতাৰ্থে আৰু বিহিত ব্যৱস্থা গ্ৰহণাৰ্থে পঠোৱা হ'ল।

## Annexure-V

**TRUE COPY**
**PUBERUN BHOKTA ARU BANIJYIK SAMABAYA SAMITEE LIMITED**
**MAGGHERITA Regd. No. D-50 (1961-62)**

HEAD OFFICE :— MARGHERITA BRANCH OFFICE :— DIGBOI

Dated : 22/5/79

To

The Asstt. Settlement Officer, Tinsukia

Sub :— Illegally Transfer of land and building of Society

Sir,

I have the honour to state that 2 katha 10 Locha land of Miadi Patta (old) No. 86 under Dag No. (old) 471 corresponding to New Miadi Patta No. 139 under Dag No. 490 of Makum Pathar of Makum Mouza, Margherita belongs to Puberun Bhokta Aru Banijyik S.S. Ltd., Margherita, taken over from Margherita Primary Marketing Co-operative Society Ltd., Margherita, which was duly registered on 31-3-65 at the office of the Sub Registrar, Tinsukia and the Society constructed a godown with four walls (Pacca) on that land. The land is mortgaged to the state goverment against loan taken by the Soceity from Govt. of Assam for purpose of Godown construction. And the deed of mortgage was also duly registered on 11-5-65 at office of Sub-Registrar, Tisnukia. But I surprised to know from reliable sources that Shri K. Goswami, Margherita sold the land and building illegally to M/s Pioneer Wood Products, Margherita as Ex-Chairman of the Society with Registered deed. But Ex-Chairman has no authority to sale out any propertees of the Society as per rules and Act of Co-operative Society, Assam.

Under such circumstances I, on behalf of Puberun Bhokta Aru Bunijyik Samabaya Samiti Ltd., Margherita, request you kindly to look in to the matter thoroughlly and Namjary may kindly be slopped to the said party, for favour of your information of early action.

Yours faithfully
Sd/- Illegible
Executive Officer

Copy to :—

1. Deputy Commissioner, Dibrugarh District, for favour of information and action.
2. S.D.O., Civil Tinsukia for favour of information and action.
3. Sub Registrar, Tinsukia, for favour of information and action.
4. Asstt. Registror of Co-operative Societies, Tinsukia for favour of information and necessary action.

Sd/- Illegible
Executive Officer

**Annexure-VI**

**OFFICE OF THE S.D.O., Tinsukia**

Dear,

Please deput one of our Inspector to acompany the Secretary of the Margherita Marketing Co-operative Society to Margherita and ask him to contact PIONEER WOOD PRODUCTS and direct them not to creat any encumbrance over the land under reference till a full inquiry is made. The land which is claimed to have been sold by the Ex-President to Pioneer Wood Products appears to be mortgaged to Govt.

I am also trying to contact A.P.O. from this end.

Sd/- Illegible
S.D.O.
30/5/79

To

A.R.C.S.
Tinsukia

**Annexure-VII**

TRUE COPY
OFFICE OF THE ASSTT. REGISTRAR OF CO-OPERATIVE SOCIETIES
TINSUKIA

To

M/s Pioneer Wood Products, Margherita, Assam

Sub :— LAND AND BUILDING OF PUBERUR BHOKTA ARU B.S.S. Ltd. ALLEGED SALE ON 9-11-77

Sir,

It has been alleged that land possessed by the above named Society having a brick construction have been purchased by you in a irregular manner from a person who is not authorised and competant to sell it out. It should be made known to you from my end that the above land and building is under mortgage to the State Govt. and shall remain as such till clearance of the loan received from Govt. by the Society. Further the

Society has not received any amount for the unauthorised and illegal sale and the sale, as alleged, cannot be effective and acquire validity under any circumstances. You are therefore requested not to creat any encumbrances over the land and building of the society till a thorough inquiry is conducted in this relation.

You may however take legal action against the person or persons who might have cheated you in the alleged deed if you so desire.

Yours faithfully
**Sd/- S.K. Sen**
Asstt. Registrar of Co-operative Societies
Tinsukia

Copy to :—

1. The Registrar of Co-operative Societies, Assam, Gauhati for favour of information. Such effective sale is stated to have performed on 9-11-77. Action is being taken by the undersigned and the matter has already been taken up with S.D.O. (Civil), Tinsukia who has assured action from his end.
2. The S.D.O. (Civil), Tinsukia for favour of information and necessary action.
3. The Executive officer, Puberun Bhokta Aru B.,S.S. Ltd. for information. He is requested to take legal action in this regard.
4. The Deputy Registrar of Co-op. Societies, Dibrugarh for favour of information.

Sd/- Illegible
Asstt. Registrar of Co-operation Societies,
Tinsukia

## Annexure-VIII

Krishnananda Goswami
Margherita
Memo No. MHS/64/63-65 dt. 23-5-79

The Manager
Pioneer Wood Products, Margherita

Sub :— Sale Deed

Ref. :— Your letter No. PWP. 79/80/278 dt. 1979-5-18

Dear Sir,

The Chairman and the Executive Officer of Margherita Primary Marketing Co-operative Society have taken serious view assigning the reason that the matter concerning to the letter of 15-11-74 was, in their opinion not approved by the then Asstt. Registrar of the Societies, Tinsukia, according to the Govt. procedure. I request you to leave the godown

structure as it was for sometime till it regularised. Hope you would be not purturbed. Thanking you in acticipation.

Yours faithfully
**Sd/- Krishnananda Goswami**
Ex-Chairman
Margherita Primary Marketing Co-op. Society

Copy for favour of information and necy. action—

Copy forwarded to the Executive Officer, Pubereen Bhokta Aru Banijyik Samabay Samity, Margherita.

The Asstt. Registrar of Co-op. Societies, Tinsukia.

## Annexure-IX

No. PBABSS/Co-op./83-34 দিনাঙ্ক ১৪/৭/৮৩

প্ৰতি : মাননীয় কাৰ্য্যবাহী দণ্ডাধীশ
মাৰ্ঘেৰিটা, অসম

প্ৰেৰক— সভাপতি, পূবেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি মাৰ্ঘেৰিটা, অসম।

মহোদয়,

বিষয়—বে-দখল

বিনীত নিবেদন এই যে, পূবেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ তলত দিয়া তপচিলৰ মাটি আৰু সেই মাটিৰ ওপৰত থকা পকা দেবালৰ আধা সজা গুডাম ঘৰটো মেচাৰ্চ পাইওনিয়াৰ উড প্ৰডাক্টচে বেদখল কৰাৰ উদ্দেশ্যে সমিতিৰ অজ্ঞাতে, ঘৰটোত কাঠ লগাবলৈ আৰম্ভ কৰিছে। এইখিনিতে উল্লেখযোগ্য যে, যোবা ১৯৭৯ চনতে উক্ত পাইওনিয়াৰ উড প্ৰডাক্টচে এই ঘৰ আৰু মাটি বে-দখল কৰিবলৈ লৈছিল। কিন্তু চৰকাৰৰ তৎকালীন হস্তক্ষেপত বে-দখল উঠাই ল'বলগীয়া হৈছিল।

আপোনাক আৰু জনাওঁ যে, উক্ত মাটি আৰু ঘৰ চৰকাৰৰ ওচৰত বন্ধকত দিয়া আছে। যদি এই বে-দখল কাৰ্য্য তৎকালীন বন্ধ কৰা নহয়, তেন্তে অনতিপলমে ইয়াত গুৰুতৰ অশান্তি সৃষ্টি হোৱাৰ আশংকা আছে। গতিকে তৎকালিন বিহিত ব্যৱস্থা গ্ৰহণ কৰি, এই অবৈধ কাৰ্য্য বন্ধ কৰি, ৰাজহুৱা সম্পত্তিৰ নিৰাপত্তাৰ ব্যৱস্থা কৰে যেন। ইতি।

মাটিৰ তপচিল
মৌজা মাকুম, ১নং মাকুম পথাৰ গাওঁ
ম্যাদী পট্টা নং ১৩৯, নতুন দাগ নং ১৯০
মাটি কালি—১ বিঘা ৩ কঠা ১০ লোচা মাটিৰ ভিতৰত ⁄১০ লোচা

উত্তৰে দাগ নং ৩৮৯
দক্ষিণে দাগ নং ৩৯১
পূবে দাগ নং ৩৯০
পশ্চিমে দাগ নং ৰাষ্ট্ৰীয় পথ

আপোনাৰ বিশ্বাসী
স্বাঃ শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্মা
সভাপতি
পূবেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি

**Annexure-X**

**পূবেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি লিঃ**

PUBERUN BHOKTA ARU BANIJYIK SAMABAY SAMITI Ltd.

Regd. No. TSK 74 in the year 1977-78

Head Office — Margherita
P.O. Margherita

Branch — Digboi
P.O. Digboi

দিনাংক— 16th July 1983

TELEGRAM
SUBDIVISIONAL OFFICER, CIVIL
TINSUKIA SUBDIVISION
TINSUKIA

PIONEER WOOD PRODUCTS MARGHERITA WITH A VIEW TO OCCUPY LAND MEASURING TWO KATHAS TEN LOCHAS UNDER PATTA NUMBER ONE HUNDRED THIRTYNINE DAG NUMBER FOUR HUNDRED NINETY IN MAKUMPATHAR ONE MARGHERITA AND INCOMPLETE BRICKWALLED GODOWN ON IT BELONGING TO PUBERUN BHOKTA ARU BANIJYIK SAMABAY SAMITI STARTING WORK TO COMPLETE GODOWN WITHOUT INFORMATION AND ATHORITY (.) WE PRAYED EXECUTIVE MAGISTRATE ASSISTANT POLITICAL OFFICER MARGHERITA ON FOURTEENTH LAST TO STOP THEIR WORK ON OUR LAND AND BUILDING IMMEDIATELY BUT NOTHING HAPPEND YET (.) THIS LAND AND BUILDING MORTGAGED WITH GOVERNMENT BY SOCIETY AGAINST LOAN (.) PIONEER TRIED TO OCCUPY THIS PROPERTY IN 1979 ALSO BUT FOR TIMELY ACTION BY THEN SUBDIVISIONAL OFFICER THEY COULD NOT SUCCEED (.) WE PRAY YOU KINDLY TO STOP THEIR WORK ON OUR LAND AND BUILDING IMMEDIATELY PENDING YOUR INVESTIGATION TO SAVE THIS PROPERTY OR CO OPERATIVE AS WELL AS GOVERNMENT (.) PIONEER HATCHED UGLY CONSPIRACY TO CHEAT SOCIEY (.) WE HAVE ALL AUTHENTIC DOCUMENTS (.) DELAY IN ACTION MATTER MAY BE COMPLICATED (.)

Copy to Sub-Divisional Officer (Civil) Tinsukia Sub-Division. Tinsukia in confirmation.

**Sd/- D.C. Deb Sarmah**
Chairman
Puberun Bhakta Aru B.S.S. Ltd.

## Annexure-XI

No. PBABSS/Co-op/83-52

16-8-83

প্ৰেৰক— শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা
সভাপতি
পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি লিঃ
পোঃ ডিগবৈ

প্ৰতি—এক্সিকিউটিভ মেজিষ্ট্ৰেট, মাৰ্ঘেৰিটা

মহোদয়,

বিনীত নিৰ্বেদন এই যে, মহোদয়ৰ হুকুম অনুসৰি মাৰ্ঘেৰিটাৰ পুলিচে কাকো সোমাবলৈ মানা কৰি জব্দ কৰি ৰখা পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ গুদাম ঘৰ, উল্লিখিত উক্ত জব্দনামা অমান্য কৰি কোনোবা মানুহ এজন ভিতৰত সোমাই আছে। এই বিষয়ে তৎকালীন বিহিত ব্যৱস্থা ল'বৰ কাৰণে মহোদয়ক বিনীত প্ৰাৰ্থনা জনালোঁ। ইতি।

আপোনাৰ বিশ্বাসী
স্বাঃ শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা
সভাপতি
পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতি

## পাইওনিয়াৰ আৰু কৃষ্ণানন্দ গোস্বামীৰ টকা আদায়

জিলা দণ্ডাধীশে স্মাৰক পত্ৰখন বৰ মনযোগেৰে পঢ়ি, মোক দিয়া পৰামৰ্শ অনুসৰি তেখেতৰ লিখিত টোকাসহ, সিদিনাই গধূলি তিনিচুকীয়াৰ মহকুমা দণ্ডাধীশ শ্ৰীচাওলাক লগ ধৰি, কথাবোৰ বিৱৰি কোৱাত, তেখেতে মোৰ স্মাৰক পত্ৰত যথেষ্ট গুৰুত্ব দিছিল আৰু পিচদিনাখন ৰাতিপুৱা ৯ বজাত মাৰ্ঘেৰিটাৰ ক'ল ইণ্ডিয়াৰ আলহী ঘৰত তেখেতক লগ ধৰিবলৈ কৈছিল। পিচদিনাখন কমিটিৰ আন এজন সদস্য শ্ৰীমানিক চন্দ্ৰ হাজৰিকাক লগত লৈ, ৰাতিপুৱা ৯ বজাত যথা স্থানত মহকুমা দণ্ডাধীশক লগ পাইছিলোঁ। আমি যোৱাৰ অলপ পাচতে, মাৰ্ঘেৰিটা পাইওনিয়াৰ উড প্ৰডাক্সৰ মেনেজাৰ আৰু এ.পি.ও. (এক্সিকিউটিভ মেজিষ্ট্ৰেট) শ্ৰীননী বৰুৱা সেইখিনি পাইছিলহি। এ.পি.ও.ৰ জীপখন পঠাই কৃষ্ণানন্দ গোস্বামীকো লৈ আহিছিল।

মহকুমা দণ্ডাধীশে পাইওনিয়াৰৰ মেনেজাৰক পোন চাটেই কৈছিল—"মই মাটি ঘৰ কাৰ, কোনে বিক্ৰী কৰিলে, কোনে কিনিলে তাৰ বিচাৰ কৰিবলৈ অহা নাই। সেই মাটি-ঘৰ জব্দ কৰি, তাত কাকো সোমাবলৈ আৰু কাম কৰিবলৈ মানা কৰি, মাৰ্ঘেৰিটাৰ এক্সিকিউটিভ মেজিষ্ট্ৰেটে মানাহি জাৰি কৰাৰ পাচত, আপুনি সেই মানাহি নামানি, বে আইনী ভাবে সেই ঘৰত সোমাই, দখল কৰিবলৈ চেষ্টা কৰিছে। মেজিষ্ট্ৰেটৰ হুকুম তথা চৰকাৰৰ আইন, উলঙ্ঘন কৰাৰ কাৰণে মই এতিয়া আপোনাক গ্ৰেপ্তাৰ কৰিবলৈ বাধ্য। আপুনি মেজিষ্ট্ৰেটৰ হুকুম আমান্য কৰিছে কিয়?" মেনেজাৰ বেঙে মূতা গৰুৰ নিচিনা হৈ পৰিছিল আৰু তাৰ বাবে বাৰে বাৰে ক্ষমা খুজিছিল।

ইতিমধ্যে গোস্বামীও আহি পালত, তেখেতৰ নিচিনা সমাজৰ লব্ধপ্ৰতিষ্ঠ, সন্মানিত মানুহে চচাইটিখনক, তথা চৰকাৰক ঠগিবলৈ কৰা ষড়যন্ত্ৰৰ কাৰণে, বহুতো কৰ্কথনা কৰিছিল। শেষত পাইওনিয়াৰ আৰু গোস্বামীয়ে আপোচ কৰি দিবলৈ অনুৰোধ কৰাত, মেজিষ্ট্ৰেটে আমাৰ মত লৈছিল। আমিও মাটি আৰু ঘৰৰ বাবদ কৰা সুদ সহ ধাৰৰ সমুদায় টকা আদায় দিলে, মাটি ঘৰ এৰি দিবলৈ সন্মত হৈছিলোঁ। মহকুমা দণ্ডাধীশে তেতিয়াই মুঠ ২৫ হেজাৰ টকাৰ ১৫ হেজাৰ পাইওনিয়াৰক আৰু ১০ হাজাৰ গোস্বামীক দিবলৈ পৰামৰ্শ দিছিল। পাইওনিয়াৰে তেতিয়াই ১৫ হেজাৰ টকাৰ চেক এখন দিছিল। গোস্বামীয়ে ৩ মাহৰ সময় খুজিছিল। গোস্বামীক এমাহৰ সময় দিছিল। পিচত সময়মতে টকা নিদিয়াত, মাৰ্ঘেৰিটাৰ এক্সিকিউটিভ মেজিষ্ট্ৰেটে (A.P.O.) দুমাহৰ মূৰত টকা আদায় দিবলৈ গোস্বামীক বাধ্য কৰিছিল।

আমি মাৰ্ঘেৰিটাৰপৰা আহি বাহিৰে বাহিৰে চচাইটিৰ বছেৰেকীয়া সাধাৰণ সভাত যোগ দিছিলোঁ। উপস্থিত অংশীদাৰ সকলক ঘটনাটো কৈ, স্বস্তিৰ নিশ্বাস পেলাইছিলোঁ। এদিনৰ ভিতৰতে এনেদৰে এই জটিল সমস্যাটো সমাধান হোৱাত ভগবানৰ অসীম কৰুণা বুলি মনতে ভাবিছিলোঁ। জিলা আৰু মহকুমা দণ্ডাধীশদ্বয়ৰ প্ৰতি কৃতজ্ঞতাত অন্তৰ ভৰি পৰিছিল। চচাইটি ঋণ মুক্ত হ'ল—সকলো ঝঞ্জাতৰ পৰা মুক্ত পালে।

## পুৱেৰুণৰ অগ্ৰগতি

১৯৮৩-৮৪ আৰু ১৯৯০-৯১ বছৰ দুটা বাদ দি মই ১৯৮০-৮১ চনৰ পৰা ১৯৮৮-৮৯ চনলৈ সভাপতি আছিলোঁ। এই সময় চোৱাত, মোৰ দিনতেই, তলৰ কাম কেইটা কৰা হৈছিল।

(১) চাউলৰ বাবদ বেঙ্কৰ Cash-Credit ঋণ ১ লাখ ৪০ হাজাৰৰপৰা আৰম্ভ কৰি ১০ লাখলৈ বঢ়োৱা হৈছিল।

(২) কাপোৰ আৰু দোকানৰ অন্যান্য সামগ্ৰীৰ বাবদ Cash-Credit ঋণ ৪০ হাজাৰৰ পৰা ৫০ হাজাৰলৈ বঢ়োৱা হৈছিল।

(৩) সমিতিৰ নিজৰ আয়েৰে কাৰোপৰা এপইচাও ধাৰ নকৰাকৈ কোম্পানীৰ 'নিউ মাৰ্কেট'ৰ মধ্য স্থলত মুঠ ৩,৩৬,৩২১.৯ টকা মূল্যৰ ১২০.৭৫ বৰ্গ মিটাৰৰ প্ৰাসাদোপম দুমহলীয়া ঘৰ এটা নিজাববীয়াকৈ সাজি উলিওৱা হৈছে। কোম্পানীয়ে বিনামূলীয়াকৈ আমাক মাটি দিছিল। তাৰ বাবে আমি কোম্পানীৰ ওচৰত কৃতজ্ঞ।

ঘৰৰ উদ্বোধনী উৎসৱ হৈছিল ২৬-৫-৮৯ তাৰিখে। এইটো বোধহয় অত্যুক্তি কৰা নহ'ব যে, পুৱেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ দৰে এখন ক্ষুদ্ৰ ভোক্তা সমবায়ে চৰকাৰ বা আন কাৰো সহায় নোলোৱাকৈ এনে ধৰণৰ তিনি লাখৰো অধিক টকা খৰচ কৰি, নিজৰ ঘৰ সাজি ল'ব পৰা অসমৰ একমাত্ৰ ভোক্তা সমবায় সমিতি। সকলো দিশ তুলনা কৰিলে, অসমত এনেদৰে ঘৰ সজা এইখনেই একমাত্ৰ সমবায় হ'ব বুলি মই বিশ্বাস কৰোঁ। এই কৃতকাৰ্য্যতাত অলপমান আনন্দ প্ৰকাশ কৰিলে পাঠকসকল বিতুষ্ট নহ'ব বুলি আশা কৰিছোঁ। কিয়নো ই মোৰ ন্যায়-নিষ্ঠাক সাৰোগত কৰি, সহকৰ্মী সকলৰ সহযোগত ঐকান্তিকতাৰে কৰা কৰ্ম্মৰ আৰু সমাজ সেৱাৰ কাৰণে মোৰ প্ৰতি দেখুৱা দয়ালু ভগবানৰ কৰুণাধাৰাৰ ফলপ্ৰাপ্তি মাথোন। মোক দিয়া অকুণ্ঠ সমৰ্থনৰ কাৰণে সহকৰ্মীসকলক অন্তৰেৰে শলাগিছোঁ। এইখিনিতে মুক্ত কণ্ঠে স্বীকাৰ

কৰোঁ যে, চেক্রেটৰী পৰমেশ সৰকাৰৰ একনিষ্ঠ সেৱা নোপোৱা হেতেন মই হয়তো আশানুৰূপ কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁহেতেন। তেওঁলৈ মোৰ হিয়াভৰা আশীৰ্ব্বাদ থাকিল।

১৯৮৯-৯০ আৰু ১৯৯০-৯১ বছৰ দুটা বাদ দি ১৯৯১-৯২ চনত মই আকৌ সভাপতি নিৰ্ব্বাচিত হৈছিলোঁ কিন্তু নিতান্ত ব্যক্তিগত কাৰণত সেই পদ ইস্তফা দিছিলোঁ। তেতিয়াৰপৰা ১৯৯৬ চনৰ ১১ ডিচেম্বৰ তাৰিখলৈ কমিটিৰপৰা বাহিৰত থাকি, পুনৰ ৮/১২/৯৬ তাৰিখে নিৰ্ব্বাচিত কমিটিৰ সদস্যসকলৰ সৰ্ব্বসম্মত সিদ্ধান্ত ক্ৰমে সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিছোঁ।

১৯৯১-৯২ চনত মই সভাপতিৰ পদ ইস্তফা দিয়াত, উপ-সভাপতি শ্ৰীধীৰেন্দ্ৰ নাথ বৰুৱাই সভাপতিৰ দায়িত্ব লৈছিল। ১৯৯২-৯৩ আৰু ১৯৯৩-৯৪ চনৰ বছৰ দুটাতো শ্ৰীবৰুৱাই সভাপতি আছিল আৰু তাৰ পাচত ১৯৯৫-৯৬ চনলৈকে শ্ৰীবি. কে. ফুকন সভাপতি আছিল। এই কেইটা বছৰত নানা কাৰণত চচাইটিৰ ব্যৱসায় ক্ৰমান্বয়ে কমি গৈছিল। যেনে—

(১) চচাইটিয়ে পোৱা চাউলৰ মূল্য দহ লাখতকৈ বেছি হোৱাত আৰু এই বৰ্দ্ধিত মূল্যৰ কাৰণে বেঙ্কে ঋণ দিবলৈ সাজু নোহোৱাত, টকাৰ অভাৱত, চচাইটিয়ে আবণ্টন পোৱা চাউলৰ এটা অংশ স্বেচ্ছাই এৰি দিছিল।

(২) কাপোৰৰ দোকানখনত আজি বহুদিন ধৰি কাপোৰৰ অভাৱত, দোকানখন অসাৰ্থক হৈ পৰিছিল। ইয়াৰ কাৰণেও আৱশ্যকীয় টকা নাই। কিন্তু এই শিতানৰ Cash-Credit ঋণৰ ৫০ হাজাৰ টকাও ব্যৱহাৰ কৰিব পৰা নাই। ৫০ হাজাৰ টকাৰ কাৰবাৰ চলি থকাহেতেন দোকানখনৰ এনেকুৱা অৱস্থা নহ'লহেতেন। এই দুয়োটা বিষয়ৰে যুক্তিসঙ্গত কাৰণ মই একো বিচাৰি পোৱা নাই। কিয়নো, আজি আৰু চচাইটিৰ এসময়ৰ 'না জল না স্থল' অৱস্থা নাই। চাউলৰ কথাটো লৈয়েই উল্লেখ কৰিব পাৰি যে—

(১) ধাৰৰ বোজা লৈ এপইচাও নোহোৱা অৱস্থাৰপৰা ১০ লাখ টকালৈ Cash-Credit ঋণৰ ব্যৱস্থা কৰি, আবটন পোৱা এমুঠি চাউলো এৰি নিদি, সম্পূৰ্ণ চাউলৰ ব্যৱসায় কৰা হৈছিল।

(২) ডিগবৈৰ মধ্যস্থলত, প্ৰধান বজাৰ এখনৰ কেন্দ্ৰস্থলত, চচাইটিৰ নিজৰ টকাৰে সজা তিনি লাখ টকাৰ ওপৰ মূল্যৰ দুই মহলাৰ পকা ঘৰ এটা আছে।

(৩) বেঙ্কত চচাইটিৰ ৩ লাখ টকাৰ জামানত (Security Deposit) আছে। এনে অৱস্থাত এপেক্স বেঙ্কে Cash-Credit loan বঢ়াই নিদিয়াটো দুৰ্ভাগ্যৰ কথা। যাৰ কাৰণে চাউল এৰি দিবলগা হৈছে।

(৪) কেইবাজনো সুলভ মূল্যৰ দোকানীয়ে চচাইটিক এৰি পোনপটীয়াকৈ চাউল অনাৰ ব্যৱস্থা কৰিছে। মোৰ সবল বিশ্বাস যে, কমিটি সজাগ হোৱা হেতেন এই দোকানবোৰ নগ'লহেতেন। মোৰ এইমত কল্পনা প্ৰসূত নহয়, বাস্তৱ অভিজ্ঞতাৰ সাৰ্থক অনুভূতি। এনে অৱস্থাৰ সম্মুখীন কমিটিখন আগেয়েও হৈছিল। কিন্তু তৎপৰতাৰে, তৎকালিক ভাবে কাৰ্য্য ব্যৱস্থা লোৱাৰ কাৰণে ই শিপাব নোৱাৰিলে। তেতিয়াৰ কমিটিয়েও হাত সাবটি বহি থাকিলে এনে দশাই হ'লহেতেন। এই বিষয়ে উদাহৰণবোৰ লিখি ৰচনা দীঘল নকৰোঁ।

(৫) Cash-Credit ঋণ ১ লাখ ৪০ হাজাৰৰ পৰা আৰম্ভ কৰি লাহে লাহে ৬ লাখলৈ

বৰ্দ্ধিত কৰা হৈছিল। চাউলৰ আবণ্টন অনুসৰি এই টকা কম হোৱাত প্ৰথম অৱস্থাত লিখা-লিখি কৰাত বেঙ্কে বঢ়াই দিয়া নাছিল। পাচত মই নিজে গুৱাহাটীলৈ গৈ, বেঙ্কৰ মেনেজিং ডিৰেক্টৰক লগ ধৰি, সকলো কথা খৰচি মাৰি আলোচনা কৰাৰ পাচত, চাউলৰ কাৰণে—দহ লাখ আৰু দোকানৰ কাৰণে ৪০ হাজাৰৰ ঠাইত ৫০ হাজাৰ কৰিবলৈ সন্মত হৈছিল। তেতিয়া আমাৰ কোনো নিজা ঘৰ সম্পত্তি বা ইমান টকা বেঙ্কত Security Deposit ও নাছিল। গতিকে আজিৰ অৱস্থাত ১০ লাখ টকা এটা যুক্তিপূৰ্ণ সংখ্যালৈ বঢ়াবলৈ অসুবিধা হ'ব নালাগে বুলিয়েই মই বিশ্বাস কৰোঁ।

লাহ লাহে চচাইটিৰ ব্যৱসায় নিম্নগামী হৈ আহিছে। ১৯৯৫-৯৬ চনৰ বছৰটোত ১৭ হাজাৰ টকা লোকচান হৈছে। এতিয়াও যদি কমিটিয়ে কোনো যত্ন নকৰি বহি থাকে, তেনেহ'লে এই উঠি অহা সমবায়খন মৰিবলৈ বেছি দিন নালাগিব।

ইয়াৰ ভিতৰতে ফুকন কমিটিয়ে ২০-১২-৯৪ তানিখে ১৫৭৫২ টকা আয়কৰ আদায় দি, ঋণ্ডাত মাৰি, উত্তম কাম কৰিছে।

১৯৯৬ চনৰ ডিচেম্বৰ মাহত চচাইটিৰ দায়িত্ব লৈয়েই পাইছিলোঁ যে, ইতিমধ্যে বেঙ্কৰ পৰা পাবলগীয়া টকাৰ ওপৰত মুঠ ১,১১,০০০ (এক লাখ এঘাৰ হাজাৰ টকা) অতিৰিক্ত (Over Draft) লোৱা হৈছিল। ইয়াৰ কাৰণে আমি বেঙ্কৰপৰা অলপ অসুবিধা পাইছিলোঁ। আনকি এই অতিৰিক্ত (Over Draft) টকা পৰিশোধ নকৰালৈকে ঋণ বৃদ্ধি কৰাৰ কোনো কথা বেঙ্কে বিবেচনা নকৰে বুলিও কৈছিল। যিকি নহওক, এই মাৰ্চ্চত (১৯৯৭ চনৰ) আমি এই টকা পৰিশোধ কৰি, আমাৰ মুখ ৰক্ষা কৰিছোঁ। আশা কৰোঁ এতিয়া বৰ্দ্ধিত ঋণৰ মঞ্জুৰীৰ কথা বেঙ্কে বিবেচনা কৰিব।

## ভোক্তা সমবায়ৰ প্ৰধান লক্ষ্য কি হোৱা উচিত

এই ভোক্তা সমবায়ৰ প্ৰধান লক্ষ্য হোৱা উচিত, গ্ৰাহকৰ আৱশ্যকীয় বস্তুৰ দৰ, সীমিত কৰি ৰাখিবলৈ যত্ন কৰা। তাকে কৰিবলৈ হ'লে ডিগবৈ আৰু মাৰ্ঘেৰিটাত দুখন দোকান থাকিব লাগে, য'ত গ্ৰাহকে তেওঁলোকৰ আৱশকীয় বস্তু সস্তাত পাব। তাকে কৰিব পাৰিলে, ডিগবৈ আৰু মাৰ্ঘেৰিটা নগৰৰ বাহিৰেও এই দুখন নগৰৰ বজাৰৰ ওপৰত নিৰ্ভৰশীল গাওঁবাসীও এই দোকান দুখনৰ গ্ৰাহক হৈ পৰিব। মোৰ বিশ্বাস, সুচিন্তিতভাৱে আৰু সাৱধানতেৰে আগবাঢ়িলে, আৰু বেঙ্কে আৱশ্যকীয় পুঁজিৰ যোগান ধৰিলে, এই দোকান দুখন এই অঞ্চলৰ সৰ্ব্ববৃহৎ আৰু ভোক্তাসকলৰ কাৰণে নিৰ্ভৰযোগ্য দোকান হৈ পৰিব। বজাৰ দৰ সীমিত কৰাত সহায়ক হ'ব—ভোক্তা সমবায় কৰা সাৰ্থক হ'ব। এই কথা মোৰ অভিজ্ঞতাৰ পৰাহে কৈছোঁ। এনে দুখন দোকানৰ কাৰণে Cash-Credit loan ৰ মাত্ৰ ৫০ হাজাৰ টকা আজিৰ দিনত যে এপাচি শাকত এটা জালুকৰ নিচিনা, তাক সহজে অনুমেয়।

## —অসম অইল কোম্পানীৰ ৰাষ্ট্ৰীয়কৰণ—
## ৰাষ্ট্ৰীয়কৰণৰ আগ মুহূৰ্ত্তত ভিতৰ চ'ৰাত ভূমিকম্প আৰু ৰাষ্ট্ৰীয় কৰণ

১৯৫১ চনত গৃহীত Industrial Development and Regulation Act. 1951 অনুসৰি ব্যক্তিগত খণ্ডৰ বৃহৎ উদ্যোগ সমূহৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণৰ সূচনা কৰিছিল। ১৯৫৫

চনৰ ২১, ২২ আৰু ২৩ জানুৱাৰী তাৰিখে আবাদিত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৬০তম অধিবেশনত 'Social Pattern of Society' (সমাজবাদী আৰ্হিৰ সমাজ) গঠনৰ প্ৰস্তাব গৃহীত হৈছিল। এই প্ৰস্তাব অনুসৰি ১৯৫৬ চনত উদ্যোগ নীতিৰ ওপৰত লোৱা প্ৰস্তাব ক্ৰমে ব্যক্তিগত খণ্ডৰ, তেল উদ্যোগকে ধৰি, প্ৰধান প্ৰধান উদ্যোগ সমূহত বৰ্দ্ধিত হাৰত চৰকাৰী নিয়ন্ত্ৰণ প্ৰবৰ্ত্তন কৰিছিল।

১৯৭১ চনত ভাৰত চৰকাৰে ভাৰতৰ তেল উদ্যোগক ৰাষ্ট্ৰীয়কৰণৰ ইচ্ছা প্ৰকাশ কৰিছিল। এই খবৰ জনাৰ লগে লগে কোম্পানীয়ে ৰাষ্ট্ৰীয় কৰণৰ আগমুহূৰ্ত্তলৈকে যিমান পাৰি মুনাফা কৰি নিজ দেশলৈ পাঠাবলৈ আৰু ৰাষ্ট্ৰীয় কৰণৰ সময়ত সৰ্ব্বাধিক ক্ষতিপূৰণ পোৱাৰ ব্যৱস্থা কৰিবলৈ, গোপনে কিছুমান কাম কৰি আছিল। কিছুমান অধিক মূল্যবান উৎপাদিত বস্তুৰ যেনে—লুব্ৰিকেটিং (Lubricating) তেলৰ মূল্য বৰ বেছি আৰু চৰকাৰক আবকাৰী শুল্কও বেছি দিব লাগে। কিন্তু লগতে উৎপাদিত Jute Batching Oil আৰু Flushing Oil ৰ দাম বহুতো কম। এই দুইবিধ তেলৰ আবকাৰী শুল্কও যথেষ্ট ৰেহাই পাইছিল। সেয়ে লুব্ৰিকেটিং তেলক Jute Batching আৰু Flushing Oil বুলি কেলটেক্সৰ জৰীয়তে বিক্ৰী কৰি চৰকাৰক টেক্স ফাঁকি দিছিল। ইয়াৰ দ্বাৰা কোম্পানী আৰু এই প্ৰক্ৰিয়াৰ লগত জড়িত সকলেও ব্যক্তিগতভাবে লাভবান হৈছিল। ১৯৭৪ চনত প্ৰশাসনৰ ওপৰ মহলত মনোমালিন্য হোৱাত কিবাকৈ কথাটো ওলাই পৰিলত শুল্ক বিভাগে অকস্মাতে এদিন কোম্পানীৰ ডিগবৈ অফিচত তালাচি চলাই এই সংক্ৰান্তৰ সকলো নথি পত্ৰ জব্দ কৰি লৈ গৈছিল। তদন্তৰ অন্তত কোম্পানীয়ে চৰকাৰক বহু কৌটি টকা দিবলগীয়া হৈছিল আৰু ১৯৭৫ চনৰ মাজ ভাগত জেনেৰেল এন. চি. ৰ'লি (Lt. General N. C. Rewlly) জেনেৰেল মেনেজাৰ হৈ আহিছিল। **ইয়াৰেই পৰিণাম স্বৰূপে ১৯৮১ চনৰ ১৪ অক্টোবৰ তাৰিখে ফাঁকি দিয়া টেক্সৰ বাবদ পাবলগীয়া কেইবা কৌটি টকা কাটি ৰাখি মাত্ৰ ১০ লাখ টকা কোম্পানীক দি ৰাষ্ট্ৰীয়কৰণ কৰিছিল।**

কোম্পানীৰ টেক্স ফাঁকিৰ সম্পূৰ্ণ প্ৰক্ৰিয়াটো থকা এই চাঞ্চল্যকৰ খবৰটো প্ৰথম ১৯৭৫ চনৰ মে মাহৰ প্ৰথম সপ্তাহত সাপ্তাহিক নীলাচলত প্ৰকাশ পাইছিল। সেই মাহতে ২৮ তাৰিখৰ সাপ্তাহিক নীলাচলত 'ডিগবৈৰ নিজস্ব সংবাদ দাতা'ৰ নামত "ডিগবৈ তেল কোম্পানীত আচলেতে কি ঘটিছে" শীৰ্ষক শিতানত কোম্পানীৰ উত্তৰ প্ৰকাশ হৈছিল।

'নিজস্ব সংবাদ দাতা'ৰ এই বিৱৰণ পঢ়াৰ পাচত সেই সময়ত ডিগবৈৰ জনমানসত চাঞ্চল্যৰ সৃষ্টি হৈছিল। ৰাইজৰ ইচ্ছানুসৰি মই ৰাজহুৱা সভা এখন আহ্বান কৰিছিলোঁ। গান্ধী মৈদানত সমবেত হোৱা এই বিৰাট ৰাজহুৱা সভাই ইয়াৰ উচিত বিচাৰ আৰু দোষীৰ শাস্তি বিধানৰ দাবী কৰিছিল। ডিগবৈ কলেজৰ প্ৰবক্তা হিতেন শৰ্ম্মাই সভাপতিত্ব কৰিছিল। এই সভাই তেলৰ বাহিৰেও কোম্পানীৰ ভিতৰ চ'ৰাত চলি থকা আৰু বহু দুৰ্নীতিৰ কথা আলোচনা কৰিছিল। ১৯৭৫ চনৰ ২৫ জুন তাৰিখে সাপ্তাহিক নীলাচল সংখ্যাত 'জনমত' (নাম প্ৰকাশ নকাৰকৈ) এই সংক্ৰান্তত লিখা চিঠি এখন প্ৰকাশ পাইছিল। কোম্পানীয়ে ইয়াৰ উত্তৰত নিজৰ মন্তব্য নীলচলত প্ৰকাশ কৰাৰ পাচত নীলাচলে এই বিষয়ে আৰু কোনো বাদানুবাদ প্ৰকাশ নকৰে বুলি লিখি দিছিল। 'জনমত'ৰ উক্ত চিঠিখনৰ পূৰ্ণ পাঠ তলত দিয়া হ'ল।

## "ডিগবৈ কোম্পানীত আচলতে কি ঘটিছে"

**"সাপ্তাহিক নীলাচলৰ ১৯৭৫ চনৰ ২৮ মে সংখ্যাত প্ৰকাশিত আৰু নীলাচলৰ**

ডিগবৈস্থিত নিজস্ব সংবাদদাতাৰ দ্বাৰা পৰিবেশিত "ডিগবৈ তেল কোম্পানীত আচলতে কি ঘটিছে" শীৰ্ষক বাতৰি তথা টিকাটি মনোযোগেৰে পঢ়িছোঁ। আপোনাৰ নিজস্ব সংবাদ দাতাই অতি সুন্দৰভাবে কোম্পানীৰ উচ্চ পদস্থ বিষয়া কেইগৰাকীৰ তথা অসম অইল কোম্পানীৰ পৰোক্ষ মুখপাত্ৰ হিচাপে সম্ভৱতঃ কোম্পানীয়ে বিচৰা অনুযায়ী বাতৰি বা তেখেতৰ ভাষ্য পৰিবেশন কৰাত কৃতকাৰ্য্য হোৱাৰ কাৰণে আমি তেখেতৰ শলাগ লৈছোঁ। উল্লেখযোগ্য যে এই নিজস্ব সংবাদদাতা জন কোম্পানীৰ এজন চাকৰিয়াল আৰু সেয়ে তেখেতে নিজৰ ভৱিষ্যৎ চাই কোম্পানীৰ ভিতৰ চ'ৰাত ঘটা সন্দেহজনক দুৰ্নীতিসমূহৰ কাৰণে ডিগবৈৰ ৰাইজৰ মাজত হোৱা আন্দোলনৰ গুৰুত্ব কমাই দি, ডাঃ প্ৰহ্লাদ কুমাৰ বৰুৱাৰ পদ মৰ্য্যাদা হ্ৰাস কৰি কৰা বিষয়টোক অতি নগণ্য হিচাপে দেখুৱাই, ডাঃ বৰুৱাৰ বিৰুদ্ধে উলিওৱা বেনামীখনৰ বিষয়বস্তু সুন্দৰৰূপে প্ৰকাশ কৰি, কোম্পানীৰ মুখপাত্ৰই দিয়া উক্তিক যোগ্যতাৰে সৈতে নীলাচলৰ দৰে এখন জনপ্ৰিয় কাকতত প্ৰকাশ কৰিবলৈ সমৰ্থ হোৱাত আমি আনন্দ পাইছোঁ। কিয়নো—তেখেতৰ কিবা সুনাম হ'লে আমাৰে এজনৰ সুনাম হ'ব। কিন্তু বেয়া পাইছোঁ এটা কথাত যে, নিজস্ব সংবাদ দাতাৰ এনে ধৰণৰ এক পক্ষীয় বাতৰি পৰিবেশনৰ দ্বাৰা লোক চক্ষুৰ আগত নীলাচলৰ দৰে নিৰ্ভীকভাবে অন্যায়ৰ বিৰুদ্ধে মাত মাতি অহা কাকত এখনৰ সুনাম কিজানি হ্ৰাস হয়। অৱশ্যে আজিৰ দিনত নিজৰ ভৱিষ্যৎ ভাবি কাম কৰাটো বুদ্ধিমানৰ কাম।

## "আন্দোলনৰ মূল কথা"

'নিজস্ব সংবাদাতা'ই বোধহয় এইটো কথা অস্বীকাৰ নকৰিব যে, ডাঃ প্ৰহ্লাদ কুমাৰ বৰুৱাই তেখেতৰ ব্যক্তিত্ব, প্ৰয়োজনীয় যোগ্যতা আৰু জাতীয়তাবোধৰ দ্বাৰা কোম্পানীৰ ওপৰ মহলৰ ন্যস্ত স্বাৰ্থ জড়িত কিছু সংখ্যক অফিচাৰৰ বাহিৰে, জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে ডিগবৈৰ জনসাধাৰণৰ মাজত এক বিশেষ স্থান অধিকাৰ কৰি আহিছে। তেখেতৰ এই প্ৰবল জতীয়তাবোধৰ কাৰণেই আজি বহু বছৰৰপৰাই কোম্পানীৰ ওপৰ মহলৰ এক শ্ৰেণীৰ লোকৰ তেখেত অপ্ৰিয় হৈ আহিছে। তেখেতক ন্যায্য প্ৰাপ্যৰপৰা বঞ্চিত কৰিবলৈ আজি বহুদিনৰপৰাই এটা ভিতৰুৱা ষড়যন্ত্ৰ চলাৰ কথাটো ৰাইজে উমান নোপোৱা নহয়। কিন্তু তেখেতে অকল নিজৰ যোগ্যতা আৰু ব্যক্তিত্বৰ দ্বাৰা ষড়যন্ত্ৰকাৰীৰ সকলো পুৰুষাৰ্থ নেওচি, নিজক বৰ্ত্তমান পৰ্য্যায়ত প্ৰতিষ্ঠিত কৰিবলৈ সমৰ্থ হৈছে। যি চমু কালচোৱাত তেখেত কোম্পানীৰ অস্থায়ী জেনেৰেল মেনেজাৰ পদত আছিল, সেই সময়তেই তেখেতে কোম্পানীৰ ভিতৰ চ'ৰাত চলা কিছুমান দুৰ্নীতিৰ উমান পাই, তৎক্ষণাৎ এটা তদন্ত কমিটি কৰি দিছিল আৰু সেই তদন্ত ক্ৰমেই এজন অফিচ সহকাৰীসহ এজন উচ্চ পদস্থ বিষয়াই পদত্যাগ কৰিবলৈ বাধ্য হৈছিল। তেখেতৰ এই কাৰ্য্যত জনসাধাৰণ উৎসাহিত হৈছিল কিন্তু কোম্পানীৰ ওপৰ মহল সন্ত্ৰস্ত হৈছিল। আমি শুনামতে হেনো ডাঃ বৰুৱা উচ্চ ক্ষমতাসম্পন্ন পদত থকা হ'লে বহুত বৌ-বৰালীও দুৰ্নীতিত অভিযুক্ত হ'লহেতেন। সেয়ে, স্থায়ী জেনেৰেল মেনেজাৰ ঘূৰি অহাৰ লগে লগে ডঃ বৰুৱাৰ বিৰুদ্ধে ব্যূহ ৰচনা হ'ল আৰু এদিন হঠাতে তেখেতক প্ৰকৃত পক্ষত এটা ক্ষমতাহীন পদলৈ বদলি কৰা হ'ল। ডঃ বৰুৱাৰ এই বদলিত জনসাধাৰণৰ মাজত এক উত্তেজনাৰ সৃষ্টি হোৱা যেন দেখি কোম্পানীৰ উচ্চ পদস্থ বিষয়া কেইগৰাকী মানে বিভিন্ন স্তৰত, বিভিন্ন মানুহক ব্যক্তিগত ভাবে মাতি নি, ডঃ বৰুৱাই কৰা 'অমাৰ্জ্জনীয়' দোষবোৰৰ বিষয়ে কৈ, কোম্পানীয়ে কৰা কামৰ যথাৰ্থতা প্ৰমাণ কৰিবলৈ আৰু জনসাধাৰণৰ মানসত ডঃ বৰুৱাক হেয় প্ৰতিপন্ন

কৰিবলৈ চেষ্টা কৰে। ড০ বৰুৱাৰ বঙলাত আৰু তেখেতৰ অনুগামী সকলৰ চলন ফুৰণ নিৰীক্ষণ কৰিবৰ কাৰণে, কোম্পানীয়ে নিজস্ব চোৰাং চোৱা নিয়োগ কৰে। কেইদিনমানৰ পিচতেই ড০ বৰুৱাৰ বিৰুদ্ধে এখন বেনামা প্ৰচাৰ কৰা হয়। মন কৰিবলগীয়া কথা যে, ওপৰত লিখামতে অফিচাৰসকলে মানুহক মাতি নি ড০ বৰুৱাৰ বিৰুদ্ধে যিকেইটা কথা কৈছিল, ঠিক সেই কেইটাই হুবহু এই বেনামাখনত প্ৰকাশ পাইছিল। গতিকে জনসাধাৰণে উক্ত অফিচাৰসকলেই এই বেনামাৰ গুৰি ধৰোঁতা বুলি সন্দেহ কৰে আৰু এই কাৰ্য্যক ড০ বৰুৱাৰ বিৰুদ্ধে এটা অতি নীচ ষড়যন্ত্ৰ বুলি ভাবে। এই বেনামাৰ বিষয় বস্তুৰ ওপৰত অনুসন্ধান চলাই, ৰাইজে জানিব পাৰিলে যে, প্ৰকৃত পক্ষে ডা০ বৰুৱাৰ কোনো দোষ নাই, বৰং অন্যান্য উৰ্দ্ধতন বিষয়াহে সেইবোৰ দোষত দোষী। এই বিষয়টোৰ ওপৰত যোৱা ২১।৪।৭৫ তাৰিখে অধ্যাপক হিতেন শৰ্ম্মাৰ সভাপতিত্বত বহা এখন ৰাজহুৱা সভাত গ্ৰহণ কৰা ৮ম প্ৰস্তাৱত আলোচনা কৰা হয় আৰু পোনপটীয়াভাবে জেনেৰেল মেনেজাৰক পোন্ধৰটা প্ৰশ্ন সোধা হয়। কিন্তু দুৰ্ভাগ্যবশতঃ আজিলৈকে এই প্ৰশ্ন সমূহৰ উত্তৰ পোৱা নগ'ল। উক্ত ৰাজহুৱা সভাই সৰ্ব্বসন্মতভাবে আৰু এটা প্ৰস্তাৱ গ্ৰহণ কৰে। এই সকলোবোৰ প্ৰস্তাৱ আছিল কিছুমান অফিচাৰে কৰা দুৰ্নীতিমূলক কামৰ ওপৰত। এই ৰাজহুৱা সভাৰ পিচত বিভিন্ন বাতৰি কাকতত কোম্পানীৰ কিছুমান অফিচাৰৰ বিৰুদ্ধে নানা দুৰ্নীতিৰ অভিযোগবোৰৰ বিষয়ে চিঠি পত্ৰও কাকতত প্ৰকাশ পাইছে। ইতিমধ্যে কেন্দ্ৰীয় আবকাৰী বিভাগে যোৱা ২৮।৪।৭৫ তাৰিখৰপৰা কেইবাদিনো ধৰি তালাচ কৰি কোম্পানীৰ বহু ৰেকৰ্ড-পত্ৰ লৈ যায়। আমি শুনিবলৈ পাইছোঁ যে, সেই একেদিনাই, একে সময়তে হেনো কোম্পানীৰ কলিকতা, দিল্লী, বোম্বে আৰু মাদ্ৰাজত থকা কোম্পানীৰ অফিচ সমূহত আৰু এই কোম্পানীৰ সহযোগী কেষ্ট্ৰোল, বাৰ্ম্মাচেল আদি অফিচ সমূহতো আবকাৰী বিভাগে হানা দি তেওঁলোকৰ আৱশ্যকীয় নথি পত্ৰ লৈ যায়।

## "প্ৰেছ মেল আৰু কোম্পানীৰ মুখপাত্ৰৰ উক্তি"

'নিজস্ব সংবাদদাতা'ই যোৱা ৯ মে তাৰিখে স্থানীয় সাংবাদিকৰ এটা দলে কেইবাজনো সৰ্বভাৰতীয় সংবাদদাতা আৰু একাধিক বাতৰি প্ৰতিষ্ঠানৰ সদস্যক লৈ, কোম্পানীক লগ কৰাৰ কথা লিখিছে, কিন্তু আমি নিশ্চিতভাবে জানোঁ যে, কোম্পানীয়েহে এই সংবাদদাতা সকলক নিমন্ত্ৰণ কৰি নিছিল—সংবাদদাতাসকলে নিজে গৈ লগ ধৰা নাছিল। তদুপৰি স্থানীয় বাতৰি কাকতেই হওক বা সৰ্ব্ব ভাৰতীয় বাতৰি কাকতেই হওক, পি. টি. আইৰ সংবাদদাতাজনৰ বাহিৰে সকলো কেইজনেই কোম্পানীৰ চাকৰিয়াল' (এইখিনিতে উল্লেখযোগ্য যে, পি টি আইৰ সংবাদদাতাজনৰ বাহিৰে বাকী সংবাদদাতা সকল কোম্পানীৰ চাকৰিয়াল হোৱাত বোধহয় তেওঁলোকৰ নিজা অসুবিধাৰ কাৰণেই ওপৰত লিখা ৰাজহুৱা সভাৰ কোনো কথাই কোনো কাকতত প্ৰকাশ নাপালে)। আমি আৰু জানিব পাৰিছোঁ যে, মাৰ্ঘেৰিটাৰপৰা পি টি আইৰ সংবাদদাতাজনক অনাত, 'নিজস্ব সংবাদদাতা'ই আগভাগ লৈছিল। তদুপৰি, পি টি আইৰ বাহিৰে কোনো বাতৰি প্ৰতিষ্ঠানৰ সংবাদদাতা ইয়াত উপস্থিত নাছিল। যি কি নহওক, প্ৰেছ মেল হৈ গ'ল। প্ৰেছৰ যোগেদি কোম্পানীৰ মুখপত্ৰৰ উক্তি, কেইখনমান বাতৰি কাকতত দিয়া, কোম্পানীৰ উচ্চপদস্থ বিষয়াৰ দুৰ্নীতিৰ অভিযোগ অস্বীকাৰ কৰা বিবৃতি, কোম্পানীৰ নিজা ঘৰুৱা বাৰ্ত্তালোচনী 'বাতৰি'ত নানা ফটো সহ প্ৰকাশিত প্ৰতিবেদন আদি, আমি দেখিছোঁ। শেষত আপোনাৰ নীলাচলত প্ৰকাশিত 'নিজস্ব সংবাদদাতা'ই পৰিবেশন কৰা তেখেতৰ ভাষ্যও

পঢ়িলোঁ। কোম্পানীৰ উচ্চ পদস্থ বিষয়াসকলে তেখেতসকলৰ নির্দোষিতা প্রমাণ কৰিবলৈ এনেদৰে ওলাই অহাত আমি তেখেতসকলক ওলগ জনাইছোঁ। কিন্তু এই বিবৃতিবোৰ পঢ়ি আমাৰ মনত কেইটামান প্রশ্ন জাগিছে। এই প্রশ্নবোৰৰ সমাধান পালে আমি অত্যন্ত সুখী হ'ম। আমাৰ বিশ্বাস কোম্পানীৰ অফিচাৰসকলে নিজক দুর্নীতিৰ উৰ্দ্ধত ৰখাৰ প্ৰমাণ হ'লে ৰাইজো পৰম তৃপ্ত হ'ব।

কোম্পানীৰ বিৰুদ্ধে দুৰ্নীতিৰ অভিযোগ সমূহৰ ভিতৰত এটা আছিল, উৎপাদিত তেলৰ নাম বদলি কৰি, বিক্রী কৰি চৰকাৰক শুল্ক ফাঁকি দিয়া। এই অভিযোগ আবকাৰী বিভাগৰ দোহাই দি কোম্পানীৰ মুখপাত্ৰই অস্বীকাৰ কৰিছে। ইতিমধ্যে এই বিষয়টো কেন্দ্রীয় চৰকাৰৰ তদন্তাধীন হৈ থকাত আমি এই বিষয়ে একো ক'ব খোজা নাছিলোঁ। কিন্তু মুখপাত্ৰই তদন্তৰ ফলাফললৈ বাট নাচাই অভিযোগ অস্বীকাৰ কৰাত আমিও দুটামান স্পষ্টীকৰণ বিচাৰিবলৈ বাধ্য হ'লোঁ। কোম্পানীয়ে অনুগ্রহ কৰি স্পষ্টীকৰণ দিলে ভাল পাম।

(ক) মুলতঃ এ.ও.চি. ৰিফাইনাৰীত উৎপাদিত Flushing Oil আৰু B.O.C. 50ৰ ওপৰত সমান শুল্ক আছিল যদিও ১৯৭১ চনৰপৰা তলত দিয়া ধৰণে চৰকাৰে এই দুটা তেলৰ ওপৰত অতিৰিক্ত শুল্ক বহুৱা কথাটো সঁচানে মিছা?

Excise Duties (Rs./K.L. at 150 C)

| Date of | BOC 50 | | | Flushing Oil | | |
|---|---|---|---|---|---|---|
| Duty Revision | Basic | Addl. | Total | Basic | Addl. | Total |
| 3-9-71 | 45.00 | 460.00 | 505.00 | 45.00 | 161.70 | 206.70 |
| 23-6-73 | 110.44 | 460.60 | 571.04 | No Change | | |
| 3-9-73 | 110.44 | 693.60 | 804.04 | No Change | | |
| 4-3-74 | 199.99 | 693.60 | 893.59 | No Change | | |

সেইদৰে BOC 50 আৰু BOC 40 ৰ ওপৰত লগোৱা অতিৰিক্ত শুল্কবো নিম্নলিখিত তালিকা সঠিক হয়নে নহয়?

| Effective | BOC 50 | | | BOC 40 | | |
|---|---|---|---|---|---|---|
| Date | Basic | Addl. | Total | Basic | Addl. | Total |
| 3-9-71 | 45.00 | 460.60 | 505.60 | 45.00 | 460.00 | 505.00 |
| 23-6-73 | 110.44 | 460.60 | 571.04 | No Change | | |
| 3-9-73 | 110.44 | 693.60 | 804.04 | No Change | | |
| 4-3-74 | 199.99 | 693.60 | 893.59 | No change | | |

এইটো সঁচা হয় নে যে, শ্ৰীশান্তি লাল চাহৰ নেতৃত্বত তেলৰ মূল্য নিৰ্দ্ধাৰণ কমিটিয়ে দাখিল কৰা প্রতিবেদনে ২১-৯-৭২ তাৰিখৰপৰা কাৰ্য্যকৰী হোবাৰ পাচত আৰু নিৰ্দ্দেশ অনুসৰি

Lubricating Oil ৰ (BOC 50 আৰু BOC 250) উৎপাদন কমাই উচ্চ ক্ষমতা সম্পন্ন ডিজেল ((High Speed Diesal) তেলৰ উৎপাদন বঢ়াই দিবলৈ চৰকাৰে চাপ দিয়াৰ পিচত কোম্পানীয়ে চৰকাৰক আভুৱা ভৰি, BOC 50 ক Flushing Oil বুলি তেওঁলোকৰ সহযোগী কোম্পানী কেষ্ট্ৰোলৰ জৰীয়তে বিক্ৰী কৰি, অতিপাত মুনাফা লৈছিল আৰু লগতে চৰকাৰৰ চকুত ধূলি দি, শুল্ক ফাঁকি দিছিল?

(খ) কোম্পানীয়ে জনাব নে, ১১-৯-৭২ চনৰ পিচত আজিলৈকে তেওঁলোকে কিমান পৰিমাণৰ তথাকথিত Flushing Oil উৎপাদন কৰিলে? আৰু জনাবনে যে, ১১-৯-৭২ চনৰ পিচত যেতিয়া বাৰ্মা তেল কোম্পানীয়ে মাত্ৰ বছৰি ১০০ কিলোলিটাৰ Flushing Oil ৰ বজাৰহে পাইছিল আৰু যিসময়ত সমগ্ৰ কলিকতাত বছৰি মাত্ৰ ২৪০ কিঃলিঃ Flushing Oil ৰ হে বজাৰ আছিল, সেই সময়ত অসম তেল কোম্পানীয়ে ১৬০০০ কিঃলিঃৰো অধিক Flushing Oil উৎপাদন কৰাৰ অৰ্থ কি আছিল? এইটো সঁচা নহয়নে যে, চৰকাৰৰ চকুত ধূলি দি লুব্ৰিকেটিং অইলকে Flushing Oil বুলি Castrol ক বিক্ৰী কৰা হৈছিল? BOC 50 য়েই Castrol ৰ Marshal 6 হয়নে নহয়? এই সন্দৰ্ভত কোম্পানীয়ে বোধহয় তলত দিয়া চিঠি দুখন অস্বীকাৰ নকৰিব।

Castrol Limited
White House
91, Walkswar Road
Bombay - 400006
May 1, 1973

Ref. CAS/MKTG 44.10
General Manager
Assam Oil Company Ltd.
P.O. Digboi
Assam

Dear Sir,

Digboi Lubricants BOC Flushing Oil

Thank you for your letter Ref. DMC/10/40 of 25th April 1973 and we would like to presume that our Instalations in Bombay, Calcutta and Madras do store BOC-50 and BOC Flushing Oil seperately, that these two grades are sold under different brand names viz. Marshal 6 and Marshal 4 respectively, is quite apart.

Yours faithfully
Castrol Limited
**Sd/- M.Y. Gaitoude**
Marketing Manager
Confidential Tachnical Manager
18-4-1973

Actg. Finance Manager
D/o ACS/F. 2299/205
Flushing Oil

Please find enclosed a copy of the minutes of discussion held on 4-4-1973,

USB. Ik Encl :
Ce, Ce, Rs. DM
**Sd/- U.S. Bagshi**
For Actg. Finance Manager

এতিয়া 'নিজস্ব সংবাদদাতা'ই কোম্পানীৰপৰা ওপৰৰ প্ৰথম চিঠিত উল্লেখিত অসম তেল কোম্পানীৰ জেনেৰেল মেনেজাৰৰ ২৫-৪-৭৩ তাৰিখৰ DMC/10-140 নং চিঠিখন আৰু ২য় চিঠিখনত উল্লেখিত ৪-৪-৭৩ তাৰিখত হোৱা আলোচনাৰ কাৰ্য্য বিৱৰণীখন আনি প্ৰকাশ কৰি, ৰাইজৰ সন্দেহ দূৰ কৰিবলৈ অনুৰোধ জনালোঁ। আশাকৰোঁ, কোম্পানীয়ে অতি আগ্ৰহেৰে শুল্ক ফাঁকি নিদিয়া বুলি কৰা প্ৰচাৰৰ সত্যতা প্ৰমাণ কৰিবলৈ এইখিনি কথা প্ৰকাশ কৰিব। কোম্পানীয়ে এই দুটা বিষয় প্ৰকাশ কৰিলেই কোম্পানী কিমান সঁচা, আৰু কোম্পানীৰ মুখপাত্ৰই কোৱামতে আবকাৰী বিভাগক কিমান বিশ্বাসত ৰাখি, কোম্পানীয়ে কাম কৰিছিল তাক ৰাইজে বুজি পাব আৰু কোম্পানীৰো পথ পৰিস্কাৰ হ'ব। এই বিষয়ত আৰু বেছি দূৰলৈ যাব নোখোজোঁ।

(খ) ড০ প্ৰহ্লাদ কুমাৰ বৰুৱা একটিং জেনেৰেল মেনেজাৰ হৈ থাকোঁতে, বিশেষকৈ মাৰ্কেটিং বিভাগত শিপোৱা দুৰ্নীতিৰ বিষয়ে তদন্ত কৰিবলৈ এখন কমিটি কৰি দিছিল। সেই কমিটিয়ে তেওঁলোকৰ প্ৰতিবেদন দাখিল কৰিছে। কিন্তু প্ৰতিবেদনৰ ওপৰত ব্যৱস্থা গ্ৰহণ কৰাৰ সময়তেই ডও বৰুৱাক গুচাই দিয়া হৈছিল। এতিয়া কোম্পানীয়ে মানুহৰ সন্দেহৰ বাহিৰত থাকিবলৈ সেই প্ৰতিবেদনখন প্ৰকাশ কৰিবনে? এইটো সঁচা হয়নে নহয় যে, মাৰ্কেটিং বিভাগতে তিনি হাজাৰ বস্তা চিমেণ্টৰ বাৰশ বস্তা চিমেণ্ট নাই? এইটোও বোধহয় মিছা নহয় যে, বৰ্ত্তমান এই চিমেণ্টৰ বিষয়টো পুলিচ কৰ্তৃপক্ষৰ তদন্তাধীন।

(গ) ডিগবৈ তিনিচুকীয়া পাইপ লাইন সংক্ৰান্তত উঠা অভিযোগ খণ্ডনৰ কাৰণে কোম্পানীয়ে প্ৰেছৰ প্ৰতিনিধিসকলক নি, দুই এঠাইত খালী পাইপৰ ঘনত্ব দেখুৱাই এই অভিযোগ মিছা বুলি ক'বলৈ প্ৰয়াস কৰিছে। আমাৰ ধাৰণা যে, কোনো এজন প্ৰতিনিধিয়েই পাইপ বিশেষজ্ঞ নহয় আৰু দেখুৱা পাইপবোৰ নতুন নে পুৰণি তাক ঠাৱৰ কৰাৰ ক্ষমতাও বোধহয় প্ৰতিনিধি সকলৰ নাই। কোম্পানীয়ে 'বাতৰি'ত নতুন পাইপ কিনাৰ প্ৰমাণ দিছে। অভিযোগটোত নতুন পাইপ নিকিনা বুলি কোৱা নাছিল। ২২ মাইলৰ মাত্ৰ ৭ মাইল বদলি কৰি বাকী ১৫ (পোন্ধৰ) মাইল ৰাস্তাত নতুন পাইপ বদলি নকৰাকৈয়ে ২২ মাইলৰ টকা খোৱা বুলি আৰু ১৫ মাইলৰ নতুন পাইপ আৰু ৭ মাইলৰ পুৰণি পাইপ বোৰেত এটা কোম্পানীক বিক্ৰী কৰা বুলি কোৱা হৈছিল। এতিয়া কোম্পানীয়ে সেই অভিযোগ অস্বীকাৰ কৰিছে। বদলি কৰা পুৰণি পাইপবোৰ কোম্পানীয়ে নানা কামত ব্যৱহাৰ কৰাৰ পিচত বাকীখিনিহে কোম্পানীৰ Stockত জমা হৈছে বুলি কোৱা হৈছে। এইখিনিতে ৰাইজৰ সন্দেহ দুৰ কৰাৰ কাৰণে তলত দিয়া কথা কেইটাৰ জবাব কোম্পানীয়ে দিলে ভাল হয়।

কোম্পানীৰ নিয়মমতে পোনতেই এই বদলি কৰা পুৰণি পাইপবোৰ কোম্পানীৰ Stockত জমা হ'ব লাগিছিল আৰু তাৰ লগত বিভিন্ন কামৰ কাৰণে নিৰ্দ্দিষ্ট indent দি সেই পাইপ ব্যৱহাৰ কৰিব লাগিছিল। ইয়াৰ ব্যতিক্ৰম হোৱাত Stock ত জমা নোহোৱাকৈয়ে বাহিৰে

বাহিৰে বিভিন্ন কামত, ব্যক্তিগত মানুহৰ ইচ্ছা অনুযায়ী কৰা বুলি ক'লে সন্দেহৰ অবকাশ নাথাকিব জানোঁ? কোম্পানীৰ মতে "..........the red oil No. 1 originally commissioned in 1928 became badly .............. up and developed leaks at several places. In 1968 the company, therefore, decided to replace the 4" line with a 6" line". আকৌ "............. the project of laying the pipelines commenced in September 1972".......

এনেদৰে পুৰণি হৈ তেল বহনৰ অযোগ্য হোৱা এই পাইপবোৰ কোম্পানীয়ে ব্যৱহাৰ কৰা দেখুৱাইছে এনেদৰে ".............the old pipelines recovered in the process of replacement were used in laying an additional water line from the Company's water pumping station at Nazirating to Digboi, laying of air and water lines in the refinery, structural fabrications for security fencing in the oil field areas and the balance quantity was taken to stock."

এতিয়া প্ৰশ্ন হ'ল, এই পাইপবোৰ পানী কঢ়িওৱাৰ কাৰণে উপযুক্ত আছিলনেকি? আৰু কোম্পানীয়ে দেখুৱা ধৰণে পাইপ ব্যৱহাৰ কৰা দেখুৱালে মানুহে স্বভাৱতে সন্দেহ নকৰিব জানোঁ?

যি কি নহওক, আমাৰ বিশ্বাস কোম্পানীৰ নিশ্চয় সঠিক হিচাপ আছে, আৰু এইবোৰৰ এটা Stock ladger আছে। এনে অৱস্থাত Stock লৈ পাইপবোৰ নিদিয়াকৈ, বাহিৰে বাহিৰে কিদৰে ব্যৱহাৰ কৰা হ'ল তাক আমি বুজা নাই।

(ঘ) ডেৰিক বিক্ৰীৰ অভিযোগৰ বিষয়ে কোম্পানীক আমাৰ সুধিবলগীয়া এইযে, ৰাজহুৱা সভাৰ প্ৰস্তাৱ অনুসৰি ডেৰিকবোৰৰ কিছুমান নীলামদাৰ Mackenjie Lyall এ নীলামত বিক্ৰী কৰিছিল আৰু কিছুমান ঈশ্বৰ দাস জালান নামৰ এজন মানুহক বিক্ৰী কৰা হৈছিল। কথাটো সঁচা নে মিছা? যদি সঁচা, তেনেহ'লে কেতিয়া, কিমান ডেৰিক, কিমান দামত, নীলামত বিক্ৰী কৰা হৈছিল আৰু কেতিয়া, কিমান ডেৰিক, ঈশ্বৰ দাস জালানক বিক্ৰী কৰা হৈছিল? কোম্পানীৰ স্থায়ী নীলামদাৰ থকা স্বত্ত্বেও ব্যক্তিগত মানুহজনক বিক্ৰী কৰোঁতে, কি নিয়ম পালন কৰা হৈছিল? এই বিষয়ত প্ৰমাণযোগ্য নথি পত্ৰ থাকিলে প্ৰকাশ কৰিবলৈ কোম্পানীক অনুৰোধ জনালোঁ।

(ঙ) Filter Press Blanket ৰ অভিযোগৰ বিষয়ত কোম্পানীয়ে সন্দেহ মুক্ত কৰিব পৰা নাই। কোম্পানীৰ নিজৰ কথাতেই "A controversy developed at the plant these have since been sorted out.

The comparative performance and durability of both blankets are being studied by an independent team and the results so far have been very encouraging."

ইয়াৰদ্বাৰা কোম্পানীয়ে স্বীকাৰ কৰিছে যে filter press blanket ৰ ক্ষেত্ৰত বিবাদ কিন্তু এটা আছে যাৰ কাৰণে 'study team' কৰিবলগীয়া হৈছিল। কিন্তু এই 'study team'ৰ সদস্যসকল কোন আছিল? আমি জনাত Filter Press Blanketৰ সকলো কাম ৰিফাইনাৰী মেনেজাৰজনৰ পৰামৰ্শমতে হৈছিল। এতিয়া কোম্পানীয়ে কৰি দিয়া 'Sudy team' সঁচাকৈয়ে ৰিফাইনাৰী মেনেজাৰ জনৰ প্ৰভাৱ মুক্ত জানো? আমি জনাত, এই Study team ৰ সৰহ সংখ্যক সদস্যই হ'ল উক্ত মেনেজাৰৰ অধীনস্থ কৰ্মচাৰী আৰু বাকী সকলো পৰোক্ষভাৱে

তেখেতৰ প্ৰভাৱাধীন। এনে অৱস্থাত 'Independent team' হ'ল কেনেকৈ? আমি জনাত Filter Press Blanket ৰ কথাটোৱেই কোম্পানীৰ ভিতৰ চ'ৰাত এক আন্দোলন আৰু উত্তেজনা সৃষ্টি কৰিছিল। এই বিষয়ে কোম্পানীৰপৰা স্পষ্টীকৰণ পোৱাৰ পিচতহে আমাৰ কিবা ক'বলগীয়া থকিলে ক'ম।"

—"জনমত, ডিগবৈ"

কোম্পানীৰ ফাঁকি আৰু দুৰ্নীতি ধৰা পৰাত আৰু আমাৰ জাতীয় চৰকাৰ লাভৱান হোৱাত পৰম সন্তোষ পাইছিলোঁ কিন্তু মনৰ খুদুৱনি নমৰিল। যাৰ সাহসী পদক্ষেপত এই ফাঁকি ধৰা পৰিছিল আৰু চৰকাৰে কেইবা কৌটি টকা লাভ কৰিছিল তেওঁক পুৰস্কৃত হ'ল নে নাই গম নাপালোঁ।

## অসম অইল কোম্পানী তথা অসম অইল ডিভিজনৰ জেনেৰেল মেনেজাৰ আৰু কাৰ্য্যবাহী সঞ্চালকসকল

এবি হকিন্স (A B Howkins) ১৯০৩-১৯১৯, এইচ. বি. বুকানন (H.B Buchanan) ১৯২০-১৯২৬, এফ মেক এলিষ্টাৰ (F Mc Alister) ১৯২৬-১৯৩২, এইচ



ৰোপাৰ (H. Roper) ১৯৩২-৩৪, ডব্লিউ ফ্লেমিং (W. Fleming) ১৯৩৪-১৯৪৪, এফ. জে. ভেলেণ্টাইন (F. J Valentine) ১৯৯৪৪-১৯৪৮, ই. এইচ. এচ। লুইচ (H.S. Lewis)



১৯৪৯-১৯৫৩, ডি. চি. ৰবাৰ্টচন (D.C. Robertson) ১৯৫৩-১৯৫৭, ডব্লিউ. পি. জি. মেক্লেক্লন (W.P.G. Maclachlan) ১৯৫৭-১৯৬০, জি. এন. এচ. ৰবাৰ্টচন (G.N.S. Robertson) ১৯৬০-৬১, এ. চি. গোৱান (A.C. Gowan) ১৯৬১-৬৪, এইচ. চি. জি. ব্ৰাউন (H.C.G. Brown) ১৯৬৪-১৯৬৫, জে. ডি. ওৱাট (J.D. Watt) ১৯৬৫-১৯৭০, জে. ডব্লিউ উইলকিনচন (J.W. Wilkinson) ১৯৭০-৭২, আৰ. ৰয় চৌধুৰী (R. Roy Choudhury) ১৯৭২-৭৫, ড০ প্ৰহ্লাদ কুমাৰ বৰুৱা (এক্টিং) Dr. Prahalad Kumar Barua—১-৫-৭৪ ৰ পৰা ১০-৬-৭৫ লৈ, প্ৰথম অসমীয়া জেনেৰেল মেনেজাৰ, লেফেটেনেণ্ট জেনেৰেল এন. চি. ৰউলী (Lt. Gen. N.C. Rawlly) ১৯৭৫-১৯৮১, আৰ. গুৰু মূৰ্ত্তি (R. Guru Moorty) মুখ্য কাৰ্য্যবাহী বিষয়া নবেম্বৰ ১৯৮১-জুন ১৯৮৩, বি. এন. দত্ত (B.N. Dutta) অক্টোবৰ ১৯৮২-চেপ্তেম্বৰ ১৯৮৭, আৰ. কে. দত্ত (R.K. Dutta) জেনেৰেল মেনেজাৰ অক্টোবৰ ১৯৮৭-জুন ১৯৯১, কাৰ্য্যবাহী সঞ্চালক জুন ১৯৯১- নবেম্বৰ ১৯৯৪, এ. এন. দাস (A. N. Das) জেনেৰেল মেনেজাৰ ১৯-১১-৯৪ ৰ পৰা ৩-৩-৯৬, কাৰ্য্যবাহী সঞ্চালক ৪-৩-৯৬ ৰপৰা।

## অসম তেল সংমণ্ডল (Assam Oil Division)

অসম অইল কোম্পানী ৰাষ্ট্ৰীয়কৰণ হোৱাৰ পাচত কেন্দ্ৰীয় চৰকাৰে 'অসম অইল'ৰ সুকীয়া অস্তিত্ব নাৰাখি ভাৰতীয় তেল নিগমৰ লগত এক কৰি দিয়াৰ পৰিকল্পনা কৰিছিল। স্থানীয় স্বাৰ্থ আৰু পেট্ৰোলিয়াম উদ্যোগৰ মানচিত্ৰত চিহ্নিত 'ডিগবৈ অইল'ৰ গৌৰৱময় ঐতিহ্যৰ বিলুপ্তি হোৱালৈ লক্ষ্য কৰি, এই কাম উত্তৰ পূৰ্ব্বাঞ্চলৰ কাৰণে, বিশেষকৈ অসমৰ কাৰণে, অতি ক্ষতি কাৰক হ'ব বুলি বিবেচনা কৰিছিলোঁ।

১৯৮১ চনৰ ডিচেম্বৰ মাহৰ ৮ তাৰিখে আবেলি গম পালোঁ যে, অসমৰ ৰাজ্যপাল প্ৰকাশ মালহোত্ৰা সিদিনাখনেই গধূলি ডিগবৈলৈ আহি ৯ তাৰিখে ডিগবৈ পৰিদৰ্শন কৰিব। মই তেতিয়াই যোগাযোগ কৰি ৯ তাৰিখে ৰাতিপুৱা ৮ বজাত জেনেৰেল মেনেজাৰৰ বঙলাত (১নং বঙলা) লগ ধৰি, ৰাজহুৱা স্মাৰক পত্ৰ এখন দিয়াৰ সময় লৈছিলোঁ। সময় হাতত নাছিল। সেয়ে থাওকতে ডা০ ভূপেন্দ্ৰ প্ৰসাদ শৰ্ম্মা, ভদ্ৰ কৃষ্ণ গোস্বামী আৰু অৰুণ দত্তক লগ পাই কথাটো আলোচনা কৰিছিলোঁ। আলোচনাৰ অন্তত স্মাৰক পত্ৰখন প্ৰস্তুত কৰিবলৈ মোকেই ভাৰ দিছিল। ৰাতিৰ ভিতৰতেই স্মাৰক পত্ৰ প্ৰস্তুত কৰি আমি চাৰিজনৰ চহীৰেই ৯ তাৰিখে ৰাতিপুৱা ৮ বজাত ৰাজ্যপালৰ হাতত অৰ্পণ কৰিছিলোঁ। ৰাজ্যপালৰ সহানুভূতি সূচক প্ৰতিশ্ৰুতিত আৰু ব্যৱহাৰত আমি আশ্বস্ত হৈছিলোঁ। তলৰ উদ্ধৃতিখিনিয়েই স্মাৰক পত্ৰৰ আভাষ দিব।

* * * *
* * * *
* * * *

"(b) If A.O.C. remains as part of I.O.C., in the strategically important north eastern region virtually only one oil company shall be operating. This is strategically unacceptable for the country as any disruption in the operation of I.O.C., will paralyse economic and community life in the North

Eastern Region apart from making it vulnerable in regard to defence requirements."

"(c) Government of India has accepted the principle of the growth of healthy competition amongst the oil companies and with this end in view allowed the growth of a number of oil companies in the public sector. It is also observed that the Government allows more than one oil companies to operate in a region. The same principle should be applied in respect of north eastern region and this can be done by keeping Assam Oil which covers more than 50% of the market as an independent entity."

"(d) We understand that the Govt. has a proposal for the expansion of Digboi Refinery and we heartily welcome this proposal. It is in the fitness of things that Digboi Refinery should expand to take the full advantage of the excess crude available in the proximity. We understand that Government is planning to expand the refinery to 0.75 million ton per annum but with the finding of additional crude in this region, the Digboi Refinery should be expanded on the following grounds, at least to one and a half million tons to take full advantage of expected crude—

(1) The speciality products made by this refinery such as Wax, Aromex, CBFS etc. to meet fully the internal demand and also to export to the advantage of the country.

(2) To meet the need based demands of petroleum products of the entire eastern region maintaining a product balance with the refineries situated in the eastern region.

"(3) To encourage the growth of subsidiary industries such as pesticides, essential oil, detergents etc. so as to help the economic growth of this region. The growth of the refineries in this region should be co-ordinated with the growth of communication by road and rail to other parts of the country i.e. the extention of B.G. Rail link network right up to Tinsukia and the improvement of National Highways."

"(4) That we have reasons to apprehend on the future set-up of the Assam Oil Division, from our past bitter experience as regards working technique of our Union government in different fields against the interest of Assam economically and socially by depriving due and legitimate share of its own regions and ignoring all aspirations of the people of this region in comparison with other regions of the country. It may so happen in near future that the Assam Oil Division would be marged with Indian Oil Corporation in toto and its Head Office would be tagged to the Central Head Quarters of the Corporation which is most detrimental to the interest of this region, and the rich heritage of the Assam Oil.........."

* * *

".................We earnestly request you to stand for the interest of the State by keeping its seperate entity as it is."

কিন্তু শুনি দুখ পাইছিলোঁ যে, ১৯৭৭ চনৰ পাচত ১৯৮৩ চনলৈকে তেতিয়াৰ এ.ও.চি.

লেবাৰ ইউনিয়নৰ কমিটিয়ে হেনো কেন্দ্ৰীয় চৰকাৰক সমৰ্থন কৰিছিল অৰ্থাৎ 'অসম অইল'ক বেলেগে নাৰাখি ভাৰতীয় তেল নিগমৰ লগত মিলি যোৱাটো বিচাৰিছিল। সেয়ে নহ'লে 'অসম অইল' মজদুৰে ভাৰতীয় তেল নিগমৰ অন্যান্য মজদুৰৰ সমান সুবিধা নাপাব বুলি বিশ্বাস কৰিছিল।

অৱশ্যে ইয়াৰ বিপৰীতে অসম পেট্ৰোলিয়াম মজদুৰ ইউনিয়নৰ ডিগবৈ শাখাই ১-১১-৮৫ তাৰিখে কেন্দ্ৰীয় পেট্ৰলিয়াম মন্ত্ৰীলৈ তলত দিয়া আবেদনখন পঠাইছিল।

APMU/DB/A-3/50/85. Date : 1.11.85

The Minister of State for Petroleum, (Ind. Charge)
Government of India.
New Delhi.

Dear Sir,

Sub : ASSAM OIL DIVISION OF THE INDIAN OIL CORPORATION LTD., IDENTITY/STATUS/GROWTH.

The Assam Oil Company operating in the North Eastern States for nearly a century was taken over by the Government of India in October, 1981. After the take-over the Government vested the Digboi Oil Field to Oil India Limited while the Refinery and Marketing Organisations to the Indian Oil Corporation Limited. The Corporation formed Assam Oil into a Division like other two Divisions of Indian Oil Corporation i.e., Marketing and Refinery with integrated operation in the North Eastern Region. All the activities of the Division was retained at Digboi as was the case with the erstwhile Assam Oil Company Ltd. This situation continued till middle of 1984 when Corporation started shifting the important activities to R & P Headquarters in New Delhi and by mid-1985 the normal activities of Head' Office such as recruitment, transfer, promotion etc have been taken away to Delhi. All these activities of Indian Oil Corporation Management have been directed gradually and systematically to erode the Divisional Status of Assam Oil and to shift all activities of a Head Office from Digboi to New Delhi.

The situation has come to the fore-front when Oil Workers Union of I.O.C. Marketing Division, Eastern Region, Calcutta raised the demand in September, 1985 to disintegrate the Assam Oil Division and merge completely with other two Divisions of I.O.C. Ltd. The whole move was initiated by a small section of people having vested selfish interest and designs. The letters published by Oil Workers Union from Calcutta and perhaps without the knowledge of Central Trade Union leadership have created mass-scale reactions in the North Eastern States which could be seen from news items prominently published in regional Presses.

The Assam Petroleum Mazdoor Union, IOC Ltd. (AOD), Digboi Branch, affiliated to INTUC and NFPW is deeply concerned at the recent move to shift Head Office of the Assam Oil Division from Digboi to New Delhi eroding the identity and Divisional Status for the following reasons :

1. The move will be most inopportune and contrary to the recent Assam Accord concluded by the Honourable Prime Minister, Shri Rajib Gandhi, emphasising the industrial growth of Assam and other North East States.

2. The regional imbalance is one of the major inhibiting factor for national integration. This aspect have been recognised by the Government which is demonstrated by the brisk activities of Central leadership in restroing problems in the North Eastern States and providing impetus for SOCIO-ECONOMIC growth of the region by providing basis organisational infra-structures and by establishing HEAD OPFFICES/ REGIONAL OFFICES of improtant Governmental, Financial, Technological and Research Institutions. In fact, Mrs. Gandhi, former Prime Minister, to our knowledge, issued special directives to all major Public Sector enterprises to provide employment opportunities to the educated unemployed from the North East. This is another example of an effort to minimise regional imbalances providing opportunities to the educated unemployed to engage themselves meaningfully and productively eliminating to a great extent, the feeling of frustration which they have maintained and found expression during the Assam Agitation.

   In this context the Honourable Minister may like to ascertatin a number of qualified youths from North East who have been provided employment by the Indian Oil Corporation Ltd. at Officers Cadre from the time when the first refinery of the Corporation was commissioned at Guwahati in 1958 vis-a-vis number of local qualified youths with First Class degree in various disciplines by Oil India Limited and Assam Oil. This alone will be an index to show the Corporation's involvement in the North Eastern Region prior to take-over of Assam Oil Company.

3. The operation of Assam Oil is an integrated unit combining both Marketing and Refinery functions and is more than eight decades old. During this period the Division has established a large net-work of retail outlets in all the Seven States of the Region reaching products even to far-flung areas in Arunachal, Nagaland, Mizoram, Manipur, Tripura and Meghalaya inspite of natural calamities like floods, landslides and adverse environments created by periodical insurgencies. This was possible because of undevided attention paid by Assam Oil to the needs of the people, Intimate knowledge of the topography and rapport with the people and the Governments of the region. In fact, Assam Oil identified the problems peculiar to the North East for which the Government of India made special dispensation deviating from all India norms. Further, over 70 percent of retail trade of Petroleum Products in the North East is handled by the Assam Oil Division while the Marketing Division handles most of the bulk trade earlier handed over to them as a Public Sector Unit.

   The retail agencies, net-work of Assam Oil is nearly a thousand while the Maketing Division's net-work is about one third of it.

4. The performance both in Refinery and Marketing sides of Assam Oil Division has been better compared to other Refineries in the Corporation or in the industries. Even with ageing plants and equipments many of which are over 50 years old, the capacity utilisation of Digboi Refinery was over 100 per cent during last few years as against 92-93 per cent which is the average of other refineries.

On the Marketing side the Sales Plant achievement has been over 100 per cent. This is in addition to all the efforts directed by the Division to maintain supply of Petroleum products even under most severe conditions.

The Division has started LPG marketing ex-Duliajan Plant from middle of '82 and within the short span had generated a market with consumption over 15 thousand tons per annum, while the Marketing Divison could not achieve even in two decades.

Assam Oil is the first organisation which took the initiative to convert army kithchens in the North East maintaining the ecological balance. Further, the Division has gone into extensive additional Depot Tankage Programme in a record time without any infra-structural support from any other sources.

5. Assam Oil is the oldest Petroleum organisation not only in the country but in the entire South-East Asia. THE ASPIRATIONS OF THE PEOPLE THAT THE IDENTITY OF THIS ORGANISATION IS NOT DISTURBED. If the economy of scale is one of the considerations, the entire Marketing function in the North East should be vested in Assam Oil Division and Guwahati Refinery should also be brought into its fold making the a Full-fledged Division or a Subsidiary Company of the Corporation.

Assam Oil as a Division or a Subsidiary should be capable of social objective needs of the Region bridging regional imbalances in a total national perspective and at the same time meeting the aspirations of the people. A view of the Seven States Governments who are asociated with the working of Assam Oil over the ages would been appropriate testimony.

In view of what we have said, the Union shall be grateful if your honour would consider our prayer of maintaining of a separate indentity of Assam Oil in a total perspective and kindly issue necessary directives to the Management of Indian Oil Corporation Limited.

We remain Sir,

Yours faithfully,
***(Jada Ram Dolol)***
General Secretary,
Assam Petorleum Mazdoor Union,
IOC Ltd. (AOD)
Digboi Branch, Digboi.

Copy to :—

1. Honourable Prime Minister, Govt. of India, New Delhi.
2. Honourable Home Minister, Govt. of India, New Delhi.
3. Honourable Chief Ministers of Assam, Arunachal, Manipur, Tripura. Meghalaya, Mizoram, Nagaland.
4. Chairman, IOC Ltd.
5. Director, IOC Ltd.
6. President, INTUC, New Delhi.
7. President, NFPW, Bombay.
8. President, INTUC, Assam Branch, Guwahati.
9. General Manager, IOC Ltd. (AOD), Digboi.
10. All Press and others.

সন্তোষৰ কথা যে, শেষত চৰকাৰে ভাৰতীয় তেল নিগমৰ ভিতৰতে 'অসম অইল'ক Assam Oil Dvision (অসম তেল সংমণ্ডল) নামেৰে বেলেগে ৰখাৰ সিদ্ধান্ত লৈছিল।

কিন্তু এই সিদ্ধান্ত লোৱাৰ আগতে যুক্তি-তৰ্কেৰে ইয়াৰ শেষ যুঁজখন কৰিছিল এ.ও.চি. মেনেজমেণ্টে। মেনেজমেণ্টৰ বলীষ্ঠ পদক্ষেপ আৰু অকাট্য যুক্তিয়েহে আমাৰ কামনা সিদ্ধ কৰিছিল। এ.ও.চি.ৰ সেই সময়ৰ জেনেৰেল মেনেজাৰ শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত আৰু ডেপুটী জেনেৰেল মেনেজাৰ শ্ৰীৰঞ্জিত দত্ত ইয়াৰ কাৰণে সদায় প্ৰশংসনীয় হৈ থাকিব।

যেনেকৈয়ে নহওক লাগে, মই বিশেষ আনন্দ পাইছিলোঁ এই বুলি যে, এই বিষয়টোৰ ওপৰত প্ৰথম ৰাজহুৱা স্মাৰক পত্ৰ আমিয়েই দিছিলোঁ। আৰু সুঁৱৰিছো সেই দিনটো যিদিনা ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি ধেবৰ ডিগবৈলৈ আহোঁতে, মোৰ উদ্যোগতে, ডিগবৈ কংগ্ৰেছ কমিটিয়ে অসমৰ খাৰুৱা তেল ডিগবৈ ৰিফাইনাৰীতেই শোধনৰ ব্যৱস্থা হ'ব লাগে বুলি প্ৰথম লিখিতভাবে উত্থাপন কৰিছিল।

## —মাদক দ্ৰব্য নিবাৰণ—
## ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ সংগঠক

ডাঃ ঘনশ্যাম দাস ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ সভাপতি হৈ, এজন সংগঠক হিচাপে, ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদত যোগ দিবলৈ মোক অনুৰোধ কৰিছিল। কৰিম নকৰিম বুলি ভাবি গুণি থাকোঁতেই দুমাহ পাৰ হৈ গৈছিল। ডাঃ দাসে আৰু এখন চিঠিৰে গুৱাহাটীলৈ গ'লে তেখেতক লগ ধৰিবলৈ কৈছিল। মই লগ ধৰিছিলোঁ। তেখেতৰ যুক্তি আৰু অনুৰোধ পেলাব নোৱাৰি, পৰিষদৰ তলত, তেতিয়াৰ অবিভক্ত ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাৰ অবৈতনিক সংগঠকৰ দায়িত্বভাৰ গ্ৰহণ কৰিছিলোঁ। দৰমহা নাছিল, কিন্তু অবৈতনিক ভাট্টা হিচাপে মাহে ২০০ টকা পাইছিলোঁ। কেই বছৰমানৰ পাচত এই ভাট্টা বাঢ়ি ৪০০ টকা হৈছিল। মাহত অন্ততঃ ২০ দিন কাম কৰাটো নিয়ম আছিল। ডিগবৈৰ বাহিৰলৈ গ'লে বিভাগীয় নিয়ম অনুসৰি অহাযোৱাৰ খৰচ পৰিষদে দিছিল।

এনে এটা সমাজ সেৱা মূলক কামৰ বাবে আহ্বান অহাত মই ইও এক ভগবানৰেই ইচ্ছা বুলি ধৰি লৈছিলোঁ আৰু সমাজৰ বিভিন্ন স্তৰত, বিৰাট আলোড়নৰ সৃষ্টি কৰি, মাদক দ্ৰব্য বিশেষকৈ মদ আৰু কানিৰপৰা সমাজখনক মুক্ত কৰাৰ অলীক কল্পনা কৰি, অদম্য উৎসাহেৰে

কামত যোগ দিছিলোঁ।

প্ৰতি জিলাত একোজনকৈ সহকাৰী সংগঠক আছিল। তেওঁলোকৰ ভিতৰত কেইবাগৰাকীও ত্যাগী আৰু সম্মানিত ব্যক্তি আছিল। শিৱসাগৰ জিলাৰ কাৰণে সহকাৰী সংগঠক গোলাঘাটৰ বিষ্ণু কাকতি, এজন তাম্ৰপত্ৰ পোৱা আগশাৰীৰ মুক্তিযোদ্ধা আৰু জনপ্ৰিয় সমাজকৰ্মী আছিল। তেখেত সৰু-বৰ সকলোৰে এজন সম্মানিত ব্যক্তি আছিল। মই সংগঠক হোৱাত তেখেতেই মোক প্ৰথম আদৰণী জনাই চিঠি দিছিল। মোক সংগঠক কৰিবলৈ ডা০ ঘনশ্যাম দাসক পৰামৰ্শ দিয়া ব্যক্তিসকলৰ ভিতৰতো প্ৰথম ব্যক্তি আছিল তেখেতেই। শিৱসাগৰ জিলাত, বিশেষকৈ গোলাঘাট মহকুমাৰ ভিতৰুৱা অঞ্চলবোৰলৈ, তেখেতেই মোক লৈ গৈছিল আৰু ৰাজহুৱা সভা সমিতিৰ বন্দবস্ত কৰিছিল। তেখেতৰ প্ৰতি থকা ৰাইজৰ মৰমে, মোক অভিভূত কৰিছিল। আন এজন আশাশুধীয়া কৰ্মী পাইছিলোঁ শিৱসাগৰ জিলাৰ কালুগাৱঁৰ কমল চুতীয়াক। তেখেত মোৰ সহপাঠী আছিল আৰু শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতিও আছিল। শিৱসাগৰত সভা-সমিতি কৰাত তেখেতে সহায় কৰিছিল। শিৱসাগৰত মাদক দ্ৰব্য নিবাৰণৰ গুৰি ধৰিছিল ডা০ জগন্নাথ বৰুৱাই। উত্তৰ লক্ষীমপুৰত মুক্তি যোদ্ধা, সমাজ কৰ্মী, প্ৰাক্তন বিধায়ক মহানন্দ বৰা, প্ৰাক্তণ বিধায়ক গোবিন্দ বৰা আদিয়ে মোক সহায় কৰিছিল। মই নিজে ডিব্ৰুগড় মহকুমাৰ হোৱাৰ কাৰণে ইয়াৰ প্ৰায় সকলো অঞ্চলৰ নেতৃস্থানীয় লোকসকলৰ লগত মোৰ পৰিচয় থকাত, মোৰ অসুবিধা হোৱা নাছিল। সহকাৰী সংগঠক আছিল মহেন্দ্ৰ দাস।

আবকাৰী বিভাগৰ বিষয়ববীয়া সকলে মোৰ লগত সহযোগ নকৰা বুলি কৈ, খাইপাত ফলা হ'ব নোৱাৰোঁ। তেখেতসকলৰ পূৰ্ণ সহযোগিতা পাইছিলোঁ।

দুখেৰে সৈতে নকৈ নোৱাৰোঁ যে, মোৰ উদ্যমত চেঁচা পানী ঢালিছিল মাদক দ্ৰব্য নিবাৰণ সম্পৰ্কত চৰকাৰৰ দুমুখীয়া নীতিয়ে—প্ৰচাৰ আৰু কামৰ বিপৰীতমুখী পাৰ্থক্যই। যেনে—

(১) এফালে মাদক দ্ৰব্য নিবাৰণৰ নামত মাদক দ্ৰব্য নিবাৰণী পৰিষদ গঠন কৰি বছৰি লাখ লাখ টকা খৰচ কৰে, আৰু আনহাতে আকৌ চৰকাৰী মদৰ বিক্ৰী বঢ়াবৰ কাৰণে নানা কৌশল প্ৰয়োগ কৰে। আবকাৰী পৰিদৰ্শক, বিষয়া আৰু মহলদাৰসকলৰ পটুটা নিৰুপণ হৈছিল মদ বিক্ৰীৰ পৰিমাণৰ ওপৰত। যিজন পৰিদৰ্শকৰ এলাকাত আৰু যিখন মদৰ মহলত প্ৰতিযোগিতামূলক ভাবে মদৰ বিক্ৰী বেছি হৈছিল সেইজন পৰিদৰ্শক আৰু মহলদাৰ বিভাগীয় প্ৰশংসাৰ যোগ্য হৈছিল। মাহে মাহে মদৰ বিক্ৰী অঘোষিত প্ৰতিযোগিতাত পৰিণত হৈছিল। তাৰ ফলস্বৰূপে হাটে-বজাৰে সৰু সৰু চাহৰ দোকানৰ নামত, মহলদাৰৰ পৃষ্ঠপোষকতাত, বিক্ৰীৰ কেন্দ্ৰ গঢ়ি উঠিছিল। চৰকাৰী বিভাগীয় বিষয়াৰ আৰু পুলিচৰ জ্ঞাতসাৰে, মহলদাৰে এই বিক্ৰী কেন্দ্ৰবোৰত মদৰ যোগান ধৰিছিল, লগতে বিক্ৰী কেন্দ্ৰ বঢ়োৱাৰ সুযোগ বিচাৰি ফুৰিছিল। এই নীতিৰেই চৰকাৰে মাদক দ্ৰব্য নিবাৰণৰ নামাৱলী লৈ, মদ বিক্ৰী দিনক দিনে বঢ়াই, মদৰ বজাৰ বিস্তৃতিৰ অঘোষিত পৃষ্ঠপোষক হৈ পৰিছিল।

আমাৰ নিচিনা পিচপৰা তথা আধুনিক সভ্যতাৰ সোৱাদ নোপোৱা সকলে ভাল নাপালেও, আধুনিক কালত মদ সেৱন প্ৰগতিৰ লক্ষণ বুলিয়েই বিবেচনা কৰিছোঁ। কাৰণ যিমানেই প্ৰগতিৰ কথা কোৱা হৈছে, সিমানেই মদৰ প্ৰচলন বাঢ়ি গৈছে। প্ৰগতিৰ নমুনা হিচাপে আকৌ প্ৰতি নগৰতে দেশীয়-বিলাতী মদৰ দোকান বাঢ়িব ধৰিছে। ডিগবৈৰ নিচিনা এখন সৰু নগৰতে ৫ খন তেনে মদৰ দোকান চলিছে। শুনা যায়, উপৰুৱাকৈ ৩/৪ লাখ খৰচ কৰিব পৰিলে হেনো 'বিলাতী মদ'ৰ দোকান দিবলৈ অনুমতি পায়। মাদক দ্ৰব্য নিবাৰণৰ কি সুন্দৰ

চৰকাৰী ব্যৱস্থা।

(২) ত্ৰুটীপূৰ্ণ আবকাৰী আইন। এই আইনৰ সুৰুঙা ইমান বেছি যে, মদৰ কোনো চোৰাং কাৰবাৰীয়ে আইনক ভ্ৰূক্ষেপ নকৰে। আবকাৰী পৰিদৰ্শক সকলৰ কোনো কাৰ্য্যালয় নাই। পৰিয়াল সমন্বিতে তেওঁ থকা সৰু ভাড়া ঘৰটোকেই কাৰ্য্যালয় হিচাপেও ব্যৱহাৰ কৰে। তলাচী চলাই, চুলাই মদৰ পাত্ৰবোৰ জব্দ কৰিলে, সেইবোৰ আদালতত দেখুৱাবৰ কাৰণে থ'বলৈ কোনো গুদাম ঘৰ নাই। সেইবোৰ আনিবলৈ তেওঁলোকৰ কোনো নিজস্ব যান বাহন নাই। চুলাই মদ তৈয়াৰৰ ঘাটিবোৰ সাধাৰণতে যান বাহনৰ সুচল নথকা, ভিতৰুৱা ঠাইতেই থাকে। এনে অৱস্থাত আবকাৰীয়ে চুলাই মদ ধৰি, মদৰ পাত্ৰবোৰ বাজেয়াপ্ত কৰি, চুলাই মদ কৰোঁতাক গ্ৰেপ্তাৰ কৰি, আনিবলৈ আৰু ৰাখিবলৈ কোনো ব্যৱস্থা নথকাৰ কাৰণে, তেওঁলোক বিপদত পৰে—হাঁহিয়াতৰ পাত্ৰ হয়। কেতিয়াবা ধৃত ব্যক্তিজনৰ জামিনদাৰ নোলালে, ভিতৰুৱাকৈ জামিনদাৰ বিচাৰি, খাতিৰ কৰি, জামিন দিবলগীয়া হয়। নহ'লে মানুহজন তেওঁৰ গলগ্ৰহ হৈ পৰে। তেনে অৱস্থাত আবকাৰী বিভাগটোৱেই মানুহৰ মনত হাঁহিয়াতৰ পাত্ৰ হৈ পৰে। এনেবোৰ অভিজ্ঞতাৰে পুষ্ট আবকাৰী কৰ্ম্মচাৰীসকলে ইমান জুলুমলৈ নগৈ, চৰকাৰী ৰেকৰ্ড ঠিক ৰাখিবৰ কাৰণে, আৱশ্যকীয় নিম্নতম কামখিনি কৰি, নিজৰ কৰ্ত্তব্য শেষ কৰে। ইয়াৰ দ্বাৰা দুপইচা আৰ্থিক লাভো হয়, জুলুমো কমে।

(৩) মদৰ বিক্ৰী বঢ়াবৰ কাৰণে ওপৰৰপৰা সংশ্লিষ্ট আবকাৰী বিষয়াক আৰু মহলদাৰক ভিতৰুৱাকৈ হেঁচা দিয়া হয়।

(৪) বহুতো গাৱঁৰ মানুহে সহজ লভ্য ব্যৱসায় হিচাপে ঘৰতে মদ তৈয়াৰ কৰি বিক্ৰীৰ ব্যৱস্থা কৰে।

(৫) চুলাই মদকাৰী আইনত দণ্ডনীয় হলেও দণ্ড ইমান কম যে তালৈ ভয় কৰাৰ আৱশ্যক অনুভৱ নকৰে। কাৰণ যিমানখিনি জৰিমনা ভৰে, তাৰ পাচত ২/৩ দিনৰ ভিতৰত তাৰ দহগুণ উঠাই লয়।

(৬) আৰু এটা দুখ লগা কথা যে, মাদকদ্ৰব্য নিবাৰণী পৰিষদে চৰকাৰী মদ যিমানেই নচলক লাগে, যেনেকৈয়ে বিক্ৰী নহওক লাগে, তাৰ বিৰোধীতা কৰাৰ অৱকাশ নাই। বাস্তৱ কথাটো হ'ল, কেৱল বেচৰকাৰী মদৰ প্ৰচলনত বাধা দিয়াৰ কাৰণেহে পৰিষদখন। শুনাত বহুত ভাল ভাল কাৰণ দেখুৱালেও ভিতৰুৱা আচল কাৰণটো হ'ল বেচৰকাৰী মদ বন্ধ হ'লে, চৰকাৰী মদৰ বজাৰখন বহল হোৱাত সুবিধা হয়। অৰ্থাৎ পৰোক্ষভাবে মাদকদ্ৰব্য নিবাৰণ পৰিষদে চৰকাৰী মদৰ বিক্ৰী বঢ়োৱাত সহায় কৰে। অৱশ্যে চুলাই মদতকৈ চৰকাৰী মদৰ অপকাৰিতা হেনো কিছু কম।

এইবোৰ বাস্তৱ অভিজ্ঞতা লাভ কৰি, মাদক দ্ৰব্য নিবাৰণৰ নামত লাখ লাখ ধন অপচয় কৰা, মাদক দ্ৰব্য নিবাৰণ পৰিষদ কৰা, শ্ৰুতি মধুৰ বক্তৃতা দিয়া, আদি চৰকাৰৰ কামবোৰ জনসাধাৰণক বুৰ্ব্বক সজাই ৰখাৰ এক বিৰাট প্ৰহসন বুলি মোৰ ধাৰণা হৈছিল। মোৰ আৰু ধাৰণা হৈছিল যে, চৰকাৰৰ এই নীতিৰ দ্বাৰা অকল ৰাজকোষৰ লাভ হোৱাই নহয়, বুজন পৰিমাণৰ ব্যক্তিগত মুনাফাও হয়।

## কানি নিবাৰণ আন্দোলন

বৈদিক যুগৰ পৰাই কানিৰ প্ৰচলনৰ কথা জনা যায়। মেচোপটেমিয়াকে আৰম্ভ কৰি

লাহে লাহে পৃথিৱীৰ প্ৰায় সকলো দেশলৈকে কানি প্ৰসাৰিত হৈছিল। কানি ব্যৱহাৰ কৰাৰ প্ৰধান কাৰণ আছিল—

(১) বহুতো দৰৱত কানিৰ আৱশ্যক হয়।

(২) শোষণ আৰু শাসনৰ আহিলা হিচাপে কানিক ব্যৱহাৰ কৰা হৈছিল। সৰ্ব্ব সাধাৰণ মানুহৰ মাজত নানা কৌশলেৰে কানি খোৱাৰ অভ্যাস কৰাই, ধনে জনে নিশকতীয়া কৰি লৈ, সা-সম্পত্তি গ্ৰাস কৰাৰ কৌশল হিচাপে, কানিক ব্যৱহাৰ কৰিছিল। উদাহৰণ স্বৰূপে, আমেৰিকা যুক্ত ৰাজ্যই আমাদানি কৃত চীনৰ শ্ৰমিক সকলক সকলো দুখ কষ্ট পাহৰাই, হাড় ভগা পৰিশ্ৰম কৰোৱাৰ কাৰণে, আমেৰিকাত প্ৰথম কানিৰ প্ৰচলন কৰিছিল। বৃটিছ সকলেও চীনাক দুৰ্ব্বল কৰাৰ কাৰণে, ভাৰতৰ পৰা চীন দেশলৈ কানি ৰপ্তানী কৰিছিল। সেইদৰে বৃটিছসকলে অসমত চাহ বাগিচা কৰাৰ কাৰণে নাম মাত্ৰ মূল্যত মাটি অধিগ্ৰহণ কৰিবলৈ, মানুহক কানি খুৱাইছিল বুলি কথিত আছে।

সময় যোৱাৰ লগে লগে প্ৰতিটো জাতিয়ে কানিৰ ধ্বংসকাৰী মাৰাত্মক ক্ৰিয়াৰ কথা জানিব পাৰি, সমাজ পাতি, দৰৱৰ বাহিৰে ইয়াৰ মুকলি ব্যৱহাৰত বাধা দিবৰ কাৰণে, বিবিধ আইন প্ৰণয়ন কৰিবলগীয়া হৈছিল। 'পৰলৈ বুলি হুল পুতি আপুনি মৰে ফুটি' কথাযাৰৰ তাৎপৰ্য্য আমেৰিকা যুক্ত ৰাজ্যই হাড়ে-হিমজুৰে অনুভৱ কৰিছিল, যেতিয়া চীনা শ্ৰমিকলৈ বুলি আমদানি কৰা কানি প্ৰচলন কৰাত লাহে লাহে কিছু আমেৰিকাবাসীয়েও কানিত আসক্ত হৈ পৰা দেখা গৈছিল। সেয়ে ১৮৭৫ খৃষ্টাব্দত আমেৰিকান সকলে কানি খোৱাত আৰু কানি সেৱী চীনাসকলৰ লগত লগ লগাত বাধা দিবলৈ, নিষেধ কৰি কঠোৰ আইন প্ৰণয়ন কৰিছিল। ক্ৰমান্বয়ে প্ৰত্যেক জাতিয়ে কানিৰ অবাধ প্ৰচলনত বাধা দিবলৈ আইন কৰিছিল। ভাৰতবৰ্ষতো ১৯৩০, ১৮৫৭ আৰু ১৮৭৮ চনত আইন প্ৰণয়ন কৰি, চৰকাৰে কানিৰ প্ৰচলনক সীমিত কৰিবলৈ চেষ্টা কৰিছিল। ব্যৱসায় চৰকাৰীকৰণ কৰিলেও কানিৰ উৎস আফু খেতিৰ ওপৰত কোনো নিয়ন্ত্ৰণ নাছিল। ১৯৫০ চনৰ ১ এপ্ৰিলৰ পৰা ভাৰত চৰকাৰে আফু খেতি আৰু কানিৰ উৎপাদনৰ সম্পূৰ্ণ নিয়ন্ত্ৰণ নিজৰ হাতলৈ নি, অকল দৰৱৰ কাৰণে আৱশ্যকীয় কানি উৎপাদন কৰিবলৈ লৈছিল। কিন্তু এই আইনে চোৰাং কাৰবাৰৰ সুৰুঙাবোৰ মাৰিবপৰা নাছিল।

অসমত কানিয়ে খোপনি পুতি লৈছিল কেইবাটাও কাৰণত ঃ

(১) চিকিৎসাৰ কোনো সুবিধা নথকাৰ কাৰণে (বিশেষকৈ গাওঁ অঞ্চলত) পেট চলা, গ্ৰহণী, বিষ বেমাৰ আদি বিবিধ ৰোগত কানিক দৰৱ হিচাপে ব্যৱহাৰ কৰিবলৈ লৈছিল। পাচলৈ ৰোগৰ প্ৰতিষেধক হিচাপেও কানি ব্যৱহাৰ কৰিছিল।

(২) বৃটিছসকলে চাহ বাগিচা কৰাৰ কাৰণে মাটিৰ মালিকক কানি খুৱাই, নাম মাত্ৰ মূল্যত মাটি আধি গ্ৰহণ কৰা বুলি কথিত আছে। (এই কথাষাৰ মুখে মুখে চলি অহা এটা প্ৰবাদ। সত্যতা নিৰুপণৰ কাৰণে কোনো লিখিত বা চাক্ষুস প্ৰমাণ মই পোৱা নাই।)

(৩) মাক-বাপেক উভয়ে মজুৰি কৰা দুখীয়া মানুহবোৰে আমনি নকৰিবৰ কাৰণে ল'ৰা-ছোৱালীক কানি খুৱাই শুৱাই থৈছিল।

(৪) অকলশৰীয়া মাকে গৃহস্থীৰ সকলো কামৰপৰা খেতি পথাৰলৈকে কাম কৰোঁতে ল'ৰা-ছোৱালীৰ জঞ্জাল মাৰিবলৈ কানি খুৱাই শুৱাই ৰাখিছিল।

অসমৰ গাওঁবোৰত কানিয়ে শিপা পুতি লোৱাৰ এইবোৰেই গুৰি কথা আছিল।

## চৰকাৰী কানিৰ দোকান আৰু কানিৰ পট্টা

তেতিয়া অসমত চৰকাৰী কানিৰ দোকান আছিল। কানীয়া সকলক মাটিৰ পট্টা দিয়া দি কানি খাবলৈ কানিৰ পৰিমাণ লিখি পট্টা দিছিল। পিচলৈ পট্টা বন্ধ কৰি পাচ দিছিল।

১৯৫৮ চনৰ ২৬ আগষ্ট তাৰিখে চৰকাৰৰ হিচাপ মতে মুঠ ১৫১ জন কানীয়াই চৰকাৰী পাচ লৈ কানি খাইছিল। চৰকাৰী পাচত মুঠ কানি বিক্ৰী হৈছিল ২১ সেৰ ৮১/২ তোলা। এই ১৫১ জন স্বীকৃত কানিয়াৰ ভিতৰত ৯৬ জন আছিল লক্ষীমপুৰ জিলাৰ হস্তান্তৰিত এলাকাৰ, ৫ জন আছিল দৰং জিলাৰ হস্তান্তৰিত এলাকাৰ (Balijan Frontier Tract, Charduar), ৪৭ জন আছিল নৰ্থ কাছাৰ হিলচ মহকুমাত, ২ জন আছিল শিলচৰ মহকুমাত আৰু ১ জন আছিল ধুবুৰি মহকুমাত।

## চোৰাং কানি আৰু কানি বৰ্জ্জন আন্দোলন

কানিৰ অপকাৰিতাৰ বিষয়ে ৰাইজ সচেতন হ'বলৈ ধৰাৰ উমান পাই চৰকাৰে পট্টা দিয়াত হাত টানি ধৰিছিল। তাৰে সুবিধা লৈ চোৰাং বেপাৰীয়ে নানা কৌশলেৰে চোৰাং কানিৰ বেহা কৰিবলৈ লৈছিল। এটা সময়ত কানিয়ে অসমৰ গ্ৰাম্য জীৱনক গ্ৰাস কৰি পেলোৱাৰ উপক্ৰম হৈছিল। ১৯২১ আৰু ১৯৩১ চনত মহাত্মা গান্ধীৰপৰা প্ৰেৰণা লাভ কৰি অসমত কানিৰ বিৰুদ্ধে মহামতি এণ্ড্ৰুজ চাহাবৰ নেতৃত্বত আৰু মাননীয় কুলধৰ চলিহা, অমিয় কুমাৰ দাস আদিৰ পৰিচালনাত, প্ৰবল জনমত আৰু গণ আন্দোলন গঢ়ি উঠিছিল। কানি বিৰোধী শ শ স্বেচ্ছা সেৱকে কানিৰ দোকানত পিকেটিং, কৰি কাৰাবৰণ কৰিছিল। এই আন্দোলন স্বাধীনতা আন্দোলনৰ এক প্ৰধান অংশ হৈ পৰিছিল। সন্তোষৰ কথা যে, ডেকা-বুঢ়া, পুৰুষ-মহিলা নিৰ্ব্বিশেষে সকলোৱে কানি নিবাৰণ আন্দোলনক সমৰ্থন কৰি, এক গোট হৈ, থিয় হোৱাত নামনি অসমৰপৰা কানিয়ে মেলানি মাগিছিল। তাত আজিৰ ডেকা-গাভৰুৱে কানি কেনেকুৱা বস্তু ক'ব নোৱাৰে। কানি বৰ্জ্জন আন্দোলন বুৰঞ্জীৰ সাঁথৰ হৈ পৰিছে। কিন্তু উজনি অসমত, বিশেষকৈ অবিভক্ত লক্ষীমপুৰ জিলাৰ ডিব্ৰুগড় মহকুমাত, পৰ্য্যাপ্ত পৰিমাণৰ গণ আন্দোলন নোহোৱাৰ কাৰণে গাওঁ সমূহত কানিৰ প্ৰচলন থাকি গ'ল। ৰাইজৰ সচেতনতাৰ অভাৱত, লাহে লাহে সুপৰিকল্পিত ভাবে অসমৰ বাহিৰৰপৰা অহা চোৰাং কানিৰ বেপাৰীবোৰে বিবিধ কৌশলেৰে এই গাওঁবোৰক তেওঁলোকৰ ব্যৱসায়ৰ ঘাটি কৰি লৈছিল। বহুতো স্থানীয় লোকক এজেন্ট হিচাপে তথা খুচুৰা কাৰবাৰী হিচাপে নিয়োগ কৰি, কানিৰ চোৰাং বেহাৰ শক্তিশালী সংগঠন গঢ়ি তুলিছিল আৰু গাৱঁৰ মানুহৰ কাৰণে কানি সহজ লভ্য কৰিছিল। কানি-মহাজনসকলৰ চোৰাংচোৱা বিভাগ চৰকাৰৰ চোৰাংচোৱা বিভাগৰ লগত ফেৰ মাৰি চলিব পৰা বিধৰ আছিল। আনকি, কোনো কোনো স্থলত তেওঁলোক চৰকাৰী আবকাৰী দলৰ লগত যুঁজ দিবলৈকো সাজু আছিল। সেয়ে যথেষ্ট সাৱধানতা অৱলম্বন কৰিহে, আবকাৰী বিষয়াসকল কানিৰ চোৰাং মহাজনসকলক ধৰিবলৈ অগ্ৰসৰ হৈছিল। তথাপিও আচল মহাজনসকলৰ কমেই ধৰা পৰিছিল। তেওঁলোকৰ ২/৪ জন এজেন্ট বা গাৱঁৰ মাজত তেনেই সৰু সৰু খুচুৰা কাৰবাৰী ২/৪ জনহে ধৰা পৰিছিল। আবকাৰী বিভাগৰ এনে এটা অৱস্থা ৰাইজেও বুজি পাইছিল। গতিকে ৰাইজৰ ওপৰত কানি বেপাৰীৰ প্ৰভাৱ বাঢ়ি গৈছিল। আবকাৰী বিষয়াসকলৰ কানি বেপাৰীক কৰায়ত্ব কৰাত অসুবিধাবোৰ হ'ল—

(১) আফু খেতি অসমত নহয়। আফুখেতি হোৱা ৰাজ্যবোৰৰ খেতিয়কে সেই সেই ৰাজ্যৰ চৰকাৰৰ নির্দ্দেশত খেতি কৰে আৰু কানি উৎপাদন কৰে। খেতিয়কসকলে অধিক ধন উপাৰ্জ্জনৰ আশাত চৰকাৰী বিষয়াৰ লগত মিলি বা চকুত ধূলি দি, আৱশ্যকতাতকৈ বেছি কানি উৎপাদন কৰে। এই অতিৰিক্ত কানিখিনিয়েই চোৰাং বজাৰত বিক্রী হয়। কানিৰ উৎপাদন আৰু বিক্রীৰ ওপৰত অসম চৰকাৰৰ কোনো হাত নথকাৰ কাৰণে, কানিৰ এই চোৰাং সৰবৰাহ নিয়ন্ত্রণ কৰাটো অসম আবকাৰীৰ কাৰণে সম্ভৱ নহয়। কানিৰ চোৰাং বেপাৰৰ মূল মহাজনবোৰ বৰ বিত্তশালী আৰু ক্ষমতাবান লোক। তেওঁলোকৰ নিজস্ব একোটা গোপন বাহিনী থাকে। এই বাহিনীটোৱেই আবকাৰীৰ লগত ফেৰ মাৰি কাৰবাৰ কৰে। এওঁলোকৰ হাত বৰ দীঘল, গুৰি শিপা মজবুত। সেয়ে কানি বন্ধ কৰা সহজ নহয়।

(২) কানি বেপাৰীক ধৰিবলৈ বেপাৰীৰ ভয়ত আৰু আটকত, বিপদত, সহায় পোৱাৰ আশাত, স্থানীয় ৰাইজে সহযোগ নকৰিছিল।

(৩) কানি সহ কানি বেপাৰীক ধৰিলেও, স্থানীয় সাক্ষী পোৱা নগৈছিল। কেতিয়াবা কোনোবা জনে মুখ লজ্জাত পৰি, এৰাব নোৱাৰি, সাক্ষী হ'লেও আদালতত উপস্থিত নহৈছিল বা ওভোটা মাত মাতিছিল।

(৪) স্থানীয় কোনো মানুহে কানি বেপাৰীৰ অপ্রিয় ভাজন হৈ, কিবা বিপদত পৰিলে, চৰকাৰৰপৰা বিশ্বাসযোগ্য প্রতিৰক্ষাৰ কোনো ব্যৱস্থা নাছিল।

(৫) কানি সহ কানি বেপাৰীক ধৰিলেও গোচৰটো নিষ্পত্তি হ'বলৈ আদালতত কেইবা বছৰো লাগিছিল। এই সময় চোৰাত কানি বেপাৰীয়ে দুগুণ উচাহেৰে বেপাৰ কৰি তেওঁৰ ক্ষতি পূৰণ কৰি লৈছিল আৰু ৰাইজেও পাহৰি গৈছিল।

(৬) খুচুৰা কানি বেপাৰীক ধৰিলেও ভিতৰুৱাকৈ তেওঁৰ গোচৰৰ সকলো খৰচ মহাজনে বহন কৰিছিল। আনকি খুচুৰা বেপাৰীজন ফাটেক খাটিলগীয়া হ'লেও তেওঁৰ সেই সময় চোৱাৰ পাৰিবাৰিক খৰচ মহাজনে চলাই থাকে বুলি শুনা গৈছিল। গতিকে খুচুৰা বেপাৰীসকল বেপৰোৱা আছিল।

(৭) কানীয়াসকলে কানি বেপাৰীৰ নাম মৰিলেও নকৈছিল। কিন্তু কানিৰ বিৰুদ্ধে কৰবাত কিবা এটা হ'লে কানি বেপাৰীক সকলো খবৰ দিছিল। কানীয়াসকল বেপাৰীৰ চোৰাং চোৰা আছিল।

(৮) কানি মহাজনসকলৰ হাত বৰ দীঘল আছিল। বহুতো ৰাজনৈতিক নেতা, পালি নেতাৰ লগত, তেওঁলোকৰ প্রত্যক্ষ বা পৰোক্ষ বন্ধুত্ব আছিল। সেয়ে, কাৰো কাৰো ক্ষেত্রত আবকাৰী বিষয়াসকলৰ ওপৰত পৰোক্ষ হেঁচা নপৰাকৈ নাছিল। মই নিজে দেখি আচৰিত হৈছিলোঁ যে, আবকাৰীয়ে মোৰ চকুৰ আগত ঘৰ খানা তালাচ কৰি, নিজৰ বিচনাৰ তলত পোৱা এমোন কানি সহ ধৰা, এজন কানি বেপাৰীৰ উকীল আছিল অসমৰ এজন প্রাক্তন কংগ্রেছী মন্ত্রী। সেই সময়ত তেখেত মন্ত্রী নাছিল যদিও বিধায়ক আছিল আৰু অসমৰ এজন আগশাৰীৰ কংগ্রেছ নেতাও আছিল। তেখেতে ওকালতি কৰাত আইনগত বাধা বা দোষ নাছিল যদিও, এজন উচ্চ পদস্থ কংগ্রেছ কৰ্ম্মী বা কংগ্রেছ বিধায়ক হিচাপে, জনাজাত প্রখ্যাত কানি বেপাৰী এজনৰ পক্ষে ওকালতি কৰাত নীতিগত আৰু নৈতিক বাধা নিশ্চয় আছিল বুলি মই ভাবোঁ। এই ক্ষেত্রত নীতিৰ আৰু নৈতিকতাৰ তথা বিবেকৰ পৰাজয় হৈছিল।

বাস্তৱ সত্যক আওকাণ কৰি, 'টেকনিকেল গ্রাউণ্ড'ত কানি বেপাৰীজনক খালাচ দিয়া

হৈছিল। 'টেকনিকেল গ্ৰাউণ্ড'ৰ ওচৰত সত্যৰ পৰাজয় হৈছিল। বিচাৰৰ এই সূক্ষ্ম বিচক্ষণতাক বাঃ বাঃ নিদিলে বিচাৰৰ তথা আদালতৰ মৰ্য্যদা হানি কৰা নহ'ব জানো?

কানি বেপাৰীক খালাচ দিছিল। কিন্তু সেই এমোন কানি ক'ৰপৰা কেনেকৈ আহিছিল তাৰ সিদ্ধান্ত দিয়াৰ দায়িত্ব আদালতৰ নাছিল। কানিমোন চৰকাৰী হৈছিল।

এনে ধৰণৰ নানা বাধা বিঘিনিৰ মাজতো, কিছু সংখ্যক আবকাৰী বিষয়াই তেওঁলোকৰ অদম্য নৈতিক সাহস আৰু পৰিকল্পিত কৌশলৰ পৰিচয় দি, মোন মোন চোৰাং কানিসহ বেপাৰীক ধৰা নিদৰ্শনো আছিল। কিন্তু আইনৰ সুৰুঙা আৰু দীৰ্ঘ-সূত্ৰিতাৰ কাৰণে এইবোৰে জনসাধাৰণৰ ওপৰত তথা কানীয়া আৰু কানি বেপাৰীৰ ওপৰত কোনো প্ৰভাৱ পেলাব পৰা নাছিল। এইটোও মিছা নাছিল যে, বিভাগটোৰ প্ৰতি চৰকাৰে দিবলগীয়া মনযোগৰ অভাৱ, আইনৰ সুৰুঙা, আদালতৰ দীৰ্ঘসূত্ৰিতা আৰু ৰাইজৰ অমনযোগিতাৰ আলম লৈ, কিছু সংখ্যক আবকাৰী বিষয়া কৰ্ম্মচাৰীয়ে কানি বেপাৰীৰ লগত দূৰ সম্পৰ্ক ৰাখি চলিছিল বুলি শুনা গৈছিল।

মই আগতে 'সৰগৰ সুধা' কানি কণৰ মহিমাৰ বিষয়ে একেবাৰে অজ্ঞ আছিলোঁ। বিধায়ক হোৱাৰ পাচত প্ৰথম অভিজ্ঞতা লাভ কৰিছিলোঁ মোৰ সমষ্টিৰ ভিতৰুৱা অঞ্চলবোৰ ঘূৰাৰ সময়ত। সেই সময়ত মোৰ ভাগে চেষ্টা কৰি বহুখিনি কৃতকাৰ্য্যতা লাভ কৰাত কানি নিবাৰণৰ কাৰণে মোৰ অনুসৃত পথ নিৰ্ভুল বুলি মই পতিয়ন গৈছিলোঁ।

মদ নিবাৰণৰ কামতেই কাকপথাৰ, চৈখোৱা, টঙনা আদি অঞ্চল ভ্ৰমণ কৰি এই অঞ্চলবোৰত কানিয়ে শিপা পুতি লোৱা কথাটোৰ গম পাইছিলোঁ। নিজে বুজ লোৱাৰ মানসেৰে এই অঞ্চলৰ গাওঁবোৰত দিনে ৰাতিয়ে ঘূৰি, কানীয়াক লগ ধৰি আৰু গাৱঁৰ ৰাইজৰ লগত আলোচনা কৰি, কানিয়ে কানীয়াসকলক কেনেদৰে ধনে-জনে-স্বাস্থ্যই নিঃশেষ কৰি আছিল তাৰ কিছু বাস্তৱ জ্ঞান আহৰণ কৰিছিলোঁ।

কাকপথাৰ অঞ্চলৰ গাওঁবোৰৰ কানিয়ে কৰা প্ৰকৃত অৱস্থাৰ কথা, মই প্ৰথমতে দিৰাক এম. ই. স্কুলৰ প্ৰধান শিক্ষক কাকপথাৰ নিবাসী লোহিত শৰ্ম্মাৰ পৰা গম পাইছিলোঁ। তেখেতে মোক গোটেই অঞ্চলটোৰ গাওঁবোৰৰ নাম, গাৱঁৰ মুখিয়াল সকলৰ নাম আৰু গাৱঁলৈ যোৱা দিশ আৰু পথৰ সন্ধান দিছিল। আহোঁতে যাওঁতে তেখেতৰ ঘৰখন মোৰ জিৰণি ঘৰ হৈ পৰিছিল। তেখেত আৰু তেখেতৰ পৰিবাৰৰ ব্যৱহাৰত মোক নিজকে তেখেতসকলৰ আলহী যেন নালাগিছিল, নিজৰ ঘৰ ঘৰ যেন লাগিছিল—মই যেন তেখেতসকলৰ ঘৰৰ ডাঙৰ জনা।



কানীয়াবোৰৰ অৱস্থা দেখি মই ইয়াৰ নিবাৰণৰ উপায় চিন্তা কৰি সঁচাকৈয়ে বৰ চিন্তিত হৈ পৰিছিলোঁ। মই নিশ্চিত হৈছিলোঁ যে, ৰাইজৰ মাজত কানিৰ বিৰুদ্ধে এক স্বতঃস্ফূৰ্ত্ত জন



জাগৰণ আনিব নোৱাৰিলে কানি নিবাৰণ কৰাৰ আন কোনো ফলপ্ৰসু উপায় নাই। কাৰণ—

(১) কানীয়াক কানি এৰিবলৈ বুজালে তেওঁলোকে শেষত গৈ সমাধান দিছিল "বেপাৰীক বন্ধ কৰক। আমি কানি নাপালে কানি নিজে নিজে বন্ধ হ'ব।" বেপাৰীক লগ ধৰি বেপাৰ নকৰিবলৈ বুজালে কৈছিল—"কানীয়াই কানি নাখালে আমাৰ বেপাৰ এনেয়ে বন্ধ হ'ব।" অৰ্থাৎ কানীয়াই কানি খাব নেৰে আৰু বেপাৰীয়েও বেপাৰ নেৰে।

(২) গাৱঁৰ কোনো মানুহে ভৱিষ্যৎ বিপদৰ শঙ্কা কৰি বা খাতিৰত কানি বেপাৰীৰ নাম ক'বলৈ টান পাইছিল।

(৩) কানীয়াসকলেও মৰিলেও কানি বেপাৰীৰ নাম ক'ব নুখুজিছিল। কাৰণ কানি বেপাৰীৰ ৰোষত পৰিলে তেওঁলোকৰ 'সৰগৰ সুধা' কণ পোৱাৰ মুদা মৰিব।

(৪) কানীয়াই কানি খোৱাৰ সময়খিনিত, বিশেষকৈ গধূলি পৰত, সময়ত কানি খাবলৈ নাপালে তেওঁলোকে ভোগ কৰা যন্ত্ৰণাৰ কাৰণে কানীয়াসকলৰ একান্ত বিশ্বাস হৈছিল যে, কানি খাব নাপালে তেওঁলোক মৰিব সেইদেখি কানি কণ খোৱাৰ ব্যৱস্থা যেনে তেনে প্ৰকাৰে কৰি লৈছিল।

(৫) কানীয়াসকলে কানিক পূজাৰ নৈবেদ্যৰ বস্তু হিচাপে জ্ঞান কৰিছিল।

(৬) গাৱঁত কোনো মানুহৰ পেট চলিলে, গ্ৰহণী হ'লে আনকি সৰু সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰতো কানিক একমাত্ৰ নিৰ্ভৰযোগ্য মহৌষধ হিচাপে ব্যৱহাৰ কৰিছিল।

অসম ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ আলোচনাবোৰত মদৰ কথাটোৱেহে বেছি প্ৰাধন্য লাভ কৰিছিল। বোধহয় অসমৰ পূব প্ৰান্তৰ ভিতৰুৱা গাওঁবোৰত চলি থকা কানিৰ ব্যৱসায় আৰু কানীয়াসকলৰ অৱস্থাৰ প্ৰতি গুৰুত্ব সহকাৰে ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ দৃষ্টি আকৰ্ষিত হোৱা নাছিল। সেয়ে মাদক দ্ৰব্য নিবাৰণৰ নামত অকল মদৰ ওপৰতেই আলোচনা হৈছিল। উদাহৰণ স্বৰূপে মাদক দ্ৰব্য নিবাৰণৰ কৰ্ম্মীসকলৰ কাৰণে উলিওৱা তলত দিয়া 'প্ৰতিজ্ঞা পত্ৰ'খন চালেই এই কথাৰ যথাৰ্থতা চকুত পৰিব।

**"প্ৰতিজ্ঞা পত্ৰ"**

**"ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ**

**অসম, গুৱাহাটী"**

নং.......................          তাৰিখ...................

"সুৰাপান শাৰীৰিক আৰ্থিক তথা নৈতিক পতনৰ কাৰণ। মোৰ বিশ্বাস সামাজিক উত্থানৰ কাৰণে সুৰা নিবাৰণ অতি আৱশ্যক।

মই প্ৰতিজ্ঞা কৰিছোঁ—

(১) মই মাদক দ্ৰব্য কেতিয়াও নাখাওঁ।

(২) মই কাকো মাদক দ্ৰব্য নুখুৱাওঁ।

(৩) মাদক দ্ৰব্য নিবাৰণী নীতিত মোৰ সম্পূৰ্ণ বিশ্বাস আৰু সমৰ্থন আছে।

(৫) মাদক দ্ৰব্য দেশৰপৰা যাতে নিবাৰণ হয় তাৰ বাবে মই সক্ৰিয় ভাৱে যত্ন কৰিম।

"নাম আৰু ঠিকনা"

..........................................

..........................................

..........................................

## মোৰ সিদ্ধান্ত

মই মাদক দ্ৰব্য নিবাৰণৰ কামত নগৰৰ বাহিৰেও বহুতো ভিতৰুৱা গাৱঁলৈ গৈছিলোঁ। তেতিয়াই গাওঁবোৰত কানিৰ প্ৰচলনৰ আৰু কানিয়ে মানুহক, সমাজক তিল তিলকৈ ক্ষয় কৰা বিভীষিকাৰ উমান পাইছিলোঁ। এই কথাটো অসম ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ দৃষ্টি গোচৰ নোহোৱাত আৰু হ'লেও কেতিয়াও পৰিষদৰ বৈঠকবোৰত এই বিষয়ে আলোচনা নোহোৱাত, মই আচৰিত হৈছিলোঁ। সেয়ে মইয়েই বোধহয় প্ৰথম চাক্ষুস বিৱৰণ দি কানিৰ সমস্যাৰ প্ৰতি পৰিষদৰ দৃষ্টি আঁকৰ্ষণ কৰাত, ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ তেতিয়াৰ সভাপতি ডাঃ ঘনশ্যাম দাসে এই বিষয়টো গুৰুত্ব সহকাৰে লৈছিল। তেখেতৰ অনুমোদন ক্ৰমে মাদক দ্ৰব্য নিবাৰণৰ নামত নিষ্ফল বক্তৃতা দি, অৰ্থহীন ভাবে সকলোতে ঘূৰি নুফুৰি, এটা নিৰ্দিষ্ট অঞ্চল বাচি লৈ, কানি নিবাৰণৰ কাৰণে কাম কৰিবলৈ মই মনস্থ কৰিছিলোঁ।



তাৰ পাচতে চৰকাৰী-বেচৰকাৰী যুটীয়া সমীক্ষা এটাত ওলাই পৰিছিল যে, তিনিচুকীয়া মহকুমাৰ ডুমডুমা, ডিগবৈ তিনিচুকীয়া থানাৰ অন্তৰ্গত ভিতৰুৱা গাওঁবোৰত বিশেষকৈ তাহানিৰ বুৰঞ্জী প্ৰসিদ্ধ বীৰাঙ্গনা ৰাধা-ৰুক্মিনীহঁতৰ বংশধৰ মৰাণ সম্প্ৰদায়ৰ মাজত কানিৰ প্ৰচলন সৰ্ব্বাধিক আছিল। এই সমীক্ষা অনুসৰি মৰাণ সম্প্ৰদায়ৰ শতকৰা ৫৮.২৪ অংশ মানুহে কানি খাইছিল। সেইদেখি প্ৰথমতে মই এই মৰাণ সম্প্ৰদায়ক কেন্দ্ৰ কৰিয়েই কানি নিবাৰণৰ কামক পৰীক্ষা হিচাপে ল'বলৈ স্থিৰ

কৰিছিলোঁ।

সকলো কথাৰ বুজ পোৱাৰ পাচত মই নিশ্চিত হৈছিলোঁ যে, প্ৰবল জনজাগৰণ আনিব নোৱাৰিলে অকল আইন আৰু চৰকাৰী যন্ত্ৰই কানি বন্ধ কৰিব নোৱাৰে। জনতা আৰু চৰকাৰ মিলিহে কানি বন্ধ কৰিব পাৰিব। সেয়ে পৰীক্ষামূলক হিচাপে কাকপথাৰ অঞ্চলটোকেই মোৰ কৰ্ম্ম ক্ষেত্ৰ হিচাপে প্ৰথম বাচি লৈছিলোঁ।



প্ৰথমতে কোনো সভা সমিতি নকৰি, অকলে গাৱঁলৈ গৈ, ৰাতি থাকি, গাৱঁৰ ৰাইজৰ লগত ঘৰুৱাভাবে কথাটো আলোচনা কৰিছিলোঁ। এনেদৰে প্ৰায় গাওঁবোৰতেই ঘূৰাৰ পাচত, কাকপথাৰ অঞ্চলৰ কিছুমান উৎসাহী কৰ্ম্মীৰ সহযোগত, প্ৰায় প্ৰতি গাৱঁতেই ৰাজহুৱা সভা-সমিতি কৰি ৰাইজৰ লগত সমূহীয়া ভাবে মুকলি আলোচনা কৰিছিলোঁ। কংগ্ৰেছ নেওগ মোৰ প্ৰথম সহযোগী আছিল। এই আলোচনাবোৰত উপস্থিত ৰাইজৰপৰাও বহুতো সৎ আৰু কাৰ্য্যকৰী পৰামৰ্শ পাইছিলোঁ। দিনত ৰাজহুৱা সভা কৰি, ৰাতি কানীয়াৰ ঘৰলৈ গৈ, ঘৰুৱাভাবে কথা বতৰা হৈছিলোঁ। কংগ্ৰেছ নেওগ, তুলসী মৰাণ, সুখীধৰ দহোটীয়া, জয় ৰাম মৰাণ, ফুলেশ্বৰ মৰাণ, ধীৰেণ মৰাণ, দৌলত মৰাণ, নৰেন দহোটীয়া, প্ৰবীন দহোটীয়া, গোপেন বড়া, গুণীন খাতোৱাল আদি বহুতো কৰ্ম্মীয়ে মোৰ লগত আন্তৰিকতাৰে সহযোগ কৰিছিল আৰু কানি নিবাৰণৰ একোজন প্ৰধান প্ৰবক্তা হিচাপে কাম কৰিছিল। কাকপথাৰ উচ্চ মাধ্যমিক (এতিয়া উচ্চতৰ মাধ্যমিক) স্কুলৰ প্ৰধান শিক্ষক শ্ৰীসুৰেন্দ্ৰ নাথ দহোটীয়া, প্ৰাক্তন





বিধায়িকা শ্ৰীমতী তৰুলতা বৰা আৰু সৰ্ব্বোদয়কৰ্ম্মী শ্ৰীমতী ৰূপা বৰা আদিয়েও সহযোগ আগবঢ়াই, ৰাইজক উৎসাহিত কৰিছিল। কাচিজানৰ হেম খাতোৱাল, লাহুমৰ সক গগৈ, হাতীগড়ৰ জনে মৰাণ, হাঁহখাটিৰ পাব মৰাণ, কৰ্দ্দৈগুৰিৰ সূৰয দেউ সিং আদি কেইবাজনো খুচুৰা কানি বেপাৰীৰ ঘৰলৈ গৈ, তেওঁলোকক নিজৰ আৰু সমাজখনৰ মঙ্গল চিন্তা কৰি কানিৰ বেপাৰ এৰি দিবলৈ বুজাইছিলোঁ। সাধাৰণতে গাৱঁৰ ৰাইজ, বিশেষকৈ ডেকা গাভৰুসকলক লৈ শোভাযাত্ৰা কৰি, বেপাৰীৰ ঘৰলৈ যোৱা হৈছিল। তেওঁলোকৰ বিবেকক নিশ্চয় আমাৰ কথাই খুন্দিয়াইছিল। ইয়াৰ ভিতৰতে এটা কৰুণ ঘটনাও ঘটিছিল। কিছুদিনৰ পাচত পাব মৰাণে কোনো কাৰণত আত্মহত্যা কৰিছিল আৰু হেম খাতোৱালে কানিৰ বেপাৰ এৰি দিছিল।

আন্দোলনৰ ফল স্বৰূপে একেৰাহে ২৬ বছৰ কানি খোৱা তৰাজানৰ শ্ৰীশৰৎ চেতিয়াই কানি এৰি কানি নিবাৰণ আন্দোলনৰ সক্ৰিয় কৰ্ম্মী হৈ, আদৰ্শ স্থাপন কৰিছিল।

## আলোচনা চক্ৰ আৰু প্ৰশিক্ষণ শিবিৰ

কৰ্ম্মীসকলৰ লগত আলোচনা কৰি সমুদায় অঞ্চলটোৰ সকলো গাৱঁকে সামৰি সকলো গাৱঁৰে প্ৰতিনিধি লৈ, তিনিদিনীয়া কাৰ্য্যসূচীৰে বৰমেছাইত এখন আলোচনা চক্ৰ আৰু কৰ্ম্মীসকলৰ প্ৰশিক্ষণ শিবিৰ পতাৰ লগতে সত্ৰাধিকাৰসকলৰ উপস্থিতিত অসম ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ কৰ্ম্মকৰ্ত্তা সকলক আনি, এখন বিৰাট ৰাজহুৱা সভা পতাৰ সিদ্ধান্ত লোৱা হৈছিল। সেই উদ্দেশ্যে ৩/৫/৭৯ তাৰিখ বৃহস্পতিবাৰে বৰমেছাই প্ৰাইমাৰী স্কুল প্ৰাঙ্গণত শ্ৰীসুখীধৰ মৰাণৰ আহ্বান ক্ৰমে শ্ৰীবুদ্ধেশ্বৰ মৰাণৰ সভাপতিত্বত বহা ৰাজহুৱা সভাই ৮,৯ আৰু ১০ জুন তাৰিখে মাদক দ্ৰব্য নিবাৰণীৰ ওপৰত এখন বহল ভিত্তিক আলোচনা চক্ৰ আৰু প্ৰশিক্ষণ শিবিৰ পাতিবলৈ আৰু এদিন মুকলি ৰাজহুৱা সভা আৰু প্ৰতি গধূলি সাংস্কৃতিক সন্ধিয়াৰ আয়োজন কৰাৰ কথাও চিন্তা কৰিছিল। সকলো কাৰ্য্য-সূচী নিম্নলিখিতকৈ পৰিচালনা কৰিবৰ কাৰণে তলত দিয়া সদস্যসকলক লৈ, এখন অভ্যৰ্থনা সমিতিও সেই সভাতে গঠন কৰা হৈছিল।

মুখ্য উপদেষ্টা — শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা
সভাপতি — শ্ৰীকুলেশ্বৰ মৰাণ
উপ-সভাপতি — শ্ৰীনৰেন্দ্ৰ নাথ দহোটীয়া
যুটীয়া সম্পাদক — শ্ৰীউপেন্দ্ৰ নাথ কলিতা (কাকপথাৰ আবকাৰী পৰিদৰ্শক)
যুটীয়া সম্পাদক — শ্ৰীতুলসী প্ৰসাদ মৰাণ
সহঃ সম্পাদক — শ্ৰীসুখী ধৰ মৰাণ
সহঃ সম্পাদক — শ্ৰীনোমল মৰাণ
সাংস্কৃতিক সম্পাদক— শ্ৰীমুনীন্দ্ৰ নাথ মৰাণ
সহঃ সাঃ সম্পাদক— শ্ৰীজয় ৰাম মৰাণ

সদস্যসকল—

তৰাজান—শ্ৰীশৰৎ চেতিয়া, কঠালগুৰি—শ্ৰীবুদ্ধেশ্বৰ মৰাণ, শ্ৰীলম্বোদৰ মৰাণ
পাৰৈ—শ্ৰীপদ্মেশ্বৰ মৰাণ, শিমলুগুৰি—শ্ৰীতিলক মৰাণ।

বৰমেছাই—সৰ্ব্বশ্ৰী তিলেশ্বৰ মৰাণ, টিপেশ্বৰ দহোটীয়া, উমেশ চন্দ্ৰ মৰাণ, জোনাবৰ মৰাণ, উমেশ্বৰ মৰাণ (গাওঁবুঢ়া), দেৱৰ মৰাণ, পটেশ্বৰ মৰাণ, বিজয় দহোটীয়া, পবন মৰাণ, সুৱন চন্দ্ৰ মৰাণ, হৰেন্দ্ৰ নাথ মৰাণ, লম্ভেশ্বৰ মৰাণ, আদেশ্বৰ মৰাণ, ঘনকান্ত মৰাণ, সুৰেন দহোটীয়া, ভুবন মৰাণ।

দ পথাৰ—প্ৰফুল্ল গগৈ, কপাহতলী—যতীন নেওগ, শুক্ৰেশ্বৰ নেওগ,

সৰু মেছাই—গজেন বড়া, ১নং দিৰাক—আনন্দ দহোটীয়া

আমগুৰি—গেগন মাউত, আমগুৰি ৰংপুৰীয়া গাওঁ—মুলা ৰাম গগৈ

২নং সৰু দিৰাক—গোণা ৰাম হাজৰিকা,

সোনজান—দেবেন্দ্ৰ মৰাণ, হেমন্ত কুমাৰ দহোটীয়া

উপদেষ্টা— পৰশু ৰাম দত্ত, বিপিন চন্দ্ৰ মহন্ত, বশিষ্ঠ গোস্বামী, মোহন শইকীয়া, পৰেশ মৰাণ, কনক শইকীয়া।

সাংস্কৃতিক উপ সমিতিৰ বাহিৰেও আৰু ৫খন উপ সমিতি কৰা হৈছিল—

প্ৰচাৰ উপ সমিতি—গুণাৰাম হাজৰিকা সভাপতি, তিলক মৰাণ যুটীয়া সম্পাদক, লম্বোদৰ মৰাণ যুটীয়া সম্পাদক।

খাদ্য উপসমিতি—শৰৎ চেতিয়া সভাপতি, ডিম্বেশ্বৰ নেওগ যুটীয়া সম্পাদক, জোনা ৰাম মৰাণ যুটীয়া সম্পাদক।

যোগান উপ সমিতি—নৰেন দহোটীয়া সভাপতি, সুখীধৰ দহোটীয়া সম্পাদক।

ৰভা উপ সমিতি—গেগন মাউত সভাপতি, আনন্দ দহোটীয়া সম্পাদক।

কাৰ্য্য-সূচী প্ৰস্তুত সমিটি—দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা সভাপতি, সুখীধৰ দহোটীয়া যুটীয়া সম্পাদক, তুলসী মৰাণ যুটীয়া সম্পাদক।

বাজেট প্ৰস্তুত সমিটি—দ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা, কুলেশ্বৰ মৰাণ, নৰেন্দ্ৰ নাথ দহোটীয়া, তুলসী মৰাণ, সুখীধৰ দহোটীয়া (অৱশ্যক বুজি আৰু সদস্য ল'বলৈ এই সমিটিক ক্ষমতা দিয়া হৈছিল।)

আৱশ্যকীয় চাউল তলত দিয়া ধৰণে উঠাবলৈ সিদ্ধান্ত লৈ সংগ্ৰাহক বাচি দিয়া হৈছিল।

১। কঠালগুৰি—৫০ কেজি—বুদ্ধেশ্বৰ মৰাণ, নৰেণ মৰাণ, থোৰেশ্বৰ ডাঙৰীয়া, গোবৰ্দ্ধন মৰাণ, লাচিত মৰাণ।

২। সৰু মেছাই গাওঁ—১০০ কেজি—নোমল মৰাণ, কনেশ্বৰ মৰাণ, খনেশ্বৰ মৰাণ, মজিল দহোটীয়া, সিদ্ধিনাথ মৰাণ।

৩। ১নং সৰু ডিৰাক—১০০ কেজি—আনন্দ শইকীয়া, ফটিক চন্দ্ৰ খাউণ্ড, নিপেন মৰাণ, মুহিধৰ মৰাণ, মীন কুমাৰ মৰাণ।

৪। বৰ মেছাই—১০০ কেজি—ডিম্বেশ্বৰ মৰাণ, পৱন মৰাণ, তিলেশ্বৰ মৰাণ।

৫। আমগুৰি—৫০ কেজি—গেগন মাউত।

৬। সোণজান—৫০ কেজি—দেবেন্দ্ৰ মৰাণ

৭। কপাহতলী—৫০ কেজি—যতীন নেওগ, বোবেশ্বৰ মৰাণ।

## ৰান্ধনীৰ বিভাগ

প্ৰথম দল— ৮ তাৰিখ গধূলিৰপৰা ৯ তাৰিখ আবেলি চাহ দিয়ালৈকে—

বিজয় কুমাৰ দহোটীয়া, হৰেন্দ্ৰ নাথ মৰাণ, লফক মৰাণ, খগেশ্বৰ মৰাণ, আৰু সুৰেন দহোটীয়া।

দ্বিতীয় দল— ৯ তাৰিখ গধূলিৰপৰা ১০ তাৰিখ আবেলি চাহ দিয়া লৈকে—

ভূবন চন্দ্ৰ মৰাণ, সুখেশ্বৰ মৰাণ, শ্ৰীমন্ত মৰাণ, কান্তেশ্বৰ মৰাণ আৰু দিলীপ মৰাণ।

তৃতীয় দল— ১০ তাৰিখ গধূলিৰপৰা ১১ তাৰিখ আবেলি চাহ দিয়ালৈকে—

প্ৰবীন মৰাণ, টংক্বেশ্বৰ মৰাণ, বিনোদ মৰাণ, মুনীন্দ্ৰ মহন্ত আৰু .................।

পৰিচালনাত—বিজয় দহোটীয়া, হৰেন্দ্ৰ নাথ মৰাণ, সুৰেশ চন্দ্ৰ দহোটীয়া (টকাই কুলালে ৰান্ধনী সকলক মুঠতে ১৫০ টকা পাৰিশ্ৰমিক দিবলৈকো সিদ্ধান্ত কৰা হৈছিল)।

## স্বেচ্ছাসেৱক সকল

**সৰু মেছাইৰপৰা**—সৰ্ব্বশ্ৰী গজেন বড়া, সিদ্ধি নাথ মৰাণ, কুলেশ্বৰ মৰাণ, বীৰেন মৰাণ, খনেশ্বৰ মৰাণ, মদীব দহোটীয়া, মীনেশ্বৰ মৰাণ, দক্ষেণ মৰাণ, প্ৰবীণ মৰাণ, তোলেশ্বৰ মৰাণ, অৰবিন্দ মৰাণ, কোষেশ্বৰ ডেকা, ধৰ্ম্মেশ্বৰ দহোটীয়া, তোষেশ্বৰ চেতিয়া, মহেশ্বৰ মৰাণ, ৰূপ নাথ মৰাণ, সুবাস মৰাণ, বদন চন্দ্ৰ মৰাণ।

**স্বেচ্ছাসেৱিকা সকল**—সবিতা মৰাণ, সুভদ্ৰা চেতিয়া, দেহেশ্বৰী ডেকা, অৱলী মৰাণ, ৰেবতী মৰাণ, মিলা মৰাণ, গন্ধেশ্বৰী মৰাণ, কুশলতা মৰাণ, নুমলী চেতিয়া, দেৱলতা মৰাণ।

**কাঠলগুৰি গাৱঁৰপৰা**—লীলেশ্বৰ মৰাণ, গোবৰ্দ্ধন মৰাণ, সিদ্ধেশ্বৰ মৰাণ, নৰেন মৰাণ, নালেশ্বৰ মৰাণ, লম্বিত মৰাণ, তৰুণ মৰাণ, সুৰেশ্বৰ মৰাণ, বুতন নেওগ, ললিত মৰাণ, ৰত্নেশ্বৰ মৰাণ।

**স্বেচ্ছাসেৱিকা**—নিয়দা মৰাণ, বুবু প্ৰভা মৰাণ, মহিতি মৰাণ, দুৰ্লভা মৰাণ, তৰুলতা মৰাণ, গোলাপী মৰাণ, সবিতা মৰাণ, খমন মৰাণ, সুখদা নেওগ আৰু সুবলা মৰাণ।

**১নং সৰু ডিৰাক গাওঁ**—ফটিক চন্দ্ৰ খাউণ্ড, ৰাজেন দহোটীয়া, মুহিধৰ মৰাণ, মীন কুমাৰ দহোটীয়া, শিব নাথ দহোটীয়া, প্ৰিয় দহোটীয়া।

**স্বেচ্ছাসেৱিকা**—ইলাবতী দহোটীয়া।

**সোণজান গাওঁ**—ভগেশ্বৰ মৰাণ, সুখেন মৰাণ।

**ডিৰাক গাওঁ**—ফটিক খাউণ্ড, নিপেন মৰাণ।

**বৰমেছাই গাওঁ**—বিজয় কুমাৰ দহোটীয়া, লফক মৰাণ, হৰেন্দ্ৰ মৰাণ, খগেশ্বৰ মৰাণ, সুৰেণ দহোটীয়া, ভূবন মৰাণ, মুখেশ্বৰ মৰাণ, নোমল মৰাণ, খগেন মৰাণ, দিলীপ মৰাণ, প্ৰবীণ মৰাণ, টঙ্কেশ্বৰ মৰাণ, দিলীপ মৰাণ (২), যাদব মৰাণ, অনন্ত মৰাণ, সুৰেশ চন্দ্ৰ দহোটীয়া, মীনেশ্বৰ মৰাণ, পিলেশ্বৰ মৰাণ, দীন নাথ মৰাণ, টঙ্কেশ্বৰ মৰাণ, (২) থুলেশ্বৰ নেওগ, গপেশ্বৰ মৰাণ, লাভেশ্বৰ মৰাণ, সুমণ মৰাণ, প্ৰেমধৰ দহোটীয়া, প্ৰবীণ মৰাণ, মিলেশ্বৰ মৰাণ, অলেশ্বৰ মৰাণ, ৰবীন মৰাণ, বিপিন মৰাণ, টঙ্কেশ্বৰ মৰাণ (৩) মুনীন মহন্ত, নগেন মৰাণ, (২) পুনা ৰাম মৰাণ, মিলেশ্বৰ মৰাণ, কান্তেশ্বৰ মৰাণ, শ্ৰীমন্ত মৰাণ।

**স্বেচ্ছাসেৱিকা**—হেমলতা মৰাণ, ভবাৱতী মৰাণ, বহেশ্বৰী মৰাণ, হেমপ্ৰভা মৰাণ, মনোৰমা

মৰাণ, থানেশ্বৰী দহোটীয়া, সুপ্ৰভা দহোটীয়া, বীণা মৰাণ, সোণেশ্বৰী মৰাণ, অদিতি মৰাণ, খাদেশ্বৰী মৰাণ, দামেশ্বৰী মৰাণ, তিলোত্তমা মহন্ত, জালতী নেওগ, খুদুপী নেওগ, বীণাপাণি মৰাণ, প্ৰভাৱতী মৰাণ, পুতলা মৰাণ, লাভেশ্বৰী মৰাণ, ললিতী দহোটীয়া, শেৱালী দহোটীয়া, ৰঙিলী দহোটীয়া, ৰহিতী মৰাণ, হিলাৰতী মৰাণ, চেনি প্ৰভা মৰাণ, লোকেশ্বৰী মৰাণ, চিনেশ্বৰী মৰাণ, খেদাউ মৰাণ, ৰহিমলা মৰাণ, মাখেশ্বৰী মৰাণ আৰু সোণটি মৰাণ।

হাঁহখাটি গাওঁ—মোহন বড়া।

আমগুৰি গাওঁ—টঙ্কেশ্বৰ মৰাণ, লোহিত মাউত।

## তামোল-পাণ কটা আৰু দিয়াৰ কাৰণে

খগেশ্বৰ মৰাণ, ভানু দহোটীয়া, সুবাস, ডামে, ৰহিমলা, খুদুপী, জলতী, গোলাপী মৰাণ, সবিতা মৰাণ।

## সাংস্কৃতিক সন্ধিয়াৰ স্বেচ্ছাসেৱক সকল

দুৱাৰ ৰখীয়া—সনেশ্বৰ মৰাণ, ফণীধৰ মৰাণ (বৰমেছাই)
চীন টনা—লম্বেশ্বৰ মৰাণ, পমেশ্বৰ মৰাণ (বৰমেছাই)
সময় সঙ্কেত দিয়া—উমেশ মৰাণ (বৰমেছাই)

## ৰভাতলী পৰিচালনা কৰা

বৰমেছাই—ডিম্বেশ্বৰ মৰাণ, লাভেশ্বৰ মৰাণ, বিনোদ মৰাণ, সুৰেণ দহোটীয়া, পিলেশ্বৰ মৰাণ।
কঠালগুৰি—সীলেশ্বৰ মৰাণ, নৱেন মৰাণ।
সৰু মেছাই—মঞ্জিল দহোটীয়া, নগেন বড়া।
সোণজান—খ্ৰিষ্টোব্ৰত বৰুৱা, যোগান্ত নেওগ, সুখেন মৰাণ, ভূপেশ্বৰ মৰাণ।

প্ৰচাৰৰ কাৰণে গোটেই অঞ্চলটোক ৫ ভাগত ভাগ কৰি বিভিন্ন দলক দায়িত্ব দিয়া হৈছিল।

১। মেছাই ডিবাক অঞ্চল—পোনা ৰাম হাজৰিকা, শৰৎ চেতিয়া, সুখীধৰ দহোটীয়া, নৱেন মৰাণ।
২। লিটং অঞ্চল—তিলক মৰাণ, যতীন নেওগ।
৩। মাকুম টিংৰাই অঞ্চল—ললিত মৰাণ, নীলাম্বৰ মৰাণ।
৪। শিমলুগুৰি অঞ্চল—শৰৎ চেতিয়া, নোমল মৰাণ, বুদ্ধেশ্বৰ মৰাণ।
৫। কাকপথাৰ, ডেক্তী, ৰঙালী অঞ্চল—মজিদ দহোটীয়া, ডিম্বেশ্বৰ মৰাণ, লম্বোদৰ মৰাণ।

ৰভাতলীত তামোল পাণ দিয়া সকলৰ নাম—তৰাৰতী মৰাণ, শেৱালী দহোটীয়া, প্ৰভাৱতী মৰাণ, নিৰ্মালী মৰাণ, ভানু দহোটীয়া।

## ৰভাতলীত পানী যোগান ধৰাসকল

পুৰুষ বিভাগ—গোবৰ্দ্ধন মৰাণ, সুৰেশ্বৰ মৰাণ, সুৱন মৰাণ, হৰেন্দ্ৰ নাথ মৰাণ, পদ্মেশ্বৰ নেওগ, লফ মৰাণ, ভলি কুমাৰ দহোটীয়া, ফটিক খাউণ্ড, গণেশ্বৰ মৰাণ।

মহিলা বিভাগ—বৰু মৰাণ, সুমলী দহোটীয়া, পুণ্যলতা মৰাণ, নলিনী মৰাণ, প্ৰেমদা মৰাণ,

গোলাপী মৰাণ।

ৰভাতলী পৰিচালনাত—তিলেশ্বৰ মৰাণ, লাভেশ্বৰ মৰাণ, তিলক চন্দ্ৰ মৰাণ, নৰেন মৰাণ, মজিল দহোটীয়া, বিনোদ মৰাণ, বিজয় দহোটীয়া, গজেন বড়া, সুৰেন দহোটীয়া, ডিম্বেশ্বৰ মৰাণ, দিষ্ট্ৰোব্ৰত বৰুৱা, যুগান্ত নেওগ, সুখেন মৰাণ, ভলেশ্বৰ মৰাণ।

## ভাত বিলনীয়া

পুৰুষৰ কাৰণে—টঙ্কেশ্বৰ দহোটীয়া, দিলীপ দহোটীয়া (ভাত দিয়া), নোমল দহোটীয়া, বিপিন মৰাণ (দাইল দিয়া), নোমল দহোটীয়া, বিপিন মৰাণ (পাচলি দিয়া), সেবেশ্বৰ মৰাণ (পানী দিয়া)।

মহিলাৰ কাৰণে—চমেশ্বৰী মৰাণ, খদকী মৰাণ (ভাত দিয়া), মাযেশ্বৰী মৰাণ, ৰহিমলা মৰাণ (দাইল দিয়া), সোণটি মৰাণ, চিনেশ্বৰী মৰাণ (পাচলি দিয়া), খুদুনী মৰাণ (পানী দিয়া)।

মেছাই চাৰি আলিত থাকি আলোচনা চক্ৰলৈ অহা প্ৰতিনিধিসকলক সভাস্থলীলৈ পথ নিৰ্দ্দেশক—খনেশ্বৰ মৰাণ।

প্ৰতিনিধি শিবিৰ তত্ত্বাৱধানত—নোমল দহোটীয়া, নন্দা দহোটীয়া।

চকি টেবুল অনা—মিলিক দহোটীয়া, দিলীপ মৰাণ, নন্দা দহোটীয়া, মুনীন মহন্ত, প্ৰবীণ দহোটীয়া, চোত মৰাণ।

বাহিৰৰপৰা প্ৰতিনিধিক ডুমডুমাৰপৰা আনিবৰ কাৰণে—তিভেশ্বৰ মৰাণ, বীৰেন্দ্ৰ মৰাণ, ফুলেশ্বৰ মৰাণ, বিনোদ মৰাণ।

## নাটক পৰিবেশন

কানি নিবাৰণ আন্দোলনটো সাৰ্থক কৰি তুলিবৰ কাৰণে ডেকাসকল ইমান আন্তৰিকতাৰে লাগিছিল যে তেওঁলোকে আনকি সাংস্কৃতিক সন্ধিয়াত কানিৰ ওপৰত নিজে নিজে নাটক, গীত লিখি প্ৰতিযোগিতামূলক ভাবে দৰ্শকক পৰিবেশন কৰিছিল।

| নাটকৰ নাম | গাওঁ |
|---|---|
| ১। জোনাক আহিছে | বৰমেছাই গাওঁ |
| ২। অনুকৰণ | ১নং কাচিজান |
| ৩। সমাজৰ আবৰ্জ্জনা | সৰুমেছাই গাওঁ |
| ৪। তিনিটা প্ৰতিজ্ঞা | সৰু মেছাই যুৱক সঙঘ |
| ৫। কানি খোৱা শেষ | বৰমেছাই গাওঁ |
| ৬। নতুন পোহৰ | কঠালগুৰি মাইথং পানী মধ্য ইংৰাজী বিদ্যালয় |
| ৭। সাংঘাতিক | নগাওঁ যুৱক সঙঘ |
| ৮। তেজ, কানি, মদ | ১নং সৰু ডিৰাক গাওঁ |
| ৯। উপলব্ধি | ৰঙাজান গাওঁ |
| ১০। শেষ পৰিণাম | কঠালগুৰি গাওঁ |

১১। দোষী কোন? — বৰমেছাই গাওঁ

**গীত প্ৰতিযোগীসকল**

| গায়ক | গাওঁ |
|---|---|
| ১। মুকুল গগৈ | লাজুম পথাৰ গাওঁ |
| ২। গকুল দুৱৰা | লিটং গাওঁ |
| ৩। ভুবন চন্দ্ৰ মৰাণ | বৰমেছাই গাওঁ |
| ৪। ভুবন চন্দ্ৰ মৰাণ | বৰমেছাই গাওঁ |
| ৫। পদ্মেশ্বৰ মৰাণ | হাঁহখাটি গাওঁ |
| ৬। ভদ্ৰেশ্বৰ মৰাণ | বৰমেছাই গাওঁ |
| ৭। সোৱন চন্দ্ৰ মৰাণ | বৰমেছাই গাওঁ |

**সাংস্কৃতিক সন্ধিয়াৰ প্ৰতিযোগিতাৰ বিচাৰকমণ্ডলী**

| | |
|---|---|
| ১। প্ৰবীণ দহোটীয়া | ১নং সৰু ডিৰাক গাওঁ |
| ২। গোলক মৰাণ | হাতীগড় গাওঁ |
| ৩। দিতেশ্বৰ মৰাণ | টঙনা গাওঁ |
| ৪। গম্ভীৰ গগৈ | হাঁহখাটি গাওঁ |

**প্ৰতিনিধিসকল—**

আমগুৰি গাওঁ—পদুম ডাঙৰীয়া, খাপমাৰা—ডালিম মৰাণ, গোপাল মৰাণ, সোণজান গাওঁ—ডিম্বেশ্বৰ মৰাণ, ফেনিত মৰাণ, যজ্ঞো খোৱা—পূৰ্ণ কান্ত চাৰুৱক, ভীম কান্ত, বৰ মেছাই গাওঁ—ললিত মৰাণ, উমেশ চন্দ্ৰ মৰাণ, বৰ গাওঁ—পদ্মেশ্বৰ চুতীয়া, নাগেশ্বৰ চুতীয়া, টঙনা গাওঁ পঞ্চায়ত—চন্দ্ৰেশ্বৰ মহন্ত, ফুলেশ্বৰ বড়া, অসমীয়া কাঠগাওঁ—মনেশ্বৰ ডেকা, .............. মৰাণ, সৰুমেছাই গাওঁ—অৰবিন্দ মৰাণ অথবা ৰূপ নাথ মৰাণ, গেঠন চন্দ্ৰ দহোটীয়া, মামৰণি—বেণুধৰ বৰুৱা, আচাম্বৰ বৰুৱা, বুঢ়ীদিহিং গাওঁ পঞ্চায়ত—লিতেশ্বৰ মৰাণ, লক্ষীপথাৰ—যোগেন্দ্ৰ গোস্বামী, গধেগুৰি গাওঁ—অতুল মৰাণ, মানিক নেওগ, বেতনী—ভোগেশ্বৰ মৰাণ, কাণি বড়া, কঠালগুৰি—গিৰিশ চন্দ্ৰ মৰাণ, ৰত্নেশ্বৰ মৰাণ, ৰাইডাং—দেবেন মৰাণ, মণিকান্ত মৰাণ, হাতীজন গাওঁ—যোগেন গোহাঁই, ইন্দ্ৰেশ্বৰ চেতিয়া, নাহৰণী—মীন কান্ত মৰাণ, পুণ্যেশ্বৰ মৰাণ, মতাপুং—ভোগেশ্বৰ মৰাণ, ফুলেন মৰাণ, ডিম্বেশ্বৰ মৰাণ, তিলেশ্বৰ মৰাণ, ইন্দ্ৰেশ্বৰ মহন্ত, নগেন মৰাণ, লাংকাচি—ইন্দ্ৰেশ্বৰ মৰাণ, ধনী ৰাম মৰাণ, গুকানী—বিনয় ফুকন, জনক ফুকন, গড়িয়া টিং—হলধৰ গোহাঁই, কপাহতলী—ভোগেশ্বৰ মৰাণ, টিলেশ্বৰ মৰাণ, হাহঁখাটি—উমেশ চন্দ্ৰ মৰাণ শুক্ৰধৰ মৰাণ, চুমনি বৰ ডিৰাক গাওঁ—খগেন বড়া, দেবেন সণোৱাল, সৰু ডিৰাক গাওঁ—প্ৰবীণ দহোটীয়া, আনন্দ চন্দ্ৰ দহোটীয়া, চেঙেলী গাওঁ—নিৰ্ম্মল চুতীয়া, ডম্বৰু কোঁৱৰ, নৱজ্যোতি—গধুলা শইকীয়া, নিৰুবাই ফুকন।

কানিয়াসকলৰ প্ৰতিনিধিও মুকলি সভাত যোগদান কৰিছিল। তেওঁলোকৰ সন্মানত আঘাত পৰিব পাৰে বুলিয়েই নামবোৰ প্ৰকাশ কৰা নহ'ল।



## আলোচনা চক্ৰ

আলোচনা চক্ৰৰ আঁত ধৰিছিল ডাঃ ঘনশ্যাম দাসে আৰু নিৰ্দ্দিষ্ট বক্তা তথা মুখ্য আলোচক আছিল ডাঃ বীৰেণ চৌধুৰী।

স্বেচ্ছাসেৱকসকলৰ দুদিনীয়া প্ৰশিক্ষণৰ ভাৰ পৰিছিল মোৰ ওপৰত। স্বেচ্ছাসেৱক সকলে পালন কৰা নিয়মানুবৰ্ত্তিতা আৰু তেওঁলোকৰ জানিবলৈ কৌতুহল দেখি মই মোৰ মনতে প্ৰেৰণা লাভ কৰিছিলোঁ। এই স্বেচ্ছাসেৱক সকলে গাৱঁত কাম কৰিলে কানি নিবাৰণ হ'ব বুলি মই প্ৰত্যয় গৈছিলোঁ।

মুকলি সভাত লোকে লোকাৰণ্য হৈছিল যেন অসম সাহিত্য সভাৰ অধিবেশনৰ এক ক্ষুদ্ৰ সংস্কৰণ হে। সভাপতিত্ব কৰিছিল ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদৰ সভাপতি শ্ৰীবীৰেন্দ্ৰ নাথ ফুকনদেৱে। চেক্ৰেটৰী শ্ৰীঅচ্যুৎ শৰ্ম্মাও উপস্থিত আছিল। মৰাণ সত্ৰসমূহৰ অতি শ্ৰদ্ধাভাজন সত্ৰাধিকাৰ প্ৰভু সকলেও যোগদান কৰি এই আন্দোলন সফল হ'বলৈ আশীৰ্ব্বাদ দিছিল। আগতে হেনো এনে ধৰণৰ ৰাজহুৱা সভাত, বিশেষকৈ





কানি নিবাৰণ সভাত, তেৰাসকলে যোগ দিয়া নাছিল আৰু কানি সম্পৰ্কীয় কোনো কথাত মাত মতা নাছিল। তেৰাসবৰ শিষ্যসকলৰ বহুতে কানি খাইছিল। গতিকে এই বিতৰ্কিত কথাটোত সোমাই শিষ্যসকলৰ অপ্ৰিয় হ'বলৈ ইচ্ছা নকৰিছিল। আলোচনা চক্ৰৰ আগতে কুলেশ্বৰ মৰাণক লগত লৈ মই সত্ৰাধিকাৰ সকলৰ ওচৰলৈ গৈ মুকলি ভাবে আলোচনা কৰিছিলোঁ আৰু মুকলি সভাত যোগদান কৰিবলৈ অনুৰোধ কৰিছিলোঁ। পাছত অভ্যৰ্থনা সমিতিৰ ফালৰপৰা তুলসী মৰাণ আৰু সুধীধৰ দহোটীয়া গৈ



পৰম্পৰা অনুসৰি যথাবিহিত ভাবে নিমন্ত্ৰণ কৰি আহিছিলগৈ। এই ক্ষেত্ৰত জয় ৰাম মৰাণ আৰু কুলেশ্বৰ মৰাণেও সক্ৰিয় ভূমিকা লৈছিল। সত্ৰাধিকাৰ সকলৰ উপস্থিতি আমাৰ স্বেচ্ছাসেৱক সকলৰ কাৰণে অতীব প্ৰেৰণাদায়ক আছিল। কাকপথাৰৰ আবকাৰী পৰিদৰ্শক উপেন কলিতাই অভ্যৰ্থনা সমিতিৰ সম্পাদক হিচাপে দেখুৱা ঐকান্তিকতা সদায় মনত থাকিব। মুঠতে চৰকাৰ তথা আবকাৰী বিভাগ আৰু



ৰাইজৰ ঐক্যানুভূতি-প্ৰসূত সমন্বয়ৰ এই আঁচনি কৃতকাৰ্য্যতাৰে সাৰ্থক কৰি তোলা হৈছিল। মৰাণ সম্প্ৰদায়ৰ ডেকা, গাভৰু আৰু মুখিয়াল সকলৰ আন্তৰিক সহযোগ আৰু প্ৰদৰ্শন কৰা অভূতপূৰ্ব্ব উৎসাহ-উদ্দীপনা মই কেতিয়াও পাহৰিব নোৱাৰিম। অসম ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদে আৰ্থিক সহায় আগবঢ়াইছিল। এই আলোচনা চক্ৰই কানিৰ বিৰুদ্ধে প্ৰকৃত জন জাগৰণ আনিবলৈ সমৰ্থ হৈছিল।

বৰমেছাইৰ এই আলোচনা তথা কানি নিবাৰণ মহা-উৎসৱৰ পাচত প্ৰতি গাৱঁৰ স্বেচ্ছাসেৱক সকলৰ ঐকান্তিক চেষ্টাত, সমুদায় অঞ্চলটো জুৰি, প্ৰচাৰ অভিযান চলিছিল। ঠায়ে ঠায়ে শিক্ষকৰ নেতৃত্বত স্কুলীয়া ছাত্ৰ ছাত্ৰীৰ আৰু মহিলা সকলৰ শোভাযাত্ৰা ওলাই গাওঁ পৰিভ্ৰমণ কৰাৰ উপৰিও কানীয়াসকলৰ ঘৰলৈ গৈ বুজাইছিল।

## কানি নিবাৰণী কৰ্ম্ম আঁচনি উদ্বোধন

"এক গঠনমূলক বৈপ্লৱিক গণ আন্দোলন সৃষ্টি কৰি সমাজ ধ্বংশকাৰী কানি বৰবিহ সমূলঞ্চে নিৰ্ম্মূল কৰি, কানিৰ কৰাল গ্ৰাসৰপৰা সমাজক মুক্ত কৰিবৰ কাৰণে" নিৰ্দ্দিষ্ট কৰ্ম্ম আঁচনি এখন গ্ৰহণ কৰা হৈছিল। ১৯৮১ চনৰ ১ ফেব্ৰুৱাৰী সোমবাৰে কাকপথাৰ অঞ্চলৰ লাজুম গাৱঁৰ বীণাপাণি স্কুল প্ৰাঙ্গণত তলত দিয়া কাৰ্য্য-সূচীৰে এই আঁচনিৰ উদ্বোধনী উৎসৱ পতা হৈছিল।

১। দিনৰ ১০ বজাত সকলো গাৱঁৰ ৰাইজ নিজ নিজ গাৱঁৰ স্কুল বা নামঘৰত গোট খাই শোভাযাত্ৰা কৰি, দলে বলে আহি ১১ বজাৰ ভিতৰত লাজুম গাৱঁৰ বীণাপাণি স্কুল প্ৰাঙ্গণত মিলিত হ'ব।

২। ১১-৩০ বজাত স্বেচ্ছাসেৱক সকলৰ শপত গ্ৰহণ আৰু বেজ পৰিধান।



৩। দুপৰীয়া ১২ বজাত ৰাইজে দলে বলে লাজুমত থকা ৰাইজৰ জ্ঞাত কানি বেপাৰীসকলৰ ঘৰলৈ গৈ কানি এৰিবলৈ অনুৰোধ কৰি নৈতিক হেঁচা দিব।

৪। ১ বজাৰ পৰা মুকলি সভা।

উদ্বোধক—শ্ৰীবীৰেন ৰাম ফুকন, সভাপতি, ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ, অসম।

সভাপতিত্ব কৰিব—হাতীগড় মোলানি সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীৰমেশ চন্দ্ৰ গোস্বামীদেৱে।

ইয়াৰ কাৰণে শ্ৰীপৰেশ মৰাণক সভাপতি, শ্ৰীফুলেশ্বৰ দহোটীয়াক সম্পাদক আৰু শ্ৰীপ্ৰসন্ন গোস্বামীক সহঃ সম্পাদক হিচাপে লৈ এখন অভ্যৰ্থনা সমিতিও কৰা হৈছিল।



কিছুমানে ধৰ্ম্মৰ দোহাই দি কানি খোৱাৰ কথা কোৱাত মই কেইবাগৰাকীও মৰাণ-মটক সত্ৰৰ সত্ৰাধিকাৰসকলৰ ওচৰ চাপিছিলোঁ। ফলস্বৰূপে তলত দিয়া 'মাদক দ্ৰব্য নিবাৰণৰ বিষয়ে সত্ৰাধিকাৰ সকলৰ সুচিন্তিত অভিমত' ছপা হৈ ওলাইছিল।

সিদিনাখন উদ্বোধনী উৎসৱলৈ গাওঁবোৰৰপৰা অহা শোভাযাত্ৰাবোৰে, আৰু আশাতীত দৰ্শকৰ উপস্থিতিয়ে, কানীয়াসকলৰ তনক লৰাইছিল আৰু তেওঁলোকে এই প্ৰথমবাৰৰ কাৰণে কানিৰ বিৰুদ্ধে এটা প্ৰবল জোকাৰণি অনুভৱ কৰিছিল।



## মাদক দ্ৰব্য নিবাৰণৰ বিষয়ে সত্ৰাধিকাৰ সকলৰ সুচিন্তিত অভিমত

"অজ্ঞতাৰ কাৰণে কুসংস্কাৰ বশতঃ আমাৰ বহু মানুহে কানি খাবলৈ ল'লে। কানিৰ বাগীত পুৰুষানুক্ৰমে তেওঁলোক ধনে, স্বাস্থ্যে, শক্তিয়ে, বিদ্যাই, বুদ্ধিয়ে সকলো ফালৰপৰা নিশকতীয়া হৈ পৰিল। ফলত আমাৰ সমাজ খন দুৰ্ব্বল হ'ল। বৰ্ত্তমান উন্নয়নমুখী সমাজত আমি খোজ মিলাব নোৱাৰা হ'লোঁ। এনেদৰে কানি ব্যৱহাৰ কৰি থাকিলে ভৱিষ্যতত আমাৰ সমাজৰ কোনো উদগতি নহ'ব বুলি আমি ধাৰণা কৰিছোঁ; সেয়ে এই ধ্বংসৰপৰা ৰক্ষা পৰিবৰ কাৰণে কানি-মদ খোৱা সকলক কানি আৰু মদ এৰি দিবলৈ আমি পৰামৰ্শ দিছোঁ। কোনো

মাদক দ্ৰব্যই সমাজৰ ধৰ্ম্মীয় উপাদান হ'ব নোৱাৰে। অধৰ্ম্মীয়েহে তেনে বস্তু ব্যৱহাৰ কৰে। আমি শুনিবলৈ পাইছোঁ অন্ধ বিশ্বাসত বিশ্বাসী কিছু লোকে হেনো ধৰ্ম্মীয় বিশ্বাসত কানি খোৱাৰ কথা কয়। আজি আমি দৃঢ়তাৰে ঘোষণা কৰিছোঁ যে, কানি আৰু মদ সমাজৰ অনিষ্টকাৰী, পৰম বিহ। এই বিহ খাই নিজৰ আৰু দহৰ অনিষ্ট সাধন যেন কোনোৱে নকৰে। প্ৰকৃত পক্ষে এই দুয়োবিধ বস্তুৱেই ধৰ্ম্ম তথা সমাজ বিৰোধী।

এতিয়া ৰাইজে এই বিষয়ে গভীৰ ভাবে চিন্তা কৰি কানি আৰু মদ সমাজৰ পৰা আঁতৰ কৰিবলৈ আশু বিহিত ব্যৱস্থা ল'ব বুলি আমি পৰম আশা কৰিলোঁ।"
ইতি।

শ্ৰীঅংশ/ সদানন্দ মূৰ্ত্তী
শ্ৰীশ্ৰীবৰডিৰাক সত্ৰাধিকাৰ
শ্ৰীজীৱন চন্দ্ৰ গোস্বামী
সত্ৰাধিকাৰ, মায়ামৰা দিনজয় সত্ৰ
শ্ৰীজয় চন্দ্ৰ গোস্বামী
সত্ৰাধিকাৰ, মায়ামৰা মদাৰখাট সত্ৰ
শ্ৰীলিহিং চন্দ্ৰ মহন্ত
সত্ৰাধিকাৰ, মায়ামৰা টিপুক অমগুৰি সত্ৰ
শ্ৰীধন্য চন্দ্ৰ গোস্বামী
শ্ৰীশ্ৰী সোণালী সত্ৰাধিকাৰ
শ্ৰীবিক্ৰম চন্দ্ৰ গোস্বামী
সত্ৰাধিকাৰ, উৰাং মোলানী সত্ৰ
শ্ৰীলোক নাথ মহন্ত
সত্ৰাধিকাৰ, খেৰজান সত্ৰ
শ্ৰীৰমেশ চন্দ্ৰ মহন্ত
সত্ৰাধিকাৰ, মায়ামৰা মোলানী সত্ৰ
শ্ৰীজয়ৰাম মূৰ্ত্তী
সত্ৰাধিকাৰ, মায়ামৰা টিপুক ন হোলং সত্ৰ
শ্ৰীপ্ৰবিট চন্দ্ৰ মহন্ত
সত্ৰাধিকাৰ, টিপুক শিমলুগুৰি সত্ৰ



লাজুম যুৱক সংঘ, ওপৰ উবন যুৱক সংঘ, খেৰজান যুৱক সংঘ, চেঙা পথাৰ যুৱক সংঘ, কাকপথাৰ যুৱক সংঘ, তেজী যুৱক সংঘ, বৰআলি যুৱক সংঘ, হাতীগড় যুৱক সংঘ, কাচিজান যুৱক সংঘ, বৰাচুক যুৱক সংঘ, খেৰজান মহিলা সমিতি, চেঙা পথাৰ মহিলা সমিতি, ওপৰ উবন মহিলা সমিতি, লাজুম মহিলা সমিতি, বৰাচুক মহিলা সমিতি, তেজী মহিলা সমিতি, বৰআলি মহিলা সমিতি, হাতীগড় মহিলা সমিতি, কাচিজান মহিলা সমিতি, কাকপথাৰ মহিলা সমিতি আদিয়ে এই উৎসৱত সক্ৰিয় অংশগ্ৰহণ



কৰিছিল। কানি নিবাৰণৰ কাৰণে অঞ্চলটোত সামূহিক জন জাগৰণৰ সূচনা হৈছিল।

ইয়াৰ পাচত শিমলুগুৰি আঞ্চলিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ, ৰাথৈ আঞ্চলিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ, কাকপথাৰ আঞ্চলিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ, কৰ্দ্দৈগুৰি আঞ্চলিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ আদি বিভিন্ন আঞ্চলিক পৰিষদ গঠন কৰি স্বেচ্ছাসেৱক সকলে নিজ নিজ অঞ্চলত কানি নিবাৰণৰ কাম কৰিছিল। বৰমেছাইৰ পাচতে শিমলুগুৰি সত্ৰ, ৰাথৈ পূৰ্ব্বাঞ্চল এম, ই, স্কুল, কৰ্দ্দৈগুৰি, টঙনা, বৰআলি, তেজী আদি বিভিন্ন ঠাইত আঞ্চলিক ভিত্তিত ৰাজহুৱা সভাও হৈছিল। আঞ্চলিক পৰিষদবোৰ গঠন কৰি কাৰ্য্যক্ষম কৰি তোলাত কংগ্ৰেছ নেওগ, পৰেশ মৰাণ, গুণীন খাতোৱাল, গোপেন বড়া, দৌলত মৰাণ, নৰেণ দহোটীয়া, তুলসী মৰাণ, সুখীধৰ দহোটীয়া, ফুলেশ্বৰ মৰাণ, জয় ৰাম মৰাণ, ধীৰেণ মৰাণ, বশিষ্ঠ গোস্বামী আদি কৰ্ম্মীসকলে আগবঢ়োৱা সহযোগিতা আৰু তেওঁলোকৰ কৰ্ম্মনিষ্ঠা মোৰ সদায় মনত থাকিব।

১৫-৮-৭৯ তাৰিখৰপৰা কাকপথাৰত এখন কানীয়া হাস্পাতাল খোলা হৈছিল। ঘৰটো ৰাজ্যিক স্বাস্থ্য বিভাগৰ আছিল। হাস্পাতালৰ খৰচ ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদে বহন কৰিছিল। কাকপথাৰ চৰকাৰী ডাক্তৰ খানাৰ ডাক্তৰেই কানীয়া হাস্পাতালৰো ডাক্তৰ আছিল। ২/৩ বছৰ চলাৰ পাচত পূৰ্ব্বতে কৈ অহা টিৰাপ কানীয়া হাস্পাতালৰ বেমাৰে কাকপথাৰকো পাইছিল। অৰ্থাৎ লাহে লাহে খোৱা-লোৱা, দৰৱ-জাতি আৰু কৰ্ম্মচাৰী সকলৰ দৰমহাৰ অনাটন হৈছিল। ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণী পৰিষদ তথা চৰকাৰে ক্ৰমান্বয়ে কাণসাৰ নকৰা হৈছিল।

আনন্দৰ কথা যে, তেনে অৱস্থাতো স্বেচ্ছাসেৱক সকলে নিজৰ নিজৰ কাম নিষ্ঠাৰে কৰি আছিল। মই মাহটোৰ প্ৰায় ২০ দিনেই এইবোৰ গাৱঁত কটাইছিলোঁ আৰু ৰাইজৰ লগত যোগাযোগ অটুত ৰাখি দিনত সভা-সমিতি কৰি আৰু ৰাতি কানীয়াসকলৰ ওচৰলৈ গৈ বুজাইছিলোঁ। বহুত বন্ধুৱে মোৰ নিৰাপত্তাৰ কথা ভাবি, কানি নিবাৰণৰ কথা লৈ, এনেদৰে ভিতৰুৱা অঞ্চলবোৰত অকলে ঘূৰি ফুৰিবলৈ মানাও কৰিছিল। মই অকলে প্ৰায় গধূলিতে হাবি- বাঁহৰ তলে তলে অহা-যোৱা কৰিছিলোঁ কিন্তু কোনো দিনে কোনো এজনে মোক কোনো ভীতি-সূচক কথা কোৱা নাছিল। সততা আৰু অহিংস জন-কল্যাণমূলক সেৱাই ইয়াৰ মূল মন্ত্ৰ আছিল।

## সংগঠকৰ কাম ইস্তফা

চাৰি বছৰমান কাম কৰাৰ পাচত মই বৰ বেয়াকৈ অসুস্থ হৈ পৰিছিলোঁ। ঘূৰি ফুৰাৰ শক্তিকণ নোহোৱা হৈ পৰাত মই অবৈতনিক মাদক দ্ৰব্য নিবাৰণী সংগঠকৰ কামটোৰপৰা অব্যাহতি লৈছিলোঁ। মই অব্যাহতি লোৱাৰ ৩ মাহমান আগৰপৰাই কাম কৰিব পৰা নাছিলোঁ। মোৰ ওপৰত বিশ্বাস ৰাখিয়েই হ'বলা, পৰিষদে মোৰ মাহিলী অবৈতনিক ভাট্টা নিয়মিত ৰূপে পঠাই আছিল। মই কাম নকৰা সময় চোৱাৰ ভাট্টাৰ সকলো টকাসহ, মোৰ পদত্যাগৰ পত্ৰখন পঠাইছিলোঁ। এনেদৰে পোৱা টকা ঘূৰাই পঠোৱাত পৰিষদে কি ভাবিছিল ক'ব নোৱাৰোঁ—মই কিন্তু বিবেকৰ তাৰণাৰপৰা ৰক্ষা পৰিছিলোঁ।

## শেষ ফল

মই কামটো এৰাৰ পাচৰ পৰা ১৯৯৬ চনৰ এপ্ৰিল মাহলৈকে, মোৰ কানি নিবাৰণৰ

আন্দোলনৰ শেষ পৰিণতি কি হ'ল জানিবৰ কাৰণে মনত বৰ হাবিলাষ হৈছিল। তাকে জানিবৰ কাৰণে সক্রিয় কৰ্ম্মী কেইজনমানক কাকপথাৰলৈ মাতি পঠাইছিলোঁ। শ্রীমান তুলসী প্ৰসাদ মৰাণ, সুখীধৰ দহোটীয়া আৰু জয় ৰাম মৰাণ কাকপথাৰেলৈ আহি, মোক লগ পাই, এনে এটা সন্তোষ ভাব প্ৰকাশ কৰিছিল যেন, বহুদিনৰ মূৰত তেওঁলোকৰ পৰিয়ালৰ বুঢ়াজনক, লগ পাইছিল। তেওঁলোকৰ এই আনন্দ প্ৰকাশত মই অনুভৱ কৰা মানসিক তৃপ্তি, সহজে অনুমেয়। তেওঁলোকেই এক গৌৰৱ মিশ্রিত ভঙ্গীৰে জানিবলৈ দিলে যে, সেই অঞ্চলৰ ৰাইজে নিজক কানিৰ মোহ জালৰপৰা মুক্ত কৰিব পাৰিছে। ইয়াৰ দ্বাৰা মোৰ কল্পনাপ্ৰসূত সপোন, বাস্তৱ ৰঙীন ছবি হৈ ফলিয়ালে আৰু এইটোৱেই প্রতীয়মান হ'ল যে, সমাজক সকলো অন্যায়, অসূয়া, দুর্নীতি, কু-সংস্কাৰ আদিৰপৰা মুক্ত কৰি সুস্থ সবল সমাজ এখন গঢ়াৰ উত্তম উপায় হ'ল জন জাগৰণৰ মাধ্যমেৰে জনসাধাৰণক সচেতন কৰি তোলা।

কষ্টৰ ফল পালোঁ। ৰাইজৰ আনন্দত মই পৰম সুখী। কিন্তু ভাবিলে আচৰিত লাগে যে, এনে এটা কামৰ বাবে অসম ৰাজ্যিক মাদক দ্রব্য নিবাৰণী পৰিষদে আমাৰ কৰ্ম্মীসকললৈ এষাৰ প্ৰশংসা সূচক বাণী পঠোৱাৰো আৱশ্যকতা অনুভৱ নকৰিলে, যদিও এই কামটো পৰিষদৰে আছিল। মই জনাত, মোৰ পাচত পৰিষদৰ ফালৰপৰা আৰু কোনো দিন এই বিষয়ে খা-খবৰ কৰাৰ বা ৰখাৰ কোনো আৱশ্যকতা অনুভৱ কৰা নাই। আলোচনা চক্ৰলৈ পৰিষদৰ কৰ্ম্ম কৰ্ত্তাসকলক আমি নিমন্ত্রণ কৰি আনিছিলোঁ। তাৰ বাহিৰে আন্দোলনৰ চাৰি বছৰ কাল পৰিষদৰ কৰ্ম্মকৰ্তাসকলৰ কোনো এজনে স্বেচ্ছাই কোনো খবৰ কৰা নাছিল। সেই সময়ত মাজে-মধ্যে তেখেতসকলৰ উপস্থিতিয়ে কৰ্ম্মীসকলক আৰু অধিক উৎসাহিত কৰিলেহেতেন। অৱশ্যে তেওঁলোকৰ সময় নাছিল। প্ৰচাৰ-পত্ৰ উলিওৱা আদি কামতেই পৰিষদ ব্যস্ত। নিজক জাহিৰ কৰাৰ উত্তম উপায় ছপা কৰি প্ৰচাৰ-পত্ৰ প্ৰচাৰ কৰা। ইয়াত কাৰোঁ কোনো কষ্ট নাই, নিজস্ব খৰচ নাই। প্ৰচাৰ-পত্ৰই কাম কৰি থাকে। কাম নহ'লেও প্ৰচাৰৰ গুৰি ধৰোঁতা সকলৰ নাম যশ বাঢ়ে। ৰাইজে তেখেতসকলক চিনি পায়, সন্মান লাভৰ পথ প্ৰশস্ত হয়। লাখ লাখ টকা খৰচ কৰি পুহি থকা মাদক দ্রব্য নিবাৰণী পৰিষদখন নাথাকিলে, মাদক দ্রব্যৰ প্রচলন আজিতকৈ বেছি হ'লহেতেন নেকি? এই পৰিষদে আজি ইমান বছৰে মাদক দ্রব্যৰ প্রচলন কিমান হ্রাস কৰিলে তাৰ পৰিসংখ্যা এটা উলিয়াই ৰাইজক জনাব পাৰিব জানো?

অৱশ্যে এইটো সঁচা যে, কাকপথাৰৰ কানি নিবাৰণ আন্দোলনটো আছিল ৰাজ্যৰ এটা চুকৰ, এটা সৰু আন্দোলন। কিন্তু ইয়াৰ মূল্যায়ণ কৰা সহজ নহয়। অসম মাদক দ্রব্য নিবাৰণী পৰিষদৰ মাননীয় সদস্যসকলৰ চিন্তা, কল্পনা আৰু মানসিকতাৰ বাহিৰত বুলি ভাবিলে, বোধহয় ভুল নহ'ব।

যি কি নহওক, কানি চলি থাকিলে মাদক দ্রব্য নিবাৰণী পৰিষদৰ একো লোকচান নাই, লোকচান ৰাইজৰ। কানি খাই সৰ্ব্বহাৰা হয় ৰাইজ। গতিকে কানি নিবাৰণ ৰাইজৰেই কৰ্ত্তব্য। এতিয়াও যদি চুকে-কোনে কানি কৰবাত আছে, তেনেহ'লে মই ভাবোঁ, মৰাণ সভা আৰু মৰাণ ছাত্র সন্থাই অলপ জোকাৰি দিলেই অঞ্চলটো সম্পূর্ণ কানি মুক্ত হ'ব। সমাজৰ এই মুক্তিৰ কাৰণে অনুষ্ঠান দুটাইও গৌৰৱবোধ কৰিব পাৰিব।

## এৰা বোটলা
## ১৯৮৩ চনৰ সাধাৰণ নিৰ্ব্বাচন আৰু ডিগবৈ

অসমৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ লগতে ভোটাৰ তালিকাৰপৰা বিদেশীৰ নাম নকটালৈকে, সাধাৰণ নিৰ্ব্বাচন নাপাতিবলৈ, আন্দোলন কৰা হৈছিল। এই কথালৈ ভ্রূক্ষেপ নকৰি, ১৯৮৩ চনৰ ফেব্রুৱাৰী মাহত সাধাৰণ নিৰ্ব্বাচনৰ দিন ঘোষণা কৰিছিল। এই নিৰ্ব্বাচন বন্ধ কৰিবৰ কাৰণে অসম ছাত্ৰ সন্থাই উঠি পৰি লাগিছিল। ১৯৮৩ চনৰ ১৪ ফেব্রুৱাৰী তাৰিখ আছিল ডিগবৈ সমষ্টিৰ নিৰ্ব্বাচনৰ দিন। সেইদিনাখন যাতে ভোটাৰে ভোট দিবলৈ নাযায় তাৰ

কাৰণে ছাত্ৰসকলে পিকেটিঙৰ কাৰ্য্য-সূচী লৈছিল।

১৪ তাৰিখে ৰাতিপুৱাই কোনোবা দুৰ্বৃত্তই ইটাভাটাত থকা সৎসঙ্গ বিহাৰৰ অস্থায়ী মন্দিৰটো জুই লগাই পুৰি দিছিল। এই ঘটনাৰ পাচত তাত পুলিচ আহি জমা হৈছিল। লাহে লাহে পিকেটিংকাৰী সকলৰ সংখ্যাও বাঢ়ি গৈছিল। পুলিচে এই পিকেটিংকাৰী সকলকেই জুই দিয়া বুলি সন্দেহ কৰিছিল। পিকেটিংকাৰী আৰু পুলিচৰ মাজৰ তৰ্কা-তৰ্কী তুঙ্গত উঠিছিল। পিকেটিংকাৰী ২/৪ জনৰ হাতত জাঠী আৰু দা দেখি পুলিচ পিচ হুহকি থানা পাইছিল গৈ। থানাৰপৰা 'আত্মৰক্ষা'ৰ কাৰণে আৱশ্যক হ'লে গুলী কৰিবলৈ মেজিষ্ট্ৰেটৰ হুকুম লৈ, পুনৰ ঘটনাস্থলী পাই, ছাত্ৰসকলক পিকেটিং এৰি গুচি যাবলৈ নিৰ্দ্দেশ দিছিল। ছাত্ৰসকলে পুলিচৰ কথালৈ কৰ্ণপাত নকৰি উত্তেজিত ভাবে আগবাঢ়ি আহিছিল। ফলত পুলিচে গুলী কৰিছিল। সেই গুলীৰে বলী হৈছিল টিপাম বাগিচাৰ ৺শশী বৰঠাকুৰৰ পুত্ৰ অঞ্জন বৰঠাকুৰ। লগতে ভৰিত গুলী লাগি আঘাত প্ৰাপ্ত হৈছিল শ্ৰীবীৰেন গগৈ।

## বিনোবা ভাবেৰ ভূমি দান প্ৰসঙ্গ

বাপুজীৰ সৰ্ব্বোত্তম শিষ্য বিনোবা ভাবে ভূমি দান বিচাৰি পদব্ৰজে ভাৰত ভ্ৰমণৰ কাৰ্য্য-সূচী লৈ, ১৯৬১ চনৰ ৫ মাৰ্চ্চ তাৰিখে অসম পাইছিলহি। ভ্ৰমণসূচীত ডিগবৈ আৰু বৰজানো আছিল। ডিগবৈত তাৰ বাবে গঠিত অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী আছিল শ্ৰীমতী শোভানা ৰাণাডে আৰু সম্পাদক আছিলোঁ মই। ২৩ আগষ্ট তাৰিখে ৰাতিপুৱা টিংৰাইৰপৰা আহি, ডিগবৈ বালভৱনত এদিন এনিশা থাকি, ২৪ আগষ্ট তাৰিখে পুৱাতেই দল-বলে খোজ কাঢ়ি যাত্ৰা কৰিছিল বৰজানলৈ। বৰজান ফৰেষ্ট বঙলাত থকা খোৱাৰ বন্দবস্ত কৰা হৈছিল।



বৰজানত সকলো ঠিক ঠাক কৰি দুপৰীয়া দুই ঘণ্টাৰ কাৰণে মই ডিগবৈলৈ আহিছিলোঁ। সেই অৱসৰতে বিনোবাজীৰ লগত ফুৰা ভূদান কৰ্ম্মীসকলৰ লগত আলোচনা কৰি বৰজান গাৱঁৰ ৰাইজে তেওঁলোকৰ গাওঁখনক বিনোবাজীক দান দিবলৈ ঠিক কৰিছিল আৰু বিনোবাজীও দান ল'বলৈ প্ৰস্তুত হৈছিল। মই ঘূৰি গৈ বৰজান পোৱাত বৰজান গাৱঁৰ ৰাইজে বৰ গৌৰৱেৰে তেওঁলোকৰ সিদ্ধান্তৰ কথা মোক কৈছিল। মই কথাটো শুনি প্ৰমাদ গণিছিলোঁ। কাৰণ গাওঁখন বনগাওঁ। বন বিভাগৰ নিয়ম অনুসৰি সেই মাটি কেতিয়াও কোনোৱে বিক্ৰী বা আন কোনো প্ৰকাৰে হস্তান্তৰ কৰিব নোৱাৰে আৰু আৱশ্যক হ'লে বন বিভাগে যি কোনো সময়ত মাটি ঘূৰাই ল'ব পাৰে। গতিকে দান কৰাৰ কোনো অধিকাৰ বা কৰ্ত্তৃত্ব গাওঁবাসীৰ নাছিল। আবেলি তিনিচুকীয়াৰ বিধায়ক ৰাধা কিষান খেমকাৰে সৈতে লগ লাগি, বিনোবাজীক বনগাওঁৰ মাটিৰ কথাটো বুজাই দিয়াত, বিনোবাজীয়ে মুখ্যমন্ত্ৰী চলিহাদেৱৰ লগত আলোচনা কৰাৰ পাচতহে, তেখেতে দান লোৱা নোলোৱাৰ সিদ্ধান্ত দিব বুলি কৈছিল।

পাচত চিলঙত মুখ্যমন্ত্ৰী চলিহাদেৱৰ লগত সাক্ষাৎ হোৱাত তেখেতে মোক

কৈছিল—"আপুনি মোক এটা সঙ্কটৰপৰা ৰক্ষা কৰিলে। বিনোবাই নাজানি বৰজান গাওঁ দান হিচাপে গ্ৰহণ কৰি পেলালে আমি আইনগত সঙ্কটৰ সন্মুখীন হলোঁহেতেন। তেনে অৱস্থাত বাধ্য হৈ আমি হয়তো দানৰ বিপৰীতে যাব লগা হ'লহেতেন আৰু বিনোবাজীকো অপ্ৰস্তুত কৰা হ'লহেতেন।"

## মোক ৰাজনীতিয়ে নুশুজিলে

ইন্দিৰা গান্ধীয়ে জৰুৰী আইন প্ৰৱৰ্ত্তন কৰি, আৱশ্যক অনুসৰি আইনৰ ধাৰা সলনি কৰি হ'লেও, আইনক নিজৰ অনুকূলে ব্যৱহাৰ কৰিবলৈ লোৱাত, কংগ্ৰেছৰ প্ৰতি মোহ ভঙ্গ হৈছিল। মই কংগ্ৰেছৰ ঘোষিত নীতিত অবিচল আস্থাবান আছিলোঁ আৰু আজিও আস্থাবান। কিন্তু কংগ্ৰেছৰ নাম লৈ, কংগ্ৰেছৰ প্ৰবক্তা হৈ, কংগ্ৰেছৰ নেতৃত্ব লৈ, কংগ্ৰেছৰ নীতি বিৰোধী কাম কৰা নেতৃত্বক কংগ্ৰেছ বুলি ভবা নাছিলোঁ। দুৰ্ভাগ্য বশতঃ কংগ্ৰেছৰ ঘোষিত নীতিৰ কংগ্ৰেছ নহৈ, যিমানেই নীতি বিৰোধী নহওক কিয়, যিমানেই দুৰ্নীতিপৰায়ণ নহওক কিয়, নেতৃত্বৰ কথা আৰু কামেহে প্ৰকৃতাৰ্থত কংগ্ৰেছৰ নীতি হৈ পৰিল। এনে অৱস্থাৰ পৰিবৰ্ত্তন অনা মোৰ কাৰণে কল্পনাতীত। গতিকে ১৯৭৭ চনত অতি দুখেৰে সৈতে কংগ্ৰেছ ত্যাগ কৰি, বহুল প্ৰচাৰিত জনতা দলত যোগ দিছিলোঁ আৰু জনতা দলৰ ডিগবৈ সমষ্টিৰ সভাপতি নিৰ্ব্বাচিত হৈছিলোঁ।

১৯৭৮ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ আগে আগে প্ৰাৰ্থী সম্বন্ধে মতামত দিবলৈ নিৰ্দ্দেশ দিয়াত, ডিগবৈ সমষ্টি কমিটিয়ে এজনক বাদ দি, বাকী প্ৰাৰ্থী ৭ জনৰ যিকোনো এজনক প্ৰাৰ্থীত্ব দিবৰ কাৰণে সৰ্ব্বসন্মত সিদ্ধান্ত লৈছিল। সেই এজন আছিল শ্ৰীনিৰঞ্জন বিশ্বাস। ব্যক্তিগত ভাবে বিশ্বাসৰ প্ৰতি কাৰো কোনো শত্ৰুতা নাছিল আৰু তেখেত অযোগ্য বুলিও কোনোৱে কোৱা নাছিল। সম্পূৰ্ণ নীতিগত কাৰণত তেখেতৰ বিৰোধিতা কৰিছিল। যেনে—(১) তেখেতে কোনো দিন দলৰ স্থানীয় কমিটি বা জিলা কমিটিৰ লগত যোগাযোগ ৰখা নাছিল। (২) তেখেতৰ মনোনয়নৰ প্ৰ-পত্ৰখনো সমষ্টি কমিটি, ডিগবৈ নগৰ কমিটি, বা জিলা কমিটিৰপৰা লোৱা নাছিল। (৩) তেখেতৰ প্ৰ-পত্ৰ প্ৰাদেশিক কমিটিৰ কোনোবা এজন সদস্যই বিশেষ মানুহৰ যোগে তেখেতলৈ পঠাইছিল। (৪) প্ৰ-পত্ৰখন ভৰ্ত্তি কৰি তেখেতে স্থানীয় কমিটি বা জিলা কমিটিৰ কাৰ্য্যালয়ত নিদি, পোনে পোনে প্ৰাদেশিক কমিটিত জমা দিছিল। (৫) আনকি তেখেত কোনো দিনে স্থানীয় কমিটিৰ কাৰ্য্যলয়লৈ অহা নাছিল আৰু তেখেতে প্ৰাৰ্থী হোৱাৰ কথা আনহে নালাগে স্থানীয় কমিটিৰ এজন সদস্যকো জানিবলৈ দিয়া নাছিল। বিশ্বাসৰ মনোনয়ন বিচৰাৰ এই ব্যৱস্থাই আৰু স্থানীয় কমিটিৰ প্ৰতি দেখুৱা বিশ্বাসৰ অৱজ্ঞাই, কমিটিৰ সদস্য সকলৰ অনুভূতিত আঘাট কৰিছিল।

শেষত মোক মাৰ্ঘেৰিটা সমষ্টিত আৰু ডিগবৈত নিৰঞ্জন বিশ্বাসক মনোনয়ন দিছিল। মোক মাৰ্ঘেৰিটাত দি কমিটিয়ে ভুল কৰা নাছিল। মোৰ কাৰণে হিতেই কৰিছিল। কাৰণ আগতে মাৰ্ঘেৰিটা সমষ্টি ডিগবৈ সমষ্টিৰ অন্তৰ্গত আছিল কাৰণে মাৰ্ঘেৰিটাৰ সম্পূৰ্ণ এলাকাটোৰ চুক কোণ মোৰ জনা আছিল আৰু মাৰ্ঘেৰিটাৰ মানুহেও মোক বিচাৰিছিল। সেইবাৰ মাৰ্ঘেৰিটা আৰু ডিগবৈ দুটা বেলেগ সমষ্টি হোৱাত ডিগবৈ সমষ্টিৰ সৰহ অংশ নতুনকৈ যোগ হৈছিল। সেই ফালৰ পৰা মই স্বীকাৰ কৰোঁ যে, মোক মাৰ্ঘেৰিটাত দি মোৰ ভালেই চিন্তা কৰিছিল।

কিন্তু এই প্ৰশ্নটো মোৰ ৰাজনৈতিক লাভালাভৰ প্ৰশ্ন নাছিল—প্ৰশ্ন আছিল মোৰ ওপৰত জনতা দলৰ প্ৰদেশিক নেতৃত্বৰ বিশ্বাসযোগ্যতাৰ, প্ৰশ্ন আছিল সমষ্টি, কমিটি আৰু

ডিগবৈ নগৰ কমিটিৰ সৰ্ব্বসম্মত প্ৰস্তাৱৰ মূল্যাঙ্কণ আৰু কমিটি দুখনৰ প্ৰকৃত স্থিতিৰ যথাৰ্থতা। ডিগবৈ সমষ্টি কমিটিয়ে প্ৰস্তাব পঠোৱাৰ পাচত সভাপতি গোলাপ বৰবৰাই কমিটিক লগ পোৱাৰ সুবিধা কৰিব নোৱাৰিলেও, মোক কেইবাদিনো লগ পাইছিল। আনকি গুৱাহাটীতো লগ পাইছিল। কিন্তু কোনো দিন ঘুণাক্ষৰেও মোক এষাৰ কথাও কোৱা নাছিল, বৰং মোক এৰাই যোৱাৰ ভাব এটা মই লক্ষ্য কৰিছিলোঁ। তাকে নকৰি তেখেতে আমাক বিশ্বাসত লোৱাহেতেন, বোধহয় কোনো সমস্যাৰ সৃষ্টি নহ'লহেতেন। তেখেতে এবাৰ কোৱাহেতেনেই বোধহয় কমিটি সন্তুষ্ট হ'লহেতেন। তাকে নকৰি তেখেতে আমাক বিশ্বাসত নোলোৱাত, আনকি মোক লগ পাইও এষাৰ কথা নোকোৱাত মই হাই কমাণ্ডৰ এনে অবিশ্বাস্য হৈ, সেই পাৰ্টিৰ বিধায়ক হোৱাৰ নৈতিক অধিকাৰ মোৰ নাই বুলি বিবেচনা কৰিছিলোঁ। এনেদৰে পাৰ্টিৰ নামত নিজৰ আত্মসম্মান বিসৰ্জ্জন দি, বিধায়ক হোৱাৰ কোনো সাৰ্থকতা নাই বুলি ঠিৰাং কৰি, মই মোৰ মনোনয়ন প্ৰত্যাখ্যান কৰি, আৰু জনতা পাৰ্টিৰ সদস্য পদ ত্যাগ কৰি, তলৰ চিঠি আৰু টেলিগ্ৰাম পঠাইছিলোঁ।

## <u>চিঠি আৰু টেলিগ্ৰাম</u>

To

The President
Janata Party of Assam
Silpukhuri, Gouhati

Dated Digboi the January 30, 19973

D/Friend,

It pains me to note my protest against your arbitrary nomination of my candidature for Margherita Constituency in the forthcomeing elections. Further, as the President of Digboi Constituency Janata Committee, I consider the nomination of Shri Niranjan Biswas for Digboi Constituency dictatorial and challanging to the mandate of the Janata Party workers and members of this constituency as they urged upon you not to nominate him vide their unanimous resolution adopted in the constituency meeting held on 17-1-78 under my Presidentship. It may also be mentioned that Digboi Town Janata Party Committee also registered their unequivocal and strong protest against the nomination of Shri Niranjan Biswas as the member of the Tinsukia District Janata Party Committee but to no avail. They have also smelt a mystery in supplying Shri Biswas with Party's nomination forms directly by some unknown hands from State Committee.

These circumstances clearly point to the violation of the democratic norm in the working of the party. For all these I tender my resignation on moral ground, from the primary membership of the Janata Party with immediate effect.

Please find herewith a copy the telegram sent to you refusing your nomination of my candidature for Margherita Constituency.

Yours faithfully
**Dwijesh Chandra Deb Sarmah**
President, Digboi Constituency
Janata Party Committee, Digboi

Confirmatory copy of the Telegram—

TO

PRESIDENT JANATA PARTY ASSAM SILPUKHURY
GOUHATI

UNABLE TO ACCEPT NOMINATION FOR MARGHERITA (STOP) LETTER FOLLOWS

DWIJESH DEB SARMAH

## নিৰ্দ্দলীয় প্ৰাৰ্থী

হাই কমাণ্ডৰ এনে অবজ্ঞাসূচক কাৰ্য্যই কৰ্ম্মীসকলৰ আত্ম সন্মান আৰু মৰ্য্যদাত আঘাট কৰিছিল। এনেদৰে এলাগী হৈ নাথাকি এক অৰ্থপূৰ্ণ প্ৰতিবাদ সাব্যস্ত কৰিবৰ কাৰণে 'মনোনয়ন পত্ৰ দাখিলৰ চূড়ান্ত তাৰিখৰ আগদিনাখন' কৰ্ম্মীসকল গোট খাই "ডিগবৈ সমষ্টি গণতন্ত্ৰী নিৰ্ব্বাচনী কমিটি" গঠন কৰি নিৰ্ব্বাচনত প্ৰতিদ্বন্দিতা কৰিবলৈ মোক নিৰ্দ্দলীয় প্ৰৰ্থীৰূপে বাচনি কৰিছিল। নিৰ্ব্বাচনৰ প্ৰাক্‌মুহূৰ্ত্তত ভাবানুভূতিৰ প্ৰভাৱত পিচৰ কথা চিন্তা নকৰি লোৱা এই সিদ্ধান্ত হয়তো ভুল আছিল কিন্তু কৰবাত কাৰোবাৰ ব্যক্তি স্বাৰ্থ পূৰণৰ কাৰণে স্থানীয় কমিটিৰ প্ৰতি দেখুৱা চৰম অৱজ্ঞা আৰু অবিশ্বাসৰ প্ৰতিবাদ সাব্যস্ত কৰা উচিত হৈছিল।

প্ৰাৰ্থী হ'লোঁ কিন্তু নিৰ্ব্বাচন খেলিবৰ কাৰণে অৰ্থও নাছিল কোনো সাধনো নাছিল। যিকি নহওক মোৰ প্ৰাৰ্থীত্বৰ কথা শুনি আগবন্ধা গাৱঁৰ বুধীন খনিকৰে নিজে আহি তেখেতৰ পুৰণি জীপখন বিনা ভাড়াত দিছিল আৰু মাৰ্ঘেৰিটাৰ ভাগৱতী প্ৰেছে গোহাৰি পত্ৰখন আৰু ভোটৰ 'শ্লিপ' বিনা পইচাত ছপা কৰি দিছিল। জীপ পালেও পেট্ৰোল কিনিবলৈ পইচা নাছিল। এই অৱস্থাত সহকৰ্ম্মীসকলৰ ধৈৰ্য্য, চেষ্টা আৰু কষ্ট দেখি, তেওঁলোকৰ প্ৰতি কৃতজ্ঞতাত মোৰ মূৰ দোঁ খাই পৰিছিল। তেওঁলোকে ঘৰে ঘৰে গৈ খুজি, পেট্ৰোলৰ পইচা সংগ্ৰহ কৰি, নিজৰ গাঠিৰ ধনেৰে চাহ ভাত খাই, দিনে নিশাই কাম কৰিছিল। মই নিজে খুজি মাত্ৰ তিনি হাজাৰ টকা সংগ্ৰহ কৰি দিছিলোঁ। জীপখনেও মাজে-মধ্যে ঠেহ পাতি বৈ দি কৰ্ম্মীসকলৰ ধৈৰ্য্য, নিষ্ঠা আৰু ত্যাগৰ পৰীক্ষা লৈছিল। বহু সময়ত বহু পূজা পাতল দি, ঠেলি ঠেহ ভাঙিবলগীয়া হৈছিল। এদিন বগাপানীৰপৰা ডিগবৈলৈকে জীপ ঠেলি আনিবলগীয়া হৈছিল। জীপত থকা হিতেন শৰ্ম্মা, মোহন ডেকা, হৰিশ ভট্টাচাৰ্য্য, গোলাপ বৰঠাকুৰ, শিৱধন শৰ্ম্মা আদি কৰ্ম্মীসকলৰ মুখ শুকাই টেমী যেন হৈ পৰিছিল। মই তেওঁলোকৰ মুখলৈ চাব নোৱাৰি তলমূৰ কৰিছিলোঁ। তথাপিতো কৰ্ম্মীসকলে অদম্য উৎসাহেৰে কাম কৰিছিল। এই অৱস্থাতো 'ভোটাৰ শ্লিপ' প্ৰতি ভোটাৰে পাইছিল আৰু নিৰ্ব্বাচনৰ দিনাখন প্ৰতি ভোটৰ কেন্দ্ৰতে ভোটাৰ তালিকা সহ আমাৰ পোলিং এজেন্ট আছিল। অতি ভিতৰুৱা কেন্দ্ৰতো তাৰ ব্যতিক্ৰম হোৱা নাছিল। এখন টেক্সি ভাড়া কৰি মই মাত্ৰ ৩/৪ দিন মানহে সমষ্টিত ঘূৰিব পাৰিছিলোঁ। অকল এখন অকণমান ছপা প্ৰচাৰ পত্ৰ খনেই মোৰ নিৰ্ব্বাচনৰ পোষ্টাৰ, বেনাৰ, মাইক আদি সকলো আছিল। প্ৰচাৰ পত্ৰত চহী কৰোঁতা সকল আছিল—

ডিগবৈৰ পৰা—হিতেন শৰ্ম্মা, হৰিশ চন্দ্ৰ ভট্টাচাৰ্য্য, মোহন ডেকা, শিৱধন শৰ্ম্মা, অবিনাশ চন্দ্ৰ নাথ, দীনেন্দু কুমাৰ দেব, পুল চান্দ কাহাৰ, ভদ ৰাম খনিকৰ, শ্ৰীমতী ৰাধা ৰাণী

ভট্টাচাৰ্য্য, শ্ৰীমতী কৃষ্ণা দত্ত শৰ্ম্মা, কানু ভট্টাচাৰ্য্য, টি. বিজয় কুমাৰ, জে. চি. পাল, ডি. চি. কটকী, ভূপেন্দ্ৰ নাথ শৰ্ম্মা, কেশব বৰঠাকুৰ, ইউ. এন. কোৰঁৰ, জি. চি. ৰয়, অতুল চন্দ্ৰ ভট্টাচাৰ্য্য, মাখন দত্ত, হৰেন্দ্ৰ বৰঠাকুৰ, প্ৰসন্ন বৈদ্য, অচ্যুত শৰ্ম্মা, কমল চন্দ্ৰ গগৈ, যোগেন্দ্ৰ নাথ বৰদলৈ, নৰেন চন্দ্ৰ বৰুৱা, সত্যব্ৰত সেনগুপ্ত, ইউ. এম. দত্ত, টি.কে. দাস, বি. এন. তেৰাৰী, গোলাপ চন্দ্ৰ বৰঠাকুৰ, মাখন চন্দ্ৰ দত্ত, মহম্মদ ইনামুল হুদা, বংশী কাকতি, বদন চন্দ্ৰ কটকী, ৰিচ আলী, মানিকলাল দত্ত শৰ্ম্মা, মন মোহন দেব নাথ, হৰেণ চন্দ্ৰ ৰায়, বীৰেন কুমাৰ ৰাজখোৱা, নবীন চন্দ্ৰ বৰুৱা, অনুপম কুমাৰ তেজী, যদু গোপাল দে, ইউ. চি. দেবনাথ, ডিম্বেশ্বৰ শইকীয়া, সমৰেন্দ্ৰ ভাগৱতী, তৰুণ চন্দ্ৰ দাস, তৈয়ব আলি, প্ৰবোধ কুমাৰ সেনগুপ্ত, যখে আহিৰ বি নাইডু কানা নাইডু, সুদৰ্শণ বনুৱা, চি. কে. তামুলী, কে. কে. সিনহা, পি. প্ৰসাদ, পূৰ্ণ চন্দ্ৰ দেব নাথ, হৰিদাস নাথ, সৰলা বালা পাল, চিত্ত ৰঞ্জন গুহ, আব্দুল হান্নান, হিৰেন্দ্ৰ শৰ্ম্মা, খামেল চাব ষ্টোৰচ, ডিগবৈ। দেবী ভক্ত মগৰ, বিপুল কোৰঁৰ বালিজান, চেনী ৰাম শইকীয়া বৰজান, এচ. এন. সেনগুপ্ত, সভাপতি, ভাৰতীয় চাহ কৰ্ম্মচাৰী সঙ্ঘ, ৰাইডাং ফেক্টৰী, হাঁহচৰা, কপেশ্বৰ গগৈ, সম্পাদক, ভাঃ চাহ কৰ্ম্মচাৰী সঙ্ঘ, হাঁহচৰা, কৃষ্ণ শেখৰ ভট্টাচাৰ্য্য, সুজিত দাশ গুপ্ত বগাপানী, বংশী বৰগোহাঁই, বীভা সণোৱাল, টিংৰাই, ভবেন সণোৱাল, প্ৰতিভা সণোৱাল নাহৰণী, দীন ৰাম দোমা, ৰক বাহাদুৰ লিম্বু গাওঁবুঢ়া পাৱৈ ফৰেষ্ট ভিলেজ, পৌলচ নাগ গাওঁবুঢ়া পানীখোৱা গাওঁ, সুৰেশ চন্দ্ৰ সৰকাৰ, ভৰত মহাতো, লক্ষ্মী ৰাম মাহাতো ৩নং গোলাই, টেকেলী মৰাণ বেটনী, অৰুণ চন্দ্ৰ দাস টিংৰাই, মনেশ্বৰ মূৰা গোপনাৰী, দিলীপ ডেকা, শৰৎ চন্দ্ৰ দত্ত, ৰঘু মাহাতো ১নং বৰবিল, ললিত মেচ বৰজান, মনিকান্ত মৰাণ, মিটন কুমাৰ মাহাতো ৰাইডাং গাওঁ, মনি ৰাত, পুনা ৰাম গোহাঁই, উমেশ চন্দ্ৰ বৰদলৈ দেবকান্ত বৰা ২নং গোলাই, গুণকান্ত লাহন টিংৰাই বনগাওঁ, বনমালী নায়ক পানীখোৱা, ডাচি ৰাম তাঁতি ১নং টকৌৰনী গাওঁ, ৰাজেন্দ্ৰ প্ৰসাদ দাস, ভূবন চন্দ্ৰ বসুমতাৰী ৰাম প্ৰসাদ সোণাৰ ১নং গোলাই, ৰণজিত দত্ত পানীখোৱা, পদ মাঝি ৩নং বৰবিল, গৌৰীলাল আগবল্কা, চন্দ্ৰ গগৈ, কণ্ঠ চেতিয়া কেন্দুগুৰি, গুণকান্ত লাহন টিংৰাই বনগাওঁ, গুটু ৰাম মৰাণ বেতনী, খিৰেশ্বৰ শৰ্ম্মা নাজিৰাটিং, যোগেন ফুকন, কণক মেচ টিংৰাই।

কৰ্ম্মীসকলে এটা কথাৰ কাৰণে বৰ আমোদ পাইছিল। প্ৰচাৰ বা জনসভাত প্ৰতিটো ৰাজনৈতিক দলে তেওঁলোকৰ বিৰোধী দলক বিশেষ সমালোচনা নকৰি কেৱল নিৰ্দ্দলীয় প্ৰাৰ্থীৰ বিৰুদ্ধেহে পঞ্চমুখ হৈ প্ৰচাৰ কৰিছিল। এই প্ৰাৰ্থীজনৰ ডাঙৰ ক্ৰটী হ'ল তেওঁ কোনো দলভুক্ত নোহোৱাৰ কাৰণে তেওঁৰ কথা কোনে শুনিব? তেওঁ কাৰো সমৰ্থন নাপাব সমষ্টিৰ কোনো কাম নহ'ব। তেওঁলোকৰ এই প্ৰচাৰে নিৰ্দ্দলীয় প্ৰাৰ্থীজনক তেওঁলোকৰ প্ৰধান প্ৰতিদ্বন্দী বুলি আওপাকে স্বীকাৰ কৰাকেই সূচাইছিল। হিতেশ্বৰ শইকীয়া ডিগবৈ ঘূৰি যোৱাৰ পাচৰপৰা কংগ্ৰেছৰ জনবল, ধনবলে সমষ্টিটোত যথেষ্ট প্ৰভাৱ পেলাইছিল। আনফালে যিমানেই নিৰ্ব্বাচনৰ দিন চমু চাপি আহিছিল সিমানেই টকা পইচাৰ অভাৱত আমি নিষ্ক্ৰিয় হৈ পৰিছিলোঁ। নিৰ্ব্বাচনত মই হাৰিছিলোঁ। কিন্তু এই হৰাতো আমাৰ কৰ্ম্মীসকলে গৌৰব বোধ কৰিছিল। কাৰণ এই নিৰ্ব্বাচনত 'জনতা পাৰ্টিৰ হাই কমাণ্ডে'ও তেওঁলোকৰ অৱজ্ঞাসূচক কৃতকাৰ্য্যৰ ভুল বোধহয় বুজি পাইছিল। প্ৰতিবাদ যথাযথ ভাবে সাব্যস্ত হৈছিল।

তেতিয়াৰপৰা মই সক্ৰিয় ৰাজনীতিৰপৰা চিৰদিনৰ কাৰণে বিদায় ললোঁ। ১৯৬৭ চনৰ এজন প্ৰকৃত বন্ধুৰ এষাৰ কথা মনতপৰাত সম্বিৎ ঘূৰাই পাইছিলোঁ; মনটো স্থিৰ হৈছিল।

## কুমগীটাং দুৰনীয়া আৰু ৰাজনীতি

মই একেৰাহে দুবাৰ বিধায়ক হৈছিলোঁ। ১৯৬৭ চনত তৃতীয় বাৰৰ কাৰণে কংগ্ৰেছৰ মনোনয়ন নাপালোঁ। মোৰ ঠাইত তিনিচুকীয়াৰ যদুনাথ ভূঞাই পাইছিল। মনোনয়নৰ খবৰ প্ৰকাশ হোৱাৰ পাচত এদিন হঠাতে গধূলি কেটেটেঙৰ সকলোৰে অতি শ্ৰদ্ধাৰ, সন্মানিত জ্যেষ্ঠ জনজাতি নেতা, কুমগীটাং দুৰনীয়া মোৰ ঘৰ পাইছিলহি। কেটেটেং অঞ্চলত ফুৰিবলৈ গ'লে মই তেখেতৰ ঘৰতেই আলহী হৈছিলোঁ আৰু ঘৰৰ পৰিয়ালৰ এজনৰ নিচিনা হৈ পৰিছিলোঁ। ৰাইজৰ কিবা জনাবলগীয়া কথা হ'লে, তেখেতো মাজে মধ্যে মোৰ ঘৰলৈ আহিছিল। সিদিনাখনো তেখেত অহাত আগে-পিচে সোধাৰ নিচিনাকৈ মই তেখেতক অহাৰ কাৰণ সুধিলত তেখেতে গহীনাই কৈছিল—"আপুনি মনোনয়ন নোপোৱাৰ কাৰণে বেয়া পাইছেনেকি? মই হ'লে বৰ সন্তোষ পাইছোঁ আৰু আপোনাৰ আগত মোৰ সন্তোষ প্ৰকাশ কৰিবলৈকে আহিছোঁ।" মই আচৰিত হোৱাদি সুধিছিলোঁ—"কিয়? আপুনি বা ৰাইজে মোক বেয়া পাইছিল নেকি?" তেখেতে উত্তৰ দিছিল "ভাল পোৱাৰ কাৰণেহে আনন্দ পাইছোঁ। আপোনাক ভগবানে ৰক্ষা কৰিছে। চাব, আপোনালোকৰ ৰাজনীতি নাথাকিব। বৰ বেয়া দিন আহিব ধৰিছে। ৰাজনীতিত ব্যক্তি-স্বাৰ্থই খোপনি লোৱা আৰম্ভ হৈছে। অনীতিয়েই নীতি হ'ব। ইয়ে সময়ত ভয়ানক ৰূপ ল'ব। সমাজ তথা ৰাজনীতি কৰাসকল অশান্তিত ভুগিব। ভগবানে আপোনাক সেই অশান্তিৰ পৰা ৰক্ষা কৰিছে। আমি জনজাতিৰ ৰাইজে মনে-প্ৰাণে আপোনাৰ মঙ্গল কামনা কৰোঁ। সেয়ে মোৰ আজি পৰম আনন্দ।"

কুমগীটাঙৰ এই মহাবাণী মনত নাৰাখি বোধহয় জীৱনত ডাঙৰ ভুল কৰিছিলোঁ।

## ৰবীন কাকতিৰ চিঠি আৰু উত্তৰ



আজীৱন কংগ্ৰেছ কৰ্ম্মী, মুক্তি যুঁজাৰু, বন্ধুবৰ ৰবীন কাকতিয়ে কংগ্ৰেছ এৰি ১৯৭৭ চনত গুৱাহাটীত চি. এফ. ডি (Congress for Democracy) নামৰ আন এটা ৰাজনৈতিক দল গঠন কৰি, মোক তিনিচুকীয়া জিলা কমিটিৰ সভাপতি মনোনীত কৰি, মোলৈ চিঠি এখন দিছিল। মই অসমৰ্থতা প্ৰকাশ কৰি তলৰ চিঠিখনেৰে উত্তৰ দিছিলোঁ।

ডিগবৈ
১১।৪।৭৭

প্ৰিয় কাকতি!

আশাকৰোঁ ভগবানৰ কৃপাত আপোনাৰ সৰ্ব্বাঙ্গীন মঙ্গল। আপুনি ১২ তাৰিখে আহিব বুলি ভাবি, চিঠি দিয়া নাছিলোঁ। কিন্তু এতিয়া আপোনৰ ভ্ৰমণসূচী বাতিল কৰাৰ কাৰণে, এই চিঠি লিখিলোঁ।

আপুনি বোধ হয় মোৰ ওপৰত বিশ্বাস ৰাখিয়েই মোক তিনিচুকীয়া জিলাৰ চি. এফ.

ডিৰ সভাপতি ৰূপে মনোনীত কৰিছে। মই খবৰটো আগেয়ে নাপাওঁ। দুই-এক বন্ধুৱে অসম ত্ৰিব্যুনত খবৰটো ওলোৱা বুলি কৈছিল যদিও, নিৰ্ব্বাচনৰ সময়ত বাতৰি কাকত পঢ়িবৰ সময় হোৱা নাছিল। যি কি নহওক, আপোনাৰ ভ্ৰমণ-সূচী আৰু গুৱাহাটীত হ'বলগীয়া অভিবৰ্ত্তনৰ বিষয়ে জনাই, মোলৈ তিনিচুকীয়া জিলাৰ চি. এফ. ডি.ৰ সভাপতি হিচাপে চিঠি দিয়াতহে মোৰ চেতনা আহিল। মই আপোনাক বিনীতভাবে জনাব খোজোঁ যে, মই চি. এফ. ডি.ত যোগ দিয়া নাই। মই অন্তৰেৰে সৈতে বিশ্বাস কৰোঁ যে, বৰ্ত্তমান অৱস্থাত একেটানীতি অৰ্থাৎ গান্ধীজীৰ প্ৰদৰ্শিত নীতিত চলিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱাৰ পাচত, দুটা দল বা পাৰ্টি কৰি ৰখাৰ বিশেষ সাৰ্থকতা নাই। সেইদেখি মই আশা কৰোঁ, চি. এফ. ডি. আৰু জনতা অনতিপলমে মিলি যাব। যি কি নহওক, মই আপুনি দিয়া দায়িত্ব ল'ব নোৱাৰিম। অনুগ্ৰহ কৰি বেলেগ ব্যৱস্থা লয় যেন। এই বিষয়ে Official চিঠি মই ইচ্ছা কৰিয়েই লিখা নাই। কাৰণ তেনে লিখা-লিখিৰপৰা চি. এফ. ডি.ৰ বিশেষ উপকাৰ নহ'ব। সেইদেখি আপোনালৈ এই ব্যক্তিগত চিঠিখন বিহিত ব্যৱস্থাৰ কাৰণে লিখিলোঁ। বেয়া নাপায় যেন। ভগবানৰ ওচৰত আপোনাৰ সুস্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰিছোঁ। নমস্কাৰ ল'ব।

ইতি।  
আপোনাৰ  
শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা

প্ৰতি

শ্ৰীৰবীন কাকতি  
আমবাৰী, গুৱাহাটী

## ডিব্ৰুগড় বিশ্ববিদ্যালয় প্ৰথম কোৰ্টৰ সদস্য

বহু বাধা বিঘিনি অতিক্ৰম কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাটো অসমৰ কাৰণে, বিশেষকৈ উজনি অসমৰ কাৰণে, এটা বিশেষ স্মৰণীয় কথা। এই বিশ্ববিদ্যালয় প্ৰতিষ্ঠাত কানৈ কলেজৰ অধ্যক্ষ লক্ষ্মী নাথ দত্তৰ অৱদান প্ৰভূত। সেই সময়ৰ শিক্ষা মন্ত্ৰী দেৱ কান্ত বৰুৱা অবিচল হৈ গুৰি ধৰাত, বিশ্ব বিদ্যালয়খনে গঢ় লৈ উঠাৰ কাৰণে বাটৰ হেঙাৰবোৰ আঁতৰি গৈছিল। তেখেতৰ চেষ্টাতেই অসম বিধান সভাত খৰখেদাকৈ ডিব্ৰুগড় বিশ্ববিদ্যালয় বিল গৃহীত হৈছিল। বিশ্ববিদ্যালয়খনৰ প্ৰথম 'কোৰ্ট'ৰ এজন সদস্য হোৱাৰ সৌভাগ্য মোৰো হৈছিল।

## আমোলাতন্ত্ৰৰ ৰঙা ফিটাৰ মাজত চৰকাৰ

চৰকাৰৰ বিভিন্ন বিভাগৰ সঞ্চালক সকলক সাধাৰণতে নিজ নিজ বিভাগৰ অভিজ্ঞ ব্যক্তি বুলি ধৰা হয়। তেখেতে চালি জাৰি কৰা বিভিন্ন প্ৰস্তাৱ আৰু আঁচনিবোৰ কাৰ্য্যকৰী কৰাৰ কাৰণে অনুমোদন বিচাৰি, বিভাগীয় সচিবলৈ পঠায়। কিন্তু সচিবালয়ৰপৰা সময় মতে অনুমোদন নহাৰ কাৰণে, বহু সময়ত প্ৰস্তাৱ বা আঁচনি কাৰ্য্যকৰী নহয়। এই বিষয়টোৰ ওপৰত আলোচনা কৰি, বিধান সভাত মই কেইবাটাও উদাহৰণ দাঙি ধৰিছিলোঁ। তাৰে কেইটামান তলত দিয়া হ'ল।

(১) মাদ্ৰাচা বোৰ্ডৰ সময় উকলি যোৱাত বিভাগে পঠোৱা নতুন বোৰ্ড গঠনৰ প্ৰস্তাৱ সময়মতে শিক্ষা সচিবৰপৰা অনুমোদন নোপোৱাৰ কাৰণে, সেই বছৰ বোৰ্ডে পৰীক্ষাৰ প্ৰশ্ন কাটিব নোৱাৰিলে। শেষত উপায় নাপাই, বিভাগীয় সঞ্চালকে প্ৰশ্নৰ ব্যৱস্থা কৰি, পৰীক্ষা লৈছিল। পৰীক্ষাৰ পাচত হে অনুমোদন আহিছিল।

(২) যোৰহাট আৰু তেজপুৰৰ দুখন সঙ্গীত বিদ্যালয়ৰ কাৰণে দুই লাখ টকাকৈ এক কালীন অৰ্থ মঞ্জুৰী, সচিবালয়ৰ অনুমোদন নহাৰ কাৰণে দিব পৰা নহ'ল।

(৩) কটন কলেজৰ কেইবাজনো অধ্যাপক ১২/১৪ বছৰ কাম কৰাৰ পাচতো, আনকি কোনো কোনোৱে বিভাগীয় মুৰব্বী হোৱাৰ পাচতো, সচিবালয়ৰ অনুমোদন নহাৰ কাৰণে, তেখেতসকলৰ চাকৰি নিগাজী হোৱা নাছিল।

(৪) কটন কলেজৰ এজন অফিচ সহায়ক বৰ্খাস্ত হোৱাৰ পাচতো সচিবালয়ৰ অনুমোদনৰ অভাৱত, চাৰি বছৰ কাম কৰি আছিল, দৰমহাও পাইছিল। ইত্যাদি।

উত্তৰত শিক্ষা মন্ত্ৰী দেৱ কান্ত বৰুৱাই ২৬-৩-৬৫ তাৰিখে বিধান সভাত কৈছিল—

"Sir, Mr. Dwijesh Sarmah raised a few questions about the delay in the secretariate and suggested reogranisation of the secratariate, Sir, I am not going into this question. I have asked the secretary to look into it. But infact that he may be correct at best in one case of temporary teachers who are in large number in Catton College. I spoke to my Secretary and also have given him one month's time to reply it. It needs reorganisation Sir, the Minister's order is passed by the Secretary and then it goes to Directorate and by the time it reaches the people, the Minister may have lost his job. Sir, in Red Fort of the Moghul Emperor it is written "Should there be paradise on earth, it is here, it is here and it is here." If the way in which the Secretariate is functioning now continues it will not be incorrect to say that some day it will be seen that a board is hung in front of the Secretariate with the writing "If there is parasite on earth it is here, it is here and it is here." Therefore I quite agree that we need a change in the administration organisation. sir, a lot of questions have been discussed about it. I recently raised question that in this country emphasis is placed on the seniority. I read a report by an American visitor to India. He said 'What is seniority in India? if a man says he has 10 years experience it is one year's experience multiplied by 10'. It is a static way of looking at thinks but the word is dynamic and I quite agree that we need a change in the administration set up quickly for the better of all of us."

## বিশ্বাসযোগ্যতা আৰু কৰ্ত্তব্য পৰায়ণতাৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন

এটা সাধাৰণ কথাই প্ৰায়েই অন্তৰত খুন্দিয়াই থাকে। ১৯৩৭/৩৮ চনৰ কথা। কড়া হুকুম, বিনা পাচত কোনোৱে ৰিফাইনাৰীত সোমাব নোৱাৰে। এদিন ৰাতিপুৱা ৬ বজাতেই কোম্পানীৰ জেনেৰেল মেনেজাৰ মিঃ ফ্লেমিং চাহাব ৰিফাইনাৰীলৈ গৈছিল। কিন্তু লগত পাচখন নথকাৰ কাৰণে, চৌকিদাৰে গেট খুলি নিদিলে। ফ্লেমিঙে জেনেৰেল মেনেজাৰ বুলি নিজৰ পৰিচয় দি গেট খুলিবলৈ হুকুম দিয়াত নেপালী চৌকিদাৰে কৈছিল—'মই জেনেৰেল

মেনেজাৰ, চাহাব, বাবু, মজদুৰ কাকো চিনি নাপাওঁ। মোৰ ওপৰত থকা হুকুমকহে মই চিনি পাওঁ। পাচ লাগে, পাচ নহ'লে সোমাবলৈ নিদিওঁ। ফ্লেমিং বঙলাগৈ ফিৰি আহি পাচখন লৈ, পুনৰ ৰিফাইনাৰীলৈ গৈ, চৌকিদাৰক ২৫ টকা 'বকচিচ্' দি কৈছিল—"তোমাৰ নিষ্ঠা আৰু কৰ্ত্তব্য পৰায়ণতাত মই অত্যন্ত সুখী হৈ টকা ২৫ টা 'বকচিচ' দিলোঁ। আনহাতে কিন্তু আজি মোক বিনা পাচত সোমাবলৈ দিয়া হেতেন, হয়তো তোমাৰ চাকৰিৰ টনাটনি হ'লহেতেন।

## 'হৰিণাৰ মাংসই বৈৰী'

মই বিধায়ক হোৱাৰ পাচত অসম বিধান সভাৰ অধ্যক্ষ, তথা অসমৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাদেৱৰ নিকট-সান্নিধ্য লাভ কৰিছিলোঁ। তেখেতৰ অধ্যয়ন পুষ্ট মেধা আৰু স্মৃতি শক্তিৰ প্ৰতি মই বাৰুকৈয়ে আকৰ্ষিত হৈছিলোঁ। শুনিছিলোঁ যে, অধ্যক্ষ বসন্ত দাসৰ পাচত দেৱকান্ত বৰুৱাৰ নিচিনা সুনিপুণ, তথ্যভিত্তি অধ্যক্ষ আৰু এজন ওলোৱা নাছিল। পৃথিবীৰ সকলো গণতান্ত্ৰিক দেশ সংসদবোৰৰ কাৰ্য্যবিৱৰণী তেখেতৰ যেন মুখস্থ আছিল। অৱসৰ পালেই কিতাপ পঢ়িছিল আৰু এবাৰ পঢ়িলেই উদ্ধৃতি দিব পৰাকৈ কিতাপৰ কথাবোৰ মনত ৰাখিব পাৰিছিল। কিন্তু এজন অবিস্মৰণীয় প্ৰতিভা সম্পন্ন কবি দেৱ কান্ত বৰুৱা, ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি দেৱ কান্ত বৰুৱা, ৰাজ্যপাল দেৱকান্ত বৰুৱা, অসমীয়া সমাজত এজন বিতৰ্কিত পুৰুষ আছিল। তেখেতৰ স্পষ্টবাদীতাই, অপ্ৰিয় সত্যবাদীতাই, বহুতক ক্ষুণ্ণ কৰিছিল। ফলত তেখেতৰ বহুতো ভাল গুণেই ঢাক খাই পৰিছিল।



এদিন ৰাতিপুৱাৰ কথা। বৰুৱা তেতিয়া শিক্ষামন্ত্ৰী। মই তেখেতৰ লগতে ৰাতিপুৱাৰ জলপান খাই নানা গল্প গুজব কৰিছিলোঁ। এনেতে তেখেতৰ পৰিবাৰে কৈ গ'ল যে, কোনোবা এগৰাকী মামীয়েকে ল'ৰাটোৰে সৈতে, বৰুৱাক লগ পাবলৈ আহি অপেক্ষা কৰি আছে। বৰুৱাই যেন সেই কথাত কাণ দিয়া নাছিল। খোৱা পৰ্ব্ব শেষ হোৱাত পাইপটো মুখত লৈ উঠি গৈ, মামীয়েকলৈ নাচাই ড্ৰইং ৰুমৰ বেৰত থকা ছবি কেইখন মান মোক দেখুৱাই কোনখন ছবি কোন শিল্পীয়ে আঁকিছিল, কিমান টকাত কিনিলে—ছবিখনৰ বিশেষত্ব কি, আদি নানা কথা কৈ মোক ব্যাখ্যা কৰি ঘূৰি ফুৰিছিল। বুঢ়ীৰ অসহ্য লাগিছিল। শেষত বুঢ়ীয়ে 'বোপা দেৱ! মই ইয়াক লৈ আহিছিলোঁ' বুলি কোৱাৰ লগে লগে বৰুৱাই কৈ উঠিল—"মামী! মই তৃতীয় বিভাগৰ এম. এ. ক চাকৰি দিবলৈ মন্ত্ৰী হোৱা নাই।" মামীয়েকে লাহেকৈ ল'ৰাটোৰে সৈতে ওলাই গ'ল।

তেওঁলোক ওলাই যোৱাৰ পাচতে এজন ডেকা সোমাই আহি মন্ত্ৰীক নমস্কাৰ দিলে। বৰুৱাই নামটো সুধিয়েই ক'লে—"ৰ'বা ৰ'বা, তুমি এইবাৰ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম. এ. পাচ কৰা নাইজানোঁ? তুমি নিশ্চয় চাকৰিৰ কাৰণে আহিছা। মই তোমাৰ নামটো কাগজত পাইয়েই শিক্ষা সঞ্চালকক তোমাৰ কথা কৈ থৈছোঁ। তুমি তেখেতক দেখা কৰা। তোমাৰ চাকৰি হ'ব।" ডেকাজনে কৃতজ্ঞতা জনাই ওলাই গ'ল।

মই হাঁহি হাঁহি কলোঁ—"বৰুৱাদেৱ! 'হৰিণাৰ মাংসই বৈৰী'। আপোনাৰ মুখখনেই আপোনাৰ বৈৰী। আপুনি আজি মামীয়েকক অলপ ভাল ধৰণে কথাবাৰ বুজাই দিব পাৰিলেহেতেন। তাকে নকৰি যিধৰণে ব্যৱহাৰ কৰিলে, তেওঁ বা'ৰু কেতিয়াবা আপোনাক ভাল পাবনে?" তেখেতে উত্তৰত কৈছিল—"শৰ্ম্মাজী! এইবোৰ মানুহক ভালদৰে ক'লে নুবুজে, এইদৰে কলেহে বুজে। বহুবাৰ আহিছে, বহুবাৰ কৈছোঁ, বুজা নাই। আজি বুজিছে, আৰু নাহে।"

মই মনতে ভাবিলোঁ "বৰুৱাদেৱ! আপুনি এটা কথা বুজা নাই যে, প্ৰথম বিভাগত প্ৰথম হৈ উৰ্ত্তীৰ্ণ হোৱা ডেকাজনৰ প্ৰতি দেখুৱা আপোনাৰ অনুকম্পাৰ কথা প্ৰচাৰ নহয়, কিন্তু মামীয়েকক কৰা ব্যৱহাৰৰ কথা তিলকে তাল কৰি প্ৰচাৰ হ'ব।"

## কৰ্ত্তব্যবোধ ৰহিত দেশাত্মবোধ নিৰৰ্থক—ক্ষতিকাৰক

জাগীৰোড 'অসম স্পান চিল্ক মিল' সজাৰ কাম আৰম্ভ হৈছে। অসম চৰকাৰে জাপানী প্ৰতিষ্ঠান এটাৰ পৰিকল্পনা আৰু পৰিচালনাত মিলটো সাজিবলৈ লৈছিল। মই তেতিয়া বিধায়ক। এদিন গধূলি চিলঙৰ পাইনউড হোটেলৰ অংশীদাৰ যতীন দত্ত চৌধুৰীৰ ড্ৰইংৰুমত, চৌধুৰী আৰু মোৰ লগতে অসম চৰকাৰৰ উচ্চপদস্থ ৪/৫ জন বিষয়া আৰু উক্ত স্পান চিল্ক মিলৰ জাপানী ইঞ্জিনিয়াৰজন বহি, নানা ধৰণৰ গল্প গুজব কৰি আছিলোঁ। মই আৰু চৌধুৰী নীৰব দৰ্শকৰ নিচিনা আছিলোঁ। চৰকাৰী বিষয়া সকলেই ইংৰাজী আৰু অসমীয়াতেই কথা বতৰা হৈছিল। তেখেতসকলৰ আলোচনাৰ বিষয় বস্তু আছিল আত্ম কেন্দ্ৰিক। যেনে—কাৰোবাৰ চৰকাৰী বাসভৱনটো তেখেতৰ পদমৰ্য্যদা অনুযায়ী সৰু হৈছে, কাৰোবাৰ ফাৰ্ণিচাৰবোৰ পুৰণি, তেখেতৰ পদৰ লগত খাপ খোৱা নহয়. কোনোবাই চৰকাৰৰপৰা পাবলগীয়া সুবিধা পোৱা নাই, কাৰোবাৰ আকৌ বাৰ্ম্মাৰ্ম টিক গছৰ পালেংখন হৈ নুঠাত ঘৰৰ মানুহগৰাকীৰ লগত খুট খাট লাগি আছে। কোনোবা এজনে জাৰ্ম্মনীৰপৰা পৰিবাৰৰ কাৰণে সৰু কেমেৰা এটা আনিছিল—পৰিবাৰৰ পচন্দ নহ'ল ইত্যাদি, ইত্যাদি, আৰু কথাই কথাই চৰকাৰক সমালোচনা কৰিছিল। আলোচনাবোৰ শুনি মোৰ মনত হঠাতে ভাব হ'ল যে, যদি জাপানীজনে এই কথাবোৰ বুজিছে, তেনেহ'লে নিশ্চয় তেওঁ আমাক হাঁহিছে। তাৰে বুজ ল'বৰ কাৰণে মই জাপানীজনক সুধিলোঁ "আপুনি আমাৰ কথাবোৰ বুজি পাইছেনে?" তেখেতে ক'লে—"হয়, মই সকলো বুজি পাইছোঁ।" তেতিয়া মই আলোচনাত তেখেতেও ভাগ ল'বলৈ অনুৰোধ কৰিলোঁ। জাপানীজনে ক'লে "মই ভাগ ল'ব পাৰোঁ যদিহে মোৰ কথাবোৰ বন্ধুৰ মাজত হোৱা ব্যক্তিগত তথা ঘৰুৱা আলোচনা (Friendly talk) বুলি ধৰি লয়। তেতিয়া আমাৰ চৰকাৰী বিষয়াসকলেই একেলগে কৈ উঠিল—"ঠিক আছে, Purely Friendly talk আপুনি নিৰ্ভয়ে কওঁক।"

জাপানীজনে আৰম্ভ কৰিলে—"মই অসমত আজি প্ৰায় এবছৰ কাল আছোঁ। মই বহুতো গাৱঁলৈ গৈছোঁ। আপনোলোকৰ দৰে চৰকাৰী উচ্চপদস্থ বহুতো বিষয়াৰ ঘৰলৈকো গৈছোঁ। কথা বতৰা পাতিছোঁ। এইবোৰ শুনি, জানি, দেখি, মোৰ যি ধাৰণা হৈছে, বেয়া নাপাব, মই বিনীতভাবে ক'ব খুজিছোঁ যে, আপোনালোকৰ দেশাত্মবোধৰ বিষয়ে কোনো সন্দেহ নাই কিন্তু কৰ্ত্তব্যবোধ হ'লে নাই। You know the Nation but you do not know where the

actual interest of a Nation lies." সকলোৱে কাণ থিয় হ'ল। সুধিলে "আপুনি এনেকুৱা মনোভাব কিয় লৈছে?" "মই মোৰ অভিজ্ঞতাৰপৰা কৈছোঁ। চাওক, মই জাপানৰপৰা আহিছোঁ। কিন্তু জাপান চৰকাৰে মোৰ কাৰণে এটা পইচাও খৰচ নকৰে। সুতে-মূলে আপোনলোকৰপৰা অৰ্থাৎ অসম চৰকাৰৰপৰা আদায় কৰিব। এনে অৱস্থাত আজি আপোনালোকৰ কৰ্ত্তব্য হ'ব লাগিছিল, মোক কেনেকৈ সোনকালে বিদায় দিব পাৰে। কামটো সোনকালে হ'বৰ কাৰণে সুবিধা অসুবিধাৰ খবৰ কৰি, মোক খুচি থাকিব লাগিছিল—হাইৰাণ কৰিব লাগিছিল। কিন্তু মইহে আপোনালোকক হাইৰাণ কৰিবলগীয়াত পৰিছোঁ। চাওক মই আজি ৭ দিন ধৰি চিলঙত আছোঁ। মোৰ ভ্ৰমণ বানচৰ বিল তিনি হাজাৰ টকাৰ কম নহ'ব। মাত্ৰ ৩৫ টকা মূল্যৰ 'পাৰ্টচ' এটা নোহোৱাৰ কাৰণে মিল চলাব পৰা নাই। পাৰ্টচ্ কিনিবৰ কাৰণে চৰকাৰৰ অনুমোদন লাগে। আজি তিনি মাহে অনুমোদন বিচাৰি চৰকাৰলৈ চিঠি লিখি আছোঁ। ১৫ পইচা খৰচ কৰি চিঠিৰে চৰকাৰে অনুমোদন দিয়াহেতেন, বা চৰকাৰে নিজে পাৰ্টচ্‌টো কিনি দিয়া হেতেন, এই তিনি হাজাৰ টকা ভৰিবলগীয়া নহ'লহেতেন আৰু ইমান দিনে মিলো চলিলেহেতেন। অনৰ্থক কাম নোহোৱাকৈ মজদুৰসকলক পইচা দিবলগীয়া নহ'লহেতেন। এতিয়াও মই বহি থাকিব পাৰিলোঁহেতন। কিন্তু মোৰ আৰু সহ্য নহ'ল দেখি আহি চিলং পালোঁ। ইয়াত আহি জানিলোঁ অফিচবোৰ দহ বজাত আৰম্ভ হয়। মই দহ বজাত অফিচলৈ গৈ দেখিলোঁ যে, এটা প্ৰাণীও নাই। লাহে লাহে আৰম্ভ কৰি ১১ বজালৈ মানুহ আহিয়েই আছিল। সিদিনাখন অফিচাৰক নাপালোঁ। অফিচাৰ কেতিয়া আহিব, বা আহিবনে নাহে, সঠিক কোনোৱে ক'ব নোৱাৰিলে। প্ৰথম দুদিন অফিচাৰ নাপালোঁ। তাৰ পাচৰ দুদিন আছিল কিন্তু 'ডিলিং ক্লাৰ্ক' নাছিল। যি কি নহওক, কালি জানিবা অফিচাৰ আৰু ক্লাৰ্কক একেলগে পালোঁ। আজি কামটো সম্পূৰ্ণ হ'ল। কালিলৈ মই যাম। এতিয়া কওকচোন দেশৰ স্বাৰ্থ বুজাহেতেন, বা কৰ্ত্তব্যবোধ থকাহেতেন, এনে কাম কৰিলেহেতেন নে? সময়মতে কামলৈ নাহিলহেতেন জানোঁ? ১৫ পইচাৰ ঠাইত ৩৫ টা টকাৰ কাৰণে তিনি হাজাৰ খৰচ কৰি আৰু মাহ মাহ ধৰি মিলৰ কাম বন্ধ ৰাখি, দেশৰ স্বাৰ্থ বুজা বুলি বা কৰ্ত্তব্যবোধ আছে বুলি কেনেকৈ ক'ব? মোক যেতিয়া অভয় দিছে, আৰু শুনক। জাপানত ৰেলগাড়ী দুই মিনিটতকৈ পলম হ'লে তদন্ত কৰি কাৰণ নিৰ্ণয় কৰা হয় আৰু ভৱিষ্যতৰ কাৰণে প্ৰতিবিধানো কৰা হয়। কাৰণ গাড়ীৰ লগত মানুহৰ সম্বন্ধ আছে, মানুহৰ লগত কামৰ সম্বন্ধ আছে আৰু কামৰ লগত জাতীয় সম্পদৰ সম্বন্ধ আছে। লাখ লাখ মানুহৰ দুই মিনিট কাম নহ'লে এক বিৰাট পৰিমাণৰ জাতীয় অৰ্থ আৰু স্বাৰ্থ হানি হয়। কিন্তু আপোনালোকৰ ইয়াত ২ মিনিট কিয়, দুই দিন গাড়ী নাহিলেও কোনো মাতোটা নাই। কওকচোন বাৰু, গাড়ীখন নিজে চলে নে মানুহে চলায়? মানুহৰ কৰ্ত্তব্যবোধ থকাহেতেন গাড়ী সময় মতে চলিলহেতেন। গাড়ী নচলিলে সংশ্লিষ্ট সকলে বিনা কামত দৰমহা পায়। কাম নকৰি দৰমহা লোৱাটোতেই মানুহৰ আনন্দ। যিটো কথা আমি দেশদ্ৰোহিতাৰ ক্ষুদ্ৰ ৰূপ বুলি বিবেচনা কৰোঁ। এজনলৈ আঙুলিয়াই ক'লে, "আপুনি কৈছে বাৰ্ম্মাৰ টিক গছৰ পালেংখন সম্পূৰ্ণ নোহোৱাৰ কাৰণে অশান্তিত আছে। কওকচোন বাৰু পালেংখনৰ আৱশ্যক কিয়? চিলঙৰ সস্তীয়া সৰল গছৰ পালেং বা খাটিয়া কৰিলে টোপনি নহ'বনেকি? সস্তীয়া সৰল গছৰ ঠাইত ইমান দামী টিক গছৰ পালেংখন আপোনাৰ মনোৰঞ্জনৰ বাহিৰে, আপোনাৰ উপযোগিতাৰ ফালৰপৰা বা দেশৰ স্বাৰ্থৰ ফালৰপৰা কি কামত আহিব? কিন্তু এবাৰ চিন্তা কৰিছেনে একমাত্ৰ আপোনাৰ ব্যক্তিগত মনোৰঞ্জনৰ কাৰণে যিডাল টিক গছ কাটিছে বা কটিব তেনে এডাল টিক গছ পাবলৈ আপোনাৰ দেশে ১২০ বছৰ অপেক্ষা কৰিব লাগিব।"

ইয়াত দেখিছোঁ, কাম বন্ধ কৰি দাবী প্ৰতিপন্ন কৰা, এটা যেন সাধাৰণ নিয়মৰ কথা। আমি নানা ধৰণে আমাৰ দাবী সাব্যস্ত কৰোঁ, কিন্তু কোনোপধ্যে উৎপাদন কমিবলৈ নিদিওঁ। কাৰণ উৎপাদনৰ ওপৰতেই উদ্যোগৰ প্ৰসাৰ, বৰ্দ্ধিত কৰ্ম্ম সংস্থান, বেকাৰ সমস্যা সমাধান তথা দেশৰ প্ৰগতি আৰু মজদুৰৰ ভৱিষ্যৎ নিৰ্ভৰ কৰে। কিন্তু কাম বন্ধ কৰাটো, স্কুল কলেজ বন্ধ কৰাটো আপোনালোকৰ কাৰণে এটা বীৰত্বৰ কথা, নেতাৰ সাহসী পদক্ষেপৰ গৌৰৱ, যিটো আমাৰ বোধেৰে উদ্যোগ, জনসাধাৰণ, মজদুৰ তথা দেশৰ কাৰণে অপূৰণীয় ক্ষতিকাৰক। দৰাচলতে কাম বন্ধই উদ্যোগপতিতকৈ দেশৰ আৰু মজদুৰৰ বেছি ক্ষতি কৰে। উদ্যোগপতিৰ লাভ-লোকচান আমাৰ বিশেষ চিন্তাৰ কথা নহয়, কিন্তু উৎপাদন আৰু উৎপাদিকা শক্তি বঢ়াই, উদ্যোগৰ প্ৰসাৰ আৰু দেশৰ প্ৰগতি সাধন কৰা আমাৰ কাম্য। আমাৰ এই নীতিৰ বিনিময়ত আন কোনো কথাতে আপোচ নকৰোঁ। জাপানৰ এই জাতীয় সচেতনতাৰ কাৰণেই, আপোনালোকে জানে, হিৰোচিমা আৰু নাগাচাকিত এটোম বোমা পেলাই জাপানক পঙ্গু কৰি পেলাইছিল, এক অবৰ্ণনীয় বিভীষিকাৰ সৃষ্টি কৰিছিল। কিন্তু আজিৰ ল'ৰা-ছোৱালীৰ মানত সেইবোৰ সাঁথৰ হৈ পৰিছে, সাধু হৈ পৰিছে। এই কাম সম্ৰাট বা মন্ত্ৰী পৰিষদে কৰা নাই, জাপানীসকলৰ সম্মিলিত চেষ্টা আৰু স্বতঃস্ফূৰ্ত্ত কঠোৰ পৰিশ্ৰমেৰে হৈ উঠিছে। কোনো মানুহেই সম্ৰাট বা মন্ত্ৰী পৰিষদৰ মুখলৈ চাই, বা দোষ দি, বহি থকা নাছিল।"

এনেদৰে আৰু বহুত উদাহৰণ দিয়াৰ পাচত কৈছিল—"আপোনালোক চৰকাৰৰ দায়িত্বশীল বিষয়া। আপোনালোকে কথাই কথাই চৰকাৰক সমালোচনা কৰিছে। আপোনালোক চৰকাৰ বোলা যন্ত্ৰটোৰ অঙ্গ-প্ৰত্যঙ্গ নহয়জানোঁ? সকলো অঙ্গ-প্ৰত্যঙ্গই নিয়াৰিকৈ কাম কৰিলেহে যন্ত্ৰটো সুস্থ ভাবে চলি থাকিব। দেশখন অকল চৰকাৰ বোলা যন্ত্ৰটোৰ, তথা মন্ত্ৰীসকলৰ নেকি? আপোনালোকৰ নহয়নেকি? আমাৰো সম্ৰাট আছে, মন্ত্ৰী পৰিষদ আছে। আমি সম্ৰাটক সকলো প্ৰকাৰে সন্মান জনাওঁ; কিন্তু দেশখন অকল সম্ৰাটৰ বুলি নাভাবোঁ। আমি জানোঁ যে, দেশৰ প্ৰতিজন মানুহে নিজ নিজ কাম নিষ্ঠাৰে নকৰিলে, দেশ দুৰ্ব্বল হ'ব, আমি নিশকতীয়া হ'ম—দেশৰ প্ৰগতিত বাধা পৰিব। তাৰ ফল সম্ৰাটে ভোগ নকৰে, সমগ্ৰ দেশে ভোগ কৰিব।"

"মই ভাবোঁ, আপোনালোক বৰ দুৰ্ভগীয়া। কাৰণ, প্ৰকৃতিৰ অসীম কৰুণাত আপোনালোকৰ দেশ জাপানৰ তুলনাত নানা দিশত অতি সমৃদ্ধ। কেৱল নিষ্ঠা আৰু কৰ্ত্তব্যবোধ নথকাৰ কাৰণে, প্ৰকৃতিৰ সম্পদ আহৰণ কৰি, দেশক চহকী কৰিব পৰা নাই। আপোনালোকে কিয় বুজা নাই যে, আপোনালোকৰ এই কৰ্ত্তব্যবোধহীনতাই, আৰু আত্ম কেন্দ্ৰিক প্ৰৱণতাই, দেশৰ প্ৰগতিৰ পথত অন্তৰায়ৰ সৃষ্টি কৰিছে?" অন্তত, সকলোৱে মৌনতাৰে, তলমূৰ কৰি, প্ৰস্থান কৰিছিল।

## DIGBOI CLUB EDUCATION TRUST

৮০ দশকৰ মাজ ভাগৰপৰা অসম তেল সংমণ্ডলে (Assam Oil Division) পৰ্য্যায়ক্ৰমে সামাজিক উন্নয়নৰ কাৰণে (Community Development) আহুতীয়াকৈ এটা নিৰ্দ্দিষ্ট পৰিমাণৰ টকা, প্ৰতি বছৰে আঁচনি লৈ, কাম কৰি আহিছে। এই আঁচনিৰ দ্বাৰা ডিগবৈ

অঞ্চলৰ ৰাইজ, আনকি ডিগবৈৰ বাহিৰতো সদৌ অসমৰ বহুতো অনুষ্ঠান, যথেষ্ট উপকৃত হৈছে। নগৰ অঞ্চলৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ ঘৰ আদি সাজি দিয়াৰ উপৰিও নগৰৰ চাৰিও ফালৰ গাওঁবোৰলৈকো উন্নয়নৰ কাম সম্প্ৰসাৰণ কৰিছে। ইয়াৰ ভিতৰতে এদিন অসম তেল সংমণ্ডলৰ কাৰ্য্যবাহী সঞ্চালক শ্ৰীৰঞ্জিত দত্তৰ লগত আলোচনা ক্ৰমে, পেঙেৰী অঞ্চলৰ তথা বুঢ়ীদিহিং মৌজাৰ গাওঁবোৰৰ অৱস্থা আৰু পৰিবেশৰ সম্যক ধাৰণা দি, এই গাওঁবোৰৰ স্কুলবোৰ অসম তেল সংমণ্ডলে সাজি দিবলৈ, তেখেতক অনুৰোধ কৰিছিলোঁ। তেখেতে তেতিয়াই সৰজমিন তদন্ত কৰি, প্ৰথম ৩/৪ খন মান স্কুলৰ নাম দিবলৈ কৈ, এদিন জীপচি এখন দি, মোক গাৱঁলৈ যোৱাৰ সুবিধা কৰি দিছিল। গাৱঁলৈ গৈ ঘূৰি, ৰাইজৰ লগত আলোচনা কৰি, বৰ্ম্মাজান নগাওঁ প্ৰাইমাৰী, বৰ্ম্মাজান প্ৰাইমাৰী আৰু বৰ্ম্মাজান এম. ই. স্কুলৰ ঘৰ কেইটা সাজি দিবলৈ, লিখিত ৰিপোৰ্ট এখন দিছিলোঁ। ৰিপোৰ্ট অনুসৰি কাম হ'ল। বাৰ্ম্মাজান নগাওঁ প্ৰাইমাৰী স্কুলৰ ঘৰটো মুকলি কৰিবলৈ দত্তদেব নিজে গৈছিল। তেখেতে গাৱঁৰ অৱস্থা আৰু পৰিবেশ চাই, পতিয়ন গৈছিল যে, এই গাওঁবোৰৰ উন্নয়নৰ ক্ষেত্ৰত শিক্ষকক অগ্ৰাধিকাৰ দিয়াৰ একান্ত আৱশ্যক। তাৰ পাচৰ পৰাই উক্ত স্কুল তিনিখনৰ বাহিৰেও, পেঙেৰী অঞ্চলৰ বহু ভিতৰলৈকে, কেইবাখনো স্কুলৰ ঘৰ তেল সংমণ্ডলে সাজি দিছে। ডিগবৈৰ আনফালে বালিজান, বৰজান, নাজিৰা টিং আদি গাৱঁলৈকো উন্নয়নৰ কাম সম্প্ৰসাৰিত কৰিছে। সৰ্ব্বশেষত আকৌ মোৰ অনুৰোধ ক্ৰমে ১নং বৰবিল প্ৰাইমাৰী আৰু পেঙেৰীৰপৰা বহু ভিতৰত অৰুণাচল সীমান্তত, মান গাওঁ প্ৰাইমাৰী স্কুলৰ ঘৰ দুটা সাজি আছে। ১৯৯৭ চনত মাৰ্চ্চৰ ভিতৰত এই ঘৰ দুটা ল'ব পৰা হ'ব। এনেদৰে নতুন নতুন ঠাইত স্কুল ঘৰ সাজি আছে।

## ভীম পথাৰ বাপুজী হাইস্কুলক আৰ্থিক সহায়

ডিগবৈৰ ওচৰৰে ভীম পথাৰ অঞ্চলৰ গাৱঁৰ ৰাইজে ভীম পথাৰতে হাইস্কুল এখন প্ৰতিষ্ঠা কৰিছে। তেল সংমণ্ডলে সুন্দৰকৈ স্কুল ঘৰটো সাজি দিছে। কিন্তু স্কুলখনে বিভাগীয় অনুমোদন নোপোৱাৰ কাৰণে কোনো চৰকাৰী সহায় পোৱা নাছিল। শেষত শিক্ষকসকলক দৰমহা দিব নোৱাৰা হ'লত স্কুলৰ অগ্ৰগতিত যতি পৰাৰ অৱস্থা হৈছিল। যিহেতু ইয়াৰ ছাত্ৰসকলৰ এশজনৰ এশজনেই জনজাতীয়। সেইহেতু আৰু এবছৰমান চলাই যাব পাৰিলে চৰকাৰৰ অনুমোদন পোৱাৰ আশা কৰিছিল। শিক্ষক কৰ্ম্মচাৰীসকল চলি থাকিবৰ কাৰণে সামান্য ভাট্টা এটা দিবলৈকো তেওঁলোকক মাহে ২১০০ টকাৰ আৱশ্যক আছিল। এই টকাখিনিৰ সংগ্ৰহৰ ব্যৱস্থা কৰি, স্কুলখন চলি থাকিবৰ কাৰণে মই কিছুমানৰ ওচৰ চাপিছিলোঁ। যি কি নহওক, শেষত নাম প্ৰকাশ কৰিবলৈ অনিচ্ছুক অনুষ্ঠান এটাই মোৰ জৰীয়তে প্ৰথমতে এবছৰলৈ, পিচত আৰু ছয় মাহৰ কাৰণে, মুঠতে ডেৰ বছৰৰ কাৰণে মাহ ২১০০ টকাকৈ দিবলৈ মান্তি হৈছিল। স্কুলে মোৰ নামত বিল কৰিছিল আৰু মই সেই বিল জমা দি, অনুষ্ঠানোটৰপৰা টকা লৈ, নিজে গৈ, প্ৰতিমাহে স্কুলৰ শিক্ষক-কৰ্ম্মচাৰীক দৰমহা দিছিলোঁ। এই সহায়ৰ কাৰণে মই ব্যক্তিগত ভাবে অনুষ্ঠানটিৰ প্ৰতি চিৰ কৃতজ্ঞ।

ইতিমধ্যে অসম অইল সংমণ্ডলৰ লগতে গাৱঁৰ শিক্ষা বিস্তাৰত কিছু পৰিপূৰক সহায়ৰ হাত আগবঢ়াবৰ মানসেৰে, ডিগবৈ ক্লাবৰ সভাপতি শ্ৰীৰঞ্জিত দত্তদেৱে আগভাগ লৈ, তলত দিয়া ব্যক্তিসকলক ট্ৰাষ্টী কৰি, 'Digboi Club Education Trust' গঠন কৰিছিল। ট্ৰাষ্টীসকল আছিল ডিগবৈ ক্লাবৰ সভাপতি আৰু উপ-সভাপতি, শ্ৰীদ্বিজেশ চন্দ্ৰ দেব শৰ্ম্মা, প্ৰয়াত প্ৰিয় দাস তালুকদাৰ আৰু অসম তেল সংমণ্ডলৰ বিত্তীয় মুৰব্বী। "..................In the

Annual General Meeting held on 18-2-91 The Digboi Club adopted a Resolution for creation of the Trust and to contribute an amount of Rs. 50,000/- for it and that the President and the Vice-President of the Club will have powers to execute and register the Trust Deed on behalf of the Club............";

## দত্ত-দম্পতীৰ সমাজ প্ৰিয়তা

অসম তেল সংমণ্ডলৰ "Community Development"ৰ কৰ্ম্ম আঁচনিয়ে যথেষ্ট জনপ্ৰিয়তা অৰ্জ্জন কৰিছে। ইয়াৰ প্ৰধান হোতা, তথা বাটকটীয়া, অসম তেল সংমণ্ডলৰ কাৰ্য্যবাহী সঞ্চালক শ্ৰীৰঞ্জিত দত্তই নিগমৰ নিৰ্দ্দিষ্ট গণ্ডীৰ মাজত চাকৰি কৰিও, বাহিৰৰ সমাজখনলৈ দৃষ্টি দিয়াৰ সুযোগ উলিয়াই লৈ, সমাজ সেৱা কৰিছিল। তেখেতক সকলো সময়তে উৎসাহিত কৰিছিল সুযোগ্যা সহধৰ্ম্মিণী শ্ৰীমতী জুলি দত্তই। 'Community Development' কৰ্ম্ম আঁচনিয়ে নগৰৰ চৌহদ ভেদি, ভিতৰুৱা গাওঁ অঞ্চললৈকে বিয়পি পৰিছে। আজি গাওঁবোৰৰ প্ৰাইমাৰী স্কুল ঘৰৰপৰা উচ্চ মাধ্যমিক স্কুল ঘৰলৈকে স্কুলঘৰবোৰ, বিভিন্ন ক্লাব আৰু নামঘৰৰ ভগা-চিগা বাঁহ বেতৰ ঘৰৰ ঠাইত নিগমৰ অনুদানেৰে সুন্দৰ পকা বেৰ, পকা ভেটিৰ, টিনৰ চালৰ, ঘৰ হৈ পৰিছে। পৰীক্ষা মূলক ভাবে ঠায়ে ঠায়ে, ট্ৰেক্টৰ, সাৰ আদিৰ বিনামূলীয়াকৈ যোগান ধৰি, অধিক শস্যৰ উৎপাদনৰ কাৰণে খেতিয়কসকলক সহায় কৰিছে। আনকি গাৱঁৰ নিবনুৱা যুৱকক সমবায় ভিত্তিত সৰু সৰু চাহ বাগান কৰিবলৈকো আৱশ্যকীয় দিহা পৰামৰ্শ দি, আৰ্থিক সহায় দিছে। এই সকলোবোৰৰ প্ৰথম পথ প্ৰদৰ্শক আছিল শ্ৰীদত্ত। জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে কোনো অনুষ্ঠানেই তেওঁৰপৰা ভাল ৰাজহুৱা কামত সঁহাৰি নোপোৱাকৈ নাছিল। অসম অইল কোম্পানী তথা অসম তেল সংমণ্ডলৰ জীৱন কালত গাওঁ নগৰ, সৰু-ডাঙৰ, ভাষা-ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো অনুষ্ঠান প্ৰতিষ্ঠান এক গোট হৈ, দত্ত দম্পতীৰ বিদায়ৰ বেলিকা জনোৱা কৃতজ্ঞতা, তথা সন্মান প্ৰদৰ্শনৰ দৃশ্য আছিল অভূতপূৰ্ব্ব। তেওঁৰ স্থলাভিষিক্ত শ্ৰীঅমৰেন্দ্ৰ নাথ দাশেও সেই পথেৰেই বিভিন্ন কৰ্ম্ম আঁচনি ৰূপায়ণ কৰি আছে।



## দত্ত দম্পতীয়ে, মোৰ প্ৰতি দেখুৱা মহানুভৱতা

ডিগবৈ মহিলা মহাবিদ্যালয়ৰ ঘৰটো মুকলি কৰিছিল অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই। সেই উদ্দেশ্যে তেখেত নিৰ্দ্দিষ্ট দিনৰ আগদিনাখনেই গধূলি ডিগবৈ পাইছিলহি। তেল সংমণ্ডলৰ অতিথিশালা এটাতেই তেখেত আছিল। কলেজৰ ফালৰপৰা পৰিচালনা সমিতিৰ সভানেত্ৰী হিচাপে শ্ৰীমতী জুলি দত্ত আৰু তেল সংমণ্ডলৰ হৈ শ্ৰীৰঞ্জিত দত্তই তেখেতক অতিথি শালাত আদৰণি জনাইছিল। আমি কোনোৱে যাব পৰা নাছিলোঁ। পিচদিনাখন যথাসময়ত, যথানিয়মে ভৱন মুকলি কৰি শইকীয়াদেৱে বিদায় লৈছিল। যোৱাৰ সময়ত মোক মাথো এষাৰ কথা কৈছিল—"আপোনালোকৰ কলেজক মই কিবা এটা আৰ্থিক সহায়

দিম। কিন্তু আজি একো নকওঁ। পাৰিলে আপুনি গুৱাহাটীত সোনকালে মোক এবাৰ লগ ধৰিব। তেতিয়া কম।" কলেজৰ টকাৰ আশাত মই শইকীয়াদেৱক গুৱহাটীত লগ ধৰিছিলোঁ। তেতিয়া তেখেতৰপৰা এটা কথা শুনি মই আচৰিত হৈ পৰিছিলোঁ, লাজো লাগিছিল। তেখেতে কৈছিল—"আপুনি যে এই বয়সতো দিনে- ৰাতিয়ে পৰিশ্ৰম কৰি চৰকাৰী সহায় নোলোৱাকৈ, ঘৰে-দুৱাৰে ইমান কম সময়ৰ ভিতৰতে, এনে সুন্দৰ কলেজ এখন কৰিব পাৰিছে, তাৰ বাবে ধন্যবাদ জনাইছোঁ।" মই আচৰিত হোৱাদি কৈছিলোঁ—"কলেজ মই কৰা নাই। মই বৰ্ত্তমান পৰিচালনা সমিতিৰ এজন সাধাৰণ সদস্য মাত্ৰ।" তেখেতে আকৌ কৈছিল—"মোক সভানেত্ৰী জুলি দত্তই আৰু কাৰ্য্যবাহী সঞ্চালক ৰঞ্জিত দত্তই কলেজৰ সকলো কথা কৈছে। তেখেতসকলে মোক ইয়াকো জানিবলৈ দিছে যে, শ্ৰীমতী দত্ত সভানেত্ৰী হ'লেও, সকলো কাম আপুনিয়েহে কৰিছে, আপুনিয়েহে সকলো জানে। আপোনাৰ বিষয়ে ক'বলগীয়া সকলো কথা তেখেতসকলে কৈছে। শ্ৰীমতী দত্তই ইয়াকো কৈছে যে, তেখেত সভানেত্ৰী, কিন্তু প্ৰকৃত সভাপতি হেনো আপুনিহে।" শইকীয়াৰ মুখৰপৰা এই কথা শুনি, দত্ত দম্পতীৰ অন্তৰৰ বিশালতাৰ প্ৰতি মোৰ মূৰ দো খাই গৈছিল। পৰিচালনা সমিতিৰ সভানেত্ৰী এগৰাকীয়ে মুখ্যমন্ত্ৰীৰ আগত নিজৰ যশ গোৱাৰ সুযোগ এৰি, মোৰ যশ গাই নিশ্চয় তেওঁ নিজৰ মহান অন্তৰৰ পৰিচয় দিছিল।

ইতিমধ্যে নুমলীগড় শোধনাগাৰৰ মেনেজিং ডিৰেক্টৰ হৈ দত্ত দম্পতী দিল্লীত থাকিবলৈ লৈছিল। ডিগবৈ মহিলা মহাবিদ্যালয়ৰ উচ্চতৰ মাধ্যমিক শাখাৰ ১৯৯৬ চনৰ পৰীক্ষাৰ খবৰ অতি আশাপ্ৰদ হোৱাত আমি সংশ্লিষ্ট সকলোৱে বৰ আনন্দিত হৈছিলোঁ আৰু এই আনন্দৰ খবৰটো দি, দত্ত দম্পতীলৈ মই ১-৭-৯৬ তাৰিখে চিঠি এখন লিখিছিলোঁ। তাৰ উত্তৰত শ্ৰীৰঞ্জিত দত্তই ৯-৭-৯৬ তাৰিখে মোলৈ দিয়া চিঠিত লিখিছিল।

"................We cannot but acknowlege your own contribution. The Mahila Mahavidyalaya owes its existence to your initiative, perseverence' and dedication.

It is you who took the initiative to first approach the IOC management to allot land for this College. When funds were not easily forthcoming it was you who persevered in going from door to door raising voluntary donations to enable the College to move in to the present building. Even the architecture of the building and its construction, were supervised by you. From the very inception, you instilled a sense of discipline amongst both Faculty Members as well as students, even if it meant at times, taking very stern steps. Thanks to your dedication, the Mahila Mahavidyalaya has become one of the leading College in the State.

"As your intention have always been noble, it is only befitting that you are seeing the fruits of your labour during your life time. Julia and I consider ourselves lucky to have known a person like you and we have always valued your blessings............"

Yours sincerely

**Sd/- R.K. Dutta**

কোনো এটা অনুষ্ঠানৰ লগত ওতঃপ্ৰোত ভাবে জড়িত থাকি, বিশেষকৈ সভাপতিৰ নিচিনা পদত থাকি (জুলি দত্তৰ আগতে ৰঞ্জিত দত্তও সভাপতি আছিল) মুখ্যমন্ত্ৰীৰ দৰে ব্যক্তিৰ আগত, অকলে সুবিধা পাইও নিজৰ যশ নাগাই, মোৰ গুণ গোৱাৰ মানসিকতা, বহল অন্তৰ

আৰু দৃষ্টি ভঙ্গীৰে উদাৰ, সাংস্কৃতিক মন এটাৰ অধিকাৰী নহ'লে, এনেদৰে মোৰ অবৰ্তমানত, মোক প্ৰশংসা কৰিব নোৱাৰিলেহেতেন। ৰঞ্জিত দত্তৰ চিঠিয়েও তাৰেই সাক্ষ্য দান কৰিছে। মই দত্ত দম্পতীৰ সৰ্ব্বাঙ্গীন মঙ্গলৰ কাৰণে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনোৱাৰ বাহিৰে মোৰ একো দিবলগীয়া বা কৰিবলগীয়া নাই।

## সুযোগ প্ৰাপ্তি

ভগবানৰ কৃপাত প্ৰাপ্ত কেইটামান সুযোগে মই কিবা-কিবি জনাত আৰু জ্ঞান আহৰণত মোক যথেষ্ট সহায় কৰিছিল।

সদৌ ডিব্ৰুগড় মহকুমা অসমীয়া মজলীয়া (ছাত্ৰবৃত্তি) স্কুল শিক্ষক সন্মিলনৰ ১৯৫৯ চনৰ ২১, ২২ ফেব্ৰুৱাৰী তাৰিখে পেঙেৰী মৌজাৰ কলৌলোৱা ছাত্ৰবৃত্তি স্কুলত অনুষ্ঠিত ৯ম বাৰ্যিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ ১-২-৫৯ তাৰিখৰ অনুৰোধক্ৰমে মই সন্মিলনত সভাপতিত্ব কৰিছিলোঁ।

১৯৬৫ চনত অসম সাহিত্য সভাৰ ডিগবৈ অধিবেশনৰ অভ্যৰ্থনা সমতিৰ উপ-সভাপতি আছিলোঁ।

আগতে উনুকিওৱা হৈছে যে ১৯৬৬ চনৰ ৩০ এপ্ৰিল তাৰিখে নেশ্যনেল ফেডাৰেশ্যন অব পেট্ৰোলিয়াম ওৱাৰ্কাচ (ইণ্ডিয়া)ৰ ডিগবৈত অনুষ্ঠিত চতুৰ্থ বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ দায়িত্ব মোৰ ওপৰতেই পৰিছিল। এন. কে. ভাট, ৰাজা কুলকাৰ্নি, ৰামানুজম আদি সৰ্ব্ব ভাৰতীয় মজদুৰ নেতাসকল উপস্থিত আছিল।

১৯৬৮ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে ডিগবৈত অনুষ্ঠিত সদৌ অসম অৰাজপত্ৰিত বন সেবা সন্থাৰ (ৰেঞ্জাৰৰপৰা আৰম্ভ কৰি সৰ্ব্ব নিম্ন পৰ্য্যায়লৈ) সপ্তদশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিলোঁ।

১৯৭৯ চনৰ ১৯ৰ পৰা ২৩ জুলাইলৈ অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত শিশু সাহিত্য কৰ্ম্মশালাৰ প্ৰথম অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিলোঁ।

এইবোৰৰ বাহিৰেও ১৯৯৫ চনৰ ১০, ১১ আৰু ১২ ফেব্ৰুৱাৰী তাৰিখে ডিগবৈত অনুষ্ঠিত 4th National Yoga Physic Competition 1994-95, ১৯৯৫ চনৰ ২৪ ডিচেম্বৰ তাৰিখে অনুষ্ঠিত তিনিচুকীয়া জিলা মাধ্যমিক শিক্ষক আৰু কৰ্ম্মচাৰী সন্থাৰ ২য় বাৰ্ষিক ডিগবৈ অধিবেশন-আৰু ১৯৯৬ চনৰ ১৯-২০ ডিচেম্বৰ তাৰিখে ডিগবৈত অনুষ্ঠিত তিনিচুকীয়া জিলা উচ্চতৰ মাধ্যমিক স্কুল শিক্ষক সন্থাৰ প্ৰথম বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি হোৱাৰ সৌভাগ্য মোৰ হৈছিল। নেশ্যনেল ফেডাৰেশ্যন অব পেট্ৰোলিয়াম ওৱাৰ্কাচ (ইণ্ডিয়া)ৰ আৰু সদৌ অসম অৰাজপত্ৰিত বন সেবা সন্থাৰ সপ্তদশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ দুখন উচ্চ প্ৰশংসিত হোৱাত আনন্দ পাইছিলোঁ। উক্ত বন সেবা সন্থাৰ দ্বাৰা প্ৰকাশিত আলোচনীত সপ্তদশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ অভিভাষণখনেই তেতিয়ালৈকে সৰ্ব্বোৎকৃষ্ট বুলি অভিহিত হৈছিল।

# এখন চিঠি

"প্ৰিয় কলিতা,

কথাই কথাই সিদিনাখন আপোনাৰ আৰু মোৰ মাজত এজন মানুহৰ বিষয়ে আলোচনা হৈছিল। সেই আলোচনাত মই প্ৰকাশ কৰা মোৰ মন্তব্যবোৰ আপুনি লিখিত আকাৰে দিবলৈ কৈছিল। মই তাৰে সাৰাংশ অতি সংক্ষেপে লিখি পঠালোঁ।

মই ১৯৪৪ চনত অসম অইল কোম্পানীৰ চাকৰিত সোমাই বাপাপুং চেটেলমেণ্ট এৰিয়াত থাকিবলৈ লৈছিলোঁ। আজি বাপাপুং প্ৰাইমাৰী স্কুলখন দেখিলে ৫০ বছৰৰ আগৰ এই অঞ্চলৰ গাওঁবোৰৰ পৰিবেশ, শিক্ষা-দীক্ষাৰ কথা মনলৈ আহে। মনত পৰে, এজন মানুহৰ কথা, যিজন মানুহে সেই সময়ৰ বাট-পথহীন, অটব্য হাবিতলীয়া, দূৰ-দূৰণি গাওঁবোৰত, বোকা পানী ভাঙি অকলে ঘূৰি, নগৰৰ মানুহৰ ঘৰে ঘৰে ভিক্ষা পাত্ৰ লৈ, শিক্ষাৰ পোহৰ নোপোৱা পিচপৰা গাওঁবোৰত স্কুল পাতি, শিক্ষাৰ পোহৰ বিলাইছিল; বাট-পথৰ সুচল কৰিছিল।

মনত পৰে, ডিগবৈ নগৰৰ কথা। এজন মানুহ, দিন নাই, ৰাতি নাই, জাৰ নাই জহ নাই, ৰ'দ নাই, বৰষুণ নাই, এলাহ নাই, ভাগৰ নাই, ছাটিটো হাতত লৈ, মানুহৰ ঘৰে ঘৰে ঘূৰি ফুৰিছিল, অফিচে অফিচে তাঁত বাতি কৰি ফুৰিছিল, ডিগবৈ সমাজৰ উন্নয়নৰ দিশ মুকলি কৰিবলৈ সুবিধা বিচাৰি, অৰ্থ বিচাৰি। নিজৰ এটা ফুটা কড়িৰো স্বাৰ্থ নাই, স্বাৰ্থ মাত্ৰ সমাজৰ অভাৱ পূৰণ কৰা। আজিও এই ৮৩ বছৰ বয়সতো সেই একে গতিৰে, একে ধ্যান ধাৰণা লৈ, অবিৰত চলি আছে। এনেকৈয়ে অক্লান্ত পৰিশ্ৰমেৰে গঢ়ি তুলিলে কলেজ দুখনকে ধৰি বিবিধ অনুষ্ঠান প্ৰতিষ্ঠান। বৰবিল 'বিল' গুছি হ'ল সুন্দৰ ধাননি পথাৰ। খোজ কাঢ়িবলৈ বাট পথ নথকা ঠাইত মটৰেৰে যাব পৰা আলি-পদূলি হ'ল। ডিগবৈত চৰকাৰী হাস্পাতাল হ'ল, পশু চিকিৎসালয় (ভেটাৰিনাৰী) হ'ল। সেইজন খনিকৰ হ'ল—শ্ৰীদ্বিজেশ চন্দ্ৰ দেৱ শৰ্ম্মা।

এইবোৰ কথা বাদ দিও, তেখেতৰ আন এটা কথাই মোক মুগ্ধ কৰিছিল। সেইটো হৈছে, তেখেতে সমাজ সংস্কাৰৰ কাৰণে প্ৰদৰ্শন কৰা দুঃসাহাসিক (সেই সময়ত) মানসিক প্ৰস্তুতি। সঠিক বছৰটো পাহৰিলোঁ, সম্ভৱতঃ ১৯৪৪/৪৫ চনৰ কথা। বাপাপুং চেটেলমেণ্ট নিবাসী ৺লীলা ৰাম হাজৰিকাৰ সন্তান এটি জন্মাৰ পাচত, সুধি সবাহৰ অন্তত, পিতৃহা-মাতৃহা খণ্ডাবৰ কাৰণে কেইজনমান ভকতক একঠা চাউল খুৱাব লগা হৈছিল। হাজৰিকা আছিল অনুসূচিত জাতিৰ মানুহ। গতিকে তেওঁৰ ঘৰত ভোজ ভাত খাবলৈ ওচৰৰ কোনো মানুহ মান্তি নহ'ল। উপায়ান্তৰ হৈ কাৰোবাৰ দিহা পৰামৰ্শ অনুসৰি দ্বিজেশ শৰ্ম্মাৰ কাষ চাপিল। শৰ্ম্মাই বিনা বাক্য-ব্যয়ে ভোজ ভাত খাবলৈ ৰাজি হৈ, সকামৰ দুদিনৰ আগতে খবৰ দিবলৈ ক'লে। শৰ্ম্মাৰ কথা শুনি সাহস গোটাই, তেখেতৰ লগতে ৰেৱতী গোহাঁই, ৺ডিম্বেশ্বৰ বৰুৱা আৰু হীৰা নাথ বৰদলৈয়ে ৺লীলা ৰাম হাজৰিকাৰ ঘৰত ভোজ-ভাত খাই, মানুহজনক বিপদৰপৰা উদ্ধাৰ কৰিলে। শৰ্ম্মা আছিল বামুণ মানুহ আৰু সৰ্ব্ব সাধাৰণৰ এজন। তেনে অৱস্থাত, আজিৰপৰা ৫০ বছৰ আগতে যিজন মানুহে নিজৰ উদাৰতা দেখুৱাই, দুঃসাহসেৰে অস্পৃশ্য বৰ্জ্জনৰ উদাহৰণ সমাজৰ আগত ডাঙি ধৰিছিল, সেইজন শ্ৰীযুত দ্বিজেশ শৰ্ম্মা নমস্য ব্যক্তি। মই অন্তৰেৰে সৈতে তেখেতক শ্ৰদ্ধা কৰোঁ।"

"শ্ৰীতীৰ্থেশ্বৰ সন্দিকৈ
পদ্মনাথ গোহাঁঞিবৰুৱা পথ, মুলিয়াবাৰী
ডিগবৈ
৪/৪/৯৬"

"প্ৰতি— শ্ৰীপ্ৰফুল্ল চন্দ্ৰ কলিতা
বাপাপুং

সন্দিকৈলৈ মোৰ অন্তৰ ভৰা কৃতজ্ঞতা প্ৰকাশ কৰাৰ বাহিৰে আন একো দিয়াৰ কোনো উপায় নাই।

## মানৱতাবোধ তথা মানবীয় অনুভূতি

সন্দিকৈৰ চিঠিখনে মোক বিগত কালৰ বহু কথাই মনত পেলাই দিছিল। তাৰে এটা কথা নিলিখিলে বোধ হয় ক[illegible]বাৰ প্ৰতি অবিচাৰ কৰা হ'ব।



১৯৭৪ চনৰ ২৩ আগষ্ট তাৰিখ। ডিব্ৰুগড় জিলাৰ স্কুলসমূহৰ এচিষ্টেণ্ট ইন্‌স্পেক্টৰ শ্ৰীএইচ. ইউ. আহমেদক দুপৰীয়া আলহী সোধাৰ ব্যৱস্থা কৰিছিলোঁ। স্কুল পৰিদৰ্শনৰ পাচত যথাসময়ত আলহীক লৈ ঘৰ পালোঁহি। আগতেই কোৱা হৈছে যে, মোৰ পৰিবাৰ আছিল নিৰক্ষৰা। ১০ বছৰ বয়সতে বিয়া হোৱা ভিতৰুৱা গাৱঁৰ বামুণৰ ছোৱালী। কেতিয়াও বাহিৰ দেখা নাই। সেই সময়ত গাৱঁৰ বামুণৰ তিৰোতাই আন জাতৰ মানুহৰ চুৱা ধোৱা কথাটো ভাবিব নোৱাৰা কথা আছিল। অৱশ্যে কোনো আপত্তি নকৰাকৈয়ে ইমান দিনে পৰিবাৰে দূৰ-দূৰণিৰ গাওঁ-ভূঁইৰপৰা অহা আলহীক হৰ্ষ মনেৰেই খুৱাই-বুৱাই পঠাইছিল। কোনো দিনে আপত্তি কৰা নাছিল। পিচে আজিৰ আলহী অকল বেলেগ জাতৰেই নাছিল—বেলেগ ধৰ্ম্মৰ আলহী। পিচত জানিব পাৰিলে জানোচা মনত অসন্তোষ কৰে? তাকে ভাবি কথাটো কৈ লোৱা উচিত হ'ব বুলি চিন্তা কৰি, ভিতৰলৈ গৈ, সুধিলোঁ—"ভাত হ'লনে?" "হ'ল। দিব পৰা হৈছোঁ। আলহীক লৈ আহক।" মই তেতিয়া কলোঁ—"আলহী কোন জানিছা নে নাই?" "আলহী কোন মোৰ জানিবৰ দৰ্কাৰ নাই। আলহী, আলহী। আলহী মানুহতো—মানুহ হ'লেই হ'ল।" মই পুনৰায় ক'লোঁ—"তেখেত মুচলমান। তুমি যদি মনত সঙ্কোচ কৰা, তেনেহ'লে পাচৰ কামখিনি মইয়েই কৰিম।" তেওঁ গৰগৰাই উঠিল—"আলহীৰ কোনো জাত- ধৰ্ম্ম নাই—সাক্ষাৎ ভগবান। আলহীক সোধপোচ কৰিবলৈ পোৱাটো মোৰ পৰম ভাগ্য। ই ভগবানৰ দান। কোনো চিন্তা নকৰিব, আলহীক লৈ আহক।" মই বহু সময় তেওঁৰ মুখলৈ থৰ লাগি চাই আছিলোঁ। তেওঁৰ এই কথা কেইষাৰে মানবতাবোধৰ তথা মানবীয় অনুভূতিৰ জ্বলন্ত উদাহৰণ ৰূপে, মোৰ চকুৰ আগত ভাহি উঠিছিল। লিখা-পঢ়াৰ মান দণ্ডেৰে এই জন্মগত স্বাভাৱসুলভ জ্ঞানক জুখিব নোৱাৰি।

## অন্তঃ সলিলা পাতালী গঙ্গা

মোৰ কোনো নিজা ঘৰ নাছিল। ঘৰ সাজিবলৈ মাটিও নাছিল। চাকৰিৰ পাচতো বিধায়ক থকা ১০ বছৰ কালো চাকৰি কালত থকা কোম্পানীৰ ঘৰতে আছিলোঁ।



মই বিধায়ক হোৱাৰ পাচত কোম্পানীৰ মাটি বিভাগৰ বিষয়া দুৰ্গানন্দ ভট্টাচাৰ্য্যই মাজে মাজে লগ পালেই মোক কৈছিল "আপুনি ডিগবৈত থাকি, ডিগবৈতে মৰিব লাগিব, আপুনি ডিগবৈ এৰিব নোৱাৰে। কিন্তু কোম্পানীৰ ঘৰ এদিন এৰি দিব লাগিব। মই জানোঁ, আপুনি মাটি কিনি ঘৰ কৰিব নোৱাৰে। গতিকে আন মানুহে লোৱাদি আপুনিও কোম্পানীৰ 'জি. এম. প্লট' এটা লওক। মই কথাষাৰ এৰাই চলিছিলোঁ।

এদিন ৰাতিপুৱা ভাগত চাৰিআলি বজাৰত দুয়োৰো দেখা দেখি হ'ল। মোক দেখিয়েই গাড়ীখন ৰাখি, নামি আহি, ভট্টাচাৰ্য্যই মোক কৈছিল "মি. শৰ্ম্মা! মই দুলিয়াজানলৈ বদলি হৈছোঁ। আৰু এমাহৰ পাচত যাম। মই থাকোঁতে আপুনি মাটি নল'লে মই গ'লে কিন্তু মাটি পোৱা টান হ'ব, পস্তাব, আপোনাৰ এলাই- এঠানি হ'ব। আজিও কৈছোঁ—আপুনি মাটি লওক।" মই ল'ম বাৰু বুলি কোৱাত জাপ মাৰি মোৰ হাতখনত ধৰি "Are you really interested?" বুলি কৈ নিজেই মোৰ চাইকেলখন এখন দোকানত থৈ, তেখেতৰ গাড়ীতে মোক ভৰাই লৈ, বৰ্ত্তমান মোৰ ঘৰ থকা মাটিডোখৰ দেখুৱাই ক'লে "এই ডোখৰ মাটি আপুনি ল'ব পাৰে। এই মাটিডোখৰ খাল ডোঙেৰে ভৰি থকাৰ কাৰণে ইয়াৰ কাৰণে কোনো দৰ্খাস্ত পৰা নাই। ভৱিষ্যতে ইয়াৰ 'Location' আপোনাৰ কাৰণে অতি উপযুক্ত হৈ পৰিব। আপুনি কোনোমতে জুপুৰি এটা কৰি বহি ল'লে লাহে লাহে খাল ডোং মৰি যাব। তথাপি যদি আপুনি বাম মাটি লাগে বুলি ভাবে, তেনেহ'লে ব'লক মই ইটাভাটাত পাহাৰুৱা মাটি দিম কিন্তু ইমান আহল বহল মাটি নাপাব। মই এই ডোখৰকেই ল'ম বুলি কোৱাত পুনৰ মোক গাড়ীত ভৰাই লৈ, নিজৰ অফিচলৈ গৈ, অফিচ সহকাৰীক মাতি, দৰ্খাস্ত এখনৰ শ্ৰুতলিপি দি, টাইপ কৰোৱাই, মোৰ চহী লৈ, আকৌ মোক চাৰিআলিত থৈ গৈছিল। মই লিজত মাটি পালোঁ (এতিয়া লাইচেঞ্চ)। দুৰ্গানন্দ ভট্টাচাৰ্য্য এতিয়া ডিগবৈৰপৰা বহু দূৰত কলিকতাত আছে। কিন্তু তেওঁৰ স্মৃতি মোৰ অন্তৰত জাগি আছে।

মাটি পোৱাৰ পাচতো ঘৰ সাজিব পৰা নাছিলোঁ। এনেতে বিধায়কো ভঙা গলোঁ। কোম্পানীৰ প্ৰশাসনীয় মেনেজাৰ মিঃ বেয়াৰ্ডে লগ পালেই সোধে "মি. শৰ্ম্মা! আপোনাৰ ঘৰ কেতিয়ালৈ হ'ব?" ইয়াৰ অৰ্থ হ'ল 'কোম্পানীৰ ঘৰ কেতিয়া এৰি দিব?' মই চেষ্টা কৰিছোঁ বুলি পুলুকা মাৰিছিলোঁ। মই যেন আত্মসন্মান হেৰুৱাই পেলাইছিলোঁ। ভাড়া ঘৰ ল'বলৈকো ভাড়া দিয়াৰ সামৰ্থ্য মোৰ নাছিল। এনেদৰে এবছৰ গ'ল। চিন্তা কৰি একো মোৰ পোৱা নাছিলোঁ। এনেতে এদিন ৰাতিপুৱাই, মই নভবা-নিচিন্তা মানুহ এগৰাকী আহি ওলাল। অৱশ্যে মানুহজনক মই চিনি পাইছিলোঁ। তেখেতে মোক ঘৰ কৰাৰ কথা সুধিলত মই 'মাটি লৈছোঁ। ঘৰ কৰাৰ কথা চিন্তা কৰিছোঁ' বুলি কোৱাত মানুহজনে হেঃ হেঃ কৈ হাঁহি দিলে। মই ইহাৰ কাৰণ সুধিলত তেখেতে ক'লে "আপুনি ঘৰ সাজিব? টকা আছে?" মই 'চাওঁ কি কৰিব



পাৰোঁ' বুলি কোৱাত তেখেতে পুনৰায় কলে "মই জানোঁ আপুনি ঘৰ সাজিব নোৱাৰে। চাওক আজি ৩/৪ দিনৰপৰা মোৰ মনলৈ আপোনাৰ ঘৰৰ কথাটো আহিছে। যিজন মানুহে গোটেই জীৱন জুৰি ৰাইজৰ কাৰণে কাম কৰিলে, আজি সেই মানুহজনৰ মূৰ গুজিবলৈ এটা ঘৰ নাই। সেয়ে আজি মই ক'বলৈ আহিছোঁ, আপুনি ঘৰ কৰক, ইটা, বালি আৰু কাঠ মই দিম। তাৰ কাৰণে এপইচাও মই নলওঁ। আপোনাক ঘৰ এটা কৰাত সহায় কৰা আমাৰ নৈতিক কৰ্ত্তব্য। কোনো আপত্তি নকৰিব—ঘৰ সাজক। কিন্তু মোৰ নাম বা সহায়ৰ কথা আপুনি নুলিয়াব। মোৰ নাম জাহিৰ কৰিলে মই আপোনাক অবিশ্বাসী বুলি জ্ঞান কৰিম।" মই মনে মনে থাকিলোঁ তেখেত গ'ল। পিচদিনাখনেই দুগাড়ী ইটা আৰু দুগাড়ী বালি মোৰ মাটিৰ ওপৰত পেলাই দিলে। মই চিন্তাত পৰিলোঁ চিমেণ্ট, মিস্ত্ৰিৰ খৰচ ক'ত পাওঁ?

এনেতে বাপাপুঙৰ শ্ৰীমান প্ৰফুল্ল কলিতা আহি মোৰ ঘৰৰ খবৰ কৰাত মোৰপৰা ইটা বালিৰ কথা শুনি, সন্তোষ প্ৰকাশ কৰি, ওলাই গ'ল। অলপ পিচতে তেওঁ নগদ দুহাজাৰ টকা আনি মোক দিলেহি। এই টকা তেওঁ আৰু ঘূৰাই নল'লে। তেওঁ হেনো মোক সহায় কৰি কৰ্ত্তব্য পালন কৰিলে। তেতিয়া প্ৰফুল্ল কলিতা কোম্পানীৰ তেনেই নিম্নতম দৰমহা পোৱা 'যোগালি' কৰা চাকৰিয়াল এজন। তেতিয়াৰ দিনত দুই হাজাৰ টকা প্ৰফুল্লৰ নিচিনা মানুহ এজনৰ কাৰণে ভাবিব নোৱাৰা কথা। তেওঁৰো এখন সংসাৰ আছে। এই অযাচিত সহায়ৰ কাৰণে তেওঁৰ মহান অন্তৰখন বুজি পাই, মুগ্ধ হৈছিলোঁ। নিজকে সৰু সৰু যেন লাগিছিল।

শিক্ষকতাৰ আমোলত বহু কষ্টেৰে কৰা, পথাৰ মাটি কেইডৰামান আছিল। সেই মাটিৰেই কিছু বিক্ৰী কৰি ঘৰটোৰ বেৰৰ কাম পূৰা কৰি, ওপৰভাগ ঢাকিব নোৱাৰি, আকৌ চিন্তাত পৰিলোঁ। এনে অৱস্থাত এদিন নিচেই পুৱাতে এ.ও.চি. হাইস্কুলৰ প্ৰধান শিক্ষক (তেতিয়া ওৱেল ফেয়াৰ অফিচাৰ) শ্ৰীশৈলেশ চন্দ্ৰ দত্ত ৰায় দেৱ মোৰ ঘৰলৈ আহি, মোৰ ঘৰৰ কথা উলিয়ালে। তেখেতে হেনো মোৰ ঘৰ চাই আহিছিল। দুই চাৰিটা বন্ধু সুলভ কথা হোৱাৰ পাচত তেখেতে ক'লে "আপুনি বোধহয় জানে যে, মই চাকৰিৰপৰা অৱসৰ পাইছোঁ। আজি কোম্পানীৰপৰা হিচাপ ল'ম। আপুনি গধূলি গৈ মোৰপৰা পাঁচ হাজাৰ টকা লৈ আহিব। তাৰে ঘৰটো সোমাব পৰা কৰি লৈ, এমাহৰ ভিতৰত কোম্পানীৰ ঘৰ এৰিব লাগিব। আপুনি এনেদৰে কোম্পানীৰ ঘৰত থকাত আমি বৰ লাজ পাইছোঁ। মই যাওঁ, গধূলি যাব কিন্তু।" বুলি কৈ ওলাই গ'ল। মই নোযোৱাত ৰাতি আকৌ ফোন কৰি ক'লে "আপুনি নাহিলে, নহয়? নহাৰ কাৰণ মই বুজিছোঁ। আপুনিটো মোক টকা খোজা নাছিল, মইহে দিম বুলি কৈছোঁ। গতিকে ভাবপ্ৰবণ নহৈ, কালিলৈ ৰাতিপুৱাই টকা



লৈ যাবহি। তাকে নকৰিলে আপোনাৰ লগত কালিৰপৰাই মোৰ সম্বন্ধ ইমানতে শেষ বুলি জানিব।” মই পিচদিনাখন টকা পাঁচ হাজাৰ আনি এমাহৰ ভিতৰত কোম্পানীৰ ঘৰ এৰি, নিজৰ ঘৰত সোমাইছিলোঁ। মই যোৱা মাত্ৰকে কোনো কথা নোকোৱাকৈ টকা পাঁচ হাজাৰ মোৰ হাতত গুজি দিছিল আৰু কোনো দিন মোক টকা খোজা নাছিল। দুবছৰ পাচত মইহে তেখেতৰ টকা ঘূৰাই দিছিলোঁ। দুশ টকা বেছি দি মিঠা বকনি খাইছিলোঁ। এই ব্যক্তিসকলে কেতিয়াও, কোনো দিনে, ঘুণাক্ষৰেও এই সহায়ৰ কথা কোনো মানুহক জানিবলৈ দিয়া নাছিল। আজিও মোৰ বাহিৰে আনে নাজানে।

১৯৫৭ চনত প্ৰথম বিধায়ক হৈ, বিধান সভাত যোগ দিবলৈ বুলি ছিলং পালোঁগৈ। তাত গৈ দেখিলোঁ যে, মোৰে সৈতে আৰু কেইগৰাকীমান বিধায়ক থকাৰ ব্যৱস্থা 'পাইন উড' হোটেলত কৰিছিল। হোটেলৰ কাউন্টাৰত মোক দিয়া ৰুমৰ নম্বৰটো দি, পোৰ্টাৰি জনক মাতি, লাগেজপত্ৰ দি, সেই ৰুমটোলৈ যাবলৈ ক'লে। ৰুম পাই দেখোঁ যে, তাত ল'ৰা-ছোৱালীৰে সৈতে এটা পৰিয়াল আছে। পোৰ্টাৰে ভুল কৰা বুলি মোৰ সন্দেহ উপজিছিল। এনেতে ভিতৰৰপৰা এজন হাস্য মুখৰ, সুন্দৰ, সুশ্ৰী পুৰুষ ওলাই আহি, মোক ভিতৰলৈ মাতি লৈ গ'ল। ভিতৰত বেলেগ এটা ৰুম দেখুৱাই দি, সেইটোৱেই মোৰ ৰুম বুলি দেখুৱাই দিলে। খোৱা বোৱাও তেখেতসকলৰ লগতে কৰি, পৰিয়ালৰ এজন হিচাপে থাকিব লাগিব বুলিও ক'লে। আপত্তি নকৰিবলৈ অনুৰোধ কৰিলে। মই চিনি জানি নোপোৱা ব্যক্তি এজনৰ এনে অতিথি সৎকাৰত অতিকে আচৰিত হৈছিলোঁ। 'পাইন উড'ত থকা ইমানবোৰ বিধায়কৰ ভিতৰত অকল মোৰ প্ৰতি সদয় হোৱাৰ কাৰণ ভাবি মোৰ মনটো কিছু সময়ৰ কাৰণে অস্থিৰ হৈ পৰিছিল।

সেই মানুহজনেই আছিল যতীন দত্ত চৌধুৰী। হোটেলৰ এজন প্ৰধান অংশীদাৰ, মালিক। তেখেতে ক'ব ধৰিলে, “আপুনি বিধায়ক হোৱাৰ কেইবা মাহো আগতে এদিন গধূলি, মই আপোনাৰ ঘৰলৈ গৈ, কথা বতৰা পাতি আহিছিলোঁ। আপুনি পাহৰিলে। মই তেতিয়াই আপুনি এম. এল. এ. হ'ব বুলি জানি, আপুনিনো ক'ৰ-কি তাকে জানিবলৈ গৈছিলোঁ। মোৰ অসম অইল কোম্পানীৰ লগত অলপ লেন-দেন আছে। সেই সূত্ৰতে এদিন কানুগা চাহাব চিলঙলৈ আহি, মোৰ ওচৰ পাইছিল। সৌভাগ্যক্ৰমে সেই সময়ত মহেন্দ্ৰ মোহন চৌধুৰীও উপস্থিত আছিল। কথাই কথাই চৌধুৰীয়ে কানুগাক ডিগবৈত বিধায়কৰ কাৰণে কাক কংগ্ৰেছৰ প্ৰাৰ্থিত্ব দিলে ভাল হ'ব বুলি সোধাত, কানুগাই নানা প্ৰশংসা সূচক কথাৰে গুণ গাই, আপোনাৰ নামটো কৈছিল। নামটো শুনি অসমৰ বাহিৰৰ মানুহ বুলি ভাবি, পেটে পেটে কানুগাৰ প্ৰতি মোৰ এটা বিৰক্ত ভাব আহিছিল। পাচত কানুগাৰপৰা আপোনাৰ সকলো পৰিচয় পোৱাৰ পাচত, স্বাভাৱতে আপোনাক চাবলৈ মোৰ মনত হেঁপাহ জন্মিছিল, কিয়নো বঙালীৰ গাৰ্ৰৰপৰা গৈ, চাহাব কোম্পানীৰ তলত কাম কৰা, প্ৰাইমাৰী স্কুলৰ শিক্ষক এজনক, ডিগবৈৰ নিচিনা নানা



প্ৰান্তৰৰ মানুহেৰে পৰিপূৰ্ণ ঠাই এখনৰ, য'ত অসমীয়া সংখ্যা লঘিষ্ঠ আৰু প্ৰভাৱ বিহীন, তাৰ বিধায়কৰ কাৰণে কানুগাৰ দৰে উচ্চ পদস্থ, বহিৰাগত, ব্যক্তি এজনে প্ৰস্তাৱ দিয়াত, মোৰ মনত কৌটুহল বাঢ়িছিল। সেয়ে, ডিগবৈলৈ গৈ কানুগাৰ ঘৰত দেখা দিয়েই মই আপোনাক চাবলৈ গৈছিলোঁ। আপোনাৰ লগত কথা বতৰা পাতি মই তেতিয়াই জানিছিলোঁ, আপুনি বিধায়ক হ'ব বুলি। আপুনি হোষ্টেলত বা হোটেলত থাকিব নালাগে। মোৰ ঘৰত, মোৰ পৰিয়ালৰ এজন হিচাপে থাকিব।" মই বিধায়ক থকালৈকে তেখেতে মোক বিধায়ক হোষ্টেলত বা পাইনউড হোটেলত থাকিবলৈ দিয়া নাছিল। মোৰপৰা এপইচাও খৰচো লোৱা নাছিল। আপদে-বিপদে কেতিয়াবা কেতিয়াবা তেখেতে মোকহে সহায় কৰিছিল। কেতিয়াবা মই বিধায়ক হোষ্টেলত থাকিবলৈ ল'লেও তেখেত আহি তেখেতৰ গড়ীৰেই মোক তেখেতৰ ঘৰলৈ লৈ গৈছিল।

মোৰ কাৰণে যে উক্ত ব্যক্তিসকলে ইমান অফুৰন্ত, নিস্বাৰ্থ মৰম অন্তৰত সাঁচি থৈছিল তাক মই কেতিয়াও কল্পনা কৰা নাছিলোঁ। তেওঁলোকৰ এই মৰম আছিল অন্তৰত প্ৰবাহিত হৈ থকা পূত, অন্তঃ সলিলা পাতালী গঙ্গাৰ নিচিনা।

এই সকলোবোৰ ভগবানৰেই অসীম কৃপা বুলি জ্ঞান কৰিছিলোঁ। ভগবানে তেওঁৰ কৃপাৰাজি এই ব্যক্তিসকলৰ জৰীয়তেই মোৰ ওপৰত বৰষিছিল। সেয়ে কেতিয়াবা কেতিয়াবা মই ভগবান দেখা যেন অনুভৱ কৰিছিলোঁ। জীৱনৰ বাকী কেইটা দিনো তেওঁ মোক পথ দেখুৱাই চলাই নিব বুলি একান্ত বিশ্বাস ৰাখিছোঁ।

## বুৰ্ব্বকৰ আত্ম-প্ৰত্যয়

আজি দুবছৰৰ অগৰ কথা। পূৰেৰুণ ভোক্তা আৰু বাণিজ্যিক সমবায় সমিতিৰ দোকানখনতে এদিন আবেলি ৪/৫ জন মানুহৰ লগত কথা পাতি আছিলোঁ। এনেতে আলোচনাত অংশগ্ৰহণকাৰী এজন অসমীয়া ডেকাই (মোৰ মানত ডেকা) হঠাতে মোক সম্বুধি অতি বিনয়েৰে ক'লে "চাৰ! মই আপোনাক কথা এটা কওঁ, বেয়া নাপাব। আপুনি এজন বুৰ্ব্বক মানুহ।" সকলোৱে চকু থিয় হ'ল। মই কিন্তু মানুহজনৰ অন্তৰত মোৰ প্ৰতি থকা দৰদৰ কথা বুজি পাইছিলোঁ। সেয়ে হাঁহি মুখেৰেই সুধিলোঁ—"কিয় মোক বুৰ্ব্বক বুলি কৈছা?" তেওঁ উত্তৰত ক'লে "আজিৰ দিনত সুবিধা পালে নিজৰ কাৰণে কৰি লোৱাটোৱেই নিয়ম। সুবিধা পালে কৰি ল'ব লাগে—বৰ্ত্তমান কালৰ এইটোৱেই ধৰ্ম্ম। আপুনি দহ বছৰ কাল এম. এল. এ. থাকিও একো নকৰিলে। আনকি নিজৰ বুলিবলৈ ভেটি মাটি এটুকুৰাকে কৰি ল'ব নোৱাৰিলে—কোম্পানীৰ ভেৰনীয়া মাটিত আছে। আপুনি বুৰ্ব্বক নহয় কোন?" মই সহৃদয়তাৰে ক'লোঁ "তুমি ঠিকেই কৈছা। পিচে অলপমান ভুল কৰিলা, 'বুৰ্ব্বক' নহয়, 'মহা বুৰ্ব্বক' বুলি ক'ব লাগিছিল। পিচে জানিবা, মই অকলশৰীয়া নহয়, জগতত মোৰে নিচিনা অলেখ 'মহা বুৰ্ব্বক' আছে। কিন্তু এই 'মহা বুৰ্ব্বক'বোৰে উপভোগ কৰা শান্তি আৰু দ্বিধাহীন, নিঃসঙ্কোচ আনন্দ দায়ক মধুৰ মানসিকতা, তুমি দেখা চালাকবোৰে কল্পনা কৰিবপৰা নাই। চাবা, অদূৰ ভৱিষ্যতে নহ'লেও এদিন নহয় এদিন এই 'মহা বুৰ্ব্বক'বোৰৰেই জয় হ'ব, মৰতত সত্য, ন্যায় আৰু শান্তিৰ নিজৰা ব'ব—সুবিমল আনন্দৰ জোৱাৰ আহিব। "আত্মা অমৰ" বোলা কথাষাৰ যদি সঁচা হয়, সিদিনাখন এই বুৰ্ব্বকবোৰৰ আত্মাবোৰে ভগবানৰ নাম সুঁৱৰি, জয়ৰ গৰিমা গাই, স্বৰ্গীয় সুধা পান কৰিব।"



## এ.ও.চি. লেবাৰ ইউনিয়নৰ বদান্যতা

৭-৩-৯৮ তাৰিখে এ.ও.চি. লেবাৰ ইউনিয়নে 'শ্ৰমিক মহীয়ান' ফলক প্ৰদান কৰিছে। এ.ও.চি. লেবাৰ ইউনিয়নৰ মোৰ প্ৰতি থকা আন্তৰিক মৰমৰ চিন স্বৰূপে মই ইয়াক গ্ৰহণ কৰিছোঁ।



## উপসংহাৰ

টোকোৰা চৰাইৰ বাঁহটো যিমানেই অকণমান, সাধাৰণ নহওক লাগে, তাৰ ক্ষুদ্ৰ অৱয়বৰ চৰাইৰ জীৱনটোলৈ চাই, কাৰিকৰী কৌশলৰ কাৰণে, টোকোৰাই নিশ্চয় সন্তোষ লাভ কৰিব পাৰে। সেইদৰে আজিৰ এই প্ৰগতিশীল সমাজৰ মাজতো, শিক্ষা-দীক্ষা-অৱস্থাই সমাজৰ মোৰ নিচিনা তেনেই নগণ্য মানুহ এজনে, স্থান-কাল-পাত্ৰ আৰু পৰিবেশৰ লগত তুলনা কৰি, নিজৰ চিন্তা আৰু কৰ্ম্মেৰে লাভ কৰা সফলতাৰ কাৰণে সন্তোষ লাভ কৰাৰ লগতে, সকলো কৃতিত্ব ভগবানৰ চৰণত সপি আৰু সকলো অকৃতকাৰ্য্যৰ কাৰণে কৰ যোৰে ক্ষমা বিচাৰি, ভগবানৰ ওচৰত সম্পূৰ্ণৰূপে আত্ম নিবেদন কৰি, কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ ভাষাৰে গাব খুজিছোঁ—

"মরিতে চাহি না আমি সুন্দর ভুবনে
মানবের মাঝে আমি বাঁচিবারে চাই
এই সূর্য্য করে এই পুষ্পিত কাননে
জীবন হৃদয় মাঝে যদি স্থান পাই।

..................................................
মানবের সুখে দুঃখে গাঁথিয়া সংগীত
যদি গো রচিতে পারি অমর আলয়
তা যদি না পারি, তবে বাঁচি যত কাল
তোমাদেরি মাঝখানে লভি যেন ঠাঁই।"

আৰু এনে এখন সমাজৰ, এটা জাতিৰ তথা ৰাষ্ট্ৰৰ কামনা কৰিছোঁ য'ত—

"নাথাকিব দৰিদ্ৰৰ ঘোৰ অপমান,
বিবস্ত্ৰাৰ কলঙ্ক কালিমা,
সুখী-দুখী, উচ্চ-নীচ একো ব্যৱধান,
শোষকৰ ৰাক্ষসী গৰিমা।
অক্ষৰী বা নিৰক্ষৰী,
অনাহাৰী, অৰ্দ্ধাহাৰী,
নানা ৰোগ নিষ্পেষিত,
স্তূপীকৃত—
নৰ কঙ্কালৰ বীভৎছদৰ্শন,
কুৎসিত কদাকাৰ,
অন্যায় অবিচাৰ,
ন্যায় নীতি বঞ্চিত,
প্ৰ-পীড়িত—
নৰ-সমুদ্ৰৰ ক্ষোভাগ্নি গৰ্জ্জন
সকলো বিলীন হৈ সুখ শান্তি উজ্জ্বল
প্ৰেম ৰাজ্য প্ৰতিষ্ঠিত হ'ব
সততা, সহৃদয়তা, পবিত্ৰতা উচ্ছল
এক আত্ম-অনুভূতি ৰ'ব।"

—আকাঙ্ক্ষা - অম্বিকা গিৰি

## —পৰিশিষ্ট—

### আগকথা

ডিগবৈক কেন্দ্ৰ কৰি গাতে লাগি থকা গাওঁবোৰৰ একো উল্লেখ নাথকিলে ডিগবৈৰ সমাজৰ কথা আধৰুৱা হৈ থাকিব যেন লাগিছে। কিয়নো বজাৰ সমাৰকে ধৰি ৰাজহুৱা বিভিন্ন কামৰ লগত এই গাওঁবোৰৰ এক নিবিড় সম্পৰ্ক গঢ়ি উঠিছে। লাহে লাহে ডিগবৈ নগৰৰপৰা বহু মানুহ গৈ এই গাওঁবোৰত মাটি-ঘৰ কৰি, নিগাজীকৈ বাস কৰিবলৈ লোৱাত, সম্পৰ্ক আৰু গাঢ় হৈছে। প্ৰতিখন গাৱঁৰে নিশ্চয় বুৰঞ্জী আছে। ইয়াত বুৰঞ্জী বাদ দি, গাওঁবোৰৰ অকল স্কুল আৰু ধৰ্ম্মানুষ্ঠানবোৰৰ কথা, ভৱিষ্যতৰ সুবিধাৰ কাৰণে মাথো উনুকিয়াই থোৱা হ'ল। আগতে উল্লেখ কৰা শিক্ষা প্ৰচাৰ সমিতিৰ স্কুলবোৰ ইয়াত বাদ দিয়া হৈছে।

## বৰবিল নামঘৰ

১৯৫৪ চনত স্থাপিত। প্ৰতিষ্ঠাপক সভাপতি আছিল ৰমাকান্ত গগৈ।

বৰ্ত্তমান পৰিচালনা সমিতিৰ সদস্যসকল—সভাপতি—শ্ৰীসোণাৰাম গগৈ, উপ-সভাপতি—শ্ৰীঅনিল চন্দ্ৰ শইকীয়া আৰু শ্ৰীমানিক চন্দ্ৰ বৰগোহাঁই, সম্পাদক—শ্ৰীৰঞ্জিত দাস, সহঃ সম্পাদক—শ্ৰীউৎপল দাস, শ্ৰীলোহিত চন্দ্ৰ ডেকা, শ্ৰীমাইলতা গগৈ, সাংস্কৃতিক সম্পাদক—শ্ৰীমহেন্দ্ৰ গগৈ, সেৱা সম্পাদক—শ্ৰীহৰেণ কোৱঁৰ, কোষাধ্যক্ষ—শ্ৰীলব কান্ত গগৈ, সদস্যসকল—শ্ৰীৰূপেশ্বৰ বৰগোহাঁই, শ্ৰীসুশীল ভট্টাচাৰ্য্য, শ্ৰীনগেন গোহাঁই, শ্ৰীবাবুল দুৱৰা, শ্ৰীডিম্বেশ্বৰ চেতিয়া।

## ২নং বৰবিল সাৰ্ব্বজনীন নামঘৰ

স্থাপিত ১-১-৮৯ তাৰিখ। স্বৰ্গীয় গোপাল চন্দ্ৰ দত্তই নামঘৰৰ কাৰণে দান দিয়া মুঠ ১ বিঘা ৫ লোচা (১৫,০০০ বৰ্গফুট)। মাটিৰ ওপৰত নামঘৰ সজা হৈছে। প্ৰতিষ্ঠাপক পৰিচালনা সমিতিঃ উপদেষ্টা—মোলক গগৈ, সভাপতি—তোযেশ্বৰ কলিতা, উপ-সভাপতি—বোপা ৰাম বৰা আৰু ভোলা নাথ গগৈ, সাধাৰণ সম্পাদক—বীৰেন চন্দ্ৰ শইকীয়া, সহকাৰী সম্পাদক—ধীৰেন চন্দ্ৰ দাস, কোষাধ্যক্ষ—৺দীনেশ চন্দ্ৰ বৰা, সদস্যসকল—টঙ্কেশ্বৰ কলিতা, উমা গোস্বামী, সোনেশ্বৰ কলিতা, আনন্দ দত্ত, ভোলা বৰা, ভোলা হাজৰিকা, তৰুণ শইকীয়া, আনন্দ শইকীয়া, বিশ্ৰাম হালোৱা আৰু দুৰ্গেশ্বৰ কলিতা।

## 'আঘোৰ বাবা'

২নং বৰবিলত বিৰাট জটাধাৰী অসমীয়া ফকীৰ এজন আছিল। তেওঁৰ মূৰৰ জঁটটো খুলি দিলে মাটি চুইছিল। পৰণত লেঙুটি মাৰি, ৰঙা ৰঙৰ হলৌ চোলা এটা পিন্ধি ফুৰিছিল। ক'ৰ মানুহ, কি নাম, কোনোৱে একো নাজানিছিল। প্ৰথমতে ক'ৰবাৰপৰা আহি গছ এডালৰ তলত বহিছিল। গছজোপা আছিল মুৰলীধৰ মাৰোৱাৰীৰ মাটিত। মাৰোৱাৰীয়ে সাধুক মাটি এৰি দি আশ্ৰম কৰি থাকিবলৈ দিছিল। মানুহৰ মাজত 'অঘোৰ বাবা' নামে জনাজাত আছিল। তেওঁ সঁচাকৈয়ে সংসাৰ বিৰাগী অনাসক্ত ব্যক্তি আছিল। তেওঁ কেতিয়াও, কাকো একো নুখুজিছিল। তেওঁ শক্তি পূজা কৰিছিল, কিন্তু পূজাত কোনো প্ৰাণী বলিৰ বিধান নাছিল। গাঞ্জা খাইছিল। বাহিৰত ওলালে হাতত ত্ৰিশূল এডাল লৈ আৰু কেতিয়াবা চিমটা এডাল লৈ ওলাইছিল।

এবাৰ দূৰ্গা পূজাত মাটিৰ প্ৰতিমা সাজি পূজা কৰিছিল। পূজা তেওঁ নিজৰ ভাগে নিজে কৰিছিল। তেওঁৰ জীবদ্দশাত সেই মূৰ্ত্তিটো বিসৰ্জ্জন দিয়া নাছিল। প্ৰতি বছৰে সেই একেটা মূৰ্ত্তিতে পূজা কৰিছিল। শেষলৈ মূৰ্ত্তিৰ চাৰিওফালে উঁইয়ে হাফলু তুলি মূৰ্ত্তিৰ এচোৱা পুতি পেলাইছিল। বাবাই হাফলুটোকো ভাঙিবলৈ দিয়া নাছিল। মূৰ্ত্তি কিন্তু শেষলৈকে নতুন মূৰ্ত্তিৰ নিচিনা হৈ আছিল। বাবাৰ ঈশ্বৰ ভক্তিৰেই মহিমা বুলি মানুহে কৈছিল।

বাবাৰ অহৰ্নিশৰ লগৰী আছিল এটা কুকুৰ আৰু এটা মেকুৰী। তিনিওজনে একেলগে,

একেখন ঠালতে, সদায় খাইছিল। এনেদৰে কুকুৰ-মেকুৰীৰ লগত একেখন ঠালতে খোৱা দেখি কোনো কোনোৱে ইচ্-আচ্ কৰিছিল। কোনোৱে আকৌ 'শিয়াল কুকুৰ গৰ্দভৰো আত্মা ৰাম' বোলা কথাষাৰ বাবাই সাৰ্থক কৰি তুলিছিল বুলি ভক্তিত আৰু শ্ৰদ্ধাত গদ গদ হৈ পৰিছিল।

সকলো মানুহ তেওঁৰ ওচৰলৈ যাবলৈ সাহস কৰা নাছিল। কাৰণ কোনো কোনো মানুহ তেওঁৰ ওচৰলৈ যোৱাৰ লগে লগে তেওঁ ক্ৰোধান্বিত হৈ, মানুহজনক খেদি পঠাইছিল। কিন্তু লগত যোৱা বা তাত বহি থকা আন মানুহক বৰ ভাল ব্যৱহাৰ কৰি, কথা পাতিছিল। মানুহৰ এটা ধাৰণা হৈছিল যে, বাবাই তেওঁৰ ওচৰলৈ যোৱা মানুহজনৰ কৃত-কাৰ্য্যৰ কথা আৰু মানুহজন যোৱাৰ উদ্দেশ্যৰ কথা, গম পাইছিল। এবাৰ ডিগবৈৰে এজন সম্ভ্ৰান্ত ভদ্ৰলোক গাৰঁৰে বাবাৰ প্ৰিয়, আন এজন মানুহক (গণেশ ডেকা) লগত লৈ, বাবাৰ ওচৰলৈ যোৱাত, বাবাই দেখাৰ লগে লগে চিমটাডাল লৈ, চোৰ, লম্পট বুলি ভদ্ৰলোকক মাৰিবলৈ উদ্যত হৈছিল, আৰু খেদি উলিয়াই পঠাইছিল। মানুহজন যোৱাৰ পাচতেই হেনো বাবাই বাকী দৰ্শনাৰ্থীসকলৰ আগত ভদ্ৰলোকৰ স্বৰূপ ব্যাখ্যা কৰিছিল। মানুহ আচৰিত হৈছিল।

আশ্ৰমৰ ওচৰতে গোপাল দত্ত নামৰ অসমীয়া বাঢ়ৈ এজন আছিল। গোপাল দত্ত বাবাৰ একান্ত ভক্ত হৈ, পুতেকৰ নিচিনা হৈ পৰিছিল। দত্তও বিৰাট জটাধাৰী হৈ পৰিছিল। শেষ বয়সত আঘোৰ বাবাই গোপাল দত্তক আশ্ৰমৰ ভাৰ সঁপি, দেহ ত্যাগ কৰিছিল। কেই বছৰমানৰ পাচত গোপাল দত্তৰো দেহাবসান হোৱাত, এই আশ্ৰমতেই, ২নং বৰবিল সাৰ্ব্বজনীন নামঘৰ সজা হৈছে। এতিয়া আৰু সেই বৃহৎ গছজোপাও নাই, আশ্ৰমৰ কোনো চিন চাবো নাই।

## ৰাম নগৰ নামঘৰ

স্থাপিত ১৯৫৭ চন। কিন্তু স্থায়ী নামঘৰ সাজি দুৱাৰ মুকলি কৰিছিল ১৯৭৫ চনত। প্ৰতিষ্ঠাপক সভাপতি আছিল ৺বদন চন্দ্ৰ হাজৰিকা, সম্পাদক আছিল শ্ৰীকৃষ্ণ কান্ত বড়া, কোষাধ্যক্ষ আছিল ৺প্ৰেম হাজৰিকা। সদস্যসকল আছিল—শ্ৰীমহেশ্বৰ দাস, শ্ৰীলাভেশ্বৰ বড়া, শ্ৰীচক্ৰধৰ কাকতি, ৺সুৰেণ হাজৰিকা আৰু ভোলা নাথ দাস।

## ৰামনগৰ প্ৰাইমাৰী স্কুল

স্থাপিত ২/১/৬০ তাৰিখ। চৰকাৰী কৰণ ১/১/৬২। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক—শ্ৰীডিম্বেশ্বৰ দাস। বৰ্ত্তমান শিক্ষকৰ সংখ্যা ৪ জন। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১৩৫ জন।

## ৩নং বৰবিল প্ৰাইমাৰী স্কুল

স্থাপিত ১৯৬০ চন। চৰকাৰী কৰণ ১/২/৬২। প্ৰতিষ্ঠাপক ৺পদো মাঝি (মোৰ সহযোগত)। প্ৰথম শিক্ষক—৺দেবেন্দ্ৰ নাথ বৰপূজাৰী। বৰ্ত্তমান প্ৰধান শিক্ষক—শ্ৰীইন্দ্ৰেশ্বৰ বৰা, দ্বিতীয় শিক্ষক—শ্ৰীদাস ৰাম মাঝি (পদো মাঝিৰ পুতেক)।

## ২নং বৰবিল প্ৰাইমাৰী স্কুল

স্থাপিত ২/২/৭৫। প্ৰতিষ্ঠাপক সভাপতি ৺নগেন্দ্ৰ নাথ বৰা আৰু শিক্ষক—শ্ৰীবিশ্ৰাম হালোৱা। চৰকাৰীকৰণ ১/৬/৭৭। বৰ্ত্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১২২, শিক্ষকৰ সংখ্যা ২।

## বৰবিল মধ্য ইংৰাজী স্কুল

৩০-১০-৮৩ তাৰিখে প্ৰতিষ্ঠিত। প্ৰতিষ্ঠাপক সভাপতি—শ্ৰীভূবন চন্দ্ৰ বৰুৱা, সম্পাদক—শ্ৰীপুলীন বৰগোহাঁই। অস্থায়ী প্ৰধান শিক্ষক ক্ৰমে শ্ৰীপ্ৰহ্লাদ কুমাৰ বৰুৱা আৰু শ্ৰীপ্ৰহ্লাদ বৰগোহাঁই। ৪-৯-৮৬ তাৰিখৰপৰা স্থায়ী প্ৰধান শিক্ষক—শ্ৰীভৰত চন্দ্ৰ নেওগ। বিভাগীয় অনুমতি ১-১-৯০ ৰপৰা। বিভাগীয় স্বীকৃতি প্ৰাপ্ত ১-১০-৯১ আৰু প্ৰদেশীকৰণ ১৯-১১-৯১ তাৰিখৰপৰা।

## ৰংপুৰ নামঘৰ

১৯৮১ চনৰ ১০ আগষ্ট তাৰিখে কামাখ্যা হাজামৰ (ঠাকুৰ) পৰা ২ কঠা মাটি ১৪ হাজাৰ টকাত কিনি ৰাইজে সেই বছৰতে ৰংপুৰ নামঘৰ প্ৰতিষ্ঠা কৰিছিল। কমিটিৰ প্ৰতিষ্ঠাপক সদস্যসকল আছিল সভাপতি—নন্দেশ্বৰ গগৈ, উপ-সভাপতি—মধু গগৈ, সম্পাদক—কৃষ্ণ কান্ত বৰুৱা, সহঃ সম্পাদক—উমা কান্ত গগৈ, কোষাধ্যক্ষ—নাথেশ্বৰ বৰগোহাঁই, সুনীল ফুকন, বদন বৰপাত্ৰ গোহাঁই আৰু ভৈৰৱ গগৈ।

১৩/৪/৯২ তাৰিখে নিৰ্ব্বাচিত হোৱা ৩য়খন কাৰ্য্য নিৰ্ব্বাহিক সমিতিৰ দিনত ৩০/১/৯৪ তাৰিখে অসম অইল ডিভিজনৰ অনুদানেৰে সাজিবলৈ লোৱা নামঘৰটোৰ আধাৰ শিলা স্থাপন কৰিছিল ডিম্বেশ্বৰ কোৱঁৰে আৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৫৪৬তম জন্মোৎসৱতেই অনুষ্ঠানিক ভাবে ঘৰটো লোৱা হৈছিল। এই কমিটিৰ সভাপতি আছিল—ভূবন চন্দ্ৰ বৰুৱা।

## বৰজান প্ৰাথমিক বিদ্যালয়

স্থাপিত ১৯৫৬। চৰকাৰী কৰণ ১৯৫৮ চন। প্ৰধান শিক্ষক—নন্দেশ্বৰ শইকীয়া, প্ৰতিষ্ঠাপক সদস্যসকল—৺জিতু ৰাম শইকীয়া, ৺পিৰিকা শইকীয়া, শ্ৰীভীম কান্ত শইকীয়া, শ্ৰীজলেশ্বৰ শইকীয়া।

## বাম্লিজান-বৰজান এম.ই.স্কুল

স্থাপিত ১৯৬২ চন। প্ৰতিষ্ঠাপক সভাপতি—শ্ৰীবিদ্যাধৰ বৰঠাকুৰ, সদস্যসকল—৺চন্দ্ৰ কান্ত বড়া, শ্ৰীভীম কান্ত শইকীয়া, শ্ৰীহোলি স্বৰ্গীৰী, ৺দ্ৰোণ স্বাগৰী আদি। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক—উপেন্দ্ৰ নাথ বৰঠাকুৰ, স্কুলে বিভাগীয় স্বীকৃতি আৰু Ad. Hoc. Grant পাইছিল ১-

৩-৬৬ তাৰিখে আৰু ঘাটি মঞ্জুৰী পাইছিল ১-৭-৭৭ তাৰিখে প্ৰাদেশিকৰণ হৈছিল ১-৩-৭৮ তাৰিখে।

## বালিজান-বৰজান উচ্চ মাধ্যমিক বিদ্যালয়

স্থাপিত ১৯৮৭ চনৰ জানুৱাৰী মাহত। প্ৰধান শিক্ষক—শ্ৰীমোহন ভূঞা। প্ৰতিষ্ঠাপক কমিটিৰ সদস্য—শ্ৰীআনন্দ ৰাম দাস, শ্ৰীনন্দেশ্বৰ শইকীয়া, উপেন্দ্ৰ নাথ বৰঠাকুৰ আদি।

## ভিতৰ বৰজান এল. পি. স্কুল

স্থাপিত ১৯৬২ চন। প্ৰতিষ্ঠাপক শিক্ষক ৺দুৰ্গেশ্বৰ শইকীয়া (প্ৰধান শিক্ষক), শ্ৰীকোছ শইকীয়া। প্ৰতিষ্ঠাপক কমিটিৰ সদস্যসকল—৺নৰ বাহাদুৰ ছেত্ৰী, শ্ৰীপুষ্প ছেত্ৰী, শ্ৰীৰামচাই গড়, শ্ৰীনন্দেশ্বৰ শইকীয়া আদি।

## ভিতৰ বৰজান চাহ জনজাতি প্ৰাথমিক বিদ্যালয়

স্থাপিত ১৯৮৬ চন। চৰকাৰী কৰণ ১৯৯৫ চন। প্ৰতিষ্ঠাপক—শ্ৰীৰামচাই গড়, কালী চৰণ উজিৰ, ৺পুনি ৰাম শইকীয়া আদি। প্ৰতিষ্ঠাপক শিক্ষক—পদ্ম মেছ (প্ৰধান শিক্ষক), বৃন্দে কোৱঁৰ। বৰ্ত্তমান প্ৰধান শিক্ষক—শ্ৰীজগত শইকীয়া।

## বৰজান-বনগাওঁ প্ৰাথমিক বিদ্যালয়

স্থাপিত ১৯৬২ চন। প্ৰতিষ্ঠাপক ব্যক্তিসকল—৺গহীন মেধি-সভাপতি, ৺নৰেন্দ্ৰ নাথ, ৺পদ্মেশ্বৰ দাস আদি সদস্য। চৰকাৰী কৰণ ১৯৭২ চন। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক—শ্ৰীহেম কান্ত দাস, বৰ্ত্তমান প্ৰধান শিক্ষক—বলো ৰাম হাজৰিকা।

## বৰজান মধ্য ইংৰাজী স্কুল

স্থাপিত ১৯৯৩ চন। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষয়িত্ৰী—শ্ৰীমতী জয়ন্তী শইকীয়া, প্ৰতিষ্ঠাপক সভাপতি—শ্ৰীনন্দেশ্বৰ শইকীয়া, সদস্য—সৰ্ব্বশ্ৰী বীৰেন মেধি, মীনা ৰাম শইকীয়া, জগেশ্বৰ মৈছ, কৃষ্ণ কান্ত শইকীয়া, শ্ৰীমতী ক্ষীৰদা শইকীয়া, অজিত বড়া, অনুপ সোণোৱাল। এতিয়াও চৰকাৰী সহায় পোৱা নাই।

## পশ্চিম বৰজান নামঘৰ

স্থাপিত ১৯৫২ চন। প্ৰতিষ্ঠাপক—৺মান শইকীয়া, ৺লুথুৰা ভূঞা, ৺পবীণ শইকীয়া, ৺মোহন শইকীয়া, শ্ৰীবাপুকণ শইকীয়া আদি।

## শ্ৰীশ্ৰী মহামায়া ভগৱতী আইথান নামঘৰ

স্থাপিত ১৯৫৪ চন। প্ৰতিষ্ঠাপক—৺লাল মেছ, ৺বহৰাম মেছ, ৺পীতাম্বৰ মেছ, শ্ৰীজালি ৰাম মেছ, শ্ৰীতপেশ্বৰ মেছ আদি।

## শ্ৰীশ্ৰীশঙ্কৰ গুৰু নামঘৰ

স্থাপিত ১৯৫৪ চন। প্ৰতিষ্ঠাপক—৺চাপ কণ শইকীয়া (চুতীয়া), ৺মেম্বৰ শইকীয়া, ৺ধেভৰ শইকীয়া, ৺মহৰি শইকীয়া, ৺তামুলী শইকীয়া আদি।

## বৰজান-বনগাওঁ নামঘৰ

স্থাপিত ১৯৬১ চন। প্ৰতিষ্ঠাপক—৺গহীন মেধি, ৺নৰেন্দ্ৰ শইকীয়া, ৺সৎ ৰাম মেধি, ৺ধৰম দাস, ৺চেঙেলী দাস আদি।

## শ্ৰীশ্ৰী বিষ্ণু মন্দিৰ (নেপালী মন্দিৰ)

স্থাপিত ১৯৬৫ চন। প্ৰতিষ্ঠাপক—৺নৰ বাহাদুৰ ছেত্ৰী, শ্ৰীপুষ্প বাহাদুৰ ছেত্ৰী, শ্ৰীতুলসী নেৱাৰ, শ্ৰীঅমৰ বাহাদুৰ ছেত্ৰী আদি।

## পুৱ বৰজান নামঘৰ

স্থাপিত ১৯৭১ চন। প্ৰতিষ্ঠাপক—শ্ৰীডিম্বেশ্বৰ শইকীয়া, শ্ৰীজীৱন শইকীয়া, শ্ৰীবীৰবৰ শইকীয়া, শ্ৰীকান্দুৰা শইকীয়া, শ্ৰীকালীয়া শইকীয়া আদি।

## শ্ৰীশ্ৰী গোবিন্দ নামঘৰ

স্থাপিত ১৯৮০ চন। প্ৰতিষ্ঠাপক—৺হেমন্ত শইকীয়া, শ্ৰীগুণেশ্বৰ শইকীয়া, শ্ৰীগোপাল শইকীয়া, ৺নন্দেশ্বৰ শইকীয়া, ৺মহেশ শইকীয়া, শ্ৰীবকলীয়া শইকীয়া, শ্ৰীদীন শইকীয়া আদি।

## শ্ৰী শ্ৰীমন্ত শঙ্কৰ গুৰু নামঘৰ

স্থাপিত ১৯৬২ চনত মনিকূট সজা হৈছিল। সম্পূৰ্ণ নামঘৰ স্থাপিত হৈছিল ১৯৬৫ চনত। প্ৰতিষ্ঠাপক—৺চন্দ্ৰ বৰা, মিৰি বৰা, প্ৰভাত দাস, মাজু দাস, কীৰ্ত্তি কোঁৱৰ আদি।

## বালিজান শ্ৰীমন্ত শঙ্কৰ গুৰু নামঘৰ

স্থাপিত ১৯৬৫ চন। প্ৰতিষ্ঠাপক হীৰা শৰ্ম্মা, মুখেশ্বৰ দাস, লীলা শৰ্ম্মা, গোৱালি দাস, বলোৰাম হাজৰিকা, বগেশ্বৰ দাস আদি।

## এক শৰণ ভাগৱতী সমাজ নামঘৰ, বালিজান

স্থাপিত ১৯৮৫ চন। প্ৰতিষ্ঠাপক—হৰেশ্বৰ দাস, পদুম দাস, কোমল হাজৰিকা, ৰাম বৰা, সোণটি ফুকন, দিবাকৰ ফুকন আদি।

## জয়গুৰু শঙ্কৰ নামঘৰ
## বালিজান নাহৰ কটীয়া গাওঁ

স্থাপিত ১৯৬৫ চন। প্ৰতিষ্ঠাপক—দুলা ৰাম দাস, বীৰেন দাস, চৰণ দাস, নাহৰ দাস, লাডু ৰাম দাস আদি।

## শ্ৰীশ্ৰীমন্ত শঙ্কৰ গুৰু নামঘৰ

স্থাপিত ১৯৯৪ চন। প্ৰতিষ্ঠাপক—মানিক শৰ্ম্মা, বিদ্যাধৰ শৰ্ম্মা, মুক্তি শৰ্ম্মা, বসন্ত দাস, বলো দাস, গিৰীশ দাস, হেমন্ত দাস আদি।

## বালিজান কছাৰী গাওঁ নামঘৰ

স্থাপিত ১৯৫১ চন। প্ৰতিষ্ঠাপক—৺দ্ৰোণ স্বাগাৰী, কণক মেচ, সুধানন্দ স্বৰ্গাৰী, সুৰেশ স্বৰ্গাৰী, প্ৰেমানন্দ স্বৰ্গাৰী আদি।

## বালিজান এল. পি. স্কুল

স্থাপিত ১৯৫৮ চন। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক—৺প্ৰভাত দাস, প্ৰতিষ্ঠাপক সভাপতি—৺সতীশ কোৱঁৰ, প্ৰতিষ্ঠাপক সদস্য—৺দ্ৰোণ স্বৰ্গাৰী, গোৱালি শৰ্ম্মা আদি। বৰ্ত্তমান প্ৰধান শিক্ষয়িত্ৰী—নিৰ্ম্মালী দেবী।

## পুবেৰুণ প্ৰাথমিক বিদ্যালয়

স্থাপিত ১৯৮১ চন। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক—ফুলেশ্বৰ মেচ, শিক্ষয়িত্ৰী—সংগীতা

ছেত্ৰী, প্ৰতিষ্ঠাপক সভাপতি—৺প্ৰজাপতি উপাধ্যায়, সদস্য—চবিৰ বাহাদুৰ ছেত্ৰী, উপেন বৰঠাকুৰ আদি। বৰ্ত্তমান সভাপতি—হোলি স্বৰ্গাৰী।

## বালিজান নবদীপ ক্লাব

স্থাপিত ১০-৫-৮৭। প্ৰতিষ্ঠাপক সভাপতি—নৰেন্দ্ৰ ছেত্ৰী, সম্পাদক—জিতেন দাস, সদস্য প্ৰফুল্ল দাস, হিতেশ্বৰ হাজৰিকা, অনিল শৰ্ম্মা আদি।

## কেন্দুগুৰি প্ৰাথমিক বিদ্যালয়

স্থাপিত ১৯৬৩ চনত। প্ৰতিষ্ঠাপক সভাপতি আছিল—৺কমল চন্দ্ৰ বৰুৱা আৰু সম্পাদক আছিল শ্ৰীৰমনী কান্ত গগৈ। প্ৰতিষ্ঠাপক শিক্ষক আছিল শ্ৰীচন্দ্ৰ বৰুৱা। তেখেতে এৰাৰ পাচত ক্ৰমে শ্ৰীঘণ কান্ত বুঢ়াগোহাঁই আৰু শ্ৰীযোগেন বৰুৱাই শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে। যোগেন বৰুৱাৰ দিনতেই ১৯৭০ চনত স্কুলখন চৰকাৰী কৰণ হয়।

## বালিজান কেন্দুগুৰি নামঘৰ

নতুনকৈ স্থাপিত হৈছিল ১৯৯৪ চনত। প্ৰতিষ্ঠাপক—অনন্ত বৰুৱা, যোগেন বৰুৱা, দেব বৰুৱা, প্ৰণব বৰুৱা আদি। প্ৰথম স্থাপিত হৈছিল পুৰণি প্ৰাথমিক বিদ্যালয়ত।

## ভীম পথাৰ প্ৰাইমাৰী স্কুল

স্থাপিত ১-৬-৫২ তাৰিখ। প্ৰতিষ্ঠাতা—৺লব ৰাম সোণোৱাল।

## ভীম পথাৰ বাপুজী এম. ই. স্কুল

১৯৬০ চনত প্ৰতিষ্ঠিত। প্ৰতিষ্ঠাপক সভাপতি—পদেশ্বৰ সোণোৱাল আৰু শিক্ষক—খগেন কোৱঁৰ, শোভন শইকীয়া, উপেন বৰঠাকুৰ। বৰ্ত্তমান প্ৰধান শিক্ষক—শ্ৰীমতী ৰত্না শইকীয়া। শিক্ষক ৫ জন, ছাত্ৰ-ছাত্ৰী ১৫৪ জন।

## ভীম পথাৰ বাপুজী হাইস্কুল

১৯৮২ চনত স্থাপিত। প্ৰতিষ্ঠাপক—জগৎ চন্দ্ৰ বৰা, কুলেশ্বৰ বৰুৱা আদি। প্ৰতিষ্ঠাপক শিক্ষক—ৰংধৰ হাজৰিকা, গঙ্গা দত্ত। বৰ্ত্তমান প্ৰধান শিক্ষয়িত্ৰী শ্ৰীমতী চন্দ্ৰ প্ৰভা সোণোৱাল।

শিক্ষক-শিক্ষয়িত্ৰী ৬ জন, কাৰ্য্যালয় সহায়ক ১ জন, চৌকিদাৰ ১ জন।

## ভীম পথাৰ নামঘৰ

স্থাপিত ১৯৫২ চন। প্ৰতিষ্ঠাপক সভাপতি/সম্পাদক—ভোগেশ্বৰ সোণোৱাল। বৰ্ত্তমান সম্পাদক—ভীমলা ৰাম সোণোৱাল।

## খেৰজান শঙ্কৰদেৱ প্ৰাথমিক স্কুল

স্থাপিত ১-৯-৬৭ তাৰিখে। চৰকাৰী কৰণ ১৯৭০। প্ৰতিষ্ঠাপক সভাপতি—জগৎ চন্দ্ৰ বৰা আৰু শিক্ষক জয় চন্দ্ৰ বৰা। বৰ্ত্তমান প্ৰধান শিক্ষক—শ্ৰীপ্ৰফুল্ল খনিকৰ। শিক্ষক ৬ জন।

## খেৰজান দুৰ্গা মন্দিৰ

স্থাপিত ১৯৭২। প্ৰতিষ্ঠাপক সভাপতি—জয় চন্দ্ৰ বৰা, সম্পাদক হৰ্ক বাহাদুৰ থাপা। বৰ্ত্তমান সভাপতি—কৰ্ণ বাহাদুৰ থাপা।

## ঢেকিয়াজান মাধবদেৱ প্ৰাথমিক স্কুল

স্থাপিত ১৯৫৮ চন। প্ৰতিষ্ঠাপক—বিশ্ব নাথ সোণোৱাল। চৰকাৰীকৰণ ১৯৭৫ চন। বৰ্ত্তমান প্ৰধান শিক্ষক—কৃষ্ণ কান্ত বৰুৱা। শিক্ষক ৩ জন।

## ঢেকিয়াজান খাল গাওঁ নামঘৰ

স্থাপিত ১৯৫৩ চন। প্ৰতিষ্ঠাপক সম্পাদক—৺গোবিন্দ সোণোৱাল। বৰ্ত্তমান সম্পাদক—শ্ৰীইলেশ্বৰ সোণোৱাল।

## ঢেকীয়াজান শিৱ মন্দিৰ

স্থাপিত ১৯৫৪ চন। প্ৰতিষ্ঠাপক—জংবীৰ ছেত্ৰী, লাল বাহাদুৰ ছেত্ৰী, মিলন সিং মণিপুৰী, বম বাহাদুৰ ছেত্ৰী। বৰ্ত্তমান সভাপতি—কৰ্ণ বাহাদুৰ ছেত্ৰী।

## ঢেকীয়াজান গীৰ্জ্জা (বেপটিষ্ট)

স্থাপিত ১৯৫৪ চন। প্ৰতিষ্ঠাপক—নৰেন্দ্ৰ দাস।

## খেৰজান গীৰ্জ্জা

স্থাপিত ১৯৫৪ চন। প্ৰতিষ্ঠাপক—মনচুক কেৰকেটা।

## খেৰজান কেথলিক গীৰ্জ্জা

স্থাপিত ১৯৯০ চন।

## মোলক গাওঁ মাধবদেৱ প্ৰাথমিক বিদ্যালয়

স্থাপিত ১৯৫৮ চন। প্ৰতিষ্ঠাপক শিক্ষক—৺মহেন্দ্ৰ সোণোৱাল। বৰ্ত্তমান প্ৰধান শিক্ষক—শ্ৰীমিঠা ৰাম সোণোৱাল।

## মোলক গাওঁ নামঘৰ

প্ৰতিষ্ঠাপক দুৰ্গাধৰ সোণোৱাল। স্থাপিত জনা নগ'ল। বৰ্ত্তমান সভাপতি—ভাচি ৰাম সোণোৱাল।

## কলৌলোৱা নামঘৰ

স্থাপিত ১৯৬০ চন। প্ৰতিষ্ঠাপক—জগৎ চন্দ্ৰ বৰা। বৰ্ত্তমান পৰিচালক—জয় চন্দ্ৰ বৰা।

## হালধিবাৰী প্ৰাথমিক বিদ্যালয়

প্ৰতিষ্ঠিত ১৯৫৮ চন। প্ৰতিষ্ঠাপক—দুলেশ্বৰ কোঁৱৰ। প্ৰতিষ্ঠাপক শিক্ষক—যোগেন্দ্ৰ নাথ কোঁৱৰ। চৰকাৰী কৰণ ১৯৭১ চন। বৰ্ত্তমান সভাপতি—পদ্মেশ্বৰ কোঁৱৰ আৰু শিক্ষক—লম্বেশ্বৰ শইকীয়া।

## হালধিবাৰী নামঘৰ

প্ৰতিষ্ঠিত ১৯৫৭ চন। প্ৰতিষ্ঠাপক—৺পূৰ্ণ কান্ত বৰগোহাঁই।

## পাণবাৰী প্ৰাথমিক স্কুল

স্থাপিত ১৯৫৫ চন। চৰকাৰী কৰণ ১৯৫৮ চন। প্ৰতিষ্ঠাপক শিক্ষক—শ্ৰীগোবিন্দ

বৰগোহাঁই। বৰ্ত্তমান শিক্ষক শ্ৰীমতী ৰেণু প্ৰভা বৰগোহাঁই।

## পাণবাৰী নামঘৰ

স্থাপিত ১৯৫৮ চন (অনুমান)। প্ৰতিষ্ঠাপক—কৃষ্ণ গোহাঁই, জিউ ৰাম সন্দিকৈ, দীন নাথ বৰপাত্ৰ গোহাঁই, দুৰ্গা নাথ কোৱঁৰ আদি।

## গোলাই নামঘৰ

প্ৰতিষ্ঠিত ১৯৫১ চন। প্ৰতিষ্ঠাপক সভাপতি—৺পোনা ৰাম গোহাঁই আৰু সম্পাদক ৺মণি ৰাম গগৈ।

## গোলাই বৌদ্ধ বিহাৰ

স্থাপিত ১৯৫৯ চনত। প্ৰতিষ্ঠাপক সভাপতি—যামিনী বৰুৱা, সম্পাদক—সন্তোষ বৰুৱা, সদস্যসকল—অমূল্য বৰুৱা, হৃদয় ৰঞ্জন বৰুৱা, সুৰেন বৰুৱা, যামিনী বৰুৱা (২) আৰু দীন মোহন বৰুৱা।

## ২নং গোলাই প্ৰাথমিক স্কুল

স্থাপিত ১৯৭৩ চনত। প্ৰতিষ্ঠাপক শিক্ষয়িত্ৰী শ্ৰীমতী অনুপমা শইকীয়া। চৰকাৰীকৰণ ১/৬/৭৭। শিক্ষয়িত্ৰীৰ সংখ্যা ৩ জন ছাত্ৰ-ছাত্ৰী ১১৬ জন।

## নেহৰু চিল্ড্ৰেন স্কুল
## (Nehru Children Scool)

ইংৰাজী মাধ্যমৰ স্কুল। স্থাপিত ১৬/৮/৯১ চনত। প্ৰতিষ্ঠাপক শ্ৰীঅপূৰ্ব্ব শইকীয়া। প্ৰতিষ্ঠাপক শিক্ষক—শ্ৰীঅপূৰ্ব্ব শইকীয়া (অধ্যক্ষ) শ্ৰীমতী শান্তা ঘোষ, শ্ৰীমতী পূৰ্ণিমা বৰুৱা, বৰ্ত্তমান প্ৰাক্ প্ৰাথমিকৰ পৰা ৬ষ্ঠ মানলৈ কৰাৰ পৰিকল্পনা কৰি ইতিমধ্যে ৫ম মানলৈ শ্ৰেণীসমূহ খোলা হৈছে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩১৮। শিক্ষকৰ সংখ্যা ৮ জন।

## গোলাই মিলন মন্দিৰ প্ৰাথমিক স্কুল

স্থাপিত ১৯  চনত। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক মানবেন্দ্ৰ ৰায়। শিক্ষক ৪ জন। চৰকাৰী কৰণ ১৯৯১ চন। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১১২, প্ৰাক্ প্ৰাথমিকত ১১।

'গোলাই মিলন মন্দিৰ' নামেৰে এম. ই. স্কুল এখন কৰাৰ পৰিকল্পনা কৰি, বৰ্ত্তমান প্ৰাথমিক স্কুলৰ লগতে ৫ম মান শ্ৰেণী আৰম্ভ কৰা হৈছে।

## B.R. Ambedkar Children Art School

স্থাপিত ১৭-৮-৯৭ তাৰিখে। প্ৰতিষ্ঠাপক অধ্যক্ষ শ্ৰীএ. কে. বৰুৱা।

## এটি টোকা

## গোলাই নামৰ উৎপত্তি

বৰ্ত্তমান ২৪নং বঙলাৰ ওচৰৰপৰা পাৰে বাগিচালৈ তথা ১নং, ২নং আৰু ৩নং গোলাইৰ গোটেই অঞ্চলটোত কোনো জনবসতি নাছিল। এ. আৰ. টি. কোম্পানীয়ে লীজত লোৱা ডাঙৰ কাঠনি আছিল। পাৰে চাহ বাগিচাৰ মূৰত ৩৭নং ৰাষ্ট্ৰীয় ঘাই পথৰপৰা ৩নং গোলাইলৈ যোৱা বৰ্ত্তমানৰ পথটো এ.আৰ.টি. কোম্পানীৰ কাঠ নিয়া ৰেলৰ লাইন আছিল। কোম্পানীয়ে গছবোৰ কটাই, জোখত টুকুৰা (কুন্দা) কৰি, ৰেলেৰে মাৰ্ঘেৰিটাত থকা তেওঁলোকৰ কাঠৰ মিললৈ নিবৰ কাৰণে ৩ ঠাইত দ'ম কৰিছিল। ১নং দ'মটো আছিল বৰ্ত্তমানৰ ২৪নং বঙলাৰ সমুখত, ২নংটো আছিল বৰ্ত্তমানৰ ২নং গোলাইত আৰু ৩নংটো আছিল ৩নং গোলাই (পাৰে প্ৰাইমাৰী স্কুল থকা ঠাইত)। 'কুন্দা'ৰ ঘেৰক 'গোলাই' বুলিছিল। যেনে—৩ফুট গোলাই, ৪ফুট গোলাই.................১০ ফুট গোলাই ইত্যাদি। কাঠৰ ঘেৰ বুজোৱা এই 'গোলাই'ৰপৰাই গোলাই গাওঁ হৈছিল। ১নং ২নং আৰু ৩নং কাঠৰ দ'মেৰেই ১নং, ২নং আৰু ৩নং গোলাই হৈছিল।

১৯৩৬ চনত মই আহি গোলাই গাওঁ তিনিখন পাইছিলোঁ আৰু কাঠৰ দ'মো পাইছিলোঁ।

প্ৰথম অৱস্থাত এ.ও.চি.ৰ হাবি কটা, মাটি কটা শ্ৰমিক আৰু এ.আৰ.টি.ৰ কাঠ কটা শ্ৰমিক সকলেই কামৰ সুবিধাৰ কাৰণে নিজ নিজ সুবিধা অনুযায়ী গাওঁ পাতি বহিছিল। কালক্ৰমত ঘন বসতি পূৰ্ণ হৈ পৰিল। প্ৰথমে বহা মানুহবোৰে নবাগত সকলক মাটি ঘৰ বিক্ৰী কৰি আঁতৰি গ'ল।

উল্লেখযোগ্য যে, ২নং গোলাইত এ.ও.চি.ৰ চাহাব-ঠিকাদাৰ, হাকিলৰ বঙলা আছিল। হকিল চাহাবৰ তলত কাম কৰা শ্ৰমিক সকলেই ২নং গোলাইৰ প্ৰথম গাওঁবাসী আছিল।

## DIGBOI MAHILA MAHAVIDYALAYA
## DONORS' LIST

**From Rs. 50,000.00 and above.**

| | | |
|---|---|---|
| M/s. Indian Oil Corporation | | |
| In cash | ........ | Rs. 5,00,000.00 |
| in kind | ........ | Rs. 1,50,000.00 |
| **Total** | ........ | **Rs. 6,50,000.00** |
| Digboi Mahila Mahavidyalaya Sahajya Samiti | ........ | Rs. 4,36,724.00 |
| Shri J. P. Singh | | |
| in cash | ........ | Rs. 89,000.00 |
| in kind | ........ | Rs. 11,000.00 |
| **Total** | ........ | **Rs. 1,00,000.00** |
| Oil India Ltd. | ........ | Rs. 75,000.00 |
| M/s. Air India Transport Corporation | ........ | Rs. 54,000.00 |
| M/s. Makum Tea Company (India) Ltd. | ........ | Rs. 50,000.00 |
| M/s. Naumdung Tea Company (India) Ltd. | ........ | Rs. 50,000.00 |
| M/s. Wood Land Industries | ........ | Rs. 50,000.00 |

**From Rs. 20,000.00 to Rs. 49,999.00**

| | | |
|---|---|---|
| M/s. M.N. Chakraborty | ........ | Rs. 40,000.00 |
| M/s. Onker Construction | ........ | Rs. 37,000.00 |
| M/s. K.C. Jain | ........ | Rs. 31,000.00 |
| Shri R.N. Chakraborty | ........ | Rs. 30,000.00 |
| M/s. Hanting Services. | ........ | Rs. 30,000.00 |
| M/s. Apeejoy Trust | ........ | Rs. 25,000.00 |
| M/s Industrial Engineers | ........ | Rs. 21,000.00 |
| M.R. Chakraborty | ........ | Rs. 20,000.00 |
| M/s. Singhania Charitable Trust, Calcutta | ........ | Rs. 21,000.00 |
| M/s.Chandmal Sarawgi Charitable Trust | ........ | Rs. 20,000.00 |
| Shri R.N. Chakraborty | ........ | Rs. 20,000.00 |
| M/s. B. Deb | ........ | Rs. 20,000.00 |
| Mrs. Jamuna Chakraborty | ........ | Rs. 20,000.00 |

**From Rs. 10,000.00 to Rs. 19,999.00**

| | | |
|---|---|---|
| Medical Dept. of I.O.C. (A.O.D.) | ........ | Rs. 18,000.00 |
| M/s. Sarawgi Corp. | ........ | Rs. 15,000.00 |
| M/s. Prasanta Jain | ........ | Rs. 15,000.00 |
| M/s. Akta Jain | ........ | Rs. 15,000.00 |
| M/s. Steelsworth Public Welfare Trust | ........ | Rs.15,000.00 |
| M/s. Sumitra Transport Agency | ........ | Rs. 15,000.00 |
| M/s. North Eastern Testing Centre | ........ | Rs. 15,000.00 |
| M/s. Rajendra Prasad & Pradeep Kr. Co. | ........ | Rs. 15,000.00 |
| M/s. Kitply Industries, Margherita | ........ | Rs. 15,000.00 |
| M/s. Himalaya filling Station, Tawang | ........ | Rs. 15,000.00 |

| | | |
|---|---|---|
| Shri D.B. Sonar (Cash & kind) | ........ | Rs. 13,000.00 |
| Shri Bhola Kakaty | ........ | Rs. 12,000.00 |
| Shri R.K. Bhadra | ........ | Rs. 12,000.00 |
| M/s. Bakliwal Carrying Corporation | ........ | Rs. 12,029.00 |
| Anil Kr. Bakliwal | ........ | Rs. 11,000.00 |
| M/s. Bimal Industries | ........ | Rs. 11,111.00 |
| M/s. Rai Bahadur Chunilal & Agencies | ........ | Rs. 11,000.00 |
| Shri S.D. Singh | ........ | Rs. 10,000.00 |
| M/s. Margherita Ledo Timber Industries Association | | Rs. 10,000.00 |
| M/s. Indian Medical Association | ........ | Rs. 10,000.00 |
| Shri J. N. Baruah | ........ | Rs. 10,000.00 |
| Shri R.K. Sukla | ........ | Rs. 10,000.00 |
| M/s. North Eastern Cylinder Pvt. Ltd. | ........ | Rs. 10,000.00 |
| M/s. Awara Debi Charitable Trust | ........ | Rs. 10,000.00 |
| M/s. Rai Bahadur Chunilal Enterprises | ........ | Rs. 10,000.00 |
| M/s. Bhawrilal Agarwal & Sons | ........ | Rs. 10,000.00 |
| M/s. S.K. Carrying Corp. | ........ | Rs. 10,000.00 |
| M/s. Kusum Tea Estate | ........ | Rs. 10,000.00 |
| M/s. Sumitra Transport Agencies | ........ | Rs. 10,000.00 |
| M/s. Choudhury Brothers | ........ | Rs. 10,000.00 |
| M/s. Assam Traders & Construction | ........ | Rs. 10,000.00 |
| M/s. Commercial Traders | ........ | Rs. 10,000.00 |
| M/s. R.K. Traders | ........ | Rs. 10,000.00 |
| M/s. India Carbon Charitable Trust | ........ | Rs. 10,000.00 |
| M/s. Cooling Tower Ltd. Calcutta | ........ | Rs. 10,000.00 |
| M/s. V.K. Jain | ........ | Rs. 10,000.00 |
| M/s. Jabrilal Pooshraj & Co. Golaghat | ........ | Rs. 11,000.00 |
| M/s. Sochison Pvt. Ltd. | ........ | Rs. 10,000.00 |

**From Rs. 5,000.00 to Rs. 9,999.00**

| | | |
|---|---|---|
| M/s. Dehing Dahotia | ........ | Rs. 8,301.00 |
| M/s. I.P. Jalan | ........ | Rs. 8,000.00 |
| M/s. Saligram Bridhichand & Sons | ........ | Rs. 7,501.00 |
| M/s. Rai Bahadur Chunilal & Sons | ........ | Rs. 7,000.00 |
| M/s. Assam Auto Agencies | ........ | Rs. 7,000.00 |
| M/s. R.N. Chakraborty | ........ | Rs. 7,000.00 |
| M/s. Paramananda Panjabi | ........ | Rs. 6,200.00 |
| Shri Munin Bora | ........ | Rs. 6,000.00 |
| Shri Bimal Mazumder | ........ | Rs. 6,000.00 |
| M/s. Choudhury Transport | ........ | Rs. 6,000.00 |
| M/s. Khaitan Stores | ........ | Rs. 5,001.00 |
| Shri Bipin Dutta | ........ | Rs. 5,000.00 |
| M/s. Capital Auto Agency | ........ | Rs. 5,000.00 |
| M/s. Rajendra Prasad Pradeep Kr. & Sons | ........ | Rs. 5,000.00 |
| M/s. Balkiwal Enterprise | ........ | Rs. 5,000.00 |
| M/s. Ladulal Jain & Sons | ........ | Rs. 5,000.00 |

| | | |
|---|---|---|
| M/s. Sagarmal Sarawgi & Sons | ........ | Rs. 5,000.00 |
| M/s. C.M. Ho. & Co. | ........ | Rs. 5,000.00 |
| M/s. Ajit Baruah | ........ | Rs. 5,000.00 |
| M/s. Sadiya Auto Agencies | ........ | Rs. 5,000.00 |
| M/s. Houson Lyndo Earth Moving Service | ........ | Rs. 5,000.00 |
| M/s. Kawrilal Sohanlal & Co. | ........ | Rs. 5,000.00 |
| M/s. Steelage Indust (moving division) | ........ | Rs. 5,000.00 |
| M/s. Meghalaya Auto Agencies | ........ | Rs. 5,000.00 |
| M/s. Bed Enterprise | ........ | Rs. 5,000.00 |
| M/s. Peak Charitable | ........ | Rs. 5,000.00 |
| M/s. B.K. Mandal | ........ | Rs. 5,000.00 |
| M/s. Star & Company | ........ | Rs. 5,000.00 |
| Shri S.K. Samad | ........ | Rs. 5,637.00 |
| M/s. Steelage Industries | ........ | Rs. 5,000.00 |

**From Rs. 1,000.00 to Rs. 4,999.00**

| | | |
|---|---|---|
| M/s. Paharpur Cooling Tower | ........ | Rs. 4,500.00 |
| M/s. Simplex Concrete Pibs Ltd. | ........ | Rs. 4,500.00 |
| M/s. Narayan Mukherjee | ........ | Rs. 4,000.00 |
| M/s. Agarwal Wax Co. | ........ | Rs. 4,001.00 |
| Md. A. Zalil | ........ | Rs. 4,000.00 |
| M/s. Ajit Auto Agency | ........ | Rs. 4,000.00 |
| Shri A.K. Ghosh | ........ | Rs. 4,000.00 |
| M/s. Rai Bahadur Chunilal Enterprise | ........ | Rs. 4,000.00 |
| Shri Bindu Banik | ........ | Rs. 4,000.00 |
| M/s. Parash Brick Field | ........ | Rs. 3,051.00 |
| Shri Irshad Ali | ........ | Rs. 3,001.00 |
| M/s. Goyal Saw Mill. | ........ | Rs. 3,001.00 |
| M/s. Win Electrovision | ........ | Rs. 3,001.00 |
| Md. A. Khan | ........ | Rs. 3,000.00 |
| Shri Nabin Chandra Hazarika, Digboi | ........ | Rs. 3,000.00 |
| Shri Keshava Chand | ........ | Rs. 3,000.00 |
| M/s. B.K. Rakshit & Sons | ........ | Rs. 3,001.00 |
| M/s. United Enterprise Digboi | ........ | Rs. 3,000.00 |
| Shri Haragobinda Singh | ........ | Rs. 3,000.00 |
| Shri B. Basu | ........ | Rs. 3,000.00 |
| M/s. Assam Traders & Builders | ........ | Rs. 3,000.00 |
| Shri D.B. Pradhan | ........ | Rs. 3,000.00 |
| M/s. H. Bijay Singh & Sons | ........ | Rs. 3,000.00 |
| Shri Satish Pal | ........ | Rs. 3,000.00 |
| M/s. Sarma & Co. | ........ | Rs. 3,000.00 |
| M/s. Victor Engineering Co. | ........ | Rs. 3,000.00 |
| M/s. Chunilal Surajlal Surajmal | ........ | Rs. 3,000.00 |
| Shri L.R. Thakuria | ........ | Rs. 3,000.00 |
| M/s. Baruah Enterprises | ........ | Rs. 3,000.00 |
| M/s. Doss & Co. | ........ | Rs. 3,000.00 |

| | | |
|---|---|---|
| M/s. Rai Bahadur Chunilal Sagarmal & Sons | ........ | Rs. 3,000.00 |
| Shri Dwijesh Chandra Deb Sarmah | ........ | Rs. 3,000.00 |
| Jagomaya Devi | ........ | Rs. 2,500.00 |
| Shri R.N. Singh | ........ | Rs. 2,500.00 |
| M/s. Lohit Agencies | ........ | Rs. 2,500.00 |
| M/s. Darrung Industries Corporation | ........ | Rs. 2,500.00 |
| M/s. Meghalaya Auto Agencies Pvt. Ltd. | ........ | Rs. 2,500.00 |
| Mr. R.K. Dutta | ........ | Rs. 2,500,00 |
| M/s. Polwal Agencies Pvt. Ltd. | ........ | Rs. 2,500.00 |
| Smti Julie Dutta | ........ | Rs. 2,500.00 |
| Shri K.K. Shaw | ........ | Rs. 2,500.00 |
| Shri A. Khair | ........ | Rs. 2,500.00 |
| Smti Z. Khair | ........ | Rs. 2,500.00 |
| M/s. Assam Auto Agencies | ........ | Rs. 2,500.00 |
| Shri Ghanashyam Yadav | ........ | Rs. 2,500.00 |
| M/s. Om Prakash Saw Mill | ........ | Rs. 2,001.00 |
| M/s. Agarwala Brothers | ........ | Rs. 2,001.00 |
| M/s. J.C. Roy & Co. | ........ | Rs. 2,001.00 |
| M/s. Mahabir Atuomobiles | ........ | Rs. 2,001.00 |
| Shri H.S. Dube | ........ | Rs. 2,000.00 |
| M/s. R.K. Charitable Trust | ........ | Rs. 2,000.00 |
| Shri Uma Kanta Gogoi | ........ | Rs. 2,000.00 |
| M/s. Digboi Motors | ........ | Rs. 2,000.00 |
| M/s. Hanuman Box Mangal Chand | ........ | Rs. 2,000.00 |
| M/s. Kothari Kalyan Kosh | ........ | Rs. 2,000.00 |
| M/s. Satish Chandra Poddar | ........ | Rs. 2,000.00 |
| M/s. Universal Angency | ........ | Rs. 2,000.00 |
| M/s. Jorabat Services | ........ | Rs. 2,000.00 |
| M/s. The Town Stores | ........ | Rs. 2,000.00 |
| M/s. Bimal Kr. Jain | ........ | Rs. 2,000.00 |
| M/s. Jabrilal Pooshraj & Co. | ........ | Rs. 1,501.00 |
| M/s. Sumitra Transport | ........ | Rs. 1,501.00 |
| Shri Jagannath Roy | ........ | Rs. 1,500.00 |
| Shri Rahmat Ullah | ........ | Rs. 1,500.00 |
| M/s. Prokash Brick Field | ........ | Rs. 1,500.00 |
| M/s. Umedbhai International Pvt. Ltd. | ........ | Rs. 1,500.00 |
| Shri O.B. Agarwala | ........ | Rs. 1,100.00 |
| Awahan Theatre | ........ | Rs. 1,002.00 |
| Shri H.C. Chand | ........ | Rs. 1,001.00 |
| M/s. Lohit Auto Agency | ........ | Rs. 1,001.00 |
| Shri B.R. Nagina | ........ | Rs. 1,001.00 |
| Shri K.N. Ganeriwala | ........ | Rs. 1,001.00 |
| Shri Z.B. Chubba | ........ | Rs. 1,001.00 |
| Shri R.N. Pandey | ........ | Rs. 1,001.00 |
| Shri K.N. Tiwari | ........ | Rs. 1,001.00 |
| M/s. Hemalata Pal Concern | ........ | Rs. 1,001.00 |

| | | |
|---|---|---|
| M/s. Ambika Service Station | ........ | Rs. 1,001.00 |
| M/s. Das Auto Moving Complex | ........ | Rs. 1,001.00 |
| M/s. R.B. Brothers & Agency | ........ | Rs. 1,001.00 |
| M/s. National Wood Products | ........ | Rs. 1,000.00 |
| Shri Taser Ali | ........ | Rs. 1,000.00 |
| Shri D.B. Pradhan | ........ | Rs. 1,000.00 |
| Shri Moni Chand | ........ | Rs. 1,000.00 |
| Shri Rajani Gogoi | ........ | Rs. 1,000.00 |
| Shri B.P. Agarwala | ........ | Rs. 1,000.00 |
| Hengul Theatre | ........ | Rs. 1,000.00 |
| M/s. High Way Service Station | ........ | Rs. 1,000.00 |
| Shri Madhusudan Bhowmik | ........ | Rs. 1,000.00 |
| M/s. R.K. Bhadra & Sons | ........ | Rs. 1,000.00 |
| Natarej Cine Theatre | ........ | Rs. 1,000.00 |
| Kahinoor Theatre | ........ | Rs. 1,000.00 |
| Shri S.N. Mitra | ........ | Rs. 1,000.00 |
| Shri Prafulla Kalita | ........ | Rs. 1,000.00 |
| M/s. Nilam Saroj Charitable Trust | ........ | Rs. 1,000.00 |

**From Rs. 500.00 to Rs. 999.00**

| | | |
|---|---|---|
| Students of H.S. Class of D.M.M. | ........ | Rs. 701.00 |
| Shri R.K. Agarwal | ........ | Rs. 600.00 |
| M/s. Khaitan Carpet | ........ | Rs. 501.00 |
| Smti D. Maya Sonar | ........ | Rs. 501.00 |
| Shri D.B. Sonar & Sons | ........ | Rs. 501.00 |
| Shri D.P. sonar | ........ | Rs. 501.00 |
| Shri P. N. Singh | ........ | Rs. 501.00 |
| Shri S.K. Chakraborty | ........ | Rs. 501.00 |
| Shri D.L. Mantri | ........ | Rs. 501.00 |
| M/s. Western Engineering Co. | ........ | Rs. 500.00 |
| M/s. Auto Diesel Corporation | ........ | Rs. 500.00 |
| M/s. Atiecal Medical Branch | ........ | Rs. 500.00 |
| M/s. Calculta Poles & Tube Co. | ........ | Rs. 500.00 |
| Shri Anand | ........ | Rs. 500.00 |
| Malhogoria | ........ | Rs. 500.00 |
| Shri J.K. Malpani | ........ | Rs. 500.00 |
| M/s. Bearing House | ........ | Rs. 500.00 |
| M/s. Biju Service Station | ........ | Rs. 500.00 |
| Shri Nani Baruah | ........ | Rs. 500.00 |
| Shri Jyotish Ch. Das | ........ | Rs. 500.00 |
| Shri L. P. Gupta | ........ | Rs. 500.00 |
| M/s. Krishnada Service Station | ........ | Rs. 500.00 |
| M/s. Hula Chand Sarwgi & Songs | ........ | Rs. 500.00 |
| Shri Manoj Bhattacharjee | ........ | Rs. 501.00 |
| Shri Ananda Baruah | ........ | Rs. 500.00 |
| M/s. Aich Brothers | ........ | Rs. 500.00 |

